# অসম প্ৰদীপিকা

শক ১৮৪২ জেঠৰ পৰা ১৮৪৩ কাতিলৈ
খ্ৰীষ্টাব্দ ১৯২০ চনৰ পৰা ১৯২১ চনলৈ

সম্পাদনা
ড° বসন্তকুমাৰ গোস্বামী



অসম প্ৰকাশন পৰিষদ
গুৱাহাটী - ৭৮১০২১

**ASOM PRADIPIKA :** a compilation of the monthly magazine in Assamese, edited by Dr Basanta Kumar Goswami and published by **Dr. Rafiquz Zaman, IAS, Secretary**, Publication Board Assam, Guwahati

**First edition : December, 2008.** **Price Rs. 480.00 only**



প্ৰকাশক
ড° ৰফিকুজ্জামান, আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৭৮১০২১

**প্ৰথম প্ৰকাশ ঃ ডিছেম্বৰ, ২০০৮**

**মূল্য ঃ ৪৮০.০০**

**মুদ্ৰক**
**অৰোৰা ফাইন আৰ্টছ**
**উদ্যোগ পাম, বামুণীমৈদাম**
**গুৱাহাটী ৭৮১০২১**

# সচিবৰ একাষাৰ

অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বাঙ্গীণ বিকাশ তথা প্ৰচাৰ-প্ৰসাৰৰ লক্ষ্যেৰে ১৯৫৮ চনত অসম চৰকাৰে অসম প্ৰকাশন পৰিষদ প্ৰতিষ্ঠা কৰে। ১৯৫৮ বৰ্ষৰ পৰা ২০০৮ বৰ্ষলৈ অসম প্ৰকাশন পৰিষদৰ গৌৰৱময় উৰ্দ্ধমুখী জয়যাত্ৰা অব্যাহত আছে। অতি আনন্দৰ বতৰা যে বৰ্তমান পৰিষদৰ সোণালী জয়ন্তী বৰ্ষ চলি আছে। সোণালী জয়ন্তী বৰ্ষত পৰিষদে এক সংখ্যক নিৰ্বাচিত গ্ৰন্থ প্ৰকাশ কৰিবলৈ লৈছে। ২০০৭ বৰ্ষত বাৰনখন নতুন গ্ৰন্থ প্ৰকাশ কৰাৰ উপৰি পাঁচিছখন গ্ৰন্থৰ পুনঃ মুদ্ৰণ কৰা হৈছিল। ২০০৮ বৰ্ষতো তিনি কুৰিৰো অধিক নতুন গ্ৰন্থৰ লগতে অতি মূল্যবান পঞ্চলিছখন গ্ৰন্থ পুনৰ্মুদ্ৰিত কৰা হৈছে।

অসমীয়া ভাষা-সাহিত্যৰ বিদগ্ধ সাহিত্যিক-সমালোচক ডিম্বেশ্বৰ নেওগ আৰু যজ্ঞেশ্বৰ শৰ্মাৰ ৰচনাৱলী সাম্প্ৰতিক কালত প্ৰায় দুষ্প্ৰাপ্য। অসমৰ নাট্য-জগতলৈ প্ৰবীণ ফুকনৰ অৱদান অতি গুৰুত্বপূৰ্ণ। বৰ্তমানত এইগৰাকী বিশিষ্ট নাট্যকাৰৰো নাটসমূহ পাবলৈ নাইকিয়া। হেমাঙ্গ বিশ্বাস অসম আৰু বঙ্গৰ সমন্বয়ৰ সাঁকো স্বৰূপ। এইগৰাকী ব্যক্তিয়ে অসমৰ ভাষা-সাহিত্য আৰু সংস্কৃতিলৈ অপৰিসীম অৰিহণা আগবঢ়াইছে। হেমাঙ্গ বিশ্বাসৰ অসমীয়া ৰচনা-সম্ভাৰো পৰিষদৰ সোণালী জয়ন্তী বৰ্ষৰ অন্যতম অৱদানৰূপে বিবেচিত হ'ব। দণ্ডিনাথ কলিতা ৰচনাৱলীৰ দ্বিতীয় খণ্ডৰ প্ৰকাশো এই বছৰৰ বিশেষ অৱদান হ'ব।

অসমীয়া ভাষা-সাহিত্যলৈ অসমৰ প্ৰথমখন মহিলা আলোচনী **ঘৰ-জেউতি** আৰু **অসম প্ৰদীপিকা**ৰ ঐতিহাসিক অৱদান সৰ্বজনস্বীকৃত। উক্ত দুয়োখন আলোচনীৰ সুকীয়া সুকীয়া একত্ৰ সঙ্কলন প্ৰকাশ কৰিবলৈ পাই আমি অতিশয় সন্তোষ পাইছো।

২০০৮ বৰ্ষত প্ৰকাশ কৰিবলৈ লোৱা আৰু কেইখনমান উল্লেখযোগ্য নতুন গ্ৰন্থ হ'ল অসমৰ সমাজ-জীৱন আধাৰিত হোমেন বৰগোহাঞিৰ অনবদ্য এটি প্ৰবন্ধ-সঙ্কলন আৰু তেওঁৰেই সম্পাদনাত শ্ৰেষ্ঠ অসমীয়া সমালোচনা সাহিত্য; অসমৰ লোক-উৎসৱ আৰু লোক-সংস্কৃতি বিষয়ক কেইবাখনো গ্ৰন্থ; ড° বীৰেন্দ্ৰনাথ দত্ত, ড° নৱেন কলিতা, ড° শিৱনাথ বৰ্মন, ড° নীলিমা শৰ্মা, ধীৰেন ভাগৱতী, কৌশিক দাস, ড° ৰবীন দেব চৌধুৰী, ড° মহেশ্বৰ নেওগ আদি প্ৰথিতযশা লেখকৰ সমাজ-সংস্কৃতি অধ্যয়নমূলক গ্ৰন্থ; গুণাভিৰাম বৰুৱা ৰচিত আৰু উনবিংশ শতিকাৰ অসমৰ সমাজ-জীৱনৰ

দলিলস্বৰূপ 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত্ৰ'ৰ ড° পোনা মহন্ত আৰু ড° আনন্দ বৰমুদৈয়ে ইংৰাজীলৈ কৰা অনুবাদ Life of Anandaram Dhekiyal Phookan গ্ৰন্থৰ উপৰি ইংৰাজীত প্ৰকাশ পাবলগীয়া কেইখনমান গ্ৰন্থ হ'ল ড° মহেশ্বৰ নেওগৰ Religion of the North-East আৰু Rhythm in the Vaishnava music of Assam, ড° অপৰ্ণা মহন্তৰ Journey of Assamese Women : 1836-1937, ড° দয়ানন্দ পাঠকৰ Sri Sri Madhabdeva, ড° ৰমেশ চন্দ্ৰ কলিতাৰ Assam Association – a study in Regionalism, ড° প্ৰদীপ শৰ্মাৰ Assam and Indo-China আদি। বিজ্ঞান, শিশু-সাহিত্য, জীৱন আৰু কৃতি, ধৰ্ম-দৰ্শন আদি বিষয়ৰ ওপৰতো এইবাৰ বিশেষ জোৰ দিয়া হৈছে।

'অসম প্ৰদীপিকা' ৰজনীকান্ত বৰদলৈৰ সম্পাদনাত ১৮৪২ শক জেঠ মাহৰ পৰা ১৮৪৩ শকৰ কাতি মাহলৈকে প্ৰকাশ পাইছিল। লক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত বাঁহীৰ সৈতে অসম প্ৰদীপিকাৰ ধৰ্মীয় মতবাদ সম্বন্ধে থকা মতদ্বৈধই সেই সময়ত তিক্ততাৰ সৃষ্টি কৰিছিল। কিন্তু ইয়াৰদ্বাৰাই বৈষ্ণৱ ধৰ্মৰ উদাৰনৈতিকতা দৃঢ়ীভূত হোৱাত সহায় কৰিছিল আৰু পাঠক সমাজকো জ্ঞান-অন্বেষণত প্ৰভূত পৰিমাণে সহায় কৰিছিল। আলোচনীখনত প্ৰকাশিত অন্যান্য গল্প, কবিতা, উপন্যাস, প্ৰবন্ধ, সমালোচনামূলক লেখা আদিয়েও অসমীয়া ভাষা-সাহিত্যক চহকী কৰিছে।

অসম প্ৰদীপিকাৰ বৰ্ণাশুদ্ধি মূল অনুযায়ী ৰক্ষিত হৈছে। ড° বসন্ত কুমাৰ গোস্বামীয়ে আলোচনীখন সংগ্ৰহ, সঙ্কলন, সম্পাদনা কৰি দি আমাক বাধিত কৰিছে। প্ৰদীপিকাৰ প্ৰথম বছৰৰ চতুৰ্থ আৰু ষষ্ঠ সংখ্যা সংগ্ৰহ কৰি দিয়াৰ বাবে ড° অপৰ্ণা মহন্তক ধন্যবাদ আৰু কৃতজ্ঞতা জনাইছো। আলোচনীখনৰ দ্বিতীয় সংখ্যাটি সংগ্ৰহ-সঙ্কলন কৰিব নোৱাৰি আমি দুখিত।

গ্ৰন্থখন সঙ্কলন-সম্পাদনা কৰি দিয়া বাবে বাবে ড° গোস্বামীক ধন্যবাদ আৰু কৃতজ্ঞতা জনালো।

গুৱাহাটী
ডিছেম্বৰ ২০০৮

ড° ৰফিকুজ জামান, আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ

# ভূমিকা

'অৰুনোদই'ৰ পৰা আৰম্ভ কৰি অসমৰ আলোচনীৰ ইতিহাস সমাজ আৰু সাংস্কৃতিক ভাৱনাৰে উজ্জীৱিত আৰু অসমীয়া জীৱন আৰু সংস্কৃতিৰ আলোক-সন্ধানী মহৎ অধ্যায়ৰূপে চিহ্নিত। প্ৰতিখন আলোচনীৰ একোটা আদৰ্শ আৰু লক্ষ্য আছিল 'জ্ঞানং জ্ঞেয়ং পৰিজ্ঞাতা' ৰূপত। ইয়াৰে কিছুমান আলোচনীৰ মূল্য ঐতিহাসিক। সমাজ আৰু সাংস্কৃতিক জীৱনক আলোকিত কৰিব পৰাকৈ গুৰুত্ব নাই অথচ প্ৰচলিত ধ্যান-ধাৰণা আৰু ধাৰা প্ৰতিপালনৰ আগ্ৰহ আছে। সেয়ে তেনেবোৰ কাকত-আলোচনীৰ অভিলেখাগাৰিক মূল্য (archival value) হে আছে। ঔপন্যাসিক সম্ৰাট ৰজনীকান্ত বৰদলৈৰ সম্পাদিত 'অসম প্ৰদিপীকা' (দ্বিতীয় সংখ্যাৰ পৰা অসম প্ৰদীপিকা হ'ল। প্ৰথম সংখ্যাৰ সম্পাদনাৰ নিৱেদনত অসম প্ৰদীপিকা ৰূপতে আছে।) অসমৰ সামাজিক আৰু সাংস্কৃতিক জীৱনৰ ঐতিহাসিক দলিলৰূপে স্বীকৃত। 'অসম প্ৰদীপিকা' কতীয়া বছৰেৰে প্ৰায় ডেৰ বছৰ অৰ্থাৎ ১৮৪২ শক জেঠ (১৯২০ চন) মাহৰ পৰা ১৮৪৩ শকৰ কাতি (১৯২১) মাহলৈকে মুঠতে ১৭ টা সংখ্যা প্ৰকাশ হৈছিল। (দ্বাদশ সংখ্যাৰ বহাগ ১৮৪৩ হ'ব লাগে যদিও আহিন মাহৰ পৰাহে ১৮৪৩ শক ব্যৱহাৰ কৰিছে।) ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত আলোচনীখনৰ প্ৰকাশক আছিল মঃ আব্দুলা; প্ৰতি সংখ্যাৰ পৃষ্ঠা ৪০, আকাৰ আছিল ১/৮ ডিমাই। বছৰেকীয়া বৰঙণি ২ টকা; ছাত্ৰ-ছাত্ৰীৰ বাবে ১ টকা আছিল। চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ (১৯১৮) কৰি জননী জন্মভূমিৰ এফেৰি সেৱা কৰাৰ মানসেৰেই 'যাদব ৰায়'ৰ কৃপাত (দক্ষিণপাট সত্ৰৰ সেৱক) অসম প্ৰদীপিকাৰ জন্ম। প্ৰথম সংখ্যাৰ পৰা প্ৰদীপিকাই ঘোষণা কৰিছে—(আখৰ-জোঁটনিত হাত ফুৰোৱা হৈছে।)

(১) অসম প্ৰদীপিকাই সাহিত্যনীতি, ধৰ্ম, জ্ঞান, বিজ্ঞান প্ৰধানকৈ আলোচনা কৰিব, কৃষি শিল্প বাণিজ্য আৰু অ'ৰ ত'ৰ বিবিধ বাতৰি আৰু সমালোচনাও থাকিব। ৰাজনীতিয়ে ইয়াত ঠাই নাপায় (প্ৰথম বছৰ প্ৰথম সংখ্যা)।

(২) অসমীয়াৰ পুৰণি সাহিত্যৰ ভঁৰালত এতিয়াও অসংখ্য ৰত্ন পৰি আছে। সেই ৰত্নৰাজি একেবাৰে পুথিৰ আকাৰে উলিয়াব নোৱাৰিলেও মাহে মাহে অলপ

অলপকৈ প্ৰদীপিকাত উলিয়াবলৈ যত্ন কৰা যাব। বৰ্তমান সময়ত সাহিত্য-চৰ্চাও কৰা হ'ব। ... নীতিৰ মূলতে হৈছে ধৰ্ম জ্ঞান, ধৰ্মবিহীন নীতি শুকান, ক্ষণস্থায়ী। সেইদেখি এই কাকত ধৰ্ম-চৰ্চাও হ'ব। কিন্তু এই যে ধৰ্ম-চৰ্চা ই কেৱল সনাতন হিন্দু ধৰ্মৰ বিষয়েহে হ'ব। (প্ৰথম বছৰ, প্ৰথম সংখ্যা) ইয়াৰ উপৰি প্ৰদীপিকাই শাস্ত্ৰৰ তথ্য বা মতক নতুন সাজ-পাৰেৰে বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠা, শিল্প, কৃষি, ব্যৱসায়, বাণিজ্য, বিজ্ঞানৰ বতৰা, সমাজ সংস্কাৰ উদ্দেশ্য নহয় কাৰণে প্ৰয়োজনবোধে সমাজৰ কথাও থাকিব বুলি প্ৰথম সংখ্যাতে বৰদলৈয়ে ঘোষণা কৰিলেও পৰৱৰ্তী সংখ্যাবোৰতো প্ৰদীপিকাই উদ্দেশ্য আৰু জন্ম সম্পৰ্কে ঘোষণা কৰিছে—

(১) প্ৰদীপিকা সাক্ষাৎ ভগৱতী। অসমীয়া হিন্দু সমাজক সত্যৰ, জ্ঞানৰ, সনাতন ধৰ্মৰ পোহৰ দিব। এন্ধাৰৰ পৰা পোহৰলৈ নিবৰ নিমিত্তেহে জন্ম লৈছে। প্ৰদীপিকাই প্ৰদীপগছ লৈ অসমীয়াৰ ঘৰে ঘৰে ফুৰি অসমীয়া ভাতৃসকলক নিজৰ নিজৰ ঘৰৰ ভিতৰৰ আবৰ্জনা সাৰি-পুচি ধুই-পখালি নিকা কৰি ল'বলৈহে পোহৰ দেখুৱাব। (প্ৰথম বছৰ ৩য় সংখ্যা)

(৩) অসম প্ৰদীপিকাই কাৰো ধৰ্ম ভাবৰ ওপৰত আক্ৰমণ কৰি কাকো মনত দুখ দিবলৈ জন্ম হোৱা নাই। প্ৰদীপিকাই অসামঞ্জস্যৰ ভিতৰত সামঞ্জস্য দেখুৱালৈহে সদায় যত্ন কৰি আহিছে। (দ্বিতীয় বছৰ প্ৰথম সংখ্যা)

(৪) প্ৰদীপিকাৰ জন্ম হ'ল প্ৰভু দামোদৰদেৱৰ নিন্দাবাদৰ পৰাহে। (দ্বিতীয় বছৰ তৃতীয় সংখ্য')

(৫) দামোদৰী পন্থৰ সকলক মনত তাপ দিবৰ পৰাহে প্ৰদীপিকাৰ জন্ম হৈছে (প্ৰাগুক্ত)

ইয়াৰ বাহিৰে, বিবিধ প্ৰসংগত প্ৰদীপিকাৰ জন্মৰ ইতিহাসৰ বিবৰণ পোৱা যায়।

বৰদলৈ ডাঙৰীয়াই চৰকাৰী চাকৰি কৰি অসমৰ ইমূৰ-সিমূৰ ঘুৰি সংশ্লিষ্ট অঞ্চলৰ লোকজগতৰ লগত মিলা-মিছাৰ সুযোগ লৈ স্থূল ৰূপটোৰ চাৰিবেৰৰ সিপাৰে অনুসন্ধান কৰাৰ সামৰ্থ্য থকাতো বোধ হয় চেষ্টা কৰা নাছিল। তেওঁৰ সৃষ্টিশীল ৰচনাত গুৰুৰ আৱশ্যকতা, প্ৰায়শ্চিত্ত, ব্ৰহ্মচৰ্য, গাৰ্হস্থ্য আৰু কেৱলীয়া জীৱনৰ দীঘলীয়া বৰ্ণনাই বৈষ্ণৱ ধৰ্মৰ প্ৰতি আনুগত্যৰ কথা প্ৰকাশ কৰাৰ দৰেই নিৰ্মল ভকত, কৃষ্ণদাসী, বৈষ্ণৱী, প্ৰভৃতি চৰিত্ৰ সৃষ্টিয়ে পৰম্পৰাও আস্থাশীল বৰদলৈজনকো দাঙি ধৰে। কোনো কোনো উপন্যাসত তান্ত্ৰিক পদ্ধতিৰ উৰ্ধৰ্ত কৃষ্ণভক্তি মাহাত্ম্য আৰু শ্ৰেষ্ঠত্ব প্ৰতিপাদনৰ যেনেকৈ চেষ্টা আছে তেনেকৈ সংস্কাৰকামী মনৰ বৰদলৈজনকো বিচাৰি পোৱা যায়। অৱশ্যে স্থান বিশেষে সৃষ্টিশীল ৰচনাত

সংস্কাৰকামী মনটো দুৱাৰ ভাঙি ওলাই অহাও দেখা যায়। বিশেষকৈ শৰণ, ভজন, গুৰুসেৱা আদিৰ বৰ্ণনাত। শাক্ত, বৈষ্ণৱ, তান্ত্ৰিক ধৰ্মৰ কথাও সহনশীলতাৰে উল্লেখ কৰিছে। তথাপি শংকৰদেৱ আৰু মাধৱদেৱ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মৰ সমধিক প্ৰচলনৰ বাবেই বৈষ্ণৱ সত্ৰ, নামঘৰ, ভাওনা আদিৰ বৰ্ণনাত বৰদলৈ অধিক আগ্ৰহশীল। যোগৰ সিদ্ধি, সম্মোহন, বশীকৰণ আদি বামাচাৰী সাধন মাৰ্গৰ ইংগিতেৰে নিৰ্মল ভকত, ৰহদৈ লিগিৰী, তাম্ৰেশ্বৰী মন্দিৰ, খাম্বা খুইবীৰ সাধু পৰিপুষ্ট। কলিকতাত পঢ়ি থাকোতে ব্ৰাহ্ম সমাজৰ প্ৰতি আকৃষ্ট হৈছিল যদিও কৃষ্ণ মতবাদক লৈ বিৰোধ হোৱাত ব্ৰাহ্ম সমাজ ত্যাগ কৰে। ১৯০৩ চনত গোলাঘাটত থাকোতে ৰামকৃষ্ণ পৰমহংসৰ প্ৰতিও আকৃষ্ট হৈছিল। পানীৰ চিন ভেটত দেখাৰ দৰে প্ৰদীপিকাৰ পোহৰত বৰদলৈৰ এনে ৰূপ গৱেষকে বিচাৰি পাব। এই পৰ্বতীত থাপিহে প্ৰদীপিকাৰ বিচাৰ সম্ভৱ।

প্ৰদীপিকাত সূচীপাত নাছিল। বৰ্তমানৰ একত্ৰ সংকলনত সূচীপাত এখন যুগুত কৰি দিয়া হৈছে। কেয়োটা সংখ্যাতে দামোদৰদেৱৰ ধৰ্মমতৰ প্ৰাধান্য, দামোদৰ তিথি উদযাপনৰ বা-বাতৰি, সেই উপলক্ষ্যে সভা-সমিতিত পাঠ কৰা প্ৰবন্ধ, বিজ্ঞানৰ বাতৰি, গো-সেৱা, গীতাৰ ব্যাখ্যা, চণ্ডী স্ৰোত্তৰ আৰ্হিত স্তোত্ৰ, শিৱস্তোত্ৰৰ আৰ্হিত দামোদৰ দেৱৰ স্তোত্ৰ, কামৰূপত পোৱা তাম্ৰশাসন, প্ৰেত বিজ্ঞান, সাধন পঞ্চক, হিন্দু আচাৰ তত্ত্ব, দুৰ্গা আৱাহন, গণেশ বন্দনা, ধৰ্ম সম্পৰ্কীয় প্ৰবন্ধ, নীলকণ্ঠ কৃত দামোদৰদেৱৰ চৰিত্ৰ, পদ্য কল্পলতা, শিৱৰাত্ৰি, উপাসনাৰ আদৰ্শ, কৰ্মক্ষেত্ৰত ভগৱান শ্ৰীকৃষ্ণদেৱ, প্ৰাচীন ভাৰতত ৰাজতন্ত্ৰ শাসন, মহাপুৰুষীয়া পথত জাতিভেদ, বৰ্ণ বিজ্ঞান, স্ত্ৰী-শিক্ষা, বাঁহী, ভৱানন্দ পাঠক আৰু অসমীয়াৰ লগত প্ৰদীপিকাৰ তয়াময়া ৰণ, আদিৰ উপৰি বৰদলৈৰ নিৰ্মল ভকত ছোৱা ছোৱাকৈ প্ৰকাশ পাইছিল। প্ৰতিটো সংখ্যা ভটিমা, স্তোত্ৰ, যাদৱ বন্দনা, গণেশ বন্দনা, বাণী বিবোধন, শ্ৰীশ্ৰীগুৰুদেৱ স্তোত্ৰং, ৰূপলহৰী, শ্ৰীশ্ৰীহৰগৌৰী যুগুল মূৰ্তি স্তোত্ৰম, গুৰুবন্দনা আদিৰে আৰম্ভণ।

প্ৰথম সংখ্যা প্ৰদীপিকাত ওলোৱা বাতৰিয়ে বেজবৰুৱাক আহ্লাদিত কৰিছিল। পোৱা কিতাপৰ বিষয়-শিতানত বেজবৰুৱাই বাঁহীত এনেকৈ আদৰণি জনাইছিল, 'অসম প্ৰদীপিকা' নামেৰে এখন মাহেকীয়া কাকত শ্ৰীযুত ৰজনীকান্ত বৰদলৈ (অৱসৰপ্ৰাপ্ত ই-এ-চি) ডাঙৰীয়াই উলিয়াইছে। কাকতখনৰ উদ্দেশ্য ভাল অৰ্থাৎ 'সদ্ধৰ্ম' প্ৰচাৰ কৰা। 'সদ্ধৰ্ম' কথাটোৰ পৰিষ্কাৰ মানে আমি বাস্তৱিকতে ভালকৈ বুজিব পৰা নাই। বোধ কৰোঁ ঘাইকৈ দামোদৰীয়া পন্থী সত্ৰবোৰৰ মত প্ৰচাৰ কৰা। উপযুক্ত হাতত উপযুক্ত বিষয় ন্যস্ত হৈছে দেখি আমি সন্তোষ লাভ কৰিছো। কাকতখনিৰ

আমি দীৰ্ঘ জীৱন কামনা কৰো (১০ম বছৰ ৩য় সংখ্যা)।

ড° বাণীকান্ত কাকতিয়েও প্ৰথম সংখ্যা অসম প্ৰদীপিকা পাই প্ৰাপ্তি স্বীকাৰ কৰাৰ লগতে দুই-এটি মন্তব্য দি প্ৰদীপিকাৰ সম্পাদকলৈ পত্ৰ দিয়াৰ কথা উল্লেখ কৰিছে এনেকৈ—প্ৰথম সংখ্যা 'প্ৰদীপিকা' পাই সম্পাদক ডাণ্ডৰীয়ালৈ প্ৰাপ্তিস্বীকাৰৰ লগত দুই-এষাৰ মন্তব্য লগ লগাই চিঠি লেখাৰ ভিতৰত এই ক্ষুদ্ৰ প্ৰবন্ধ লেখকো এজন।' (বাণীকান্ত ৰচনাৱলী)।

প্ৰচলিত আৰু সৰ্বজন স্বীকৃত বৈষ্ণৱ ধৰ্মৰ মতৰ বিৰুদ্ধে নিজৰ চিন্তাৰ চাকিৰ পোহৰত প্ৰদীপিকাই "অমানিত্বম আৰু অদম্ভিত্বম' ভাবেৰে হ'লেও মতামত প্ৰকাশ কৰাত সেই সময়ৰ বৌদ্ধিক জগতত আলোড়ন সৃষ্টি হৈছিল। প্ৰদীপিকা পক্ষক নিৰস্ত্ৰ কৰিবৰ বাবে 'বাঁহী' যেনেকৈ আগবাঢ়ি আহিল তেনেকৈ ব্যংগ আৰু বিদ্ৰূপৰ 'চেঙা তেল জৰা বেজ হৈ' বেজবৰুৱাৰ পালি সেনাপতি এজনো আগবাঢ়ি আহিছিল ভবানন্দ পাঠকৰ বিভূষা লৈ। 'জোনাকী'ৰ সম্পাদনাৰ ভাৰ লোৱাৰ সময়তে কৃপাবৰ বৰুৱাৰ জন্মৰ দৰে প্ৰদীপিকাৰ জন্ম-লগ্নই অসমীয়া সাহিত্যত ভবানন্দ পাঠকৰ জন্ম দিলে। প্ৰদীপিকাই প্ৰথম বছৰ ১১শ সংখ্যাত ঘোষণা কৰিলে— "আমি বৰ সুখী হৈছো যে প্ৰদীপিকাৰ লিখাৰ পৰা ভবানন্দ পাঠকৰ অৱতাৰ হ'ল। পাঠকদেৱে ঢেৰ পুৰণি তথ্য ঘাটি অসমবাসীক সুখী কৰিছে।" তেনেকৈ 'অসমীয়া' কাকততো প্ৰদীপিকাৰ মতৰ বিৰুদ্ধ সমালোচনা হৈছিল। প্ৰদীপিকাৰ বিবিধ বাতৰি আৰু সমালোচনা শিতানত বৰদলৈ ডাণ্ডৰীয়াই কৈছিল "পোন জুইকুৰা 'অসমীয়াই'হে ১০ আৰু ১৭ ব'হাগৰ কাকতত জ্বলাইছে। প্ৰদীপিকাই সেই জুইকুৰাত পানী ঢালি দি স্নিগ্ধ বিমল দীপৰ পোহৰ দেখুৱাবলৈ কাৰবাৰ কৰিছে। যদি দীপৰ পোহৰকে জুই বুলি আশংকা কৰিছে তেন্তে নিশ্চয় আমাৰ এইজনা বন্ধুৰ জলাতংকৰ পৰিৱৰ্তে অগ্ন্যাতংক উপস্থিত হৈছে। সেইবাবে বেচেৰী প্ৰদীপিকা দায়ী হ'ব নোৱাৰে। (প্ৰথম বছৰ, ৩য় সংখ্যা)।" গতিকে প্ৰদীপিকাৰ পক্ষলৈ আঙুলি টোৱাই অনাহক বাক-বিতণ্ডাৰ সামৰণি মাৰিবলৈ যিসকলে কলম হাতত লৈছিল সেই পক্ষৰ প্ৰতি প্ৰদীপিকাই এনেকৈ কৈছে— "এইবাৰ ৭ম সংখ্যা বাঁহীত হাই-উকমি-খিকিন্দালিৰে ভৰা। প্ৰদীপিকাক তিনিফালৰ পৰা তিনিজনে জোকাইছে। পূবে নাম লুকুৱা এজন নিনাও, পচিমে আমাৰ বন্ধু বেজবৰুৱা, সোঁমাজতে শ্ৰীযুত কোনোবা ভবানন্দ পাঠক (প্ৰদীপিকা, ১ম বছৰ, ৭ম সংখ্যা)।" উল্লেখযোগ্য নিনাওজনে ১০ম বছৰ ৭ম সংখ্যা বাঁহীত দামোদৰীয়া পন্থৰ মহন্ত বুলি পৰিচয় দি এখন সুদীৰ্ঘ-পত্ৰ লিখিছিল শাস্ত্ৰৰ বিবিধ উদ্ধৃতি দি।

প্ৰদীপিকা পক্ষৰ পালি সেনাপতি হ'ল ঘাইকৈ যশস্পতি শৰ্মা আৰু ঘনশ্যাম দেৱশৰ্মা। দুয়োটাই ছদ্মনাম। যশস্পতি শৰ্মা হ'ল 'সুৰ-পৰিচয়'ৰ স্ৰষ্টা কীৰ্তিনাথ শৰ্মা বৰদলৈ। অৱশ্যে যশস্পতি শৰ্মাই প্ৰদীপিকাত আঁৰ-কাপোৰৰ আঁৰৰ পৰা পৰিচয় দিছে এনেকৈ—"যশস্পতি বেনামী নাম নহয়। কামৰূপ জিলাৰ বড়ীগোগ মৌজাত আমাৰ ঘৰ। নলবাৰীৰ পৰা অগ্নিকোণৰ ১১-১২ মাইলমান আহিলে আমাৰ ঘৰ পায়। সংস্কৃত অধ্যাপনা আমাৰ ব্যৱসায়। (প্ৰথম বছৰ দ্বাদশ সংখ্যা)।" যশস্পতি শৰ্মা যে সংস্কৃত পণ্ডিত সেই কথা তেওঁৰ প্ৰায়বোৰ ৰচনাত সংস্কৃতিৰ উদ্ধৃতিয়ে প্ৰমাণ কৰে। সেয়েহে বেজবৰুৱাই বিদ্ৰূপেৰে কৈছে, "তেওঁৰ মুখ-খৰাহিত সংস্কৃত শ্লোকৰ বাও (বাহী, ১০ম বছৰ ৭ম সংখ্যা)।" কিন্তু শাস্ত্ৰৰ বিৰূপ ব্যাখ্যা আৰু তাৰ যুক্তিত অতিষ্ঠ হৈ বেজবৰুৱাই কৈছিল, "আপোনাৰে-আমাৰে এই ফেৰাই প্ৰথম আৰু শেষ কথা-বাৰ্তা। ইয়াৰ পিছত প্ৰদীপিকাত অৰ্থাৎ যশস্পতিৰ পিছত বনস্পতি, বনস্পতিৰ পিছত অনুক্ৰমে বৃহস্পতি ওলাই আমাক personal attack কৰি থাকিলেও আমি আওকাণ কৰি থাকিম বুলি ভাবিছো। সেইবাবে পতিসকলে পতি-পুত্ৰ সমন্বিতে আমাক হাৰিল, ভাগিল, পলাল যি বোলে বুলি থাকিব পাৰিব (বাঁহী, ১০ম বছৰ ৭ম সংখ্যা)।" ঘনশ্যাম দেৱশৰ্মা সম্পৰ্কে ড° মহেশ্বৰ নেওগে 'বাণীকান্ত ৰচনাৱলী'ৰ আগকথাত কৈছে— "ঘনশ্যাম দেৱশৰ্মা নাম লৈ এজনে অধ্যাপক শ্ৰীবাণীকান্ত কাকতিৰ পুৰণি অসমীয়া সাহিত্য" শীৰ্ষেৰে অলপ ৰুক্ষ সমালোচনা কৰাত.... (ভূমিকা .১৬)।

বাঁহী-প্ৰদীপিকাৰ যুঁজখনৰ বৰ্তমান মুখত প্ৰাসংগিকতা নাই। যুযুৎসুসকলে সেই যুদ্ধৰ পৰা কি পালে কি থ'লে সম্প্ৰতি বিষয়ান্তৰ্গত হ'লেও সেই যুদ্ধৰ ফলত 'বাঁহী'ত ব্যংগ-বিদ্ৰূপৰ নিগুটি অসমীয়া ঠাঁচ এটিৰ ভৰসুঁতি ওলাইছিল। দ্বিতীয়তে ভবানন্দ পাঠকৰ নিব ধাৰলীত বিজুলী নামৰ প্ৰবন্ধাৱলীৰ প্ৰকাশ। ইয়াৰ যোগেদি ভবানন্দ পাঠকৰ 'জ্ঞান বিজ্ঞান তৃপ্তাত্মা' ৰূপটি ফৰিংফুটা হৈ উঠিল আৰু লগতে The Mother Goddess Kamakhya, Visnuvite Myths and Legendৰ দৰে গৱেষণা-কৰ্মও সেই পোহৰত জিলিকি উঠিল। পাঠকে প্ৰদীপিকাই তৰা বৈষ্ণৱ ধৰ্মৰ কুঁৱলিৰ তাঁতখন আঁতৰাবলৈ যত্ন কৰিছে বেদ-বেদান্ত, দাক্ষিণাত্যৰ বৈষ্ণৱসকলে লিখা জ্ঞান গৌৰৱান্বিত ভৰুণ সমালোচনাৰে। এই সমালোচনাৰ অন্তৰ্লীনত থকা ব্যংগ আৰু বিদ্ৰূপে প্ৰতিপক্ষক পেঁপুৱা লগালে। এফালে বেজবৰুৱাৰ বাঁহীৰ গা বেজবেজাই যোৱা ভাষা, নিষ্ঠুৰ সমালোচনাত ব্যংগ আৰু লগতে আভিজাত্যৰ চিন, ভবানন্দ পাঠকৰ জ্ঞান বাৰিধি, আৰু প্ৰদীপিকাৰ গ্ৰামীণ সৰলতাৰ যুদ্ধখনত তিক্ততা

আছিল যদিও কুষাৰি ভাবৰ পৰা কিন্তু আঁতৰত। সেয়েহে ড° কাকতিয়ে এই যুদ্ধক 'অজা যুদ্ধ' বুলিছে। প্ৰতিটো বিতৰ্কত বাঁহী-প্ৰদীপিকাই বন্ধু-বান্ধৱ সম্বোধনহে কৰিছিল। যুযুৎসুসকলৰ যুদ্ধই অসমত প্ৰচলিত বৈষ্ণৱ ধৰ্মৰ লাইখুঁটা অধিক দৃঢ়ীভূত কৰিলে। ড° নেওগে 'বাণীকান্ত ৰচনাৱলী'ত কৈছে— "এই লেখাবোৰত তৰ্ক-বিবাদৰ তিক্ততা আছে, তাৰ ভিতৰত সমাজৰ পিছ পৰি থকাসকলৰ অধিকাৰ প্ৰতিপাদন কৰা বৈষ্ণৱ ধৰ্মৰ উদাৰনৈতিকতা দৃঢ়ীভূত হৈ পৰিল বহুত দিন জোৰা এই সংগ্ৰামৰ পৰা (ভূমিকা, পৃ. .১৮)।" এইবোৰেই বাঁহী-প্ৰদীপিকাৰ অজা যুদ্ধৰ সাঁচতীয়া চুমহিৰ একোডোখৰ চেঁকুৰা সোণ, পেলাই নিদি আস্তিকেৰে বুটলি থ'ব পৰা সাঁচতীয়া ধন। অজা যুদ্ধ হ'লেও ক্ৰিয়া লঘু নহয়। প্ৰথম সংখ্যা প্ৰদীপিকা পাই বেজবৰুৱাই কাকতখনৰ ভাষা আৰু বিষয়-বস্তুৰ অপব্যাখ্যা সম্পৰ্কে কঠোৰ হৈছিল আৰু সদ্যোজাত কাকতখনৰ ভুল উনুকিয়াই দিছিল। কিন্তু প্ৰদীপিকাৰ 'Spirt বা গঢ়' দেখি 'ধৰিলন্ত যুদ্ধকাচে' বুলি ভাই-ভাগীৰে 'civil war' আৰম্ভ কৰাত বাঁহীয়ে ব্যংগ-বিদ্ৰূপৰ আঁৰিয়া জলালে এনেকৈ—

বৰদলৈয়ে তেওঁৰ কাকতত কুঁৱলিৰ তাঁতখন ভালকৈয়ে তৰিছে। তাত দুইফলীয়া কথাৰ দীঘ-বাণীৰে তেওঁ হুবহুব কৰে মাকো চলাব লাগিছে। স্বদেশীৰ দিনত এইটোও এটা ভাল স্বদেশ হিতৈষিতা (১০ম বছৰ ৭ম সংখ্যা)।

শ্ৰুতি আৰু আন আন হিন্দুশাস্ত্ৰ hearsay নেকি? বৰদলৈৰ পৰা এটা ruling পালে বাৰ্তো (ঐ)।

প্ৰদীপিকা এচকুৱা নহৈ দুচকুৱা হ'লে আমি সন্তোষ পাম (১০ম বছৰ ৩য় সংখ্যা)।

শিক্ষিত ডেকাসকল Priest craftঅৰ Vested interestঅত কোব পৰাৰ ভয়ত ওলোৱা বাক্যৰ জালেৰে মেৰোৱা কথাত মোহ নাযাবাহঁক (১০ম বছৰ ৩য় সংখ্যা)।

আবতৰত কেণা বেঙেনাৰ ব্যৱস্থা, জাৰকালি চেঁচা পানীৰ আৰু জহকালি তপত পানীৰ ব্যৱস্থা, দিনে-ৰাতিয়ে অশাস্ত্ৰীয় মতে চলি শাস্ত্ৰীয় মত, শাস্ত্ৰীয় মত বুলি ডিঙি ভাঙোতাসকলেহে কৰা দেখা যায় (১০ম বছৰ, ৪ৰ্থ সংখ্যা)।

.....দামোদৰদেৱে অনুবাদৰ ওচৰলৈকে নগৈ নতুনকৈ কিবা original পুথি ৰচনা কৰি তেওঁৰ সেৱকসকলক দি গৈছে সেইদেখি তেওঁলোকে শ্ৰীশংকৰদেৱৰ অনুবাদ পুথিকেইখন আন গ্ৰন্থকাৰৰ সাহিত্যৰ কৰণিত তুলি থৈ দি তেওঁলোকৰ কৰ্তব্য পালন কৰিছে। বোলোহে vanity? তুমি কিমান দূৰ যাবা? (১০ম বছৰ ৪ৰ্থ সংখ্যা)।

বৰদলৈৰ বিশুদ্ধ সিদ্ধান্ত পঞ্জিকাৰ সিদ্ধান্ত আৰু এটি যে শংকৰদেৱে প্ৰথমবাৰ তীৰ্থ কৰিবলৈ গৈছিল অতি কমেও ৫০ বছৰ বয়সত।...আমি কওঁ তথাস্তু। এই নতুন পঞ্জিকা ঠিক চলিব (১০ম বছৰ ৮ম সংখ্যা)।

...পাঠক কেনে যুক্তি দেখিলা। প্ৰদীপিকাৰ লেখকে বা প্ৰদীপিকাই যেতিয়া সেইটো সকৰে পৰা জানি আহিছে, সেইটোৱেই ডাঙৰ যুক্তি আৰু কি লাগিছে? তেওঁলোকে যুদ্ধ জিকিলে! হেৰ কোন আছ ডবা কোবাই দে (১০ম বছৰ ১১শ সংখ্যা)।

বন্ধুবৰ শ্ৰীযুত ৰজনীকান্ত বৰদলৈয়ে যদি এনেবোৰ rubbish আবৰ্জনাকে ছপাই উলিয়াবলৈ তেওঁ প্ৰদীপিকা উলিয়াইছে তেন্তে তেওঁক আমি বন্ধুভাৱে কওঁ শীঘ্ৰে কাকত বন্ধ কৰিবলৈ (১০ম বছৰ ৪ৰ্থ সংখ্যা)।

বৰদলৈৰ সৈতে ধৰ্মৰ বিষয়ে তৰ্ক বা বাদানুবাদ আজিৰ পৰা নকৰো বুলি থিৰ কৰিছো। প্ৰথমটো কাৰণ ...দ্বিতীয়টো ...তৃতীয়টো বৰদলৈয়ে আজি ২৬ বছৰে শৰণ-ভজন লোৱাৰ নিমিত্তে তেওঁৰ ধৰ্মজ্ঞান আৰু শাস্ত্ৰজ্ঞান ইমানকৈ টুলটুলীয়া হৈ পকিছে যে দুই যুটীয়া জ্ঞানৰ বৰকৈ পকা-গাঁৰটোত আঙুলি পৰিলেই তেওঁ চিৰিংকৈ উঠে। শেহত এটা কুকাণ্ড মাণ্ড হ'বৰ সম্ভৱ (১০ম বছৰ ৭ম সংখ্যা)।

ড° বাণীকান্ত কাকতিয়ে প্ৰথম সংখ্যা প্ৰদীপিকা পাই দশম বছৰ ৬ষ্ঠ সংখ্যা বাঁহীত 'সমালোচনা ঃ বুৰঞ্জীৰ সম্ভাব্য সম্ভাৱনা' শীৰ্ষক এটি প্ৰবন্ধ লিখিছিল। ইতিমধ্যে সম্প্ৰতি 'পুৰণি অসমীয়া সাহিত্য'ত সন্নিৱিষ্ট 'নামঘোষা' প্ৰবন্ধটি চেতনা কাকতত প্ৰকাশ হৈছিল। ঘনশ্যাম দেৱশৰ্মাই 'অধ্যাপক শ্ৰীবাণীকান্ত কাকতিৰ পুৰণি অসমীয়া সাহিত্য' শীৰ্ষক এটি সমালোচনা অষ্টম সংখ্যা প্ৰদীপিকাত লিখে আৰু দশম সংখ্যাত প্ৰবন্ধটো সামৰে। ড° কাকতিয়ে নবম সংখ্যা প্ৰদীপিকাত তাৰ উত্তৰ দিছিল। ইয়াৰ পিছত ড° কাকতিয়ে নামৰ সন্মুখত ভৱানন্দ পাঠকৰ আঁৰ-কাপোৰখন তৰি প্ৰদীপিকাৰ নিন্দাবাদ আৰু বিকৃত ব্যাখ্যা তীক্ষ্ণ শাণিত ভাষাৰে প্ৰতিবাদ কৰিবলৈ 'বিজুলী'ৰ শীৰ্ষকেৰে বাঁহীত প্ৰবন্ধ লিখি বেজবৰুৱাৰ পালি সেনাপতি হৈ যোগ দিয়ে। 'বিজুলী' নামটিৰো বুৰঞ্জীৰ এপিঠি আছে। বৃহদাৰণ্যক উপনিষদৰ দ্বিতীয় অধ্যায়ত 'বিদ্যুতি তেজোময়ঃ অমৃতময়ঃ' আৰু এই তেজোময় অমৃতময়জনেই 'সযোঽয়মাত্মেদমৃতমিদং ব্ৰহ্মেদ সৰ্বং' বুলি উল্লেখ থকাৰ বাবেই কাকতিৰ 'বিজুলী' শিৰোনামৰ তাৎপৰ্য হ'ব পাৰে। 'বিজুলী'ৰ প্ৰবন্ধবোৰ সমালোচনা সাহিত্যৰ "মধ্বস্যৈ" (তু মধ্বস্যৈ বিদ্যুতঃ সধানি ভূতানি।) ইয়াত পাঠকৰ 'জ্ঞানম সবিজ্ঞানম' ৰূপটি যেনেকৈ প্ৰকাশ পাইছে ভাষাৰ অফলাভগা ৰূপটিয়ে ব্যংগ-বিদ্ৰূপকো মনোৰম

শৈলীৰ চানেকিলৈ ৰূপান্তৰ হৈছে—তেনে দুই-এটি মুকুতাৰ মালা অসমীয়া সমালোচনা সাহিত্যৰ পাতত পিন্ধাব পৰা। সেই মালাৰ দুই-এটি ফুল আগবঢ়ালো—

অসমীয়া ৰাইজ চিৰকাল দুধছাগুৰ ব্যৱস্থাতে নেথাকিব। অলপ টান খাদ্য খাবলৈ প্ৰস্তুত হওক। অলপ চকু মেলি চাওক, পুৰাণ, তন্ত্ৰ আদি নিজেও অলপ মেলি চাওক (বাণীকান্ত ৰচনাৱলী)।

বৰদলৈৰ দ্বিতীয় দীঘলীয়া খোজ হৈছে ভূএগ্ৰা আৰু কোচ ৰজাসকলৰ সম্বন্ধ নিৰ্ণয় কৰাত সম্পাদকে বন হাবি জুৰি দীপিকাৰ পোহৰত অসমীয়া ৰাইজক প্ৰকৃত চিত্ৰ দেখুৱাবলৈ চেষ্টা কৰিছে, কিন্তু other side of the picture বিজুলীৰ পোহৰত ৰাইজে দেখোক (বা.কা.ৰ,)।

শাস্ত্ৰৰ ভিতৰতো লুকালুকি খেলা আছে। বৰদলৈদেৱেও এই লুকালুকি প্ৰণালী ঠায়ে ঠায়ে নিয়োগ কৰিবৰ সূত্ৰপাত কৰিছে।

..... নানা শাস্ত্ৰ আলোচনা কৰি খাবলৈ নোপোৱা এমুঠি অসমীয়াৰ মাজত apostle of caste-hatred জাতীয় বিদ্বেষৰ আগৰণুৱা হৈ কি unenviable greatness লভিবৰ প্ৰলোভন হ'ল। হায়ৰে বিভীষণৰ শপথ!! (বা.কা.ৰ,)।

বিশাল ভাৰতৰ প্ৰশান্ত ধৰ্মত fanaticism-অলৈ বাট মুকলি নাই (বা.কা.ৰ,)।

শাস্ত্ৰ বাৰিধি বৰদলৈদেৱে চাকাৰ্হ্ৰৰ খেল নকৰি অলপ look before and after কৰিলে ভাল হয় (বা.কা.ৰ,)।

বাস্তৱিকেই 'প্ৰদীপিকা'ৰ কিছুমান childish যুক্তি আৰু তৰ্ক দেখি .... বেদাভ্যাসজড়ো বৰদলৈদেৱৰ পৰা আহিব নোৱাৰে। 'প্ৰদীপিকা'ৰ লেখক বাস্তৱিকে বৰদলৈদেউনে কোনোবা পণ্ডিত নন্দন টিকনিধৰ শৰ্মা ? যি হওক গোত্ৰ হৰালে কাশ্যপ গোত্ৰীয় হোৱাৰ নিচিনা নাম নোহোৱা প্ৰবন্ধবোৰ সম্পাদক গোত্ৰীয় বুলি ধৰিব পাৰি (বা.কা.ৰ,)।

..... আউল ভাঙিব নোৱাৰি 'দীপিকা'ৰ এজন লেখকে পেটৰ বিষত এবাৰ দৰব ব্যৱস্থা কৰি কবিৰাজী শাস্ত্ৰৰ দোহাই দি চৰিত লেখক গোটেইকেইজনকে উৰুৱাই দিলে (বা.কা.ৰ,)।

যি হওক বৰদলৈদেৱে কথাৰে লয়যোগৰ উল্লেখ কৰিলেও কাৰ্যত মুষ্টিযোগ অভ্যাসহে কৰিছে। যোগত অলপ উঠিছেও (বা.কা.ৰ,)।

সম্প্ৰতি যশস্পতিয়ে ত্ৰিকালজ্ঞ মুনিৰ দোহাই দি গণনা কৰি এ বাম মিলেনা বুলি চিঞৰিছে (বা.কা.ৰ,)।

যশস্পতিৰ টোকাৰিৰ কোবত যেনেকৈ হিন্দু শাস্ত্ৰৰ ভাববোৰ ফুটি ওলাই

মূর্তিমতী 'বাইজী' হৈ নাচে তেনেকৈ আন কোনেও ফুটাই তুলিব নোৱাৰে (বা.কা.ৰ,)।

বচনবোৰ যদি যশস্পতিয়ে ঠিকঠাককৈ মাতে তেনেহ'লে ৰাইজে ভাবিব এখেত অগাধ পণ্ডিতেই, যদি বেসুৰা হয় তেনেহ'লে ৰাইজে ভাবিব যে আত্মবিনোদন থিয়েটাৰৰ মোশ্যন মাষ্টৰ ভোলায়ে পণ্ডিতৰ সাজেৰে এইটো নতুন বহুৰাহে ভাওনাঘৰৰ সভাত নমাইছে (বা.কা.ৰ,)।

ইয়াৰ উপৰি বিজুলীৰ প্ৰবন্ধবোৰৰ শিৰোনামত ব্যংগ-বিদ্ৰূপৰ অনুৰণিত ৰূপ এটিও পোৱা যায়। শিৰোনামবোৰ হ'ল—

চৈতন্য-দামোদৰ সমাগম লীলা, যশস্পতি বাপুৰ খেমটা, 'হাকিমী চাল'ৰ অস্ফুট বিড়ম্বনা, 'হালোৱা' শংকৰ আৰু 'কোৰ' দামোদৰ, বৰদলৈদেৱৰ ওচৰত ক্ষমা মাগনি, দ্বিজ ৰমানন্দৰ সাক্ষ্য, বৃহৎদলৈৰ বৃহৎ সমস্যা, যশস্পতিৰ বাম মিলেনা, ভোলাই শৰ্মাৰ আত্মবিনোদক থিয়েটৰৰ দল, যশস্পতিৰ টোকাৰি, গণ্ডাৰ-মূৰীয়াৰ বহুৱালি, যুঁজাৰু দলৈৰ দৈতাৰি ঢাল, বৰদলৈ বাহিনী চাকি দেৱী, টেঙৰ বৰদলৈ আৰু অগাধ যশস্পতি, বৰদলৈ চিগাৰেট, পুৰুষোত্তম বৰদলৈদেৱ, নৱপঞ্জিকা ফলাফলং আদি।

প্ৰদীপিকাই সন্তুলিত গদ্যৰ মাজেদি পৰিহাসৰ যি ধনুৰ্বাণ জুৰিছিল তাত সৰলতা আছে, আভিজাত্য নাই। আছে পোনপটীয়া অজটিল ব্যংগ আৰু বক্ৰাঘাতৰ হনা। যশস্পতি শৰ্মা আৰু ঘনশ্যাম দেৱশৰ্মা প্ৰদীপিকাৰ সোঁবাহু-বাওঁবাহু দুয়োটা। প্ৰদীপিকাৰ পৰা লুৰুকি অনা কেইটামান উদাহৰণ—

প্ৰদীপিকাৰ বৰ সৌভাগ্য যে এইবাৰ ইয়াৰ পোহৰে গোটেইখন 'অসমীয়া' কাকতকে জলক-মলক লগাই দিছে (১ম বছৰ ৩য় সংখ্যা)।

শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াৰে সৈতে আমি ধৰ্ম সম্বন্ধে দুই-চাৰি সাৰ কথা আলোচনা কৰিবলৈ অসম্মত নহওঁ যদি তেখেতে কথাৰ পোনপটিৰে যায়। তেখেতে যদি পোন পটিয়ে নগই টেঁৰা-বেঁকা বাটহে লয় তেন্তে তেখেতৰ লগতো আমাৰ আলোচনাৰ আৱশ্যক নকৰিব। আমি আমাৰ বাটে[২] গৈ থকিম তেখেতে তেখেতৰ বাটে[২] বাঁহী বজাই গৈ থাকক আমাৰ তাত হানী বা ওজৰ আপত্তি নহ'ব (১ম বছৰ ৩য় সংখ্যা)।

আমি আমাৰ মত লেখি থাকিম তেখেতে তেখেতৰ মতৰ গৎটো বাঁহীত বজাই গৈ থাকিব। (১ম বছৰ ৩য় সংখ্যা)।

বাঁহীৰ আৰম্ভণতে এই সুৰৰ গীতটিত[১] আমি মুগ্ধ হৈছোঁ। ইয়াৰ কাৰণ এই যে

১ *'অসমীয়া'ত প্ৰকাশিত 'সমাজ শীৰ্ষ' প্ৰবন্ধৰ প্ৰতিবাদ স্বৰূপে।*

২. *মাৰ্কণ্ডেয় পুৰাণৰ দেৱী মাহাত্ম্যৰ এটি শ্লোক আৰু সেই শ্লোকৰ অনুবাদ বাঁহীৰ ১০ম বছৰ ৩য় সংখ্যাত প্ৰকাশ হৈছিল।*

বোপাইক মতাৰ আগেয়ে আমাৰ সাদৰী বাঁহীয়ে আইক আগেয়ে মাতিছে। আইৰ চৰণত আগেয়ে কাৰুণ্য দেখুৱাইছে......মৰমৰ বাঁহী! প্ৰাণৰ বাঁহী! এনেকুৱা দুই-এটি গীতও গাবা (১ম বছৰ ৩য় সংখ্যা)।

কাকতিদেৱে উপদেশ দিছিল যে বেনামী প্ৰবন্ধ ছপা কৰা নীতি বিগৰ্হিত কাম...... কিন্তু আমাৰ মৰমৰ বাঁহীয়েনো সেই উপদেশটি কেলেই নল'লে আমি কাকতিদেৱক সুধিব পাৰোনে? (১ম বছৰ ৭ম সংখ্যা)।

পাঠকদেৱ ...আপুনি মৃদু যুদ্ধ ভাল নাপায় আপুনি ভাল পায় বাঘে বাঘে বা সিংহে সিংহে কৰা যুঁজ চাবলৈ অথবা তাহানিখনৰ ৰোমৰ Gladiatorıt fight আৰু ইংৰাজী শব্দ দুটা ওলাল। ক্ষমা কৰিব। এই শব্দ দুটা আপুনি আপোনাৰ কোনো ইংৰাজী জনা বন্ধুৰ হতুৱাই তৰ্জমা কৰাই ল'ব দেই। পাঠকদেৱ আপোনাৰ সৈতেও আমি বাদানুবাদ ত্যাগ কৰিলো। আমাৰ বাটে বাটে আমি গৈ থাকিম। আপোনালোকৰ বাটে বাটে আপোনালোক গৈ থাকক। (১ম বছৰ ৭ম সংখ্যা)।

১২ ডিচেম্বৰৰ অসমীয়া কাকত পঢ়ি পালো যে শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা আৰু আমি এই দুই বুঢ়াৰ বাঁহী আৰু প্ৰদীপিকাত দ্বন্দ্ব দেখি আমাৰ হেনো কলিকতাত থকা কলেজত পঢ়া ছাত্ৰৰ বন্ধুসকলে (সকলোৱেইনে?) অকল প্ৰদীপিকাৰ ওপৰত অভিযোগ কৰিবলৈ ওলাইছিল। ...যদি ছাত্ৰৰ বন্ধুসকলে, মোৰ গোকুলৰ কানাইসকলে judgement pass নকৰাকৈ নোৱাৰে তেন্তে আমি দুয়ো বুঢ়াকেই বেয়া বোলক। সিও ভাল (১ম বছৰ ৭ম সংখ্যা)।

বাঁহীক কথা-বাৰ্তা পাতিবলৈ আমি মাতি অনা নাই আৰু শহাকৰ্ণীয়া হবলৈকো কোৱা নাই। দ্বিতীয় সংখ্যাৰ প্ৰদীপিকা দেখি সিংহৰ বিক্ৰমে কমৰ কছি নিজেহে আহিছিল। আমাৰ সম্বন্ধে তেওঁৰ আৱাহন বিসৰ্জ্জন শূন্য পদাৰ্থ। তেওঁ সম্বলপুৰত আছিল নে জব্বলপুৰত আছিল তাৰো খবৰ ৰখা নাছিলো। ... বাঁহীয়ে কৃপাবৰ বৰুৱাৰ ওভোটনীকে গাওক বা গোপাল ভাৰৰ খটাঙ্গ পুৰাণৰ শাৰীত থকা কিতাপৰ কথাকে গাওক তাত আমাৰ বাধা বিঘিনি নাই। (১ম বছৰ ৮ম সংখ্যা)।

*বাঁহীৰ শব্দৰ আৰু প্ৰদীপিকাৰ পোহৰৰ পিছে পিছে যোৱা ইংৰাজী নজনা আৰু* ঠেঙা, কোট বা ছাপকন, টুপি ইত্যাদি সাজেৰে সৈতে একো এলেকা নৰখা আমাৰ নিভাজ-নিখুত শ্ৰীযুত ভৱানন্দ পাঠকদেৱৰ দাখন প্ৰদীপিকাৰ পোহৰত বিজুলীৰ দৰে মাজে মাজে চিকমিক কৰি উঠা দেখিবলৈ পাইছো। (১ম বছৰ ১১ সংখ্যা)।

কেচুৱা ল'ৰাৰ হাতত খুৰ এখন দিয়া যেনে দা চলাব নজনাৰ হাতত দলা চিকাৰ

কৰিবলৈ দা এখন দিয়াও তেনে। (১ম বছৰ ১১ সংখ্যা)।

শিৰোনাম বা ছেদ-অনুচ্ছেদবোৰতো অজা যুদ্ধৰ হনা এটি আছে—যেনে, বঁহীয়া সম্প্ৰদায়ৰ মাৰলি, বেজবৰুৱা ডাঙৰীয়াৰ বুৰঞ্জীবোধ, বন্ধুবৰৰ কৈফিয়ৎ, পাঠকদেৱৰ সদৰি বিভাগ, বেজবৰুৱা ডাঙৰীয়াৰ U.N.Das আৰু ভৱানন্দ পাঠকৰ টিটেনীয়া দেৱী, কলমবাজ বেজবৰুৱা, উকা শব্দ, আমি সৰ্বজ্ঞ, সূত খেমটাৱালী, চাতুৰিমা, বলৰামৰ প্ৰায়শ্চিত্তম, আমালৈ বৰ মৰম, শ্ৰীমান বোপাটি, কোৰ দামোদৰ, আমাৰ ওচৰত পাঠকদেৱৰ ক্ষমা মাগনি, ভট্টদেৱ আৰু এই দীনহীনজন ইত্যাদি।

যশস্পতি শৰ্মা আৰু ঘনশ্যাম দেৱশৰ্মাৰ উপৰি আন লেখকসকল হ'ল যোৰহাটৰ ধীৰেশ্বৰ ভট্টাচাৰ্য, পাটবাউসী সত্ৰৰ ৰামদেৱ গোস্বামী, সাহিত্য-সংস্কৃতি, বেহাবেপাৰ আদি সকলো বিষয়তে অসম আৰু অসমীয়াৰ সৰ্বতো প্ৰকাৰৰ উন্নতি কামনা কৰি পদ্মনাথ গোহাঞিবৰুৱাৰ উষাত 'আমাৰ উন্নতিৰ মূল' এলানি প্ৰবন্ধ লিখা লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী,* নীৰৱ সাহিত্যসেৱী 'কৃষক' কাকতৰ সম্পাদক নাৰায়ণচন্দ্ৰ বৰুৱা (এওঁ উষাত কেইবাটাও প্ৰবন্ধ লিখিছিল), পণ্ডিত হেমচন্দ্ৰ গোস্বামী, আনন্দৰাম চৌধুৰী ('উষা'ত কবিতা লিখিছিল), ভৈৰৱচন্দ্ৰ খাটনিয়াৰ, কমলেশ্বৰ চলিহা, দক্ষিণপাট সত্ৰৰ বৰভাগৱতী টংকেশ্বৰ দেৱ বৰভাগৱতী, দতৰাৰ ব্ৰহ্মময়ী চতুষ্পাঠীৰ শিৱনাথ দেৱ শৰ্মা বুজৰ বৰুৱা, পঞ্জাব বিশ্ববিদ্যালয়ৰ শাস্ত্ৰী উপাধিৰ এজন পৰীক্ষাৰ্থী, গুৱাহাটীৰ শিলপুখুৰীৰ বেথাৰাম অধ্যাপক, কলিয়াবৰৰ শ্ৰীশ্ৰীদেৱ সত্ৰৰ কণকচন্দ্ৰ দেৱ শৰ্মা ভাগৱতী, মংগলদৈৰ লোকনাথ গোস্বামী, যোৰহাটৰ দেৱেন্দ্ৰনাথ চক্ৰৱৰ্তী, বাহজানি সাৰদা চতুষ্পাঠীৰ শম্ভুনাথ শৰ্মা স্মৃতি-তীৰ্থ আৰু দামোদৰ হাজৰিকা, বেলশৰৰ ককৰা চতুষ্পাঠীৰ পূৰ্ণচন্দ্ৰ ব্ৰহ্মচাৰী, গৌৰীপুৰৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠীৰ ভূদেৱ গোস্বামী আৰু ভৱেন্দ্ৰ নাৰায়ণ গোস্বামী, 'কুঁহি' কবিতা পুথিৰ লেখক লক্ষেশ্বৰ শৰ্মা বৰুৱা আদি। মহিলাৰ ভিতৰত যমুনেশ্বৰী খাটনিয়াৰৰ তিনিটা কবিতা প্ৰকাশ পাইছিল—দীপ্তি, দান আৰু গীত নামেৰে।

ইয়াৰ উপৰি খিলীয়া তুলাপতীয়া লেখক দুই-এজনো ওলাইছিল। সেইসকলৰ অধিকাংশই প্ৰদীপিকা পঁয়া লাগি মৃত্যু হোৱাৰ লগে লগে অনুশীলন এৰা দেখা গ'ল। প্ৰদীপিকাই সমাজ জীৱনৰ সকলো দিশ সামৰিবলৈ যত্ন কৰিছিল যদিও সধৰ্ম প্ৰচাৰ ঘাই উপজীব্য হোৱাত তীক্ষ্ণধী নিৰপেক্ষ বিচাৰ অন্তৰ্হিত হোৱা দেখা যায়। বিজ্ঞানসম্মত পদ্ধতিতকৈ লেখকসকলৰ নিজৰ চিন্তাৰ চাকিৰ পোহৰ বিলাবলৈ

*. *ভাগৱতীয়ে 'আসাম গোয়ালপাড়া এবং আসামী ভাষা' নামৰ পুস্তিকাখনত প্ৰকাশিত 'স্মৰণাতীত কাল হইতে গোয়ালপাড়া বংগদেশের অধীন' কথাৰ তীব্ৰ প্ৰতিবাদকল্পে উষাত প্ৰবন্ধ লিখিছিল।*

তৎপৰ হোৱাত প্ৰবন্ধসমূহ উচ্চস্তৰলৈ উঠিব নোৱাৰিলে। আখৰ-জোঁটনিতো প্ৰদীপিকাই বিধিবদ্ধ নীতি-নিৰ্দেশনা মানি চলা নাছিল। আনকি প্ৰথম সংখ্যা 'অসম প্ৰদিপীকা' ৰূপতহে ছপা হৈছিল। দ্বিতীয় সংখ্যাৰ পৰা 'অসম প্ৰদীপিকা' হ'ল। প্ৰথম সংখ্যা প্ৰদীপিকাৰ আখৰ-জোঁটনি সম্পৰ্কে বেজবৰুৱাই কৈছিল—'অসম প্ৰদীপিকাই বৰ্ণবিন্যাস বিষয়ত উচ্ছৃংখলতা দেখুৱাইছে। সেইবাবে আমি দুঃখিত হৈছো। ...ভট্টিমা থাকোতে ডাঙৰ আখৰেৰে 'ভতিমা' লেখি কাৰ কি লাভ হৈছে ক'ব নোৱাৰো (বাঁহী, ১০ম বছৰ ৩য় সংখ্যা)। তেনেকৈ বছা দুই-এটি বাবৰি ফুল—অসমিয়া, অসমিৱা, বছৰেকিয়া, ভতিমা, বানিজ্য, ভব, ভবনদী, মনিষি, স্বভাব, শিক্ষাৰ্থি, পানিনী, উচ্ছাৰণ, শাৰিৰীক, কেইটীমান, ১১ টা বজা, ১ টা বজা, স্বিকাৰ, পোয়া ইত্যাদি। একেটা শব্দকে দুবাৰ লিখিবলগীয়া ঠাইত নিৰ্বিচাৰে ২ লিখা হৈছে; যেনে লাহে লাহেৰ ঠাইত লাহে২, আন আনৰ ঠাইত আন২। ৰ-ৰ সলনি ছপা আখৰৰ অভাৱত ৰ স্থান বিশেষে ব্যৱহাৰ হৈছে। সমাপিকা অসমাপিকা ক্ৰিয়া ব্যৱহাৰত নীতিৰ পৰা আঁতৰি অহা, ট, ত, চ, ছ, শ, ষ, স আৰু লগতে সংযুক্ত ৰূপতো ভালেখিনি বৰ্ণাশুদ্ধি আছে। অৱশ্যে প্ৰদীপিকাই দুঃখ প্ৰকাশো কৰিছে ৩য় সংখ্যাত ..."ভালকৈ চাব নোৱাৰা বাবে কিছু বৰ্ণাশুদ্ধি ৰৈ গ'ল। সেইবাবে আমি দুঃখিত আৰু এতিয়া আমাক বেজবৰুৱা ডাঙৰীয়াই দেখুৱাই দিয়াত আমি তেখেতৰ শলাগ ল'লো (পৃ. ১১৫)।" তৎসত্ত্বেও পৰৱৰ্তী সংখ্যাত বিধিবদ্ধ নীতি-নিয়ম উপলংঘা নোহোৱাকৈ থকা নাই।

পোৱা কিতাপৰ তালিকা আৰু সমালোচনা শিতানত কেইখনমান পুথিৰ পৰিচয় দিছে। সেই পুথিবোৰ হ'ল বেণুধৰ ৰাজখোৱাৰ The Ear Eater (কাণখোৱা পুথিৰ ইংৰাজী অনুবাদ), Assamese Popular Superstition, সত্য বৰুৱাৰ ১৫ টা কবিতাৰ সংকলন 'মঞ্জৰী', ৰামদেৱ শৰ্মাৰ ধৃতৰাষ্ট্ৰৰ প্ৰতি সঞ্জয়ৰ উক্তি, গোৱালপাৰাৰ বগৰীবাৰী স্কুলৰ শিক্ষক হৰিদয়াল পাঠকৰ 'ফুলৰ মালা', কুমুদেশ্বৰ বৰঠাকুৰৰ 'প্ৰসন্নকুমাৰ ঘোষ'ৰ জীৱন চৰিত, কালিদাসৰ মেঘদূতৰ অসমীয়া অনুবাদ, আৰু 'সতী', লক্ষেশ্বৰ শৰ্মা বৰুৱাৰ 'কুঁহি'ৰ পৰিচয় দিয়া হৈছে।

মূল পৃষ্ঠাসমূহ প্ৰায় উৱলি যোৱাত আলোক-চিত্ৰৰ সহায়ত ছপা কৰিব পৰা নহ'ল। তৎসত্ত্বেও অভিলেখাগাৰিক মূল্য অক্ষুণ্ণ ৰাখিবৰ বাবে আৰ্হি-কাকত চাওঁতে সৰ্বতো প্ৰকাৰে সতৰ্কতা অৱলম্বন কৰা হৈছে। অসম সাহিত্য সভাৰ শৰৎচন্দ্ৰ গোস্বামী পুথিভঁৰালৰ পৰা অধিকাংশ মূল কপি সংগ্ৰহ কৰাত পুথিভঁৰালী বীৰেন গোস্বামীয়ে সহায় কৰিছে; ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ড° অৰ্পণা মহন্তই দুটা সংখ্যাৰ মূল কপি যোগান ধৰি আমাক উপকৰণৰ ঘাটিৰ পৰা ৰক্ষা কৰিলে। যদিও ১ম বছৰ

২য় সংখ্যা অশেষ চেষ্টা কৰিও সংগ্ৰহ কৰিব পৰা নহ'ল, পৰৱৰ্তী সংস্কৰণত সন্নিৱিষ্ট কৰিবলৈ যত্ন কৰা হ'ব। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড° নগেন শইকীয়া, আন এগৰাকী প্ৰাক্তন সভাপতি হোমেন বৰগোহাঞি আৰু গৱেষক, পণ্ডিত ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাই সততে সহযোগ আগবঢ়াই আমাক ঋণী কৰিলে। অসম প্ৰকাশন পৰিষদৰ সচিব ড° ৰফিকুজ জামান, জ্যেষ্ঠ প্ৰযোজনা বিষয়া ভুবনচন্দ্ৰ কলিতাই সৰ্বতো প্ৰকাৰে সহায়-সহযোগ আগবঢ়াই আমাক কৃতজ্ঞতাৰ পাশত আবদ্ধ কৰিলে।

অসম প্ৰদীপিকাৰ অভিমান আৰু যুক্তি, বাঁহীৰ বেজবৰুৱা আৰু ভৱানন্দ পাঠকৰ পাণ্ডিত্যই অসমৰ বৈষ্ণৱ ধৰ্মৰ সবল ভিত্তি এটা কেনেকৈ প্ৰতিষ্ঠা কৰিলে পাঠকে সংকলনটিত বিচাৰি পাব। অসম প্ৰকাশন পৰিষদৰ এই সংৰক্ষণ ব্যৱস্থা আমাৰ সাংস্কৃতিক বুনিয়াদটিৰ প্ৰতিপালনত নিশ্চয় সহায়ক হ'ব।

সুৱাগপুৰ, চোলাধৰা
যোৰহাট

**বসন্তকুমাৰ গোস্বামী**

# সূচীপত্ৰ

## ১ম বছৰ, জেঠ ১৮৪২, ১ম সংখ্যা


| শিৰোনাম | বিষয় | লেখক | পৃষ্ঠা |
|---|---|---|---|
| ওঁ শ্ৰীযাদবো জয়তি | সম্পাদকীয় | ৰজনীকান্ত বৰদলৈ | ১ |
| শ্ৰীশ্ৰী ঁ দেৱদামোদৰায় নমঃ | ভতিমা | . | ৩ |
| শ্ৰশ্ৰী ঁ দামোদৰদেৱৰ সংক্ষিপ্ত জিবনি | প্ৰবন্ধ | ৰজনীকান্ত বৰদলৈ | ৪ |
| শ্ৰীশ্ৰীদামোদৰ দেৱৰ তিৰোভাবৰ তিথি | প্ৰবন্ধ | ধীৰেশ্বৰ ভট্টাচাৰ্য | ১২ |
| বৰগীত | পদ্য | | ২২ |
| ব্ৰহ্মচৰ্য্য | প্ৰবন্ধ | সম্পাদক | ২২ |
| দেহ বিচাৰ গীত | প্ৰবন্ধ | | ২৫ |
| বিবিধ বাতৰি আৰু সমালোচনা | .. | | ২৮ |
| গো-সেৱা | প্ৰবন্ধ | কনকচন্দ্ৰ শৰ্মা | ৩৪ |
| গীতা | প্ৰবন্ধ | ..... | ৩৬ |


## ১ম বছৰ, শাওণ ১৮৪২, ৩য় সংখ্যা


| শিৰোনাম | বিষয় | লেখক | পৃষ্ঠা |
|---|---|---|---|
| স্তোত্ৰ | বন্দনা | নাৰায়ণ বৰুৱা | ৪০ |
| শ্ৰীশ্ৰী ঁ দেৱদামোদৰ | পদ্য | ৰামাদেৱ গোস্বামী | ৪০ |
| শ্ৰীশ্ৰীমদ দেৱদামোদৰায় নমঃ | প্ৰবন্ধ | লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী | ৪২ |
| শ্ৰীশ্ৰী ঁ দামোদৰায় নমঃ | সংস্কৃত বন্দনা | নিত্যানন্দদেৱ গোস্বামী | ৫৩ |
| কামৰূপত প্ৰাপ্ত তাম্ৰশাসন | সংস্কৃতৰ পৰা অনুবাদ | লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী | ৫৪ |

| | | | |
|---|---|---|---|
| নির্ম্মল ভকত | উপন্যাস | ৰজনীকান্ত বৰদলৈ | ৬০ |
| দান | কবিতা | যমুনেশ্বৰী খাটনিয়াৰ | ৬৪ |
| ব্ৰহ্মচৰ্য্য | প্ৰবন্ধ | সম্পাদক | ৬৫ |
| শ্ৰীযাদবো জয়তি | চিঠি | শ্ৰীশ্ৰীদক্ষিণপাটীয় গোস্বামী | ৬৭ |
| বিধি বাতৰি আৰু সমালোচনা | .. | | ৬৮ |
| বড়গীত | পদ্য | | ৭৫ |
| পাৰলৌকিক বা প্ৰেতবিজ্ঞান (Spiritualism) | প্ৰবন্ধ | | ৭৭ |

**১ম বছৰ, ভাদ, ১৮৪২, ৪ৰ্থ সংখ্যা**

| | | | |
|---|---|---|---|
| শ্ৰীশ্ৰীমুক্তিনাথাষ্টকং | সংস্কৃত স্তোত্ৰ | তাৰকচন্দ্ৰ কৃতিৰত্ন কাব্য সৰস্বতী | ৭৯ |
| শ্ৰীশ্ৰী দেবদামোদৰায় নমঃ | পদ্য | কনককুমুদদেব ভাগৱতী | |
| শ্ৰীশ্ৰীদামোদৰদেব শ্ৰীশ্ৰীহৰিদেব | | | ৮০ |
| আৰু শ্ৰীশ্ৰীশঙ্কৰদেব | আলোচনা | | ৮২ |
| দীপ্তি | কবিতা | যমুনেশ্বৰী খাটনিয়াৰ | ৯০ |
| নিৰ্ম্মল ভকত | উপন্যাস | ৰজনীকান্ত বৰদলৈ | ৯১ |
| আলোক | পদ্য | বাণেশ্বৰ দাস | ৯৬ |
| পাৰলৌকিক বা প্ৰেতবিজ্ঞান (Spiritualism) | প্ৰবন্ধ | | ৯৭ |
| বৰ্ত্তমান আমাৰ শিক্ষাৰ সমস্যা | প্ৰবন্ধ | কেশৱকান্ত বৰুৱা | ৯৯ |
| অসমীয়া কাকত আৰু ৪ৰ্থ সংখ্যা বাঁহী | চিঠি | যজ্ঞস্পতি শৰ্মা | ১০৩ |
| বিবিধ বাতৰি আৰু সমালোচনা | .. | .... | ১১১ |
| দুৰ্গোৎসব | প্ৰবন্ধ | কীৰ্তিচন্দ্ৰ শৰ্মা গোস্বামী | ১১৮ |

## ১ম বছৰ, আহিন, ১৮৪২, ৫ম সংখ্যা


| | | | |
|---|---|---|---|
| শ্ৰীশ্ৰীযাদব বন্দনাগান | পদ্য | টঙ্কেশ্বৰদেব বৰভাগৱতী | ১২৪ |
| শ্ৰীশ্ৰীদেবদামোদৰো জয়তি | গীত | খগেন্দ্ৰ নাথ দাস | ১২৫ |
| সাধন পঞ্চক | সংস্কৃত শ্লোকৰ অনুবাদ | ... | ১২৫ |
| হিন্দুর আচার তত্ত্ব | প্ৰবন্ধ | শিবনাথ শৰ্মা বুজৰবৰুৱা | ১২৮ |
| নিৰ্ম্মল ভকত | উপন্যাস | ৰজনীকান্ত বৰদলৈ | ১৩৬ |
| মায়া | কবিতা | প্ৰশান্তমূৰ্ত্তি | ১৩৯ |
| শ্ৰীশ্ৰী৺দামোদৰদেব, শ্ৰীশ্ৰী৺হৰিদেব আৰু শ্ৰীশ্ৰীশঙ্কৰদেব | আলোচনা | ... | ১৪২ |
| দুৰ্গা আবাহন | দুৰ্গা বন্দনা | ... | ১৬৫ |
| দেবী আবাহন | বন্দনা | জ্বলতিৰাম লহকৰ | ১৬৮ |
| প্ৰাৰ্থনা | গীত | ঘনশ্যাম দেব শৰ্মা | ১৭০ |


## ১ম বছৰ, কাতি, ১৮৪২, ৬ষ্ঠ সংখ্যা


| | | | |
|---|---|---|---|
| শ্ৰীভৈৰবাষ্টক স্তোত্ৰম | বন্দনা | ... | ১৭২ |
| শ্ৰীশ্ৰীদেবদামোদৰায় নমঃ | গীত | ভদ্ৰেশ্বৰ দত্ত | ১৭৪ |
| হিন্দু ধৰ্ম্মৰ বিষয়ে | প্ৰবন্ধ | ... | ১৭৫ |
| পদ্য কল্পলতা | অনুবাদ পদ্য | ... | ১৭৭ |
| নিৰ্ম্মল ভকত | উপন্যাস | ৰজনীকান্ত বৰদলৈ | ১৮০ |
| সনাতন ধৰ্ম্ম | প্ৰবন্ধ | ... | ১৮৫ |
| বড়গীত | পদ্য | ৰামদেব গোস্বামী | ১৯০ |
| গো সেবা | প্ৰবন্ধ | কণকচন্দ্ৰ শৰ্মা | ১৯১ |
| শ্ৰীশ্ৰীৰাধা মাধবো জয়তি | প্ৰবন্ধ | যশস্পতি শৰ্ম্মা | ১৯৯ |
| বিবিধ বাতৰি আৰু সমালোচনা | ... | ... | ২০০ |
| ৺নীলকণ্ঠকৃত শ্ৰী ৺দেবদামোদৰ চৰিত্ৰ | চৰিতপুথি | ... | ২০৬ |

**১ম বছৰ, আঘোণ, ১৮৪২, ৭ম সংখ্যা**


| | | | |
|---|---|---|---|
| গণেশ বন্দনা | পদ্য | কনককুমুদ দেব শৰ্ম্মা | ২১৯ |
| দেবদামোদৰ | পদ্য | আনন্দৰাম চৌধুৰী | ২১৯ |
| শ্রীশ্রীধৰ্ম্মোজয়তি | প্ৰবন্ধ | লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী | ২২২ |
| ৬ষ্ঠ সংখ্যা বাঁহীত অধ্যাপক শ্ৰীযুত বাণীকান্ত কাকতী আৰু আমি | প্ৰতিবাদ | ৰজনীকান্ত বৰদলৈ | ২২৯ |
| বড়গীত | পদ্য | ৰামদেব গোস্বামী | ২৩৫ |
| নিৰ্ম্মল ভকত | উপন্যাস | ৰজনীকান্ত বৰদলৈ | ২৩৬ |
| ৭ম সংখ্যা বাহী আৰু আমি | প্ৰতিবাদ | ৰজনীকান্ত বরদলৈ | ২৪১ |
| বিবিধ বাতৰি আৰু সমালোচনা | ... | ... | ২৪৯ |
| ৺নীলকণ্ঠকৃত শ্রীশ্রী৺দেবদামোদৰ চৰিত্ৰ | চৰিতপুথি | নীলকণ্ঠ | ২৫২ |


**১ম বছৰ, পুহ, ১৮৪২, ৮ম সংখ্যা**


| | | | |
|---|---|---|---|
| শ্ৰীশ্ৰী বাণী বিবোধনম | বন্দনা | শম্ভুনাথ শৰ্ম্মণা | ২৬৩ |
| প্ৰাৰ্থনা | পদ্য | বৈকুণ্ঠ | ২৬৪ |
| শ্ৰীশ্ৰীদেবদামোদৰদেব জয়তি | স্তুতি | খগেন্দ্ৰনাথ দাস | ২৬৬ |
| হিন্দুৰ আচাৰ তত্ত্ব | প্ৰবন্ধ | শিবনাথদেব শৰ্ম্মা বুজবৰুৱা | ২৬৯ |
| পদ্য কল্পলতা | অনুবাদ পদ্য | .... | ২৭৫ |
| সুৰাপান বা বিষপান | প্ৰবন্ধ | কীৰ্ত্তিচন্দ্ৰ শৰ্ম্মা গোস্বামী | ২৭৭ |
| নিৰ্ম্মল ভকত | উপন্যাস | ৰজনীকান্ত বৰদলৈ | ২৮০ |
| আউনী আটীয় সত্ৰাধীকাৰ প্ৰভুৰ চিঠি | ... | ... | ২৮৫ |
| পঞ্জাব নিবাসী এজন অসমীয়া মহাত্মাৰ চিঠি | চিঠি | পূৰ্ণানন্দ | ২৮৬ |
| যশস্পতি শৰ্ম্মা আৰু বাঁহী | প্ৰতিবাদ | যশস্পতি শৰ্ম্মা | ২৮৮ |
| অধ্যাপক শ্ৰীবাণীকান্ত কাকতীৰ পুৰণি অসমীয়া সাহিত্য | প্ৰতিবাদ | ঘনশ্যামদেব শৰ্ম্মা | ২৯১ |

| | | | |
|---|---|---|---|
| বিবিধ বাতরি আৰু সমালোচনা | | | |
| ✓নীলকণ্ঠকৃত শ্ৰীশ্ৰী✓দেবদামোদর | ... | ... | |
| চরিত্র | চৰিত্ৰপুথি | ... | ২৯৩ |
| নিবেদন | চিঠি | বেথাৰাম অধ্যাপক | ৩০৯ |

**১ম বছৰ, মাঘ, ১৮৪২, ৯ম সংখ্যা**

| | | | |
|---|---|---|---|
| শ্ৰীশ্ৰীগুরুদেবস্তোত্রং | বন্দনা | কণককুমুদদেব ভাগৱতী | ৩১১ |
| শ্ৰীশ্ৰীদামোদরদেবর পদ্য | পদ্য | কণককুমুদদেব শৰ্ম্মা ভাগৱতী | ৩১২ |
| শিবরাত্রি | প্রবন্ধ | লোকনাথ গোস্বামী | ৩১৩ |
| শ্ৰীশ্ৰীযাদবো জয়তি | চিঠি | টঙ্কেশ্বৰ শৰ্ম্মা | ৩১৬ |
| দেখা নাই | কবিতা | দেবেন্দ্ৰনাথ চক্ৰবৰ্ত্তী | ৩১৮ |
| পদ্য কল্প লতা | অনুবাদ পদ্য | | ৩১৮ |
| নিৰ্ম্মল ভকত | উপন্যাস | ৰজনীকান্ত বৰদলৈ | ৩২১ |
| উপাসনার আদর্শ | প্ৰবন্ধ | লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী | ৩২৭ |
| গীত | যমুনেশ্বরী খাটনিয়ার | | ৩৩৬ |
| বিবিধ বাতরি আৰু সমালোচনা | কিতাপর সমালোচনা | | ৩৩৭ |
| ✓নীলকণ্ঠকৃত শ্ৰী✓দেবদামোদর | প্রতি সমালোচনা | | |
| চরিত্র | চৰিতপুথি | ... | ৩৪২ |
| নিবেদন | চিঠি | বেথাৰাম অধ্যাপক | ৩৫৯ |

**১ম বছৰ, ফাগুণ, ১৮৪২, ১০ম সংখ্যা**

| | | | |
|---|---|---|---|
| শ্ৰীকৃষ্ণায় নমঃ | শ্লোক | .. | ৩৬১ |
| রূপলহরী | পদ্য | বাণেশ্বৰ দাস | ৩৬১ |
| কৰ্ম্ম ক্ষেত্ৰত ভগৱান শ্ৰীকৃষ্ণদেব | প্ৰবন্ধ | ... | ৩৬৩ |
| নিৰ্ম্মল ভকত | উপন্যাস | ৰজনীকান্ত বৰদলৈ | ৩৭৩ |
| ভিক্ষা | কবিতা | ভৈৰবচন্দ্ৰ খাটনিয়াৰ | ৩৭৮ |
| সনাতন হিন্দু ধৰ্ম্ম | প্ৰবন্ধ | শম্ভুনাথ শৰ্ম্মা স্মৃতিতীৰ্থ | ৩৭৯ |

| | | | |
|---|---|---|---|
| অধ্যাপক শ্ৰীযুত বাণীকান্ত কাকতীর পুরণি অসমীয়া সাহিত্য | চিঠি/সমালোচনা | ঘনশ্যামদেৱ শৰ্ম্মা | ৩৮২ |
| পদ্য কল্পলতা | অনুবাদ পদ্য | .... | ৩৮৭ |
| বিবিধ বাতরি আৰু সমালোচনা | ... | দণ্ডিৰাম দণ্ড | ৩৯০ |
| ৺নীলকণ্ঠকৃত শ্ৰীশ্ৰী৺দেবদামোদর চরিত্র | চৰিতপুথি | | ৩৯৬ |


**১ম বছৰ, চ'ত, ১৮৪২, ১১শ সংখ্যা**


| | | | |
|---|---|---|---|
| শ্ৰীশ্ৰী হরগৌরী যুগল মূৰ্ত্তি স্তোত্ৰম | বন্দনা | শম্ভূনাথ শৰ্ম্মা স্মৃতিতীৰ্থ | ৪১০ |
| শ্ৰীশ্ৰীদেবদামোদর মহোৎসব | পদ্য | কণককুমুদ দেব ভাগৱতী | ৪১১ |
| কৰ্ম্মক্ষেত্ৰত ভগবান শ্ৰীকৃষ্ণদেব | প্ৰবন্ধ | কেশবকান্ত বৰুৱা | ৪১২ |
| সম্পাদকর বুলনি | সম্পাদকীয় | ৰজনীকান্ত বৰদলৈ | ৪২৩ |
| প্ৰাৰ্থনা | পদ্য | ৰামদেব গোস্বামী | ৪৩২ |
| বিজুলীর গতি | সমালোচনা | যশস্পতি শৰ্ম্মা | ৪৩৩ |
| শ্ৰীগুৰুৰূপ মালা | পদ্য | হেমচন্দ্ৰ গোস্বামী | ৪৪১ |
| নিৰ্ম্মল ভকত | উপন্যাস | ৰজনীকান্ত বৰদলৈ | ৪৪৪ |
| অনুভূতি | কবিতা | কমলেশ্বৰ চলিহা | ৪৪৮ |
| প্ৰভু শ্ৰীশ্ৰী ৺দেবদামোদর দেবর তিরোধান তিথি উপলক্ষে | আহ্বান | ... | ৪৪৯ |
| বিবিধ বাতরি আৰু সালোচনা | .. | | ৪৫০ |
| ৺নীলকণ্ঠকৃত শ্ৰী৺দেবদামোদর চরিত্র | চৰিত পথি | ... | ৪৫১ |


**১ম বছৰ, বহাগ, ১৮৪২, ১২শ সংখ্যা**


| | | | |
|---|---|---|---|
| শ্ৰীশ্ৰীমদ্‌যাদব স্তোত্ৰং | বন্দনা | কণককুমুদ দেবশৰ্ম্মা | ৪৫৫ |
| গীত | | | ৪৫৬ |
| বছর বিদায় | সম্পাদকীয় | .. | ৪৫৭ |

| | | | |
|---|---|---|---|
| বৰ্ণাশ্ৰম বা জাতি বিভাগ | প্ৰবন্ধ | | ৪৫৭ |
| বৰ্ণবিজ্ঞান | প্ৰবন্ধ | | ৪৫৯ |
| যশস্পতি দেউ আৰু বাঁহী | বিতৰ্ক | যশস্পতি শৰ্ম্মা | ৪৬৪ |
| নিৰ্ম্মল ভকত | উপন্যাস | ৰজনীকান্ত বৰদলৈ | ৪৭২ |
| ১১৬ বছৰৰ আগৰ দলীল | প্ৰত্নতত্ত্ব | হেমচন্দ্ৰ গোস্বামী | ৪৭৮ |
| পুৰাৰ গীত | ভট্টদেৱ | সংগ্ৰাহকঃ ৰাম দেৱগোস্বামী | ৪৮০ |
| বিজ্ঞান ৰহস্য | প্ৰবন্ধ | অ ক ণ | ৪৮১ |
| শ্ৰীশ্ৰীদেৱদামোদৰ | পদ্য | জ্বলতিৰাম লহকৰ | ৪৮৪ |
| বিবিধ বাতৰি আৰু সমালোচনা | | লক্ষ্মীনাথ বৰদলৈ আৰু খগেন্দ্ৰ নাথ দাস | ৪৯০ |
| শ্ৰীশ্ৰীদামোদৰ ধামৰ ৪ৰ্থ বাৰ্ষিক অধিবেশনৰ সংক্ষিপ্ত কাৰ্য বিবৰণী | | | ৪৯২ |
| ✓নীলকণ্ঠকৃত দেৱ দামোদৰ চৰিত্ৰ | চৰিত পুথি, | | ৪৯৩ |


**২য় বছৰ, আহাৰ, ১৮৪২, ১ম সংখ্যা**


| | | | |
|---|---|---|---|
| শ্ৰীশ্ৰীযাদবেন্দ্ৰো জয়তি | স্তোত্ৰ | কণককুমুদ দেৱ ভাগৱতী | ৪৯৯ |
| শ্ৰীশ্ৰীদামোদৰং স্তোত্ৰম | স্তোত্ৰ | নিত্যানন্দ দেৱ গোস্বামী | ৪৯৯ |
| আশীৰ্ব্বাদ | পদ্য | | ৫০১ |
| সম্পাদকৰ কথা | | ৰজনীকান্ত বৰদলৈ | ৫০২ |
| ব্ৰহ্মাচৰ্য্যালয় | ৰচনা | বংশীধৰ দেৱ শৰ্ম্মা | ৫০৫ |
| ঈশ্বৰলৈ ভক্তি | ৰচনা | দামোদৰ হাজৰিকা | ৫০৬ |
| ঈশ্বৰ ভক্ত মন্ত্ৰি | প্ৰবন্ধ | লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী | ৫০৭ |
| দামোদৰী সম্প্ৰদায়ৰ মুল ক'ত | প্ৰবন্ধ | যশস্পতি শৰ্ম্মা | ৫০৮ |
| বিদৰ্ভ নগৰৰ আনন্দ বজাৰ | প্ৰবন্ধ | বাণেশ্বৰ দাস | ৫১২ |
| ব্ৰাহ্ম ধৰ্ম্মৰ বিষয়ে আমাৰ পুৰণি স্মৃতি | প্ৰবন্ধ | | ৫১৭ |
| প্ৰাচীন ভাৰতত ৰাজতন্ত্ৰ শাসন | প্ৰবন্ধ | | ৫২৬ |

| | | | |
|---|---|---|---|
| বিবিধ বাতৰি আৰু আলোচনা | | | ৫২৯ |
| ৺নীলকণ্ঠকৃত শ্রীশ্রী৺দেবদামোদর চরিত্র | চৰিত পুথি | ... | ৫৩৫ |

**২য় বছৰ, শাওণ, ১৮৪২, ২য় সংখ্যা**

| | | | |
|---|---|---|---|
| শ্রীশ্রীযাদবো জয়তি | স্তোত্র | ভদ্রেশ্বৰ দত্ত | ৫৩৮ |
| শ্রীশ্রী৺দামোদরায় নমঃ | পদ্য | নিত্যানন্দ দেৱগোস্বামী | ৫৩৮ |
| ধর্ম্মস্য সূক্ষ্মাগতি | প্রবন্ধ | লক্ষ্মীকান্ত মিশ্র ভাগৱতী | ৫৩৯ |
| পঞ্চকন্যা | প্রবন্ধ | হেমচন্দ্র গোস্বামী | ৫৪৩ |
| মহাপুরুষীয়া পথত জাতিভেদ | চিঠি | ... মহন্ত | ৫৪৬ |
| প্রাচীন ভারতত রাজতন্ত্র শাসন | দিবাকৰ গোস্বামী | | ৫৪৭ |
| শ্রীশ্রী৺দেবদামোদরদেব, শ্রীশ্রী৺শঙ্করদেব আরু শ্রীশ্রী৺হরিদেৱ আলোচনা | | ... | ৫৫৫ |
| প্রার্থনা | পদ্য | মহেশ্বর দেব অধিকারী | ৫৮০ |
| ৺নীলকণ্ঠকৃত শ্রীশ্রীদেবদামোদর চরিত্র | চৰিত পুথি | ... | ৫৮১ |

**২য় বছৰ, ভাদ, ১৮৪২, ৩য় সংখ্যা**

| | | | |
|---|---|---|---|
| শ্রীশ্রীগুরুবন্দনা গীত | নিত্যানন্দদেৱ গোস্বামী | | ৫৮৭ |
| নৈশ তিমিৰ | পদ্য | শম্ভুনাথ শর্ম্মা স্মৃতিতীর্থ | ৫৮৭ |
| হিন্দু সমাজ | প্রবন্ধ | শম্ভুনাথ শর্ম্মা স্মৃতিতীর্থ | ৫৮৮ |
| অসমগৌরব | পদ্য | ধীরেশ্বর শইকীয়া | ৫৯৩ |
| শ্রীশ্রী৺দেবদামোদরদেৱ শ্রীশ্রী৺শঙ্করদেব আরু শ্রীশ্রী৺হরিদেব | প্রবন্ধ | .... | ৫৯৫ |
| বঁহীয়া সম্প্রদায়র মারলি | বিতর্ক | ... | ৬২২ |
| বিবিধ বাতৰি আৰু সমালোচনা | ... | | ৬২৯ |
| পোৱা কিতাপৰ চমু সমালোচনা | পুথি পৰিচয় | ... | ৬৩১ |

## ২য় বছৰ, আহিন, ১৮৪৩, ৪র্থ সংখ্যা


| | | | |
|---|---|---|---|
| শ্রীকৃষ্ণ জন্মাষ্টমী | পদ্য | মহেশ্বৰ অধিকাৰী | ৬৩৩ |
| ভট্টিমা | পদ্য | পূর্ণচন্দ্র দেৱ গোস্বামী | ৬৩৬ |
| এখন চিঠি | দানগতি ডেকা | | ৬৩৭ |
| স্ত্রীশিক্ষার আৱশ্যকতা | প্রবন্ধ | থানেশ্বর দেৱ শর্ম্মা | ৬৩৯ |
| সিন্ধু প্রদেশ নিবাসী এজন অসমীয়া মহাত্মার ব্রহ্মচর্য বিষয়ে চিঠি | ... | পূর্ণানন্দ ব্রহ্মচারী | ৬৪২ |
| শ্রীশ্রী৺দেবদামোদরদেব, শ্রীশ্রী৺শঙ্করদেব আরু শ্রীশ্রী৺হৰিদেব | প্রবন্ধ | .. | ৬৪৬ |
| আমার আগলৈ উঠি অহা ডেকাসকললৈ | প্রবন্ধ | | ৬৫৫ |
| হিন্দুর বিবাহ আরু অন্ত্যেষ্টিক্রিয়া | প্রবন্ধ | যশস্পতি শর্ম্মা | ৬৫৯ |
| বন্ধুববর কৈফিয়ৎ | | | ৬৬৬ |
| কলমবাজ বেজবৰুৱা | | | ৬৬৮ |
| বেজবরুৱা ডাঙ্গরীয়ার ববঞ্জীবোধ | | | ৬৭০ |
| বেজবরুৱা ডাঙ্গরীয়াব U N Das আৰু ভবানন্দ পাঠকৰ টিটেনিয়া দেবী | | | ৬৭১ |
| শ্রীশ্রীনীলকণ্ঠকৃত ৺দেবদামোদর চরিত্র | চৰিত পুথি | ... | ৬৭৩ |


## ২য় বছৰ, কাতি, ১৮৪৩, ৫ম সংখ্যা


| | | | |
|---|---|---|---|
| গীত | দেৱেন্দ্রনাথ চক্রবর্ত্তী | | ৬৭৮ |
| প্রার্থনা | ভূদেব দেবগোস্বামী | | ৬৭৮ |
| সম্পাদকর টোকা | ... | ... | ৬৮০ |
| নাহংকারাৎ পরোরিপূ | প্রবন্ধ | ৰামদেব গোস্বামী | ৬৮১ |
| ভক্তি বিবেকর সমালোচনা | ... | যশস্পতি শর্ম্মা | ৬৮৫ |

| | | | |
|---|---|---|---|
| ভটিমা | পদ | ভবেন্দ্রনারায়ণ গোস্বামী | ৬৯২ |
| নৃযজ্ঞ বা অতিথিসেৱা | প্ৰবন্ধ | | ৬৯৪ |
| গীত | মহেশ্বৰ দেব শৰ্ম্মা | | ৭০০ |
| ধৰ্ম্ম বিষয়ে কেইটামান কথা | ... | ... | ৭০০ |
| ফেদেলীপুৰাণ | প্ৰবন্ধ | ... | ৭০২ |
| কমলপুৰ হিতসাধিনী সভাৰ অভ্যৰ্থনা সমিতিৰ সম্পত্তিৰ অভিভাষণ | | অঙ্গদসেন বৰকাকতী | ৭০৫ |
| কমলপুৰ উন্নতি বিধায়িনী সভাৰ কাৰ্যবিবৰণী | | | ৭০৯ |
| পদ্য কল্পলতা | অনুবাদ পদ্য | | ৭১৩ |

# অসম প্ৰদিপীকা


| ১ম বছৰ।] | জ্যেষ্ঠ, ১৮৪২ | [১ম সংখ্যা। |
|---|---|---|


## ওঁ শ্ৰীশ্ৰীয়াদৱো জয়তি।

### সম্পাদকৰ নিবেদন

আজি ভালেমান বছৰৰ পৰা, আন কি অসমিয়া ভাষাত দুই এফাকি আখৰ লেখিব জনা হবৰে পৰা মনত ভাব এটি আছিল যে সাহিত্য সেবা কৰি "যি দেশত মই উপজিছো, যি দেশত মই ডাঙৰ দীঘল হৈছোঁ" সেই স্বৰ্গাদপি গৰিয়সী জননী জন্মভূমিৰ এফেৰা সেবা কৰিম। কিন্তু জীবিকাৰ অৰ্থে এই প্ৰায় গোটেইটো জীৱন কটাবলগা হোৱাত যৌবনৰ প্ৰাৰম্ভৰ এই সপোনটো পাহৰি আছিলোঁ। এতিয়া মোৰ ইষ্ট গুৰু আৰু যাদবৰায়ৰ কৃপাত চাকৰিৰ পৰা অৱসৰ পোৱাত আকৌ দেখোন সেই সংকল্প জাগি উঠিল। দুই চাৰিজন বন্ধুক সোধাত তেওঁবিলাকেও কয় যে বুঢ়া বয়সত আন একো আৰু জানিবলৈ নোৱাৰিলেও অসমীয়া সাহিত্য আৰু ধৰ্ম্মকে এফেৰা চৰ্চ্চা কৰি শেষ কালটো কটাব পাৰিলে ভাল। কিন্তু অসমীয়া ৰাইজে বোধ কৰোঁ বুজিব পাৰে যে চিৰকাল চাকৰি কৰা মানুহৰ হাতত জীৱনৰক্ষাৰ সম্বল আজি কালিৰ সকলো ধৰ্ম্ম কৰ্ম্মৰেই মূল বল, সেই বগা বস্তুটো কিমান থাকিব পাৰে। এই বস্তুটোৰ ফালে যদি চাও তেন্তে কোনো কামকে ডাঠি হাতত লবলৈ সাহ নহয় কিন্তু আশাই আহি কানে কানে কইছে "ভয়নাই। ৰাইজে নখ জোকাৰিলে নদী হব পাৰে। যদি তোমাৰ ভাগ্যত আছে তেন্তে বেছি কাললৈ নহলেও অন্ততঃ ৫।৬ বছৰলৈকে এই কাম চলাব পৰা হব। তাৰ পাছত তোমাতকৈও যোগ্য মানুহে তুমি হাতত লোৱা এই কামটি তোমাৰ অভাল ভালে মোৰ বুলি ল'ব। এনেকুৱা আশা নামধাৰি মনৰ বৃত্তিটোৰ উদগনিতে মৰসাহ দি এই মাহেকীয়া "অসম প্ৰদীপিকা" নামেৰে কাকতখনি সম্পাদন কৰিবলৈ হাতত ললোঁ। আশাৰে ৰাইজে এই অকিঞ্চনক কৃপা কৰিব। অসম প্ৰদীপিকাই সাহিত্য নীতি, ধৰ্ম্ম, দৰ্শন, বিজ্ঞান, প্ৰধানকৈ আলোচনা কৰিব। কৃষি, শিল্প, বাণিজ্য আৰু অ'ৰ তৰ বিবিধ বাতৰি আৰু সমালোচনাও থাকিব। ৰাজনীতিয়ে ইয়াত ঠাই নাপায়।

অসমীয়াৰ পুৰণি সাহিত্য ভঁড়ালত এতিয়াও অসংখ্য ৰত্ন ৰাজি পৰি আছে।

সেই ৰত্ন ৰাজি একেবাৰে পুথিৰ আকাৰে উলিয়াব নোৱাৰিলেও মাহে ২ অলপ অলপকৈ প্ৰদীপিকাত উলিয়াবলৈ চেষ্টা কৰা যায়। বৰ্ত্তমান সময়ৰ সাহিত্যও চৰ্চ্চা কৰা হব। নীতিয়ে মনুষ্য জিবনত চৰিত্ৰ গঠন কৰে। নীতিয়েই সংসাৰ ৰক্ষা কৰি আছে। এই নীতিৰ মূলতে হৈছে ধৰ্ম্ম জ্ঞান। ধৰ্ম্মবিহীন নীতি শুকান, ক্ষণস্থায়ী। সেই দেখি এই কাকতত ধৰ্ম্ম চৰ্চ্চাও হব। কিন্তু এই যে ধৰ্ম্ম চৰ্চ্চা ই কেবল সনাতন হিন্দু ধৰ্ম্ম বিষয়েহে হব। ইয়াত পুৰণি শাস্ত্ৰ সকলৰ মত আৰু সময়ে ২ সেই পুৰণি শাস্ত্ৰ সকলৰ মতকে পাৰিলে কৰ্ম্ম মান যুগৰ বৈজ্ঞানিক সাজ পাৰেৰে অলঙ্কৃত কৰি ৰাইজৰ আগত ডাঙ্গি ধৰা যাব। সকলো ধৰ্ম্মৰে সঙ্গ দুটা। এটা অভ্যাস বা প্ৰকৃতি, বা কৰ্ম্ম। এটা দৰ্শন বা নিবৃত্তি বা জ্ঞান। কৰ্ম্ম নকৰিলে জ্ঞান নোপজে আৰু কৰ্ম্ম কৰি জ্ঞান নোপজিলে কৰ্ম্মও বৃথা। সেই দেখি দৰ্শন বা জ্ঞানৰো ইয়াত চৰ্চ্চা হয়।

এই যুগটোৱেই হৈছে বিজ্ঞানৰ। সেই দেখি বিজ্ঞান চৰ্চ্চা কৰাও উচিত হব।

আমাৰ দেশখন হৈছে কৃষি প্ৰধান, কিন্তু সেই কৃষিৰ অৱস্থা শোচনীয়। সেই দেখি কৃষি বিষয়ক আলোচনাও হব।

আমাৰ অসমিয়াৰ পুৰণি কালত শিল্প যথেষ্ট আছিল, কিন্তু আজি কালি লোপ হৈছে। সেই দেখি যাতে শিল্পৰ উন্নতি হব পাৰে এই বিষয়ে উদগনি থাকিব। “বানিজ্যে বলতি লক্ষী” তেনেকুৱা বাণিজ্যৰ মোল আমি অসমিয়াই নেজানো সেই দেখি বানিজ্যও আমাৰ আলোচনা কৰা যুগুত হব।

সমাজৰ বিষয়ে আমি অলপ অলপহে কেতিয়াবা আলোচনা কৰিম।

এই কাগজৰ সমাজ সংস্কাৰ কৰা উদ্দেশ্য নহয়। তথাপি নিতান্ত প্ৰয়োজন হলে সমাজৰ নিমিত্তেও আমাৰ চেৰেক থাকিব পাৰে।

ৰাজনীতি আমি মুঠেই আলোচনা নকঁৰো। কিন্তু মাজে সময়ে ক'ত কেতিয়া কি হৈছে কেবল এই খবৰহে দিম। আমি আমাৰ কোনো মন্তব্য নিদিও আলোচনাও নকঁৰো।

আজি কালি কি ছপাব খৰচ কি কাগজৰ দাম সকলো আগতকৈ ৫ গুণ হল। ইয়াৰ উপৰিও গ্ৰাহক গোটোৱাব পাৰিলেও বৰঙনি আদায় কৰা টান। ইত্যাদি কাৰণে কাগজৰ মূল্য বেছি কৰিবৰ ইচ্ছা থাকিলেও অসমীয়া ৰাইজৰ অবস্থালৈ চাই আমি ইয়াৰ বছৰেকিয়া বৰঙনি মুঠেই দুই টকাহে কৰিলে। ছাত্ৰৰ নিমিত্তে টকা স্থিৰ কৰিলো। এতিয়া ৰাইজে কৃপা কৰিলে হয়। ইতি

শ্ৰীশ্ৰী√দেবদামোদৰায় নমঃ

# ভতিমা

রাগ মল্লার পরিতাল

জয় জগদীশ্বৰ প্ৰভুদেব দামোদৰ
যাহেৰি সমনাৱিকের।
সাধুজন বঞ্জণ ভকতি পৰায়ণ
তাহেক কৰোঁ শত সেৱ।।
দিনকন কিৰণে বিকসিত পঙ্কজ
নিন্দিত চৰণ দুতয়।
যাহেক হৃদিগত কৰিছে ৰসিক সব
নিৰমল মনে চিন্তয়।।
গজ ভুজধিক্কৃত বাম কদলীজিত
কোমল উৰু মুখ দান।
হৰি জিনি কটিতস্তু সূত্ৰ পৰিবত
পীত বসন অনুপান।।
উদৰ কৃশতৰ নাভিক সৰোবৰ
তদুপৰি ঋজু তিনি ৰেখা।
কণ্ঠত নবগুণ উত্তৰী পৰিধান
ভূষিত তত্ৰ সুৰেখা।।
সৌৰবৰ্ণ উজ্জ্বল বহল হৃদিস্থল
বাসুকি সমভজ দণ্ড।
চম্পক কলিসম অঙ্গুলী নখোপন
নিন্দি গগন শশী খণ্ড।।
তুলসী তৰুবৰ নিৰ্ম্মিত মনোহৰ
দশশত বীজে জাপ্য মালা।
গলে গজ মৌক্তিক সাত সৰি লজ্জিত
তদুপৰি পঙ্কজ মালা।।
চিবুক বিলাসতি ৰক্ত অধৰ গতি
সুবিমল উজ্জ্বল গণ্ড।

উন্নত তিলফুল নিন্দি নাসিকাতুল
দাড়িম্ব বীজোপম দণ্ড।।
মলয় চন্দন তিলক বিতোপন
ক্ষপাকৰ বদন বিকাস।
গম্ভিৰ জলধৰ ভাষণ সুমধুৰ
মেঘজিনি কেশ বিলাস।।
ইদৃশ ৰূপ ধৰ ত্ৰিজগত ঈশ্বৰ
পতিতক তাৰণ কাম।।
গৌতম মুনিৰাজ প্ৰাৰ্থনা কৰি ব্যাজ
প্ৰচাৰিলা তাৰক নাম।।
শ্ৰুতি পথ খণ্ডন পাষণ্ড মৰ্দ্দন
মত ভেদ কৰি মহা যত্নে।
পাৰ্ষদ সঙ্গে বসি মহাবঙ্গে
প্ৰশংসিল হৰি নাম ৰত্নে।।
হেনয় পৰম গুৰু বাঞ্চা কল্পতরু
তান পদ ভাবিয়া সদায়
পৰাশৰ কুলেজাত দ্বিজ ভট্টদেব খ্যাত
পৰম আনন্দে ৰস গায়।।

## শ্ৰীশ্ৰী ৺দামোদর দেবর সংক্ষিপ্ত জিবনী।

(এই শকৰ ৬ বহাগ সোমবাৰ দিনা আবেলি ডিব্ৰুগড়ৰ আমোলাপতিৰ ৰাজহুৱা নামঘৰত শ্ৰীশ্ৰী ৺দেৱদামোদৰ তিৰোভাব মহোৎসবত শ্ৰীযুত ৰজনীকান্ত বৰদলৈয়ে এই ৰচনা খনি পাঠ কৰিছিল।)

আজি পবিত্ৰ বৈশাখ মাহৰ শুক্লপক্ষীয়ে প্ৰতিপদ তিথিৰ দিনা সদ্ধৰ্ম্ম প্ৰণেতা আদি গুৰু শ্ৰীশ্ৰী ৺ দেবদামোদৰ দেবৰ বৈকুণ্ঠ প্ৰয়াণৰ পূন্যদায়ক জীবন বৃতান্ত সংক্ষেপ আলোচনা কৰিবলৈ ওলালো।

মহা তেজস্বী ৰূপ গেতম মুনিৰ বংশত শুদ্ধাচাৰি পৰম বৈষ্ণৱ সদানন্দ দ্বিজৰ পৰা স্বামীবল্লভা সুশীলা দেবীৰ গৰ্ভত ১৪১০ চৌধশতদহ শকৰ ফাগুণ মাহৰ শুক্লা একাদশীৰ দিনা পূৰ্ব্বাহ্ন কালত কৃত্তিকা নক্ষত্ৰযুক্ত মাহেন্দ্ৰ ক্ষণত শ্ৰীশ্ৰীঁদেবদামোদৰে

কলিকালৰ জীবৰ তৰণাৰ্থে মনুষ্যৰূপে জন্ম গ্ৰহণ কৰিছিল। দ্বিজ সদানন্দে সৰ্ব্বসুলক্ষণ সম্পন্ন পুত্ৰৰ মুখ দৰ্শন কৰি সচেলস্নান পূৰ্ব্বক বেদজ্ঞ ব্ৰাহ্মণ বৃন্দক যথাশক্তি সুবৰ্ণাদিদান কৰি বালকৰ জাতাদি কৰ্ম্ম সমাপন কৰিছিল। সৰুৰে পৰা শ্ৰীশ্ৰী দেবদামোদৰ দেবৰ শৰীৰত মহাপুৰুষৰ চিহ্ন দেখি বাটৰ বাটৰুবাৰো আন্তৰিক ভক্তি আৰু শ্ৰদ্ধাৰ উদয় হৈছিল।

লোকৰ আনন্দ অতি বালকক দেখি।
পথৰ পথিকে চাৱে আনন্দে নিৰেখি।।

"দ্বিজ কৃষ্ণদাস"

সদানন্দে য্যোতিযজ্ঞ পণ্ডিত ব্ৰাহ্মণ ও বন্ধু বান্ধবক নিমন্ত্ৰণ কৰি আনি বালকৰ "দামোদৰ" এই নামকৰণ কৰাইছিল। শ্ৰীশ্ৰী˚ দেবদামোদৰ দেবৰ জন্মৰ সময়ত নচলা গাৱৰ কিয়দ্দুৰ উত্তৰে বৰদোৱাত থকা শ্ৰীমন্ত শঙ্কৰেও সদানন্দৰ ঘৰত সুলক্ষণ যুক্ত পুত্ৰ জন্মা শুনি আনন্দ মনে চাবলৈ গৈ বালকক দেখিয়েই মহাপুৰুষ বুলি চিনি পাই "দামোদৰ" এই নামেৰে সম্বোধন কৰিছিল।

পুত্ৰ জন্মিবাৰ কথা শঙ্কৰত কৈলা।
শুনিয়া শঙ্কৰে অতি আনন্দ লভিলা।।
বৈকুণ্ঠৰ পতি আসি তযু পুত্ৰ ভৈল।
তোমাৰ পুত্ৰৰ নাম দামোদৰ বৈল।।

"নিলকণ্ঠ"

শ্ৰীশ্ৰী˚ দেবদামোদৰ দেব সৰুৰে পৰা গহীন গম্ভীৰ ও ধৈৰ্য্যবান আছিল। বাস্তৱিকতে তেখেতৰ ৰূপ দেখিলে ভক্তিৰ উদয় হয়।

নেত্ৰ ভৰি কতো বেলি নিৰেখি থাকন্ত।
পুৰুষ লক্ষণ চিহ্ন সবে দেখিলন্ত।।
সুদীৰ্ঘ আঙ্গুলিচয় ৰক্ত পদতল।
কম্বুকণ্ঠ সুচাৰু বহল বক্ষস্থল।।
উদৰত তিনি ৰেখা জ্বলে অতিশয়।
নাভি সৰোবৰ যেন প্ৰকাশ কৰয়।।
পদ্মকলি সম নেত্ৰ নাসা তিলফুল।
ৰক্ত কোকনদ কৰ্ণ ওষ্ঠ বিম্বফল।।
সুদীৰ্ঘ অজানু উৰু দীৰ্ঘ পদাম্বয়।
বিংশতি অঙ্গুলি সবে চন্দ্ৰপ্ৰকাশয়।।

প্ৰসন্ন বদন যেন পদ্ম প্ৰকাশয়।
যাক দেখি ভকতৰ সন্তোষ মিলয়।।
শঙ্কৰে এহেন ৰূপ দেখিয়া নয়নে।
পূৰ্ব্বকথা স্মৰি অতি ৰঙ্গ হৈল মনে।।

"নিলকণ্ঠ"

সদানন্দে যথা সময়ত শ্ৰীশ্ৰী ঁ দেবদামোদৰৰ উপনয়নাদি বৈদিক ক্ৰিয়া শেষ কৰি কলাপ বল্লভ উপাধি ধাৰি পণ্ডিত ব্ৰাহ্মণ এজনৰ হাতত পঢ়িবলৈ অৰ্পণ কৰিছিল। তাতে গীতা ভাগৱতাদি শাস্ত্ৰ অলপ দিনৰ ভিতৰতে পঢ়ি সকলোৰে মনত বিস্ময় জন্মাইছিল।

পৰে উপযুক্ত সময়ত সদানন্দই শ্ৰীশ্ৰী ঁ দামোদৰ দেৱক বিয়া কৰাই দিয়ে। তেওঁ জীবনৰ পূৰ্ব্বাৱস্থাতে বিবাহাদি কৰাই গৃহস্থ ধৰ্ম্মত থাকিলোকে কেনেকৈ ধৰ্ম্মাচৰণ কৰিব লাগে সেইটি শিক্ষা দিছিল। কিছুদিনৰ পাছত সদানন্দই নবদেহ পৰিত্যাগ কৰি স্বৰ্গৰোহণ কৰিলে। সুশীলা দেবীয়েও নৰলীলা সম্বৰণ কৰি স্বামীৰ ওচৰলৈ গুছি গ'ল। দামোদৰ দেৱে ক্ৰমে পিতৃ মাতৃৰ ঔৰ্দ্ধ দেহিক কাৰ্য্য সমাধা কৰি নচলাব পৰা ভটিয়াই আহি ৰত্নেশ্বৰ গাঁৱত বৰ্ত্তমান হাজোত বাস কৰিছিল।

শ্ৰীশ্ৰী ঁ দেৱদামোদৰ দেব মনি কুটলৈ অহা যোৱা কৰোতে কোনো এদিন সন্যানসী বেশ ধাৰী দেবৰ্ষি নাৰদ আহি আত্ম তত্বজ্ঞান দি যায়।

কামৰূপ হয়গ্ৰীবে মাধবাচল সন্নিহধৌ,
নাৰদাতি ৰূপেনৈব তস্মৈজ্ঞান মদাৎ পুনঃ"

"ভট্টদেব।"

অসিলন্ত নাৰদ সন্যাসী বেশ ধৰি।
দেখি দামোদৰে আশ্বাসিল ভক্তি কৰি।।
বিষ্ণু সম দামোদৰ নাৰদে জানিলা।
জীব উদ্ধাৰিতে তাঙ্ক তত্ব জ্ঞান দিলা।।

"নিলকণ্ঠ"।

সন্যাসীৰ বেশ ধৰি, জগতৰ উপকাৰী আহিল নাৰদ ঋষি। "সন্তচৰিত"।

কিছুদিনৰ পাছত ৰত্নেশ্বৰৰ পৰা ভটিয়াই গৈ শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেৱে নন্দা গ্ৰামত কেইদিন মান থাকি গৰ যানলৈ যায়। তাৰ পৰা বিলেদি ভটিয়াই যাওতে ৰামৰায় ঘাটত ৰামৰায় নামে এজন সাধু বিপ্ৰৰ লগত কথা বতৰা হৈ তেওঁৰ অনুৰোধত বিয়াস পাবাত বাস কৰি আছিল। তাতে তেওঁৰ কন্যা এটি জন্ম হৈ সেই

কন্যা সহ পত্নী বৈকুণ্ঠগামিনী হোৱাত তেওঁ কোনো শোক নকৰি বিধিবৎ পাৰলৌকিক ক্ৰিয়া কৰিলে। পুনৰায় বিবাহ নকৰি নব বিধ ভক্তি বিশিষ্ট, ভাগৱতী ধৰ্ম্ম আচৰণ কৰি পৰমানন্দে কাল কটাইছিল।

সেই ভাগৱতী ধৰ্ম্ম দত্তাত্ৰেয়বে পৰা এই দৰে পৰম্পৰা ক্ৰমে চলি আহিছে।

দত্তাত্ৰেয়ৰ
পৰা
তেওঁৰ শিষ্য শ্ৰীমচ্ছঙ্কৰাচাৰ্য্য
|
সদানন্দ আচাৰ্য্য
|
শিবুক আচাৰ্য্য
|
পৰমাচাৰ্য্য
|
চতুৰ্ভুজ ভাৰতী
|
লক্ষ্মণ ভাৰতী
|
কমললোচন ভাৰতী
|
বিষ্ণু ভাৰতী।
|
উদ্দান ভাৰতী
|
ৰসিক ভাৰতী
|
ৰসিকানন্দ ভাৰতী
|
বিশ্ব ভাৰতী
|

৺ বিশ্বনাথ ভাৰতী

|

৺ বিশ্বজিৎ ভাৰতী

|

৺ ভাৰতানন্দ ভাৰতী

|

৺ চকোৰানন্দ ভাৰতী

|

৺ কাঞ্চনানন্দ ভাৰতী

|

৺ বলোৰাম ভাৰতী

|

৺ সুত্ৰানন্দ ভাৰতী

|

৺ চকোৰানন্দ ভাৰতী

|

৺ কাঞ্চনানন্দ ভাৰতী

|

৺ বলোৰাম ভাৰতী

|

৺ সুত্ৰানন্দ ভাৰতী

|

৺ সেবকানন্দ ভাৰতী

|

৺ কেশবানন্দ ভাৰতী

|

শ্ৰীশ্ৰী চৈতন্য মহাপ্ৰভু

|

শ্ৰীশ্ৰী৺ দেৱদামোদৰ

যেতিয়া শ্ৰীশ্ৰী৺ দেৱদামোদৰ দেব ৰত্নেশ্বৰ গাঁৱত থাকে তেতিয়া মাধব দৰ্শ

পার্থে মনি কুটলৈ শ্ৰীচৈতন্য আহি বৰাহ কুণ্ডত বাস কৰি থাকোতে দেব দামোদৰক ধৰ্ম্ম প্ৰবৰ্ত্তাবলৈ আজ্ঞা কৰি পুনঃ জগন্নাথলৈ প্ৰস্থান কৰিলে।

বৰাহ কোটতে আসি চৈতন্য আছিল।
মনিকুটে দুয়ো মিলি সম্ভাষা কৰিল।।

"ভট্টাদেব"

প্ৰেমালাপে দুইজন সন্তোষিত হৈল।
তাৰ পৰে শ্ৰীচৈতন্য জগন্নাথে গৈল।।

"নিলকণ্ঠ"

শ্ৰী শ্ৰী ঁ দেৱদামোদৰ দেৱে এই ধৰ্ম্ম প্ৰথমে ভতিজাক মুকুন্দ দেৱক দিয়ে। তাৰ পাছত উপযুক্ত ৰামৰায় দ্বিজক শিষ্য কৰি শৰণ ধৰ্ম্ম দিছিল। এনে ভাবে থাকোতে ৰামৰায় দ্বিজে প্ৰথমে এখনি সত্ৰ পাতি দিয়ে। এই সত্ৰৰ বৰ্ত্তমান নাম পাটবাউসী। সেই সময়ত শ্ৰীশ্ৰী ঁ দামোদৰ দেৱৰ বয়স ৫২ বাৱন্ন বছৰ। কিছু দিনৰ মূৰত উজনীৰ পৰা বংশী গোলাপ নামে এজন পণ্ডিত ব্ৰাহ্মণ গৈ শ্ৰীশ্ৰী ঁ দেব দামোদৰত শৰণ ধৰ্ম্ম গ্ৰহণ কৰিছিল। শ্ৰীশ্ৰী ঁ দেব দামোদৰেও বংশীদেৱক উজনী খণ্ডৰ ধৰ্ম্মাধীকাৰ পাতি ধৰ্ম্ম প্ৰবৰ্ত্তাবলৈ আজ্ঞা দিলে। তাৰ পাছত ক্ৰমে ২ সকলো জাতীৰ লোকে দামোদৰ দেবত শৰণ লবলৈ ধৰিলে। ৰামৰায কৃষ্ণানন্দ, ৰমানন্দ, হৰি, ৰঘুনাথ, জগন্নাথ, ৰামদাস বিষ্ণুদাস, পয়োনিধি, ৰাতুল চৰণ, মধু আৰু পৰমানন্দ, এই বাৰজন দামোদৰ দেবৰ লগত সদাই থাকে।

সেই সময়তে বৰ নগৰৰ অন্তৰ্গত ভেৰা গাৱৰ তেজস্বী শাস্ত্ৰ পাৰদৰ্শী "বৈকুণ্ঠ" নামক এজন ব্ৰাহ্মণ দেব দামোদৰৰ যশস্যাৰ কথা শুনি এদিন পাট বাউসীলৈ আহি শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেবৰ সহিত সম্ভাষা কৰি প্ৰভুৰ আদেশানুসাৰে তাতে ভাগবত বাখ্যা কৰি আছিল আৰু উপদেশো গ্ৰহণ কৰিলে। এওৰেঁই সকলোৰে জনাশুনা দেবদামোদৰৰ প্ৰিয়ত্তম প্ৰধান শিষ্য ভট্টদেব।

শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেবে বৈদিক, পৌৰাণিক আৰু তান্ত্ৰিক এই কেউটি মতৰ উদ্দেশ্য এক, কাজেই সকলোটিৰে সামঞ্জস্য হব পাৰে। এইটো ভট্টদেবক বিশেষ ৰূপে বুজাই দি নিজৰ বৈষ্ণব ধৰ্ম্মৰ মত তেওঁৰ আগত প্ৰকাশ কৰে।

শ্ৰীশ্ৰী ঁদেবদামোদৰ দেবে ভট্টদেবক দিয়া উপদেশৰ পৰা এইটি ভালকৈ বুজা যায় যে ব্ৰাহ্মণাদিক সন্ধ্যা বন্দনাদি ক্ৰিয়া পৰিত্যাগ নকৰি পৰমেশ্বৰক উপাসনা কৰিবলৈ আদেশ কৰিছিল।

ব্ৰাহ্মণৰ নিত্য নৈমিত্তিক নেৰুৱাবা।

আপুনিও স্নান সন্ধ্যা পুজা আচৰিবা।।

"নামৰায়"

শ্ৰীশ্ৰী ঁ দেবদামোদৰে হীন জাতিৰ মানুহ বুলি কাকো বিন নকৰি সকলোকে উপযুক্ত নাম ধৰ্ম্ম দি দয়াৰ আদৰ্শ দেখুৱাইছিল। শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেবৰ ধৰ্ম্ম মতৰ উৎকৰ্ষ দেখি যেতিয়া বহু দুৰৰ পৰাওঁ অসংখ্য মানুহ আহি নাম ধৰ্ম্মাদি গ্ৰহণ কৰিবলৈ ধৰিলে তেতিয়া দয়াৰ গুৰু দামোদৰ দেবে প্ৰধান শিষ্য বংশিদেব, বলদেব, ভগবানদেব আৰু সন্তভূষনক আচাৰ্য্য পদত নিযুক্ত কৰি লোক শিক্ষা দিবৰ নিমিত্তে আদেশ কৰিছিল।

দেব দামোদৰ গুৰু সুবৰ্ণৰ ভৈলামেৰু।
পূৰ্ব্বদিশে বংশিদেব, সদা এওঁক কৰা সেব।
বলদবে পশ্চিমত, সদাভৈল অনুগত।
ভগবান উত্তৰত, দামোদৰ অনুগত।
কুমুদ সদৃশে বৈলা পাপিকো নিস্তাৰ কৈলা।

"ঘোষা ৰত্ন"

শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেবক যে কেবল তেওঁৰ শিষ্য সকলেই ভক্তি কৰিছিল এনে নহয়, অন্য পন্থী লোক সকলেও তেওঁৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা ভক্তি ৰাখিছিল।

শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেব পৰীক্ষিত ৰজাৰ নগৰলৈ যোৱাৰ সময়ত তেওঁৰ পূৰ্ব্ব স্থাপিত প্ৰধান সত্ৰ পাটবাউসীত ধৰ্ম্ম প্ৰবৰ্ত্তন কৰিবলৈ ভট্টদেবক আচাৰ্য্য পাতি যায়। সেই বাবে তেওঁৰ ভতিজা কৃষ্ণাচাৰ্য্যে বেজাৰ পাই ভট্টদেবৰ সহিত মাজে ২ কন্দল কৰি থাকে। কোচবেহাৰত থাকি শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেবে সেই কথা শুনিবলৈ পাই তেও বিলাকৰ গুণাগুণ দেখিবৰ নিমিত্তে তেওৰ শিষ্য সত্ৰাধিকাৰ সকললৈ সমাচাৰ দি পথায় যে "মোৰ বৃদ্ধাবস্থাত কিছু মিষ্ট বস্তু খাবৰ ইচ্ছা হৈছে। কোনে কি পাৰা লৈ আহিবা"। আচাৰ্য্য সকলে গুৰুৰ আদেশ পাই নানা ৰকমৰ মিষ্টান্ন দ্ৰব্য সংগ্ৰহ কৰি লৈ যায়। কিন্তু ভট্টদেবে হলে কথা ভাগবত নামে এখন গ্ৰন্থ ৰচনা কৰি নিয়ে।

শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেবে কথা ভাগবত পাই অমৃততৈক ও শতগুণে নিষ্ট বুলি প্ৰশংসা কৰি ভট্টদেবক পাটবাউসী সত্ৰৰ অধিকাৰ আৰু সকলো আচাৰ্য্যৰ মাজত প্ৰধান বুলি উক্তি কৰিছিল। কৃষ্ণাচাৰ্য্যে মনত বৰ কষ্ট পাই উভতি আহি বজালী অঞ্চলত "ধো মৰা" নামে এখনি সত্ৰ পাতি থাকিল।

অপৰ পৰশ্ৰীকাতৰ কামেশ্বৰখিনি শিবৰৰ দৈবজ্ঞ, ৰজা প্ৰজা নৰনাৰীৰ। শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেবত অসীম ভক্তি দেখি সহ্য কৰিব নোৱাৰি পৰীক্ষিত ৰজাত অনেক

কুট কথা লগাই ৰাজ্যৰ পৰা দেশান্তৰ হবলৈ দিয়ালে। ৰাজাজ্ঞা মানি ৮৫ পচাশী বছৰ বয়সত প্ৰভু শ্ৰীশ্ৰী˚ দেবদামোদৰে কোচ বেহাৰলৈ যাত্ৰা কৰিছিল। কোচ বেহাৰাধিপতি মহাৰাজ লক্ষী নাৰায়ণে দয়াৰ ঠাকুৰ শ্ৰীশ্ৰী˚ দেবদামোদৰ দেব অহা শুনি অতি সমাৰোহেৰে ৰাজধানীলৈ আগবঢ়াই নি যথা বিধি পূজা কৰিছিল।

তাৰ পাছত ভিতৰুৱা ধাপত এখনি সত্ৰ পাতি দি উপদেশ গ্ৰহণ কৰে। প্ৰভু শ্ৰীশ্ৰী˚ দেবদামোদৰেও সেই সত্ৰতে শ্ৰবন কীৰ্ত্তনাদি ধৰ্ম্ম প্ৰবৰ্ত্তাই জীবনৰ শেষ কাল কটাইছিল। ইফালে উজনী খণ্ডত ধৰ্ম্ম প্ৰবৰ্ত্তাই থকা বংশীগোপাল দেবৰ সহিত˚ বনমালী দেবৰ সাক্ষাৎ হয়। বংশীগোপাল দেৱে বনমালী দেবৰ অলৌকিক দিব্যা বুদ্ধি "নপঢ়ি ভাগবতাদি শাস্ত্ৰ জনা" ও ধৰ্ম্ম নিষ্ঠতা দৰ্শণ কৰি নিৰতিশয় বিস্ময়াপন্নহৈ তেখেতক পুত্ৰ ৰূপে লগতে ৰাখিলে। পৰে* (বংশাগোপাল দেব বৈকুণ্ঠগামী হোৱাত) বনমালী দেবে বহু যত্নেৰে গৈ কোচবেহাৰত দয়ালু দামোদৰ দেবক লগ পায়। শ্ৰীশ্ৰী˚ দেবদামোদৰ দেবেও বনমালী দেবৰ বিদ্যা বুদ্ধি দেখি পৰম সন্তোষ পাই "নপঢ়ি ভাগবত শাস্ত্ৰত ব্যুৎপত্তি থকা সত্বেও" কলে বনমালী, তুমি ঠাকুৰ দ্বাৰত ভাগবত পঢ়ি আহোগৈ? বনমালী দেবে প্ৰভু দেবৰ আজ্ঞা শিৰোগত কৰি অলপ দিনৰ ভিতৰতে ঠাকুৰ দ্বাগুত ভাগবত পাঠ শেষ কৰি পুনৰ কোচবেহাৰলৈ আহি শ্ৰীশ্ৰী˚ দেবদামোৰক ভাগৱত পাঠ কৰি শুনালে। প্ৰভু দেৱে বনমালী দেবৰ পৰা ভাগবত শুনি পৰমানন্দে পৰিপ্লুত হৈ কলে যে, "বনমালী, তুমি শুকদেব আহিছা"? তুমি গোপালৰ পুত্ৰ নোহোৱা মোৰহে পুত্ৰ। এই বুলি ছোট বনমালী নাম দি সৌমাৰ পীঠৰ দ্বিতীয় আচাৰ্য্য পাতি পথায়। এই জনেই˚ দক্ষিনপাট সত্ৰৰ আদি বীজ।

পৰে ১৫২০ পোন্ধৰ শত বিশ শকৰ বৈশাখ মাহৰ শুক্লা প্ৰতিপদ তিথিৰ দিনা পূৰ্ব্বাহ্ন সময়ত শ্ৰীশ্ৰী˚ দেবদামোদৰ দেবে নিজৰ নাম উচ্চাৰণ কৰি আৰু ভকত সকলৰ দ্বাৰায়ো হৰিৰ নাম উচ্চাৰণ কৰাই মৰ্ত্ত্য ধাম ত্যাগ কৰি স্বধাম বৈকুণ্ঠলৈ গমন কৰে।

শ্ৰীকৃষ্ণো নিজধাম গোহখিল জনাৰ
দৃষ্টাতি পাপাশয়ান
সদ্ধৰ্ম্ম প্ৰথনেচ্ছয়া কলিযুগে
দামোদৰাখ্যো ভবৎ।
শাকে দিজ্ঞনু সংখ্যৰা বিগনিতে ধৰ্ম্মান
জনান গ্ৰাহয়ন।
শাকে দ্বাম্বৰ বান চন্দ্ৰ গনিতে গচ্ছৎ
পুনৰ্দ্ধামবঃ।।

প্ৰভু দামোদৰ দেব বৈকুণ্ঠ প্ৰায়ণ কৰাৰ দিনাবধি সেই সত্ৰখানি বৈকুণ্ঠ, পুৰ” নামেৰে প্ৰখ্যাত হল।

## উপসংহাৰ

মহাপুৰুষ শ্ৰীশ্ৰী দেবদামোদৰে মনুষ্য ৰূপ ধৰি সত্য, শৌচ, দয়া, ক্ষমা, ইত্যাদি দ্বাৰা হৰিক আৰাধনা কৰি মানুহে কেনেকৈ জন্ম মৃত্যুৰ হাত এৰাব পাৰে, জন্ম সাধাৰণক শিক্ষা দি স্বস্থানে প্ৰস্থান কৰিলে। সেই গুৰুৰূপধাৰী অনাদি অনন্ত দেবদামোদৰৰ শ্ৰীপাদ পঙ্কজত সহস্ৰ ২ দণ্ডবৎ পূৰ্ব্বক “জয় দেব দামোদৰৰ জয়” উচ্চ বোষণা কৰি হৰি বোলা হৰি।

# শ্ৰীশ্ৰী দামোদৰ দেবৰ তিৰোভাবৰ তিথি

এই ৰচনাখনি শ্ৰীশ্ৰী দেবদামোদৰ দেৱৰ তিৰোভাবৰ তিথিৰ দিনা পণ্ডিত শ্ৰীযুত *ধাৰেশ্বৰ ভট্টাচাৰ্য্যই জৰ্জ্জস্কুলত পতা সভাত পঢ়িছিল।

সত্যই সনাতন ধৰ্ম্ম; এই ধৰ্ম্ম কোনো স্থান বিশেষৰ আৰু কোনো যুগ বিশেষৰ, কোনো এটা জাতিৰ বা কোনো এটা সম্প্ৰদায়ৰ নতুবা কোনো এজন মানুহৰ একচেতিয়া সম্পত্তি নুই বুলি সকলো বীমন্ত আৰু জ্ঞানৱন্ত নৰ নাৰীয়েই চিঞৰি কব পাৰে কাৰণ, সত্য একেটা,—একমেবাদ্বিতীয়ম্।

কোনো বিজ্ঞান বিশেষৰ ফালৰ পৰা কোনো এটা ঘটনাকো আমি সত্য বুলি ঠাৰৰাব পাৰোঁ কিন্তু সেই সত্য কোনো স্থান আৰু সময় বিশেষৰ সদাই সাপেক্ষ্য; যেনে বৈজ্ঞানিক মুনি নিউটন নাইবা আৰ্য্যভট্টৰ আবিষ্কৃত মাধ্যাকৰ্ষণ বিধি; কিয়নো এই নিয়ম বিশ্ব সৃষ্টিৰ লগে লগেহে সৃষ্ট হৈছে; যেতিয়া এই মহা বিৰাট বিশ্ব কোনো বাস্পীয় পদাৰ্থত বাজে আন একোটো নাছিল তেতিয়া এই মাধ্যাকৰ্ষণ নিয়মৰো অস্তিত্ব নাছিল, অস্তিত্ব হল সৃষ্টিৰ অস্তিত্বৰ পৰা। এতেকে, মাধ্যাকৰ্ষণ বিধি এটি ঘটনাহে মাথোন, অৱশ্যে অতি নহতোপি মহা সত্যৰ অধীন ঘটনা।

উদজান বায়ুৰ দুটি অণু আৰু অম্লজান বায়ুৰ এটি অনুৰ সংমিশ্ৰণৰ পৰা জলৰ অণু এটাৰ উদ্ভব হোৱা কথাটো যেনেকৈ এটি ৰাসায়নিক ঘটনা বা ক্ষুদ্ৰ সত্য, তেনেকৈ আলোকৰ অনপভূতি অন্ধকাৰৰ অনপভূতিৰ তলতীয়া হোৱা কথাটোও এটি মানসিক ঘটনা নাইবা ক্ষুদ্ৰ সত্য।

জড়বিজ্ঞান; মনো বিজ্ঞান আদি সকলো বিজ্ঞানৰেই জ্ঞান ইন্দ্ৰিয় সাপেক্ষ কিন্তু সি মহা সত্যৰ আদেশত এই বিজ্ঞান সমূহৰ স্বকীয় ৰাজ্যবোৰ এক নিমিষত সৃষ্ট

*ধাৰেশ্বৰ ভট্টাচাৰ্য্য

নাইবা বিনষ্ট হব লাগিছে। সেই মহা সত্য হলে টাস্কান দেশীয় বিজ্ঞানাচাৰ্য্য গ্যালীলওৰ আবিস্কৃত দুৰবীক্ষণৰ হাতত ধৰা নপৰে। নতুবা পণ্ডিত কেভেণ্ডিচৰ জল বিশ্লেষনক কোনো যান্ত্ৰিক সাহাৰ্যতো ৰসশালাত পৰিদৃষ্ট নহয়, পৰিদৃষ্ট হয় কেৱল কৰ্ম্ম পাথৰত সুঘষিত হৈ স্ফটিক শুদ্ধ পৰিলব্ধ হোৱা আত্ম দাপোনেৰে আত্মাত। এই মহা সত্যময় শিৱময় আৰু সুন্দৰময় পৰমব্ৰহ্মৰ জ্যোতি যি হৃদয়ত প্ৰতি ফলিত হোৱা নাই সেই হৃদয় সঁচাকৈ বৃথা; সেই হৃদয় সঁচাকৈ মোহময় মায়াময় অন্ধকাৰত নিমগ্ন হৈ আত্মজ্ঞান শূন্য।

যেতিয়া য়ুৰোপিয় মানব সমাজৰ প্ৰা সমজুৱাৰেই প্ৰধান লক্ষ্য আছিল eye for an eye, tooth for a tooth তেতিয়া প্ৰেমমূৰ্ত্তি ভক্ত কৃষ্টদেব আবিৰ্ভূত হৈ গোটেই য়ুৰোপীয সমাজত প্ৰেম-ধৰ্ম্ম বিলাই শান্তিৰ প্ৰবাহ বোৱাই দিছিল ঠিক সেই দৰে বৈদিক যুগৰ পাচত যেতিয়া ভাৰতবৰ্ষত জ্ঞানৰ ঠাই অজ্ঞানে অধিকাৰ কৰিছিল, প্ৰেমৰ ঠাই হিংসাই কাঢ়ি লৈছিল তেতিয়া আবিৰ্ভূত হৈ ভাৰতক শান্তি দান দিছিল বুদ্ধদেৱে। তাৰ পাচত বৌদ্ধ আৰু অবৌদ্ধ দুযো দলৰ বিপথ গামী সকলক সৎ পথলৈ আনিবৰ কাৰণে আবিৰ্ভাব হৈছিল মহা দাৰ্শনিক শঙ্কৰাচাৰ্য্য। তাৰো পাচত যেতিয়া অল্প ধীৰ মানবে সুক্ষ্মাতি সুক্ষ্ম দাৰ্শনিক তথ্য নুবুজি বিপথৰ পাচ এৰা নাছিল তেতিয়া আসামত জন্ম গ্ৰহণ কৰে মহাপুৰুষ শঙ্কৰ দেৱ, দামোদৰদেৱ আৰু মাধব দেৱ আদিয়ে, বঙ্গত উপজে শ্ৰীচৈতন্যদেব আৰু হৰিদেৱ আদি আৰু পঞ্জাবত পজেউ গুৰু নানক।

মহা পুৰুষ শ্ৰীশ্ৰী˝ দামোদৰ দেৱৰ আবিৰ্ভাব শ্ৰীশ্ৰীশঙ্কৰদেৱৰ পাচত, যেতিয়া শ্ৰীশঙ্কৰদেৱে ব্ৰহ্মজ্ঞান লাভ কৰি লোকক উপদেশ বানী বিলাইছিল তেতিয়া শ্ৰীদামোদৰদেৱে, বসুদেৱৰ গৃহত দৈবকীৰ কোলাত হাঁহি হাঁহি আধা ফুটা মাতেৰে জনক জননীৰ চিত্ত যেনেকৈ শ্ৰীকৃষ্ণই হৰণ কৰিছিল, সেইদৰে সুশীলা দেৱীৰ কোলাত বহি সদানন্দ ব্ৰাহ্মণৰ হৃদয় প্ৰেম তৰঙ্গত উদ্ভাসিত কৰি তুলিছিল।

সেহি গ্ৰামে থাকি কথা শুনিলা শঙ্কৰ।
উপজিলা শিশু এক মিত্ৰ ব্ৰাহ্মণৰ।।
লোকৰ মুখত শুনি শিশুৰ লক্ষণ।
চাহিবে গৈলন্ত সঙ্গে ভক্ত দুইজন।।
দেখিলা শঙ্কৰে শিশু পুৰুষ লক্ষণ।
জ্ঞান দৃষ্টে চাহি আছিলন্ত কতক্ষণ।।
আনে কিছু নাজানন্ত ঈশ্বৰৰ তত্ত্ব।

শঙ্কৰে দেখিলা শিশু ঈশ্বৰ সাক্ষাত।।

বাস্তবিক, "গুণিনি গুণজ্ঞঃ ৰমতে" গুণীৰ মোল গুণীয়েহে বুজে। আনে বুজাহেঁতেন খৃষ্টিয় সম্প্ৰদায়ে গ্যালিলিওক পৃথবীহে ঘুৰে সূৰ্য্য নুঘুৰে বুলি সত্য প্ৰচাৰ কৰোঁতে Ioquisition দক্ষৰ হাতত তেওঁক বাইবেল বিৰুদ্ধবাদী পাষণ্ড বুলি নানান দণ্ড ভোগ কৰালেহেঁতেন নে? শ্ৰীশঙ্কৰ দেৱৰ মহাযোগী শ্ৰীদামোদৰক দেখি হৃদয় আনন্দত নাচি উঠিল, প্ৰাণ যেন প্ৰেমত পুলকিত হল।

দামোদৰ দেবৰ জন্ম নগাৰৰ মলঞ্চা গাৱঁত। শঙ্কৰ দেবৰ বটদ্ৰৱাত। মলঞ্চা আৰু বটদ্ৰৱা ওচৰা ওচৰি ঠাই।

হেন বিমৰিষি বহিলন্ত দুই জন।
নলঞ্চা গ্ৰামত আছে যত প্ৰজাগণ।।
লৰা লৰি কৰি আসি যত নৰ নাৰী।
কৌতুহলে সবে আসি চান্ত চক্ষু ভৰি।।
উৰুলি পাৰয় মিলি যত নৰ-নাৰী।
দ্বিজে আশীৰ্ব্বাদ দেন্ত বেদ মন্ত্ৰ পঢ়ি।।
নলঞ্চাৰ সমীপে আছয় এক গ্ৰাম।
বটদ্ৰৱা নামে শস্যে মৎস্যে অনুপাম।।
"কবি চন্দ্ৰ"।

সেই যুগটোত অসমৰ ভাগ্য ৰবি সমুচিত ভাৱে ধৰ্ম্ম আৰু সাহিত্য জগতত উদিত হল। একে শ্ৰীমন্ত শঙ্কৰক পাই আসাম জননী ধন্যা তাতে আকৌ দামোদৰ দেৱৰো একে সময়তে আবিৰ্ভাব! এই দুই জনা মহা পুৰুষৰ জ্যোতিৰে অসমৰ প্ৰত্যেক ঘৰ খনিয়েই জ্যোতিৰ্ম্ময় হৈ উঠিল, হৰিৰ নাম প্ৰসঙ্গত দশোদিশ মুখৰিত হল, পিশাচিনী কুপ্ৰথা সুৰভা কিনীৰ লোমহৰ্ষক আৰ্ত্তৰাৱ অনন্ত শূন্যৰ গৰ্ভত লয় হল। বাস্তবিক, আসামৰ যুগান্তৰ উপস্থিত। এই যুগলৈ চালে সঁচাকৈ মনত পৰে—

যেহিকালে পুৰাতন ধৰ্ম্ম নষ্ট হয়।
অধৰ্ম্ম আচাৰ যি কালত প্ৰবৰ্ত্তয়।।
সেহি সেহি কালে সখি মোৰ অৱতাৰ।
অধৰ্ম্ম বিনাশি কৰো ধৰ্ম্মক প্ৰচাৰ।।
দুষ্টক সংহাৰি সজ্জনক প্ৰতি পালি।
এহি বুলি অৰ্জ্জুনক কৈলা বনমালী।।

শ্ৰীশ্ৰী দামোদৰ দেৱৰ জন্ম শঁক নিৰূপণ কৰিব পাৰি সুকবি নীলকণ্ঠৰ ৰচিত

দামোদৰ চৰিতত পোৱা এই শ্লোকটিৰ পৰা,

শ্ৰীকৃষ্ণ নিজ ধাম গোহখিল জনান
দৃষ্টাতি পাপশয়ান।
স ধৰ্ম্ম প্ৰথনৈচ্ছয়া কলিযুগে
দামোদৰাখ্যোহভবৎ।।
শাকে দিগ্মনুসখ্যয়া বিগনিতে
ধৰ্ম্মান জনান গ্ৰাহয়ন্।
শাকে দ্ব্যম্বৰ বাণ চন্দ্ৰ গণিতে
গচ্ছৎ পুৰ্ণধাম সঃ।।

অৰ্থাৎ শ্ৰীকৃষ্ণ নিজে কলিযুগত ধৰ্ম্ম সংস্থাপনৰ কাৰণে নৰসকলৰ পাপশীল মতি দেখি শ্ৰীদামোদৰৰূপে ১৪১০ শকত জন্ম গ্ৰহণ কৰি লোক সকলক ধৰ্ম্ম গ্ৰহণ কৰাই ১৫১৭ শকত পুনৰাই নিজ ধামলৈ গতি কৰে। এই শকৰ মতেই যদি শ্ৰীদামোদৰ দেৱৰ জন্ম মৃত্যু হলে তেনে দামোদৰ দেৱ জীয়াই আছিল ১০৭ বছৰ।

১০৭ বছৰ জীয়াই থকা কথা শুনি শ্ৰীদামোদৰ দেৱৰ তীৰোভাবৰ শকটোত অলপ সন্দেহ জনসাধাৰণৰ মনত জাগিব পাৰে, কিন্তু এই সন্দেহৰ কোনো কাৰণ পবিত্ৰ জীবন সদাই ব্ৰহ্ম চৰ্য্যৰ উপৰত পৰিস্থাপিত হোৱাৰ কাৰণে দীৰ্ঘায়ু হয়। ইয়াৰ দৃষ্টান্ত স্বৰূপে আমি ৰাইজক আঙুলিয়াই দেখুৱাব পাৰোঁ কাশী ধামৰ ২৫০ বছৰ মান জীয়াই থকা বিখ্যাত বাবাজী স্বামী ত্ৰৈলিঙ্গ নাথৰ কথাটো আৰু দেখুৱাব পাৰোঁ হিমালয়ৰ কলাঙ্গীবাবাৰ জীৱন বৃত্তান্ত। এই হিমালয় বাবা এতিয়াও জীবিত আছে। পানিপথৰ যুদ্ধখন এই বাবাৰ জীবনৰ ভিতৰতে ঘটা এটি বুৰঞ্জীমূলক ঘটনা, পলাশীৰ যুদ্ধটো এওঁৰ মনত হেনো সিদিনাৰ কথা। তেওঁৰ স্বামী বিশুদ্ধানন্দ নামেৰে আশী বছৰীয়া জনৈক শিষ্যক আঙুলিয়াই ৰাইজৰ আগত কৈছে যে তেওঁ কেৱল পৰম কোমল মতীয়া এতি শিশু মাথোন। হিমালয়ৰ বাবা নেপাল ৰাজ্যাধি পতিৰ কুল গুৰু ভাৱে নিয়োজিত হবৰ আজি প্ৰায় ১১১ বছৰৰো বেছি হৈছে। এই বাবাসকলৰ দীৰ্ঘায়ুৰ পৰিমাপৰ লগত আমাৰ প্ৰভু দামোদৰৰ জীৱনায়ু ১০৭ বছৰ হোৱা দেখি আমাৰ মনত ওপজা সন্দেহ আঁতৰি নাযায় নোৱাৰে।

## A Tercentenarian Sadhu

REMEMBER THE BATTLE OF PLASSY

(From a Correspondent)

Karimganj, Mar 27

GREAT interest has been aroused in the town by the arrival on Thursday of the well-known Sadhu Swathı Shachittananda (better known ın the Hımalayas as "Kalambi Babu ") The venerable Mahratta saint ıs reputed to be over 350 years old, and claims to have been for 111 years the spirıtual advıser of the Kıngs of Nepal. People flock to see him, and to hear jim speak Hındı ıs the medium of ıntercourse. He ıs everywhere treated wıth the greatest respect and affectıon Lıke a true Sadhu, he observes no caste rules, and provıded he ıs not offered fısh or meat, wıll at anythıng that is put before hım He says he remembers vivıdly the First Battle of Panıpat (1526), whıle Plassy ıs an event of yesterday. He recollected having met on several occasions the famous Christain Sadhu Sundar Singh of whom he spoke most appreciatively. He also acknowledged the kınd treatment he had received at the hands of Mrs. Besant

He attrıbutes hıs Longevity solely to the attentıon he pays to the Yoga Shastras (ınvolvıng correct breathing, Posture, feeding and bodily discipline in general) and he wears the cinnamon coloured robe adopted by holy men in this country. He was accompanied by his discıple Beshudhananda, whom he descrıbe as a mere child of 82 years-STATESMAN.

ব্ৰহ্মাচৰ্য্যই মানব জীৱনৰ দীৰ্ঘায়ুৰ কাৰণ। "বিন্দু ধাৰণম্ ব্ৰহ্মাচৰ্য্যম" বিন্দু অৰ্থাৎ বীৰ্য্য ধাৰণ কৰাকেই ব্ৰহ্মাচৰ্য্য বোলে, কেৱল অবিবাহিত অৱস্থাৰ জীৱন যাপন ব্ৰহ্মাচৰ্য্য নহয়। যি জাতিৰ মাজত এই ব্ৰতৰ ব্ৰতী নিচেই তাকৰ সেই জাতিটো জগতত এটা সবল জাতি বুলি পৰিগণিত কেতিয়াও হব নোৱাৰে, হব পাৰে a natıon of piamıes.

ব্ৰহ্মাচৰ্য্যৰ কথা, প্ৰভূ দামোদৰ দেৱৰ জীৱন আলোচনাত, অপ্ৰাসঙ্গিক নহয়, কাৰণ এওৰ জীৱনৰ কাল গোটেইটো এই ব্ৰহ্মাচৰ্য্যৰ ওপৰতে অৱস্থিত আছিল। কেৱল দামোদৰ দেৱৰ জীৱন বুলিয়েই নহয় শ্ৰীশঙ্কৰ দেৱাদি মহা মহা পুৰুষৰ

জীৱনেই ব্ৰহ্মচৰ্য্যৰ জীৱন। এই ব্ৰহ্মচৰ্য্যব্ৰতেই সকলো ধৰ্ম্ম কৰ্ম্মৰ প্ৰথম সোপান; কাৰণ, মানব প্ৰাণ ব্ৰহ্মচৰ্য্য অবিহনে কেতিয়াও নিতিকে। সেই কাৰণে অস্মদ্দেশীয় নীতিবিশাৰদ পণ্ডিতবৰ্গে কয়, ধৰ্ম্মাৰ্থ কামমোক্ষানাং

প্ৰানাঃ সংস্থিতিহেতবঃ।

তান্ বিঘ্নতা কিং নহতম

ৰক্ষতা কিংনৰক্ষিতম।

তেন্তে আমি এই মহাপুৰুষ সকলৰ জীৱন দৃষ্টান্তৰ পৰা শৰীৰমাদ্যং খলুধৰ্ম্ম সাধন মত এই উপদেশ বানী গ্ৰহন কৰি কি অধ্যায়ী, কি সন্যাসী, গৃহী সকলো ব্ৰহ্মাচৰ্য্যব্ৰতৰ ব্ৰতি হৈ আমাৰ স্ব স্ব উদ্গতিৰ বাটত খোজ লৈ জাতীয় গৌৰবেৰে মণ্ডিত হৈ এই মহাপুৰুষৰেই পদ অনুসৰন কৰি

অজ্ঞতা কূপৰ পৰা

উঠিব লাগিব।

বিচাৰ বিহীন প্ৰথা

লাগিব এৰিব।

হায়, কেতিয়ানো এই অসমে বৰ্যে ভবেৎ গৌৰী নবমেতুৰোহিনীনে, আদি বিচাৰ বিহীন আচাৰৰ তলতীয়াভাৱে হোৱা জীৱনক ঋতুবাৰ গৰিহনা দি কন্যা উদগতিৰ সকলক পুষ্পিতা হোৱাৰ পাচত পূৰ্নযৌধ নপ্ৰাপ্তাবস্থাত পৰিনীতা কৰি আৰু বালক সকলকো ভৰযৌবনত পৰিনীত কৰাই বৈদিক মতেৰে ব্ৰহ্মাচৰ্য্যব্ৰত পালি জীৱন সোনালি কৰি জাতীয় জীৱনত প্ৰানৰ সঞ্চাৰ কৰিব? আচাৰ যদিও ধৰ্ম্মৰ অঙ্গ তথাপি বিচাৰ বিহিন আচাৰৰ ধৰ্ম্ম বুলি কোনো মনস্বীয়ে আজিলৈকে কোৱা নাই। আমাৰ সকলোৱে জন আছে বিবাহ বিধিৰ এই মন্ত্ৰটি।

ওঁ গুভামি হস্তংতে সুপ্ৰজস্তায় ইত্যাদি অৰ্থাৎ বৰে কন্যাৰ হস্তগ্ৰহণ পূৰ্ব্বক কব লাগে হে সুন্দৰী, আজি সুন্দৰ সন্তান লাভৰ কাৰণে তোমাৰ পানি গ্ৰহন কৰিলো। তেন্তে এই মন্ত্ৰটি আঠবছৰীয়া গৌৰী সদৃশী নাইবা ন বছৰীয়া ৰোহিনী সদৃশী কন্যাৰ প্ৰতি যোগ্য হব পাৰে নে? যদি নোৱাৰে তেন্তে বৈদিক উপদেশ আওকান কৰি ব্ৰহ্মাচৰ্য্যা পিনে দৃকপাত নকৰি চিৰ ব্ৰহ্মাচাৰি শ্ৰীশ্ৰী দামোদৰ দেৱৰ চৰণত আমাৰ ভক্ত বৃন্দৰ যথোচতি ভক্তি দেখুৱা হৈছে জানো? আমাৰ উচিত ভক্তি দেখুৱা হব তেওঁলৈ, যদি আমি শয়নে সপোনে পূৰণে জাগৰণে সদাই তেওঁক আদৰ্শভাৱে হৃযদয়ত অঙ্কিত কৰি আমি আমাৰ উদগতিৰ পথত আগুৱাও। কেৱল কন্যাক পুষ্পিতা হোৱাৰ পাচত বিয়া দিলে আৰু লৰাকো যৌৱন অৱস্থাত বিয়া কৰালে

ব্ৰহ্মাচৰ্য্য পালন কৰা নহব; ব্ৰহ্মাচৰ্য্য পালন কৰিব খুজিলে অষ্টাঙ্গ মৈথুন বিৰহিত হ'ব লাগে।

"স্মৰণং কীৰ্ত্তনং কেলিঃ প্ৰেক্ষণং গুহ্যভাষণম্
সংকল্পোহধ্যবসায়শ্চ ক্ৰিয়া নিস্পত্তিৰেবচ
এতন্মৈখুনমষ্টাঙ্গং প্ৰষদন্তি মণীষিনঃ
বিপৰিতং ব্ৰহ্মাচৰ্য্যম এতদেবাষ্ট লক্ষণম।।

এই আঠ প্ৰকাৰ মৈথুনৰ পৰা বিৰহিত হৈ যথাসময়ত বৈবাহিক ক্ৰিয়াদি সম্পাদিত হলেহে প্ৰকৃত ভাৱেৰে ব্ৰহ্মাচৰ্য্যব্ৰত পৰিপালিত হব আৰু ব্ৰহ্মাচৰ্য্য প্ৰতিষ্ঠাৰ পৰাহে জাতীয় ভাৱেৰে হওক নাইবা ব্যাক্তিগত ভাৱেৰে হওক আমাৰ শাৰীৰিক, মানসিক আৰু নৈতিক বল লাভ হব, নহলে কোনোমতে আমাৰ উদগতিৰ আশা নাই।

লাহে লাহে সদানন্দ বিপ্ৰৰ গৃহত প্ৰভু দামোদৰ দেৱৰ উপয়নাদি সম্পাদিত হোৱাৰ পাচত বৈবাহিক ক্ৰিয়াও সম্পন্ন হল। তাৰ পাচত যেতিয়া সদানন্দ আৰু সুশীলা দেবীৰ কালপ্ৰাপ্ত হল তেতিয়া দামোদৰৰ বৈৰাগী ভাবৰ প্ৰবল সোঁত প্ৰবলতৰ হৈ উঠিল আৰু অলপ দিনৰ পাচতে তেওঁ নলঞ্চাৰ পৰা ভটিয়াই গৈ ৰত্নেশ্বৰ গাৱঁত বসতি কৰে। এই ৰত্নেশ্বৰ গাৱেঁই বৰ্ত্তমানৰ হাজো। এই হাজোতে দামোদৰ দেৱৰ ব্ৰহ্মাজ্ঞান পূৰ্ণভাবে বিকশিত হয়।

কামৰূপে হয়গ্ৰীবে মাধবাচল সন্নিধৌ।
নাৰদাভিৰূপেনৈব জ্ঞানমদদাৎ পুনঃ।।

"ভট্টদেৱ"

আসিলন্ত নাৰদ
সন্যাসী বেশ ধৰি।
দেখি দামোদৰে
আশ্বাসিলা ভক্তি কৰি।।
বিষ্ণু সম দামোদৰ
নাৰদে জানিলা।
জীৱ উদ্ধাৰিতে তাঙঅক
তত্ত্ব জ্ঞান দিলা।।

"নীলকণ্ঠ"।

সন্যাসীৰ বেশ ধৰি জগতৰ উপকাৰী
আসিল নীৰ ঋষি।
"কবিচন্দ্ৰ"।

এই সময়তে শ্ৰী˚ দামোদৰ দেৱৰ লগত বিবাহ্ কুণ্ডৰ ওপৰত গুহাত থাকোঁতে শ্ৰীচৈতন্যদেবৰ সাক্ষাৎ হয়। শ্ৰীচৈতন্য দেব তেতিয়া সন্যাসী। দামোদৰ দেৱক সনাতন ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ উপদেশ দি চৈতন্যদেৱ পুনৰাই জগন্নাথলৈ গুচি যায়।

বৰাহ কোটৰ আসি চৈতন্য আছিল।
মণিকুটে দুয়ো মিলি সম্ভাষা কৰিলি।।
প্ৰেমালাপে দুয়োজন সন্তোষিত হৈল।
তাৰ পৰে শ্ৰীচৈতন্য জগন্নাথে গৈল।
"নীলকণ্ঠ"।

ইয়াৰ পৰা শ্ৰী˚ দামোদৰদেৱ যাত্ৰা কৰি নন্দা গ্ৰামত কিচু কাল থাকি তাৰ পৰা নাৰেৰে ৰাম ৰাম ঘাটলৈ যায় আৰু তাতে ৰাম ৰাম নামেৰে জনৈক বিপ্ৰৰ সৈতে সক্ষাৎ হয়। এই জনা সাধু বিপ্ৰৰ অনুৰোধত বিয়াস পাড়াত বসতি কৰে। ইয়াতে˚ দামোদৰদেবৰ এটি কন্যা উপজে। কন্যাৰে সৈতে˚ দামোদৰ দেৱৰ পত্নীও ইহলোক পৰিত্যাগ কৰে।˚ দামোদৰে পুনৰাই বিবাহ্ নকৰি ভাগৱতী ধৰ্ম্ম আচৰণ কৰি পৰমানন্দেৰে কাল কটাবলৈ ধৰিলে।

সনাতন ধৰ্ম্ম একেটা, কিন্তু সেই একেই উদ্দেশ্যৰ কাৰণে নানান দেশৰ ধৰ্ম্মবীৰ সকলে নানা ভিন্ন ভিন্ন পন্থা উলিয়াই ৰাইজৰ অশেষ কল্যাণ কৰি জগতত কীৰ্ত্তি মন্দিৰ সাজি গৈছে শ্ৰী˚ দামোদৰদেৱে আটাই বিলাক মতৰ কোনো উদ্দেশ্য একেটা বুলি জানি তেওঁৰ প্ৰধান শিষ্য ভট্টদেৱক বাৰুকৈ বুজাই দি সকলো বিলাক মতৰ সামঞ্জস্য হব পাৰে বুলি কৈ নিজৰ বৈষ্ণব ধৰ্ম্মৰ মত তেওঁৰ আগত বেকত কৰি কৈ যায়। দামোদৰ দেৱৰ এইটোৱেই বিশেষত্ব এই যে তেওঁৰ উদাৰতাত আমি মুগ্ধ নহৈ নোৱোৰে। তেওঁ তেওঁৰ প্ৰধান শিষ্য ভট্ট দেৱক অনুষ্ঠান নহলে যে সিদ্ধি লাভ নহয় এই তত্ত্ব বুজি উপদেশ দিছিল এইদৰে,

ব্ৰাহ্মণৰ নিত্য নৈমিত্তিক নেৰুৱাবা।
আপুনিও স্নান সন্ধ্যা পূজা আচৰিবা।।

হিন্দুধৰ্ম্ম অৰ্থাৎ সনাতন ধৰ্ম্ম মূলতে অনুষ্ঠানিক। অনুষ্ঠান বা ক্ৰিয়া নোহোৱাকৈ যদি পৰম ব্ৰহ্মপদ লাভ হলহেঁতেন তেন্তে অতীত আৰু বৰ্ত্তমান কালৰ ভাৰত বৰ্ষীয় সাধু সম্প্ৰদায়ে বৰ কঠোৰ তপস্যাৰ অনুগামী কদাপি নহলহেঁতেন। আধ্যাত্মিক

জগতৰ কথাকে নকওঁ এনেকি জড় জগততে যদি ক্রিয়া বিনে সিদ্ধি লাভ হলহেঁতেন তেন্তে মহা নীলকণ্ঠৰ প্রয়োগ নকৰাকৈ নাম কওঁতেই মহা শ্বাস ৰোগীৰ কণ্ঠৰ পৰা আঁতৰি পলাব লাগিছিল, শীত কালত কোনো এলেহুৱা মানুহেতো তেন্তে নিহালিৰ তলতে সুখেৰে শুই থাকি ব্যায়ামৰ কথা ভাবি ভাবি নিজ শৰীৰ নদন বদন কৰি তুলিব পাৰিলেহেঁতেন। অৱশ্যে ভাব নহলে সিদ্ধি নহয় সঁচা কিন্তু ভাবৰ পাচত অনুষ্ঠান বা ক্রিয়া নহলে 'সদ্ধি লাভ নোহোৱা কথাও ৰূপ। এতেকে, ভাব আৰু ক্রিয়া এই উভয়েই সিদ্ধিৰ হেতু বা কাৰণ। শুদ্ধাচাৰ আদিও এই কাৰণেই মন্বাদি স্মৃতি শাস্ত্রত ধৰ্ম্ম বুলি কোৱা আছে, কিন্তু, হিতাব বিহীন আচাৰ কোনো কালে ধৰা নহয়। এই কাৰণেই শ্রী দামোদৰ দেৱে ব্রাহ্মণক সন্ধ্যা বন্দনাদিৰ দ্বাৰা আৰু ভক্তক নাম প্রসঙ্গৰ দ্বাৰাই অর্থাৎ স্বকীয় উপায় বোলেৰে ভগবৎ চিন্তা কৰিবলৈ কাকো ক'তো বাধা দিয়া নাই।

জ্ঞান মার্গ, ভক্তিমার্গ আৰু কৰ্ম্ম নার্গ নাইবা জ্ঞান যোগ, ভক্তি যোগ আৰু কৰ্ম্মযোগ আদি ধৰ্ম্মৰ পন্থাবোৰ অলপ অলপ বেলেগ হোৱাৰ কাৰণে আমি সনাতন ধৰ্ম্মৰ প্রচাৰক সকলৰ ভিন্ন-ভিন্ন মত দেখিবলৈ পাওঁ; কিন্তু বাস্তবিকে কথা মূলতে একেটা। ভক্তি মার্গৰ গুৰি ভাব (Feelıng or emotion) কৰ্ম্ম মার্গৰ গুৰি ইচ্ছা বা সংকল্প (will) আৰু জ্ঞান মার্গৰ গুৰি বুদ্ধি (intelligence) এই আটাই কেইটা ভাব, সংকল্প আৰু বুদ্ধি আমাৰ আত্মপি দূত স্বৰূপ; কিন্তু আটাই কেইটাই যদিও গাই দোটী যেন লাগে তথাপি সিহঁথ পাৰস্পৰিক ভাৱে সাপেক্ষ্য। কাৰণ বুদ্ধিৰে বস্তু এটা বুজা যায়, বুজিবলৈ ইচ্ছা নহলে বুদ্ধিও পাচ কৰি থাকে, আৰু ভাব বা অনুভূতি নহলেও বুদ্ধি আৰু ইচ্ছাও দূৰতে বিদূৰ হয়; এতেকে এইটো বুজা যায় অতি সহজে, নে তৎ তৎ মূলক জ্ঞান মার্গ, ভক্তি মার্গ আৰু কৰ্ম্ম মার্গও ঠিক এনেকৈয়েই পৰস্পৰ সাম্বন্ধিক সূতাৰে গথা। এই সম্বন্ধ দেখি প্রভু দামোদৰে তিনিও মার্গৰ সামঞ্জস্য ৰাখি জগতত জাতি নির্ব্বিশেষে সনাতন ধৰ্ম্ম সুধা সকলোকে ভুঞ্জাইছিল।

যেতিয়া দামোদৰৰ গুৰিলৈ নানা ঠাইৰ মানুহ আহি পৰম ভাগৱতী ধৰ্ম্ম লবলৈ ধৰিলে তেতিয়া দয়াৰ গুৰু দামোদৰদেৱে তেওঁৰ প্ৰধান শিষ্য সকলক আচাৰ্য্য পদত নিযুক্ত কৰি লোকক জ্ঞান দিবলৈ আদেশ কৰিলে,

সাচে বুলিলন্ত বানী দামোদৰ চক্ৰপানি
শুনা দ্বিজগন নিৰন্তৰে।।
চাৰি দিশে চাৰিজন চলিয়াহা দ্বিজগন
আমাৰ বচন কৰা সাৰ।
আচৰিবা সদাচাৰ ক্ষমাশীল হৈবা ধীৰ

সন্ত ধৰ্ম্ম কৰিবা প্ৰচাৰ।।
শুনা বংশীদেব তুমি পূৰ্ব্বদিশে চলি বাহা
উত্তৰ দিশত ভগবান।
সন্তদেব দক্ষিণত বলদেব পশ্চিমত।
হৈবা সবে মহন্ত প্ৰধান।।
ভট্টদেৱ দ্বিজবৰ মধ্যদেশে থাকা তুমি
ভাগবত ধৰ্ম্ম প্ৰবৰ্ত্তাই।
কপিল গোপাল আদি বৈষ্ণব সকল থাকা
মধ্যে মধ্যে হৰি গুণ গাই।।

অবশেষত আমাৰ বক্তব্য এই যে শ্ৰী ˚ দামোদৰ দেৱৰ অন্তৰতম ধৰ্ম্মৰ লক্ষ হৈছে আহিংসা; সেইদেখি তেওঁৰ আচাৰ্য্য সকলৰ প্ৰতিও উপদেশ এই।

আচাৰ্য্য বৈষ্ণব সবে ও গুৰুদেৱৰ উপদেশ বাণী গ্ৰহণ কৰি যথা স্থানলৈ প্ৰস্থান কৰিলে। কবিচন্দ্ৰই সন্ত চৰিতত তেওঁৰ উপদেশ বাণী এইদৰে বৰ্ণাইছে,

নেৰিবা শাস্ত্ৰৰ নীতি হৈবা ক্ষমাশীল অতি
সমস্ত প্ৰাণীক কৰা দয়া।
সত্য শুচি ধৰ্ম্ম ধৰি মনত জানিবা হৰি
তেবে নাবান্ধিবে বিষ্ণু মায়া।।
দম্ভ দৰ্প অহঙ্কাৰ হিংসা নিন্দা খল আৰু
ইসবক কৰি পৰিহাৰ।
নিন্দুকৰ নিন্দাশুনি দুষ্টৰ কঠোৰ বাণী
তাহাঙ্ক ক্ষমিবা শতবাৰ।।
সুখ দুখ সম কৰি লোক ৰঙ্গ পৰিহৰি
আত্মাৰাম হৈবাহা সতত।
আনু সব মহাজ্ঞান দামোদৰ ভগবান
কহিলন্ত কৰিয়া গুপুত।।

উপৰোক্ত উপদেশ বাণী বাস্তবিকতে অতি সাৰৰো সাৰ বুলি প্ৰত্যেক হৃদয়ত লিখি লৈ সেই মতে কাম কৰিবলৈ যেন প্ৰভু দামোদৰে আজি আমাক শক্তি দিয়ে তাৰ কাৰণে আমি কৰপুটে তেওঁৰ ওচৰত মিনতি কৰিছোঁহঁক।

## বৰ গীত

শুনৰে কুবুদ্ধি মন জান তই নিলাজ মন
কেনে নোবোলস হৰি
আবে তোৰ গাৱে চেতন নাহিকে
ভব অৰণ্যত পৰি।।
ভৰ অৰণ্যত দেহ পশু গন
বিষয় ঘাঁসক খায়।
কাল মায়া জালে চৌবেৰা
তাঙ্ক কেহোঁ দেখা নাই
আৰো কাল ব্যাধে ধনুশৰ ধাৰি
চুম্পি আছে পাছে পাছে
সত্ব ৰজ স্তম তিনি গুন জাৰি
গলত মেৰাই আছে।
কাম ক্ৰোধ ক্ৰুৰ ইতিনি কুকুৰে
গাৱৰ মাংসক খায়।
লোভ মোহ কাম নাচাৰন্ত সদা
দৰে ধাতু উৰি যায়।
কহে দামোদৰ নিলাজ মন তোৰ
তথাপি নাহি ধিক্কাৰ।
কৃষ্ণৰ চৰণ হৃদয়ে ধৰিয়া
ভবনদী হৈয়ো পাৰ।।

## ব্ৰহ্মাচৰ্য্য

স্বাস্থ্য ভালে ৰাখি দীৰ্ঘায়ু হবলৈ খুজিলে বা কঠিন অলৌকিক কাম কৰিব পৰা শক্তি পাবলৈ হলে বিশেষ বিজ্ঞানবিৎ বা মনিষি হবলৈ গলেও বা ঈশ্বৰ লভিবলৈ যোগ কৰিবলৈ হলেও সকলো কামতে ব্ৰহ্মাচৰ্য্য লাগে। যি জাতি যিমান পৰিমানে ব্ৰহ্মাচাৰী সেই জাতি সেই অনুসাৰে দৈহীক আৰু মানসিক বলত উন্নত। ব্ৰহ্মাচৰ্য্য বিহীন স্বেচ্ছাচাৰী জাকি মানসিক আৰু দৈহীক বলত Pigmics অৰ্থাৎ ৰাওনা।

কিন্তু এই ব্ৰহ্মচৰ্য্য বস্তুটোনো কি ইয়াক আমাৰ আজি কালিৰ শিক্ষিত সকলে বিশদৰূপে জানেনে? অনেকে কয় যে বিয়া নকৰাকৈ থকাটোৱেই ব্ৰহ্মচৰ্য্য। আমি কব খোঁজো অকল সেইটিয়েই নহয়। ব্ৰহ্মচৰ্য্যৰ সূত্ৰ হৈছে "বিন্দু ধাৰণং ব্ৰহ্মচৰ্য্যং" অৰ্থাৎ নিজৰ বীৰ্য্য বা শুক্ৰ ধাৰণ কৰি ৰাখিব পৰাটোকেহে ব্ৰহ্মচৰ্য্য বোলে। এই বীৰ্য্য ধাৰণ জাগ্ৰত অৱস্থাত হবই লাগিব কিন্তু ইয়াক স্বপ্নৰ অৱস্থাটো ধাৰণ কৰি ৰাখিব পৰা ক্ষমতা হলেহে ব্ৰহ্ম চৰ্য্য ব্ৰত সম্পূৰ্ণে পালন কৰা হব। কেৱল বিয়া নকৰাই আবিয়ৈ হৈ থাকিলেই নহয়। আবিয়ৈ হৈ থাকি যদি শুক্ৰ বা বীৰ্য্য ধাৰণ কৰিব পৰা নেযায় তেন্তে সি বিবাহত জীৱনতকৈ আৰু বেয়া। এই বিন্দু ধাৰণ কৰিবলৈ গলে হয় মনক ঈশ্বৰ আৰাধনাত বা ঈশ্বৰৰ প্ৰতি ভক্তিত বা কোনো এটা কৰ্ত্তব্যত এক নিষ্ঠাকৈ লগাব লাগিব তেহে ব্ৰহ্মচৰ্য্যৰ প্ৰতিদ্বন্দি কাম আতৰি থাকিব। এই ব্ৰহ্মচৰ্য্য পালন কৰা কামটি অতি কঠিন। আগৰ কালত আমাৰ হিন্দু বিলাকৰ (বিশেষকৈ দ্বিজাতি সকলৰ) নিয়ম আছিল যে প্ৰত্যেক মানুহেই ৪ টা আশ্ৰয় পালন কৰিব। ব্ৰহ্মচৰ্য্য, গৃহস্থি, বানপ্ৰস্থি, সন্ন্যাস। সৰুতে গুৰু গৃহত থাকি দ্বিজাকি সকলে হয় বেদ অধ্যয়ন কৰিব নতুবা ধনুৰ্ব্বান আদি বিদ্যা শিকিব। এই শিক্ষাৰ লগে লগে ঈশ্বৰৰ সেৱা পূজা চিন্তাও কৰিব। তাৰ পাছত যেতিয়া এইদৰে শিক্ষা শেষ হব, মগজু জ্ঞানেৰে বা বুদ্ধি কৌশলেৰে পূৰ্ণ হব, স্বভাব নিৰ্ম্মল আৰু পবিত্ৰ হব দেহ সুস্থ আৰু সবল হব তেতিয়া হিন্দুৱে সংসাৰ ধৰ্ম্ম পালন কৰি বিবাহ কৰিব, ধন উপাৰ্জ্জন কৰিব, সন্তানাদি উৎপন কৰি সেই সন্তানক লালন পালন কৰি উপযুক্ত শিক্ষা দিব। তাৰ পাছত যেতিয়া গৃহস্থি পূৰ্ণ হব তেতিয়া বানপ্ৰস্থি হৈ তীৰ্থাদি ভ্ৰমণ কৰি ব্ৰহ্মজ্ঞান লভি শেহত সন্ন্যাস লই সমাধিস্থ হৈ হৃদয়ত ঈশ্বৰক চিন্তি মুখত তেওঁৰ নাম লই মানব জীৱন সম্ফল কৰি সম্বৰণ কৰিব। যাতে সৰুৰে পৰা লৰাবিলাকে সৎস্বভাবৰ হয়, ব্ৰহ্মচাৰী হয়, জ্ঞানৰ লগে লগে ঈশ্বৰৰ সেৱা পূজা শিকে তাৰ নিমিত্তে শিক্ষাৰ্থিৰ গুৰু গৃহত বাস কৰা বিধি আছিল। যি শিক্ষাৰ্থিয়ে গুৰুৰ গৃহত বাস কৰিছিল সেইজনে শাস্ত্ৰ অধ্যয়ন কৰাৰ লগে লগে গুৰুৰ দাস বা পুত্ৰৰ দৰে কাম কৰিছিল আৰু গুৰুয়েও অকল পানিনী কলাপ, ন্যায়, সাংখ্য শাস্ত্ৰাদিহে যে শিক্ষা দিছিল এনে নহয় এইবিলাক শিক্ষা দিয়াৰ লগে লগে ফুল তোলা, তুলসী তোলা, মন্দিৰ মাৰ্জনা কৰি দিয়া, জল অনা, স্তৱ পাঠ কৰা, আবৃত্তি পাঠ কৰা, স্তোত্ৰ উচ্চাৰণ কৰা, ব্ৰহ্মচিন্তা, ব্ৰহ্ম উপাসনা ইত্যাদিও শিকাইছিল। শিষ্যে টকাৰ পৰিবৰ্তে খৰি লুৰি, মাছ মাৰি, ধান চাউল অৰ্থ খুজি মাগি আনি পাত কাটি, পানী আনি, ঠাই চিকুনাই গুৰুক দিছিল গুৰু পত্নীয়েই ছাত্ৰ সমস্তক মাতৃবৎ ৰান্ধি-বাঢ়ি খুৱাইছিল। শিক্ষক গুৰুৱে এই দৰেই শাস্ত্ৰ শিক্ষা দিয়াৰ লগে লগে ছাত্ৰক

*এটি অধ্যাত্মিক জীৱনো গঢ়ি দিছিল।* অধ্যয়ন আৰু এই সমস্ত শাৰিৰীক পৰিশ্ৰমৰ কাম কৰিব লগীয়া হোৱাত বিশেষ ঈশ্বৰ চিন্তা, ঈশ্বৰ পূজা সেৱা কৰা কামত আবদ্ধ থকাত ছাত্ৰে সেই কামত পাপ চিন্তা কৰিবলৈ সময়কে নেপাইছিল। সেই কালত *দ্বিজাতিৰ ব্ৰহ্মচাৰী বালক সকলে সহজে বাঘ সিংহকো বশ কৰিব পাৰিছিল ব্ৰহ্মচৰ্য্য* পালনৰ ইমান তেজ আছিল। তেতিয়া হিন্দু সন্তান বীৰ্য্যশালী, সাহিয়াল বলশালী আৰু দীৰ্ঘায়ু আছিল। সকলোৰে গাত প্ৰচুৰ পৰিমানে চুম্বক শক্তি আৰু জীবনি শক্তি আছিল। আখ্যান আছে যে ব্ৰহ্মচৰ্য্য তেজেৰে ৰজা কৃষ্ণচন্দ্ৰৰ আশ্ৰয়ত থকা হেৰ সিদিনা খন ব্ৰাহ্মণ সন্তান এজনে সিৰাজ উদ্দৌলাৰ বাঘ এটাক ফুলৰ মালা পিন্ধাই ৰজা কৃষ্ণচন্দ্ৰক অপমানৰ পৰা ৰক্ষা কৰিছিল। এনেকুৱা ব্ৰহ্মচৰ্য্য তেজৰ বলতে দক্ষীণ পাট সত্ৰৰ অধিকাৰী পুৰুষ এজনে বাঘকো ভকতৰ হেৰোৱা গৰুৰ পোৱালী বুলি ধৰি আনিছিল। সেই কালত হিন্দুৰ লৰাই Lusury বা ভোগ এটা কি বস্তু নেজানিছিল। কিন্তু আজি কালি যুগ ধৰ্ম্মৰ কাৰণেই হওক বা শিক্ষাৰ দোষতেই হওক আমি হিন্দুৰ দ্বিজাতি সকলৰ ডেকা সন্তান বিলাকলৈ চালে কি দেখিবলৈ পাওঁ? আমি দেখিবলৈ প্ৰায়ে পাওঁ যে ঘৰত মাক বাপেকৰ সজ আদিৰ অভাৱতেই হওক বা অসৎ সঙ্গত পৰিয়েই হওক বা কুৰুচি পূৰ্ণ নাটক নভেল পঢ়িয়েই হওক বা বায়নাচ, থিয়েটাৰ আদি চায়েই হওক, এতিয়াৰ অনেক ডেকায়ে বাটত ধুন-পেচ মাৰি, মুখত চেলেউ হুপি, কুৎচিৎ আমোদ কৰে। এমেকুৱা বিলাক দোষৰ কাৰণেই আজি কালি আমাৰ হিন্দুৰ জেকা সকল সুস্থ আৰু সবল হোৱা দূৰৈত থাকক, আজি কালি তেওঁবিলাক দুৰ্ব্বল ৰূগীয়া আৰু অল্পায়ু। এই সমস্ত দূৰ কৰিবলৈ হলে হিন্দুৱে পুনৰ ধৰ্ম্মত মতি আনিব লাগিব। হিন্দু সন্তানক সৰুৰে পৰা ভাবেৰে অনুপ্ৰানিত কৰিব লাগিব তেহে হিন্দু জাতিৰ পুনৰ উন্নতি হব নহলে হেজাৰ বুধিয়ক হওক, হেজাৰ চতুৰ হওক, হিন্দুৰ সন্তান সুস্থ আৰু দীৰ্ঘ জাৰি নহব।

আজি কালি পচিম জগতৰ মনিষি সকলেও কইছে যে মানসিক উন্নতি কৰিবলৈকো ব্ৰহ্মচৰ্য্য লাগে। দীৰ্ঘায়ু হবলৈকো ব্ৰহ্মচৰ্য্য লাগে। আজি কেইমাহমান হল প্ৰফেচাৰ ৰামমূৰ্ত্তি আহি ডিব ৰূগড়ত তেওঁৰ বুকৰ ওপৰত তেওঁ ৰাখি সেই তক্তাৰ ওপৰত চাৰিও ঠেং তুলি হাতী এটা তুলি লোৱা অলৌকীক ভীমৰ শক্তি তেওঁ কেনেকৈ পাইছে এই কথা অনেকে তেওঁক সোধাত তেওঁ জৰ্জ্জ স্কুলত এটা বক্তৃতা দিছিল। সেই বক্তৃতাত তেওঁ কইছিল, "No Physical exercise can bring about the desired result unless there is Brahmacharya is the foundation on which all physical development rests. It is

possible even for married men to practise Brahmacharya অৰ্থাৎ ব্ৰহ্মচৰ্য্য নহলে শৰীৰৰ বল নাবাঢ়ে। ব্ৰহ্মাচৰ্য্যৰ ভেতিৰ ওপৰত হে শাৰিৰীক বল তৈয়াৰ কৰিব পাৰি। গৃহস্থিয়েও ব্ৰহ্মাচৰ্য্য আচৰণ কৰিব পাৰে। অবশ্যে বিয়া নকৰোৱা মানুহে ব্ৰহ্মাচৰ্য্য পালন কৰিব পাৰে; কিন্তু গৃহীনীয়ে কেনেকৈ পালন কৰিব এনেকুৱা প্ৰশ্ন অনেকৰে মনত উঠিব পাৰে। কিন্তু এইটো মনত ৰাখিলেই হয় যে গৃহীয়ে মিতাচাৰি হৈ গৃহস্থ ধৰ্ম্ম পালন কৰিবপাৰিলেই তেওঁৰ পক্ষে ব্ৰহ্মাচৰ্য্য ৰক্ষা কৰা হব। গৃহী হৈ অপৰিমিত শুক্ৰ ক্ষয় কৰিলেই অথবা গৃহী অবস্থাত লম্পট হলেই ব্ৰহ্মাচৰ্য্য নাশ হয়। কথা ই মানেই। শাস্ত্ৰে কইছে, জীবনং বিন্দু ধাৰনাৎ মৰণং বিন্দু পাতনাৎ"। অৰ্থাৎ বিন্দু ধাৰণেই জীবন বিন্দু পাতনেই মৰণ।

ব্ৰহ্মাচৰ্য্য ব্ৰত পালন কৰিবলৈ হলেই কাম. ক্ৰোধ. লোভ. মোহ, মদ, মাৎসৰ্য্য এই ৬ টি ৰিপু দমন কৰিব লাগিব। দমন কৰিবৰ উপায় দুবিধ। হয় কৰ্ম্মৰ দ্বাৰাই, নহয় জ্ঞানৰ দ্বাৰা। কৰ্ম্মেৰে দমন কৰিবলৈ হলে নিজকে শাৰিৰীক আৰু মানসিক কামত এনেকুৱাকৈ আবদ্ধ ৰাখিব লাগিব যেন এই ষডৰিপুৰ এটাও ওচৰ চাপিবলৈ সময় নাপায়। পৃথিৱীৰ কৰ্ম্মবীৰ সকলৰ জীৱনত দেখিবলৈ পোৱা যায় যে সেই সকলে কৰ্ম্মত এনেকুৱাকৈ মন পুতি ৰাখিছিল যে তেখেত সকলৰ ওচৰলৈ আন কোনো চিন্তাই চাপিব নোৱাৰিছিল। প্ৰবাদ আছে যে এদিন " ৰজা ৰামমোহন ৰায়ক এজন বিলাতৰ বন্ধুৱে শুধিছিল, "ৰজা! তোমাৰ মনলৈ কোনো সময়তে কু চিন্তা বা অপবিত্ৰ ভাব নাহেনে?" ৰজাই উত্তৰ দিছিল বন্ধু মই কুচিন্তাক ওচৰলৈকে আহিব নিদিওঁ। মই কামত বা ঈশ্বৰ চিন্তাত মন এনেকৈ আবদ্ধ ৰাখোঁ যে সেইবিলাক অসৎ চিন্তা আহিবলৈ সময় নাপায়।

জ্ঞানেৰে ষড়ৰিপুক দমন কৰিবলৈ হলে প্ৰত্যেকটো ৰিপুৰ বিষয়ে যথাযথ জানি সেই ৰকমে চলিব লাগিব।

## দেহ বিচাৰ গীত

অসমত কীৰ্ত্তন, দশম, বড়গীতত ছপা হোৱা নাম আৰু পদত বাজেও মুখে মুখে শিকা আৰু গোৱা ঢেৰ গীত পদ আছে। আজি তাৰে এটি ডিব্ৰুগড় নিবাসি শ্ৰীযুত হীৰানাথ চাংকাকতিৰ পৰা পাই আজি ৰাইজৰ আগত ধৰিলোঁ। চাওক আধ্যাত্মিকতা কিমান।

## গীত

ৰাম নাম নলৈলোঁ, হৰিক নভজিলোঁ,
কি কাম কৰিলোঁ আমি হে ৰাম ৰাম।।

## পদ

ইটো নৰতনু নকৰা বিফল
গুৰু উপদেশ ধৰা।
হৈব সিদ্ধি হাতে পাইবা নিধি
সুখে ভৱনদী তৰা।।
কোন দিন ইটো শৰীৰ পৰয়
কেতিক্ষনে ধৰে কালে।
ব্ৰহ্মাৰ দুৰ্ল্লভ ইটো নৰ তনু,
আক নেৰা আলে জালে।।
কালৰ আগত যত প্ৰানি আছে
সবাৰো আছে মৰণ।
কালৰ আগত নাহিকে নিস্তাৰ
ভজিয়ো হৰি চৰণ।।
ব্ৰহ্মা আদি কৰি পৰুৱা পৰ্য্যন্ত
সবাৰো আছে মৰণ।।
আয়ু আদি কৰি যত ধন জন
তাক কাল চোৰে হৰে।
দেখিও নেদেখ আনন্দে ভ্ৰমস
ছৱাল কালতে মৰে।।
আছিলা ছৱাল ভৈল যুবাকাল
তাতো কেনে নেদ মন।
আপদৰ বন্ধু যতনে নধৰ
ৰাম নাম মহা ধন।।
যৌবন গৰ্ব্বক তেজিয়া যতনে
এৰিও বিষয় ধান্দা।
অসাৰ সংসাৰ কিছু নাই সাৰ
হৰি নাম গলে বান্ধা।।

কালসৰ্প আসি সবাকে দংশৰ
আউৰ কিবা চাই আছা।
সাধু সঙ্গ লৈয়া আনন্দ কৰিয়া
হৰি গুন গায়া নাচা।।
আয়ু দিলে ভাতি হাতে লৈলা লাঠি
হাঁঠিলে নচলে পাও।
আগ গৈল ধলি ভাঙ্গিল মাৰলি
ধনু ফান্দ ভৈল গাৱ।।
চাল সোতা সোত হাৰ গোটা গোট
কোটৰে লুকাইল আখি।
তেজ মাংস বল গাৱতে শুকাইল
দেখিও নলয় সাখি।।
শুকাই গৈলে আত মুখে নাসে মাত
গাৱৰ নাহি অ।।
কাসে ধুলা ধুল সৰি গৈল চুল
লৰ বৰ কৰে মাথা।।
এনুৱা বিলাই শৰীৰত আসে
বয়স গোঙাইলা হেলে।
তনু চিন্তামনি অমূল্য ৰতন
বেচিলা কাচৰ মোলে।।
কালৰ আগত যত প্ৰানী আছে
কাহাৰো নিস্তাৰা নাই।
জন্ম মৰণৰ যাতনা এৰাইতে
ফুৰা হৰি গুন গাই।।
কৃষ্ণৰ অভয় চৰণ বিনাস
কাৰো নাই আন গতি।
তুমি দয়াময় জানিয়া কৰা
*মাধৱ মুৰুখ মতি।।*

# বিবিধ বাতৰি আৰু সমালোচনা

এইবাৰ ৬ বহাগত শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেৱ প্ৰভুৰ তিথি মহোৎসব অসমৰ প্ৰায় সকলো ঠাইতে অতি সমাৰোহেৰে হৈছিল। এই মহোৎসবৰ উৎসাহদাতা ঘাইকৈ শ্ৰীশ্ৰীযুক্ত দক্ষীনপাট সত্ৰাধিকাৰ প্ৰভু। আশা কৰোঁ অহা বছৰলৈ আন ২ সমস্ত দামোদৰীয়া সত্ৰৰ অধিকাৰ প্ৰভু সকলেও এই বিষয়ে যেন উৎসাহ দিয়ে। যি ২ ঠাইত যি ২ ৰকমে উৎসব হৈছিল তাৰ কাৰ্য্য বিবৰণী চমুকৈ দিলোঁ।

### *দক্ষিনপাট সত্ৰ*

প্ৰায় ১২ টা বজাৰ পৰা তিনটা বজালৈকে নাম কীৰ্ত্তন হয়। তাৰ পৰে সত্ৰাধিপতি মহা মাননীয় ধৰ্ম্মচাৰ্য্য শ্ৰীশ্ৰীগুৰুদেবৰ অনুমতি অনুসাৰে বৈষ্ণববৃন্দ আৰু অন্যান্য দৰ্শক বৃন্দৰ সক্ষাতে মাননীয় শ্ৰীযুত টঙ্কেশ্বৰ দেব শৰ্ম্মা বৰভাগৱতী দেৱে দয়ালু ঁ দেৱ দামোদৰ গুৰুৰ সাৰুৱা ২ জীৱন বৃত্তান্ত কেইটামান বক্তৃতা কৰি শুনুৱাত ভগবান দামোদৰ গুৰুত অসীম ভক্তি শ্ৰদ্ধাৰ উদয় হৈ উক্ত ভাগৱতী দেৱক সকলোৱে ধন্যবাদ দি সন্তোষ প্ৰকাশ কৰিছিল। তাৰ পাছত গান বাজনা নাম আৰু কীৰ্ত্তনাদি কৰি ৫ টা বজা পৰ্য্যন্ত দিনৰ উৎসব শেষ হয়।

ৰাতি ৭ বজাৰ পৰা ১০ বজালৈকে পূৰ্ব্বৰ সদৃশ নাম কীৰ্ত্তন প্ৰসঙ্গ শেষ কৰি ২ বজা পৰ্য্যন্ত ঁ বৃন্দাবন বিহাৰি শ্ৰীশ্ৰীকৃষ্ণদেবৰ গোষ্ঠলীলা অভিনয় হয়। এই প্ৰকাৰ এই সত্ৰত আদ্য গুৰুৰ্ব তিথি মহোৎসব প্ৰবৰ্ত্তি থাকে।

### ডিব্ৰুগড়

৬ বহাগ সোমবাৰে পুৱা ৮ বজাৰ পৰা প্ৰায় ১১ বজালৈকে চহৰৰ ৬ জন ভদ্ৰলোকৰ আহ্বানমতে স্থানীয় জৰ্জ্জ ইনষ্টিটিউচনত এখনি সভা বহিছিল। শ্ৰদ্ধাস্পদ ৰায় বাহাদুৰ শ্ৰীযুত পৰ্শুৰাম খাওন্দ সভাপতি আছিল। প্ৰথমেই শ্ৰীযুত জগৎ চন্দ্ৰ বৰদলৈয়ে হাৰমোনিয়াম যন্ত্ৰৰ সহায়েৰে এটি সুৱলা গীত গাই সভাক মোহিক কৰে। তাৰ পাছত শ্ৰীযুত ধাৰেশ্বৰ ভট্টাচাৰ্য্যই এখনি ৰচনা পাঠ কৰাৰ পাছত শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ডাঙ্গৰীয়াই শ্ৰীশ্ৰী ঁ দেবদামোদৰ আৰু হিন্দু ধৰ্ম্ম বিষয়ে এটি বক্তৃতা দিয়ে। আন ২ দুই এজনেও অলপ ২ কোৱাৰ পাছত আৰু সভাপতি ডাঙ্গৰীয়াই আষাৰচেৰেক কোৱাৰ পাছত বেলা ১১ টা মান বজাত সভা ভঙ্গ হয়। তাৰ পাছত ১ টা মান বজাৰে পৰা আমোলাপটিখ নামঘৰত কীৰ্ত্তন পাঠ আৰু পাছত প্ৰসঙ্গ হয়। প্ৰসঙ্গৰ পাছত নাম গোৱা হয়। প্ৰায় গধুলি বেলিকা এই নাম ভাঙে, তাৰ

পাছত শ্ৰীযুত বাচালাল বৰুৱাই এযোৰ গায়ন বায়ন অনাই গোৱাই উৎসৱ শেষ কৰে।

**তেজপুৰ**

তেজপুৰত আৰু নিকটস্থ গ্ৰাম বিলাকৰ বিভিন্ন স্থানত শ্ৰীশ্ৰী৺ দেবদামোদৰ মহা প্ৰভুৰ তিথি মহোৎসব পূৰ্ব্ব পূৰ্ব্ব বৎসৰৰ ন্যায় অনুষ্ঠিত হৈ গল। তেজপুৰ প্ৰবাসী কামৰূপীয় সকলে এই তিথিৰ দিনত পূজা, হোম আৰু ৰাত্ৰিত শ্ৰীমদ্ভাগবত পাঠ আৰু নাম সংকীৰ্ত্তন কৰি তিথি সমাধা কৰিলো।

শিৱসাগৰ, যোৰহাট, চাৰিগাও, নাজিৰা এই বিলাক ঠাইতো তিথি মহোৎসব সুকলমে হৈ যোৱা সম্বল পোৱা গৈছে।

আমেৰিকাৰ নিউ ইয়ৰ্ক নগৰত চালৰ্শ ষ্টাৰ্ণবাৰ্গ নামেৰে এজন বৈজ্ঞানিকে Hed Deer নামৰ নদীৰ বালিত দেইন্দন্ নামেৰে এটা ডাঙ্গৰ কুম্ভীৰৰ জকা পাই মিউজিয়ামত অৰ্থাৎ যাদু ঘৰত থই দিছে। জকাটো ১১ ফুত ৫" ওখ। নাকৰ পৰা লেজলৈ দীঘে ২০ ফুট। জীবিত অৱস্থাত হেনো এই কুম্ভীৰ বা জলজন্তুটো বৰ বলী আৰু বেগী আছিল। মানুহ ইয়াৰ আগত পৰিলে হেনো লৰি পলাই সাৰিবৰ উপায় নাছিল। এই জন্তুটো আজি ভালেমান হাজাৰ বছৰ হল মেমখ হাতীৰ দৰে লোপ হৈছে। এই জন্তুটো থকা কালত হেনো আমেৰিকা বাসী বিলাক সৰু ২ মানুহ আছিল আৰু সিহঁতে গছৰ ওপৰত বাস কৰিছিল। এই জন্তুটো হেনো ৬ কোটি বছৰৰ আগেয়ে পৃথিৱীত আছিল। বৈজ্ঞানিক সকলে এই কথা কয়। তেনেহলে বাইবেলত কোৱা মতে পৃথিবা মুঠেই ৬০০০ বছৰৰ আগয়ে সৃষ্টি হোৱা নাই। কোটি ২ বছৰৰ আগেয়ে সৃষ্টি হৈছিল।

আজি এমাহ মানৰে পৰা অৰ্থাৎ এপ্ৰিল মাহৰে পৰা পচ্ছিমৰ বৈজ্ঞানিক জগতত ঢউ এটা উঠিছে যে Mars অৰ্থাৎ মঙগল গ্ৰহৰ পৰা তাৰহীন টেলিগ্ৰাফেৰে সেই গ্ৰহত থকা মনুষ্য বা দেৱতাই পৃথিবীলৈ কিবা সঙ্কেত কৰিছে। বৈজ্ঞানিক সকলৰ ভিতৰত ঢেৰ গবেষনা, কল্পনা জল্পনা হব লাগিছে। কেৱে কয় সচা, কেৱে কয় মিছা। সকলোৱে কিন্তু এইটো স্বীকাৰ কৰে যে Ether বা ব্যোবভেৰি সঙ্কেত আহিব পাৰে। কিন্তু ইমান কোটি ২ যোজনৰ পৰা যে আহিব এইটো সন্দেহ যুক্ত। এইটো কেৱে ২ কৈছে যে মঙ্গল গ্ৰহত কিজানি প্ৰাণী আছে। অবশ্যে সেই প্ৰাণী কেনেকুৱা কেৱে কব নোৱাৰে। চন্দ্ৰতো প্ৰাণী আছে বুলি কয়। হিন্দুৰ মহাভাৰতত দেখোন আগেয়ে কইছে যে অভিমন্যু মৰি চন্দ্ৰ লোকলৈ গল। পচিমৰ বিজ্ঞানে দেখোন অলপ অলপকৈ হিন্দুৰ গাজা খুৰি গল্পবিলাকৰ সত্যতা বিজ্ঞানৰ বলেৰে উলিয়াবলৈ চেষ্টিত হৈছে।

মাৰ্চ মাহৰ ২৪ তাৰিখে আমেৰিকাৰ নিউ ইয়ৰ্কৰ সম্বাদ দাতা এজনে লেখিছে যে ডাক্তৰ ফিঙ্ক নামে বৈজ্ঞানিক এজনে হেনো নিউ ইয়ৰ্কৰ ডাক্তৰ সমিতিৰ বাৎসৰিক অধিবেশনত কইছিল যে বিজ্ঞানে মানুহক ১৯০০ বছৰ বয়স পৰ্য্যন্ত দীৰ্ঘায়ু কৰি জীয়াই ৰাখিব পাৰে। তেওঁ কয় যে Fruit fly নামেৰে এবিধ পোকক বিজ্ঞানে তাৰ সচৰাচৰ জীবিত কাল ৯০০ গুণে যেতিয়া বঢ়াব পাৰিছে তেতিয়াই মানুহকো যে ১৯০০ বছৰ পৰ্য্যন্ত বিজ্ঞানে দীৰ্ঘায়ু কৰিব পাৰিব ই কল্পনা মাথোন নহয়। সম্ভবপৰ কথা। সচৰাচৰ কাচ ২০০ বছৰ জীয়ে আৰু কালিফৰ্ণিয়াৰ Redwood নামেৰে এবিধ গছ প্ৰায় অনৰৰ দৰে। তেওঁ ইয়াকো কয় যে যেনেকৈ স্বাস্থ্য ৰক্ষাৰ বিধিবিলাক পালন কৰিলে অনেক ৰোগৰ হাত সাৰিব পাৰি সেইদৰে বিষাক্ত আহাৰ, অতি মাত্ৰা, অল্প মাত্ৰ আহাৰ, ভয়, দুখ, নৈৰাস ইত্যাদি গুচাব পাৰিলে মানুহ অনেক দিন জীয়াই থাকে। গ্লাশগোৰ ৰবাৰ্ট বেল নামেৰে এজন ডাক্তৰে ডাঠি কয় যে মানুহ যে ১৬০ বছৰ বয়সলৈকে সুন্দৰ স্বাস্থ্য যুক্ত হৈ থাকিব নোৱাৰে ইয়াৰ কোনো কাৰণ নাই। তেওঁ কয় যে প্ৰকৃতিৰ নিয়ম বিলাক পালন কৰি থাকিব জানিলেই মানুহ দীৰ্ঘায়ু হব পাৰে। সৰুৰে পৰা মানুহে নিৰামহীয়া (বিশেষ ফল মূল) আহাৰ কৰিব লাগে। ফল মূল বিলাক সিজাই খোৱাতকৈ কেচাই খোৱাহে বিশেষ ভাল। সিজোৱা কামটো প্ৰকৃতে সূৰ্য্যয়ে কৰে। জুইৰে সিজালে অনেক সময়ত আহাৰৰ যিটো মূল সাৰ তাক নষ্টহে কৰে। মই নিজে প্ৰায় আজি ১৬ বছৰ ফল মূল আৰু সবজি খাইয়েই আছোঁ। যিবিলাক পশু ভালে বছৰ জীয়ে সেইবিলাকেও সিহঁতৰ খাদ্য কেচাইহে খায়।"

বৈজ্ঞানিক সকলৰ এই বিলাক যুক্তি পোৱাৰ আগেয়েই আমি বিখ্যাত উপন্যাস লিখক ৰাইডাৰ হেগাৰ্ডৰ কল্পনা প্ৰসুত শি নামৰ উপন্যাস খনত মিছৰত ২০০০ দুহাজাৰ বছৰলৈকে জীয়াই থকা এজনী যোগিনীৰ কথা পঢ়িছিলোঁ।

ইদানিওতো সিদিনাখন ওলোৱা মেৰি কৰেনিৰ Young Diana নামেৰে উপন্যাস এখনত পাইছোঁ যে বুঢ়ী তিৰোতা এজনীক বৈজ্ঞানিক ডাক্তৰ এজনে যন্ত্ৰৰ সহায়েৰে বিজ্ঞানৰ বলেৰে ৪৫ বছৰৰ চেহেৰাৰ পৰা অসামান্য ৰূপ লাবন্যতী যোড়শা যুবতী কৰিলে।

ভালেমান দিনৰে পৰা পঢ়ি আহিছোঁ যে বুলগেৰীয়া দেশৰ অনেক মানুহ বৰ দীৰ্ঘায়ু। তাৰ কাৰণ হেনো তেওঁবিলাক দৈ, ঘোল, তক্ৰ বেছি খায়।

এইবিলাক কথাৰ পৰা আমি দেখিব লাগিছোঁ যে পচিম জগতে মানুহক বিজ্ঞানৰ বলেৰে দীৰ্ঘায়ু কৰিবলৈ, আৰু কল্পান্তি কৰি বৃদ্ধক যুবা কৰিবলৈ নানা কল্পনা জল্পনা লগাইছে। কিন্তু আমাৰ পূৰ্ব্বৰ ঋষি মুনি, যোগী এই সকলে এই বিলাক সিদ্ধান্ত

ভালেমান দিনৰ আগেয়ে কৰি থৈ গইছে। দুখৰ বিষয় যে আমি হিন্দু বৰ্ত্তমানে তামসিক ভাৰত পৰি নিজৰ একোকে নজনাত পৰিছোঁ।

আমি শুনি সুখী হলো যে যোৰহাটত মহাপুৰুষীয়া সম্প্ৰদায়ে এটি শ্ৰীশঙ্কৰদেৱৰ মন্দিৰ সাজি প্ৰতিষ্ঠা কৰিহ খুজিছে। দেশত আগৰ মঠ মন্দিৰৰ উপৰিও আৰু যিমান হয় সিমান ভাল। শ্ৰীমন্ত শঙ্কৰো আমাৰ মানুহ। কিন্তু এইটোও শুনিছোঁ যে সেই মন্দিৰত শাক্ত, শৈব আৰু দামোদৰী, হৰিদেৱী এই সকলৰ পূজা পদ্ধতি হব নোৱাৰিব যেহেতু মহাপুৰুষীয়া ধৰ্ম্ম সম্প্ৰদায় মতে "এক দেৱ এক সেৱ এক বিনে নাহি কেউ, গৃহকো নযাইবা প্ৰসাদো নাখাইবা ভক্তি হব ব্যভিচাৰ"। এই মত অনুসৰি মহাপুৰুষীয়া সকলে তাত আন প্ৰকাৰ মানুহক গোসানী পূজা, শিৱ পূজা কৰিবলৈ দিব নোৱাৰে। কাজেই সেই মন্দিৰলৈ ই কেই সম্প্ৰদায়ৰ হিন্দুৱে বৰগনি দিবলৈ নুখুজিব। দামোদৰী সম্প্ৰদায়ে সেই দৰে ঠায়ে ঠায়ে মঠ মন্দিৰ নোখোলেনে? শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেবৰ নামেৰে মঠ খুলিলে কিন্তু সকলো হিন্দু সম্প্ৰদায়েই তাত যাৰ যি ইষ্ট পূজিব পাৰিব।

আজি কালি অসমীয়াৰ বৰ সৌভাগ্য যে অসমৰ মহাপুৰুষীয়া ধৰ্ম্মটো বৰ সহজ আৰু সুবিধাজনক হৈছে। শিক্ষিত মহাপুৰুষীয়া বা মহা পুৰুষীয়া ধৰ্ম্মলৈ সহনুভূতি থকা দুই এজনে কয় যে এইটো শ্ৰীশ্ৰী ঁ শঙ্কৰদেৱ আৰু শ্ৰীশ্ৰী ঁ মাধৱদেৱৰ প্ৰতিভাৰ বল। দুখৰ বিষয় যে আমি সেই কথা কব নোৱাৰোঁ। যদি সহজ আৰু সুবিধাজনক হৈছে তেন্তে এইটো দৰাচলতে বৰ্ত্তমান যুগৰ শিক্ষিত মহাপুৰুষীয়া বা মহপুৰুষীয়ালৈ সহানুভূতি থকা এজনৰহে প্ৰতিভাৰ বল। আমি জানোঁ যে মহাপুৰুষীয়া ধৰ্ম্মতো শ্ৰীশ্ৰী ঁ শঙ্কৰদেৱ আৰু শ্ৰীশ্ৰী ঁ মাধৱদেৱে শুচি বা পবিত্ৰ থকা বাৰে বাৰে গা ধোৱা, আউসী একাদশী কৰা, আৰু দিনতোৰ ভিতৰত কম পক্ষে হলেও তিনিবাৰ প্ৰসঙ্গ কৰা, নাম লোৱা ইত্যাদি প্ৰবৃত্তি মাৰ্গ বা কৰ্ম্মৰ ব্যবস্থা কৰি থৈ গইছে। ইয়াৰ উপৰিও নিবৃত্তি মাৰ্গত অৰ্থাৎ দৰ্শন আৰু জ্ঞান পথত, বৰ ৰাহাত গুপুততে আধ্যাত্মিক জ্ঞান শিক্ষা লোৱা, মালা মন্ত্ৰ লোৱা ইত্যাদি ব্যৱস্থা ৰাখি গৈছে। কামে কামে দুইওজনা মহাপুৰুষে মহাপুৰুষীয়া ধৰ্ম্মটো সিমান সহজ কৰি থৈ যোৱা নাই বুলি আমি হলে ডাঠি কব পাৰোঁ। কিন্তু বৰ্ত্তমান কালতহে দুই চাৰিজন পাশ্চাত্য শিক্ষাৰ শিক্ষিতলৈ সহজ হৈ পৰিছে। তেওঁবিলাকে অকল কীৰ্ত্তন, বৰ গীত লৈ আঙুলিয়াই থৈ দিয়া হলে আমাৰ এই বিষয়ে একো কবলৈ নাথাকিলেহেতেন। কিন্তু আচৰিতৰ বিষয় তেওঁ বিলাকে সৰ্ব্বজনীন বিভাগতে (Exteric Bramch তে) সন্তুষ্ট নাথাকি Esoteric বা গুপুত বিভাগকো সাদৰি কৰি দিবলৈ ইচ্ছা কৰা দেখা যয়। ১৮৪২ শকৰ ২৪ বহাগৰ "অসমীয়া" কাকতত সমাজশীৰ্ষ প্ৰবন্ধটোত এই কেই ফাঁকি

লেখিছে। "এই ক্ষেত্ৰত আমি মহাপুৰুষীয়া ধৰ্ম্মত জাতি ভেদৰ সঙ্কীৰ্ন বেষ্টন দেখিবলৈ নাপাওঁ। বৰং বৰ্ত্তমান যুগৰ উপযোগী জাতি ভেদ হে দেখিবলৈ পাওঁ। ই মাধৱ দেৱৰ প্ৰতিভাৰ ফল। কেৱলীয়া আতৈ সকলৰ এই আলোচনা বিলাক অতি সন্তৰ্পনে হয়। প্ৰকাশ্যে কৰিবলৈ বৰ নাৰাজ। বোধ হুয় সেই সময়ত বিৰোধী দলৰ আক্ৰমণৰ পৰা ৰক্ষা পৰি থাকিবলৈ বিশেষকৈ এনে অনুষ্ঠান কৰা হৈছিল। আজি কালি সেই বিৰোধী দল নাই, থাকিলেও দাঁত ভঙা সাপৰ দৰে, গতিকে আজি কালি আৰু সেই দৰে লুকাই লুকাই জাতি ভেদ গুচুৱা প্ৰথাটো নেৰাখি সংস্কাৰ কৰি লবলৈ বৰ সুবিধা হৈছে।" লিখকে কোন খেত্ৰত জাতি ভেদৰ সংকীৰ্ণ বেষ্টন ভাঙিছে বুলি লেখিছে সেইটো বুজিব নোৱাৰিলোঁ। ধৰ্ম্ম ক্ষেত্ৰত নে কি? যদি সেইটিহে হয় তেন্তে আমাৰ বোধেৰে বক্ষণশীল ধৰ্ম্মপ্ৰান মহাপুৰুষীয়া আতৈ সকলে লিখকৰ এই কথামতে নচলিব হবলা। যদি চলিত বৰ বাহাদুৰে ভিতৰুৱা গুপুত উলিয়াই দিয়ে তেন্তে বোধকৰোঁ ধৰ্ম্মত হব হবলা। লিখকে এনেকুৱা সুৱলা, দেশহিতকৰ সমাজ শীৰ্ষ প্ৰবন্ধটিত এইফেৰা কটু কাতৰ নকৰা হলেই ভাল আছিল। দাঁত ভঙা সাপনো কাক বুলিলে। যদি শিব, শক্তি দামোদৰী সকলৰ বুলিলে তেন্তে লিখকে নিজে গমি চাওকচোন তেওঁৰ এই কটু কাটব্য উচিত হৈছেনে? এতিয়ালৈকে কোনো দায় দোষ নকৰে। বেচেৰা শক্তি সৈব বৈষ্ণব সকলৰ ওপৰত এই ফেৰা কটু কাটব্য নকৰাহলেই ডাঠি কব পাৰোঁ যে মহাপুৰুষীয়া আতৈ সকলে লিখকৰ কথামতে নচলে, গুপুত কেতিয়াও নেভাঙে। অৱশ্যে যদি লিখকৰ একান্ত ইচ্ছা যে মহাপুৰুষীয়া ধৰ্ম্মটোত আৰু কোনো গোপন থকা উচিত নহয় তেনেহলে তেওঁ পাৰিলে বৰপেটালৈ গই শৰণ লওক আৰু তাৰ পাছত বৰ বহাত সোমাই গুপুত সমস্তকে শিকক। তাৰ পাছত যদি ইচ্ছা হয় তেন্তে সেই গুপুত বিলাক আহি আমাক সকলোকে জানিব দি দেশৰ হিত আৰু উন্নতি চিন্তক। তাকে নকৰিলে orthodox অৰ্থাৎ ৰক্ষণশীল; ধৰ্ম্মপ্ৰাণ (pious) আতৈ সকলে গুপুত এৰি দিব এইটি আমাৰ বিশ্বাস নহয়। আমি উচিত কথা কৈছোঁ লিখকে যেন ধৃষ্টতো মাৰ্জ্জনা কৰে।

আজি ২ বছৰ মানৰপৰা গুৱাহাটীৰ পবিত্ৰ শুক্ৰেশ্বৰ মন্দিৰৰ ওচৰত এখান সনাতন ধৰ্ম্ম সভা স্থাপিত হৈছে। এই ধৰ্ম্ম সভা স্থাপন কৰাৰ আমি যতদুৰ জানো ঘ ই উদ্যোগী আৰু উৎসাহী শ্ৰীযুত ৰায় বাহাদুৰ কালী কৰণ সেন যি জনৰ পূৰ্ব্ব পুৰুষ বঙ্গদেশৰ ৰজা বল্লাল সেন আছিল আৰু আমাৰ অসমৰ পূজ্যপদে কৃতি সন্তান শ্ৰীযুত হেমচন্দ্ৰদেৱ গোস্বামী আৰু উত্তম চন্দ্ৰ বৰুৱা আৰু আন ২ কেইজন মান ধৰ্ম্ম প্ৰাণ ভদ্ৰলোক। এই সনাতন ধৰ্ম্ম সভাই ভালেমান দেশহিতকৰ কাম কৰিছে বুলি

আমি জানো। অলপতে আমাৰ গোস্বামী দেৱে শ্ৰী শ্ৰী ভট্টদেৱে কৰা কথা গীতা খন শুৱলাকৈ ছপাই উলিয়াইছে। আমাৰ হাততো আহি কথা গীতা এখান পৰিছে। পুথি খনিত গোস্বামীদেৱে যি পাতনি ভূমিকা আৰু ভট্টদেৱৰ জীৱনী দিছে সি অতুলনীয়। গোস্বামীদেৱৰ পাণ্ডিৎ পৰিপূৰ্ণ গবেষণা, সনাতন হিন্দু ধৰ্ম্মৰ বিশেষ গীতাৰ বিষদ মহত্ব বাখ্যান, আৰু গোস্বামীদেৱৰ আধ্যাত্মিকতা দেখি আমি বিমোহিত হৈছোঁ। চৰকাৰৰ ঘৰত হাড়ভঙ্গা খাটনি কৰিও যে গোস্বামীদেৱে দেশৰ অৰ্থে, আমাৰ সনাতন হিন্দু ধৰ্ম্মৰ অৰ্থে ইমান কৰিব পাৰিছে এই বাবে গোস্বামীদেৱে আমাৰ প্ৰেম পুষ্পাঞ্জলি পাবৰ যোগ্য। শ্ৰীশ্ৰী ভট্টদেৱৰ কথা গীতাৰ বিষয়ে আমি নকলেও হয়। পৃথিৱীত নামজলা কবি চাৰ শ্ৰীশ্ৰীযুক্ত ৰবীন্দ্ৰ ঠাকুৰে আৰু বৈজ্ঞানিক ডাক্তৰ চাৰ প্ৰফুল্ল চন্দ্ৰ ৰায়ে, চাৰ আশুতোষ মুকাৰ্জ্জীয়ে ইংৰাজী ভাষাত যি কইছে তাৰ সাৰাংশ মাথোন আমি ৰাইজৰ আগত ডাঙ্গি ধৰিলো। চাৰ শ্ৰীযুক্ত প্ৰফুল্ল চন্দ্ৰ ৰায়ে লিখিছে।

"দৰাচলতে ১৬ শতিকাতে ভট্টদেৱে লিখা কথা গীতাৰ এখনি সুন্দৰ সংস্কৰণৰ পুথি পঢ়িছো। এই পুথিৰ বৰ্ত্তমান সংস্কৰণ আমি পণ্ডিত শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীৰ দেশ হিতৈষীতা আৰু পাণ্ডিত্যৰ গুণৰ পৰা পাইছোঁ। এই কথাগীতা এখনি অমূল্য ৰত্ন। ইংলণ্ডত হুকাৰ আৰু লেটিমাৰৰ গদ্য সাহিত্যত বাজে আৰু অসমীয়া গদ্য সাহিত্যত বাজে ১৬ শতিকাত আন কোনো জাতিৰে গদ্য সাহিত্য ইমান উন্নৰ্ত হোৱা নাই। ভালেমান দিনৰ পৰা অসমীয়া ভাষা সুকীয়া ভাষা নে, আন কোনো ভাষাৰ অপ্ৰভ্ৰংশহে, এই বিষয়ে এটা বিবাদ চলি আহিছে। এই বিবাদ নিতান্ত মুৰ্খালিৰ চিন। এই বিবাদৰ মুলত কেৱল অসমত বাস কৰা আমাৰ বঙালী জাতিৰ নিজৰ অন্যায় আত্ম গৰিমা মাথোন। এই কথা গীতাৰ পৰা আমি দেখিবলৈ পাইছো যে অসমীয়া সাহিত্য ১৬ শতিকাতেই উন্নত অৱস্থা প্ৰাপ্ত, যি উন্নত অৱস্থা বঙ্গভাষাই সিদিনা মাথোন শ্ৰী ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ আৰু শ্ৰী বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়ৰ দিনৰ পৰাহে পাইছে। দৰাচলতে যদি বৰ্ত্তমানত কোনো অসমীয়া সাহিত্যিকে উঠি কয় যে অসমীয়া ভাষাৰ পৰাহে বঙ্গালী ভাষাৰ গদ্য সাহিত্যে ওলাইছে তেনেহলে তেওঁৰ সেই কথা অপ্ৰমান কৰিবলৈকো টান হব। মই বিবেচনা কৰোঁ এই বিবাদ আজি কালি ওৰ পৰিছে! মই অকল বঙ্গালী হৈ যে এই কথা কইছোঁ সেইটো নহয়, মই বঙ্গীয় সাহিত্য সভাৰ পূৰ্ব্বতন সভাপতি ভাবেও এই মত প্ৰকাশ কৰিলো।

চাৰ শ্ৰীশ্ৰীযুক্ত ৰবীন্দ্ৰ নাথ ঠাকুৰে লিখিছে :—

"এই কথা গীতা এখনি উৎকৃষ্ট পুথি। ইয়াৰ উৎকৃষ্টতাৰ কাৰণ অনেক। যি গ্ৰন্থকাৰে ১৬ শতিকাতে বঙালী গদ্য সাহিত্য জন্মাৰ এশ বছৰৰ আগেয়ে এই দৰে

অসমীয়া গদ্য সাহিত্য সৃষ্টি কৰিব পাৰে সেই গ্ৰন্থকাৰ দৰাচলতে তোমালোকৰ গৌৰবৰ ধন।”

চাৰ আশুতোষ মুখাৰ্জ্জীয়ে লিখিছে। “যি জাতীয়ে এনেকুৱা গদ্যত ১৬ শতিকাতে গীতা লিখিব পাৰিছিল সেই জাতি এনেকুৱা সৰু জাতি হব নোৱাৰে।”

পাঠক সকল! চাওক গুণীয়ে কেনেকৈ গুণৰ মোল বুজিছে।

আমি ইওটো শুনি সুখী হৈছোঁ যে আমাৰ পূজ্যত্তম, শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত গোস্বামীদেৱে সেই মহাপুৰুষ শ্ৰীশ্ৰী ভট্টদেৱে কৰা কথা ভাগৱত ছপাবলৈকো যো যা কৰিছে। আমি শ্ৰীশ্ৰীযুক্ত হেম চন্দ্ৰ গোস্বামীদেৱৰ দীৰ্ঘ জীৱন কামনা কৰোঁ। ঈশ্বৰ কৃষ্ণওই যেন তেখেতৰ এই দৰে দেশৰ হিতকৰ কাম, সমান তন ধৰ্ম্মৰ তত্ত্ব বিলাক অসমীয়া ৰাইজক জনোৱাবলৈ সুস্থ শৰীৰে ষাবি কৰ্ম্ম ক্ষেত্ৰত উত্তৰোত্তৰ উন্নতি বিধান কৰি দীৰ্ঘজীৱি কৰে। অসমীয়া ৰাইজেও যেন হাতে ২ এখানি “কথা গীতা” ৰাখে। ইতি

## গো-সেৱা

ভাৰত কৃষি প্ৰধান দেশ শত কৰা ৭২ জন মানুহে কৃষিৰ ওপৰত ভৰ দি থাকে। চাৰ জন ষ্ট্ৰেচিয়ে কইছে শতকৰা ৯০ জন খেতিয়ক। এনে ঠাইত গাখীৰ ও খেতিৰ মূল গৰুৰ কথা বতৰা হোৱা বিষম সমস্যা। কিন্তু বেজাৰৰ কথা যে বহুতে এই বিষয় নেভাবি নুগুণী কুম্ভকৰ্ণৰ দোৰ্ঘোৰ টোপনিত পৰি শুই লালকাল দিছে।

ভাৰতত খেতিৰ প্ৰধান সম্বল বলদ আৰু ম'হ। অৱশ্যে ইউৰোপত ঘোঁৰা, গাধা, খচ্চৰ আৰু কল কাৰখানাদিৰে খেতি সুচলে ও সুকলমে খাটাং কৰা হয়। কিন্তু ভাৰতবৰ্ষত এইটি বহু কাৰণত সময়োপযোগী হোৱা নাই। চেঞ্চচ্ পিয়লত ভাৰতত ১৯১৩-১৪ চনত বলদৰ সংখ্যা ৪৮০,০০,০০০ ইয়াৰ ভিতৰত প্ৰায় ৩ ভাগৰ ২ ভাগ অৰ্থাৎ ৩,২০,০০,০০০ বুঢ়া বেমাৰি বা অকামিলা সেই বাবে খেতিৰ অনুপযোগী। বাকিভাগ অৰ্থাৎ তৃতীয়াংশৰ খেতিত লগাবলৈ নিচেই তাকৰ। বছৰে প্ৰায় ২২,০০,০০০ একৰ মাটি চাহ কৰা হয়। এতেকে এজোৰ গৰু প্ৰতেক ২৭ একৰ মাটিৰ বাবে পোৱা যায়। কিন্তু হিচাপ কৰা হৈছে প্ৰত্যেক ২ একৰ মাটিলৈ ১ জোৰ গৰু লাগে। এতেকে ইয়াতে গম পোৱা গল যে ভাৰতৰ খেতিৰ কাৰণে গৰু নিচেই তাকৰ। তাৰ উপৰিও খেতিৰ গৰু বোৰ প্ৰায় দেখা যায় নিশকতিয়া আৰু হাড়ছাল ওলোৱা। ইয়াৰ কাৰণ কি?

পোনতে চাওক। গাঁহ খুৱাবলৈ চৰোৱাতলি সুবিধা মতে ও সৰহকৈ পোৱা টান। এই বিষয়ে পাছত উনুকিওৱা যাব। ৰলদৰ নিচিনা উপযোগী গাই আৰু ম'হ। কিন্তু দেখিবলৈ পোৱা যায় গাখীৰ ও তাৰ লগৰীয়া বস্তু বোৰ সকলো জাতিকে বিশেষকৈ হিন্দু জাতিৰ বৰ পুষ্টিকৰক। আজি কালি সেই বোৰ বস্তু দৰকাৰতকৈ বিলাসিতাৰ বাবে ৰখা বুলিহে কব পাৰি। গাখীৰ ১০ বছৰৰ আগতে ছয় পয়ছা ও ৫ বছৰৰ আগতে দুই অনা আছিল, আজি কালি গাখীৰ পোৱা টান। জোৰ পুৰি হাত পালেহি তবুও মানুহৰ কাণসাৰ নাই। আমাৰ শকতি নাই, পথাৰত ধান নাই আৰু আমাৰ গাখীৰৰ বাবে গাখীৰ নাই খেতিৰ বাবে বলদ নাই, বছৰে পতি হৰেক ৰকমৰ বেমাৰ আহি বেঢ়ি ধৰিছে, আমাৰ ভআল পুষ্টিকাৰক আহাৰ নাই ইয়াৰ প্ৰতীকাৰ না না ঠাইত, যেনে মাইশোৰ, নেলোৰ ও গুজৰাট আদিত গৰু জাতিৰ উন্নতিৰ অৰ্থে বহু পোহপাল দিছে আৰু সেই বাবে সেই বিলাক ঠাইত সাধাৰণ স্বাস্থ্যৰ আৰু কৃষিৰ বহুল উন্নতি হৈছে বুলি ধৰি লব পাৰি। ইম্পিৰিয়াল গেজেটত পোৱা গইছে যে ভাৰতৰ প্ৰধান আহাৰ ও উপযোগী বস্তু গাখীৰ। হলে কি হব, গৰুৰ অৱনতি দিনেপতি বাঢ়িব লাগিছে। তাৰ উপৰি গৰু জাতি কসাইৰ ঘৰত যোৱাৰ সংখ্যা বেচি হব ধৰিছে। হিচাপ কৰা হইছে দিনেপতি প্ৰায় এহেজাৰ গৰুৰ হত্যা হয়। গৰুৰ প্ৰতিকাৰ কেইটি মান চুৰ্বচুৰীয়াকৈ দিয়া গল। আমেৰিকা আৰু কানাড়াত চৰকাৰৰ কৃষি বিভাগৰ পৰা জীৱ জন্তুৰ মোট সংখ্যা ও টুটা বঢ়া চোৱা আৰু অৱনতি হলে তাৰ প্ৰতিকাৰ কৰিবলৈ বেলেগে ২ বিভাগ আছে, সেই বিভাগৰ মানুহে সদায় চকু দি উন্নতিৰ অৰ্থে লাগি থাকে। অৱনতি হলে সভা-সমিতি আদি হয়, কৈফিয়ত দিয়া হয় আৰু তাৰ প্ৰতিকাৰ কৰা হয়। কিন্তু আমাৰ ইয়াত সেইটি শুনা মাত্ৰাত বিৰাজমান হইছে। দয়ালু চৰকাৰৰ তৰফৰ পৰা যি এটা আছে সি চুঙা চাই সোপা দিয়া মাত্ৰ কোনো গাঁৱত বা চহৰত এহেজাৰত এটা যাঁড় দিয়া হইছে বুলিসম্ভৱ। কি কি উপায়ত ৰখা হইছে আৰু কিমান সংখ্যাৰ মাজত দিয়া হইছে বা তাৰ পৰা মানুহে কি উপকাৰ পাইছে তাক চোৱা নাই। এতেকে সেইবোৰ দেশৰ আদৰ্শ চ ই ঠায়ে পতি যথেষ্ট পৰিমাণে যাঁড় ৰাখক।

দ্বিতীয়ত ঃ—আমাৰ দেশত চৰোৰ তলি নাই, যি এখন বা আধখন কৰা হইছে সিয়ো অগাধ অটব্য হাবি, গৰু চৰোৱাৰ অসুবিধা, বাৰিষা বাট পদুলিৰ, কামত যি অলপ চুৰ্চুৰীয়াকৈ ঘাঁহ আছে তাকো খাই জীৱণ ধাৰণ কৰে। তেনে অৱস্থাত আমাৰ গৰু জাতিৰ আয়ুষ টুটি যাব, আৰু খেতিৰ যে অনুপযুক্ত ই ধ্ৰুৰূপ। টিলিকা টিলৌটিপৌ হই লাহে লাহে চিকা নিগনিৰ নিচিনা হৈ গৰুৰ বংশ লোপ পাব বুলি

ঠিৰাং কৰিব পাৰি। এতেকে চৰোৱাতলি গৰুৰ সংখ্যা বুলি কৰা উচিত। যথেষ্ট পৰিমাণে না ৰাখিলে আন উপয় নাই। মোটামুটি হিচাপত প্ৰত্যেক গৰুৱে পতি ১ এক একৰ মাটি থোৱা বিধেয়।

তৃতীয়তঃ—কোনো কোনো ঠাইত পানীৰ খুব অভাব। খৰালি কালি মানুহে দিৰ পানী খআয়। বিল খাল আদিত পানী শুকাই যায়। তেনে নাদৰ পানী যে তুলি গৰুক দিয়া উচিত তাৰ্লৈ মানুহে মনকাণ নিদিয়ে। সেই দৰেই দিনে ৰাতিয়ে আট শুকাই পিয়াহত প্ৰাণটাকি যমৰ ঘৰ পায়গৈ। অৱশ্যে সঁচা, দয়ালু লোকেল বোৰ্ডে পুখুৰি খানি দিছে। কিন্তু ঠাই অনুসৰি সেই পুখুৰিৰ পানী গৰুৱে পাইছেনে নাই সেইটি সন্দেহ। এতেকে গৰুৰ সংখ্যা বুজি মাৰে পতি ১১ টা, ২ টা বা ৩ টা পুখুৰি খানি থওক।

চতুৰ্থতঃ—পঢ়াশালি বোৰত গাৱে পতি পশু সম্বন্ধে অলপ শিক্ষা দিয়ক। নাই মোমাইতকৈ কণা মোমাই ভাল। সৰহ শিক্ষা হলে ভাল; কিন্তু তেনে অসুবিধা যদি হয় তেন্তে আদিম শিক্ষা মতে গৰু জাতিৰ পোহ পাল যাতে হাতে কামে লাগি থাকে তাৰ বিধান কৰা উচিত।

পঞ্চমতঃ—সদাশয় চৰকাৰে পশুচি কিৎসালয় ঠাই বুজি দিয়া উচিত। এতিয়া যি আছে সি এপাছি কচুত এটি জালুক বুলি কব পাৰি। এই সময়ত মোট ভাৰতত ৩৫৩ টি চিকিৎসালয় আছে আৰু আসামত মোটে ৩ টা পৰিছে। গৰুৰ সংখ্যা আগতে কোৱা হইছে, সেই সংখ্যাত ই নিচেই কম।

চমুকৈ কবলৈ গলে আমাৰ অধোগতিলৈ যোৱা বা বিজতৰীয়া গৰু জাতিলৈ যেনে তেন প্ৰকাৰেণ "মন্ত্ৰণা সাধয়েৎ শৰীৰম্বা পাতয়েৎ" বুলি সঞ্জীৱনী খনি হাততলৈ কামলৈ ঈশ্বৰৰ ওপৰত ভক্তি ৰাখি আমাৰ সাজু হোৱা উচিত। আৰু সময় নাই। এক পল বা বিপল গলেই বুজিব যে বহুত সময় গল। আৰু সি উলটি নাহে; এতেকে নিশ্চয় জানিব আমিও অইন দেশৰ নিচিনাকৈ দোপত দোপে উঠি উন্নতি জখলাত আগুৱাই ধনী মানীহৈ সুখ সম্পদত ফাল কটাব পাৰিম ই ধ্ৰুৱপ। ওঁ সত্যম, শিৱম্ সুন্দৰম্।

শ্ৰীকনকচন্দ্ৰ শৰ্ম্মা।

# গীতা

শ্ৰীকৃষ্ণায়। নমঃ ওঁ শ্ৰীযাদৱোজয়তী।

গীতাৰ নিচিনা উপাদেয় দৰ্শন শাস্ত্ৰ ধৰ্ম্মশাস্ত্ৰ পৃথিবীত নাই। গীতাৰ মাহাত্ম্যৰ

বিষয়ে মোৰ নিচিনা অভাজনে নকলেও হয়। শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীদেৱে শ্ৰীশ্ৰী ভট্টদেৱৰ যি কথাগীতা ছপাইছে তাত তেওঁ লিখা পাতনি খন যেন অসমীয়া ৰাইজে মন দি পঢ়ে। আজি আমি মূল শ্ৰীমদ্ভাগবতগীতা বৰ্ত্তমান চলিত অসমীয়া গদ্যলৈ অলপ অলপকৈ ভাঙি ৰাইজৰ আগলৈ উলিয়াব খুজিলোঁ।

ধৃতৰাষ্ট্ৰে শুধিলে "হে সঞ্জয়! কুৰুক্ষেত্ৰ নামৰ ধৰ্ম্ম ক্ষেত্ৰত মোৰ পুত্ৰ সকল আৰু আনফালে পাণ্ডুপুত্ৰ সকলেনো কি কৰিছে মোক কোৱা"?

সঞ্জয়ে কলে; ইয়াৰ পাছত পাণ্ডক সকলৰ বেঁহু দেখি ৰজা দুৰ্য্যোধনে আচাৰ্য্য (দ্ৰোণৰ) ওচৰলৈ গই কলে হে আচাৰ্য্য! আপোনাৰ ধিমান শিষ্য দ্ৰুপদ পুত্ৰে বেহু পাতি সজাই থোৱা পাণ্ডুপুত্ৰসকলৰ বিপুল সৈন্যৰাশি চাওক এই সেনাৰ ভিতৰত যুদ্ধত মহা ধনুৰ্দ্ধৰ শুৰবিক্ৰমী ভীমাৰ্জ্জুন আছে। ইয়াত যুযুধান (সাত্যকি) বিৰাট আৰু মহাৰণ দ্ৰুপদ, ধৃষ্টকেতু, চেকিতান, বীৰ্য্যবান কাশীৰাজ, পুৰুজিৎ, কুন্তিভোজ আৰু নৰশ্ৰেষ্ঠ শৈবও আছে। পৰাক্ৰমী যুধামন্যু উত্তমৌজা, অভিমন্যু, আৰু সকলোবৈই

টিকাঃ—এই খিনিতে মনত এনেকুৱা প্ৰশ্ন উঠে যে দুৰ্য্যোধনেনো সেনাপতি ভীষ্মৰ ওচৰলৈ নগই দ্ৰোণক আহি এই কথাষাৰ কিয় কলে। প্ৰধান সেনাপতি ভীষ্মকহে কব লাগিছিল হে পিতামহ; আপুনি এই যুদ্ধত যেন বিশেষ মন দিয়ে; যেন আপোনাৰ গুণত আৰু বীৰ্য্যবলত যুদ্ধ জিকোঁ। ভীষ্মক নকই দ্ৰোমক কবৰ উদ্দেশ্য কি? কেৱে ২ কয় যে দ্ৰোণ কুৰুপাণ্ডৱ উভয়ৰে অস্ত্ৰ শিক্ষক সেই দেখি কিজানি পাণ্ডৱৰ মৰমত দ্ৰোণে ভালকৈ যুজ নকৰে। কেৱে ২ এইটোও কব পাৰে যে ভীষ্মও তো উভয় কুলৰে পিতামহ তেৰোঁতো পাণ্ডৱলৈ মৰম লাগি ভালকৈ যুজ নকৰিব পাৰে। সেই দেখিও দুৰ্য্যোধনে ভীষ্মকহে কব লাগিছিল। দ্ৰোণক কেলেই কলে ঃ ইয়াৰ তাৎপৰ্য্য আমি যতদুৰ পাইছোঁ সেইটো এইঃ—দুৰ্য্যোধনে ভীষ্মক স্বজাতী ক্ষত্ৰিয় দেখি আৰু সেই ক্ষত্ৰিয়ই এবাৰ এটা প্ৰতিজ্ঞা কৰিলে তাৰ লৰচৰ নকৰে এইটো জানি ভীষ্মক একো উদগনি দিবৰ সকাম নেদেখিলে। দ্ৰোণ জাতিত ব্ৰাহ্মণ, যুদ্ধ কৰাটো তেওঁৰ ধৰ্ম্ম নাছিল। এই কথা জানি দুৰ্য্যোধনে তেওঁৰ ফালৰ দ্ৰোণক সন্দেহ নিশ্চয় কৰিছিল। এই সন্দেহৰ ভাৱতহে দ্ৰোণক আহি এই কথাষাৰ কইছিল।

ইয়াতে আৰু এটা কথা উঠে সেইটো এই কুৰুক্ষেত্ৰ ঠাই ডোখৰক নো ধৰ্ম্মক্ষেত্ৰ কেলেই বুলিলে। মহাভাৰতৰ আগে

মহাৰথী দ্ৰৌপদীৰ পুত্ৰসবো আছে। হে

য়েতো কুৰুক্ষেত্ৰ যে তীৰ্থ স্থান এইটো কথা ক'তো পোৱা নাজায়। তেন্তেনো কুৰুক্ষেত্ৰক যি কুৰুক্ষেত্ৰত ভাৰতৰ অষ্টাদশ অক্ষৌহিনী মানুহ লোপ পালে সেই

কুৰুক্ষেত্ৰনো যুদ্ধৰ আগেয়ে ধৰ্ম্মক্ষেত্ৰ বিশেষণ কেলেই পালে? ইয়াৰ অৰ্থ আধ্যাত্মিক সকলে কয় যে কুৰুক্ষেত্ৰৰ যুজখান ঐতিহাসিক ঘটনা হওকেই বা নহওকেই গীতা গোটেই খনৰে দুটা অৰ্থ। ঐতিহাসিক ভাবে যদি চোৱা যায় তেনেহলেও ১ ম অধ্যায়ৰ বৰ্ণনাটো সঠিক আৰু যদি আধ্যাত্মিক ভাবে চোৱা যায় তেনেহলেও গোটেইখান গীতাৰে আধ্যাত্মিক অৰ্থ ওলায়। মনুষ্যৰ এই শৰীৰটো এফালে যেনেকুৱা ধৰ্ম্মক্ষেত্ৰ আনফালে তেনোক ই কুৰুক্ষেত্ৰও। এই মনুষ্য দেহটো ঈশ্বৰে সৃষ্টি কৰা এটা মন্দিৰ বিশেষ (ইংৰাজীত কৈছে know that this body of thine is a Temple bailt by yje Lord for the inhabitation of tje Soul) এই মন্দিৰৰ প্ৰধান উদ্দেশ্য হৈছে আত্মাক পবিত্ৰ কৰি ৰাখি ঈশ্বৰৰ ওচৰলৈ ছপোৱা। কিন্তু পৰমাত্মাৰ কি বিচিত্ৰলীলা এই মন্দিৰৰ ভিতৰতেই দ্বিজোত্তম! আমাৰ সৈন্যৰ মাজতো যি নিয়ত যুদ্ধ চলিব লাগিছে। এফালে কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য্য, অন্ধ জ্ঞান, অৰ্থাৎ তামস আৰু ৰাজস। আনফআলে প্ৰবৃত্তি, সৎকৰ্ম্ম কৰা ভাৱ, দয়া, দাক্ষিন্য, সত্য, শৌচ, পবিত্ৰতা, ঈশ্বৰ পৰায়নতা ইত্যাদি। ধৃতৰাষ্ট্ৰ হৈছে তমোগুণ কণা, সেই কণাৰ পুত্ৰ কাম-ক্ৰোধ লোভ মোহ ইত্যাদি শত কৌৰব। ভীষ্ম সেই শত কৌৰবৰ অধিনায়ক সেনাপতি ৰজগুণ বিশেষ, দ্ৰোণ হৈছে মন, ইফালে যাওসে সিফালে যাওঁ এনেকুৱা বিধৰ। দুৰ্য্যোধন হৈছে পূৰ্ণ কাম আৰু দম্ভ। কৰ্ণ হৈথে মদ মাৎসৰ্য্য। সঞ্জয় হৈছে বিবেক। যুধিস্থিৰ হৈছে সত্বগুণ, অৰ্জ্জুন হৈছে আত্মা আৰু শ্ৰীকৃষ্ণ হৈছে পৰমব্ৰহ্ম সেই পৰমাত্মা। এই শৰীৰটো যে ক্ষেত্ৰ ইয়াক ত্ৰয়োদশ অধ্যায়ত স্পষ্টকৈ কইছে এই ক্ষেত্ৰ ধৰ্ম্মৰহে প্ৰধান ঠাই কিন্তু ইয়াতে আকৌ অধৰ্ম্মৰো দলবল সম্পূৰ্ণ আছে। সদায় এই শৰীৰ আৰু মনৰ ভিতৰত ধৰ্ম্মভাৱ আৰু পাপভাৱৰ যুদ্ধ চলিবই লাগিছে। এয়ে হৈছে গীতাৰ আধ্যাত্মিক বাখ্যা। সকল প্ৰধান সেনাপতি আছে আপুনি জানিবৰ কাৰণ তেওঁবিলাকৰো নাম কওঁ। আপুনি, ভীষ্ম, কৰ্ণ, সমৰ বিজয়ী কৃপাচাৰ্য্য, অশ্বত্থামা, বিকৰ্ণ, জয়দ্ৰথ আৰু সোমদত্তৰ পুত্ৰ ভুৰিশ্ৰবাও আছে। এই সকলত বাজেও মাৰ নিমিত্তে প্ৰাণ উচৰ্গা কৰিব পৰা অনেক শুৰ বীৰ আছে। তেওঁবিলাক সকলোটিয়েই যুদ্ধবিশাৰদ আৰু বিবিধ অস্ত্ৰ শস্ত্ৰত শিক্ষিত। ভীষ্মৰ অধীনে চলা আমাৰ সৈন্য সামন্ত অপৰ্য্যাপ্ত। সিফালে ভীমৰ অধীনে চলা পাণ্ডবৰ সৈন্যও পৰ্য্যাপ্ত। আপোনা সকলোৱে নিজ নিজ বিভাগ অনুসাৰে ব্যুহৰ দ্বাৰত থাকি ভীষ্মক সৰ্ব্বপ্ৰকাৰে ৰক্ষা কৰি থাকে যেন।

ঠিক এই সময়ত প্ৰতাপবান কুৰুবৃদ্ধ পিতামহ ভীষ্মে ৰাজা দুৰ্য্যোধনৰ মনত হৰ্ষ লগাবলৈ মহা সিংহনাদ কৰি শঙ্খ ধ্বনি কৰিলে। তৎক্ষনাৎ দুৰ্য্যোধনৰ আন ২ সৈন্য

বিলাকেও নানা শঙ্খ, ভেৰী, মৃদঙ্গ, নাগাবা, ৰণ শিঙ্গা, বজাব ধৰিলে। তাতে তুমুল কোলাহল শব্দ হল। ইয়াৰ পাছত বগা ঘোৰাই টনা মহাৰথত উঠা মাধৱ (শ্ৰীকৃষ্ণ) আৰু পাণ্ডবেও (অৰ্জ্জুনেও) দিব্য শঙ্খধ্বনি কৰিলে। হৃষিকেশে (শ্ৰীকৃষ্ণ) পাঞ্চজন্য, ধনঞ্জয়ে (অৰ্জ্জুনে) দেৱদত্ত, ভীমকৰ্ম্ম বৃকোদৰে (ভীমে) পৌণ্ড্ৰ, নামৰ শঙ্খ বজালে কুন্তীপুত্ৰ যুধিষ্ঠিৰ ৰজাই অনন্ত বিজয় নকুলে সুঘোষ আৰু সহদেৱে মনি পুষ্পক নামৰ শঙ্খ বজালে। মনি ধনুৰ্দ্ধাৰি কাশীৰাজ, মহাৰথি শিখণ্ডি ধৃষ্টদ্যম্ন, বিৰাট আৰু ৰণত অপৰাজিত সাত্যকি, দ্ৰুপদ আৰু দ্ৰুপদীৰ পুত্ৰ সকলে মহাবাহু অভিমন্যু ইত্যাদি সকলোৱে নিজে ২ পৃথক ২ শঙ্খধ্বনি কৰিলে এই সকল তুমুল শব্দে ধৃতৰাষ্ট্ৰ সকলৰ (অৰ্থাৎ কৌৰৱ সকলৰ) হৃদয় বিদীৰ্ণ কৰি আকাশ আৰু পৃথিবীতো প্ৰতি ধ্বনিত হল। হে মহীপতি! (সঞ্জয়ে ধৃতৰাষ্ট্ৰক সম্বোধি) দুৰ্য্যোধন প্ৰভৃত্তিক যুদ্ধত এই দৰে উদ্যোগ হৈ থকা দেখি শৰাসন তুলি শস্ত্ৰ প্ৰাৰত প্ৰবৃত্ত আৰু কপিধ্বজ ৰথত আৰূঢ় অৰ্জ্জুনে হৃষিকেশক এই কথা কলেঃ—"হে অচ্যুত তুমি আমাৰ উভয় পক্ষৰ সৈন্যবিলাকৰ মাজত আমাৰ ৰথখান অলপ ৰাখাচোন। মই দুৰ্ব্বুদ্ধি দুৰ্য্যোধনৰ হিত কামনা কৰি যুদ্ধৰ নিমিত্তে এই ৰণ স্থলত উপস্থিত থকা বীৰ বিলাকক, যি বিলাক বীৰে সৈতে মই যুদ্ধ কৰিব লাগিব সেই বিলাকক মই এবাৰ চাই লওঁ।"

(ক্ৰমশঃ)

## স্তোত্র

জ্ঞানং দেহি স্মৃতিং দেহি বিদ্যাং বিদ্যাধিদেবতে।
প্রতিষ্ঠাং কবিতাং দেহি শক্তিং লোক প্রদীপিকাং।।
গ্রন্থকর্ত্তৃক শক্তিঞ্চ সৎলোকং সুপ্রতিষ্ঠিতং।
প্রতিভাং সৎ সভায়াঞ্চ বিচার ক্ষমতাং শুভাম্।।
লুপ্তং সর্ব্বং দৈববসাৎ নবীভূতং পুনঃ কুরু।
যথাঙ্কুৰং ভস্মানিচ কৰোতি দেবতা পুনঃ।।
ব্রহ্ম স্বরুপা পৰমা জ্যোতীরুপা সনাতনী।
সৰ্ব্ব বিদ্যাধি দেবী বা তস্যৈ বাণ্যৈ নমো নমঃ।।

শ্রীনাৰায়ন বৰুৱা।

## শ্রীশ্রী ঁদেব দামোদৰ

## পদ্য

(১)

প্রকৃতিৰ লীলা তুমি, জননী অসম ভুমি,
চতুর্দ্দিশে বন ৰাজি, সৌন্দৰ্য্য আকৰ।
তোমাকে আশ্রয় কৰি, তোমাতে জনম ধৰি,
কত ভক্ত হই গ'ল অজৰ অমৰ।।

(২)

যশস্বী সৰব মাজে, চৈধ্যশ শতিকা ভাগে,
উদিল অসম সুৰ্য্য দেৱ দামোদৰ।
লুপ্ত ভাগবত ধৰ্ম্ম উলিয়াই সাৰ মৰ্ম্ম,
বিলালে পাপীৰ মাজে হৰি নাম সাৰ।।

(৩)

ধৰ্ম্ম ৰূপে জন্ম তানে, ধৰ্ম্মতে বিভোল প্ৰাণ,
প্ৰকাশি বিশুদ্ধ ধৰ্ম্ম মহাভাগৱত।
অজ্ঞান তিমিৰ ৰাশি, পাপক সমুলে নাশি
ৰাখিলে অক্ষয় কীৰ্ত্তি অসম মাজত।।

(৪)

জীৱ হিংসা আদি কৰি, মহা মহা পাপকাৰী,
যত মানে অবিহিত ধৰ্ম্ম কৰ্ম্ম বোৰ।
হৰি নাম প্ৰেম ৰসে, ভসাই অমৃত ৰসে
সনাতন সত্য ধৰ্ম্ম কৰিলে প্ৰচাৰ।।

(৫)

ভট্টদেৱ, বংশীদেৱ, সন্তদেৱ, বলদেৱ,
আদি কৰি পুণ্যবান তযু ভক্ত যত।
তযু দত্ত নাম ধৰ্ম্ম, বিলাই অমুল্য ৰত্ন,
ঠায়ে ঠায়ে পাতি দিলে হৰি নাম হাট।।

(৬)

সমগ্ৰ অসম ভেদি, অধৰ্ম্মৰ মূল চেদি,
প্ৰকাশিলা সত্য শুচি হৰিনাম ধন।
মুৰুখ পাষণ্ড সব তযু শক্তি দেখি দেব,
পাতিলে অশেষ বিঘ্ন কৰিয়া যতন।।

(৭)

কিন্তু দেব দামোদৰ, খৰ্ব্ব কৰি পাষণ্ডবৰ,
দনিলা সকলো গৰ্ব্ব নিজৰ গুণত।
প্ৰচণ্ড তপন যেন মেঘ মুক্ত হই পুন,
বিতৰে কিৰণ মালা উঠি আকাশত।।

(৮)

প্ৰকাশিলা নাম ধৰ্ম্ম, সাধিলা মহৎ কৰ্ম্ম,
বান্ধিলা সবাকো দেব ধৰ্ম্মৰ ডোলেৰে।
প্ৰচাৰিলা সত্ৰ প্ৰথা, ধৰি আনে সেই কথা,
কৰিলে বিস্তৰ সত্ৰ তোমাৰ আৰ্হিৰে।।

(৯)

অসমৰ আদি গুৰু, ভকতৰ কল্পতৰু,
বিলালা ভক্তিৰ ৰস অসম ভিতৰ।
কৰ্ত্তব্য সম্পন্ন কৰি, পাপী সবে ত্ৰাণ কৰি,
কৰিলা প্ৰস্থান দেব বৈকুণ্ঠ নগৰ।।

(১০)

চন্দ্ৰ সূৰ্য্য গ্ৰহ তাৰা, বিতৰি কিৰণ ধাৰা,
থাকে মানে অসমৰ ভাগ্য আকাশত।
তত দিন তযু নাম, গাব সবে অবিশ্ৰাম,
ঘৰে পতি জনে প্ৰতি অসম দেশত।।

(১১)

দ্বিজকুলে শ্ৰেষ্ঠ তুমি, পৰম পাপীষ্ঠ আমি
কিহেৰে পূজিম দেব তোমাৰ চৰণ।
অকৃতি যোগ্যতা হীন পাপ পঙ্কে সদা লীন,
বন্ধ আছো মায়াজালে জীবণ মৰণ।।

(১২)

কৰি কৃপা বিতৰণ, নৰৰূপী নাৰায়ন,
দূৰ কৰি তম মোৰ দিয়া পুন্য জ্ঞান।
সহস্ৰ দলত বসি, মোহ মায়া ৰিপু নাশি,
চিৰকাল কৰা ৰক্ষা অধম সন্তান।।

শ্ৰীৰামদেৱ গোস্বামী,
পাট বাউসীয় সত্ৰ।

## শ্ৰীশ্ৰীমদ্ দেবদামোদৰায় নমঃ।।

(এই ৰছনা খনি আজি দুবছৰ কি তিনি বছৰৰ আগে *শ্ৰীযুত লক্ষীকান্ত মিশ্ৰ ভাগৱতীৰ দ্বাৰা শ্ৰীশ্ৰী দেৱদামোদৰ দেৱৰ তিথিত পাঠ কৰা হইছিল।)

"বন্দে দামোদৰং শান্তং করুণার্ণব বিগ্ৰহম্।
যন্নাম শ্ৰুতি মাত্ৰেন ভব বন্ধাদ্ বিমুচ্যতে।।"

মহা সাগৰৰ ভিন্ন ভিন্ন ভাগত ডাঙ্গৰ ডাঙ্গৰ জোঁৱাৰ উঠে। এই জোঁৱাৰ নিৰ্দ্দিষ্ট

* লক্ষীকান্ত মিশ্ৰ ভাগৱতী

সময় ক্ৰমেহে উত্থিত হয়, কদাপি অনিয়মিত ভাবে নুঠে। জোঁৱাৰে বহুদূৰ পৰ্য্যন্ত তীৰভূমিক প্লাবিত কৰি সেই স্থানৰ সঞ্চিত মল আবৰ্জনাক ভাটা দ্বাৰা দুই পখালি উটাই নি বেলাভূমিক পৰিষ্কাৰ কৰো কিন্তু স্ৰোতবাহিত মলিন বস্তু বহুবিধ মৃত জীৱ জন্তুৰ শব, গলিত তৰুলতা গুল্ম জাজি প্ৰভৃতি দ্বাৰা জোৱাৰৰ জল প্ৰবাহো দূষিত হব পাৰে। এনেকুৱা দূষিত জোঁৱাৰে তীৰভূমিক পৰিষ্কাৰ-নিৰ্ম্মলতো নকৰেই বৰঞ্চ তাত এইবোৰ নিক্ষিপ্ত কৰি সেই তীৰবূমিক অত্যাধিক মলিন আৰু দূষিত কৰে। মানৱ জাতিৰ বিভিন্ন সমাজতো এনেকৈ সময়ে সময়ে ধৰ্ম্মৰ বা অপধৰ্ম্মৰ জোঁৱাৰ উঠা দেখা যায়। জোঁৱাৰটো বিশুদ্ধ শাস্ত্ৰ সঙ্গত হলেই বহু দিনৰ পৰা ক্ৰমে ক্ৰমে সঞ্চিত সমাজৰ দোষ সমূহক সবেগে দূৰীভূত কৰি সেই সমাজক নিৰ্ম্মল কৰি তোলে। সমাজে তেতিয়া এই বিশোধিত ধৰ্ম্মবলে বলীয়ান হৈ উন্নতিৰ পথত বিশেষতঃ আধ্যাত্মিক উন্নতি পথত দ্ৰুতবেগে গতি কৰে। কিন্তু জোঁৱাৰটো অশাস্ত্ৰীয় দোষ সঙ্গত হলে, সমাজত আৰু অধিক আবৰ্জ্জনা প্ৰক্ষেপ কৰি সেই সমাজক মলিন কৰে—সেই সমাজক ভ্ৰষ্টাচাৰ কৰে—সেই সমাজৰ আধ্যাত্মিকতাক পঙ্কলিপ্ত কৰে।

অৱশ্যে জগতত এনে কোনো কাৰ্য্য নাই যাৰ পৰা কেবল ভাল বা কেবল বেয়া হয়। সকলো কাৰ্য্যৰে ফল শুভা শুভ মিশ্ৰিত থাকে, গতিকে সমাজৰ অনিষ্টকৰ এই অপধৰ্ম্ম বা অধৰ্ম্মৰ জোঁৱা বৰো অৰ্থাৎ ধৰ্ম্ম বিপ্লবৰো পৰিশেষত কিঞ্চিৎ শুভল বিদ্যমান থাকিব পাৰে, কিন্তু ছালৰ ভাগতকৈ মন্দৰ ভাগ অত্যন্ত অধিক হোৱাত হে এই বিপ্লব সমাজৰ মহৎ অনিষ্ঠ আৰু অমঙ্গলৰ কাৰণ হয়।

চন্দ্ৰ সূৰ্য্যৰ আকৰ্ষণ প্ৰভৃতি জোঁৱাৰৰ যেনেকৈ একাধিক কাৰণ থাকিব পাৰে তেনেকৈ এই ধৰ্ম্ম জোঁৱাৰ আৰু ধৰ্ম্ম বিপ্লবৰো এটা বা ততোধিক কাৰণ থাকিব পাৰে। সমাজৰ সামাজিক সকলৰ আৰ্থিক, মানসিক, আচাৰ, ব্যৱহাৰ প্ৰভৃতিৰ পৰিবৰ্ত্তন, ৰাজনীতি বা ৰজাৰ পৰিবৰ্ত্তন প্ৰধান শিষ্য বা সহচৰ বৰ্গৰ সহিত কোনো প্ৰবল শক্তিশালী সাধু পুৰুষৰ বা দানবীয় শক্তিশালী দুষ্ট লোকৰ প্ৰাদুৰ্ভাবে এই ধৰ্ম্ম জোঁৱাৰ বা ধৰ্ম্ম বিপ্লবৰ উৎপাদন কৰে। সকলো কাৰণ কেন্দ্ৰীভূত হ সেই সাধু পুৰুষ সকলে দুষ্ট লোকৰ ভিতৰেদি আত্ম প্ৰকাশ কৰি সমাজত সেই ধৰ্ম্মৰ পবিত্ৰ মন্দাকিনী বা মলদূষিত বৈতৰণীৰ স্ৰোত প্ৰবাহিত কৰি সামাজিক সকলক নিৰ্ম্মল, পবিত্ৰ আৰু উন্নত অথবা মলিন, অপবিত্ৰ আৰু অধ্যপাতিত কৰে।

এই ৰূপ ধৰ্ম্মাধৰ্ম্মৰ জোঁৱাৰ আৰু ভাটী সময় ক্ৰমে পুৰা কালৰ পৰাই পৃথিবীত সৰ্ব্বত্ৰ সংঘটত হৈ আহিছে। আমাৰ প্ৰাচীন বিশাল কামৰূপত বা আধুনিক অল্পায়তন অসমতো এনেকুৱা জোঁৱাৰ ভাটা ক্ৰমান্বয়ে অনেক বাৰ হৈ যোৱাৰ

অনুমান হয়। শুনা যায় আমাৰ দেশৰ পূৰ্ব্ব সীমান্ত বাসী নিচিমী কি তাদৃশ কোনো এটা জাতি পূৰ্ব্ব বিশুদ্ধ আৰ্য্য ব্ৰাহ্মণ আছিল। তেওঁলোক পৰশুৰাম বাৰা তাৰৈ নীত আৰু স্থাপিত হৈছিল। বহুদিন যাবৎ সেই স্থানত স্বীয় ব্ৰাহ্মণ্য ধৰ্ম্ম বজাই ৰাখি থাকি সংখ্যাৰ অল্পতা, চতুৰ্দ্দিকস্থ সংখ্যাধিক অসাৰ্য্যবিলাকৰ সংসৰ্গ, অন্যস্থান বাসী আৰ্য্যসকলৰ লগত আদান প্ৰদানৰ অসুবিধা ইত্যাদিৰ কাৰণে স্বধৰ্ম্ম ভ্ৰষ্ট হয়। পৰে হিন্দু ধৰ্ম্মবিপ্লব অৰ্থাৎ বৌদ্ধ ধৰ্ম্মৰ উন্নতিৰ সময়ত তেওঁলোকে বৌদ্ধ ধৰ্ম্ম গ্ৰহণ কৰি অদ্যাপি ও পতিতা বস্থায় থৈ গৈছে। তেওঁলোকে যে পৰশুৰাম দ্বাৰা আনীত বিশুদ্ধ ব্ৰাহ্মণ আছিল এই কথাও সম্ভবতঃ ইদানীং বিস্মৃত হৈছে। কেৱল এয়ে নহয়, ক্ষত্ৰিয় আৰু অন্যান্য জাতিও ব্ৰাহ্মণ্য ধৰ্ম্মৰ পৰা ভ্ৰষ্ট হৈ—বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰি পতিত হোৱা পুনশ্চ হিন্দু হৈ কিয়ৎ পৰিমাণে উন্নত হোৱাৰ এবঞ্চ কোনো কোনো জাতি দ্যাপি পতিতাবস্থাত থকাৰ প্ৰমান পোৱা যায়। এয়ে ধৰ্ম্মসমাজৰ বাহ্য বা দৃশ্য জোঁৱাৰ ভাটাৰ একাংশ।

প্ৰধানতঃ যি শক্তিশালী সাধু পুৰুষক নিমিত্ত কৰি সমাজত ধৰ্ম্মৰ জোঁৱাৰ উত্থিক হয় তেওঁকে আজি কালি "পৰিত্ৰাণায় সাধুনাং বিনাশায়চ দুষ্কৃতাং ধৰ্ম্মসংস্থাপন্নাথায়" অৱতীৰ্ণ পুৰুষ বুলি কোৱা হয়। এবঞ্চ যি দুষ্ট লোকৰ দানবী শক্তিক নিমিত্ত কৰি সমাজত অধৰ্ম্ম বা অপধৰ্ম্মৰ জোৱাৰ উঠে তেওঁকে "উপপ্লবায় লোকনাং ধূমকেতু ৰিবোত্থিতঃ" (লোক সমূহৰ ঘোৰ অমঙ্গলৰ কাৰণে উত্থিত ধূমকেতু) বুলি কোৱা উচিত। ভগৱন্ত শ্ৰীকৃষ্ণই "পৰিত্ৰাণায় সাধূনাং বিনাশায়চ দুষ্কৃতং ধৰ্ম্মসংস্থাপনাৰ্থায় সম্ভবামি যুগে যুগে" এই বাক্য বিশেষ সীমাবদ্ধ অৰ্থেহে ব্যবহাৰ কৰিছে। কিন্তু আধুনিক উৎকট ভক্ত বিলাকে এই ভগবদ্ বাক্যৰ বহুব্যাপক সামান্য অৰ্থে অপপ্ৰয়োগ কৰি ধৰ্ম্মসমাজৰ ধূমকেতু অনেক অমূকা ভটুকাকো, ঈশ্বৰৰ অৱতাৰ বুলি প্ৰমানিত কৰিবৰ কাৰণে প্ৰাণপণে চেষ্টা কৰে। ইয়াৰ ফলে অনেক মূৰ্খলোকে, অনেক সবল বিশ্বাসী নিৰ্ব্বোধ লোকে পূৰ্ব্বোক্ত ধূমকেতুকো ঈশ্বৰাবতাৰ বুলি প্ৰত্যয় কৰি নিতান্ত প্ৰতাৰিত হয় আৰু তেওঁৰ প্ৰদৰ্শিত অধোগতিৰ কুপথকে আধ্যাত্মিক উন্নতি ৰাজপথ বুলি বিশ্বাস কৰে এবঞ্চ 'অবে নৈবনীয়মানাঃ যথান্ধাঃ" এই নিয়ম সেই কুপথে—অশাস্ত্ৰীয় পথে—কৰ্ম্মচাৰী সকলৰ পথে গমন কৰি অধোগতি প্ৰাপ্ত হয়।

মানব সমাজৰ দুৰ্ভাগ্যৰ কাৰণ হক, কি ঘোৰ কলি কালৰ ফলেই হক বা যি কাৰণেই হক, সনাতন ধৰ্ম্মৰ কেতবোৰ বিদ্বেষী, দেব দ্বিজৰ উৎকট শত্ৰু বিলাকেও ইদানীং যেনেকৈ দলে দলে মহৰ্ষি, দেবৰ্ষি, ৰাজৰ্ষি হৈ পৰিছে তেনেদৰে এই

কলিযুগত পূৰ্ব্বোক্তৰূপ ধুমকেতুৰ সংখ্যাহে অধিক হৈ গৈছে। এই মূৰ্খ আৰু অদূৰদৰ্শী নীচ শ্ৰেণীৰ জনতাৰ মাজত এইবিলাকৰ হে প্ৰতিপত্তি আৰু গৌৰব অত্যন্ত অধিক। ঈশ্বৰাংশ সম্ভূত পুৰুষ বা প্ৰকৃত পুৰুষ যেনে বিৰল তেওঁৰ গুণ গৰিমা বুজিব পাৰে, আনিষ্ট কৰে—ভক্তিকৰে, এনেকুৱা বিজ্ঞ গুণী লোকৰ সংখ্যাও অল্প। যি হক প্ৰথমতঃ সংখ্যাত অলপ হলেও পৰিশেষত এই লোকৰ গুণ গৌৰবেহে মানুহৰ হৃদয় অধিকাৰ কৰে। অধিকন্তু অলপ হলেও জগতত এতাদৃশ সাধুপুৰুষ আৰু তেওঁৰ গুণগ্ৰাহী ভক্তৰ অভাব কদাপি নহয়। একান্ত অভাব হলে, এই বসুমতী ইমান দিনে বন্য জন্তুৰ—দৈত্যদানবৰ বাস স্থান হ'ল হেতেন—এই পৃথিৱী ভূত প্ৰেত পিশাচৰ ৰঙ্গভূমি শ্মশান হল হেতেন। পাপী তাপীৰ বন্দীশাল নৰক হলহেতেন।

প্ৰথম অৱস্থাত যিমানে কি গৌৰব নহওক। যিমান কি প্ৰতিপত্তি, নহক মিথ্যাৰ ওপৰত প্ৰতিস্থিত ধৰ্ম্ম—অৰ্থাৎ অধৰ্ম্ম অধিক দিন স্থায়ী হব নোৱাৰে। মিথ্যাৰ ধৰ্ম্ম—ফাকি প্ৰবঞ্চনাৰ ধৰ্ম্ম কাল ক্ৰমে অনাদৃত—লুপ্ত নহৈ নোৱাৰে। অন্য পক্ষে, সত্যৰ উপৰ প্ৰতিস্থাপিত বীৰ্য সঙ্গত সত্য ধৰ্ম্ম প্ৰথমতঃ অধিক মসৃত নহলেও পৰিশেষত বিজয়গৌৰবে সমুঞ্চিত হৈ চিৰদিন বৰ্ত্তমান থাকে। এই কাৰণে হে এনেকুৱা ধৰ্ম্মক সনাতন ধৰ্ম্ম বোলে।

বৈদিক ধৰ্ম্ম চিৰকালে আনুষ্ঠানিক ধৰ্ম্ম—সনাতন ধৰ্ম্ম। এই ধৰ্ম্ম অনন্ত কাল আছে আৰু থাকিবও—কদাপি সুস্থ নহয়। অধৰ্ম্ম বা অপধৰ্ম্মৰ কুহেলিকা দ্বাৰা এই সনাতন ধৰ্ম্মৰ গৌৰব আৰু উজ্জ্বল কান্তি কাল ক্ৰমে সময়ে সময়ে আকৃত হলে বা হব ধৰিলেই ঈশ্বৰৰ অংশাবতাৰ বা তাদৃশ কোনো সাধুপুৰুষ আবিৰ্ভূত হৈ স্বীয় মহিমময় তেজে সেই কুহেলিকা অপসাৰিত কৰি সেই সনাতন বৈদিক ধৰ্ম্মৰ মহিমা—সৌন্দৰ্য্য—বিভূতি আৰু গৌৰব দৰ্শাই দিয়ে। এবঞ্চ সামাজিক জনসমূহৰ জীবন পথৰ প্ৰদৰ্শক হৈ তেওঁলোকক আধ্যাত্মিক উন্নতিৰ পথত চলাই লৈ যায়।

আমি আজি যিজন পুৰুষৰ তিথি উপলক্ষে মিলিত হৈছো সেই প্ৰসিদ্ধ শ্ৰীমদ্ দেবদামোদৰ প্ৰভূ এনেকুৱা এজন সাধু সকলৰ পৰিত্ৰাতা ধৰ্ম্ম সংস্থাপক মহপুৰুষ। তেওৰ আবিৰ্ভাব নিতান্ত প্ৰয়োজন হোৱা হেতু সেই সময়ত তেওঁ আবিৰ্ভূত হয়। দ্বাদশ শতাব্দীৰ মধ্য ভাগৰ পৰা ত্ৰয়োদশ শতাব্দীৰ প্ৰথম ভাগলৈ ভাৰত ধৰ্ম্মৰ অনেক দেশতে সনাতন ধৰ্ম্মৰ বহু পৰিমানে অবনতি ঘটিছিল—ধৰ্ম্ম মলিন হৈ পৰিছিল। মানুহৰ মাজত ধৰ্ম্মাচৰন আছিল অথচ তাত গভীৰ শ্ৰদ্ধা বা তীব্ৰ উৎসাহ নাছিল। যাগ, যজ্ঞ, পূজা, অৰ্চনা, বৈদিক কৰ্ম্ম কলাপ সময়ৰ উপযোগী অনুসাৰে প্ৰায় সকলো আছিল অথচ তাৰ যেন সিমান প্ৰাণ নাছিল। শাক্ত, শৈব, বৈষ্ণব প্ৰভৃতি ধৰ্ম্ম

সম্প্ৰদায় আৰু ধৰ্ম্ম সৰ্ব্বত্ৰ আছিল অথচ সুদীৰ্ঘ কালৰ গতিত সেই বিলাক বহু পৰিমাণে নিৰ্জ্জীৱ হৈ পৰিছিল। নিজৰ ঐশ্বৰ্য্য বৈভৱ দেখুৱাবলৈ, বা সমাজত প্ৰতিষ্ঠা, মান আৰু গৌৰৱ পাবৰ নিমিত্তেহে বা অহঙ্কাৰৰ বশীভূত হৈ মানুহে সেই ধৰ্ম্মানুস্থান কৰিছিল। ধৰ্ম্মৰ নিমিত্তে—কৰ্ত্তব্যৰ নিমিত্তে—বা ঈশ্বৰ দেৱতাৰ প্ৰীত্যৰ্থে ধৰ্ম্মানুষ্ঠান নিতান্ত বিৰল হৈ পৰিছিল। ব্ৰাহ্মণ্য ধৰ্ম্মৰ প্ৰতি অনাস্থা অনাদৰ, দেৱদ্বিজৰ প্ৰতি বিদ্বেষ ও বৰ্দ্ধিত হৈছিল। আন কি, কোনো কোনো ঠাইত ধৰ্ম্মৰ ধূমকেতু ওলাই সত্যৰ নামে অসত্য—ধৰ্ম্মৰ নামে অধৰ্ম্ম অধৰ্ম্ম প্ৰচাৰ কৰিব ধৰিছিল আৰু "সত্য ধৰ্ম্ম ধৰ লোক সত্য ধৰ্ম্ম ধৰ, বামুণৰ কথা শুনি মিছায় কিয় মৰ" এনেকুৱা ফকৰাৰে পৰিপূৰ্ণ পুথি ৰচনা কৰি তাকে ধৰ্ম্মগ্ৰন্থ বুলি চলাই দিব ধৰিছিল। দৈত্য দানব ৰাক্ষস জাতীয় লোকৰ দেৱদ্বিজ সাধু সজ্জনৰ প্ৰতি হিংসা বিদ্বেষ চিৰকালে স্বভাবতে অত্যন্ত অধিক। তাতে আকৌ ধৰ্ম্মবিপ্লৱ কাবীৰ ফকৰাৰে ভৰা পূৰ্ব্বোক্ত ৰূপ "ধৰ্ম্ম গ্ৰন্থ" পাই সিহঁতৰ দেৱদ্বিজৰ প্ৰতি সেই চিৰন্তন বিশেষ শতগুণে বৰ্দ্ধিত হব ধৰিলে, দেশৰ যেতিয়া এইৰূপ অৱস্থা, তেতিয়া সাধুলোকৰ পৰিত্ৰাণ, ধৰ্ম্ম ৰক্ষা আৰু ধৰ্ম্ম সংস্থাপনৰ নিমিত্তে শ্ৰীমদ্ দেৱদামোদৰ প্ৰভৃতি সিদ্ধ পুৰুষ সকল আবিৰ্ভূত হৈ সেই কাৰ্য্য সম্পাদন কৰিলে।

জগতৰ প্ৰায় সকলো মনস্বি পুৰুষৰে জন্মস্থান জন্মসময়ৰ বিষয়ে মত ভেদ দেখা যায়, গতিকে প্ৰভু দেৱদামোদৰৰো জন্মশকাদি সমন্ধে ভিন্ন মত প্ৰচলিত থকা একো আশ্চৰ্য্যৰ বিষয় নহয়। সাধাৰণত ঃ১৪১০ শকত তেওঁ ধৰ্ম্ম প্ৰচাৰকাৰ বুলি জনা যায় তাৰ প্ৰমান ঃ

"শ্ৰীকৃষ্ণো নিজধাম গোঽখিলজনান্ দৃষ্টাতি পাপাশয়ান্।
সদ্ধৰ্ম্মং প্ৰথনেচ্ছয়া কলিযুগে দামোদৰাখ্যো ২৬বৎ।
শাকে দিগ্মনু (১৪১০) সংখ্যয়ে বিগনি ধৰ্ম্মান্ জনান গ্ৰাহয়ান।
শাকেদ্ব্যস্বৰ চন্দ্ৰ বাণ (১৫২০) গৰি গচ্ছৎ পুনধাম সঃ ইত্যাদি।

হাজো পৰ্ব্বত বা গৰুড়াচল সমৰ পৰ্ব্বতৰ উত্তৰ দিশত "ৰত্নেশ্বৰ" নামে এখন গ্ৰাম আছিল। এই গ্ৰামত সিদ্ধানন্দ মিশ্ৰ নামৰ বিষ্ণুভক্তি পৰায়ণ ব্ৰাহ্মণৰ ঘৰ। সিদ্ধানন্দৰ পুত্ৰ সদানন্দ, তেওঁ ধৰ্ম্মশীল নামৰ বিখ্যাত উচ্চবংশীৰ এজন ব্ৰাহ্মণৰ কন্যা সুশীলা দেৱীক বিবাহ কৰে। সদানন্দ আৰু সুশীলা দেৱীৰ জ্যেষ্ঠ সৰ্ব্বেশ্বৰ, মধ্যম ৰত্নাকৰ আৰু কৰি দামোদৰদেৱ পুত্ৰ জন্ম গ্ৰহণ কৰে। দেৱদামোদৰ প্ৰভুৰ জন্মৰ বিষয়ে কিচুমান আশ্চৰ্য্য ঘটনাৰ উল্লেখ আছে। বাহুল্য ভয়ে তাক ইয়াত লিখা নহল? পৰে অসমীয়া ৰজাই এওঁলোকক তুলি নি মাটী বাৰি দি নলচা গ্ৰামত বাস

কৰিব দিয়ে। কালক্ৰমে যথা সময়ে দেব দামোদৰৰ উপনয়নাদি সংস্কাৰ কৰ্ম্ম কৰা হ'ল। তেওঁ শাস্ত্ৰাদি অধ্যয়ন কৰি বিশেষ ব্যুৎপত্তি লাভ কৰিলে। সম্ভবতঃ এই সময়তে তেও "বাণীভূষণন্" নামে এখন সংস্কৃত ছন্দঃ শাস্ত্ৰ আৰু গীতাৰ সংস্কৃত টীকা ৰচনা কৰে। শঙ্কৰাচাৰ্য্যৰ কৃত গীতাৰ ভাষ্যই জ্ঞানৰে প্ৰধান বুলি দেখুৱাইছে। ভাস্কৰাচাৰ্যৰ টীকাত কৰ্ম্মক প্ৰধান বুলি ব্যাখ্যা কৰিছে কিন্তু দামোদৰদেৱে যি টীকা ৰচনা কৰি গৈছে সেই টীকাত তেওঁ জ্ঞান কৰ্ম্ম ভক্তি তিনিওটাকে সমান বুলি দেখুৱাই ব্যাখ্যা কৰিছে, এই হেতুৱেই দামোদৰী টীকা যে শ্ৰেষ্ঠ তাক কোৱা বাহুল্য মাত্ৰ। ইয়াৰ দ্বাৰা প্ৰভুৰ অগাধ পাণ্ডিত্যৰ প্ৰমাণ পোৱা যায়। এইদ্বাদে দুই চাৰিখন অসমীয়া পুস্তকো তেওঁ ৰচনা কৰা বুলি উল্লেখ পোৱা যায়। কিন্তু সেইবোৰৰ অদ্যাপি সঠিক বিবৰণ পোৱা নেযায় দেখি ইয়াত উল্লেখ কৰা নহল। অলপ দিন পূৰ্ব্বে দামোদৰদেৱৰ ৰচিত কিছুমান আধ্যাত্মিক গান পোৱা গৈছে আৰু শ্ৰীযুক্ত হেমচন্দ্ৰ গোস্বামী, ই, এ, চি, মহাশয়ে আৰু কিবা কিবি পুথি পাইছে বুলি শুনিছোঁ; যিহওক এই বিষয়ে অধিক লিখা অনাৱশ্যক। ইয়াৰ কিছুদিন পিচত প্ৰভু দামোদৰদেৱৰ পিতৃ বিয়োগ ঘটে; পিচে কাল ক্ৰমে তেওঁৰ জ্যেষ্ঠ সহোদৰ আৰু তেওঁৰ পত্নীয়ে কাল প্ৰাপ্ত হয়। মধ্যম ভ্ৰাতা ৰত্নাকৰৰ তিনি জন পুত্ৰ হয়। ইয়াৰ কিছু দিন পিচত প্ৰভুৰ মাতৃ সুশীলা দেবী স্বৰ্গাৰোহণ কৰাত তেওঁ মাতৃৰ শ্ৰাদ্ধাদি কাৰ্য্য সমাধা কৰিলে। ইতোমধ্যে "ভূএগ্ৰাধৰা" নামে ৰাষ্ট্ৰ বিপ্লব বা ৰাজভগন উপস্থিত হোৱাত নলচা গ্ৰামত বাস কৰা অসম্ভব দেখি তাৰ বস্তু বাহানি কিছুমান দান কৰি বাকী খিনি ডাঙ্গৰ নাওত ভৰা দি পত্নী আৰু ভ্ৰাতৃস্পুত্ৰ দুই জনক (এজন পূৰ্ব্বে মৃত্যু হৈছিল) লৈ ভটিয়াই পূৰ্ব্বৰ বসতি স্থানলৈ আহিব ধৰিলে। কিন্তু ধৰ্ম্মপ্ৰচাৰ ধৰ্ম্মৰক্ষা ৰূপ মহাকৰ্ত্তব্য সাধনৰ বাট মুকলি কৰিবৰ কাৰণে বোধ হয় পৰমেশ্বৰৰ অভিপ্ৰায় অনুসাৰে বাটত ব্ৰহ্মপুত্ৰত নাওঁ বুৰি তেওঁৰ যথা সৰ্ব্বৰ (ব্ৰহ্মপুত্ৰৰ বুকুতে তল যায়, কেৱল তেওঁলোকৰ জীৱন কেইটাহে ৰক্ষা পৰে। যিহওক তেওঁ নিজৰ গ্ৰামত আহি বাস কৰিব ধৰি প্ৰায়েই হয়গ্ৰীৱ মাধবক দৰ্শন কৰিবলৈ হাজোৰ মন্দিৰলৈ যাতায়াত কৰি থাকিল। ইয়াৰ কিছু দিন পূৰ্ব্বে শ্ৰীচৈতন্যদেব পৰশুৰাম কুণ্ড প্ৰভৃতি তীৰ্থ দৰ্শনাৰ্থে আহি হাজোৰ মনিকূট পৰ্ব্বতৰ বৰাহ কুণ্ডৰ উপৰিস্থিত গুহাত কিছুদিন বাস কৰিছিল (এই গুহা বা গুম্ফাক আজি কালি চৈতন্যৰ ঘোপা বোলে)। এই সময়তে চৈতন্যদেৱে কণ্ঠভূষণ, কবিশেখৰ আৰু কণ্ঠাহাৰ কন্দলি এই তিনিজন পণ্ডিত ব্ৰাহ্মণক দীক্ষিত কৰি শিষ্য কৰে। পৰে যেতিয়া ব্ৰহ্মকুণ্ড দৰ্শণ কৰি পুনৰ্ব্বাৰ উভটি আহি পুনশ্চ সেই গুহাতে অৱস্থান কৰিছিল, সেই কেই দিন তেওঁ হাতত বীণা লই নাৰদৰ বেশ ধৰি হয়গ্ৰীৱ মাধবৰ

আগত সংকীৰ্ত্তণ কৰিছিল। এই সময়তে এদিন দেবদামোদৰে তেওঁৰ লগত সাক্ষাৎ কৰে আৰু তেওঁক ঈশ্বৰাবতাৰ পুৰুষ বুলি জানিব পাৰি তেওঁৰ ওচৰত দীক্ষিত হয়। চৈতন্য দেব তাত দুই এদিন অবস্থান কৰি আৰু দামোদৰদেৱক পূৰ্ব্ব দেশত অৰ্থাৎ অসমত ধৰ্ম্মসংস্থাপন ধৰ্ম্মৰক্ষাৰ দিহা পৰামৰ্শ দি ওৰেষালৈ গমন কৰে।

অনন্তৰ ধৰ্ম্মোপদেশ দিবৰ কাৰণে ভিন ভিন ঠাইলৈ গৈ অৱশেষত দামোদৰ প্ৰভুৱে বিয়াস পুৰত অৰ্থাৎ পাটবাউসীত স্থায়ী বসতি কৰেগৈ। ইয়াতে তেওঁৰ সন্তান আৰু পত্নী বিয়োগ হয়। মায়াৰ বন্ধন ছিন্ন হোৱাত এই সময়ৰ পৰাই পুৰুষে সম্পূৰ্ণ ধৰ্ম্মালোচনা, ধৰ্ম্মানুস্থান, ধৰ্ম্মৰক্ষা আৰু প্ৰচাৰ কাৰ্য্যত প্ৰবৃত্ত হয়। খুব সম্ভবতঃ এই ঘটনা ১৪১০ শকাব্দত ঘটে। ইয়াক বহু পণ্ডিত ব্ৰাহ্মণাদিয়ে তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰে। এওঁবিলাকৰ ভিতৰত ভট্টদেৱ, গোপাল মিশ্ৰ কবিৰত্ন, ৰামৰায়, ৰামানন্দ, হৰি, ৰঘুনাথ জগন্নাথ, ৰামদাস, বিষ্ণুদাস, পয়োনিধি, পৰমানন্দ, ৰাতুল চৰণ, মধু, কৃষ্ণানন্দ প্ৰভৃতি প্ৰধান। এই সময়ত শাস্ত্ৰালোচনা ধৰ্ম্মালোচনা হৰি নাম সঙ্কীৰ্ত্তনাদি দ্বাৰা অসংখ্য ভক্ত পণ্ডিত মণ্ডলী দ্বাৰা পাটবাউসী পুণ্য ক্ষেত্ৰ নৈমিষাৰণ্যৰ তুল্য হৈ পৰিছিল। কিছু দিন পিচত বহু লোকজন লগত লৈ বংশীদেব বা বংশী গোপাল প্ৰভুৱে উজনিৰপৰা দামোদৰৰ ওচৰলৈ গৈ লগৰীয়া বিলাকৰ সহিত দামোদৰ প্ৰভুৰ ওচৰত দীক্ষা আৰু শৰণ লয়। পিচে কিছুদিন গুৰুৰ ওচৰতে অৱস্থান কৰি তেওঁৰ আদেশ মতে উভটি আহি উজনিত ধৰ্ম্ম প্ৰবৰ্ত্তাই থাকে। আধাৰ যদুমনি নামো আৰু এজনক প্ৰভুৱে বংশী গোপালৰ লগত পঠায়। ইয়াৰ পিচত উত্তৰ ফালে ভগবানদেবক, দক্ষিণত সন্তভূষণক, পশ্চিমত (কোচবিহাৰত) বলদেবক অধিকাৰী পাতি ধৰ্ম্ম প্ৰবৰ্ত্তাভ দিয়ে। ইয়াৰ পিচত বৈকুণ্ঠ দেব মিশ্ৰক ভবানীপুৰত স্থাপন কৰে।

এই সময়তে বিজয়পুৰৰ ৰজা (বোধহয় বীজনীৰ) পৰীক্ষিতৰ আহ্বানত প্ৰভুৱে কিচুমান শিষ্যৰ সহিত তালৈ যায়। পণ্ডিত শ্ৰেষ্ঠ ভট্টদেৱক পাটবাউসীত অধিকাৰ পাতি কামপীঠৰ মধ্য স্থানত ধৰ্ম্মৰক্ষাৰ ভাৰ দিয়ে। বিদ্যা নগৰত এজন বঙ্গদেশীয় বৈষ্ণব ব্ৰাহ্মণৰ আশ্ৰমত কিছুদিন অৱস্থান কৰে। এই পণ্ডিত জন বেদত বৰ পাৰ্গত আছিল আৰু পৰে দামোদৰদেৱৰ ওচৰত দীক্ষা লৈছিল। বিজয় নগৰত অৱস্থান কৰাৰ সময়ত প্ৰভুৱে অসংখ্য লোকৰ শিষ্য কৰে। এজন জীৱন চৰিত্ৰ লিখকে লেখিছে ঃ—

"নিতে নিতে মহোৎসব প্ৰভুৰ থানা আয়াযাত কৰয় সমস্ত লোক যায়। প্ৰতি দিনে দশ কুৰি চল্লিশ হাজাৰ নবীন সেবক হোৱে কৰিয়া সাদৰ।

এই ৰূপে বিজয়পুৰত শিষ্য কৰি ধৰ্ম্মোপদেশ দি প্ৰভু দানে দেৱে বেহাৰ অৰ্থাৎ

কোচবেহাৰলৈ যায়। কোচবেহাৰৰ তদানীন্তন ৰাজা লক্ষ্মীনাৰায়ণে তেওঁৰ আগমন বাৰ্ত্তা পাই আগবঢ়াই নিবলৈ হাতী, ঘোড়া, দৌলা, সৈন্য, সামন্ত পঠিয়াই দিয়ে। তেওঁবিলাকে আহি প্ৰভুক কলে ঃ—

"নমো দামোদৰ আমাৰ ৰাজ্যৰ
কি ভাগ্য মিলিল আসি।
বেহাৰ থানক পবিত্ৰ কৰিলা
ভকতি ধৰ্ম্ম প্ৰকাশি।
নৃপতি আমাৰ কৰি ঘতকাৰ
তোমাক নিৰে পঠালা!
এহি বুলি সবে মহাৰঙ্গ মনে
নানা বাদ্য বজাইলা।।
শুনি প্ৰভু সন্ত শীঘ্ৰ উঠিলন্ত
ভকত সমে তেখনে।
গৃহস্থক মাতি দোলাত চৰিলা
বেহাৰ ঘাইবে মনে।।
ৰজাৰ বৰুৱা সবে ৰঙ্গ কৰি
প্ৰভুৰ দোলা লৈলেক। ইত্যাদি"

পিচে বেহাৰৰ লোকে ঃ—

"কিনো ভাগ্য কিনো ভাগ্য বোল ৰঙ্গ কৰি।
আমাৰ থানক আইলা দামোদৰ হৰি।।
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ চাৰি জাতি।
খৰি পৰি প্ৰণমে ভকতি ভাৱে আতি।।"

এই ৰূপে নগৰত প্ৰবেশ কৰিলুত নগৰত মহা আনন্দ উৎসব বিনন্দ বিলাস লাগি গ'ল। মহাপ্ৰভুক যি ৰূপে মান সৎকাৰ কৰি ৰাখিলে জীৱন চৰিত্ৰত তাৰ বাহুল্য বিবৰণ আছে। পিচে ৰজা লক্ষ্মীনাৰায়নৰ আদেশত বৰ কায়স্থে দামোদৰৰ নিমিত্তে "ভিতৰুৱা ধাপ"* নামে এখন অত্যন্ত উচ্চ স্থানত সত্ৰ নিৰ্ম্মান কৰাই দিলে ঃ —

"মেৰু পৰ্ব্বতৰ সম উচ্চত বহল।
তাহাৰ পশ্চিমে আছে এক দিব্য স্থান।।
পশ্চিমত গৰঘাট নদী অনুপাম।
সত্ৰ নিৰ্ম্মিলন্ত তাতে "তৰুৱাধাপ" নাম।।

চতুস্পাৰ্শ্বে গড নিৰ্ম্মিলেক ভাল কৰি।
গড়ৰ ভিতৰে ভৈলা বৈকুণ্ঠ নগৰীয়া।।
দামোদৰ দেৱক লাগিবা দিব্য ঘন।
সাজিলেক নম্য কৰি অত্যন্ত সুন্দৰ।।"

এই ঠাইত ৰজা লক্ষীনাৰায়ণ, তেওঁৰ ৰাজ্যৰ যাবদীয় কৰ্ম্মচাৰী আৰু নগৰৰ অন্যান্য লোকে শৰণ লৈ প্ৰভুৰ শিষ্য হয়।ঁ বিষ্ণুদাস আতা প্ৰভৃতি কেইবা জন বঙ্গদেশীয় ব্ৰাহ্মণাদিয়েও প্ৰভুৰ ওচৰত দীক্ষা লৈ শিষ্য হয়। এই সময়তে উজনিৰ পৰাঁ ভনমালীদেৱ গৈ প্ৰভুৰ ওচৰত দীক্ষা প্ৰাপ্ত হৈ ভাগৱত পাঠকৰ কাৰ্য্যত নিযুক্ত হৈ প্ৰভুৰ ওচৰতে অৱস্থান কৰে। পিচত গুৰুৰ আদেশ ক্ৰমে উজানলৈ ফিৰি আহি দক্ষিনপাটত সত্ৰৰ ধৰ্ম্মাধ্যক হৈ ধৰ্ম্ম প্ৰবৰ্ত্তাই থাকে।

এই ৰূপে বৃদ্ধ বয়সতঁ প্ৰভু দামোদৰ দেৱে সাত বছৰ যীবৎ বেহাৰত ধৰ্ম্মৰক্ষা আৰু ধৰ্ম্ম প্ৰচাৰ কৰে। পৰে স্বৰ্গাৰোহণৰ সময় উপস্থিত জানি এই বৈকুণ্ঠপবৰ "তৰুৱাধাপ সত্ৰত"ঁবলদেৱক সত্ৰাধিকাৰ পাতি ১৫২০ শকৰ বৈশাখ মাহৰ শুভ শুক্লা প্ৰতিপদ তিথিত মহা প্ৰভুৱে সজ্ঞানে পঞ্চ তত্ব এৰি বৈকুণ্ঠলৈ প্ৰস্থান কৰে। এয়ে প্ৰভুৰ জীৱনৰ অত্যন্ত সংক্ষিপ্ত বিবৰণ।

## ধৰ্ম্মমত

ঁ দেবদামোদৰ প্ৰভুৱে কোনো নতুন ধৰ্ম্ম প্ৰচাৰ কৰা নাই। যি ভাৰত ভূমিত অনাদি কালৰপৰা চাৰি বেদ আছে, ষড় দৰ্শন আছে, অমূল্য ৰত্নস্বৰূপ উপনিষদ আছে, তন্ত্ৰ আছে, উপপুৰাণ, অসংখ্য স্মৃতি আছে ত্ৰিকালদৰ্শী ঋষিসকলৰ জ্ঞানৰাশিপৰিপূৰ্ণ এই ভাৰতবৰ্ষত জগতৰ একমাত্ৰ ধৰ্ম্ম সনাতন বৈদিক ধৰ্ম্ম বিদ্যমান আছে তাত আৰু কোন বিজ্ঞ পুৰুষে পুনৰ ধৰ্ম্ম প্ৰচাৰিত কৰি হাস্যাস্পদ হব? প্ৰকৃত পক্ষে বেদ বেদান্ত দৰ্শন পুৰাণ তন্ত্ৰৰ ধৰ্ম্ম পৰিত্যাগ কৰি কেবেঁ নতুন প্ৰচাৰিত কৰিলে সি ধৰ্ম্ম নহৈ "অধৰ্ম্ম হে, তাত কোনো সন্দেহ নাই। গতিকেঁ দামোদৰদেৱে কোনো নতুন ধৰ্ম্মমত প্ৰচাৰ কৰা নাই। তেওঁ আন সনাতন বৈদিক ধৰ্ম্মলৈ মানুহৰ যে ঔদা সীন্য হৈছিল—মানুহৰ হৃদয়ত ধৰ্ম্মভাব লুপ্ত প্ৰায় হৈছিল—ধৰ্ম্মৰ নিমিত্তে ধৰ্ম কাৰ্য্যৰ অনুষ্ঠান নকৰিছিল—সাজৰ এই ৰূপ দোষ দুৰীভূত কৰি দেশৰ ধৰ্ম্মপ্ৰাণভাৰ এটা প্ৰবল স্ৰোত প্ৰবাহিত কৰি দিছিল। বৈদিক ধৰ্ম্মকে সব জীৱ দান কৰিছিল। এয়ে তেওঁৰ ধৰ্ম্ম প্ৰচাৰ—ধৰ্ম্মৰক্ষণ—ধৰ্ম্মসংস্থাপন।

প্ৰভুর আদেশ আৰু উপদেশ মতেঁভট্টদেৱে 'ভক্তি বিবেকঃ" নামে যি সংস্কৃত গ্ৰন্থ ৰচনা কৰি গৈছে তাৰ পৰাই মহা প্ৰভুৰ ধৰ্ম্ম মতৰ কথা বাহুল্য জানিব পাৰি। এই

ধৰ্ম্ম মত সম্পূৰ্ণ ৰূপে বেদাদি শাস্ত্ৰ সঙ্গত।

পৰবৰ্ত্তি কোনো কোনো জীৱন চৰিত্ৰ লিখকে ঁদামোদৰ প্ৰভুক শাক্ত ধৰ্ম্মৰ বিৰোধী অৰ্থাৎ নিবৃত্তি পথাৰলম্বী বিলাকৰ পক্ষে বলিদান পূৰ্ব্বক দেৱী পূজা কৰা নিষ্প্ৰয়োজন কোৱা বুলি লিখিছে। কিন্তু এই মত যে ভুল তাক সহজে অনুমান কৰিব পাৰি। যি হওক এই কথা সত্য বুলি মানি ললেও জীৱনৰ শেষ ভাগত যে প্ৰভুৰ সেই মত পন্নিবৰ্ত্তিত হৈছিল তাক নিশ্চয় কব পাৰি।

যাৰ সামান্য জ্ঞান আছে সেয়ে জানে

(ক) যে কোনো চিকিৎসকে যদি ভিন্ন ৰোগগ্ৰস্থ ভিন্ন ভিন্ন ৰোগীক বাত বিত্ত কফ ধাতু আৰু আন আন আমাৰ বিভিন্নতা অনুসাৰে বেলেগ বেলেগ ঔষধ নিদি সকলোকে এনে ৰকম ঔষধ দিয়ে তেন্তে ৰোগীৰ মৃত্যু আৰু কৃতান্ত চিকিৎসকৰ বাতুলতা প্ৰমাণিত হয়।

(খ) শৈশব, কৌমাৰ, যৌবন, প্ৰৌঢ় বাৰ্দ্ধক্য অবস্থাত ভিন্ন ভিন্ন বয়সত আৰু বিভিন্ন ঋতুত, বিভিন্ন সময়ত অবস্থা ভেদে ভিন্ন ভিন্ন ৰূপ খাদ্য বস্তু নাখাই যদি সকলোকে একে ৰকমৰ খাদ্য দিয়া হয় তেনে হলে যে নিতান্ত মূৰ্খামি হয় তাক কেৱে নুবুজা নাই।

(গজ্ঞ আজি কালি বিদ্যালয় বিলাকতো দেখা যায় যে ছাত্ৰৰ যি পাঠ্য বিষয় পঢ়াৰ ৰুচি অধিক তাক সেই পাঠ্য বিষয় পঢ়িব দিয়া হয়, তেতিয়া সেই ছাত্ৰই সেই নিৰ্দ্দিষ্ট বিষয়ত সহজে উন্নতি কৰিব পাৰে। গতিকে দেশ কাল পাত্ৰ ভেদে— অধিকাৰী ভেদে—একে বৈদিক ধৰ্ম্ম অলপ বিভিন্ন নহৈ নোৱাৰে। ইত্যাদি যুক্তি আৰু কাৰণ ঁদামোদৰ প্ৰভুৱে বুজা নাছিল বুলি কব নোৱাৰি। গতিকে তেওঁৰ শিষ্য বিলাকৰ ভিতৰত ভগৱতী মহামায়া দেৱীলৈ যাৰ আগ্ৰহ আছিল তাক সেই দেৱী মন্ত্ৰ দিয়া বুলি অনায়াসে বুজিব পাৰি। গতিকে মহাপ্ৰভুৱে যে বলিদান পূৰ্ব্বক দেৱী পূজা নিষেধ কৰা নাই ই কথা ধ্ৰুব। ইয়াৰ জ্বলন্ত প্ৰমাণ দক্ষিণ পাট সত্ৰৰ প্ৰথম ধৰ্ম্মাধ্যক্ষ ঁবনমালি দেৱ। মহা প্ৰভুৱে এওঁক বিষ্ণু মন্ত্ৰ আৰু শাক্ত মন্ত্ৰ দিয়া বুলি প্ৰখ্যাত আছে। বৈষ্ণৱাচাৰ্য্য সকলে বলি দানৰ সহিত দেৱী পূজা নিষেধ য'ত কৰিছে সি কেৱল নিবৃত্তি পথাবলম্বীয়কলয় পক্ষেহে প্ৰবৃত্তি মাৰ্গাবলম্বী গৃহস্থসকলৰ কাৰণে কোনো

---

* কিম্বদন্তী এই যে বান ৰজাৰ ৰাজ্যত বন্দীভূত অনিৰুদ্ধক উদ্ধাৰ কৰিবলৈ আহি শ্ৰীকৃষ্ণে যুদ্ধত মহাদেৱক পৰাজিত কৰে। পিচত ফিৰি যাবৰ সময়ত তেওঁ সসৈন্যে এই ঠাইত বিশ্ৰাম কৰে। এবঙ্ক শিৱক পৰাজয় কৰাত পাপ কাৰ্য্য হৈছে ভাবি তেওঁ সেই পাপৰ প্ৰায়শ্চিত্ত স্বৰূপে নিজে নিজৰ বামহস্ত ছেদন কৰে। সেই ছিন্ন হস্ত এই ঠাইত পৰিছিল দেখি এই স্থান পূৰ্ব্বৰ পৰাই পুন্যক্ষেত্ৰ।

দেব দেবীৰ পূজা নিষিদ্ধ হব নোৱাৰে ** ইত্যাদি।

ঁদামোদৰ প্ৰভুৰ সভাত শাস্ত্ৰজ্ঞ ডাঙ্গৰ ডাঙ্গৰ পণ্ডিতসকলে সৰ্ব্বদা মিলিত হৈ শাস্ত্ৰালাপ ধৰ্ম্ম চৰ্চ্চা কৰিছিল বুলি সৰ্ব্ব শাস্ত্ৰাভিজ্ঞ ঁভট্টদেৱৰ লেখাৰ পৰা জানিব পাৰি। প্ৰভু দামোদৰৰ আকৃতি সম্বন্ধে এই ৰূপ বৰ্ণনা পোৱা যায় ঃ—

জয় জগদীশ্বৰ প্ৰভু দেব দামোদৰ
যাহেৰি সম নাহি কেৱ।
সাধুজন ৰঞ্জন ভকতি পৰায়ণ
তাহেক কৰো শত সেৱ।।
গজভূজধিক্‌কৃত ৰাম কদলী যুত
কোমল উৰু যুগ বাম।
বৰ্ত্তুল কটীতট কঙ্কালে পৰিহিত
পীত বসন অনুপাম।।
উদয় কৃষ্ণতৰ নাভি সৰোবৰ
উদ্ধত ঋজু তিন ৰেখ।
স্কন্ধত নৱগুণ উত্তৰীয় পৰিধান
বহল হৃদয় বিশেষ।।
গৌৰ কলেবৰ মুৰুতি ৰুচিকৰ
বাসুকি সম ভুজদণ্ড।
চম্পক কলি সম অঙ্গুলি নস ঘন
ৰশ্মি-হৃষিত শশিখণ্ড।।
তুলসী তৰুবৰ নিৰ্ম্মিত ৰুচিকৰ
দশ শত বীজে জপ মালা।
গলে গজ মৌক্তিক সাত সেৰি লজ্জিত
অম্লান পঙ্কজ মালা।।
চিবুক বিলসতি ৰক্ত অধৰ গতি
সুবিমূল পাটল গণ্ড।
উন্নত তিল ফুল নাসিকা নিৰ্ম্মল
ডাড়িম বীজোপম দন্ত।।
মলয়জ চন্দন তিলক বিতোপন
উজ্জ্বল বদন বিকাশ।

গম্ভীৰ জলধৰ ভাষণ সুমধুৰ
সজল জলদ জিনি কেশ।।
হেনয় ৰুপক ধৰি ত্ৰিজগত ঈশ্বৰ
পতিতক তাৰণ কাম।
গৌতম মনিৰাজু প্ৰাৰ্থনা কৰি ব্যাস
প্ৰচাৰিলা তাৰক নাম।।
শ্ৰুতি পথ খণ্ডন পাষণ্ড বহু।
মত ভেদ কৰি গহা যত্ন।
পাৰিষদ সঙ্গে বসি মনোৰ
প্ৰচাৰিলা হৰি নাম ৰত্ন।
ঈদৃশ নিজ গুৰু ভাবক কল্পত
পদ ৰজ ভাবিও সদায়।
কবি ৰত্ন কুলে জাত শ্ৰীবিষ্ণু দেব
পৰম আনন্দে ৰস সাৰ।

পৰিশেষত, সমগ্ৰ অসম আৰু কোচবিহাৰ দেশৰ ব্ৰাহ্মণ আৰু আন সকলো সম্প্ৰদায়ৰ আদি গুৰু ঁ দামোদৰ মহা প্ৰভুৰ উদ্দেশে ভক্তিৰ সহিত সাষ্টা প্ৰণাম কৰি ধন্য হওঁ। ওঁ তৎসৎ।।

ওঁ শান্তি।

**শ্ৰীশ্ৰী ঁদামোদৰায় নমঃ**

## স্তোত্ৰ

ওঁ—গুণত্ৰয়ং সমুদ্ভুতং ব্ৰহ্মা বিষ্ণু শিবাত্মকম
মন্ত্ৰাসাং পৰমং বীজ মোঙ্কাৰায় নমোনম।
দা—দাকাৰং দামতি মধ্যে ববন্ধ জননী পুৰা।
দাস্য প্ৰদঞ্চ ভক্তানাং দাৰ্কাৰায় নমোনমঃ।।
নো—ময়ূৰ গুচ্ছ গৰ্ভাভং মধুৰস্মিত ভাৱণন্।
মোহনীয় বপুঃ সান্তং মোকাৰায় নমোনমঃ।।
দ—দকাৰং দশভিঃ পূৰ্ণং নবানাং লক্ষণ বস্যচ।
দয়া ধৰ্ম্ম যশোপেতং দকাৰায় নমোনমঃ।।

ৰা—ৰাকাৰং ৰাগহিংসাদি মান পৈশুন্য বৰ্জ্জিতম্।
ৰামনাম ৰতং সান্তং ৰাকাৰায় নমোনমঃ।।
ত্ন—যকাৰং যমদূতংঘ্নং যস্য সামানুকীৰ্ত্তনম্।
যমলাৰ্জ্জুন হন্তাৰং যকাৰায় নমোনমঃ।।
ন—নকাৰং নৰ বপুষং নবধা ভক্তি ভাবিতম্।
নাস্তিষৎ প্ৰতিমাল্লোকে নকাৰায় নমোনমঃ।।
ম—মকাৰং মহাত্মাং সেব্যং শিবচন্দ্ৰাত্মকং শুভম্।
মহাপাতক হন্তাৰং মকাৰায় নমোনমঃ।।
না—নাদবিন্দু সমাকীৰ্ণং বিন্দু নাদান্তৰাস্থিতম্।
স্বৰ ব্যঞ্জণৰূপং তৎ বিসৰ্গায় নগোনমঃ।।
ইদং দামোদব স্তোত্ৰং ত্ৰিসন্ধ্যাং বঃ পঠেৎ সদা।
স্থিৰ লক্ষী ভবেৎ ভস্যবতিৰ্দ্ধৰ্ম্মেচ নিৰ্ম্মলা।।

শ্ৰীনিত্যানন্দদেৱ গোস্বামী।

# কামৰূপত প্ৰাপ্ত তাম্ৰ শাসন (অনুবাদ)

১। চন্দ্ৰশেখৰ, পিনাকধাৰী, অষ্টেশ্চৰ্য্য আৰু ভস্ম দ্বাৰা শোভিতকলেবৰ, প্ৰিয় দেৱ, ভূতপতি শিৱক বিভূতি লাভৰ নিমিত্তে প্ৰণাম কৰি মই মোৰ স্পষ্ট বাক্যক সমধিক সৰল কৰোঁ।

২। স্বস্তি। মহা নৌসেনা, গজ-সেনা, অশ্বাৰোহী সেনা আৰু পত্তি সেনা সমূহৰ দ্বাৰা যি স্থানত জয়শব্দ পোৱা হৈছে সেই জয়স্কন্ধাবাৰ অৰ্থাৎ জয়যুক্ত সেনাদলৰ কৰ্ণ সুবৰ্ণস্থ শিবিৰৰপৰা (এই দান শাসন প্ৰদত্ত হল)।

৩। ভোগীশ্বৰ বাসুকি যাৰ ককালত চন্দ্ৰহাৰ স্বৰূপে বিৰাজমান, যাৰ কটাক্ষতে কামদেৱ দগ্ধ হৈছিল, যি নিজে মুক্ত, যিজন নিজ অনিমাদি অষ্টসিদ্ধি আৰু ভস্ম দ্বাৰা বিভূষিত পৰমেশ্বৰৰ এতাদৃশ মূৰ্ত্তিৰ জয় হওক।

৪। জগতৰ একমাত্ৰ বন্ধু ইহ কাল আৰু পৰ কালৰ সম্পদৰ বা মঙ্গলৰ হেতু, পৰহিতৰ নিমিত্তেত যাৰ মূৰ্ত্তি, সাধাৰণতঃ অদৃষ্ট হলেও কৰ্ম্মফল দৰ্শনে যাৰ বৰ্ত্তমানতা অনুমতি হয়, সেই ধৰ্ম্মৰ জয় হওক।

৫। সমুদ্ৰ গৰ্ভৰপৰা ধৰণীৰ উদ্ধাৰাৰ্থ চক্ৰধাৰী হৰিয়ে মায়াবলম্বনে বৰাহৰূপ ধাৰণ কৰিছিল। সকলো ৰাজন্যবৰ্গৰ শ্ৰেষ্ঠ (পাৰ্থিবসুকুলৰ দেবতা) নৰক তেওঁৰ পুত্ৰ

হৈ জন্ম গ্ৰহণ কৰিছিল।

৬। যি জনে কস্মিন্ কালতো নৰক দৰ্শণ কৰা নাই সেই নৰকৰপৰা, জয়লাভে প্ৰখ্যাত বিজয়ক (অৰ্জ্জুনক) যি যুদ্ধাৰ্থ আহ্বান কৰিছিল, সেই ইন্দ্ৰৰ সখা (সহায়?) নৃপতি ভগদত্তই জন্ম গ্ৰহণ কৰিছিল।

৭। এই ভগদত্তৰ শত্ৰুসংহাৰক, বজ্ৰগতি (যাৰ অভিমান বজ্ৰবৎ অব্যাহত, শীঘ্ৰ, আৰু মাৰাত্মক) বজ্ৰদত্ত নামক পুত্ৰই জন্মগ্ৰহণ কৰে। এওঁৰ সেনাৰ গতি অব্যাহত এৰঞ্চ এই বজ্ৰদত্তই যুদ্ধত সৰ্ব্বদা শতক্ৰতু ইন্দ্ৰক সন্তোষিত কৰিছিল। (১)

৮। এই বজ্ৰদত্তৰ বংশজাত বহু নৰ পতিয়ে তিনি সহস্ৰ বৎসৰ যাবৎ ৰাজ্য পদ ভোগ কৰি দেবত্ব প্ৰাপ্ত হোৱাত (স্বৰ্গাৰোহণ কৰাৰ পৰ) এই বশংজাত পুষ্য বৰ্ম্মাই ক্ষিতীশ্বৰ হৈছিল।

৯। পুষ্য বৰ্ম্মাৰ পৰা মৎস্যনায় বিৰহিত প্ৰকাশ ৰত্ন (যাৰ ঐশ্বৰ্য্য সৰ্ব্বজন বিদিত)

(১) ঢাকা প্ৰকাশৰ অৰ্থঃ—যাহাৰ গতি বজ্ৰেৰ ন্যায়, যিনি কখনও আত্মশক্তি প্ৰয়োগে যুদ্ধে শতাশ্বমেধকাৰী হৰ্ষযুক্ত ইন্দ্ৰেৰ প্ৰতিৰোধ কৰেণ নাই সেই (ভগদত্ত হইতে) শত্ৰু মৰ্দ্দন বজ্ৰদত্তেৰ জন্ম হয়। দ্বন্দ যুদ্ধত সুদক্ষ, পঞ্চম সমুদ্ৰৰ তুল্য

(১) সমুদ্ৰবৰ্ম্মা নামে পুত্ৰ জন্মিছিল।

১০। সেই ক্ষিতিপতি সমুদ্ৰবৰ্ম্মাৰ ঔৰসে আৰু মহিষী দত্তদেবীৰ গৰ্ভত পুত্ৰ বলবৰ্ম্মাই জন্ম পায়। এওঁৰ সেনা, বল আৰু বৰ্ম্ম কদাপি খণ্ডিত বা ভগ্ন হোৱা নাছিল, এবঞ্চ এওঁৰ সেনা প্ৰায়েই শত্ৰুজয়ত নিয়োজিত হৈছিল।

১১। এই নৃপতি বলবৰ্ম্মাৰো ৰত্নবতী নামে মহিষীত কোনো প্ৰকাৰ ক্ষুদ্ৰদোষৰো আবাসহীন কল্যাণবৰ্ম্মা নামক তনয় জন্ম লাভ কৰে।

১২। দেবী ভবাণীয়ে যেনেকৈ কলিৰ বিনাশ (পাপ নিবাৰণৰ) কাৰণে মদজল স্ৰাবী, অগণিত গুণযুক্ত, পুত্ৰ গণপতিক জন্ম হৈছিল, তেনেকৈ, সেই ৰাজা কল্যাণবৰ্ম্মাৰ ঔৰসে ৰাজ্ঞী গন্ধৰ্ব্ববতীয়ে কলিৰ প্ৰভাব নিবাৰণৰ কাৰণে অত্যন্ত দানশীল, অসংখ্য গুণমণ্ডিত গণপতি নামক তনয়ক জন্মাইছিল।

১৩। যজ্ঞযুক্তা অৰণীয়ে যজ্ঞ সম্বন্ধীয় ক্ৰিয়াকলাপৰ হেতুভূত অগ্নিক যদ্বৎ প্ৰসব কৰে, তদ্বৎ ৰাজা গণপতিবৰ্ম্মাৰ মহিষী যজ্ঞবতীয়েও যাগ যজ্ঞাদি যাবদীয় ক্ৰিয়াকলাপৰ অনুষ্ঠাতা পুত্ৰ মহেন্দ্ৰবৰ্ম্মাক প্ৰসব কৰিছিল।

(১) "ভীমকান্তৈ নৃৰ্পগুণৈঃ স বভূবোপ জীবিনাম্।
অধৃষ্যশ্চা ভিগম্যশ্চ যাদোৰত্নৈ ৰিবাৰ্ণবঃ।।"

এই শ্লোক স্মৰণীয়।

১৪। "আত্মজ্ঞানসম্পন্ন সেই মহেন্দ্ৰ বৰ্ম্মাৰ ঔৰসে ৰাজ্ঞী সুব্ৰতাই পৃথিবী পালনৰ নিমিত্তে আত্মজনাৰায়ণ বৰ্ম্মাক জন্ম দিছিল। ৰাজৰ্ষি জনক এবঞ্চ নিজ জনক মহেন্দ্ৰ বৰ্ম্মাৰ তুলা এওঁৰ সংখ্যা (দৰ্শণ) শাস্ত্ৰত সম্যক ব্যুৎপন্ন আছিল।

১৫। গুণ পৰম্পৰা দ্বাৰা অধিক দৃঢ়ৰূপে পুৰুষক বন্ধন কৰিবৰ কাৰণে, প্ৰকৃতিয়ে যেনেকৈ ষষ্ঠ—মহাভূতক উৎপাদন কৰিছিল তেনেকৈ গুণশালিনী ৰাজ্ঞী দেবৰতীয়েও তেওঁৰ পুৰুষ (স্বামী) নাৰায়ণবৰ্ম্মাৰ স্থায়ীগুণ সমুহৰ অবিচ্ছিন্নতা ৰক্ষাৰ নিমিত্তে পুত্ৰ মহাভূতবৰ্ম্মাক জন্ম দিছিল।

১৬। আকাশে যেনেকৈ ষোড়শ কলা দ্বাৰা ৰমণীয়, অন্ধকাৰনাশক চন্দ্ৰক সমুদিত কৰে, তেনেকৈ ৰাজ্ঞী বিজ্ঞানবতীয়ে মহাভূতবৰ্ম্মাৰ ঔৰসে চন্দ্ৰৰ ন্যায় ৰমণীয়, বিবিধ বিদ্যা বিভূষিত অজ্ঞানতা ৰূপ ধ্বান্তনিব্যৰক, চন্দ্ৰমুখবৰ্ম্মা নামক পুত্ৰক প্ৰসব কৰিছিল।

১৭। অনন্ত ফণাধাৰী, ধৰণীধৰ, নাগৰাজ অনন্তৰ ঐশ্বৰ্য্যয় হেতুভূত ভোগবতীৰ ন্যায় তেওঁৰ (চন্দ্ৰমুখ বৰ্ম্মাৰ) মহিষী ভোগবতীয়েও অশেষ সুখ ভোগকাৰী ভূপতি স্থিতবৰ্ম্মাক জন্ম দিছিল।

১৮। অতলস্পৰ্শী, অগণিত ৰত্নসমূহৰ আকৰ, লক্ষ্মীৰ জনক ক্ষীৰোদধিৰ পৰা যেনেকৈ অকলঙ্ক শশাঙ্কৰ উদ্ভৱ হৈছিল, তেনেকৈ অপৰিমেয় প্ৰভাব, অগণিত ধন-ৰত্নসমন্বিত, লক্ষ্মীৰ প্ৰিয়পাত্ৰ, সেই নৃপতি স্থিতবৰ্ম্মাৰপৰা নিষ্কলঙ্ক শ্ৰীমৃগাঙ্ক নামক পুত্ৰৰ জন্ম হৈছিল।

১৯। সেই নৰপতি স্থিতবৰ্ম্মাই তদীয় মহিষী নয়নদেবীৰ গৰ্ভত সুস্থিতবৰ্ম্মা নামক পুত্ৰক জন্ম দিছিল। এওঁ শ্ৰীমৃগাঙ্ক নামেও প্ৰখ্যাত হৈছিল আৰু নিজ বাহুবলে ৰাজ্যপালন কৰিছিল।

২০। ভগবান হৰিয়ে বক্ষঃস্থলত বিৰাজমানা যি লক্ষ্মীক কৃপণবৎ আনন্দে বহন কৰে, তদীয় ধনত বিৰাজমানা সেই লক্ষ্মীকে এই ৰাজা মৃগাঙ্কই মৃত্তিকা খণ্ডৰ ন্যায় যাচক বৰ্গক দান কৰিছিল।

২১। সত্যযুগৰ শ্যামা দেবীৰ ন্যায়, মহিষী শ্যামা দেবীয়ে, পাপ আৰু অজ্ঞানতা ৰূপ অন্ধকাৰ গুচ্ছাবৰ কাৰণে নৃপতি সুস্থিতবৰ্ম্মাৰ ঔৰসে, চন্দ্ৰৰ দৰে সুপ্ৰতিষ্ঠিত বৰ্ম্মা নামে পুত্ৰক জন্ম দিছিল।

২২। যাৰ মূল দেশ সুদৃঢ়ৰূপে অৱস্থীত, হস্তীসমূহ বিদ্যাধৰসকল আৰু চক্ৰবৰ্ত্তি নৰপতিৰ বাসস্থান মহেন্দ্ৰ প্ৰভৃতি কুলপৰ্ব্বতৰ ঐশ্বৰ্য্যৰাশি যেনেকৈ পৰৰ

কাৰণেহে, তেনেকৈ, যাৰ ৰাজধানী সুৰক্ষিত আৰু সুপ্ৰতিষ্ঠিত হস্তীসেনা সম্পন্ন, বিদ্বজ্জন পৰিবেষ্টিত, ৰাজগণ সেবিত সেই ভূপতি সুপ্ৰতিষ্ঠিতবৰ্ম্মাৰ ঐশ্বৰ্য্যও পৰহিত কাৰ্য্যত ব্যবহৃত হৈছিল।

২৩। শ্যামা দেবীয়ে সুপ্ৰতিষ্ঠিত বৰ্ম্মাৰ কনিষ্ঠ ভ্ৰাতা সূৰ্য্যৰ দৰে অত্যন্ত উন্নতিশালী, আৰু তেজ প্ৰতাপৰ আধাৰ স্বৰূপ পুত্ৰ ভাস্কৰ বৰ্ম্মাকো প্ৰসব কাৰাছিল।

২য় পৃষ্ঠা—(এই ঠাইত কিছুমান শব্দ লুপ্ত হৈছে।)

২৪। সন্মুখস্থিত নিৰ্ম্মল দৰ্পণত প্ৰতিফলিত হোৱা প্ৰতিবিম্বৰ দৰে, এই অত্যন্ত সৌন্দৰ্য্যশালী ভাস্কৰ বৰ্ম্মাও সন্মুখস্থিত সকলো দৰ্শকৰে হৃদয়ত প্ৰকাশিত ৰৈছিল।

২৫। সূৰ্য্যৰ কিৰণ যেনেকৈ অনেক জলপূৰ্ণ পাত্ৰত প্ৰতিফলিত হৈ থাকে অপ্ৰমেয় তেজস্বী এই নৃপতিৰ প্ৰতিবিম্ব (চিত্ৰ) ৰাজন্যসমূহৰ ৰাজপ্ৰসাদ বিৰাজমান দেখা গৈছিল।

স্বৰ্গজাত, হিংস্ৰপ্ৰাণিবিৰহিত আৰু ঋজু কল্পদ্ৰুমৰ পাদমূলত ছায়া আৰু বাঞ্চিত ফল প্ৰাপ্তিৰ কাৰণে বহুলোকে আহি মিলিত হয়, তেনেকৈ স্বয়ং সম্পূৰ্ণ কামক্ৰোধাদি অসদ্ভাববিৰহিত, সৰল স্বভাব সেই ৰাজা ভাস্কৰবৰ্ম্মাও বিবিধ দান আৰু আশ্ৰয়প্ৰাৰ্থী যাচকসকলৰ দ্বাৰা সৰ্ব্বদা পৰিবেষ্টিত হৈ আছিল। অধিকন্তু, বিশৃঙ্খলাপ্ৰাপ্ত বৰ্ণাশ্ৰম ধৰ্ম্মক পুনশ্চ শৃঙ্খলাবদ্ধ কৰিবলৈ জগতৰ সৃষ্ট স্থিতি প্ৰলয়কৰ্ত্তা অব্জযোনি ভগবান ব্ৰহ্মাই তেওঁক স্ৰজিছিল। সূৰ্য্যোদয়ৰ সময়ত সূৰ্য্যমণ্ডল যেনেকৈ ৰক্তবৰ্ণ হয় তেনেকৈ তেওঁৰ উন্নতিৰ নিমিত্তে নৃপতি সকলে তেওঁৰ প্ৰতি বৰ অনুৰক্ত আছিল। ভাস্কৰে যেনেকৈ, কৰসমূহৰ বিস্তাৰ ধাৰা অন্ধকাৰ ধ্বংস কৰি, জগতক আলোকিত কৰে, তেনেকৈ ভাস্কৰবৰ্ম্মাইও নিজৰ ৰাজকৰৰ যথোচিত বিতৰণ দ্বাৰা কলিযুগৰ অধৰ্ম্মৰূপ অন্ধকাৰ দূৰীভূত কৰি আৰ্য্য ধৰ্ম্ম ৰূপ আলোক বিস্তাৰিত কৰিছিল। তেওঁ নিজ ভুজবলে সামন্ত নৰপতিসমূহৰ বিক্ৰম আৰু স্থিতিক ধিকৃত কৰিছিল (বা তুলনা কৰিছিল—অৰ্থাৎ বিক্ৰম আৰু স্থিতিৰ সমষ্টিৰ সমান আছিল)। তেওঁৰ বিনয় আৰু বংশানুক্ৰমে প্ৰাপ্ত প্ৰজাবৰ্গৰ সহিত পৰিচয়ৰ কাৰণে, সেই প্ৰকৃতি পুঞ্জৰ ৰাজভক্তিক্ৰমে পৰিবৰ্দ্ধিত হৈছিল, তেৱোঁ সেই প্ৰজাবৰ্গৰ উপভোগ আৰু বীৰত্বৰ নিমিত্তে অনেক উপায় অবলম্বন কৰিছিল। যুদ্ধত পৰাজিত শত শত নৰপতিয়ে কৰা নানা প্ৰকাৰ স্তুতি বাক্যৰূপ পুষ্প দ্বাৰা তেওঁৰ বিমল কীৰ্ত্তিৰূপ বিচিত্ৰ মালা গ্ৰথিত হৈছিল। ৰাজৰ্ষি শিবিৰ ন্যায় তেওঁৰ সাত্ত্বিক বৃত্তিবিলাক পৰহিত সাধনত আৰু দান কাৰ্য্যত শিৰত আছিল। নানাবিধ ৰাজনৈতিক কাৰ্য্যৰ শৃঙ্খলা মীমাংসাত তেওঁৰ দক্ষতা দেখি তেওঁক দবগুৰু দ্বিতীয় বৃহস্পতি যেন বোধ হৈছিল। বৈৰিবিলাকে তেওঁৰ শক্তিক

প্ৰতিৰোধ বা বাধা দিব নোৱাৰিছিল। জ্ঞান, শৌর্য্য, ধৈর্য্য, বীৰত্ব বা গৌৰব আৰু সদাচাৰাদি দ্বাৰা তেওঁ নিজক (বা দয়া, স্নেহ, মমতা পৰোপকাৰ প্ৰভৃতি নিজৰ বৃত্তিবিলাকক) অলঙ্কৃত কৰিছিল। দোষসমস্তে কেৱল তেওঁৰ শত্ৰুপক্ষক আশ্ৰয় কৰা হেতু তেওঁ নিজে সম্পূর্ণ দোষশূন্য আছিল। কামৰূপ ৰাজ্যৰ প্ৰতি তেওঁৰ সৰ্ব্বদা অবিচলিত প্ৰণয় আছিল গতিকে কামৰূপ লক্ষ্মীও তেওঁলৈ বিশেষ আকৃষ্টা আছিল। (১)

৪ র্থ পৃষ্ঠা ঃ—

পশ্চিমত ডুম্বৰিচ্ছেদ দ্বাৰা পৰিচিত গঙ্গিণিকা। অধুনা পশ্চিম ফালৰ সীমা গঙ্গিণিকা। পশ্চিম উত্তৰ দিশত কুম্ভকাৰ গৰ্ত্ত আৰু পূৰ্ব্বে তাত প্ৰবাহিত হোৱা সেই গঙ্গিণিকা, উত্তৰত বৃহজ্জলসী, উত্তৰ পূৰ্ব্ব দিশত খাসোক নামক শ্ৰেষ্ঠাৰ পুষ্কৰিণী আৰু শুষ্ক কিংশুক বৃক্ষত্বীৰা উপলক্ষিত সেই গঙ্গিণিকা, (দক্ষিণৰ?) পঞ্চ মহাশব্দ প্ৰাপ্ত শত আজ্ঞাজ্ঞাপক শ্ৰীগোপাল, সীমা নিদৰ্শক—চন্দ্ৰ, পুৰী নায়ক—শ্ৰীঋষিকুণ্ড, বিচাৰক—জনাৰ্দ্দন স্বামী, ব্যবসায়ী—হৰদত্ত, লেখক—দুগ্ধ নাথ প্ৰভৃতি, শাসক— আৰু লিপি কাৰক বসুবৰ্ণ, ভাণ্ডাগাৰৰ অধিকাৰী—মহাসামন্ত দিবাকৰ প্ৰভ, ভাস্কৰ— পূৰ্ণ আৰু কলীয়া

(১) ঢাকা প্ৰকাশত প্ৰদত্ত অৰ্থ সঙ্গত যেন নলগাত এই খণ্ডৰ বহু ঠাইত মই পৰিবৰ্ত্তন কৰিছোঁ।

ৰাসক্যকাৰ।

ভূমিদাতা ষষ্ঠিসহস্ৰ বৎসৰ যাবৎ স্বৰ্গভোগ কৰে। যি জনে দান প্ৰত্যাহাৰ কৰে আৰু যিজনে এই প্ৰত্যাহাৰ অনুমোদন কৰে সেইবিলাকে তৎপৰিমিত কাল যাবৎ নৰকত যন্ত্ৰণা পায়। যি জনে স্বদত্ত বা পৰদত্ত ভূমি হৰণ কৰে সি পূৰ্ব্ব পুৰুষবিলাকৰ সহিত বিষ্ঠাত কৃষি হৈ পচি থাকে। মূল শাসন পত্ৰ দগ্ধ হৈ যোৱাৰ কাৰণে যদিও এই বিলাক অক্ষৰ নতুন কৰি ভিন্নৰূপে লিখিত হৈছে তথাপি এই বিলাক ফুট (জান কৰা) নহয়।

## এই তাম্ৰশাসনৰ পৰা বৰ্ম্মৰাজ বংশৰ এই ৰূপ বংশবৃক্ষ হয়।

**মায়া বৰাহৰূপী নাৰায়ণ**

**নৰক**

|

ভগদত্ত

|

বজ্ৰদত্ত

|

৩০০০, বৰ্ষ যাবৎ অন্যান্য ৰাজগণ।

|

পুষ্যবৰ্ম্মা

|

সমুদ্ৰবৰ্ম্মা (দত্তদেবী মহিষী)

|

ৰলবৰ্ম্মা (মহিষী ৰত্নবতী)

|

কল্যাণবৰ্ম্মা (পত্নী গন্ধৰ্ব্ববতী)

|

গণপতিবৰ্ম্মা (মহিষী যজ্ঞবতী)

|

মহেন্দ্ৰবৰ্ম্মা (সুব্ৰতা মহিষী)

|

নাৰায়ণবৰ্ম্মা (ৰাজ্ঞী দেববতী)

|

মহাভূত বৰ্ম্মা (ৰাজ্ঞী বিজ্ঞানবতী)

|

চন্দ্ৰমুখবৰ্ম্মা (ৰাজ্ঞী ভোগবতী)

|

স্থিতবৰ্ম্মা (মহিষী নয়ন দেবী)

|

শ্ৰীমৃগাঙ্ক সুস্থিতবৰ্ম্মা (ৰাজ্ঞী শ্যামাদেবী)

(১) সুপ্ৰতিষ্ঠিতবৰ্ম্মা (২) কনিষ্ঠ ভাস্কৰবৰ্ম্মা

শ্ৰীলক্ষ্মীকান্ত মিশ্ৰ ভাগবতী।

তেজপুৰস্থ "সাৰস্বত" সভাৰ প্ৰথম অধিবেশনত পঠিত।

# নিৰ্ম্মল ভকত

(২য় সংখ্যাৰ ৫৮ পিঠিৰ পাচৰ পৰা)

## চতুৰ্থ আধ্যায়

বুঢ়ালোকে কয় প্ৰকৃত প্ৰণয়ৰ বাটত হেনো ভালেমান কাঁইট। ফুলি থকা গোলাপ ফুলটি চিঙিবলৈ গলে হেনো হাতত কাঁইটে বিন্ধে। মোৰ নিচিনা অৱস্থাত আন মানুহৰ কি হয় কব নোৱাৰোঁ, কিন্তু মোৰ গাত হলে এই ফাকি বচন সম্পূৰ্ণে খাটিল। ৰূপহী মোৰ একে জাতৰে একে কুলৰে আৰু দেখিবলৈ ধুনীয়া হলেও বোপায়ে তাইক মোলৈ যোৰ যেন নাভাবিলে। ৰূপহীহঁত আমাৰ ওচৰ-চুবুৰীয়া। ওচৰ-চুবুৰীয়াৰ বস্তু দেখিবলৈ ভাল হলেও, অনেক সজ গুণেৰে বিভুষিতা হলেও ভাল নেলাগে চকুত নপৰে। দূৰৰ বস্তুটো বেয়া হলেও ভাল। এইবিলাকৰ উপৰিও ৰূপহীৰ মাক বাপেক দুখীয়া; বোপাইৰ দৰে বৰমেধিৰ ঘৰৰ নহয়। এইবিলাক কাৰণেই মই ৰূপহীক চেনেহ কৰা কথা অলপ অচৰপ গম পালেও বোপায়ে নিজৰ বংশগৌৰব ৰক্ষা কৰিবলৈ আন এখন গাৱঁৰ এজন মেধিৰ ঘৰৰ ছোৱালী এজনীলৈ যোৰণ পেলালে। মই এই কথা গম পাই বৰ বেজাৰ পালোঁ। কিন্তু বেজাৰ পালেনো কি হব? দেউতাক মুখ ফুটাই কোনো কথাকে সাহ কৰি কব নোৱাৰিছিলোঁ। তিনি দিন ভাবি চিন্তি থিৰ কৰিলোঁ যে ৰূপহীক মই মনে মনে এইবিলাক কথা কৈ তাইৰনো মোলৈ প্ৰকৃত মৰম আছেনে নাই বুজোঁ। যদি তাইৰ মোলৈ মৰম নাই তেন্তে বোপায়ে যি কৰে কৰক। আৰু তাইহে যদি মোক ভাল পায় তেন্তে বোপাইৰ কথা নুশুনোঁ, মনতে যি আছে কৰিম।

## পঞ্চম আধ্যায়

চত মাহ। পূৰ্ণিমাৰ নিশা। মোৰ বয়স ২০, ৰূপহীৰ ১৪। আজি আমি গধূলিতে খাই-বই ওলাইছোঁ। আজি আমাৰ নাম ঘৰত কংশবধ ভাৱনা। সেই ভাৱনা চাবলৈ আমি ডেকা গাভৰু আটাইবিলাক উত্ৰাৱল। আমাৰ ঘৰৰ আৰু ৰূপহীৰ ঘৰৰো আটাইবিলাক ওলাইছে। বোপাই বৰমেধি। তেঁওৰ গাতে ভাৱনাৰ গোটেইটো ভাৰ। মোক সেই ভাৱনাত ৰাইজে এটা ভাল লবলৈ ধৰিছিল; কিন্তু মই আগে পাছে ভাৱনাত উঠা নাই, গা ভাল নহয়, ইত্যাদি নানা আপত্তি দেখুৱাই ৰক্ষা পৰিছিলোঁ।

মোৰ মনত যিখন ভাৱনা খেলিছিল ডাঙৰীয়া! সেই খনৰ উৎপাতত্তে তত নাছিল, আকৌ আন এটা ভাও নো কেনেকৈ লওঁ? বোপাই সবাতোকৈ আগেয়ে নামঘৰলৈ গল। কিয়নো তেখেতে সকলো বস্তুৰে যোগাৰ কৰাব লাগে—সকলো কথাৰে দিহামেলা লগাব লাগে। বোপাইৰ লগতে মোৰ সৰু ভাই দুটাও গল। ঘৰত ময়ে আৰু আয়ে। ৰূপহীৰ ঘৰৰো অকল ৰূপহীত বাজে ৰূপহীৰ মাক বাপেক সকলোটি গৈছিল, অকল ৰূপহীয়েই "মোৰ গা অসুখ অলপ পিচত যাম" বুলি কৈ তাইৰ সৰু ভায়েকটোক ৰাখি পিচ পৰি ৰৈছিল। পিচ পৰি ৰোৱাৰ উদ্দেশ্য মই দিনতে চেগ বুজি কই থোৱা মতে তাই মোক অকলৈ লগ ধৰাটোৱেই। বোপাই ঘৰত নাই; ৰূপহীৰ মাক বাপেকো গৈছে। সুন্দৰ জোনাক ৰাতি, মোৰ সুযোগ মিলিল। মই সিহঁতৰ ঘৰলৈ গৈ ৰূপহীক মাত লগালোঁ। তাই ওলাই আহি মোক পিৰালিত বহিবলৈ দি শুধিলে ঃ—"নিৰ্ম্মল! কি কথানো কব খুজিছিলি কচোন"? মই—"ৰূপহী! তই শুনা নাইনে বোপায়ে মোলৈ ছোৱালী খুজিছে"। ৰূপহী—"শুনিছো। ভাল হৈছে তোৰ বিয়া হব আমি কাৰবাৰ কৰিম। নাম গাম। জলপান পাম। নছোৱালী দেখিম"। মই—"ৰূপহী! মোৰ আনেৰে সৈতে বিয়া হলে তই ভাল পাবনে?" ৰূপহী—"পামতো। কেলেইনো নাপাম।" মই—"ৰূপহী! তই সচাঁকৈয়ে কৈছনে"; ৰূপহী—"সচাঁকৈহে নকইনো আৰু মিছাকৈ কৈচোনে, তোৰ ঘৰ গৃহস্থালী হব, তই সুখী হবি। তোক সুখী হোৱা দেখিলে মই বৰ সুখ পাম।" মই—"ৰূপহী। তেন্তে তই মোক ভাল নেপাব হবলা।" ৰূপহী—"তোক ভাল পাওঁ দেখিয়েইতো তোৰ সুখত সুখী হম। সৰুৰেপৰা তোৰে সৈতে উমলিছোঁ, একেলগে ডাঙ্গৰ হৈছোঁ; সেই দেখিয়েই তোক মই ভাল পাওঁ।" মই—"কচোন ৰূপহী! তইনো মোৰ কি ভাবে ভাল পাব।" ৰূপহী—"মানুহে মানুহক যেনেকৈ ভাল পায় লগৰ লগৰীয়াই যেনেকৈ ভাল পায়।" তাইৰ এই কথাত মোৰ মনত ভাব হল ৰূপহীয়ে মোক মই তাইক সেই সময়ত যি দৰে যি ভাবে ভাল পাইছিলোঁ তাই মোক সেই দৰে সেই ভাবে ভাল নেপাইছিল। যি কি নহওক তাইৰ মনৰ ভাব খাতাং কৈ জানি লবৰ মনেৰে মই মোৰ হৃদয়ৰ তলিখন উদঙাই তাইক কলোঁ ঃ—"ৰূপহী! মই জানো তই মোক আজি অতদিনৰ লগৰীয়া বুলি ভাল পাব; কিন্তু ৰূপহী! তাত বাজে তোৰ আৰু মোলৈ আন একো ভাব নাইনে? মই মোৰ নিজৰ বিষয়ে হলে অনেক ভাবি চিন্তি চাই ইয়াকে পাইছোঁ যে মোৰ মৰম যে তোলৈ কেনেকুৱা মই বৰ্ণাব নোৱাৰোঁ। মোৰ মনত এনেকুৱা ইচ্ছা হয় মই দিনে নিশাই তোৰ লগতেহে থাকিম, তোৰ লগতেহে ফুৰিম, তোৰ লগতেহে খাম। অকল তোকেহে যেন মৰম কৰিম। মুঠতে কবলৈ গলে মোৰ ইচ্ছা মই যেন তোকেহে বিয়া কৰাম"।

কচোন ৰূপহী, তই মোক ভাল পাৱনে? মই বিয়া কৰালে মোত বিয়া সোমবিনে'? এই দৰে কওঁতে ২ তাইৰ দেখোন চকুত পানী ওলাব ধৰিলে। মই তাইৰ হাত খনত ধৰিলোঁ। তাই মোৰ হাতৰ পৰা হাতখন টানি ওলটাই নিনি, ঊচাট মাৰি একেচাবে উঠি নগৈ আচৰমালতী লতা বা লাজুকী লতাৰ দৰে জঁয় পৰি মোৰ বুকত মুৰটো সুমাই দি ঢলি পৰিল। মই সাবট মাৰি ধৰিলোঁ। তাই ক্ষন্তেকপৰ সৰ্থি অলপ প্ৰকৃতিস্থ হৈ কলেঃ—"নিৰ্ম্মল! আজি অতদিনে মই আন কেৱে নজনাকৈ যিটি ভাব হৃদয়ত লৈ আছিলোঁ আজি তই সেই ভাব উলিয়াই ললি। কলে জানো পতিয়াবি? মই দিনে নিশাই দিঠক আৰু শপোনতো তোকেহে দেখোঁ। তোৰ ৰূপটোহে চিন্তা কৰোঁ। তোক দেখিলে মোৰ চকু জুৰায়। তোৰ মাত শুনিলে মোৰ কাণৰ তৃপ্তি পলায়। তোৰ লগত কথা বতৰা হবলৈ পালে মই স্বৰ্গৰ সুখ পাওঁ। কিন্তু কলে কি হব? তই আৰু মই ইচ্ছা কৰিলেও বা কি হব? আমি দুখীয়া মানুহ। তহঁত ধনী। তোৰ দেউতাৰে মোক তোলৈ কেতিয়াও বিয়া নকৰায়। আন ঠাইত যোৰণ পেলালেই। মই সেই যোৰণৰ কথা প্ৰথমতে শুনি মানুহৰ আঁৰে আঁৰে কিমান যে কন্দিছোঁ তাক ঈশ্বৰেহে জানে। কান্দিকাটি মনক এইদৰে প্ৰবোধ দিছিলোঁ যে মোৰ হৃদয়ৰ ধন, চকুৰ মণি-নিৰ্ম্মলে যদি আন এজনী বিয়া কৰাই সুখী হয় তেন্তে মই তেওঁক সুখী হোৱা দেখিয়েই সুখী হম। মই তেওঁৰ সুখত কেলেই বাধা দিম। সেই দেখিহে নিৰ্ম্মল! তোক মই আগেয়ে তই সোধামতে উত্তৰ দি আছিলোঁ; কিন্তু তই যে ইমান দূৰ কৰি এইটো মই ভবা নাছিলোঁ। যি কি নহওক তোৰ আগত মই মোৰ গুপুত ধন উলিয়াই দিলোঁ। যদিও উলিয়ালোঁ হানী নাই। তই সুখী হ। দেউতাৰে যি কৰিবলৈ কয় তাকে পালন কৰি পুত্ৰৰ কৰ্ত্তব্য কৰ। মোলৈ তই পাহৰি পেলা। পিতৃ মাতৃ পৰম গুৰু। সেই সকলৰ হাক বচনে আমাৰ চলা উচিত নহয় জানো"? মই—"ৰূপহী! ৰূপহী! মই এই জনমত আন কাকো বিয়া নকৰাও। তোকেহে বিয়া কৰাম। মোৰ দেউতাই মোৰ কথা নুশুনে। আন ঠাইত যেতিয়াই যোৰণ দিলে তেতিয়াই মোৰ আৰু আন একো উপায়ো নোহোৱা হল। মই এটা উপায় স্থিৰ কৰিছোঁ সেইটো এই ঃ—'তোক মই আজিৰ ভাৱনাৰে পৰা পলুৱাই নিব খোজো। আমি দুইও পলাই সন্দিকৈ গাঁৱলৈ যাওঁ ব'ল। তাত মোৰ মাহী এজনী আছে। তেওঁৰে আশ্ৰয় লমগৈ। মাহী মোৰ আইৰ ভনীয়েক। আমি পলাই গৈ তাত বিয়াখন পাতিব পাৰিলেই শেহত মাহীৰ বুজনিত দেউতাই মোলৈ খং এৰিবষ সিঘৰকো দেউতাই বুজনি দিব পাৰিব যে তেওঁ নিৰূপায়। মই পঘাখোৱা দগধাই তেওঁৰ সকলো কথা মাটি কৰিলোঁ। শেহত আমাৰ দুইও ঘৰ মিলা-প্ৰীতিয়ে সুখেৰে থাকিম। ক ৰূপহী, আজি তই মোৰ লগত পলাই যাবিনে"

ৰূপহী ঃ "নিৰ্ম্মল। আই বোপাইক এৰি পলাই যোৱাটো বৰ বেয়া কথা; কিন্তু তই যি দৰে কৈছ সেইদৰে হলে মোৰ আপত্তি নাই। এই কথা বতৰাৰ পাছত আমিও ভাৱনা চাবলৈ গলো। আৰু ভাৱনা ভাঙ্গো ভাঙ্গো হোৱাৰ অলপ আগখিনিতে পুৱঁতী নিশা হওঁতেই দইও ঝাঁঝিমুখৰ সন্দিকৈ গাৱঁলৈ পলাই গৈ মাহীৰ ঘৰ পালো।

ষষ্ঠ আধ্যায়

মাহীৰ ইহ সংসাৰত কেওঁ নাই। তেওঁ পতিপুত্ৰ বিহীনা। এসময়ত তেঁওৰ বই যোৱা গৃহস্থী আছিল; কিন্তু নিয়তি চকৰিত পৰি তেওঁ আজি পতি পুত্ৰ বিহীনা। মানৰ প্ৰথম আক্ৰমণত তেওঁ গিৰীয়েক বুঢ়া গোঁহাইৰ ফৈদৰ সৈতে মানৰ লগত ৰণদি ৰণত মৰিছিল। মান উলটি যোৱাৰ দুবছৰৰ পাছত তেওঁৰ লৰাটোও জহনীত ধুকাই তেওঁ পতিপুত্ৰ বিহীনা হৈছিল। বীৰ, বাহুবলী গিৰিয়েকলৈ অটুট পবিত্ৰ প্ৰেমত মুগ্ধ থাকি তেওঁ আৰু দুনাই সংসাৰ কৰা নাছিল। মাহীৰ মাটী বৃত্তি ধন বিত এফেৰা আছিল; সেই মাটী বৃত্তি চলাই আৰু কটনা কাটি মাহীয়ে সুখেৰে কতো হাত নপতাকৈ খাইছিল। কেবাজনো ভাল মানুহে মাহীত চাপিব খোজাত মাহীয়ে সেই সকলোকে নিৰাশ কৰি এটল সুদৃঢ় ব্ৰহ্মচাৰিণী ব্ৰত লই আছিল। তেওঁ গাৱঁৰ যাৰে ঘৰতে লৰা তিৰুতাৰ অসুখবিসুখ জৰনৰীয়া হৈছিল তাৰে ঘৰলৈ গৈ ৰোগীক পথ্য সিজাই দি, নিশা পৰ দি, হাত ভৰি পিটিকি শান্তিময় আৰু ধৰ্ম্মম. কথা কৈ সুশ্ৰুষা কৰি ফুৰিছিল। আতুৰক এমুঠি ভাত দি, দুপৰীয়া পিয়াহত পিয়াহ লগা মানুহক পানী দি, দুখীয়া মানুহক মাজে সময়ে দুমুঠি ধান চাউল দি সহায়ো কৰিছিল। তেওঁ মুঠতে বগা ফুলজালি নোহোৱা নিজে বই লোৱা কাপোৰ এখন গোটেই গা ঢাকি পিন্ধিছিল। ৰাতিপুৱা ফুল ফল তুলি তেওঁ দুইওবেলা স্বামীৰ উদ্দেশে ঈশ্বৰ কৃষ্ণৰ পূজা কৰিছিল। পূজাৰ অন্তত তেওঁ তদগত চিত্ত হৈ চকুৰ পানীৰে গাল, গল তিয়াই অষ্ঠাঙ্গে দণ্ডবৎ কৰিছিল। তাৰ পিচত নাম গাই গাই নিজৰ চিত্তকে নিজে আনন্দময় কৰি তুলিছিল। পূজা নামগোৱাৰ অন্তত তেওঁ বেলি এক কি দুই মান বজাত নিজে এমুঠি ৰান্ধি বাঢ়ি খাইছিল। দুপৰীয়াৰ ভাগৰ পলাবলৈ অলপ পৰ জিৰণি লৈ তঁত সুত বৈছিল। এইদৰে তেওঁ তেওঁৰ জীৱনটো প্ৰেমময় পবিত্ৰময় কৰি ৰাখিছিল। তেওঁৰ মুখত এনেকুৱা এটা সৌন্দৰ্য্য ওলাইছিল তাক দেখিলেই মানুহে সহজে বুজিব পাৰিছিল যে এইজনা মাতৃ-সদৃশী দেৱী। এই জনা মানবী নহয় সাক্ষাৎ মা ভাগবতী। তেওঁৰ মুখৰ পবিত্ৰ সৌন্দৰ্য্যই আৰু চকুৰ তেজে এনেকুৱাকৈ তেওঁক তেজাল কৰি ৰাখিছিল যে অন্য মানুহে তেওঁৰ ফালে চাই তেওঁক কোনো কু কথা কওকচাৰি কু-কথা ভাবিবলৈকে সাহ নকৰিছিল। ডাঙ্গৰীয়া! এতিয়াও মোৰ সেই মাহীলৈ মনত

পৰে। এতিয়াও মই মাজে মাজে সেই পবিত্ৰ মূৰ্ত্তি সমাজিকত দেখোঁ, এতিয়াও সমাজিকত মাহীয়ে মোক মাজে মাজে দেখা দি কয় "বাছা নিৰ্ম্মল! তই দুখ পাইছ" মই কওঁ নাই পোৱা মাহী। মই বৈকুণ্ঠত থকা যেন পাইছো।" মাহীয়ে কয় "বাছা তই ঠিক বৈকুণ্ঠতে আছ। কিন্তু বাছা যেতিয়া তই এই নৰদেহ এৰিবি তেতিয়া বাছা তোৰ সেই বৈকুণ্ঠতকৈও আৰু ভাল বৈকুণ্ঠ পাবি। তোলৈ সুন্দৰ টোল, ঘৰ দুৱাৰ তৈয়াৰ হৈ আছে"। ডাঙ্গৰীয়া, ক্ষমা কৰিব, ভালেমান বাজে কথা কলোঁ হবলা। যি কি হিওক আমি দুইও গৈ এনেকুৱা মাহীৰ ঘৰ পোৱা মাত্ৰেই মাহীয়ে আমাক আস্তব্যস্ত কৰি বহুৱাই সুধিলে ঃ—"বাছা কৌলেনো আজি ইমান দিনৰ মূৰত আহিলি? এই ছোৱালী জনীনো ক'ৰ? তোৰ ঘৈণীয়েৰ নে কি? ক'ৰ পৰানো আহিলি মোৰ সোণাই? বাই আৰু ভিনিহীহঁত ভালে আছেনে?" মাহীৰ এইবিলাক কথাৰ মই যথাযথ উত্তৰ দিলোঁ। তাৰ লগে লগে ৰূপহীনো কোন, তাইকনো মই কেনেকৈ নিছিলোঁ সকলো অকপট চিত্তেৰে কৈ মাহীক আমাক তেওঁৰ ঘৰত আশ্ৰয় দি ৰাখিবলৈ চৰণত ধৰিলোঁ। মাহীয়ে পোন প্ৰথমেই আমি সেইদৰে পলাই যোৱা শুনি আমাক বেয়া বুলিলে। শেষত আমাৰ কাবৌ কোকালি এৰাব নোৱাৰি কলে "বাৰু, বাছাহঁত! তহঁত মোৰ ঘৰতে থাক। ভিনিহিৰ এতিয়া তহঁতলৈ খঙ উঠিছে চাগৈ! কেইদিন মান যাওক, খঙ মাৰ গলে মই তহঁতক লৈ গৈ থই আহিম। আৰু বাই আৰু ভিনিহীক বুজাই তহঁতৰ বিয়া পাতি দিম। তহঁতৰ যেতিয়া পৰস্পৰলৈ ইমান চেনেহ ইমান প্ৰকৃত মৰম, তহঁতক মই আশীৰ্ব্বাদ কৰিছোঁ। যদি তহঁতৰ মৰ প্ৰকৃত স্বৰ্গীয় মৰমহে হয় তেন্তে এই স্বৰ্গীয় মৰমেই তহঁতক সিপুৰীৰ স্বৰ্গলৈকো নিব।" এই কথা কৈ মাহীয়ে আমাক তেওঁৰ আশ্ৰয়তে বেলেগে এডোখৰ ঘৰ দি ৰাখিলে। মই মাহীৰ এক প্ৰকাৰ বনুৱা হলোঁ। মোৰ ৰূপহী মাহীৰ অতি মৰমৰ, অতি যতন পূজা সেৱাৰ সহায়কাৰিণী, তাত সুখ বোৱাৰ লগৰী হল। আমি সুখেৰে কাল কটাব ধৰিলোঁ।

## দান

প্ৰভু! কেনে তোমাৰ দান,
অগ্নি মাজে পেল ই তুমি
শুদ্ধ কৰা প্ৰাণ
দহি মোৰ কালিমা প্ৰধান।
প্ৰভু! কেনে তোমাৰ দান.

পুঞ্জ পুঞ্জ কষ্ট আহি
বজায় তোমাৰ গান
লই মোৰ ভঙ্গা হিয়া খান।
প্ৰভু! কেনে তোমাৰ দান,
লুকাই থাকি ফুলাই তোলা
ভুলাই লগোৱা ফান্দ
অশ্রু দেখি হাঁহি গোৱা গান।
প্ৰভু! কেনে তোমাৰ দান,
ৰক্ষা কৰি গুচি যোৱা
দুখৰ মাজৰ ত্ৰাণ
প্ৰভুহে! তোমাৰ দয়া দান!

শ্ৰীমতী যমুনেশ্বৰী।

## ব্ৰহ্মচৰ্য্য

ব্ৰহ্মাচৰ্য্য ৰক্ষা কৰিবলৈ হলে কাম ক্ৰোধ লোভ মোহ দমন কৰাৰ লগে লগে সকলো ৰকম কুসংসৰ্গ ত্যাগ কৰিব লাগে। কুসঙ্গই যে কিমান অনিষ্ট কৰিব পাৰে তাৰ লেখ জাখ নাই। কুসঙ্গ বুলিলে যে অকল কুচৰিত্ৰৰ মানুহৰ লগত লগ লগা এনে নহয়। বেয়া কিতাপ পঢ়া, বেয়া ছবি চোৱা, কু-কথা বা অশ্লীল গীত শুনা ইত্যাদি সকলোকে বুজায়। এনেকুৱা অনেক দৃষ্টান্ত দেখিবলৈ পোৱা যায় যে কোনো কোনো ডেকাৰ মাক বাপেক অতি পবিত্ৰ। গোটেই গৃহস্থীখনেই পবিত্ৰময়, তথাপি এনেকুৱা শুদ্ধ মাক বাপেকৰ আৰু এনেকুৱা পবিত্ৰ গৃহত ওপজা লৰাও অতি দুৰ্দ্দান্ত পাষণ্ড হৈ উঠে। ইয়াৰ কাৰণ আন একো নাই। হয়তো সেই লৰাৰ মাক বাপেকে নজনাতে অতি গৰ্হিত কুসঙ্গী সমনীয়াৰ লগ পাই নিতে নিতে চৰিত্ৰহীন হবলৈ ধৰিছে। কু-সঙ্গীৰ লগ পাই কু-কথা আলোচনা কৰিবলৈ কু-গান গাবলৈ আৰু শুনিবলৈ, ক-অভ্যাস আচৰণ কৰিবলৈ শিখিছে। আৰু আজি এটি কালি এটি কৰি পাপত ভৰি দিবলৈ শিকিছে। আৰু লাহে লাগে পাপৰ পথৰপৰা উলটিব নোৱাৰা হৈছে। এনেকুৱা অৱস্থাত পৰিলেই মনক আৰু বুজনি দিব পৰা শক্তি নেথাকে। লৰা ৰসাতলৰ ফাললৈ গৈ স্বাস্থ্যহীন আৰু দিনক দিনে অল্পায়ু হয়। যদি ভাল কথা শুনিলে, ভাল পুথি পঢ়িলে মনত ভাল হবৰ ইচ্ছা হয় তেনেহলেনো কু-নাটক, কু-নভেল, কু-কথা থকা পুথি

পঢ়িলে কু-বাটলৈ মন নেযাব কেলেই? যদি মন মুগ্ধকাৰী ছবি এটি দেখিলে মনত বিৰল আনন্দ হয় তেনেহলেনো অশ্লীল ছবি এট দেখিলে মনলৈ বেয়া ভাব কেলেই নাহিব। যদি মহাভাৰতৰ যুধিষ্ঠিৰৰ সত্যবাদীতা, ভীমৰ বল পৰাক্ৰম পঢ়িলে মনত সত্যবাদী আৰু বাহুবলী হবলৈ ইচ্ছা জন্মে, তেনেহলেনো ৰেনল্ড ছাহাবৰ উপন্যাস পঢ়ি অবিবাহিত ডেকাৰ কামভাৰ উদ্দিপন হৈ মন বেয়াৰ ফালে ঢাল নাখাব কেলেই? যদি ব্ৰহ্ম সঙ্গীতৰ "সত্যং শিবং সুন্দৰং ভাতি হৃদিমন্দিৰে" অথবা আমাৰ শ্ৰীশ্ৰী ঁমাধবদেৱৰ নামঘোষাৰ" কালগ্ৰস্থ হুয়া ভৈলোঁ অচেতন, বয়স গোৱাঁইলোঁ। হেলে, বান্ধৱ কৃষ্ণৰ নামক নলৈলো হৰি ভকতৰ মেলে" ইত্যাদি শুনিলে ঈশ্বৰলৈ ভক্তি সঞ্চাৰ হব পাৰে, তেনেহলেনো বেয়া টপ্পা আৰু কেম্‌টা গান, অথবা নিলাজ বিহুগীত শুনি মনলৈ কুভাব নাহিব কেলেই? ডেকা কালৰ 'মনা' বোলা বস্তু বা গুণটো ঠিক তপত হোৱা লাৰ দৰে লেউ সেউ। যি পিনেই বেকোৱা বা পোনোৱা ঠিক সেই পিনেই যাব। সেই দেখি মন যাতে সজৰ ফালে ঢাল খায় তাকে কৰিব লাগে। অসজৰ ফাললৈ ঢাল খাবলৈ কোনো ৰকমেই দিব নেলাগে। ক-সঙ্গৰপৰা সদায় আতৰি থাকিব। লাগে। এই কু সংসৰ্গে কাম বা কামনা জন্মায় আৰু ষড় ৰিপুৰ এই এটা ৰিপু প্ৰবল হলেই বাকি পাঁচোটাই লগ লাগি মানুহৰ সৰ্ব্বনাশ কৰে। গীতাত কৈছে "ধ্যায়তো বিষয়ান পুংঃ সঙ্গস্তেষু পজায়তে, সঙ্গাৎ সংজায়তে ফামঃ, কামাৎ ক্ৰোধোভিজায়তে, ক্ৰোধাৎ ভবতি সম্মোহঃ, সম্মোহাৎ স্মৃতিবিভ্ৰমঃ, স্মৃতি ভ্ৰংশাদ্ধুৰ্দ্ধিনাশো, বুৰ্দ্ধিনাশাৎ প্ৰণষ্যতি।" বিষন্ন ধ্যান কৰোতে কৰোতে সেই বিষয়ৰ সঙ্গ হয়। সেই বিষয় সঙ্গী হলে কামৰ উৎপত্তি হয়; কামৰপৰা ক্ৰোধ, ক্ৰোধৰ পৰা মোহ, মোহৰ পৰা স্মৃতি বিভ্ৰম, স্মৃতি বিভ্ৰমৰ পৰা বুদ্ধিনাশ হয়। বুদ্ধিনাশ হলেই বিনাশ। দুশ্চৰিত্ৰ মানুহৰ সংসৰ্গত পৰিলে সিহঁতে কৰা কাম দেখি, সিহঁতৰ বুদ্ধি শুনি অথবা বেয়া গীতা শুনি, বা বেয়া পুথি পঢ়ি বা বেয়া ছবি দেখি হৃদয়ত কামৰ উৎপত্তি হয়। সেই লালসাক পৰিতৃপ্ত কৰিব নোৱাৰিলে খং উঠে। খং উঠিলে মোহ উৎপন্ন হয়। অৰ্থাৎ সজ ভাবি সজ চিন্তি যি ফেৰা ভাল হবৰ ইচ্ছা হৈছিল। লোপ পায়। লোপ পালে স্মৃতি বিসন্ন হয়, স্মৃতি বিভ্ৰম হলে বুদ্ধি বা হিতাহিত জ্ঞান নোহোৱা হয়; হিতাহিত জ্ঞান নোহোৱা হলে বেয়া কাম উপস্থিত হয় বেয়া কৰি হলেই বিনাশ উপস্থিত হয়। পৰৰ সুন্দৰী তিৰোতাৰ নিমিত্তে হোৱা কামে অথবা অন্যায় ৰূপে ধন পাবলৈ কৰা ইচ্ছাই সংসাৰত যে কিমান হত্যাকাণ্ড বাদ বিসম্বাদ, মাৰ পিট মামলা-মুকৰ্দ্দমাৰ উৎপত্তিত কৰায় তাৰ লেখ জোখ নাই। সেই দেখি ব্ৰহ্মাচাৰীয়ে বা স্বাস্থ্য ভালে ৰাখিব খোজা মানুহে বিশেষ অধ্যয়ন কৰা সকলে অৰ্থাৎ

স্কুল কলেজত পঢ়ি থকা অৱস্থাত ডেকাসকলে সদায় যেন কুসঙ্গৰ পৰা আতৰি ব্ৰহ্মচৰ্য্য ৰক্ষা কৰি বল বুলি আয়ু বঢ়াই দেশৰ উন্নতি সাধিবলৈ যত্নবান হয়। বৰ্ত্তমান সময়ত আমাৰ এই অসমত অনেক পাপে আবৰা যেন দেখা যায় মগজৰ উন্নতি হয়তো কাৰো কাৰে হৈছে কিন্তু অকল মগজৰ উন্নতিয়েই উন্নতি নহয়। চৰিত্ৰৰো উন্নতি নহয় দেশৰ উন্নতিৰ আশা কৰাটো আকাশ কুসুম মাথোন।

সম্পাদক

## শ্ৰীশ্ৰীযাদৱো জয়তি

শ্ৰীশ্ৰীদক্ষিণপাটীয় গোস্বামী

হিন্দুৰ সৰ্ব্বস্ব দেৱতা গো-ধন।

বিশেষ লিখা অনাবশ্যক গো-ধন হিন্দু মাত্ৰৰেই পূজনীয় ও আদৰণীয় এই কথা জনসাধাৰণে জানে। গৰু নহলে হিন্দুৰ হিন্দুত্ব ও জীবিকা নিৰ্ব্বাহ নহয়। পূৰ্ব্ব কালত ঋষি মুনিসকলেও হোমধেনু একো জনী ৰাখি সকলো ধৰ্ম্ম কাৰ্য্য সাধন কৰিছিল। গৰু সাক্ষাত ধৰ্ম্মৰ অঙ্গ। এনে গৰুক আজি কালিৰ লোক সকলে গো মাংস খাদকক বিক্ৰি কৰি নিজে বধৰ ভাগী হৈ অধঃপতনৰ বাট মুকলি কৰিছে। মণ্বাদি শাস্ত্ৰত গো মাংস খাদকক গৰু বিক্ৰি কৰা মাত্ৰেই প্ৰায়শ্চিত্ত হব লগা নিৰ্দ্দিষ্ট আছে। তথাপিতো বেদ নিষিদ্ধ কাৰ্য্য কৰিবলৈ এৰা নাই। বিশেষতো এবমাদি অসদুপাৰ্জ্জনৰ অৰ্থেৰে উন্নতিৰ আশাপথলৈ যাওঁতে ক্ৰমে জীবিকাৰ অভাব এবং নানা ৰোগাক্ৰান্ত হৈ অকালত কাল কৱলত পতিত হবলৈ ধৰিছে। ইয়াতকৈনো দুঃখৰ বিষয় কিবা আছেনে? যাহওক কিছুমান বছৰ পূৰ্ব্বৰেপৰা গো-মাংস খাদকক গৰু বিক্ৰি কৰা সম্বন্ধে আমি কোনো কোনো লোকক প্ৰায়শ্চিত্ত বিধানৰ শাসনলৈ আনি মৰ্য্যদা অক্ষুন্ন ৰখা হৈছে। আৰু শ্ৰীশ্ৰীযুত আউনীআটীয় গোস্বামী শ্ৰীশ্ৰীযুত গড়মূৰীয় গোস্বামী উভয়েও উক্ত বিষয়ৰ দোষীৰ যথেষ্ট প্ৰায়শ্চিত্ত বিধানেৰে শাসন কৰা শুনা হৈছে। এই প্ৰকাৰ অন্যান্য গোসাঞি মহন্তসকলেও নিজ নিজ শিষ্যবৃন্দৰ গো ঘাতকক গৰু বিক্ৰি কৰা আদি কুৎসিত প্ৰথাবিলাক নিবৃত্তি কৰাই হিন্দুধৰ্ম্ম পৰিপূৰ্ণ ৰাখিব বুলি আশা কৰোঁ।।

ইতি শক ১৮৪২।২০ আহাৰ।

# বিবিধ বাতৰি আৰু সমালোচনা

(১)

আমি আমাৰ দুই তিনি জন শ্ৰদ্ধাস্পদ বন্ধুৰপৰা জানিছোঁ যে আমাৰ প্ৰদীপিকা কাকতখন সাম্প্ৰদায়িকতাৰ ফালে ঢাল খোৱা আৰু আমাৰ নিচিনা এজনৰ কাকতত এনেকুৱা সাম্প্ৰদায়িকতা থকা উচিত নহয়। আমি আমাৰ বন্ধুসকলক জনাওঁ যে আমাৰ মনত সাম্প্ৰদায়িকতাৰ কোনো ভাব নাই, কোনো এজন মহাপুৰুষলৈ আমাৰ বিদ্বেষ ভাব নাই। এটাই কেইওজন মহাপুৰুষেই আমাৰ প্ৰতিঃস্মৰণীয়। কিন্তু সত্য, সনাতন, শাস্ত্ৰানুমোদিত ধৰ্ম্মৰ বিষয়ে কওঁতে যদি সাম্প্ৰদায়িকতা হয় তেন্তে আমি নাচাৰ। আজি ন দহ বছৰে দামোদৰ পন্থীৰ ওপৰত যে কিমান অযথা আক্ৰমণ হৈছে সেইবিলাক কবলৈ গলে এক মহাভাৰত হয় দামোদৰ পন্থী সকলে এই কেই বছৰে কোনো মাতকে মতা নাই। এতিয়া এই সম্প্ৰদায় পন্থী সকলেও নিজৰ মতানুবৰ্ত্তী কথা দুই চাৰিষাৰ কবলৈ বাধ্য হৈছে। সেই কথাত বোধ কৰোঁ আন পক্ষে আপত্তি কৰা উচিত নহয়। আৰু যদি এনেকুৱাবিলাক কথাত তৰ্কাদিহে কৰিবলৈ বিচাৰে তেন্তে তাত ব্যক্তিগত ভাব এৰি দি শাস্ত্ৰানপমোদিত ন্যায় আৰু যুক্তিৰে পৰস্পৰলৈ শ্ৰদ্ধাভাব ৰাখি আলোচনা কৰাটো সজীৱতা লক্ষণ, নিৰ্জীৱতাৰ লক্ষণ নহয়। বন্ধু সকলে নিজে নিজে ভাবি চাওকচোন অসমীয়াৰ "সমাজশীৰ্ষ" প্ৰবন্ধটোত কেনে অন্যায় আৰু অযথআ গালি বৰষিছে নিজৰ পক্ষৰ মত সমৰ্থন কৰিবলৈ হলেই আন পক্ষক কটু কাত্বব্য (যেনে দাতঁ ভঙা সাপ ইত্যাদি) কৰাটোকে আজি কালিৰ ধৰ্ম্ম নে কি? "গড়মূৰৰ উচিত বক্তাজনৰ" চিঠিৰপৰা ৰাইজে বুজকচোন দামোদৰপন্থীসকলক আজি ইমান দিনে অপৰ পক্ষে কি অন্যায় মনোবদনা দিছে। এতিয়া ইমান মনোবেদনা দিও যদি সেই পক্ষ এইটো হ যুক্তি হয় যে "আমি যি কও কম তহঁতে নামাতিৰি" তেন্তে আমি নিৰুপায়। আমাৰ উদ্দেশ্য অসামঞ্জস্য ভিতৰেদিও ধৰ্ম্মৰ সামঞ্জস্য দেখুউৱা শাস্ত্ৰৰ বিধি ব্যবস্থা আলোচনা কৰা আমি দেব দামোদৰৰ নাম যি শ্ৰদ্ধাৰে উল্লেখ কৰিছোঁ ইকজন মহাপুৰুষৰ নাম উল্লেখ কৰোঁতেও সেই শ্ৰদ্ধাকে ৰাখিছে আৰু আগলৈকো ৰাখিম। আমাৰ আপত্তি মাথোন অনুমান নকৰা বিধি ব্যবস্থামতে নচলাসকলে ধৰ্ম্মৰ ধ্বজা হৈ একোচা নিজৰ নিজৰ মত প্ৰকাশ কৰাটোত।

বাহাত গুপুতত কি হয় কি নহয় সেই কথা নজনাকৈ ঘপহ কৰে "গুপুত উলিৱা উচিত" আৰু তাৰ লগে লগে ই পক্ষক গালি পৰাটো কিমান জ্ঞানীৰ চিন সেইটো ৰাইজে বিচাৰ কৰি চাওকচোন। বিশেষ বৰবাহাৰ আতৈ সকলেই বিচাৰ

কৰকচোন। লিখকে সম্ভবতঃ স্বামী বিবেকানন্দৰ মাদ্ৰাজত দিয়া বক্তৃতাৰ এডোখৰকে ঘপহ কৰে ধৰি "সমাজশীৰ্ষ" প্ৰবন্ধটোত সেই শোপা বলকিলে। আচলৰ লগত সুদ দিলে অপৰ পক্ষক গালি। স্বামী বিবেকানন্দই কৈছিল ধৰ্ম্মত গুপুত ৰখাটো দুৰ্ব্বলতাৰ চিন। লিখকেও এইটোকে বোধ কৰো সজীব পালে। কিন্তু ভাবি নাচালে বিবেকানন্দই কি ভাবত কেনেকুৱা অবস্থাত এই কথাষাৰ কৈছিল। স্বামী বিবেকানন্দয়ে জানো তেঁও শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংসৰপৰা লোৱা মূল মন্ত্ৰ আৰু বীজ বাটে পথে বলকি ফুৰিছিল? পুৰণি মহাপুৰুষীয়া ধৰ্ম্মটোক বৰ্ত্তমান যুগৰ সকলে টানি টানি নি যে ক'ত থব খুজিছে কিহৰ লগত লগ লগাব খুজিছে আমি সেইটোহে বুজিব পৰা নাই। মহাপুৰুষীয়া ধৰ্ম্মটো মহাপুৰুষ সকলে যি কৰি থৈ গৈছে সেই দৰেই থাওক তাত কাৰো আপত্তি হব নোৱাৰে। কিন্তু সেই ধৰ্ম্মটোক বৰ্ত্তমানৰ কোনো উন্নত ধৰ্ম্মচ্ছুৰ লগলৈ বৰ্ত্তমানৰ মনস্বী সকলে টনা আজোৰা কৰাতহে আমি নাৰাজ। কিয়নো আমি এই সম্প্ৰদায়ৰ মাজত ফুৰিও জানিছোঁ যে এই ধৰ্ম্মটোকো বা সম্প্ৰদায়টোকো মহাপুৰুষসকলে আচৰণ অনুষ্ঠান দি বেদ বিহিত কৰি থৈ গৈছে। এতিয়া বৰ্ত্তমান যুগৰ মনস্বী আৰু তেজস্বী সকলে যদি আচৰণ অনুষ্ঠান বাদ দি, সকলোকে এৰি কেবল "মহাপুৰুষীয়া ধৰ্ম্মটো শ্ৰেষ্ঠ সহজ" ইত্যাদি কোৱাৰ লগে লগে আন পক্ষক কটু কটিব্যহে কৰে তেনেহলে বোধ কৰোঁ সেই সকলেই মহাপুৰুষীয়া ধৰ্ম্মৰ গ্লানি কৰিছে। ধৰ্ম্ম বস্তুটো সহজ হোৱা হলে শিক্ষক, গুৰু, শাস্ত্ৰ অনুষ্ঠান, একো নেলাগিল হেতেন। কোনোটো ধৰ্ম্মই সহজ নহয়। সহজ হোৱা হলে মিচনৰি, পাদুৰি, ডাঙ্গৰ ডাঙ্গৰবিচপ, মোল্লা, মৌলবি, আউলীয়া পিৰ, ফকিৰ, দৰবেশ, সাধু মহন্ত, গোঁসাই, যোগী, যতী, ঋষি, মুনি, ইত্যাদি একোৰে আৱশ্যক নহল হেতেন।

(২)

প্ৰদীপিকাৰ বৰ সৌভাগ্য যে এই বাৰ ইয়াৰ পোহৰে গোটেই খন "অসমীয়া" কাকতকে জলক মলক লগাই দিছে। এই বাৰ প্ৰদীপিকাৰ ওপৰত উঠা খণ্ডে "অসমীয়াক" আন সকলো কথাকে পাহৰালো "অসমীয়া" গোটেইখন কাকত এইবাৰ প্ৰদীপিকাৰ কথাৰে ভৰা। প্ৰদীপিকাৰ জগৰ এই যেৰা যে প্ৰদীপিকাই কৈছে শ্ৰীশ্ৰী শঙ্কৰদেব শ্ৰীশ্ৰী দামোদৰ দেবৰ গুৰু নহয়। দ্বিতীয় জগৰ প্ৰদীপিকাই অসমীয়া কাকতৰ ১০ বহাগৰ "সমাজশীৰ্ষ" প্ৰবন্ধৰ অন্যায় অযুক্তিকৰ কথা এটা আঙুলিয়াই দেকুৱালে। ইয়াত বাজে প্ৰদীপিকাই আন একো জগৰ লগোৱা নাছিল। আগৰ পৰা গুৰিলৈকে নিবিষ্ট মনেৰে দুইও সংখ্যা প্ৰদীপিকাকে সকলোৱে পঢ়ি চাওকচোন।

শ্ৰীশ্ৰী ঁ দামোদৰ দেৱৰ স্মৃতি সভাত বেচেৰা বৰদলৈয়ে কথা একেষাৰ কৈছিল। সেই কথাষাৰৰ প্ৰতিবাদ স্থলতে কৰিও হেপাত নিমিটি "অসমীয়াই" শ্ৰীমান তৰুণ ভট্টাচাৰ্য্যৰ নাম দি প্ৰথমতে নিৰপেক্ষ দেখুৱালে। তাৰ পিচত লুটি বাগৰ মাৰি শেষত কৈ থলে শঙ্কৰেই সকলো। এই কথাৰ প্ৰতিবাদ কোনো কোনোৱে পঠোৱাত সেই প্ৰতিবাদ অসমীয়াই নছপাই আকৌ উলটি ঠাট্টা বিদ্ৰূপ কৰিলে। তাৰ পিচত "সমাজশীৰ্ষ প্ৰবন্ধত শাক্ত শৈব দামোদৰী সকলোকে "দাঁত ভঙা সাপ" বিশেষণ দি বৰবাহাৰ গুপুত ফলিৱাবলৈ বৰ বাহাৰ আতৈসকলক উদগালে। সেই কথাটো প্ৰদীপিকাই অন্যায় বুলিলে আৰু গড়মূৰৰপৰা এজনে কেইষাৰ মান শাস্ত্ৰ সঙ্গত কথা কলে। এয়ে প্ৰদীপিকাৰ ঘোৰ অপৰাধ। সেই বাবে অসমীয়া কাকতে সকলো যুক্তি দলিয়াই পেলাই কেনে সুন্দৰ সুশ্ৰাব্য ভাষা ব্যৱহাৰ কৰিছে ৰাইজে চাওক। অসমীয়াই এই দৰেই দেশত হিত সাধিব হবলা? প্ৰদীপিকাৰ বিৰূদ্ধে লিখক দুজন। এজন আমাৰ পুৰণি বন্ধু শ্ৰীযুত লক্ষীনাথ বেজবৰুৱা ডাঙ্গৰীয়া। আন জন কোন তাকেহে কব নোৱাৰো। শ্ৰীযুত বেজবৰুৱা ডাঙ্গৰীয়াৰে সৈতে আমি ধৰ্ম্ম সম্বন্ধে দুই চাৰিবাৰ কথা আলোচনা কৰিবলৈ অসম্মত নহওঁ যদি তেৰেতে কথাৰ পোন পটিয়ে যায়। তেখেতে যদি পোন পটিয়ে নগই টেঁৱা-বেকা বাটহে লয় তেন্তে তেখেতৰ লগতো আমাৰ আলোচনাৰ আবশ্যক নকৰিব। আমি আমাৰ বাটে ২ গৈ থাকিম তেখেতে তেখেতৰ বাটে ২ বাঁহী বজাই বজাই গৈ থাকক আমাৰ তাত হানী বা ওজৰ আপত্তি নহব।

(৩)

প্ৰদীপিকাৰ দ্বিতীয় জন বন্ধুনো কোন তাকেহে কব নোৱাৰিলোঁ—যেহেতু আমি এতিয়াও সঠিককৈ নেজানিলোঁ অসমীয়া কাকতৰ আচল সম্পাদকনো কোন? যেয়ে হওক অসমীয়াৰ আগৰ ১০ বহাগৰ (যেতিয়া প্ৰদীপিকাৰ জন্মই হোৱা নাই) কাকতত সমাজশীৰ্ষ প্ৰবন্ধত শপোন দেখিছিল যে "এতিয়া বিৰূদ্ধবাদী দলো নাই থাকিলেও দাঁতভঙা" কিন্তু এতিয়া ডাৰউইনৰ Theory মতে ক্ৰমোন্নতি লভি প্ৰদীপিকাক একেবাৰে মাতৃ-গৰ্ভৰেপৰা দাঁত লৈ ওপজা দেখিছে। লিখকে বোধ কৰোঁ কোনো জ্যোতিৰ্ব্বিদ পণ্ডিতৰপৰা এফেৰা জ্যেতিষ বিদ্যাও শিকিছে। সেই দেখি ভূমিষ্ঠ হৈ দুমহীয়া হোৱা সন্তানৰপৰা আমাৰ আগলৈ সুখ নহব এনেকুৱা এফেৰা ভাগ্য গণনা কৰিছে। লিখকজন যদি এজন ভাল জ্যোতিৰ্ব্বিদ পণ্ডিত বা ব্ৰহ্মচাৰী বা ঋষি হয় তেন্তে তেওঁৰ এই ভৱিষ্যদ্বাণী ফলিব পাৰে। ফলিলেও তাত বেচেৰা বৰদলৈয়ে দুখ নকৰে। যেহেতু বৰদলৈয়ে জানে যে এইটো যুগত অনেক লৰাৰ

পৰাই বাপেকে, বিশেষকৈ দুখুনী মাকে সুখ নাপায়। যি লৰাক আতোলতোল কৰি সকুৰেপৰা তুলি তালি ডাঙৰ দীঘল কৰে সেই লৰা, যৌৱনাবস্থা প্ৰাপ্ত হলে পঘা খোৱা, দগধা, দুৱাৰ-ডাঙ্গকটা, মাক বাপেক বৰককায়েক আৰু শিক্ষকক কিলাবলৈ ওলোৱা হয়। যদি এইজন জ্যোতির্ব্বিদ পণ্ডিত বা ব্ৰহ্মচাৰীৰ কথাহে ফলিয়ায় তেন্তে বেচেৰা বৰদলৈয়ে জগৎ মিছা ঈ ়ৰ সচা এই দাৰ্শনিক মত আশ্ৰয় কৰি এটা বঙালী গান গাই নিজক নিজে প্ৰবে ় দিহ ঃ—"মায়াগিৰি ঐ মায়াবন ঐ, মায়াগাছে বসে কোকিল ডাকে" ইত্যাদি। কি ু বৰদলৈ বেচেৰাই দেখিছে যে এই জন জ্যোতির্ব্বিদৰ গণনা বা ব্ৰহ্মাচাবী বা ঋষিৰ বাণী ঠিক নহয়। যেহেতু এইজনাই প্ৰথমতে শিশুটি লৰা নে ছোৱালী এইফেৰা দ্ৰোকাণকে মিলাব পৰা নাই। সেই দেখি প্ৰদীপিকাৰ জন্ম ৰহস্য জানিবলৈ তেখেতৰ ভালেমান বাকী। প্ৰদীপিকা মতা লৰা নহয় যে মাক বাপেককে কিলাব। প্ৰদীপিকা সাক্ষাৎ ভাগবতী। অসমীয়া হিন্দু সমাজক সত্যৰ,জ্ঞানৰ, সনাতন ধৰ্ম্মৰ পোহৰ দিব। এন্ধাবৰপৰা পোহৰলৈ নিবব নিমি ়েহে জন্ম লৈছে। প্ৰদীপিকাই প্ৰদীপ গছ লৈ অসমীয়াব ঘবে ঘৰে ফুৰি অসমীয়া ভাতৃসকলক নিজৰ ২ ঘৰৰ ভিতৰৰ আবৰ্জ্জনাবিলাক সাৰি পুচি ধুই পখালি ঘৰটো নিকা কৰি লবলৈহে (পোহৰ দেখুৱাব। সেই পোহৰ পাই ঘৰ নিকা কৰি, অসমীয়া স্বাস্থ্যযুক্ত, বলীষ্ঠ আৰু এটা সবল জাতি হব এয়েহে প্ৰদীপিকাৰ উদ্দেশ্য। প্ৰদীপিকাই এফেৰা পোহৰ কৰিছেই। অন্ততঃ "জয়গুৰু শঙ্কৰ" বোলা জনৰ মুখৰ পৰা "শঙ্কৰ দামোদৰ উভয়ে আমাৰ নমস্য" এই কথাষাৰ উলিয়াইছে। প্ৰদীপিকাই জুই জলোৱা নাই। পোন জুইকুৰা "অসমীয়াইহে" ১০ আৰু ১৭ বহাগৰ কাকতত জলাইছে। প্ৰদীপিকাই সেই জুইকুৰাত পানী ঢালি দি, স্নিগ্ধ বিমল দীপব পোহৰ দেখুৱাবলৈ কাৰবাৰ কৰিছে। যদি দীপৰ পোহৰকে জুই বুলি আশঙ্কা কৰিছে তেন্তে নিশ্চয় আমাৰ এই জনা বন্ধুৰ জলাতঙ্কৰ পৰিবৰ্ত্তে অগ্ন্যাতঙ্ক উপস্থিত হৈছে। সেই বাবে বেচেৰী প্ৰদীপিকা দায়ী হব নোৱাৰে।

(৪)

ইয়াৰ পিচত আমি আমাৰ শ্ৰদ্ধাস্পদ বন্ধু শ্ৰীযুত লক্ষীনাথ বেদবৰুৱা ডাঙ্গৰীয়াক পোন পটিৰে কেইটামান প্ৰশ্ন সোধোঁ। অনুগ্ৰহ কৰি তেখেতে আমাক উত্তৰ দিয়ে যেন। যদি উত্তৰ দিয়ে জানিম যে তেখেতে Foul Play নকৰে। যদি উত্তৰ নিদিয়ে, আমাৰ প্ৰশ্ন আযোগ্য যেন ভাবে তেন্তে আমি আৰু আগলৈকো কোনো কথা নোসোধোঁ, কোনো আলোচনাৰ ওচৰলৈকে নেযাওঁ। আমি আমাৰ মত লেখি থাকিম তেখেতে তেখেতৰ মতৰ গৎটো বাঁহীত বজাই গৈ থাকিব। ইচ্ছা হলে অসমীয়া

কাকতেতো সপ্তাহে সপ্তাহে লিখি থাকিব—আমি ওজৰ আপত্তি নকৰোঁ।

১ম প্ৰশ্ন—বাৰু ধৰি লোৱা যাওক শ্ৰীশ্ৰী ঁ দেৱদামোদৰ দেৱে শ্ৰীশ্ৰী ঁ চৈতন্য দেৱৰপৰা একো লোৱা বা পোৱা নাছিল, শ্ৰীশ্ৰী ঁশঙ্কৰদেৱৰপৰাহে ধৰ্ম্ম লৈছিল। তেন্তে শ্ৰীশ্ৰী ঁ দামোদৰ দেৱে কাৰ আগত অষ্টাঙ্গে দণ্ডৱত হৈ পৰি শৰণ গ্ৰহণ কৰিছিল? (বোধ কৰোঁ বেজবৰুৱা ডাঙৰীয়াই শৰণ কেনেকৈ অসমৰ সত্ৰবিলাকত লগায় এই ফেঁৰা জানে।)

২য় প্ৰশ্ন—দৈত্যাৰি ঠাকুৰ, ৰামৰায় এই সকল চৰিত্ৰলিখকৰ মতে ৰামৰাম গুৰুৰ আগত দণ্ডৱতে পৰি শ্ৰীশ্ৰী ঁদামোদৰদেৱে হেনো শৰণ লৈছিল। যদি এইটোৱেই হয় তেন্তে ৰামৰাম গুৰু জন্মত ব্ৰাহ্মণ নাছিলনে? সেই ৰামৰাম গুৰু শ্ৰীশ্ৰী ঁ শঙ্কৰদেৱৰ পিতৃৰ দিনৰে পৰা ভূঞা বংশৰ কুল গুৰু নাছিলনে?

৩য় প্ৰশ্ন—শ্ৰীশ্ৰী ঁশঙ্কৰদেৱ যেতিয়া নিজেই অৱতাৰ, পূৰ্ণব্ৰহ্ম, তেনেহলেনো নিজৰ চৰণতে শ্ৰীশ্ৰী ঁদামোদৰদেৱক পেলাই শৰণ নিদি ব্ৰাহ্মণ ৰামৰাম গুৰুৰ ওচৰত শৰণ কেলেই দিয়াইছিল।

৪ৰ্থ প্ৰশ্ন—বৰ্ত্তমান মহাপুৰুষীয়া সত্ৰ বিলাকত ব্ৰাহ্মণক শৰণ দিওঁতে কি প্ৰথা অবলম্বন কৰে? সত্ৰত ভুৰ্ত-পূজা কৰা পূজাৰি ব্ৰাহ্মণ জনৰ আগত শৰণ দিয়াই নে কায়, মহন্তৰ ভৰিত পেলাই শৰণ দিয়াই?

৫ম প্ৰশ্ন—শ্ৰীশ্ৰী ঁশঙ্কৰদেৱৰ বৈষ্ণৱ ধৰ্ম্মটো এটা সুকীয়া আকাশৰপৰা অনা নতুন ধৰ্ম্ম নে বেদবিহিত স্মৃতি বিহিত পুৰাণ বিহিত হিন্দু ধৰ্ম্ম?

৬ষ্ঠ প্ৰশ্ন—গুৰু কাক বোলে? হিন্দু ধৰ্ম্মত গুৰুবাদ আছেনে নাই? গুৰু কেই প্ৰকাৰ? সৎসঙ্গী কাক বোলে? গুৰুৰ প্ৰসাদ শিষ্যে খায়নে নেখায়?

প্ৰবীণ সাহিত্যিক শাস্ত্ৰত ব্যুৎপন্ন, বেজবৰুৱা ডাঙৰীয়াই কৃপা কৰি এই প্ৰশ্ন কেইটাৰ উত্তৰ দিলে আমি তেখেতে অনুৰোধ কৰিলে বেদ স্মৃতি আৰু পুৰাণৰ ওচৰলৈকো যাব পাৰোঁ। আৰু শ্ৰীশ্ৰী ঁশঙ্কৰদেৱৰ চৰিত্ৰলিখক কেজনে লিখা চৰিত্ৰ পুথিবিলাক আৰু ইফালে শ্ৰীশ্ৰী ঁদামোদৰদেৱৰ চৰিত্ৰ বিলাকো অলপ অচৰপ আলোচনা কৰিবলৈ আগবাঢ়িব পাৰোঁ। ইতি

(৫)

আমি আমাৰ শ্ৰদ্ধাস্পদ বাঁহীৰ সম্পাদক ডাঙৰীয়াৰ "সম্ৰাদকৰ কথাৰ" ওপৰত দুই একেষাৰ মান কবলৈ ইচ্ছা কৰিলোঁ। অবশ্যে ১ম সংখ্যা প্ৰদীপিকাত গা অসুখ থকাত ভালকৈ চাব নোৱাৰা বাবে কিছু বৰ্ণাশুদ্ধি ৰৈ গল। সেই বাবে আমি দুঃখিত আৰু এতিয়া আমাক বেজবৰুৱা ডাঙৰীয়াই দোঁখুৱাই দিয়াত আমি তেখেতৰ

শলাগ ললোঁ। কিন্তু বৰবাহাৰ গুপুতৰ সম্পৰ্কে প্ৰদীপিকাই যি point ত কৈছিল দুখৰ বিষয় বাঁহীয়ে সেই point লৈ নগৈ play foul কৰিছে; অৰ্থাৎ অসমীয়া কথা মতে আচললৈ নগৈ বেৰে ছালে কোবাইছে। মন দি বাঁহীয়ে যেন ১০ বহাগৰ "অসমীয়াৰ" সমাজশীৰ্ষ প্ৰবন্ধটো আকৌ পঢ়ি প্ৰদীপিকাও এবাৰ পঢ়ে। প্ৰদীপিকাই কৈছিল যে অপৰ পক্ষক "দাঁতভঙা সাপ" বুলি গালি পাৰিলেই যে আতৈ সকলে বৰবাহাৰ গুপুত জাহিৰ কৰি দিব সেইটি নহয়। সেই দেখি লিখকৰ আন উপায় যেতিয়াই নাই তেখেতে বৰপেটালৈ গৈ শৰণ লওক। তাৰ পিছত বৰবাহাৰ গুপুত শিকি আহি উলিয়াই দিয়ক। লিখিছিলোঁ আমি ইয়াকে। বিজ্ঞবৰ বাঁহীৰ সম্পাদক গল আন ফালে। সেই দেখিয়েই আমি কৈছোঁ তেখেতে play টো foul কৰিলে অৰ্থাৎ বাঁহীৰ সুৰটো বেসুৰ কৰিলে।

(৬)

দামোদৰী মন্দিৰ খুলিলে অৱশ্যে তাত শৈৱ শাক্তয়ে পূজা কৰিব পাৰিব এইটো ধ্ৰুব সত্য। বলি কাটিলেহে যে শক্তি পূজা হয় বেজবৰুৱা ডাঙ্গৰীয়াই এইটো ভুল বুজিছে হবলা। তেখেতে জানিব লাগিছিল যে হিন্দুৰ পূজাত শুদ্ধাচাৰ, বীৰাচাৰ ইত্যাদি বেলেগ ২ কেইটিমান আচাৰ আছে। শুদ্ধাচাৰত বলি নকটাকৈয়ো দেবী পূজা হয়। বীৰাচাৰত বলি কাটে। বেজবৰুৱা ডাঙ্গৰীয়াই এইটোও জানিব লাগিছিল যে বৈষ্ণৱৰ প্ৰধান ঠাই যি জগন্নাথ বা শ্ৰীক্ষেত্ৰ তাতো পুৰীৰ ভিতৰতে অৰ্থাৎ গড়ৰ ভিতৰতে জগন্নাথৰ ঘাই মন্দিৰৰ কাষতে বিমলা দেবীয়ে মন্দিৰ আছে। সেই মন্দিৰত নিশা পঠা বলি দিয়ে। পৰম বৈষ্ণৱে জগন্নাথক বিষ্ণু বুলি লয় আৰু বিমলা দেবীক ৰাধা বোলে। বৈষ্ণৱে অবশ্যে নিশা বলি কটালৈ নেযায়। কিন্তু জগন্নাথলৈ গলে অকল জগন্নাথকে সেৱা কৰি নাহে, বিমলা দেবীকো দিনৰ ভাগতে সেৱা কৰে। শাক্তে বিমলা দেবীক তেওঁবিলাকৰ ইষ্ট দেবী বুলি লয় জগন্নাথক সেই দেবীৰ ভৈৰব বোলে। এই অনুক্ৰমেই গোটেইখন ভাৰতবৰ্ষতে হিন্দুৰ শাক্ত শৈৱ বৈষ্ণৱৰ মিল আৰু সামঞ্জস্য; কিন্তু আমাৰ শ্ৰদ্ধাস্পদ বাঁহীৰ সম্পাদকেহে আজি অত বছৰে পৰম যত্ন কৰি দেখুৱাব লাগিছে যে অসমৰ শ্ৰীশ্ৰী শঙ্কৰ দেবৰ ধৰ্ম্মটো সুকীয়া। ইয়াত আৰু ইফাল সিফাল নাই। ঈশ্বৰ কৃষ্ণই দেবতা, শঙ্কৰদেৱেই অবতাৰ। বৰ্ত্তমান সময়ত কোনো কোনোৱে এই মতৰ লগতে এফেৰা আন পক্ষক গালি পৰা বিদ্যাটোও সোমাইছে, অৰ্থাৎ ইবিলাকক গালি গালাজ নকৰিলে মহাপুৰুষীয়া ধৰ্ম্মৰ উৎকৰ্ষ সাধন নোহোৱা হৈছে।

(৭)

দামোদৰী ধৰ্ম্মটো আমি বুজিছোঁ নে নাই এই মহলাটো আমাৰ বৰ্ত্তমান কুলগুৰু শ্ৰীশ্ৰীদক্ষীণপাট সত্ৰৰ সত্ৰাধিকাৰ প্ৰভু আৰু আন আন দামোদৰ সত্ৰৰ সত্ৰাধিকাৰ পুৰুষসকল আৰু বৈষ্ণৱ বৃন্দেহে লোৱাৰ গৰাকী। অৱশ্যে শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ধৰ্ম্মটো আগৰ পুৰণি নিয়মে চৰিত্ৰ পুথিমতে যেনেকুৱা আছে তেনেকুৱা আমিও একেৰা জানো বুলি কব খোজা আৰু আৱশ্যক হলে দ্বিজ ভূষণ, দৈত্যাৰি ঠাকুৰ আৰু ৰামৰায়ে লিখা চৰিত্ৰও চাব পাৰো। কিন্তু বৰ্ত্তমান যুগত এই অনুষ্ঠান যুক্ত ধৰ্ম্মটো কি ভাব ধাৰণ কৰিছে সেইটোহে জনা নাই। আমি বৰ্ত্তমান সময়ৰ লিখা সকলৰ লিখাৰ পৰা ই আজিকালি আন ভাব ধাৰণ কৰিছে যেন পাওঁ। কৃষ্ণ যে পৰম দেৱতা, আৰু সৰ্ব্ব সাধাৰণৰ নিমিত্তে, আন কি সন্ধ্যা পূজা অনুষ্ঠান কৰি শেষ কৰা সকলৰ পক্ষেও যে হৰিনাম অন্তত পৰম ধন সেইটো আমি আমাৰ বক্তৃতা আৰু আন ঠাইতো নুই কৰা নাই আৰু নকৰোও। কিন্তু অকল হৰিনামকে ধৰি, বৰ্ণাশ্ৰম ধৰ্ম্ম আৰু অনুষ্ঠান (যথা সেৱা পূজা, পিতৃ মাতৃৰ শ্ৰাদ্ধাদি নাম-গোৱা, সঙ্কীৰ্ত্তন কৰা, ইত্যাদি Priest oraft এ দিয়া) এৰিলে ভাৰতবৰ্ষৰপৰা হিন্দু-ধৰ্ম্ম বেদ স্মৃতি একে দিনে কৰবালৈ পলাব। যদি সেইটোহে বাঞ্চনীয় তেন্তে বৰ্ণাশ্ৰম ধৰ্ম্ম, অনুষ্ঠান যাওক। আমাৰ তাত মাতিবলৈ একো নাই, অনুষ্ঠান বা Practise নকৰাকৈয়ে যদি কোনোবাই দৰ্শন বা জ্ঞান বুজিব পাৰে তেন্তে বুজক আমাৰ তাতো আপত্তি নাই। কোনোৱে যদি নাম নোগোৱাকৈয়ে, সংসঙ্গ নকৰাকৈয়ে, সকলো অৱস্থাতে একান্ত মনে কেবল কৃষ্ণ কৃষ্ণ বুলি জীৱন-প্ৰবাহ কাটি পবিত্ৰ হব পাৰে তেন্তে আমি সেই জনৰ চৰণতো পৰিবলৈ বাধ্য আছোঁ। কিন্তু দুখৰ বিষয় একান্ত মনে, একান্ত ধ্যানে নিৰ্গুণ কৃষ্ণৰ নাম লব নোৱাৰে নিমিত্তেহে, শৰণ, ভজন, অনুষ্ঠান, মন্ত্ৰাদি ধাৰণ, আধ্যাত্মিক শিক্ষা, ৰৰবাহাত গুপুত শিক্ষা আন ২ Practical exceriency আৱশ্যক বুলি আমি জানোঁ।

(৮)

আমি ১০ ম বছৰৰ তৃয় সংখ্যা বাঁহী পাহ পৰম সন্তোষ লাভ কৰিলোঁ। একেটো গতত বাঁহীয়ে অলপ কেণা লগোৱাত বাজে বাদ বাকী গোটেই বিলাক গীত আৰু গতেই বৰ সুৱলা বৰ মধুৰকৈ বজাইছে। ঘাইকৈ আজি ১০ বছৰে কেতিয়াও নুশুনা গীত এই কেই ফাঁকি "হে দেবি, জগতৰ সকলো স্ত্ৰী আৰু সমস্ত সকলো বিদ্যা *তোমাৰ ভেদমাত্ৰ, মা, তুমি জগতত পূৰ্ণৰূপে আছা, পৰমা তোমাৰ স্তুতি কি? এতিয়া ভাবি চোৱা, সীমন্তিনিসকল, দুৰ্গতি হাৰিণী জগৎমাতা দুৰ্গা দেবীৰ তোমালোক অংশ* মাথোন ইত্যাদি ইত্যাদি।" বাঁহীৰ আৰম্ভণতে এই সুৰৰ গীতটিত আমি মুগ্ধ হৈছোঁ।

ইয়াৰ কাৰণ এই যে, বোপাইক মতাৰ আগেয়ে আমাৰ সাদৰী বাঁহীয়ে আইক আগেয়ে মাতিছে। আইৰ চৰণত আগেয়ে কারুণ্য দেখুৱাইছে। এয়ে সত্য সনাতন পথ। মৰমৰ বাঁহী। প্ৰাণৰ বাঁহী! এনেকুৱা দুই এটি গীতও গাবা। তেতিয়া হলে আমাৰ প্ৰাণ মতলীয়া হব। আমি আকৌ যমুনাৰ পাৰৰ মোহন মুৰুলী ধ্বনি শুনিবলৈ পাওঁ যেন লাগিছে। জয় মা দুৰ্গা, দুৰ্গাত হাৰিণী, জয় মা কামাখ্যা সৰ্ব্ববিদ্যা সৰ্ব্বজ্ঞানদায়িনী! জয় প্ৰভু শ্ৰীকৃষ্ণ! জয় দামোদৰ গুৰু তোমাৰ জয়! জয় আসাম মাতৃ তোমাৰ জয়! জয় বাঁহী তোমাৰ জয়! জয় প্ৰদীপিকা তোমাৰো জয়! তুমি ২য় সংখ্যাত আক্ষেপ কৰিছিলা যে বাঁহীযে জয় মা দুৰ্গা বা কামাখ্যা নোবোলে। তোমাৰ আক্ষেপলৈ বাঁহীয়ে কাণ পাতি শুনি এইবাৰ একেৰা তোমাক সন্তোষ দিছে। নমো ব্ৰহ্মণ্যদেবায় গো ব্ৰাহ্মণায় হিতায়চ জগদ্ধিতায় কৃষ্ণায় গোবিন্দায় নমো নমঃ।

## শোক বাতৰি

অগাঢ় পণ্ডিত, শাস্ত্ৰজ্ঞ, স্বদেশ প্ৰেমিক লোকমান্য বাল গঙ্গাধৰ তিলক মহাৰাজ আৰু ইহ জগতত নাই। বোম্বাই আৰু আন ২ ঠাইতো সৰ্ব্ব সাধাৰণৰে বিশ্বাস যে এইজনা মহাৰাষ্ট্ৰিয় ব্ৰাহ্মণ মহাপুৰুষ শিবজীৰ অৱতাৰ। অনেকে ইয়াকো বিশ্বাস কৰে যে এই স্বদেশ প্ৰেমিক মহাপুৰুষে ভাৰতৰ উদ্ধাৰৰ অৰ্থে আকৌ জনম লব। আমি এই জনা মহাপুৰুষৰ আত্মাৰ সদগতি কামনা কৰোঁ।

# বড়গীত

২য়। স্বামী ভাৰ্য্যা ভাব।

শ্ৰীকৃষ্ণলৈ আসমৰ বৈষ্ণৱসকলৰ যে স্বামী ভাব একেবাৰে নাছিল এইটো কব নোৱাৰি। অবশ্যে অসমীয়া বৈষ্ণৱৰ ঈশ্বৰ কৃষ্ণলৈ প্ৰধান ভাব—দাসত্ব। শ্ৰীকৃষ্ণ প্ৰভু, ভকত তেওঁৰ দাস। এই ভাব মুখ্যভাবে থাকিলেও স্বামী ভাৰ্য্যা ভাবো আছিল। আজি আমি শ্ৰীশ্ৰী ঁমাধদেৱৰ প্ৰাণ মন বিমোহনকাৰী বৰগীত ৩টি দিলো। ৰাইজে চাওক ইয়াত কি ভাব।

ৰাগ—কৌ

প্ৰাণনাথ নকৰা বঞ্চিত। তোহাৰি বিয়োগ অগ্নি দহে মোৰ চিত্ত।। এ বন্ধু মাধৱ হে।

পদ

পতি সুত সুহৃদ সোদৰ বন্ধুজন।
সব মুখ তেজি তেৰি ভজিলোঁ চৰণ।।
সেহি প্ৰাণনাথ তুহুঁ যাহা কাহা লাগি।
নৰহে জীৱন মেৰি তেৰি লাগি আগি।।
সব তেজি তোহাৰি চৰণে কৈলো আশ।
ভকত বৎসল স্বামী নকৰা নৈৰাশ।।
বিনে তুহুঁ ৰহৰ জীৱন নাহি মোই।
তুহুঁ বিনে হামাৰি বান্ধব নাহি কোই ।।
হাস্য নিৰীক্ষণ তেৰি মধুৰ আলাপ।
সুমৰি সুমৰি মেৰি মিলে হৃদিতাপ।।
ধৰণী লুটিয়া গোপী কৰত ক্ৰন্দন।
কহয় মাধব গতি নন্দেৰ নন্দন।।

ৰাগ—শ্ৰী

গোকুল আজুবিনে গোপাল ভয়ো আন্ধোয়াৰি, উগত সুৰ দূৰ গয়োৰে মুৰাৰি।

পদ

হামাৰি জীবন দুৰ গয়োৰে গোবিন্দ।
নয়নে নেদেখোঁ আৰ পদ অৰবিন্দ।।
ৰবি বিনে দিন নোহে জল বিনে মীন।
হৰি বিনে গোপীৰ জীবন ভৈল ক্ষীণ।।
ধৰণী লুটিয়া গোপী ফোকাৰে সঘন।
কহয় মাধব গতি নন্দেৰ নন্দন।।

ৰাগ—শ্ৰী

অব সখি কহ কহৰে, হামাৰ জীবন ধন, কোন পন্থে গেল মধ্যাই। মদন বিৰহ আগি, শৰীৰ দহয়ৰে, তিলেক না দেখি জীব যাই।

পদ

চান্দ বয়নে হৰি, মুৰৰী বজাৱেৰে
মধুৰ সুস্বৰ ৰস গায়।
সুন্দৰ নয়ন হেৰি, নন্দ সুত চলেৰে
হামাৰ জীবন নেহিযায়।।

কামে চঞ্চল তনু মদন জিনিয়াৰে
পঞ্চম পূৰিয়া ৰস তোলে।
প্ৰেমে আকুল সব, ব্ৰজৰ ৰমণীৰে
দীন মাধব দাসে বোলে।।

শ্ৰীশ্ৰী ঁমাধবদেৱৰ লেখনি নিঃসৃত এনেকুৱা মধুৰ ভাবৰ গীত পদ থকাতো আজিকালিৰ কোনো কোনো মনস্বী লিখকে কয় আসমৰ বৈষ্ণব ধৰ্ম্ম ভাৰত বৰ্ষৰ আন আন, বিশেষ বঙ্গদেশৰ বৈষ্ণব ধৰ্ম্মৰ পৰা সুকীয়া? অসমৰ বৈষ্ণব ধৰ্ম্মত কেৱল দাসত্ব ভাবহে, বঙ্গদেশৰ বৈষ্ণব ধৰ্ম্ম কেৱল মধুৰহে। আমি কবলৈ বাধ্য যে ভাৰতবৰ্ষৰ সকলো সনাতন পথৰে বৈষ্ণব ধৰ্ম্ম একে। এই বৈষ্ণব ধৰ্ম্মত নৱ বিধ ভাবৰ ভক্তি। জাতিগত পাৰ্থক্য অনুসাৰে এটা জাতিয়ে এটা ভাবক মুখ্য কৰি লয় এই মাত্ৰ প্ৰভেদ। কিন্তু সেই বুলি যে বাকী আঠোটা ভাব একেবাৰে ত্যাগ কৰে সেইটো নহয়।

# পাৰলৌকিক বা প্ৰেত বিজ্ঞান (Spiritualism)

আজি কেইবছৰ মানৰপৰা পৰ লোকত থকা আত্মাৰ বিষয়ে পাশ্চাত্য জগতে নানা অনুসন্ধান কৰিব ধৰিছে। পৰলোকত থকা আত্মা দুবিধ—মুক্ত আৰু অমুক্ত। হিন্দুশাস্ত্ৰে এই মুক্ত আত্মাক দেব, পিতৃ ইত্যাদি বোলে, আৰু অমুক্ত অৰ্থাৎ পৃথিবীৰ অকৰ্ষণৰপৰা মুক্ত হব নোৱাৰা আত্মাকে প্ৰেত বা ভূত ইত্যাদি বোলে। হিন্দুশাস্ত্ৰ মতে প্ৰায় ৮।৯ বিধ অমুক্ত আত্মা আছে যেনে ঃ—ভুত, প্ৰেত পিশাচ, দিত্য, দানব, যক্ষ, ৰক্ষ, কিন্নৰ গন্ধৰ্ব্ব ইত্যাদি। হিন্দুৱে এই এটাই বিলাকৰে অস্তিত্ব স্বীকাৰ কৰে। কেবল মাথোন ইংৰাজী শিক্ষাৰ পোন ৰমৰমণিতে হিন্দুৰ লৰাই এইবিলাক একো নাই বুলি উৰাই দিছিল; কিন্তু আকৌ আজি কেবছৰমানৰপৰা পশ্চিম জগতৰ, টেবল টৰ্ণিং স্পিৰিট ৰেপিং, মিতিয়া মিষ্টিক চিয়েঞ্চ এইবিলাকৰ বিষয়ে পঢ়ি হিন্দুৰ কোনো কোনো শিক্ষিত লোকেও প্ৰেতাত্মাৰ অস্তিত্ব স্বীকাৰ কৰিছে আৰু মাজে মাজে কোনো কোনোৱে এইবিলাক ক্ৰিয়া হেনো কৰিও চাইছে। আমাৰ শাস্ত্ৰত থকা পুৰণি কথাবোৰকে যেতিয়াই পশ্চিমৰ বৈজ্ঞানিকে হাত দিছে তেতিয়াই সেই পাশ্চাত্য বৈজ্ঞানিক বা দাৰ্শনিকৰ চকুৰে শিক্ষিত হিন্দুৱেও এইবিলাক চাবলৈ মন কৰিছে। পাশ্চাত্য জগতে যদিও আগৰেপৰা প্ৰেতাত্মা (Ghosts, spirits, gobline) আছে বুলি মানি আহিছিল, তথাপি সেই সকলৰ ক্ৰিয়া কলাপৰ বিষয়ে একো আলোচনা

বা Experiment কৰা নাছিল অৰ্থাৎ প্ৰমাণ চোৱা নাছিল। কিন্তু আজি কেবছৰমানৰপৰা বিশেষ ১৮৪০ খৃষ্টাব্দৰ পৰা পাশ্চাত্য দাৰ্শনিকসকলে টেবুল টৰ্ণিং, স্পিৰিট ৰেপিং মিতিয়মিষ্টিক চিয়েঞ্চ ইত্যাদি অনুষ্ঠানেৰে প্ৰেতক নমাই আনি সেই প্ৰেতৰ হতুৱাই আন কি মায়া শৰীৰ (Ethereal body) ধাৰণ কৰোৱাই সেই আত্মাৰে সৈতে কথা বতৰা পতা দিহাও লগাইছে। ১৮৪০ চনতে প্ৰথমে এনেৰিকাত ফক্স ছাহাবৰ দুজনী জীয়েকৰপৰাই হেনো এই প্ৰেত চৰ্চ্চা আৰম্ভ হয়। এই ছোৱালী দুজনী হেনো যাতে থাকে ত'তে বেৰত টেবুলত টুক টুক টাক্ টাক্ শব্দ হৈছিল, এই আলৌকিক ক্ৰিয়াৰপৰা পশ্চিম জগতত প্ৰেতবিজ্ঞান আৰম্ভ হয়। অবশ্যে ইয়াৰ আগেয়েও যেতিয়া ইংলণ্ডৰে আৰু ফাঞ্চৰে ১৭ শতিকাত তয়াময়া ৰণ হয় তেতিয়াও হেনো ফাঞ্চৰ জোৱান অব্ আৰ্কেই প্ৰথমে প্ৰেতবল বা দৈববল দেখুৱাই ফ্ৰাঞ্চক অনেক ৰক্ষা কৰে। কিন্তু দুঃখৰ বিষয় যে সেই জোৱান অব্ আৰ্কক যুদ্ধত ধৰি শত্ৰু পক্ষে witch বা ডাইনী বুলি জীয়াই ২ পুৰি মাৰিছিল। সেই সময়তো এই প্ৰেতবিজ্ঞান আলোচিত হোৱা নাছিল। চেকচ্পেয়াৰৰ হেমলেটটো মৰা ৰজাৰ প্ৰেতাত্মাই কেনে দুৰ্ঘটনা ঘটাইছিল তাক হেমলেট পঢ়া সকলোৰে জানে। বৰ্ত্তমান পাশ্চাত্য জগতত যদিও প্ৰেত বিজ্ঞানৰ অনুশীলন হৈছে তথাপি ৰক্ষণশীল খৃষ্টিয়ানসকল ইয়াৰ বৰ বিৰোধী এওঁলোকে কয় যে প্ৰেতাত্মাৰ বিষয় অনুশীলনৰপৰা ধৰ্ম্মৰ গ্লানি হৈছে। প্ৰেতাত্মা বিজ্ঞানৰপৰা আৰু বিশেষ অনুশীলনৰপৰা উপকাৰতকৈ অপকাৰৰ ভাগহে বেছি। অনেক প্ৰেতেই সঁছা কথা নকয় আৰু যি মতা বা মাইকীৰ আশ্ৰয়েদি প্ৰেত নমোৱা যায় সেই মতা বামাইকীজনে যথেষ্ট দুঃখ ভোগ কৰে।

ক্ৰমশঃ।

# শ্রীশ্রীমুক্তিনাথাষ্টকং।

আসাম নামাদিমদেশ সংস্থো
ধৰাপতির্যঃ শিৱসিংহ আসীৎ।
তেনার্চ্চিতং সুন্দৰগহ্বৰস্থং
শিৱং শৰণ্যং ভজ মুক্তিনাথম্।। ১
প্রাসাদমত্যুচ্চমতীৱ ৰম্যং
ত্রিশূল চিহ্নস্তু সুবর্ণ চূড়ম্।
যস্মৈ দদৌ সেবক শর্ম্মদন্তং
শিবং শৰণ্যং ভজ মুক্তিনাথম্।। ২
তীৰে পুৰাৰের্ব্বসতির্যথাস্যাৎ
জলাশয়ং সাগৰ মাখন যয়।
দদৌচ তং প্রীতয় এব যস্য
শিবং শৰণ্যং ভজ মুক্তিনাথন্। ৩
বামে হৰের্ম্মন্দিৰমত্যং পূর্ব্বং
হর্ম্ম্যং ভবান্যা অপি দক্ষ ভাগে।
তং যস্য সর্ব্বামৰবৃন্দ পূজ্যং
শিবং শৰণ্যং ভজ মুক্তিনাথম।। ৪
প্রদাঘ্ন ভক্ত প্রবৰায় মুক্তিং
শিবঃ স্বয়ং কীর্ত্তিমতে শিবায়।
যোমুক্তিনাথাখ্যামবাপ যুক্তং
শিবং শৰণ্যং ভজ মুক্তিনাথম্।। ৫
দত্বাশুমুক্তিং প্রভুৰাশুতোসো
ৰঙ্গং গতোয়ং জয়সাগৰস্য।

তীৰে বসদ্বো পিচ ৰঙ্গনাথঃ
শিবং শৰণ্যং ভজ মুক্তিনাথন্।। ৬
মুক্তি প্ৰদানাৰ্থমিহ স্থিতো ভূৎ
কাশ্যাস্তু বিশ্বেশ্বৰ এব যদ্বৎ।
মুক্তি প্ৰদো দৰ্শনতোপি যঃ স্যাৎ
শিবং শৰণ্যং ভজ মুক্তিনাথন্।। ৭
জ্ঞান প্ৰদাতা জগতাং মহেশঃ
জ্ঞানংহি মুক্তেৰপি কাৰণং যৎ।
জ্ঞাত্বাঙ্ঘ্ৰি মূলোৰ্পিতমস্য দেহং
শিবং শৰণ্যং ভজ মুক্তিনাথম্।। ৮
বৰোদেয়শ্চেন্মে ভব তব নগণ্য
স্তব কৃতে
কৃপাসিন্ধো স্বীয় প্ৰচুৰ কৃপয়া
সন্তবতিতে।
ত্বদীযাঙ্ঘ্ৰি দ্বন্দাৰ্চ্চন ভজন হীনস্য
কুমতে
গতি কাস্যাদন্তে ত্বিতিমনপি
চিন্তাতি বিপুলা।। ৯

ইতি শ্ৰীতাৰকচন্দ্ৰ কৃতিৰত্ন কাব্যস্বৰসতী বিৰচিতং মুক্তিনাথাষ্টক স্তোত্ৰং সমাপ্তং।

## শ্ৰীশ্ৰীঁদেব দামোদৰায় নমঃ।

ঁদেব দামোদৰত শ্ৰদ্ধা।

মোহ যাহতানাং হি কলৌ হিতৈষী।
ধৰ্ম্মাবতাৰো বৰদেশ পূজ্যঃ।।
তং শান্ত সত্বং পৰিসেব্য সন্তং।
নমামি দামোদৰ দেবমাদ্যং।।
কলিৰ কলুসাহত জীব সকলৰ।
হিতাবাঞ্চা স্বাভাবিক যাৰ নিৰন্তৰ।।

পূজনীয় বৰ ঈশ ধৰ্ম্ম অবতাৰ।
ভ্ৰন্ত শিৰোমণি শান্ত সত্ব গুণাধাৰ।।
সেই আদি গুৰু দামোদৰ দেব সাৰ।
জানি মনে সত্যে নিত্যে কৰোঁ নমস্কাৰ।।

জয় দেব দামোদৰ চিৰ গুৰু আসামৰ
আৰ্য্যদেব অসম প্ৰদীপ।
যাৰ নামে মহন্তৰ সাধে কাম নিৰন্তৰ
যাৰ নামে বৈকুণ্ঠ সমীপ।।
জয় দেব দামোদৰ সিদ্ধিদাতা ভকতৰ
জগতৰঞ্জন জনাৰ্দ্দন।
দয়াকৰ দামোদৰ ৰূপে আসি অৱতাৰ
হলা প্ৰভু সুশীলানন্দন।।
গীতা ভাগবত আদি শাস্ত্ৰ জ্ঞানে যাৰ হৃদি
পৰম পবিত্ৰ পুণ্যতৰ।

*   *   *   *   *   *

*   *   *   *

দামোদৰ কৃষ্ণনাম কেবল বিভিন্ন নাম
নিৰাকাৰ তুমিয়ে সাকাৰ।
যি জন ভকতি হীন সি তোমাক কৰে ঘিণ
মহাপাপী মূৰ্খ দুৰাচাৰ।।
তুমিহে পৰম দেৱ তোমাকেহে কৰোঁ সেৱ
মানসোপচাৰে হৃদয়ত।
তব নাম হৃদ ধৰি তব নাম সদা স্মৰি
মজে মন যেন অবিৰত।
যিবা দামোদৰ সত্ত্ব শুনে ভণে একচিত্ত
জানা তাৰ ভবে ভয় নাই।
পুৰুষ উদ্ধাৰ কৰে সংসাৰ সাগৰ তৰে
হৰি তাৰ অন্তিমে সহায়।।
সাবজ্ঞ সুবিজ্ঞ লোক ঘৃণা নকৰিবা মোক
যদি পোৱা পদত দূষণ।

তুষ্ট হই গুণি গণে ক্ষমা কৰা নিজ গুণে
মহন্তৰ ক্ষমাহে ভূষণ।।
পৰম পবিত্ৰ ইটো জীৱনৰ হিত যিটো
দেব দামোদৰৰ চৰিত।
এৰা সবে নিন্দাবাদ চিন্তা দামোদৰ পাদ
সংক্ষেপে এই দ্বিজ বিৰচিত।।

বিনীত—
শ্ৰীকনক কুমুদ দেব ভাগবতী,
শ্ৰীশ্ৰী ঁৰহা সত্ৰ, নগাওঁ।

# শ্ৰীশ্ৰী ঁদামোদৰ দেব শ্ৰীশ্ৰী ঁহৰিদেব আৰু শ্ৰীশ্ৰী ঁশঙ্কৰদেব।

(আলোচনা)

আমি তৃতীয় সংখ্যা প্ৰদ পিকাত বাঁহী আৰু অসমীয়া কাকতে প্ৰদীপিকাক কেনেকুৱা ব্যবহাৰ কৰিছে সেইটো এফে দেখুৱাইছোঁ। বৰপেটাৰ বৰবাহাৰ গুপুত বিষয়ে আমি যি লিখিছিলোঁ বাঁহীয়ে তাৰ ওপৰত যি special pleading কৰিছে তাকে আকৌ অলপ কৰলৈ ওলালোঁ। প্ৰদীপিকাৰ point আছিল এটা। বাঁহীয়ে সেইটোৰ ওচৰলৈকে নগৈ কৈছে আন কথা কেতখিনি (দশম বছৰৰ তৃতীয় সংখ্যা বাঁহীৰ ৮৩ পিঠি চাওক)। "বৰ্তমান সময়ৰ বামুণে কচাৰিলৈ যাব লাগে দেখি সন্ধ্যা সম্পূৰ্ণে নকৰি গায়ত্ৰী ফেৰা কৰিয়েই নাকে মুখে ভাত গুজি গুজি লৰ দিয়ে। আৰু কোনো কোন বামুণৰ লৰাই অপকৰ্ম্ম কৰে। সেইদেখি শঙ্কৰ ধৰ্ম্মাবলম্বী সকলেও সম্পূৰ্ণে নাম লব নোৱাৰে, মালালোৱা আৰু বৰবাহাৰ গুপুত শিকা দূৰৰ কথা। সেই দেখি ৰাইজ নামলোৱা, নামলোৱা, নামলোৱা—ইত্যাদি ইত্যাদি।" এয়ে আমাৰ প্ৰধান সাহিত্যিক বাঁহীৰ সম্পাদকৰ যুক্তি। আমিও কওঁ বাঁহীয়ে যি কথা লিখিছে সেইবিলাক সঁচা; কিন্তু বাঁহীয়ে point টো এৰি গৈছে। বাঁহীৰ এই যুক্তিক আমি যুক্তি বুলিব নোৱাৰোঁ। ন্যায়শাস্ত্ৰ বা লজিক অনুসাৰে পইণ্ট বা আচল কথাটো এৰি বেৰে ছালে কোবোৱাটোকে Begging the question বা Argumentum ad hominum বোলে। Point এৰি দি তৰ্কৰ ফাললৈ চালেও ন্যায় আৰু আচল যুক্তি হৈছে এই যে "তুমি, কোনো এটা কাম সম্পূৰ্ণে কৰিব নোৱাৰিলেও যি [illegible]া কৰা। আদৰ্শ বা Ideal

ক ওখৰপৰা ননমাবা।” আমি অনেক সময়তে দেখি আহিছোঁ যে আমাৰ অনেক ব্ৰাহ্ম ভ্ৰাতৃয়ে যি বিলাক ওখ ওখ ভাবৰ কথা কয় যথা, মনুষ্য মাত্ৰেই ভ্ৰাতা, ভাগিণী, ঈশ্বৰ সত্যং জ্ঞানমনন্তং, সৰ্ব্বজীৱে দয়াবান হবা—পৰোপকাৰ কৰিবা ইত্যাদি ওখ ওখ কথাবিলাক নিজৰ জীৱনত সম্পূৰ্ণে পালন কৰিব নোৱাৰে। সেই বুলিয়েই এই পবিত্ৰ ব্ৰাহ্ম ধৰ্ম্মৰ ওখ ভাব বিলাক ধৰ্ম্মটোৰপৰা দলিয়াই পেলাইছেনে?

ইযাৰ পিচত গড়মূৰ সত্ৰৰ এজনে প্ৰদীপিকাত এটি প্ৰবন্ধ লিখিলে। এফেৰা আক্ষেপ কৰিলে। যেই আক্ষেপ কৰিলে সেই আমাৰ শ্ৰদ্ধাস্পদ বেজবৰুৱা ডাঙৰীয়া অসমলৈ নামি আহি যুক্তি তৰ্ক কেতখিনি কৰি তাতে সন্তুষ্ট নহৈ লিখকক ইংৰাজী ভাষাৰে Silly, Impudent, Fool ইত্যাদি তিনিটি বিশেষণ দিছে। দুখৰ বিষয়, হযতো সেইজনে ইংৰাজী নাজানে। নিজৰ মতে মতে কথা নহলেই গালি পৰাটোৱেই মহাপুৰুষীয়া ধৰ্ম্মনে কি? সেই দেখিহে আমি কবলৈ বাধ্য হৈছোঁ যে আজি কালি মহাপুৰুষীয়া ধৰ্ম্মলৈ সহানুভূতি থকা দুই চাৰিজনৰ অস্ত্ৰ হৈছে গালি গালাজ। অপৰ পক্ষক গালি নাপাৰিলে মহাপুৰুষীয়া ধৰ্ম্মৰ উৎকৰ্ষ সাধন নহয় হবলা! প্ৰদীপিকাই এতিয়ালৈকে কিন্তু যুক্তিত বাজে ধৈৰ্য্য হেৰুৱাই গালি গালাজ কৰা নাই আৰু আগলৈকো নকৰে বুলি ভাবিছে।

বাঁহীৰ অজি ১০ বছৰৰ কথা বিলাকৰ আৰু বৰ্ত্তমান “অসমীয়া” আৰু বাঁহীৰ গালি গালাজ যুক্ত কথাবোৰৰ উত্তৰ দিবলৈ, চৰিত্ৰ পুথিবিলাকৰ ফালৰপৰা আৰু শাস্ত্ৰৰ ফালৰপৰাও প্ৰদীপিকাৰ ঢেৰ সম্বল আছে। চৰিত্ৰ বিলাক সম্পূৰ্ণ Histories (বুৰঞ্জী) নে stories সাধু কথা নে storey এ History এ মিহলি ইয়াকে আলোচনা কৰিবলৈ সদ্যহতে ওলালোঁ। ইয়াৰ লগে লগে য'ত আৱশ্যক হয় সেইবিলাক ঠাইত বৰ্ত্তমান হিন্দুৰ ৰীতি নীতি শাস্ত্ৰও আলোচনা কৰিম। আশা কৰোঁ বাঁহীয়ে ধীৰে স্থিৰে শুনিব; ধৰ্য্য নেহেৰয়াব। বাঁহীয়ে আজি ১০ বছৰে Civil War কৰিলে; এতিয়া প্ৰদীপিকাই দুই চাৰি আষাৰ কথা কোৱাত Civil War নহয়। বাঁহীয়ে আজি ১০ বছৰে “শঙ্কৰ দেৱ শঙ্কৰদেৱ” কৰি এনেকুৱাটো উন্নতিশীল যুগত বৃথা সময় নষ্ট কৰিলে। তাৰ লগে লগে অনেকক জলালে। এতিয়া প্ৰদীপিকাই দুই চাৰিষাৰ কথা কলে বৃথা সময় নষ্ট কৰা নহব হবলা। সকলো উন্নতিৰ মূলতে ধৰ্ম্ম আৰু নীতি—ধৰ্ম্ম বিহীন আৰু নীতি বিহীন উন্নতি ক্ষনস্থায়ী বালিৰ বান্ধ—সেই দেখি সকলো উন্নতিৰ মূলতে ধৰ্ম্ম নীতিৰ উন্নতিৰ আৱশ্যক। এই ভাবকে লৈহে প্ৰদীপিকাই জন্ম লৈছে। নিজৰ সাধ্য অনুসৰি আৰু শাস্ত্ৰজ্ঞ শ্ৰদ্ধাশীল ধাৰ্ম্মিক, হিন্দুসকলৰ সহায় অনুসৰি প্ৰদীপিকাই এফেৰা পোহৰ দেখুৱাব। যাৰ ইচ্ছা যায় সেয়ে এই পোহৰ ভাল

পাব। যাৰ ইচ্ছা নাযায় আঁতৰি থাকিব তাত প্ৰদীপিকাৰ কোনো হানী নাই। গালি গালাজ, ধৈৰ্য্য হেৰুৱা ভাব আমাক যেন শ্ৰীশ্ৰীঁদেৱ দামোদৰ নিদিয়ে।

শ্ৰীশ্ৰীঁশঙ্কৰদেৱৰৰ চৰিত্ৰ আমি জনাত সাতজনে লিখিছে। কিন্তু এই সাতোজনেই মহাপুৰুষীয়া পথৰ লোক।

১ম। দ্বিজভূষণে কৰা চৰিত্ৰ।
২য়। দৈত্যাৰি ঠাকুৰে চৰিত্ৰ।
৩য়। ৰামচৰণ ঠাকুৰে চৰিত্ৰ।
৪ৰ্থ। ৰামানন্দ দ্বিজে চৰিত্ৰ।
৫ম। সাৰ্ব্বভৌম ভট্টাচাৰ্য্যে চৰিত্ৰ
৬ষ্ঠ। অনিৰুদ্ধ দাসে চৰিত্ৰ।
৭ম। দামোদৰ দাসে চৰিত্ৰ।

অসমীয়া বৈষ্ণৱ মাত্ৰেই জানে যে শ্ৰীশ্ৰীঁশঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পিচতহে প্ৰায় এটাইবিলাক চৰিত্ৰ লিখা হৈছে। এইটোও বোধ কৰোঁ সকলোৱে জানে যে শ্ৰীশ্ৰী শঙ্কৰদেৱে বৈকুণ্ঠগামী হোৱাৰ পিচত মহাপুৰুষীয়া আৰু বামুণীয়া দুটা দল হল আৰু ইয়াৰ মূলত যে শ্ৰীঁ মাধবদেৱ তাক সকলোৱে জানে। ৰামচৰণ ঠাকুৰৰ ৰচিত শঙ্কৰ চৰিত্ৰত এই বিষয়ে এই দৰে লিখিছে ঃ—

* * * * *

"দামোদৰ গুৰুক যে মাধবে বুলিল।।
বোলে কেন্ন মতে গুৰু প্ৰবৰ্ত্তহো তুমি।
তিনি গুটি কথা আবে কহাঁ শুনু আমি।।
হেন শুনি দামোদৰে কৈলা মাধৱতে।
বোলো প্ৰবৰ্ত্তহো আমি ভাগবত মতে।।
আৰু দুই গুটি তাৰ পাচে কহিলন্ত।
হেন শুনি মাধৱে তাহাঙ্ক বুলিলন্ত।।
বৰিষেক মাত্ৰ গুৰু বৈকুণ্ঠ যাইবাৰ।
এতেকে পৰিল মতি দেখোঁহো তোমাৰ।।
আপোনাৰ মতে তুমি থাকা আবে বাই।
তোমাৰে আমাৰে সম্ভাষণ আৰ নাই।"
দ্বিজভূষণ শ্ৰীশ্ৰীঁশঙ্কৰ দেবৰ চৰিত্ৰ।

শ্ৰীশ্ৰীঁ শঙ্কৰদেৱৰ যি কেইখন চৰিত্ৰ লিখা হৈছে তাৰ ভিতৰত পোন প্ৰথমেই

দ্বিজভূষণে কৰা খনকে আলোচনা কৰা যাওক। ইয়াৰ পিচত লাহে লাহে ই কেইখনো কৰা যাব। দ্বিজভূষণে লিখা চৰিত্ৰ আলোচনা কৰাৰ আগেয়ে চোৱা যাওক দ্বিজভূষণনো কোন? আৰু তেওঁনো শঙ্কৰদেৱ আৰু মাধবদেৱৰ ওচৰত কিমান ধৰুৱা। দ্বিজভূষণ আছিল ভবানন্দ বা নাৰায়ণ দেবৰ পুৰোহিত ঃ—

"আছিলন্ত নাৰায়ণ শিষ্য শঙ্কৰৰ।
পূৰ্ব্বে মোক দয়া তেন্তে কৰিছে বিস্তৰ।।
ধন, ধান্য বস্ত্ৰ দিয়া কৰিলা পোষণ।
জগততে প্ৰসিদ্ধ বৈষ্ণব মহাজন।।
একে গ্ৰামে বঞ্চিলোহো নুহিকে অন্তৰ।
কিঞ্চিতেকো মনে নেদেখিলো ভিনপৰ।।
আমি পুৰোহিত আছিলন্ত যজমান।
পৰম অজ্ঞান মই মুৰ্খতে প্ৰধান।।"

এই ভবানন্দ বা নাৰায়ণদেৱ মাধৱদেৱৰ সখি।

"মাধবৰ সখি নাৰায়ণ মহাজন।
মহা মিত্ৰ ভবি আছিলেক দুয়োজন।"

মাধৱদেৱৰ ওচৰতো দ্বিজভূষণ দেউ এফেৰা ধৰুৱা যথা—

"পৰম বৈষ্ণব তেন্তে আছিলা মাধৱ।
অহৰ্নিশে যাৰ হৰি কীৰ্ত্তন উৎসৱ।।
শিশু দেখি দয়া মোক কৰিছা পূৰ্ব্বত।"

পাঠক! দেখক দ্বিজভূষণ কিমান ধৰুৱা। কাষে কাষেই তেওঁ লিখা চৰিত্ৰত দামোদৰ বিৰোধী মাধৱদেৱ, নাৰায়ণ দেৱ আৰু নাৰায়ণ দেবৰ পুত্ৰ ৰমানন্দৰ যে এফেৰা হাত বা Influence নাছিল এনেকুৱা কথা কব নোৱাৰি। দ্বিজভূষণক আমি একেবাৰে নিৰপেক্ষ এইবিলাক কথাৰ ওপৰত নো কেনেকৈ বুলিম। অবশ্যে দ্বিজভূষণৰ গুণ এইফেৰা নবখানি নোৱাৰোঁ যে তেওঁ তেওঁৰ কৃতজ্ঞতা স্বীকাৰ কৰিছে। ব্ৰাহ্মণ্য ভাববিলাক একে বাৰেই দলিয়াই পেলোৱা নাছিল।

চৰিত্ৰ খনকো একেবাৰে নিখুত History বা বুৰঞ্জী বুলিব নোৱাৰোঁ; কাৰণ দ্বিজগুণে নিজে কৈছে ঃ—

"নুহি শ্লোকবন্ধ আক পদে নিবন্ধিবো।
নাহিকে আৰ্হিস তাক চাহিয়া লিখিবো।।
শুনা কথা কতো পৰে নপৰে মনত।

হোৱে আগ পাছ মোৰ বুদ্ধিৰ দোষত।।"

শুনা কথাক ইংজাত Heaesay বোলে। ই সাক্ষ্যৰ বা Evidence ৰ গ্ৰাহ্য নহয়। যি পুথিক Evidence বুলি গ্ৰাহ্য কৰিব নোৱাৰি তাক History (বুৰঞ্জী) বা সম্পূৰ্ণ নিৰ্দ্দোষ History বুলিব নোৱাৰি। সি Storey ত বা সাধুকথাত পৰে গৈ। এইটোও চাবলগীয়া কথা দ্বিজভূষণে এই চৰিত্ৰ খন নাৰায়ণৰ কনিষ্ঠ পুত্ৰ ৰমানন্দৰ অনুৰোধত লিখিছে—"ৰমানন্দে বোলে লেখি থৈয়ো ইতো কথা।" এইবিলাক কথাৰ পা দেখা যায় যে দ্বিজভূষণৰ লিখিত চৰিত্ৰ কিমান প্ৰমাণিক আৰু নিৰপেক্ষ হব পাৰে।

যি কি নহওক এই চৰিত্ৰ পুথিত দুটি কথাৰ এটিৰো উল্লেখ নাই। শ্ৰীশ্ৰী ঁশঙ্কৰ দেৱৰ গুৰু কোন আছিল আৰু শ্ৰীশ্ৰী ঁদামোদৰ দেৱৰেই বা কোন গুৰু আছিল ইয়াৰ উল্লেখ একো নাই। বঙ্গদেশৰ শ্ৰীশ্ৰী ঁচৈতন্য দেৱৰ ঈশ্বৰপুৰী দীক্ষা গুৰু আৰু কেশৱ আচাৰ্য্য সন্ন্যাস গুৰু আছিল বুলি বঙ্গীয় সকলো বৈষ্ণৱ সমাজেই কয়; কিন্তু অসমৰ শ্ৰীশ্ৰী ঁ শঙ্কৰ দেৱৰ গুৰু কোন আছিল এই ফেৰা কথা হলে নাই। যদি শঙ্কৰদেৱ পূৰ্ণব্ৰহ্ম কৃষ্ণকেই অৱতাৰ তেনেহলে তেওঁত মনুষ্যলীলা এফেৰাও আৰোপ নকৰাকৈয়ে একে আষাৰ কথাৰে চৰিত্ৰ সামৰি থোৱা হলে কবলৈ একো নেথাকিলহেতেন। কিন্তু মনুষ্যলীলা সমস্তকে দেখুৱাই গুৰু কোন এইফেৰা নেদেখুৱালে। ইয়াৰ মূলতে অমি হলে ধৰি লম যে এইফেৰা কথা লুকুৱাৰ মূলতো শ্ৰীশ্ৰী ঁ মাধৱ দেৱ। শ্ৰীশ্ৰী ঁমাধৱদেৱৰ ইচ্ছা হৈছিল যে শ্ৰীশ্ৰী ঁ শঙ্কৰদেৱ পূৰ্ণব্ৰহ্ম কৃষ্ণৰ অৱতাৰ প্ৰতীয়মান হওক। সেই কাৰণেই এই গুৰুকৰণ ফেৰা লুকুৱাবৰ আৱশ্যক হৈছিল। ইফালে কিন্তু দ্বিজভুষণ নিজে মহাপুৰুষীয়া হলেও শ্ৰীশ্ৰী ঁ দামোদৰদেৱক শঙ্কৰদেৱে শিষ্য কৰিলেনে নকৰিলে একোকে নকলে। মাত্ৰ এইফেৰা কৈছে যে "পাটবাউসীত ৰামৰাম গুৰু, দামোদৰ গোঁসাই, শঙ্কৰ দেৱ বহি ধৰ্ম্ম আলোচনা কৰিছিল" (পদ ৫০৭)। তেওঁ সেই কথা জনা হলে অৱশ্যে গৌৰৱেৰে সৈতে উল্লেখ কৰিলহেতেন।

দ্বিজভূষণৰ লিখা চৰিত্ৰমতে আৰু দৈত্যাৰি ঠাকুৰৰ চৰিত্ৰ মতে জনা যায় যে কুসুম শিৰোমণি ভূঞা মহা শাক্ত আছিল। পুত্ৰাৰ্থে তেওঁ শিৱক আৰাধনা কৰাত শিৱই তেওঁৰ সহধৰ্ম্মিনীক স্বপ্ন দেশ কৰি সন্তান দিয়ে। এই সন্তানেই শ্ৰীশ্ৰী ঁশঙ্কৰদেৱ। শঙ্কৰদেৱৰ অপৰ নাম গঙ্গাধৰ। এই দুইওটা নামেই সদাশিৱৰ নাম। এই কথাকে অৱলম্বন কৰি দামোদৰী আৰু হৰিদেৱী সকলে শঙ্কৰ দেৱক বিষ্ণুৰ অৱতাৰ নুবুলি মহাদেৱৰ হে অৱতাৰ বোলে। মহাপুৰুষীয়া সকলে কিন্তু শঙ্কৰদেৱক বিষ্ণুৰহে অৱতাৰ বোলে। হওক একেই হৰহৰিক ভিন দেখা পাপ, সেই দেখি সত্য সনাতন

ৰথাবলম্বীসকলে শ্ৰীশ্ৰী ̐ শঙ্কৰদেৱকো মানে। দুখৰ বিষয় অনেক মহাপুৰুষীয়াই শ্ৰীশ্ৰী ̐ দামোদৰদেৱ আৰু শ্ৰীশ্ৰী ̐ হৰি দেবক মানিৰ নোখোজে আৰু কয় এই দুইওজনা মহাপুৰুষেই শঙ্কৰদেৱৰ শিষ্য। শঙ্কৰদেৱৰ শিষ্য হোৱা হলে শঙ্কৰদেৱেই দুইওজনক নিজে শৰণ দিলে হেতেন। তাকে নকৰিনো ব্ৰাহ্মণ ৰামৰাম গুৰুত শৰণ লগাইছিল বুলি কিয় কয় তাকেহে আমি কব নোৱাৰিলোঁ।

শঙ্কৰদেৱে ব্ৰাহ্মণ বিজয় পণ্ডিতৰ ওচৰত (দৈত্যাৰি ঠাকুৰৰ মতে মাধৱ কন্দলীৰ ওচৰত) লৰাকালত বিদ্যা অধ্যয়ন কৰিছিল। দেখা গল যে জীৱনৰ আগছোৱাতে—আৰম্ভনতে শ্ৰীশ্ৰী ̐ শঙ্কৰ দেৱ ব্ৰাহ্মণৰ ওচৰত অন্ততঃ এই ফেৰা ঋণী আছিল।

শঙ্কৰদেৱে যুবা বয়সত যোগ কৰিছিল। প্ৰাণ অপান আদি বায়ু চলাচল কৰিবলৈ জানিছিল; আশ্চৰ্য্যৰ বিষয় এই যোগ ফেৰা কাৰপৰা শিকিছিলি ইয়াৰো উল্লেখ নাই। যেয়ে যোগৰ এফেৰা কথাও জানে সেয়ে নিশ্চয় কব যে বিনা শিক্ষকে যোগ অভ্যাস কৰা একেবাৰে অসম্ভব। অকল পুথি চাই যোগাভ্যাস কৰিব নোৱাৰি। পুথিত প্ৰায় কথাই থাকিব পাৰে; কিন্তু তথাপি যোগত এনেকুৱা একোটা কিতিপ আছে যে তাক এজনে preactically দেখুৱাই নিদিলে কেতিয়াও শিকিব নোৱাৰি। যোগাভ্যাস কৰিবলৈকো মানুহ প্ৰথমে দীক্ষিত হব লাগে। দীক্ষিত হলেহে পোন প্ৰথমেই মন্ত্ৰযোগে আৰম্ভ কৰিব পাৰি। মন্ত্ৰযোগত সিদ্ধি হলেহে কিয়ৎ পৰিমাণে হঠযোগলৈ যাব পাৰি। কিয়ৎ শঙ্কৰদেৱ তিষ্ঠিব নোৱাৰি ভাটিৰ কোচ ৰজাৰ ৰাজ্যলৈ গল। আহোম ৰজাক ব্ৰাহ্মণবিলাকে লগালে যে শঙ্কৰ দেৱে দেৱী পূজা বন্ধ কৰিল, ব্ৰাহ্মণৰ পূজা পাঠ শান্তি স্বস্ত্যয়নাদি কৰাৰো বাট বন্ধ হবৰ আগন্তুক হল। শঙ্কৰদেৱে বেচকৈ বুজিলে যে তেওঁলোকৰ ৰাজ্যগ্ৰাহী আহোম ৰজাৰ ৰাজসভাত তেওঁৰ কোনো বিশেষ বন্ধু নাই, এই কাৰণে সেই সময়ৰ আগৰ পূৰণি হিন্দুসকলৰ আশ্ৰয়ৰ স্থল কোচ ৰাজ্যলৈ তেওঁ গল। কোচ ৰাজ্যত তেওঁৰ আৰু ভূঞা সকলৰ এফেৰা সহায় সাৰথিও আছিল। প্ৰথমত ঃ প্ৰতাপখঁআ ভূঞাৰ জীয়েকক নৰনাৰায়ণ ৰজাই বিবাহ কৰাইছিল। দ্বিতীয়ত ঃ চিলাৰায় দেৱান বা নৰনাৰায়ণৰ সোঁহাত চিলাৰায় বীৰেও ৰামৰায় আতাৰ কন্যা ভুবনেশ্বৰীক বিয়া কৰাইছিল। ঘৈণীয়েকৰপৰা শঙ্কৰৰ গুণ শীল শুনি চিলাৰায় দেৱানে শঙ্কৰক মতাই নি বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰি শঙ্কৰ দেৱৰ শিষ্য হৈছিল। এইবিলাক কাৰণে নৰনাৰায়ণ ৰজাই যদিও ব্ৰাহ্মণৰ উদগনিত বাহিৰে ব্ৰাহ্মণৰ মন তুষ্ট ৰাখিবলৈ খুজিছিল, তথাপি ভিতৰি যেনেহলেও শঙ্কৰ দেৱলৈ এফেৰা সহানুভূতি আছিলেও আছিল। আৰু বিশেষকৈ শঙ্কৰদেৱে যেতিয়া তীৰ্থ মানো, শ্ৰাদ্ধাদি ক্ৰিয়া মানো আৰু মূৰ্ত্তি মানো বুলি স্বীকাৰ কৰিলে তেতিয়া ব্ৰাহ্মণসকলৰ আৰু কোনো

আপত্তিৰ কাৰণ নেথাকিল।

দ্বিজভূষণৰ চৰিত্ৰত ব্ৰাহ্মণক বিশেষকৈ কৰ্ম্মকাণ্ডী বামুণক যৎসামান্য তিৰস্কাৰ কৰিছে। দৈত্যাৰি ঠাকুৰৰ চৰিতত যিমান গালি পাৰিছে এই দ্বিজভূষণৰ চৰিত্ৰত সিমান গালি গালাজ কৰা নাই। তাৰপৰাও দেখা যায় ব্ৰাহ্মণ্য ভাব ভূষণদ্বিজে পৰিত্যাগ কৰা নাছিল।

এই চৰিত্ৰৰপৰা আমি ইয়াকে পাওঁ যে বৌদ্ধদেৱৰ দৰে শঙ্কৰদেৱেও ব্ৰাহ্মণৰ পৰাহে যত জ্ঞান, যত ধৰ্ম্ম কৰ্ম্ম বিদ্যা পাইছিল। সেই দেখি শঙ্কৰ দেৱ সামঞ্জস্যৰ বাটেৰেও চলি ব্ৰাহ্মণক হেয় কৰাও নাছিল আৰু ব্ৰাহ্মণৰ গুৰুও বোলোৱা নাছিল। আৰু যেই সেই ব্ৰাহ্মণক তেওঁ "গুৰু" সম্বোধন হে কৰিছিল। এই চৰিত্ৰৰ পৰা এইটোও পাওঁ যে শঙ্কৰদেৱে দামোদখদেৱক শৰণ দিয়াৰ একো উল্লেখেই নাই। এনেকুৱা negative proof ৰ পৰা আৰু যৎসামান্য যি positive proof আছে তাৰ পৰাহে আমি আমাৰ বক্তৃতাত কৈছিলো যে শঙ্কৰ দামোদৰ উভয়ে উভয়ৰ সহকাৰী। শঙ্কৰদেৱে যেনেকৈ অসম সাধাৰণক ভাগবতী ধৰ্ম্ম দিলে দামোদৰ দেৱেও সেই দৰে শঙ্কৰৰ ধৰ্ম্মক বেদৰ বাহিৰলৈ যাবলৈ নিদি বৰ্ণাশ্ৰম ধৰ্ম্ম ৰক্ষা কৰোৱাই অসমৰ বৈষ্ণৱ ধৰ্ম্মক বৌদ্ধ ধৰ্ম্মত পৰিণত হবলৈ নিদিলে। অনেক মহাপুৰুষীয়াই নিজৰ পন্থৰ শ্ৰেষ্ঠতা দেখুৱাবলৈ প্ৰভু দামোদৰক "কোৰ দামোদৰ" বুলিবলৈকো নেৰে। অনেক দামোদৰীয়াই "শঙ্কৰ হালোৱা" বুলি তাৰ উত্তৰ দিয়ে। যদি "বাৰহাত জালৰ তেৰ হাত ফতা, ভাল মাৰিলি বাপৰ বেটা, ৰৌ বৰালি সৰকি গ'ল, পুথি খলিহনা পাহিত লাগি ৰল" এই ফকৰাটো শঙ্কৰ স্তুতি হয় তেনেহলে আমিও কব পাৰো যে বামুণৰ পথাৰত বা অসমীয়া জাতিৰ এই মনক্ষেত্ৰত (গীতাই মনক ক্ষেত্ৰ বুলিছে) শঙ্কৰদেৱে হাল বাই দিলে, দামোদৰদেৱে কোৰ লৈ চাৰি চুক মাৰি আলি পদুলি দি অসমীয়াৰ হৃদিক্ষেত্ৰত ধৰ্ম্মৰ গুটি সিঁচি গল। সেই দেখি উভয়েই অসমীয়াৰ নমস্য। আমি উভয়কে টোৱাঁই "হৰিহৰায় নমঃ" বুলি সেৱা কৰোঁ। হৰিক পূজাৰ লগে লগে হৰকো নপুজি নোৱাৰো।

ওপৰত উল্লেখ কৰা কথাবিলাকৰ পৰা আমি এই চৰিত্ৰখনক সম্পূৰ্ণ History বুলিব নোৱাৰো। ই History আৰু Story মিহলি। ইয়াৰ লগতে আমি এফেৰা কথা সদ্যহতে কৈ থও সেইটো এই ঃ—শঙ্কৰদেৱৰ জন্মশক আৰু বৈকুণ্ঠী হোৱা শকতো যথেষ্ট গোলমাল আছে। কোনোৱে কয় তেওঁৰ বৈকুণ্ঠী হোৱা শক ১৪৮১ যদি ১৩৭৯ শকত তেওঁৰ জন্ম হয়। কেৱে কয় তেওঁৰ বৈকুণ্ঠী হোৱা শক ১৪৮৯। দৈত্যাৰি ঠাকুৰে ডাঠি কয় তেওঁ বৈকুণ্ঠী হোৱা শক ১[illegible]। যদি এই শকহে ঠিক

হয় তেন্তে তেওঁৰ জন্মশক হয় ১৩৮০। যদি এইটোহে হয় তেন্তে শঙ্কৰদেৱ চৈতন্য দেৱতকৈ ৩৬ বছৰৰ আৰু মাধব দেৱতকৈ ৩১ বছৰৰ ডাঙ্গৰ। সেই কালত হিন্দুৰ পৰাই ১৮ বা ২০ বছৰ বয়সতে বিয়া নকৰাইছিল। তাতে কচাৰি আৰু আহোমৰ উৎপাতত তেওঁবিলাকে বৰদোৱা এৰি ঠায়ে ঠায়ে গৈছিল। অতি কমপক্ষেও ৩০।৩৫ বছৰতহে বিয়া কৰাইছিল। তেওঁ যেতিয়া প্ৰথমবাৰ তীৰ্থলৈ যায় তেতিয়া তেওঁৰ ৪৫ বা ৫০ বছৰৰ কম নহব। ১২ বছৰ তীৰ্থত থকাত তেওঁ প্ৰায় ৬০ বছৰ মান বয়সতহে ঘৰলৈ উলটিছিল। কাযে কাষেই তেতিয়া চৈতন্যই তেওঁৰ ধৰ্ম্ম আৰম্ভ কৰিছিল আৰু এই সময়তে চৈতন্যৰ সৈতে তেওঁৰ প্ৰথম দেখা হোৱাটোও অসম্ভব নাছিল। যি কি নহওক এইটো স্থিৰ সিদ্ধান্ত যে তেওঁ প্ৰথম বাৰ তীৰ্থলৈ যাওঁতেই তেওঁ যেনেহলেও হয় চৈতন্যৰপৰা নহয় কোনো সন্ন্যাসীৰূপী সিদ্ধ মহাপুৰুষৰ পৰা ৰাজযোগ শিকি আহিছিল। আৰু সেই কাৰণেই তেওঁ অনেকৰ সৈতে জনা জনাও হৈ আহিছিল। নহলে যেনেকৈ কলিকতাত নাৰদক সন্ন্যাসী ৰূপে অনাটো হাস্যস্কৰ, সেইদৰে দাৰু জগন্নাথৰ হুকুমত জগদীশ মিশ্ৰে ভাগবত অনাটোও Story হে History হব নোৱাৰে। বিষ্ণুপুৰী সন্ন্যাসীয়ে কণ্ঠভূষণৰ হাতত ৰত্নাৱলী গ্ৰন্থ দি যে পঠালে ইয়াৰ দ্বাৰাই এইটো উপলব্ধি কৰিব পাৰি যে বিষ্ণুপুৰী সন্ন্যাসীৰে সৈতেও শ্ৰীশ্ৰী˚ শঙ্কৰ দেৱৰ জনা শুনা আছিল। আমি এইফেৰাও নকৈ নোৱাৰোঁ যে সেই কালত শুদ্ধাচাৰী কায়স্থৰো (যি কায়স্থ ক্ষত্ৰীয় কুলোদ্ভব) শৰণৰ পিচত শক্তি বা শিৱিৰ বা বিষ্ণু মন্ত্ৰত দীক্ষা লোৱা প্ৰথা আছিল। বঙ্গদেশত এতিয়াও সৎ কায়স্থ, সৎ বৈদ্য সকলৰো দীক্ষা পদ্ধতি আছে। দীক্ষাৰ পিচতহে যিসকলে পাৰে সেই সকলে হঠযোগ লয়যোগ আৰু ৰাজযোগৰ প্ৰথম অভ্যাস প্ৰাণায়াম শিকে। প্ৰাণায়ামত সিদ্ধ হলে তেতিয়া লয়যোগ আৰম্ভ হয়। লয়যোগত ভালকৈ উঠিলেহে শেষত ৰাজযোগ কৰিব পাৰে। শ্ৰীশ্ৰী˚ শঙ্কৰদেৱে এই সত্য সনাতন প্ৰথা অনুসৰিয়েই প্ৰথম তীৰ্থলৈ যোৱাৰ আগেয়েই ইয়াতে দীক্ষিত হৈ যোগাভ্যাস কৰিছিল। আৰু হঠযোগত পৰিপক্ক হৈ উঠাৰ পিচত বিবাহ কৰাই এফেৰা সংসাৰো কৰিছিল। তাৰ পিচত তীৰ্থলৈ গৈ যেনেহলেও কোনো মহাপুৰুষ ৰাজযোগীৰ ওচৰত ৰাজযোগ শিকি আহিছিল। ˚শ্ৰীশ্ৰী চৈতন্যদেৱ˚শ্ৰীশ্ৰীঅদ্বৈত মহাপ্ৰভু এই সকলোটি ৰাজযোগী আছিল। কৃষ্ণত একান্ত শৰণ, কৃষ্ণত তন্ময় হোৱাটো, সকলোকে চপাই নি এক কৰাটো, ভাগৱতৰ ধৰ্ম্মটো এই ৰাজযোগেইহে। ই প্ৰথম অবস্থাত হব নোৱাৰে ই শেষ অবস্থাতহে ফলে। এই দেখিয়েই প্ৰভু শঙ্কৰদেৱেও "বেদৰ বিহিত কৰিবাক লাহে, নকৰিলে বেদ কৰ্ম্ম লোকে দুৰাচাৰ বোলে" এই কথা ডড়াই ডড়াই কৈ গৈছে। সেই কাৰণেইহে প্ৰভু দামোদৰদেৱে কৈ

গৈছে "ব্ৰাহ্মণৰ নিত্য নৈমিত্তিক নেৰুৱাবা"। কৃষ্ণ কৃষ্ণ কৰিলেও "সন্ধ্যা পূজা আচৰণ কৰিবা।" এইবিলাক তত্ত্ব নুবুজিয়েই আজিকালি আকৌ কলিৰ প্ৰৰোচনাত বাক বিতণ্ডাহে আৰম্ভ হল। নিত্য নৈমিত্তিক, অনুষ্ঠান---যেনে বামুণৰ সন্ধ্যা গায়ত্ৰী কৰা, শূদ্ৰ বা কায়স্থৰো প্ৰসঙ্গ কৰা, আচাৰ নীতিত চলা, ইত্যাদি অনুষ্ঠান ৰাখি থৈ গৈছে। দুখৰ বিষয় যে বৰ্ত্তমান সময়ত আচাৰ, নীতি অনুষ্ঠান সমস্ত বাদ দি কেবল কৃষ্ণ কৃষ্ণ কৰিলেই সকলো সিজিব এনেকুৱা মত দিওঁতাও ওলাইছে। আমি কওঁ আচাৰ অনুষ্ঠান বাদ দিলে কৃষ্ণ বা ৰাম নাম স্থায়ী নহয়। স্থায়ী কৰিবলৈ, আত্মাত কৃষ্ণ দৰ্শন কৰিবলৈ বা ইংৰাজী মতেই কোনো এটা দৰ্শনিক তথ্য realize কৰিবলৈ অনুষ্ঠান বা practice লাগে। যদি অহৰ্নিশে কৃষ্ণ কৃষ্ণ কৰা যায় তেনেহলেও এইটো Practice হে হব। Practice নকৰিলে কবেঁ অহৰ্নিশি কৃষ্ণনামো লব নোৱাৰে। প্ৰবৃত্তি মাৰ্গৰ স্তৰে স্তৰে বা খোপে খোপে উঠি যাব পাৰিলোহে নিবৃত্তি মাৰ্গত পৰি অহৰ্নিশে কৃষ্ণনাম মনত উপস্থিত হব। নহলে সংসাৰ চক্ৰৰ নানা চকৰিত পৰি কৃষ্ণ নাম অন্তৰ্ধ্যান হবলৈ সৰহ পৰ নেলাগে। সংসাৰত থাকিবলৈ হলে হিন্দু ধৰ্ম্মত থাকিবলৈ হলে কৃষ্ণ নাম লোৱাৰ আগেয়ে বা লগে লগে শিৱদুৰ্গা ইত্যাদিৰো নাম লব লাগিব। আৰু পিতৃ মাতৃৰো তৰ্পন শ্ৰাদ্ধাদি কৰিব লাগিব আৰু উপনয়ন বিবাহ ইত্যাদিত হোম কৰোতেও অগ্নি, বায়ু, জল, স্থল, ভূচৰ, খেচৰ, বেতাল, সৰিসৃপ এটাইকে এফেৰা এফেৰা তুতি কৰিব লাগিব।

(ক্ৰমশঃ)

## দীপ্তি

কাৰ দীপ্তি মোৰ চকুত পৰশি,
পলকে ভ্ৰান্তি পলাল চমকি,
জিলিমিলি কাৰ মূৰ্ত্তি মনত ভাহে;
কোন সেই জন দেখা শুনা নাই,
আঁতৰে আঁতৰে ৰই ৰই চাই,
পুলক বিৰিঙি শান্ত হাঁহন হাঁহে।।
কোন ইটি মোৰ দেহৰ মাজত,
নেজানিও তাৰ স্বৰূপ মূলত,
পাহৰি সকলো উলাহ মনত আনে;

বুকু পাতি তাৰ নিচিগা সোঁতত,
অবগাহি তাৰ পৰম প্ৰেমত,
অখালি পখালি শান্তিৰ কিৰণ সানে।
চিৰদিন তেওঁ আহি আহি যায়,
কদাপিও এটি কথাকে নকয়,
আজি যেন মোক কইছে কিবা ভাঙ্গি;
কিনো হৰষত প্ৰাণ নাচে মোৰ,
নেপাই ভাবৰ আঁতি গুৰি ওৰ,
নিজেই নিজক আগত ধৰিছে ডাঙ্গি।
কোন আছে হাঁয় কোন নিজানত,
কাৰ দীপ্তি মোৰ মুখ মণ্ডলত,
কাৰ দীপ্তি মাজে বিশ্ব সাঁতুৰি ফুৰে;
কাৰ প্ৰসাৰিত কব আহি যেন,
কই যায় নিজে শুন হেৰ মন,
তোঁমাৰ লগতে বিশ্বৰ কেন্দ্ৰ ঘুৰে।

শ্ৰীযমুনেশ্বৰী খাটনিয়াৰ।

# নিৰ্ম্মল ভকত

(৩য় সংখ্যাৰ ১০১ পিঠিৰ পাচৰ পৰা)

**৭ম অধ্যায়।**

আমি পলাবর পিচদিনা হেনো আমাৰ গাৱত বৰ হুলস্থূল লাগিছিল। নিশা নামঘৰৰ ভাৱনাতকৈ আমি পলাই অহা বিষয়ে যিমান ভাবনা হৈছিল সি আৰু ধেমেলীয়া। বোপায়ে হেনো পোন প্ৰথমেই খণ্ডতে একো নাইকিয়া হৈ মোক শাপিছিল "সি যেতিয়াই মোর কথা নুশুনিলে তেতিয়াই তাৰ সুখ নহয়। সেই বেশ্যা ছোৱালীজনীৰে সৈতে কেতিয়াও তাৰ সুখৰ গৃহস্থালি নহয়। সি তাইৰে সৈতে খাব ববলৈ নেপাব।" এনেয়ে আমি পলোৱা বেজাৰ তাতে বোপাইৰ এই অভিশাপ বাক্য শুনি আইৰ হেনো কান্দোনত ঠাই নোহোৱা হৈছিল। বোপায়ে হেনো মোৰ "মুখ নেচাও" বুলি প্ৰতিজ্ঞা কৰিছিল। তাৰ পিচত ৰূপহীৰ মাক বাপেক আৰু ৰূপহীকো নিন্দা কৰিবলৈ আৰু সিহঁতৰ এশ অঠাৰটামান নাম থবলৈকো নেৰিছিল। ৰূপহীৰ

মাক বাপেকেও হেনো সেইদৰে মোৰ সাতকুৰি সোতৰটা মান নাম থৈছিল। কথাত কথা বাঢ়ি হেনো আমাৰ দেউতাৰ আৰু ৰূপহীৰ বাপেকৰে এখান কিলোৱা কিলিও হবৰ উপক্ৰম হৈছিল। বোপায়ে হেনো ৰূপহীর বাপেকক "টোকোনা" "খুজিখোৱা" ইত্যাদি নাম দি কৈছিল "তোৰ সেই বেশ্যা প্ৰকৃতিৰ ছোৱালীজনীয়েই মোৰ গৃহস্থী নাশ কৰিলে। মই মোৰ লৰাৰ অমুক বৰমেধিৰ ছোৱালী খুজিছিলো। ঘৰেই বা কেনেকুৱা ছোৱালীয়েই বা কেনে চিকুন এইবিলাক সকলো বিবেচনাকে এৰি মোৰ আশা ভৰসা সকলোকে নাশ কৰি মোর লৰাই তোৰ সেই বেশ্যা প্ৰকৃতিৰ ছোৱালীজনীর ফুচুলনিত এইখন করিলে।" ৰূপহীৰ মাক বাপেকেও হেনো ওলটাই কৈছিল "আমার ছোৱালীয়ে একো নেজানিছিল; তোর সেই পঘাখোৱা, দগধা, দুৱাৰডাঙ্গকটা লরাটোৰ ফুচুলনিতহে তাই এইদৰে আমাকো তেজি পলাল। আমার ছোৱালী কাৰো ঘৰে দুৱাৰে যোৱা নাছিল তোর পুতেৰেহে তাইক বাটে ঘাটে ফুচুলাই এতিয়াই পলুৱাই নিলে।" গাৱঁর মাইকী মানুহবিলাকে সমস্ত দোষ মোৰ ওপৰতে থৈছিল। কিন্তু মতাবিলাকে হলে ৰূপহীকে দোষিছিল। শেহত হেনো সকলো পক্ষরে পৰা থিৰাং হৈছিল যে মই নিৰ্দ্দোষী কেবল ৰূপহীহে সৰ্ব্ব দোষৰে ভাগী।

## অষ্টম অধ্যায়।

আমাৰ গাৱঁত এইবিলাক হুলস্থূল হলেও আমি পলাই অহা সন্দিকৈ গাৱঁত বিশেষ গোলমাল একো হোৱা নাছিল। ৰূপহীয়ে মাহীৰ সকলোবিলাক বনবাৰী কৰে; মই খৰি মাছ চপাই কোচাই আনো মাহীয়ে আনন্দ উলাহেরে আমাক খুৱায়। এইদৰে মাহীৰ ঘরত আমাৰ এদিন দুদিনকৈ সুখেৰে দিন কাল যাবলৈ ধৰিলে। প্ৰাণাধিকা ৰূপহীৰে মৰমীয়াল সংসাৰ আমাৰ পক্ষে স্বৰ্গতকৈও সুখকৰ হৈছিল। মাজে সময়ে আই—বোপাই হঁতলৈ উভয়ৰে মনত পৰি অলপ অচৰপ বিষাদ লাগিলেও উভয়ে উভয়ৰ প্ৰীতিপূৰ্ণ, প্ৰেমপূৰ্ণ, আলচ যুকুতিত সেই বিষাদৰ ছাঁয়াক তিষ্ঠিবলৈ ঠাই নিদিছিলোঁ। এইদৰে আমাৰ এমাহ দুমাহকৈ তিনিমাহ গল। মাহীয়ে কবলৈ ধৰিলে ঃ— "বাছাহঁত বল, তহঁতক ঘৰত থৈ আহোঁগে।" আমি কলো ঃ—"মাহী। তুমি আগেয়ে এবাৰ আমাৰ তালৈ যোৱা। যদি বোপাই আইহঁতে আমাক ঘৰলৈ উলটিব দিয়ে আৰু আমাক বিয়া দিবলৈ গাত লয় তেন্তে আমি উলটি যাব পাৰো, নহলে মাহী আমি চিৰকাললৈ তোমাৰ ঘৰতে থাকিম। তোমার লৰা ছোৱালী নাই আমিয়েই তোমার লৰা-ছোৱালী।" মাহীয়ে কলে ঃ—"বাছাহত! তহঁতৰ মাৰ বাপেৰ আছে। তেওঁবিলাকে এৰি নিদিলে মই তহঁতক কেনেকৈ সদায় ৰাখিম? মইতো ৰাখিবলৈ পালে ভালেই পাঁও; কিন্তু মোর সুখ আৰু সুবিধার নিমিত্তে তহঁতক চিরকাললৈ পিতৃ

মাতৃর মনত আঁতর করাটো ভাল নহব।" এই বুলি কৈ মাহী এদিন গাঁৱৰ আন দুজনীমান মানুহ লৈ আমাক তেওঁর ঘরতে এরি লাহন গাৱলৈ আহিল; আরু রূপহীর মাক-বাপেক মোর আই বোপাই এটাইবিলাককে মাহীয়ে বঢ়াই বুজাই স্থির করিলে যে আমাক ওলোটাই নিব লাহে আরু আমার মনর মতনে দুইরো বিয়া পাতিব লাগে। মাহীর এই কথাত হেনো বোপায়ে অনিচ্ছারে হলেও আমাক ওলোটাই নিয়াকে স্থির করিলে। ধন্য মাহী! ধন্য দেবী! ধন্য শান্তিস্থআপিনী মাতৃ! ডাঙ্গরীয়া। এতিয়াও মোর সেই পবিত্র, প্রেমময়ী, শান্তিময়ী, স্বর্গীয়া মাহীলৈ মনত পরে।

৫।৬ দিনর মূরত রূপহীর বাপেকক আরু মোর সরু ভাইটিক লগত লৈ মাহী উলটি আহিল আরু আমাক লগত লৈ মাহী আমার ঘরলৈ আহিল। কব নেলাহে আমি উলটি অহার এমাহ মানর পিচতে আমার বিয়া হল। আমি সুখী হলে'। কবলৈ পাহরিলো ডাঙ্গরীয়া, এইবিয়াত বোপাই সিমান সুখী হোৱা নাছিল; কিন্তু মাহীর উলহ মালহ সকলোতকৈ বেছি হৈছিল, তেওঁ দবাবো মাক কইনারো মাক হৈ বর প্রীতি লাভ করিছিল। পার্য্যমানে পরক সুখী করাই মাহীর জীৱনৰ ব্রত আছিল। গাঁৱলীয়া গাভরুহতে এইবিয়াত রূপহীক যোরাই গাইছিল ঃ—

জানকী ঐ রাম—মানর ঘরতে-
ঐ আছিলি রূপহী,
ঐ আছিলি আদরী তই।
ঐ আহি ভাই সবাকো,
ঐ তেজিলি রূপহী,
ঐ অকল নির্ম্মলকে পাই।
ঐ মারক তেজিলি,
ঐ বাপেরক তেজিলি,
ঐ তেজিলি সোদরর ভাই।
ঐ লগর লগরীয়া
ঐ ইসবো তেজিলি,
ঐ অকল নির্ম্মলরে হই।

মই এইটোও জানিছিলোঁ যে এই বিয়াত বোপাইত বাজেও অনিৰাম নামৰে মোৰ সেই সরু কালৰ লগৰীয়া জনো সুখী হোৱা নাছিল। তাৰ কাৰণ অনিৰামেও *হেনো রূপহীক অন্তৰে অন্তৰে ভআল পাইছিল; কিন্তু লাজতে সি তাৰ সেই মৰম কোনো দিন রূপহীক জানিব নিদিছিল। এতিয়া রূপহীক মোৰ লগত বিয়া হোৱা*

দেখি সি হেনো মানুহৰ আঁৰে আঁৰে কান্দিছিল।

**নবম অধ্যায়।**

এইদৰে সকলো বাধা বিঘিনির হাত সারি ৰূপহীক বিয়া করাই মই পরম সুখী হলো। সংসার মোৰ পক্ষে স্বৰ্গর তুল্য বোধ হৈছিল। মই সংসারত সকলো বস্তুকে উজ্জ্বল দেখিবলৈ ধরিলো। ভবা নাছিলো যে এই সুখর দিনর ওর পরিব, নেজানিছিলো যে সংসারত সুখর পিচত দুখ, দুখর পিচত সুখ চকরিত ঘুরার দরে ঘুরি থাকে। নেজানিছিলো যে জগৎ অনিত্য। কিন্তু ডাঙ্গরীয়া শুনক! ৰূপহীক বিয়া করাই বছরেকলৈকে মই স্বৰ্গসুখত আছিলো কিন্তু ঠিক এবছরর মূররেপরা মোর ভাগ্যচকরি ঘুরিব ধরিলে। প্রথমেই বিয়া করোৱার এবছরর মূরতে বোপাই গ্রহণী বোগত পরি বৈকুণ্ঠী হল। গোটেইখন ঘররে ভার মোৰ মূরত। খেতি বাতির দিহা, হাল গরু রখা ইত্যাদি সকলো কাম মোর মূরত। তার লগে লগে ভাই দুটাক বিয়াবারু করাই দিবলগীয়া চিন্তাও হব ধরিলে। ভাইহঁতর আরু ৰূপহীর সহায়ত, আইর দিহাত কোনো রকমে পিতৃকলীয়া গৃহস্থীখন রাখিলো। বোপাই ধুকুৱাত সত্রর পরা নিৰ্ম্মালি দি মোক মেধিও পাতিলে।

মানুহে কয় বিপদ হেনো অকলৈ নাহে। যেতিয়া এবার এটা বিপদ হয়, তার লগে লগে আরু আন আন বিপদো আহে। বোপাই ধুকুৱার ছমাহর পিচতে আইয়ো বৈকুণ্ঠী হল। এতিয়া ঘরর সমস্ত জঞ্জাল মোর মূরতে। সন্দিকৈ গাঁৱর পরা মাহীক আনি লগত রাখি ঘরর ভিতরুয়াল দিহামেলারপরা অলপ আজরি পালো হয়; কিন্তু তার আকৌ ছমাহর মুরতে আমার দেশত বর হুলস্থূল লাগিল। মান আহি দ্বিতীয়বার অসম আক্রমণ করিলে।

ডাঙ্গরীয়াজনে সুধিলে “আতৈ! প্রথমবারনো মান কেলেই আহিছিল, দ্বিতীয়, তৃতীয় বারনো কেলেই আহিছিল আঁতিগুরি মারি কওকচোন? নিৰ্ম্মল আতৈ— “ডাঙ্গরীয়া! আঁতিগুরি মারি কবলৈ গলে ভালেমান কথা। তথাপি মই যিমান দুর জানো সংক্ষেপে আচল কথা কওঁ শুনক। ১৭৩০ শকত মোর যেতিয়া ২১ বছর বয়স তেতিয়া চন্দ্রকান্ত সিংহ অসমর রজা হল। তেওঁর তেতিয়া বয়স মুঠেই তের বছর। সেই দেখি রাজ্য চলোৱার ভার রাজমাও দেউতা আরু বুঢ়াগোঁহাঅ উভয়রে গাত পরিল। প্রবাদ আছে বুঢ়াগোঁহাই ডাঙ্গরীয়ার আরু রাজমাওর মিল আছিল। মিল হবরে কথা; কিয়নো সেই সময়ত দরাচলতে বুঢ়াগোঁহাই ডাঙ্গরীয়াই সৰ্ব্বে সৰ্ব্বা আছিল। বরগোঁহাই বরপাত্রগোঁহাই দুইওজনা বুঢ়াগোঁহায়েই পতা। ডাঙ্গরীয়া চন্দ্রকান্ত সিংহ দেবকো বুঢ়াগোঁহায়েই পাতিছিল সেই দেখি বুঢ়াগোঁহাইরে পায়োভর আছিল।

ভুত নামেৰে কুকুৰাচোৱা বৰাৰ পুতেক সতৰাম চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ সৰুকালৰ ওমলা লগৰীয়া আছিল। ৰাজ্যৰ ভাৰ পায়ো স্বৰ্গদেৱে সতৰামত পাহৰিব নোৱাৰিলে। বুঢ়াগোঁহাই ডাঙ্গৰীয়া আৰু ৰাজমাও দেউতা উভয়কে খেচখেচাই স্বৰ্গদেৱে সতৰামক আনি আগৰ দৰেই খেলৰ লগৰি কৰিলে।

ৰজাৰ লগৰীয়া হবলৈ পাই হেনো সতৰাম দিনত দিনে ওফন্দি গঙ্গাটোপটো হল। সি বুঢ়াগোঁহাইৰ প্ৰতিদ্বন্দী হল। ৰজাৰ আগত বুঢ়াগোঁহাইৰ বিপক্ষে লগাবলৈ ধৰিলে, বুঢ়াগোঁহাইয়েও হেনো তলে তলে সতৰামৰ ৰেহৰকম চাবলৈ ধৰিলে। সেইবাৰ দুৰ্গাপূজাৰ সময়ত হেনো বুঢ়া গোঁহায়ে নিজ হাতে এটা সিল্খাপৰ চোলা তৈয়াৰ কৰি ৰজাক পিন্ধিবলৈ দিছিল। ৰজাই সেই চোলা পিন্ধি ষষ্ঠিৰ দিনা দেবী সেৱা কৰিবলৈ যোৱাৰ কথা আছিল। বুঢ়াগোঁহাই, বৰগোঁহাই, বৰপাত্ৰগোঁহাই তিনিওজনে ৰজাক দৰ্শন পাবৰ অভিলাষে চণ্ডীমণ্ডপত ৰৈ আছিল। সময় পৰত হেনো ৰজাই সেই চোলা পিন্ধাই সতৰামক চণ্ডীমণ্ডপলৈ পঠাই দিলে। ডাঙ্গৰীয়া তিনিওজনে সতৰামকে ৰজা বুলি আঠু লৈ দেখিলে যে ৰজা নহয়—সতৰামহে। তিনিওজনা ডাঙ্গৰীয়াই ক্ৰোধত অপমানত জ্বলি উঠিল; আৰু তাৰ পিচদিনাই তিনিওজনা ডাঙ্গৰীয়া গোট হৈ ৰজাৰ চৰাঘৰলৈ আহি মেল পাতি ৰজাক সতৰামে সৈতে সেই মেললৈ আহিবলৈ আদেশ কৰি পঠালে।

ৰজাৰ চ'ৰাত তিনিওজনা ডাঙ্গৰীয়াৰ মেল সেই সময়ত বৰ ডাঙ্গৰ কথা আছিল। সেই মেলত আন কি ৰজাকো ভাঙ্গিব পৰা ক্ষমতা আছিল। ৰজাই শুনি ভয়তে নিজেও নোলাল, সতৰামকো নপঠালে। ডাঙ্গৰীয়া তিনিজনে হেনো সেই মেলত সতৰামক প্ৰাণদণ্ড বিহি সতৰামক ধৰি আনিবলৈ আদেশ দিলে। পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙ্গৰীয়াৰ তিনিজন পুতেকে গৈ সতৰামক ৰজাৰ ওচৰৰ পৰা টানি আনিলে। ৰজাই ডাঙ্গৰীয়াৰ তিনিজন পুতেকে গৈ সতৰামক ৰজাৰ ওচৰৰ পৰা টানি আনিলে। ৰজাই ডাঙ্গৰীয়া তিনিওজনক সতৰামক প্ৰাণে নেমাৰিবলৈ বৰকৈ কাকুতি মিনতি কৰি জনালে। ৰজাৰ অনুৰোধ এৰাব নোৱাৰি হেনো ডাঙ্গৰীয়াসকলে সতৰামক প্ৰাণদণ্ডৰ ব্যবস্থা গুচাই তাক মুৰখুৰাই ঘোল ঢালি নগা পৰ্ব্বতৰ ফাললৈ খেদি পঠালে।

প্ৰবাদ আছিল গুৱাহাটিৰ বৰফুকনৰ হেনো পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙ্গৰীয়াৰে সৈতে পেটে পেটে বৰ অৰিভাব আছিল। সতৰামক নিৰ্ব্বাচন কৰোতে বুঢ়াগোঁহাই ডাঙ্গৰীয়াই জানিলে যে গুৱাহাটীয়া বৰফুকনো সতৰামৰ লগ। মুঠতে কবলৈ গলে গুৱাহাটিৰ এফলীয়া বুঢ়াগোঁহাই ডাঙ্গৰীয়া আৰু ৰাজমাওদেউতা উভয়ে আনফলীয়া।

বুঢ়াগোঁহায়ে চণ্ডীমণ্ডপর সেই অপমানতে বরগোঁহাই আরু বরপাত্রগোঁহাই দুজনকো তেওঁর অভিষ্ট সিদ্ধির নিমিত্তে লগ লগাই লবলৈ সুবিধা পালে। সতরামক নির্ব্বাপন করি বুঢ়াগোঁহাইর তেওঁর বিপক্ষর সকলো শত্রুকে নিপাত করিবলৈ ইচ্ছা হল। সেই ইচ্ছা অনুসরি তেওঁ বরফুকনক ধরি আনিবলৈ তলে তলে কারবার কৰিলে। তেওঁর বোৱারী পিজৌ গাভরুৱে বুজ পাই তলে তলে বাপেক বরফুকনলৈ খবর পঠাল। বুঢ়াগোঁহাইর ফৈদ গৈ পোৱার আগেয়ে বরফুকন কলিকতালৈ গৈ সেই সময়র লাট চাহাবক অসম খন ইংরাজর অধীনলৈ আনিবলৈ খাটিলে। লাট চাহাবে হেনো সেই কথাত কর্ণপাত নকরাত বৰফুকনে কলিকতাত থকা মান এটাৰে সৈতে মিতিরালি পাতি মানর দেশলৈ গৈ মান রজাক জনালে যে বুঢ়াগোঁহায়ে তেওঁর ভাই রজার দেশখন ছারখার কৰিলে। তেওঁর এই কথাত বিশ্বাস করি মানর রজাই তেওঁক গোন্ধর হেজার মান সৈন্য দি অসম উদ্ধার করিবলৈ পঠাই দিলে। তেওঁ সদিয়ার বাটেরে আহি জয়পুরতে ২০ হেজার মান সেনা লৈ কোঠ মারি বহিল।

## আলোক

অজ্ঞ মনৰ চিত্ত গুহে
জ্ঞান প্ৰদীপিনী,
যদি জ্বলে হৃদয়ৰ
অজ্ঞ-গুহা জিনি;
তিমিৰ আচ্ছন্ন চিত্তে
জিনি দেবলোক,
প্রদীপিত হব মর্ত্ত্যে
আত্মাৰ আলোক।

(২)

(তেতিয়া) অসূয়াৰ অপ্রীতিৰ,
তমোময় তৰি,
মাৰ যাব প্রদীপৰ,
দীপ্তি মাজে পৰি।
অলকাৰ পাৰিজাত
কেতেকী বকুল;

ফুলিব হৃদয় ভৰি,
জ্ঞানৰ মুকুল।
সুগন্ধ ফুলৰ গোন্ধ,
মৃদু সমীৰত;
উৰি উৰি তমোৰাশি
নাশিব মৰ্ত্ত্যত।
তিমিৰ আচ্ছন্ন চিত্তে
জিনি দেব লোক
প্ৰদীপিত হব মৰ্ত্ত্যে
আত্মাৰ আলোক।

শ্ৰীবাণেশ্বৰ দাস।

## পাৰলৌকিক বা প্ৰেত-বিজ্ঞান (Spiritualism)

অনেক মিডিয়ামকেই শেহত বলিয়া বা চিৰৰোগী বা অল্পায়ু হোৱা দেখা যায়। প্ৰেতবিজ্ঞান অনুশীলনকাৰীসকলে কয় যে এই প্ৰেতবিজ্ঞান অনুশীলনৰপৰা জগতৰ উপকাৰহে হৈছে আৰু হবও। প্ৰথমতে এই প্ৰেতসকলৰপৰা পৰলোকৰ বিষয়ে অনেক কথা জানিব পাৰি। মানুহ মৰি কি হয় মৰি কোন কি অবস্থাত থাকে এইবিলাক জানিলে জীয়াই থকাসকলে অনেক সময়তে শান্তি পায়, দুখ শোকৰ লাঘব হয়, আৰু নিজৰ জীৱনকো ধৰ্ম্মৰ বাটলৈ বিৰ ইচ্ছা কৰে।

আমাৰ বিবেচনা মতে উভয় দলৰ কথাতে যুক্তি যুক্ততা আছে। প্ৰেত বিজ্ঞানে বা ইয়াৰ অনুশীলনে ধাৰ্ম্মিকক ধাৰ্ম্মিক কৰিবও পাৰে, আৰু পাপীক বেছি পাপীও কৰিব পাৰে। এই বিলাক কাৰণেই হিন্দুৰ শাস্ত্ৰে আৰু পুণ্যাত্মাসকলে মানুহক প্ৰেতসঙ্গ কৰিবলৈ নিদিয়ে। হিন্দু শাস্ত্ৰে ইয়াকো কয় যে ভূত প্ৰেত ইত্যাদি পুণ্যাত্মা সকলৰ ওচৰকে চাপিব নোৱাৰে। পুণ্যাত্মাৰ ওচৰ পালেই হেনো সেই সকলক ডেই পুৰি মাৰে। পাপীৰ ওচৰ চাপি পাপীকহে প্ৰেতে অন্যায় কৰে।

ভূত, প্ৰেত, পিশাঁচ, দৈত্য, দানব ইত্যাদি এই সমস্তেই অশৰীৰী প্ৰাণী—অৰ্থাৎ এই সকলৰ স্থূল দেহ নাথাকিলেও সুক্ষ্মদেহ আছে। স্থূল শৰীৰ নথকাৰ কাৰণেই জীয়াই থকাসকলৰ দৰে খোৱা পিয়া ইত্যাদি আৰু আন আন সুখ সম্ভোগ কৰিব নোৱাৰে; অথচ মনত আকাঙ্ক্ষা থাকি মৰিলেই এই সকলে পাপী মানুহৰ শৰীৰত

লম্ভি ঈষৎ পৰিমাণে আকাঙক্ষা বা হেপাহ পলুৱাবলৈ ইচ্ছা কৰে। এই হেপাহ পলুৱাবৰ ইচ্ছাতে যাৰ গাত লম্ভে তাৰ হতুৱাই নানা অপকৰ্ম্ম কৰায়।

অনেক সময়ত নিজৰ ইচ্ছা বা আকাঙক্ষাৰ কথা জনাবলৈকে কোনো কোনো প্ৰেতে কোনো কোনো মানুহৰ ওচৰত বা কোনো কোনো ঘৰত উৎপাত আৰম্ভ কৰে। কোনো কোনো প্ৰেতক কোনো কোনোৱে সময়ে সময়ে প্ৰেতৰ ইচ্ছা ইনুযায়ী পূজা সেৱা দি সাধন কৰি নিজৰ দাসৰ দৰে কৰি লয়। আৰু এই দৰে কৰি লৈ নিজৰ সৎ বা অসৎ অভীষ্ট সিদ্ধি কৰি লয়। কিন্তু এই ক্ৰিয়াৰ পৰা সংসাৰত অনিষ্টত বাজে ইষ্ট হোৱা যেন আমি নাভাবোঁ। প্ৰেতে পূজা পাই সাধকৰ আদেশ অনুসাৰে এজনৰ অপককাৰ কৰিব হয়, কিন্তু সেই অপকাৰ ৰূপ অধৰ্ম্মে প্ৰেতকো দুখ দিয়ে সাধককো দুখ দিয়ে। কোনো অলপ হীন-ডেৰি হলেই সেই প্ৰেতে শেহত স্যধকৰে অনিষ্টকাৰী হয়।

আমি আমাৰ জীৱনত তিনিটা ভৌতিক বা প্ৰেতৰ ক্ৰিয়াৰ বিষয়ে জানোঁ—এটা নিজ চকুৰে দেখিছিলোঁ—দুটা বিশ্বস্ত দুজন বন্ধুৰে মুখে শুনিছিলোঁ। এই ঘটনা তিনিটি আমি যথাযথ ভাবে বৰ্ণাই শেহত পশ্চিম জগতৰ আৰু কেটামান উপাখ্যান দি আমাৰ মতামত জনাম।

১ম ঘটনা

আমি সেই সময়ত কলেজৰপৰা ওলাই আহি সংসাৰত প্ৰবেশ কৰিছোঁ আমি তেতিয়া ভূত প্ৰেত ইত্যাদিৰ অস্তিত্বৰ বিষয়ে সন্দেহযুক্ত। ঘৰত আহি থিতাপি লবৰ এবছৰ মানৰ পিচত জানিলোঁ আমাৰ ওচৰতে এঘৰত প্ৰেতে হেনো মাজে মাজে দলিয়াই। এদিন ভাটি বেলা মতা মাইকী ডেকা বুঢ়া এটায়ে লগ লাগি ৰহস্যটো চাবলৈ থিৰ কৰি গোট খালোঁ আৰু মানুহ ঘৰৰ চোতালত থিয় হৈ কলোঁ "কত ভূত প্ৰেত আছে সমস্ত মিছা।" কোনোবা লাঠুৱা বা বদমাছ্ মানুহে কেবল গিৰিহতক ভয় খুৱাইছে।" আমি এই কথা কলতে গিৰিহতৰ মাৰল ঘৰটোৰ ওপৰেদি ওচৰত তকা এজোপা ঔ গছৰপৰা কেচুমটা, খোলা টুপ্ টুপ্ কৈ আহি চোতালত আমাৰ এটাইয়ে আগত পৰা দেখিলোঁ। এইটো দেখি এজনে কলে ঃ—"এঃ নহয় ভূত প্ৰেত। ভূত প্ৰেত হোৱা হলে গৰুৰ মূৰ মানুহৰ মূৰ দলিয়ালে হেতেন।" যেই এই কথাষাৰ এজনে কলে তৎক্ষণাৎ এটা পোৱালী গুৰুৰ মূৰ ঠিক ঔ গছ জোপাৰেপৰা আহি চোতালত পৰিল। এইটো কাণ্ড দেখি আমাৰ অলপ ভয় লাগিল। আমি এটাইবিলাক গুচি গলোঁ। গিৰিহঁতে সেই নিশাই সেই ঘৰ এৰি এমাইল মান দূৰত থকা আন এঘৰলৈ গৈ সাত দিন থাকিল। তাতো ৪।৫ দিন বৰ জন্তুৰ ডাঙৰ ইটা, হাড় মূৰেৱে

দলি ধৰিছিল; কিন্তু শেহত সেই গিৰিহঁতৰ ঘাই সাত্বিক আৰু ধাৰ্ম্মিক গৃহস্থজনে গোঁসাই ঘৰত স্তব নাম কৰোঁতাত আৰু নাম ধৰাত আৰু সেই নামত প্ৰেতজনৰ উদ্ধাৰৰ অৰ্থে প্ৰাৰ্থনা কিৰৰৰেপৰা উৎপাত নোহোৱা হল। সম্ভবতঃ এই বিলাক ক্ৰিয়া নকৰোৱা হলে সেই ভূত বা প্ৰেতজনে যেনে তেনে এজনত লম্ভি নিজৰ কথা আৰু গিৰিহঁতৰ ভালবেয়া কলে হেতেন। যেনেহলেও এই প্ৰেতে গিৰিহঁতৰ মন আকৰ্ষণ কৰিবৰ কাৰণে আৰু নিজৰ কোনো কথা বা গিৰিহঁতৰে ভবিষ্যৎ ভাল বেয়াৰ কথা কলেহেতেন। প্ৰেতৰ অৰ্থে, গৃহস্থৰ কুশলৰ অৰ্থে হৰিনাম ধৰাত প্ৰেতে আৰু কোনো কথা নকৈ উৎপাত নকৰি অৱশ্যে অন্যএ গলগৈ।

(ক্ৰমশ ঃ)

# বৰ্ত্তমান আমাৰ শিক্ষাৰ সমস্যা।

২য় সংখ্যাৰ ৭২ পিঠিৰ পাচৰ পৰা)

হৃদয় ধৰ্ম্মক্ষেত্ৰত পৰিণত কৰিবলৈ হলে সৰুৰেপৰা লৰাছোৱালীৰ মনত ধৰ্ম্মভাবৰ সিঁচিব লাগিব। সংসাৰক্ষেত্ৰত সৰুতে নিজৰ নিজৰ অনুভূতিৰ লগে লগে শৰীৰক্ষেত্ৰত আগছাবনে চল পাই গজাৰ আগতে, শৰীৰৰ পুষ্টিবৰ্দ্ধক নৈতিক অভ্যাসবোৰ অভ্যাসৰ দ্বাৰাই লৰাছোৱালীৰ হৃদয়ত দকৈ বহুৱাব লাগিব যাতে জীৱন সংগ্ৰামৰ ঘোৰ মূৰ্ত্তিয়ে এখোজো পাচ হোঁহোকাব নোৱাৰে। এই নৈতিক বল ধৰ্ম্মৰ আনুসঙ্গিক কাৰ্য্য, এনে নৈতিক বলত বলীয়ান হবলৈ হলে লোকৰ হিতাহিত বা পাপ পুণ্যৰ বিচাৰ ক্ষমতাৰ আৱশ্যক। এই কাৰণে ধৰ্ম্মশিক্ষাৰ আৱশ্যকতা পৰে। প্ৰকৃত ধৰ্ম্মশিক্ষাই মানুহক দাপোণৰ দৰে নিজৰ চকুৰ আগতে স্বকীয় কৰ্ত্তব্য ডাঙ্গি ধৰিব। আৰু এই কৰ্ত্তব্য জলজল্ পট্‌পট্‌কৈ দেখুৱাব পৰাই শিক্ষাৰ মহৎ উদ্দেশ্য। এই কৰ্ত্তব্য পালনেই নিজৰ জাতিৰক্ষা, ধৰ্ম্মৰক্ষা আৰু ঈশ্বৰৰ আৰাধনা। সেই কাৰণেই অধ্যয়ন অধ্যাপনকে আৰ্য্য ঋষিসকলে হৃদয় বিশুদ্ধিৰ অৰ্থে ধৰ্ম্মৰ অঙ্গবুলি দৈনন্দিন তিনিবিধ কামৰ এবিধ ঋষিঋণ নামে অভিহিত কৰি থৈ গৈছে। ইয়াৰ সহায়েৰে যাতে ধৰ্ম্মাধৰ্ম্ম কৰ্ম্মাকৰ্ম্ম বিচাৰ সৰুৰেপৰা লৰাই সহজে উপলব্ধি কৰিব পাৰে, আমাৰ শিক্ষাই তাৰ নিমিত্তে সংস্থান কৰিব লাগিব। এই শিক্ষা আমাক আমাৰ জাতিগত ধৰ্ম্মলৈ ঘিণ উৎপাদন কৰোৱা হব নেলাগে। বৰং জ্ঞানৰ পোহৰেৰে তাক আৰু পোহৰাবলৈ চেষ্টা হব লাগে। তাকে নকৰিলে মানুহ জাতিভ্ৰষ্ট হয়; সি সমাজৰ ঘোৰ শত্ৰু। সেই কাৰণে ভগবান শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছে—তুমি তোমাৰ জাতিগত যুদ্ধ-কাৰ্য্যলৈ পাচ

হুহুঁকিব নেলাগে। "অথচেত্ত্বমিমং ধৰ্ম্ম্যং সংগ্ৰামং নকৰিষ্যপি।। ততঃ স্বধৰ্ম্মং কীৰ্ত্তিঞ্চ হিত্বা পাপমবাপ্সিসি।।" নিজৰ প্ৰকৃতিগত আৰু জাতিগত কাৰ্য্যই সহজ আৰু অনুসৰণীয়। সেই কাৰণেই "স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্ম ভয়াবহঃ" বুলি ধাৰ্য্য কৰিছে, সেই কাৰণে শ্ৰীকৃষ্ণ ভগবানে কৈছে স্বধৰ্ম্ম কৰিলেই ঈশ্বৰ উপাসনা কৰা হব আৰু ঈশ্বৰত আস্থা স্থাপন কৰি সেই কাৰ্য্য কৰিলে কাৰ্য্যয়ে মুক্তি লাভো কৰাব পাৰে। যথা "স্বকৰ্ম্মণা তমভ্যৰ্চ্চ্য সিদ্ধিং বিন্দতি মানবঃ" ইয়াৰ পৰাই বুজিব পাৰি যে কামৰ সৰুবৰ নাই। শিক্ষিতৰ মনত সকলো কাৰ্য্যই সমান। যথা "কৰ্ম্মব্ৰহ্মোদ্ভবং বিদ্ধি ব্ৰহ্ম কৰ্ম্ম সমুদ্ভবং।" এই জ্ঞান যাৰ থাকে তেৱেঁই প্ৰকৃত পণ্ডিত। এনে জ্ঞানোজ্জ্বল পণ্ডিতৰ ওচৰত ব্ৰাহ্মণ, গৰু, হাতী, কুকুৰ সকলোৱেই সমান। মানুহৰ প্ৰকৃতিগত আৰু জাতিগত কৰ্ম্ম কৰণেই ধৰ্ম্মৰক্ষা আৰু কীৰ্ত্তিৰক্ষা আৰু তাৰ অকৰণেই অধৰ্ম্ম। অতএব আমি ধৰ্ম্মশিক্ষাৰ পৰা আমাৰ কৰ্ত্তব্যাকৰ্ত্তব্যৰ বিষয়ে ভালকৈ জানিব পাৰো। ধৰ্ম্মশাস্ত্ৰ শিকিলে আমাৰ এই কৰ্ত্তব্যাকৰ্ত্তব্যৰ বিষয়ে সম্যক বোধ উপলব্ধি হয়। এই কাৰণে ধৰ্ম্মশিক্ষাৰ আৱশ্যক। ধৰ্ম্মানুস্থান ক্ৰিয়ায়ো তেনে ভাব মনত আনি দিয়ে। এই কাৰণে ধৰ্ম্মকাৰ্য্য আৰু ধৰ্ম্মালোচনা আৱশ্যক। ধৰ্ম্ম কাৰ্য্যৰ ভিতৰত সত্য, শৌচ, তপঃ—ইত্যাদিয়েই প্ৰধান। এইবোৰত লৰাৰ অভ্যাস জন্মাব লাগে।

হৃদয় কৰ্ম্মক্ষেত্ৰ। এই হৃদয়ক কৰ্ম্মক্ষেত্ৰলৈ সাজু কৰিবলৈ হলে মানুহে হৃদয়ক্ষেত্ৰক সতেজ আৰু সবল কৰিব লাগিব। শ্ৰীকৃষ্ণ ভগবানে কোৱাৰ দৰে কাৰ্য্য দেখি ক্লৈব্য ভাব হোৱা অনুচিত কাৰ্য্যৰ ভয়তেই অনেকেই সংসাৰ ধৰ্ম্ম পৰিত্যাগ কৰি বৈৰাগী দলৰ সংখ্যা বৃদ্ধি কৰিছে। ই ঈশ্বৰৰ ইচ্ছাৰ বিৰোধী কাৰ্য্য। ইয়াৰ দ্বাৰা জাতীয় উন্নতি লাভ কৰিব নোৱাৰি। এতিয়া এই হৃদয় কেনেকৈ সবল কৰিব পাৰি চোৱা যাওক। আগেয়ে কোৱা হৈছে যে, ধৰ্ম্ম শিক্ষাৰ দ্বাৰাই মানুহৰ হৃদয়ক্ষেত্ৰ উদ্দীপ্ত হয়। দ্বিতীয়তঃ কৰ্ম্মলৈ সাজু কৰিবলৈ হলে কৰ্ম্মৰ দ্বাৰাই আৰু শাৰীৰিক ব্যায়ামৰ দ্বাৰাও হৃদয়ৰ উৎকৰ্ষ লাভ হয়। এই দ্বিতীয় বিধ শিক্ষাও শিক্ষাৰ আৰম্ভণৰপৰাই বিহিব লাগে। কাৰণ আমি দেখিবলৈ পাওঁ যে, লৰাই সৰুৰে পৰা ১৪।১৫ বছৰলৈকে এই কালত কিতাপ ইত্যাদি পঢ়াতকৈ হাতে ভৰিয়ে কৰা শাৰীৰিত ব্যায়াম বেচি ভাল পায়। কাৰণ সিহঁতে যিহকে দেখে তাকে একাণপতীয়াকৈ মন দি তাৰে অনুকৰণ কৰিবলৈ ভাল পায়। কেনেহলে সিহঁতৰ সৰুতে এনে কৰ্ম্মানুষ্ঠানলৈ আসক্তি ভাব জন্মাবলৈ দিহা কৰিব লাগিব। কৰ্ম্মানুষ্ঠানৰ দ্বাৰা বুদ্ধিবৃত্তি যিমান সহজে পৰিচালিত হয় কিতাপৰ শিক্ষাৰ দ্বাৰা সিমান নহয়। আগত কাৰ্য্যৰ নিমিত্তে বস্তু-বাহানি থাকিলে সিহঁতৰ হাত কেইখন বহবাৰ্ষ্ট্ৰ থব নোৱাৰে। লৰাৰ এই

সময়ত হাত ভৰি থিৰেৰে থাকিব নোৱাৰে। কোনো কাম কৰিবলৈ সদায় সাজু। সেই নিমিত্তে লৰাৰ ধেমালি আৰু কৰ্ম্মানুষ্ঠান এই কালৰ ধৰ্ম্ম। এই কৰ্ম্মানুষ্ঠান আৰু শাৰীৰিক পৰিশ্ৰমে সিহঁতৰ হৃদয় সতেজ আৰু কামলৈ আগবঢ়া কৰায়। সেই কাৰণে এই সময়ৰ ভিতৰত লৰাক technique শিক্ষা দিয়াব লাগে। ই শিক্ষাকাৰ্য্য সাং হোৱাৰ পাচত মানুহক সুখে স্বচ্ছন্দে কাল কটাবলৈ সক্ষম কৰে। শাৰীৰিক পৰিশ্ৰমে অঙ্গ প্ৰত্যঙ্গবোৰক সকৰ্ম্মী আৰু স্ফুৰ্ত্তিযুক্ত কৰে। এই কাৰণে এই কালত শাৰীৰিক ব্যায়ামলৈ মন কাণ কৰিব লাগে। কাৰণ "শৰীৰম দ্যং খলু ধৰ্ম্ম সাধনং।" বিশাল বক্ষক লক্ষ্মীমান পুৰুষৰ চিন বুলি ধৰিছে। কৰ্ম্মী পুৰুষৰ শৰীৰ নিৰোগী আৰু শাৰীৰিক পৰিশ্ৰমৰ দ্বাৰাই বক্ষঃ স্থল বহল হয়। এনে বহল বুকুৱা কৰ্ম্মী পুৰুষ হবলৈ হলে আমালোকৰ লৰা-ছোৱালী বিলাকৰ শিক্ষা বাহিৰত, খোলা বতাহত হব লাগে; কাৰণ লহ-পহকৈ বাঢ়িবৰ হলে নিৰ্ম্মল খোলা বতাহ যিমানে লোৱা যায় সিমানে ৰক্ত পৰিস্কাৰ হয়। আৰু এইদৰেই আমাক সকলো কাৰ্য্যতে আগবাঢ়িবলৈ উদগাই দিয়ে। এই ৰক্ষই আমাক গছ পাত ফুলৰ নিচিনাকৈ বতাহত হালি জালি মানুহৰ মন আকৰ্ষণ কৰিব পৰা কৰে অৰ্থাৎ তেনে স্বাস্থ্যৱান লৰা-ছোৱালীক দেখি সকলোৱে সুখী হয়। এই কাৰণেই অতীতৰ সকলো শিক্ষা কাৰ্য্য বাহিৰত বেচি ভাগে হৈছিল। ধনুৰ্ব্বেদ অধ্যাত্ম বিদ্যা, গোচাৰণ, নৈৰ দাতিত বেদাধ্যয়ন, ইত্যাদি।

অতএব কৰ্ম্মিষ্ঠ, ধৰ্ম্মিষ্ঠ আৰু সুস্থ হবলৈ হৃদয়ক্ষেত্ৰক সবল কৰিব লাগিব। হৃদয় সবল কৰাই শক্তিৰ উপাসনা আৰু এই শক্তিৰ সোঁফালে কৰ্ম্ম (লক্ষ্মী) আৰু বাঁও হাতে জ্ঞান (সৰস্বতী)। এই কৰ্ম্ম আৰু জ্ঞানৰ সংযোগই শক্তিৰ আবিৰ্ভাব।

কৰ্ম্ম আৰু জ্ঞানৰ সেৱাই শক্তিৰ আৰাধনা। এনে শক্তি দেবীক আশ্ৰয় কৰিলেহে ওপৰত উল্লেখ কৰা আমাৰ মধুকৈতভ নাশ কৰি তাৰ ৰসেৰে আমাৰ দেশ সুজলা সুফলা আৰু অন্নে বস্ত্ৰে ভৰা কৰিব পাৰিমহঁক।

হৃদয়ক্ষেত্ৰ ধাৰ্ম্মিক আৰু সাত্বিত ভাবৰ নহলে কিম্বা শাৰীৰিক পৰিশ্ৰমেৰে উৎকৰ্ষিত নহলে জ্ঞান কোনো ৰূপে কাৰ্য্যকৰী হ'ব নোৱাৰে। কলুষিত বুদ্ধি বৃত্তি আঁতৰাই তাৰ ঠাইত সুবুদ্ধি আৰু সুবৃত্তি আনিবলৈ হলে নিৰ্ম্মল আৰু বলী হব লাগিব। সম্যক বিকাশ হৃদয়ৰ শোণিত প্ৰবাহ সম্পূৰ্ণৰূপে নিৰ্ম্মল আৰু বলী হব লাগিব। জ্ঞানক্ষেত্ৰত বুদ্ধিবৃত্তিৰ প্ৰকৃষ্ট পৰিচালনা হবলৈ পবিত্ৰ তেজ প্ৰবাহেৰে মগজু (brain) সদায় ধৌত হব লাগিব। নহলে পৰিশ্ৰমৰ দ্বাৰাই বা আন অসৎ কাৰ্য্যৰ দ্বাৰাই বা অসৎ বস্তুৰ ব্যৱহাৰৰ দ্বাৰাই মগজু বিকৃত অৱস্থা প্ৰাপ্ত হব পাৰে। এই অৱস্থাত পৰিলেই মগজুৰ গভীৰ চিন্তাকাৰ্য্য আৰু উদ্ভাৱনী শক্তি লোপ হৈ মানুহে

বুদ্ধিবৃত্তি হেৰুৱাই গৰু পশুৰ তুল্য হয়। মগজুৰ স্থিতি স্থাপকতা শক্তি হ্ৰাস হ'লে কোনো কাৰ্য্য সম্পন্ন কৰিবলৈ বা ভাবিবলৈ মগজুৰ বল নোহোৱা হয়। সেই কাৰণে মগজুৰ উৎকৰ্ষ সাধন কৰিবলৈ হ'লে শিক্ষক আৰু অভিবাবক সকলোৱে লৰাৰ এই মগজুৰ কাৰ্য্য বিষয়ে বৰ সাবধান হ'ব লাগে। শিক্ষাৰ উদ্দেশ্য হৈছে চোকা বুদ্ধিৰ লৰা গঠন কৰি সংসাৰ পথত আগুৱাব পাৰিবলৈ সমৰ্থ কৰা। এনে কৰিবলৈ হ'লে লৰাক ধৰ্ম্মপথত পথিক কৰি নৈতিক বল বুদ্ধি কৰাব লাগিব। এই নৈতিক বল বৃদ্ধি কৰিবলৈ হ'লে আগৰ ব্ৰহ্মচাৰীৰ দৰে ব্ৰহ্মচৰ্য্যব্ৰত অৱলম্বন কৰিব লাগিব। অহঙ্কাৰ, মইনতালি ভাব সমূলে ধ্বংশ কৰিৰ লাগিব। মাদক দ্ৰব্য বিষ্ঠাতুল্য জ্ঞান কৰিব লাগিব। বৃথা বাক্যব্যয দূৰ কৰিব লাগিব। সত্যৰ অনুসন্ধানত সদায় ব্যস্ত হ'ব লাগিব। সদায শৰীৰ আৰু মনৰ পবিত্ৰতা ৰক্ষা কৰিব লাগিব আৰু নিজৰ কৰ্ত্তব্য পালনৰ নিমিত্তে ঘোৰ কষ্টসহিষ্ণু হ'ব লাগিব। এয়ে এই কালৰ ধৰ্ম্ম, সত্যশৌচ আৰু তপস্যাচৰণ।

এতিয়া শিক্ষক অভিভাবকসকলে দেখিব লাগিব যে লৰা কেনে বান্ধৱ, লৰাৰ মতিগতি কেনেকুৱা, বুদ্ধিবৃত্তি কেনে, এইবিলাক চাইহে শিক্ষাৰ ব্যৱস্থা কৰিব। মগজুৰ কাৰ্য্য লৰাৰ পৰা আদায কৰি লবলৈ হ'লে সিহঁতৰ মগজুৱে ঢুকি পোৱা বিষয দি আৰু কিমান সময মগজুৱে কাম কৰিব পাৰে তালৈ চকু ৰাখিব। নহ'লে লৰা, শিক্ষক বা অভিভাবকৰ দোষতে মূৰ্খ হ'ব ই ঠিৰাং। সেই কাৰণে নিচেই সৰুতে লৰাৰ কোমল মগজু যন্ত্ৰটি কোমল হাতেৰে চলাব। খহতীকৈ ব্যৱহাৰ কৰিলে এনে কোমল যন্ত্ৰটি নষ্ট পাই কাললৈকে অকামিলা হৈ পৰিব। সেই কাৰণে অন্ততঃ কিছুমান দিনলৈ লৰা ছোৱালীৰ শিক্ষা মাকৰ হাতত দিব লাগে। ছয় সাত বছৰ হ'লেহে প্ৰাথমিক স্কুললৈ পঠাব। এই কালত প্ৰত্যেক লৰাৰ প্ৰকৃতি আৰু ভাব উদ্দীপনালৈ মন কৰি শিক্ষা দিব লাগে। সেই কাৰণে এজন শিক্ষকে চম্ভালিব পৰাকৈ ১০।১৫ জনতকৈ অধিক লৰা এজন শিক্ষকৰ তলত ৰাখিব নেলাগে। হৃদয়ৰ কাৰ্য্য নিয়মিত হ'লেহে মগজুৰ কাৰ্য্যও তেনে উৎকৃষ্ট বান্ধৰ হ'ব পাৰে।

যাৰ মগজুৰ শক্তি নিচেই কম, তেনে বিধৰ মগজুৰ মানুহেও হৃদয়ক সংযমিত কৰি মগজুক উচিত মতে মাজে মাজে বিশ্ৰাম দি বেছি মগজু থকা মানুহতকৈও ভাল কাম কৰি সংসাৰত নাম ৰাখি গৈছে। সেই কাৰণে হৃদয়ক্ষেত্ৰক বিজ্ঞানক্ষেত্ৰৰ গুৰুকুল বুলিব পাৰি। মানুহৰ জীৱন প্ৰবাহৰ মূল কাৰণ তেজ প্ৰবাহ। এই তেজপ্ৰবাহ হৃৎপিণ্ডত প্ৰবেশ কৰি মন ক্ষালন নকৰিলে শৰীৰৰ প্ৰত্যেক অঙ্গৰ কাৰ্য্য সম্ভৱপৰ নহয় আৰু জ্ঞান বিজ্ঞান ক্ষেত্ৰতো তদ্ৰুপ। যেনেকৈ প্ৰত্যেক শৰীৰকে প্ৰতি মুহূৰ্ত্ততে শৰীৰৰ বিভিন্ন অঙ্গ প্ৰত্যঙ্গত হৃদয়ৰপৰা তেজস্ৰোত বিভিন্ন শিৰাইদি প্ৰবাহিত হৈ

সেই সেই অঙ্গ প্ৰত্যঙ্গৰ কাৰ্য্য কৰোতে দূষিত হলে পুনৰ মল ক্ষালনৰ নিমিত্তে হৃৎপিণ্ড প্ৰবেশ কৰেহি আৰু হৃৎপিণ্ডে এই কাৰ্য্য কৰিব নোৱাৰা হলেই মৃত্যু হয় তদ্ৰূপ আমাৰ জাতীয় জীৱনতো প্ৰত্যেকেই জাতীয় জীৱনৰ অঙ্গ প্ৰত্যঙ্গৰ কাৰ্য্য সুদক্ষতাৰে সৈতে চলাবলৈ হলে জাতিগত কাৰ্য্যৰ কলুষত্ব গুচাবলৈ নীতি শিক্ষা কৰিব লাগিব আৰু আমাৰ জাতিৰ প্ৰত্যেক খেলৰ বা জাতৰ প্ৰত্যেক মানুহেই শিক্ষাপ্ৰাপ্ত হৈ নিজ কাৰ্য্য সুচাৰু ৰূপে চলাবলৈ হৃৎপিণ্ডৰূপ গুৰুকুল আশ্ৰয় কৰিব লাগিব। আমাৰ প্ৰত্যেক জাতিৰ লৰা-ছোৱালী কৰ্ম্মক্ষেত্ৰত প্ৰবেশ কৰাৰ আগেয়ে শিক্ষিত হবলৈ দিব লাগিব। এই অৰ্থে সৰুতে আমালোকৰ সকলো লৰা-ছোৱালীৰ নিমিত্তে Compulsory primary education হব লাগে।

শ্ৰীকেশবকান্ত বৰুৱা
তেজপুৰ।

# অসমীয়া কাকত আৰু ৪ৰ্থ সংখ্যা বাঁহী।

প্ৰদীপিকা সম্পাদক ডাঙ্গৰীয়া,

বাঁহীয়ে আজি ন দহ বছৰে মহাপুৰুষ শঙ্কৰদেৱ আৰু তেওঁৰ প্ৰচাৰিত ধৰ্ম্ম আলোচনা কৰোতে অনেক অবৈধ অশাস্ত্ৰীয় কথা লিখি আৰু আন আন ধৰ্ম্মপ্ৰবৰ্ত্তকসকলৰ বিষয়ে অযথা ভালেমান অপ্ৰীতিকৰ অলীক কথা ৰটনা কৰিসকলোকে জলাই থৈছে। এতিয়া অসমীয়া কাকতৰ প্ৰশ্ন 'শঙ্কৰ! তুমিনো কাৰ গুৰু" এই কথাষাৰৰ উত্তৰত প্ৰতিবাদ কৰি এজনে প্ৰবন্ধ এটা পঠাইছিল। অসমীয়াই সেই প্ৰতিবাদ যে নছ্যপালেই তাৰ উপৰিও পেংলাই কৰি কলেঃ—"অসমৰ সত্ৰ বিলাকৰ থাপনাত শঙ্কৰদেবৰ ৰচিত পুথীকেইখন থাকে মানে আমি এটায়ে শঙ্কৰকেহে গুৰু বুলিম।" এনে কথা লিখাত গড়মূৰৰ উচিত বক্তাজনে আপোনাৰ ২য় সংখ্যা কাকতত সম্পূৰ্ণ শাস্ত্ৰীয় মতৰ কথা অৱতাৰণা কৰি অসমীয়াক নম্ৰভাবেৰে উত্তৰ খুজিছিল। কিন্তু দুখৰ বিষয় আমাৰ সুপ্ৰসিদ্ধ লিখক বেজবৰুৱা ডাঙ্গৰীয়া সম্বলপুৰৰপৰা নামি আহি সেই জনা লিখকক যুক্তি আৰু ন্যায়েৰে উত্তৰ দিয়াৰ সলনি তিনি আখৰ বিশেষণ যথা Silly, Impudent, Fool দি কেতবোৰ অন্যায় আৰু নজনাক জুৱা দিয়া কথা লিখিছে। আমি বৰ দুঃখিত যে বেজবৰুৱা ডাঙ্গৰীয়া এতিয়া বয়সস্থ হৈও এনেকুৱা উদ্ধত ভাবকে লৈ আছে। নিজৰ মতে মতে নিমিলিলেই অপৰ পক্ষক গালি পৰাটো উচিত নহয় বুলি বেজবৰুৱাই বুজিব পৰা বয়স পাবলৈ এতিয়াও দিন

আছেনে? বারু বেজবৰুৱা ডাঙ্গৰীয়াই যি করিলে করিলে, আমি এতিয়া দেখুৱাবলৈ ওলালো যে গড়মূরর উচিত বক্তাজনে যি কৈছিল সকলো শাস্ত্রীয় কথাকেহে কৈছিল। অশাস্ত্রীয় কথা এক আষাৰো কোৱা নাই। বেজবৰুৱা ডাঙ্গৰীয়াই কথার জালখন তরাত এফেৰা বিশেষ নৈপুণ্যতা দেখিবলৈ পাওঁ? তেখেতে নিজর মত সমর্থন করিবলৈ শাস্ত্ৰরপরা যত যিফেরা লাগে তাকেহে লয়। বাকী ফেরা এরি দিয়ে অথবা শাস্ত্রর আঁতি-গুরি মারি বিচার করিবলৈ নোখোজে বা নেজানে। নারদে সন্ন্যাসী বেশে ৺দেৱ দামোদৰক তত্বজ্ঞান দিয়ার কথা বেজবৰুৱা ডাঙ্গৰীয়ার হিষ্টিরিয়ে গ্রহণ নকরে। কিন্তু "শঙ্করদেৱ যুগাব তার" তেখেতর ধর্ম্ম অগ্নিশোধিত" সপোনত ৺জগন্নাথ প্ৰভুৰ আদেশ পাই ৺জগদীশ বিপ্রই ৺শঙ্কৰদেৱক ভাগৱত আনি দিছিল। এইবিলাক কথা হলে হিষ্টরির ভিতরত লয়। বেজবৰুৱা ডাঙ্গৰীয়াই অবতার, যুগাবতার গুরু, শিক্ষক এইবিলাক শব্দর প্রকৃত অর্থবিলাক নলৈ সানমিহলি করি যিহকে পায় তাকে কয়। হিন্দু মাত্রেই জানে যে আগর ৮টা অবতারর পিচত কলির যুগাবতার দুজনহে। এজন বৌদ্ধদেব আন জন কল্কি অবতার (হব)। এই কথা হিন্দুর পুরাণর ছত্রে ছত্রে আছে। পুরাণর শীর্ষ স্থানীয় ভাগবতরে ১ম স্কন্ধর তৃতীয় অধ্যায়র শ্লোক দুটিত এই দরে আছে ঃ—

"ততঃ কলৌ সম্প্রবৃত্তে সম্মোহায় সুৰদ্বিষাং বুদ্ধো নাম্নাঞ্জন সূতঃ কীকটেষু ভবিষ্যতি অথাসৌ যুগ সন্ধ্যায়াং দস্যু প্রোয়েষু ৰাযু জানিতা বিষ্ণু যশসোনাম্না কল্কির্ভবিষ্যতি"

৺শঙ্কৰদেৱক যুগাবতাৰ আৰু তেখেতৰ ধৰ্ম্ম অগ্নিশোধিত বুলি হিন্দুশাস্ত্রে হলে নকয়। যদিওবা নাৰদ সন্ন্যাসী হৈ আহি ৺দেৱ দামোদৰদেৱক তত্ত্বজ্ঞান দিয়াৰ বিশেষ প্রমাণ মূল গ্রন্থত পোৱা নেযায় তথাপি সেইষাৰ কথাৰ দ্বাৰাই মূল অর্থত একো বাধা নপৰে। বাধা শূন্য কথাষাৰ ডাঙ্গৰীয়াৰ হিষ্টৰিয়ে গ্রহণ কৰিবলৈনো কিয় টান পায়? নাৰদ শব্দটি উৎপ্রেক্ষাৰ ভিতৰত ললেও ৺দেৱ দামোদর যে এজন সন্ন্যাসীৰহে শিষ্য শ্রীশঙ্করদেবর শিষ্য নহয় এই কথাটি সত্য সাম্রাজ্যর ভিতরতহে থাকে। নারদরূপী সন্ন্যাসী বা সন্ন্যাসীরূপী নারদ বুলিলে সেই সন্ন্যাসীজনৰ ধৰ্ম্মভাবর মূলত নারদপঞ্চরাত্র নামৰ বৈষ্ণবী ধৰ্ম্মৰ বিখ্যাত শাস্ত্র গ্রন্থখনহে বুলি বুজিলে ভুল নহয়। এই খিনিতে আমার তীক্ষ্ণ বুদ্ধি সম্পন্ন বেজবৰুৱা ডাঙরীয়াই হয়তো সুধিব যে ৺শঙ্কৰদেৱ যদি যুগাবতার নহয় তেন্তে ৺দামোদরদেৱ জানো যুগাবতার? দামোদরীয়াই ইয়ার উত্তর ইয়াকে দিয়ে যে তেখেতসকলে ৺দামোদরদেৱকো যুগাবতার নোবোলে, অবতার হে বোলে। আৰু এই অবতার জনা বর্ণর গুরু ব্রাহ্মণ জন্মাই 'বর্ণানাং ব্রাহ্মণো গুরুঃ"

ইতি মনু। "মহাভাগবতো শ্ৰেষ্ঠো ব্ৰাহ্মণো বৈ গুৰুৰ্ণাং, সৰ্ব্বেষামেব লোকানামসৌ পূজ্যো যথা হৰিঃ" ইতি পাদ্মঃ। ব্ৰাহ্মণ যে চাৰিও বৰ্ণৰ গুৰু এই কথা ভাৰতবৰ্ষৰ সকলো হিন্দুৱেই স্বীকাৰ কৰে। ৺শ্ৰীশঙ্কৰদেৱ ৺মাধৱদেৱেও ৺শ্ৰীশ্ৰীদেৱদামোদৰক প্ৰত্যেক কথাতে "গুৰু" বুলিহে সম্বোধন কৰিছিল; আজিকালিৰ দুই চাৰিজন শিক্ষিত মানুহৰ দৰে "কোৰখনীয়া" বিশেষণেৰে সম্বোধন কৰা নাছিল। হিন্দু শাস্ত্ৰৰ "অসৌ পূজ্যো যথা হৰিঃ গুৰৌ মনুষ্যতা বুদ্ধিঃ" "অখণ্ড মণ্ডলাকাৰং ব্যাপ্তং যেন চৰাচৰং" এইবিলাক উক্তিয়ে গুৰুক ঈশ্বৰ বুলি ভাবিব লগাটোহে প্ৰতিপন্ন কৰে। ৺দামোদৰ দেৱৰ জীৱনী লিখকসকলে এইবিলাক কথা হৃদয়ঙ্গম কৰিহে ৰূপালঙ্কাৰেৰে ৺দেৱ দামোদৰক ঈশ্বৰৰূপে বৰ্ণনা কৰে। তাত একো দোষ নাই। অলঙ্কাৰ দিয়াটো কবিৰ স্বাভাৱিক ধৰ্ম্ম। ভাগৱতাদি ধৰ্ম্মশাস্ত্ৰেও ৰূপকৰূপে ভবাটবী, পুৰঞ্জন উপাখ্যান "শ্ৰীমদ্ভাগবতাভিধঃ সুৰ তৰুঃ" ইত্যাদি বৰ্ণনা কৰিছে। মাঘ, নৈষধ, ভাৰবী ইত্যাদি সংস্কৃত সাহিত্য গ্ৰন্থৰ যেনিয়েই চাওঁ তেনিয়েই ৰূপক, উপমা উৎপ্ৰেক্ষাদি অলঙ্কাৰে ভৰা দেখোঁ। সেই বাবে গ্ৰন্থৰ অপ্ৰমাণ্যতা নহয়। মাত্ৰ মূল কথা ঠিক থাকিলেই হয়। ৺দেৱ দামোদৰদেৱ এজন গৌতম গোত্ৰী ব্ৰাহ্মণ। এজন ব্ৰাহ্মণ সন্ন্যাসীৰপৰা দীক্ষা লৈ শ্ৰীচৈতন্যৰপৰা ধৰ্ম্মাচাৰ্য্য পদবী পাই অসমত ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰবৰ্ত্তাইছিলে। আমি ইয়াকেই দেৱ দামোদৰৰ জীৱনী চালি জাৰি পাইছো। ডাঙ্গৰীয়াসকল! এইটো আমি ৺দেৱ দামোদৰৰ জীৱনীৰ শাস্ত্ৰমূলকতা দেখুৱালো। এতিয়া এবাৰ আহক, ৺শঙ্কৰদেৱৰ জীৱনীৰ শাস্ত্ৰৰ মূলৰতা অলপ চাওঁ। সাম্প্ৰদায়িকতাশূন্য গ্ৰন্থ হিন্দুধৰ্ম্মত এখনো নাই। প্ৰবৰ্ত্তনি ধৰ্ম্মৰ কথা দূৰতে থাওক, শঙ্কৰদেৱৰ এখনি জীৱনীয়েও ৺শঙ্কৰদেৱ কোন সম্প্ৰদায়ৰ, কৰপৰা কি পাইছিল তেওঁৰ গুৰু কোন এইবিলাক কথা একোকে নকয়। শ্ৰীকৃষ্ণদেৱ, বুদ্ধদেৱ, বঙ্গদেশৰ চৈতন্যদেৱ, নিত্যানন্দ, অদ্বৈত আন কি দত্তাত্ৰেয় শঙ্কৰাচাৰ্য্যৰো গুৰু কোন স্পষ্ট জনা আছে। কিন্তু শঙ্কৰদেৱৰনো গুৰু কোন এই ফেৰা কথা কোনো এখন চৰিত্ৰতে নাই। এনেকুৱা চৰিত্ৰ বিলাকেই আমাৰ বেজবৰুৱা ডাঙ্গৰীয়াৰ মনত হিষ্টৰি, কেৱল ৺দেৱদামোদৰৰ চৰিত্ৰ কেৱলহে story। ইপিনে কিন্তু শাস্ত্ৰই হলে লেখিছে:—গুৰু নোহোৱাকৈ পুস্তক আদি চাই জপ আদি কৰিলে পুণ্যৰ পৰিবৰ্ত্তে পাপহে হয়। আৰু যিবিলাক কাৰ্য্য কৰে সিও নিস্ফল। "গুৰুং বিনা যস্তু মূঢ়ঃ পুস্তকাদি বিলোকনাৎ জপবন্ধং সমাপ্নোতি কিঞ্চিৎ পৰমেশ্বৰি"—ৰুদ্ৰ যামল। "গুৰ্ব্বনুক্তাঃ ক্ৰিয়া সৰ্ব্বা, নিস্ফলাঃ সূৰ্য্যতো ধ্ৰুৱম"—ব্যাস।

আনফালে আকৌ শঙ্কৰদেৱৰ জীৱনী দুই চাৰিখনে শঙ্কৰদেৱ ব্ৰাহ্মণীয়ো গুৰু আছিল বুলি লেখিছে। কিন্তু এই কথাষাৰ সম্পূৰ্ণে হিন্দু শাস্ত্ৰৰ বিপৰীত। হিন্দু

শাস্ত্ৰমতে দ্বিজহে ধৰ্ম্মোপদেষ্টা—শূদ্ৰ নহয়। দ্বিজৰ ভিতৰতো জ্ঞানী আৰু বয়োবৃদ্ধৰ ওচৰতহে জ্ঞান শিক্ষা কৰিব লাগে—যাৰে তাৰে ওচৰত নহয়। শূদ্ৰ আৰু দ্বিজৰ প্ৰকৃত অৰ্থ কি? ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য এই তিনি জাতিহে দ্বিজ। আন বিলাক শূদ্ৰ। ব্ৰাহ্মণতকৈ যদি ক্ষত্ৰিয় বা বৈশ্য শ্ৰুতোধ্যায়ন সম্পন্ন হয় তেন্তে ব্ৰাহ্মণেও ক্ষত্ৰিয় বৈশ্যৰ পৰা জ্ঞান শিক্ষা কৰিব পাৰে, শূদ্ৰিৰ পৰা নহয়। অৱশ্যে এই বিলাক কথা হৈছে শিক্ষা গুৰুৰ বিষয়ে, দীক্ষা গুৰুৰ বিষয়ে নহয়। "গুৰুস্তু দ্বিবিধঃ প্ৰোক্তঃ দীক্ষা প্ৰভেদতঃ"। দীক্ষা গুৰুৰ বিষয়ে ব্ৰাহ্মণহে প্ৰথম গুৰু হবৰ অধিকাৰী। ব্ৰাহ্মণৰ অভাবত স্বজাতিক আৰু নিজৰ তলতীয়া জাতিক ক্ষত্ৰিয়াদি জাতিয়েও দীক্ষা দিব পাৰে। ওপৰ খাপৰ জাতিক হলে নোৱাৰে। এয়ে মূল তথ্য। জাতিক হলে নোৱাৰে। এয়ে মূল তথ্য। এই তথ্য অনুসৰিয়েই শঙ্কৰদেৱে মাধবদেৱক দীক্ষা দিব পাৰিছিল, কিন্তু কোনো ব্ৰাহ্মণকে শৰণ বা দীক্ষা দিয়াত শঙ্কৰদেৱৰ কোনো অধিকাৰ নাছিল। শঙ্কৰদেৱে ঠিক এই ভাবেই এই দৰেই শাস্ত্ৰৰ মত মানিহে ব্ৰাহ্মণক শৰণ দিয়া নাছিল দুখৰ বিষয় বেজবৰৱা ডাঙ্গৰীয়াই আজি ৯।১০ বছৰে শিক্ষাগুৰু দীক্ষাগুৰু সোপাকে সানি পুতকি একাকাৰ কৰি শঙ্কৰ দেৱকে সকলোৰে গুৰু পাতি দেশত হাঁহাকাৰ লগাইছে, অশাস্ত্ৰীয় মত প্ৰবৰ্ত্তাবৰ উদ্যোগ কৰিছে। আৰু এতিয়াও গড়মূৰৰ উচিত বক্তাজনৰ প্ৰবন্ধৰ উত্তৰত বিশ্বামিত্ৰ, জাবালি, ব্যাস, জনক, প্ৰবাহণ, জৈবলি, দালভ্য, চিত্ৰ, শ্বেতকেতু সোপাকে সানি পুতকি একাকাৰ কৰি তুলিছে। যি যি স্থলত ব্ৰাহ্মণে ক্ষত্ৰিয় ৰজাৰপৰা কোনো বেদৰ বাখ্যা বা ধৰ্ম্মৰ বাখ্যা শুনা কথা আছে সেই সেই স্থলতে এইটো বুজিব নালাগে যে উপদেশ বাখ্যা কৰাজনেই উপদেশ শুনা জনৰ দীক্ষাগুৰু। শূদ্ৰ সূতে সনকাদি ঋষিক নৈমিষাৰণ্যত জ্ঞান দিছে এই উপাখ্যানটিৰ অৰ্থ "সূত এটাইৰে দীক্ষা গুৰু" এইটোহে হলনে? যদি হয় বোলে আমি বেজবৰুৱা ডাঙ্গৰীয়াৰ বুদ্ধিক চাবাছ নিদি নোৱাৰো। আমি উপমা এটা দিওঁ। প্ৰদীপিকাৰ পাঠক সকলে আমাৰ এই উপমাত বেজাৰ নেপাই এফেৰা আমোদ উপভোগ কৰক। সময়ে সময়ে চহৰত বাবুসকলৰ মাজত বহুমূলীয়া নানান কাম কৰা সংৰঞ্চিৰ ওপৰত পৰা ধোবাই ধোৱা চাদৰৰ ওপৰত উঠি খেমটাওৱালীয়ে বা বায়ে গান কৰে। বাবুসকলে তন্ময়চিত্ত হৈ সেই গান শুনে। আৰু "গা গা" Encore Encore ইত্যাদি কথাৰে আকৌ গাবলৈ লগাই দিয়ে। এই গান শুনাটো বাবু সকলৰ পক্ষে খেমতাওৱালীক গুৰু মানি ধৰ্ম্ম শিক্ষা কৰা হয়নে? গাৱঁলীয়াৰ ভিতৰতো অনেক সময়ত ব্ৰাহ্মণ শূদ্ৰ সকলোৱে মিলি সমাজ পাতি বহি কেতিয়াবা কামৰূপৰ পৰুগণীয়া বা আন শূদ্ৰ ওজাৰ পদ শুনে আৰু ভাল লাগিলে "গা গা" বুলি উচাহেঁ দিয়ে। এই স্থলতে সেই

শূদ্ৰ ওঝাই গুৰু হৈ বহিলনে? যদি নহয় তেন্তে সূত সৌনকাদিও ব্ৰাহ্মণৰ গুৰু নাছিল। সূতো এজন বিখ্যাত গায়কহে আছিল। আজিকালিৰ সকলে কোনো এক প্ৰাদেশিক ভাষাত গায়, সূতে সংস্কৃতত গাইছিল। সূত যে এজন গায়কহে ইয়াৰ স্পষ্ট প্ৰমাণ ভাগৱতৰ ৪ৰ্থ স্কন্ধতে আছে। যেতিয়া পৃথুৰজাক সূত, মাগধ, আৰু বন্দীসকলে স্তুতি কৰিবলৈ ধৰিলে "সূতো থস্যাধোবন্দী তংস্তোতুমুপতস্থিৰে"। যেতিয়া পৃথুৰজাই হে সূত! হে মাগধ! হে বন্দীগণ! তোমালোকে যি বিষয় লৈ আমাক স্তৱ কৰিবা, 'বৰ্ত্তমান লোকত সেইবিষয় বিলাক প্ৰকাশ পোৱা নাই। সম্প্ৰতি তোমালোকে আমাৰ বাজে আনলোকক স্তুতি কৰা বুলি নিষেধ কৰে। "ভোঃ সূত হে মাগধ সৌম্যবন্দিণ, লোকে ধুনা স্পষ্ট গুণস্যমেস্যাৎ। কিমাশ্ৰয়োমে স্তৱ যোজ্যতাং মামষ্যভুবন্ চিতথা গিৰোবঃ।" পিচত মুনিসকলৰ আজ্ঞাক্ৰমে তেওঁ বিলাকে পৃথুৰজাক স্তুতি কৰে। "ইতি ব্ৰুবানং নৃপতিং গায়কামু নিচোদিতাঃ তুষ্টবুস্তুষ্ট মনসস্তদ্বাসমৃত সেৱয়া।" এই শ্লোকত থকা "গায়কাঃ" এই শব্দটিয়ে সূত, মাগধ, বন্দী তিনিওকো বুজাইছে। টীকাকাৰক শ্ৰীধৰ স্বামীয়েও "গায়কাঃ সুতাদয়ঃ" বুলি বাখ্যা কৰিছে। এই বিলাক শাস্ত্ৰ নিৰ্দ্দিষ্ট বাক্যেৰে সূত যে গায়কহে আছিল এইটো জলজলীয়া ফটফটীয়া প্ৰমাণ। সূত গায়ক, সেই বাবে দেৱতাৰ, ঋষিৰ আৰু ৰজাৰ বংশৰ কথা এবং ইতিহাস, পুৰাণ এই বিলাক কথা জানি থোৱা উচিত বুলি বায়ু-পুৰাণত কৈছে। "স্বধৰ্ম্ম এষ সূতস্যসদ্ভিৰ্দৃষ্ট পুৰাতনৈঃ। দেবতানামৃষি নাঞ্চ ৰাজ্ঞাঞ্চামিততেজসাম্। বংশানাং ধাৰণং কাৰ্য্য শ্ৰুতানাঞ্চ মহাত্মনা। ইতিহাস পুৰাণেষুদিষ্টা যে ব্ৰহ্মবাদিভিঃ"। সেই সূত তীৰ্থ যাত্ৰাক্ৰমে নৈমিষাৰণ্যত উপস্থিত হোৱাত ঋষিসকলে পুৰাণ কবলৈ আদেশ দিয়াত, সূতে ব্ৰাহ্মণৰ আজ্ঞানুসাৰে পুৰাণ বাখ্যা কৰে। বায়ু পুৰাণত সূতে ইয়াকো কৈছে যে পুৰাণবেত্তা সত্যব্ৰত পৰায়ণ আপোনালোকে মোক পুৰাণ কবলৈ আদেশ দিয়াত মই বৰ অনুগৃহীত আৰু পবিত্ৰ হলো। "পুতো স্ম্যনুগৃহীতশ্চ ভবস্তিৰ্বভিনোদিতঃ পুৰাণাৰ্থ পুৰাচৈতঃ সত্যব্ৰত পৰায়ণৈঃ" পাঠক সকল। গুৰুৱে কেতিয়াবা শিষ্যক "আপুনি মোক অনুগ্ৰহ আৰু পবিত্ৰ কৰিলে" বুলি কয়নে? অনুগ্ৰহ কৰ্ত্তা কোন? গুৰুনে শিষ্য? ঋষিসকলে সূতক "সত্ত্ব, সৌম্য, ভদ্ৰ, মহাভাগ, বৎস" ইত্যাদি স্নেহ বাৎসল্য সম্বোধনত বাজে "গুৰু" বুলি সম্বোধন কৰা নাই। সূতৰাং সূত কেতিয়াও ঋষিসকলৰ গুৰু নাছিল। হিন্দু শাস্ত্ৰ ডাঙ্গৰীয়াই মাথিক হাতী, হাতীক মাথি কৰিব পাৰিলেও হিন্দু বশাস্ত্ৰ গভীৰ ভাববিলাক সম্পূৰ্ণ-ৰূপে গ্ৰহণ কৰিব পৰা নাই।

বেজবৰুৱা ডাঙ্গৰীয়াই আকৌ ভূবিকাৰত দেবতাবুদ্ধি, জলক তীৰ্থ কৰোতা সকল "গৰুতো অধম কৃষ্ণ বদতি" এই কথাটো ১০ ম স্কন্ধৰ চৌৰাশী অধ্যায়ৰ পৰা

তুলি দি প্ৰতিমা পূজা কৰিব নলগাতো দেখুৱাইছে। ইফালে “প্ৰদীপিকাই একাদশ স্কন্ধৰ “সূৰ্য্যোগ্নি ব্ৰাহ্মণো গাবো” ইত্যাদি, আৰু “শৈলী, দাৰুময়ী লৌহী” ইত্যাদি এইবিলাক প্ৰমাণেৰে প্ৰতিমা পূজা কৰিব লগাটো বুজাইছে। এই খিনিতে পাঠকৰ আগত দুটা বাট উপস্থিত। পাঠক এতিয়া কেনি কলৈ যায়, পাঠকৰ গন্তব্য বাত কোনটো? পাঠক! ভয় নাই। আমি আপোনলোকৰ আশীৰ্ব্বাদে, আপোনালোকৰ গন্তব্য পথ শাস্ত্ৰৰ দ্বাৰাই নিৰ্দ্ধাৰিত কৰি দিম। আপোনালোকে স্থিৰ হওক। বিষয়, অবিষয়, পূৰ্ব্ব, পক্ষ, উত্তৰ, নিৰ্ণয় এই পাঁচোটি শাস্ত্ৰাঙ্গ অধিকৰণ আছে। প্ৰসঙ্গ, ইপোদঘাত, হেতুতা, অবসৰ, নিৰ্ব্বাহ, এককাৰ্য্য, এই ছয়টি শাস্ত্ৰৰ সঙ্গতি। অধিকৰণ আৰু সঙ্গতি উভয়কে মিলাই অৰ্থ কৰিলেহে শাস্ত্ৰৰ প্ৰকৃতাৰ্থ পোৱা যায়। তাকে নকৰিলে, বেমেজালিত পৰিব লাগে। কোনো এদিন ৰামকৃষ্ণক দৰ্শন কৰিবলৈ ব্যাসদেবাদি ঋষিসকল অহাত “আযযু মুনয়স্তত্ৰ কৃষ্ণৰামদিদৃক্ষয়া। দ্বৈপায়নো নাৰদশ্চ চ্যবনো দেবলো সিতঃ”।। সেই ঋষি সকলক যথা বিহিত পূজা কৰি “তানানৰ্চ্চুৰ্য্যথা সৰ্ব্বে সহৰামো চ্যতো চ্চৰ্য়ৎ’ স্বাগতাস পাদ্যাৰ্ঘ মাল্যধুপানুলেপনৈঃ “উবাচ সুখমাসীনান্ ভগবান ধৰ্ম্ম গুপ্তনুঃ। অহো, দেবতাগণৰো দুস্প্ৰাপ্য যোগেশ্বৰ সকলৰ দৰ্শন পাই আমি ধন্য হলো। “অহোবয়ং জন্মভৃতোলব্ধং কাঁৎস্ন্যেন তৎফলম্। দেবানামপি দুস্প্ৰাপ্যং যদ্ যোগেশ্বৰ দৰ্শনম্।”এবমাদি সাধু ব্ৰাহ্মণক স্তুতিবাক্য কোৱা প্ৰসঙ্গত, প্ৰতিমা জলত দেবতীৰ্থ বুদ্ধি কৰে, কিন্তু সেই বুদ্ধি তত্ত্ববিৎ সাধুসকলৰ ওপৰত নকৰা লোকহে ‘গৰুতকৈয়ো অধম” বুলি কৈ নিজৰ ব্ৰাহ্মণ্যতাৰ উৎকৰ্ষ দেখাইছে। তৃতীয় স্কন্ধতো কৈছে যে ব্ৰাহ্মণ, দুগ্ধবতী গাই, আৰু অনাথ প্ৰাণী তিনিও মোৰ শৰীৰ। ইয়াৰ ভেদদৰ্শন যেয়ে কৰে তাৰ চকু গৃধ্ৰ ৰূপী যমদূতে সাপৰ নিচিনা খং কৰি আহি উঘালি নিয়ে। “যে মে তনুৰ্দ্বিজবৰাণ দুহতীৰ্মদীয়া ভুতান্যলব্ধ শৰণানিচ ভেদবুদ্ধ্যা দ্ৰক্ষ্যন্ত্যঘ ক্ষত দৃশোহ্যহিমন্যবস্তান, গৃধ্ৰা ৰুষা মমকুশন্ত্যধিদণ্ডনেতুঃ”। ইয়াৰসৈতে ১০ম স্কন্ধৰ চৌৰাশী অধ্যায়ৰ কথাটো মিলালে জলজলকৈ ওলাই পৰে যে ঈশ্বৰে যি বিলাক বস্তুক সাক্ষাৎ ৰূপে তেওঁৰ অঙ্গ বুলিছে সেইবিলাক বস্তুৰ ওপৰত শ্ৰদ্ধা নেৰাখি আৰু সকলো প্ৰাণীক দয়া নকৰি অকল প্ৰতিমা জলকে “দেব তীৰ্থ” বুলি খামোছ মাৰি ধৰা মানুহ গৰুতকৈও অধম। “গৰুতো অধমকৃষ্ণ বদতিৰ” তাৎপৰ্য্যাৰ্থ এইহে। নহলে একাদশ স্কন্ধত উদ্ধবৰ আগত এবং তৃতীয় স্কন্ধত দেবহুতিৰ আগত মূৰ্ত্তি পূজা কৰিবৰ কথা নকলে হেতেন। আৰু গ্ৰন্থান্তৰেও “প্ৰতিমায়াম শিলাবুদ্ধি ৰৌৰবং নৰকং ব্ৰজেৎ” বুলি প্ৰতিপোষক কৰাৰ উদ্দেশ্য নাছিল। তৃতীয় স্কন্ধত কৈছে যে “মোৰ প্ৰতিমাৰ দৰ্শন, স্পৰ্শন, পূজা,

স্তৱ, বন্দনা আৰু সকলো প্ৰাণীত মন্তাবনা, এবং, ধৈৰ্য্য বৈৰাগ্যেৰে ভক্তিযোগ সাধনা হয়। "মদ্বিষণ্য দৰ্শন স্পৰ্শ পূজাস্তুত্যভিবন্দনৈঃ। ভূতেষু মদ্ভাবনয়া সত্তেলা সঙ্গমেনচ।" আৰু কৈছে, যেতিয়ালৈকে পুৰুষে মোক সৰ্ব্বভূতাবস্থিত বুলি নিজ হৃদয়ত জানিব নোৱাৰে অৰ্থাত পুৰুষৰ আত্ম, পৰ ভেদজ্ঞান দূৰ নহয়, তেতিয়ালৈকে স্বকৰ্ম্মনিষ্ঠ অৰ্থাত নিজ নিজ জাতিও আশ্ৰমৰ কৰ্ত্তব্য কাৰ্য্যৰ অনুসাৰে প্ৰতিমাদিত মোক পূজা কৰিব। 'অৰ্চ্চাদাবাৰ্চ্চয়েৎ তাবদীশ্বৰংমাং স্বকৰ্ম্মকৃৎ। যাবন্নদেবং স্বহৃদি সৰ্ব্ব ভূতেষ্ববস্থিতম।।" মহাজ্ঞানী শঙ্কৰদেৱে আজিকালিৰ উচ্চ শিক্ষিত সকলৰ দৰে হাৱা বদলাবলৈ শ্ৰীক্ষেত্ৰলৈ গৈছিল নে ইন্দ্ৰিদ্যুম্ম প্ৰতিষ্ঠিত দাৰুময় প্ৰতিমাৰ ওপৰত দেবতা বুদ্ধি কৰি গৈছিল? যদি দেবতা বুদ্ধি কৰি যোৱাই সত্য, তেন্তে শঙ্কৰদেৱেও প্ৰতিমাত দেবতা বুদ্ধি কৰা প্ৰকাশ পায়। পাঠক আপোনালোকেও দামোদৰীয়াৰ দৰে ঈশ্বৰৰ বাক্যত শ্ৰদ্ধা ৰাখিলে অতুচ্চ হৈ অপ্ৰয়াসে নিজৰ অভীষ্ট লাভ কৰিব। প্ৰতিমা শিলা, তীৰ্থ পানী, নাম মাত্ৰ বামুণ পৃথিবী মাইকী, এনেবিলাক অলীক জ্ঞানৰ বশবৰ্ত্তী হৈ মাটিত মূৰ নলগাই চাং পতা সেৱা কৰিলে, "গৰুতো অধম কৃষ্ণ বদত্তিত" পৰিব। "লেখ্যা" এইটি বিশেষণ শব্দ বিশেষণ শব্দবোৰে বিশেষ্যক আশ্ৰয় কৰিহে অৰ্থ বুজাব পাৰে। উপস্থিত প্ৰস্তাবত "লিখ্যা" বিশেষ্য প্ৰতিমাই হৈছে। প্ৰতিমাৰ অৰ্থ প্ৰতিকৃতি "তদাকাৰেণ কৃত্ৰি মাকাৰবান্" অৰ্থাত যাৰ যেনে আকাৰ সেই দৰে গঢ়া মূৰ্ত্তিৰ নাম প্ৰতিমা। সুতৰাং শৈলী, দাৰুময়ী, লৌহী এইবচনত বুজাব নোৱাৰে। আৰু পুথিত লেখা মূৰ্ত্তি বোৰ "অপ্ৰতিষ্ঠিত" বুলি হিন্দুৰ অপূজ্য। প্ৰতিষ্ঠা নকৰা প্ৰতিমাত পূজা কৰিব নেপায়। প্ৰবন্ধ বাহুল্য হোৱাৰ বাবে তাৰ প্ৰমাণ দিবলৈ আগ্ৰহ নকৰিলোঁ। পাঠকৰ ইচ্ছাহলে, "দেবপ্ৰতিষ্ঠা তত্ত্বাদি" গ্ৰন্থ চাই সন্দেহ দূৰ কৰিব পাৰে। পূজাৰ আধাৰ প্ৰতিমা আৰু সূৰ্য্য, অগ্নি ইত্যাদিৰ লগত পুথি পৰা নাই। সুতৰাং পুথিত পূজা কৰা প্ৰথাটো সম্পূৰ্ণৰূপে অশাস্ত্ৰীয় বুলি এবাৰ নহয় শত বাৰ কবলৈকো কুণ্ঠিত নহওঁ। পূজাৰ নিৰ্দ্দিষ্ট আধাৰবিলাক ত্যগ কৰি মাহ, চাউল, ধূপ দীপ গোটাই ফুল তুলসীৰে ঈশ্বৰৰ উদ্দেশে পুথিত পূজা কৰিবলৈ কোৱা নাই। পুথি "শব্দ ব্ৰহ্মৰ" বাবে নিজে শ্ৰবণীয়, অধ্যয়নীয়, বন্দনীয় আৰু পূজনীয়ও হব পাৰে? কিন্তু প্ৰতিমাদিৰ দৰে ঈশ্বৰ পূজাৰ আধীৰ হব নোৱাৰে। পৰা হলে অবশ্য ঈশ্বৰ কৃষ্ণে উদ্ধবৰ আগত পুথিটো মোৰ পূজা কৰিব বুলি কলেহেতেন। হিন্দুৰ পূজিত দ্ৰব্য বহুত আছে, যেনে, "দেহলী" পূজামণ্ডপৰ দুৱাৰদলী আসন, "পূজক উপবেশন কৰা আসন" ইত্যাদি। আনকি, কাকবলি, শ্বানবলিয়ে কাউৰী, কুকুৰকো পূজা কৰে। সেই বাবে সেইবিলাক বস্তু পূজাৰ আধাৰ হবনে? প্ৰদীপিকাৰ প্ৰবন্ধলেখকে লেখিছে বকৰা ভাণ্ডৰীয়াইহে

আধাৰক কৰ্ম্ম কৰিছে, "ফুল, তুলসী চতিয়াই ঘণ্টা বজোৱাৰ নামেই পূজানে?" বুলি বৰুৱা ডাঙৰীয়াই সুধিছে। তদুত্তৰে কওঁ যে, ঈশ্বৰৰ উদ্দেশে পূজাধাৰত মন্ত্ৰ পাঠ পূৰ্ব্বক ফুল, চন্দন, তুলসী, পাদ্য, অৰ্ঘ, প্ৰভৃতি সমৰ্পণ কৰি ঘণ্টা বজোৱাই পূজাৰ মুখ্যাৰ্থ। শ্ৰৱণ, বন্দনাদি পূজা ধৰিলে নববিধ ভক্তিৰ ফালে টান পৰে। শ্ৰবণ বন্দনাদিক বেলেগ বেলেগ ভক্তি নুবুলি অৰ্চ্চণ ভক্তিতে থলে হেতেন। আমি হিন্দু, বাইবেল, কোৰাণ চিনি নেপাওঁ। বাইবেল, কোৰাণৰ অধিকাৰীসকলে কিহত কাৰ পূজা কৰে, আমি চাবলৈ যোৱা নাই। এতিয়া বৰুৱা ডাঙৰীয়াৰ লেখনীৰ অনুগ্ৰহত জানিব পাৰিলোঁ যে বাইবেল, কোৰাণৰ মতে চলা সকলে পুথিতহে পূজা কৰে। শুকে বাপেকক এৰি গুছি গলত বাপেকে পুত্ৰ বুলি পিছে ২ মাতি যাওঁতে গছ, লতাই প্ৰতিধ্বনিৰে তেওঁক উত্তৰ দিছিল বুলি শ্ৰীমদ্ভাগবতত আছে। 'পুত্ৰেতি তন্ময়তয়া তৰব্যে বদন্তি" ইত্যাদি। বৰুৱা ডাঙৰীয়াই লেখা এই কথাটোৰপৰা পাঠকসকলে বিবেচনা কৰক। যেনেদৰে ব্যাসদেৱে পুত্ৰশোকত বিহ্বল হৈ পুত্ৰ পুত্ৰ বুলি চিঞৰাত সৰ্ব্বান্তৰাযামী শুকে গছ লতাত অধিষ্ঠান হৈ উত্তৰ দিছিল, সেই দৰে 'অসমীয়া' কাকতে বিহ্বল হৈ "শঙ্কৰ! তুমি নো কাৰ গুৰু" ইত্যাদি প্ৰলাপ বকাত "অসমীয়া" কাকতৰ হৃদয় স্থিৰ হবৰ কাৰণে "শঙ্কৰ জগতগুৰু" বুলি গছ, লতাই উত্তৰ দিৱেনে? "প্ৰদাপিকাৰ" সৃষ্টিৰ "চাৰি পাঁচ শ, বছৰৰ পূৰ্ব্ববৰ্ত্তী শঙ্কৰৰ লগত তইঁতৰ কি গুৰু শিষ্যৰ সম্বন্ধ আছে" বুলি উত্তৰ দিলে। এইখিনিতে একাষাৰ কথা সোধোঁ, "উত্তৰকে প্ৰতিধ্বনি বোলে নে? "প্ৰতিমা পূজাতো দ্বাপৰ যুগৰ ব্যৱস্থা, কলিৰ নহয়" বুলি বৰুৱা ডাঙৰীয়াই লেখা কথাটো একেবাৰে মানিব লগা নহয়! কাৰণ কলিত, বেদপাঠ, হোম, অতিথি, সেৱা আৰু পূজা এবমাদি বৈদিক, তান্ত্ৰিক কৰ্ম্ম নকৰি কেবল হৰি কীৰ্ত্তনকে কৰিব বুলি কোনো শাস্ত্ৰে কোৱা কিম্বা শঙ্কৰদেৱেও কোৱা নাই। শাস্ত্ৰৰ সক্ষ্মাৰ্থ অলপ অচৰপ মন দিলে বুজিব পাৰি যে এইবিলাক বৈদিক, তান্ত্ৰিক, কৰ্ম্ম কৰি হৰি সংকীৰ্ত্তন কৰিব লাগে। কিয়নো কলিৰ লোকসকল অতিশয় বিষয়ব্যগ্ৰ, গতিকে সেইবিলাক কাৰ্য্যত মন্ত্ৰ, তন্ত্ৰ দেশ কাল দ্ৰব্যাদি জনিত বহু ছিদ্ৰ হব পাৰে। কিন্তু হৰি নাম কীৰ্ত্তন কৰিলে সেইবোৰ ছিদ্ৰ নেথাকে; যথা "যদসাঙ্গং কৃতং কৰ্ম্ম জনতা বাপ্য জনতা সাঙ্গাং ভবতু তৎসৰ্ব্বং হৰেৰ্ণামানু কীৰ্ত্তনাৎ"। একাদশ স্কন্ধত উদ্ধৱৰ আগত শ্ৰীকৃষ্ণে কৈছে যে, 'বৈদিক তান্ত্ৰিক, মিশ্ৰ "বৈদিক তান্ত্ৰিক মিহলি" এই তিনি বিধহে মোৰ যজ্ঞ। ইয়াৰ ভিতৰত যেইটিয়ে অভীপ্সিত হয়, সেইটিৰেই মোক অৰ্চ্চন কৰিব। "বৈদিক তান্ত্ৰিকো মিশ্ৰ ইতিমে ত্ৰিবিধো মখঃ। ত্ৰয়াণামিপ্সিতে নৈৱ বিধিনামাং সমৰ্চ্চয়েৎ"। শ্ৰীকৃষ্ণ দেৱৰ এই

কথাযাৰে তন্ত্ৰ শাস্ত্ৰৰো প্ৰাধানত্যা ৰূপে দেখাইছে। "তন্ত্ৰ" শাস্ত্ৰ হৈছে, পূজা প্ৰাধানিক কলিকালৰ শাস্ত্ৰ। "আগমোক্ত বিধানেন কলৌ দেবান যজেৎ সুধীঃ। নহি দেবাঃ প্ৰসিদন্তি কলৌচান্য বিধানতঃ"। এতিয়া ৰাইজে বিবেচনা কৰি চাওক, কলিত পূজা আছেনে নাই! একাদশ স্কন্ধত শ্ৰীকৃষ্ণে উদ্ধৱৰ আগত পৰিপাটি কৰি পূজাৰ কথা কৈ কৈ আহি শেষত কৈছে "আচমনীয়াদি নিৰ্ম্মাল্য নৈবেদ্য বিস্বক সেনক দিব। পাচত সুগন্ধ তাম্বুলাদি দি পুনৰায় পুষ্পাঞ্জলিৰে অৰ্চ্চনা কৰিব। আৰু মোৰ বিষয় গান, নাম কৰ্ম্মাদি কীৰ্ত্তন, নৃত্য, অভিনয়, মোৰ কথা লোকক শুনাই লোকৰপৰা নিজেও শুনি, ক্ষণকাল অব্যগ্ৰ হৈ থাকিব, বৃহৎ ক্ষুদ্ৰ, পৌৰাণ আৰু প্ৰাকৃতি স্তব, স্তুতি দ্বাৰায় স্তৱ কৰি ভগবান প্ৰসন্ন হওক বুলি দণ্ডবতে প্ৰণাম কৰিব। "দত্ত্বাচমন মুচ্ছেষং বিস্কক্ সেনায় কল্পয়েৎ। মুখাবাসং সুৰভিমৎ তাম্বুলাদ্য মথা য়েৎ" উপগায়ন গৃণন নৃত্যন্ কৰ্ম্মাণ্যভিনয়ন মম। মৎকথা শ্ৰাবয়ণ পৃবন মুহুৰ্ত্তং ক্ষণিকে। ভয়েৎ" স্তবৈৰুচ্চাবচৈঃ স্তোত্ৰৈঃ ভগবাহ্নিতি বন্দেত দণ্ডবৎ" এই নিয়মে বামুণীয়া সত্ৰবোৰ চলাইছিল আৰু চলিও আছে, ঈশ্বৰৰ শ্ৰীমুখনিঃসৃত এইবিলাক বাক্যেৰে পূজাৰ শেষত নাম কীৰ্ত্তনাদি কৰিব লগা নিঃসন্দেহে ওলাই আছে। কেবল "হৰি নামক ধৰি বেদপথ নমনা মানুহক কি বোলে অন্য গ্ৰন্থলৈ মন নকৰিলেও মাধৱদেবৰ এই ঘোষাটোতে পাব যথা ঃ—

"হৰিনাম ধ্বজ কৰি, বেদপথ পৰিহৰি, ফুৰে অতি পাষণ্ডসকল। ইহ পৰলোক নষ্ট, হুয়া পেট পুষি মাত্ৰ, ফুৰিবেক মন্ত্ৰেৰে হৰিক পূজা কৰে সিবিলাকো হৰিৰ নামহে অতএব "হৰেৰ্ণাম হৰেৰ্ণাম হৰেৰ্ণামৈব গতিৰণ্যথা" ইয়াৰ সৈতে একে। কোহকাল নেলাগে।।

শিবমিতি শক ১৮৪২।১৮ ভাদ।

শ্ৰীযশস্পতি শৰ্ম্মা,

কামৰূপ।

# বিবিধ বাতৰি আৰু সমালোচনা

আমি চতুৰ্থ সংখ্যা বাঁহী পাই আমাৰ পুৰণি বন্ধু শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াক ধন্যবাদ জনাওঁ। বাঁহীয়ে এবিাৰ ধৰ্ম্ম সম্বন্ধে, প্ৰতিমা পূজা বিষয়ে, আৰু প্ৰদীপিকাৰ ২য় সংখ্যাৰ বিষয়ে ঢেৰ কৈছে। প্ৰদীপিকাৰ ২য় সংখ্যাৰ বিষয়ে যি কৈছে সেইবিলাক কথা "অসমীয়াতে ওলাইছিল। সেইবিলাকৰ জবাব আমি নিদিলেও আমাৰ পৰিবৰ্ত্তে এজন চিঠি লেখোতায়ে দিছে। আমিও ধীৰে ধীৰে লাগে যদি আৰু দিম। বাঁহী নিবাশ

নহব। সদ্যহতে প্ৰতিমা পূজা বিষয়ে বাঁহীয়ে যি পাণ্ডিত্য আৰু শাস্ত্ৰৰ অভিজ্ঞতা দেখুৱাইছে তাক আমি নশলাগি নোৱাৰে। কিন্তু দুখৰ বিষয় যে আমি এই প্ৰবন্ধতো, এফেৰা হাসোৱাহ পালো। বাঁহীবাদক শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙ্গৰীয়াই অসমৰ মহাপুৰুষীয়া সত্ৰবিলাককে কেতিয়াবা দেখিছেনে নাই কব নোৱাৰো দামোদৰী সত্ৰৰ কথাকে নকওঁ। যদি কেতিয়াবা কোনো মহাপুৰুষীয়া সত্ৰলৈ গৈছিল তেন্তে দেকা নাছিলনে যে প্ৰত্যেক সত্ৰতেই অকল পুথি ভাগবতেই নাথাকে। গীতা, ভাগবত এই পুথি দুখনি নামঘৰত থয়। থাপনাত নথয়। আৰু প্ৰত্যেক সত্ৰতেই নামগোৱা নামঘৰটিৰ বাজেও এটি মণিকূট থাকে। সেই মণিকূটত শ্ৰীকৃষ্ণৰ শৈলময়ী, লৌহময়ী বা ৰৌপ্যময়ী মূৰ্ত্তি একোটিহে থাকে। পুথি নেথাকে। এই মূৰ্ত্তিটিক দস্তুৰ মতে পূজা কৰে। অৱশ্যে পূজাৰি জন ব্ৰাহ্মণেই। বৰপেটাত কলীয়া ঠাকুৰ, কমলাবাৰি বেঙ্গেনা আটী, বৰদোৱা ইত্যাদিতো একোটি কৃষ্ণমূৰ্ত্তি আছে। এইবিলাক মূৰ্ত্তিৰ নামতহে আগৰ দহিন্দু ৰজাসকলে সকলো সত্ৰতে, সকলো তীৰ্থতে (জগন্নাথ কামাখ্যা আদি কৰি) নিস্কৰ মাটি বৃত্তি দিছিল। আৰু ইংৰাজৰ আমোলতো মূৰ্ত্তিৰ নামতহে নিস্কৰ মাটি বৃত্তিবিলাক বাহাল ৰাখিছে। কীৰ্ত্তন দশম ইত্যাদি পুথিৰ নামত ৰখা নাই। বৰপেটাৰ কলীয়াঠাকুৰত মহাপুৰুষীয়া সকলে আৰু আন আন যেয়ে সেয়ে ভক্তিভাৱে, প্ৰেমভাৱে সেৱা কৰে আৰু শলা বত্তিৰ খৰচো দিয়ে। এই প্ৰতিমা পূজাৰ অন্ততহে নামঘৰত নাম হয়। নামৰ পিচত ভাগৱত পাঠ হয়। এই নিংকিনে বৰপেটাত থকাকালীন কতবাৰ যে এই কলীয়া ঠাকুৰ দৰ্শন কৰিছিলো কব নোৱাৰো। নামঘৰতো প্ৰসঙ্গত বহা মনত পৰে। স্বৰ্গীয় শান্তিৰাম বোলা এশ বছৰৰ ওপৰ বয়সৰ বাঢ়িয়া আতৈৰে সৈতে বন্ধুভাবে আধ্যাত্মিক তত্ত্ব আলোচনা কৰাও মনত পৰে। আমি ডাঠি কওঁ যে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে পৰোক্ষ নামক শ্ৰেষ্ঠতা দিলেও প্ৰতিমা পূজাক লোপ কৰি থৈ যোৱা নাই। সম্পূৰ্ণে ভাগবতত লিখা মতে পূজিব পৰা নেযায় বুলিও প্ৰতিমা পূজা উঠাই থৈ যোৱা নাই। পূজাৰ পোন পটি অৰ্থ মতে পুথি কেখন বাস্তবিকে পূজিত নহয়, প্ৰতিমাহে পূজিত হয়। পুথি কেখন অধিতহে হয়। এই কাৰণেহে গড়মূৰৰ উচিত বক্তাজনে লিখিছিল যে আমি পুথিত পূজা নকৰো প্ৰতিমাতহে পূজা কৰো। প্ৰদীপিকাৰ ২য় সংখ্যাত এই উচিত বক্তাজনে কোৱা নাছিল যে তেখেতে পুথিবিলাক খাটৰ তলত থয়। বিজ্ঞবৰ বাঁহীৰ সম্পাদকেহে ধৈৰ্য্য হেৰুৱাই যিহকে পালে তাকে লিখিলে। প্ৰায় প্ৰত্যেক সত্ৰতেই পুৰণি সাঁচীপতীয়াপুথি আছে। অনেক দামোদৰী সত্ৰত মূল সংস্কৃত ভাগবত, মূল সংস্কৃত গীতাহে নামঘৰত ঠগীৰ ওপৰত শিৱৰ বা শক্তিৰ মন্ত্ৰত যোগ্য হলে দীক্ষা দিয়া প্ৰথা আগৰে পৰা আছে। ব্ৰাহ্মণ শূদ্ৰ

সকলো হিন্দুৰেই সত্রত থকা প্রতিমা দর্শন কৰিবৰ, সেই প্রতিমাৰ আগত অষ্টাঙ্গে দণ্ডবৎ হৈ হৃদয়ৰ ভাব প্রাণৰ বেদনা জনাবৰ সমান অধিকাৰ আছে। ফুল, নির্ম্মালি লবৰ আৰু পাদোদক খাবৰো সমান অধিকাৰ। সেই প্রতিমাক শূদ্রে কি সত্রৰ নির্দ্দিষ্ট পূজাৰী ব্রাহ্মণজনৰ বাহিৰে আন ব্রাহ্মণৰো পূজা কৰিবৰ অধিকাৰ নাই। এই কথা দামোদৰী পন্থৰ সকলো দ্বিজ আৰু শূদ্রই জানে জানিও "আমাক হলে প্রতিমা পূজিব নিদিয়ে বামুণকহে দিয়ে" এনেকুৱা বিদ্রোহী ভাব মনলৈ নানে।

শূদ্রসকলৰ নিমিত্তে দামোদৰী সত্রবিলাকত একল দ্বিজসকলৰ তিয়নি চেপা আদি বাঁহীয়ে দেখুৱাই দিয়া ব্যবস্থাই নহয়। সকলো ৰকম ব্যবস্থাই আছে। বাঁহীসম্পাদকে এবাৰ সত্রবিলাকলৈ আহি সেই ব্যবস্থাবিলাক তন্ন তন্ন কৰি চাই হয় নহয় ইয়াৰ প্রমাণ লব পাৰে।

যদি কোনো সেৱকে (শূদ্রই হওক বা ব্রাহ্মণেই হওক,) গুৰুৰ বৈষ্ণবৰ বা মন্দিৰৰ সেৱাধর্ম্ম ধৰি সুখ পায় তেন্তে সেই জনে আন একো কৰিব নোৱাৰিলেও "কৰো হৰি মন্দিৰ মার্জ্জনা দিযু" কামকে কৰি অক্ষয় বৈকুণ্ঠলৈ যাব পাৰে বুলি শাস্ত্রে কৈছে।

শ্রদ্ধাযুক্ত কোনো শূদ্রই (শূদ্র কেলেই দ্বিজেও) যদি কোনো দ্বিজৰ বা দ্বিজসকলৰ বা তেওঁৰ গুৰুদেবৰ গাখীৰ ঘিউ চাউল কল গোটাই দি ভৰি ধুৱাই, তিয়নি চেপি দাসত্ব ভক্তিকে (বাঁহীয়ে মনত ৰাখিব অসমত কৃষ্ণলৈ দাসত্ব ভাবহে বুলি আজি ৯ বছৰে বজাইছে) ধর্ম্ম বুলি সৰল ভাবে লয় তেনেহলে সেইজনে এনেকুৱা দাসত্ব কৰিও দ্বিজ আৰু নামগোৱা ভকততকৈ ওপৰ বৈকুণ্ঠলৈ যাব পাৰে বুলি শাস্ত্রে কৈছে। বাঁহীয়ে কবীৰা আৰু ৰমানন্দ স্বামীৰ আখ্যানটো পঢ়িছেনে? কবীৰাই ৰমানন্দ স্বামীৰ পদ স্পর্শে মুক্ত হৈ হীন জাতীৰপৰাও মহাপুৰুষৰ শ্রেণীত উঠা নাছিলনে? নিজ গুৰুৰ পদসেৱা কৰিয়েই মাধৱদেৱ মহাপুৰুষ হোৱা নাছিলনে? বাঁহীৰ সম্পাদকে দৈত্যাৰি ঠাকুৰ কৃত শ্রীশ্রীশঙ্কৰদেৱৰ চৰিত্র পঢ়িছে। মনত নাই যদি আমি দুফাকিমান তুলি দিওঁ "বাসা সাজি ঠাই অৱৰ্তাই নিত্যাগত। "শঙ্কৰক ভোজন কৰান্ত প্রথমত।। ৪৪৯ "শঙ্কৰদেৱৰ শয্যা পাৰিলত যেবে। প্রতি "দিন মাধবে ভোজন কৰা তেবে।। ৪৫০ "এহি মতে শঙ্কৰ মাধব চলি যান্ত। "যৈতে ৰাতি হোৱে গৈয়া তহিতে ৰহন্ত।। "বস্ত্র সলাই গৈয়া ঠাই মাধবে আতান্ত। "বজাৰক গৈয়া বস্তু কিনিয়া আনন্ত।। "স্নান কৰি শঙ্কৰক ভোজন কৰান্ত। "তৈল লৈয়া তান দুই চৰণ জান্তন্ত।। "শঙ্কৰদেৱৰ নিদ্রা আসিলেক যেবে। "আদা খাৰ মাধৱে পাৰত দিয়া তেবে।।৫৬৯ "লাস কৰি নমাই থৈয়া দুখানি চৰণ। "তেবেসে আপুনি গৈয়া দুখানি চৰণ। "এহি

মতে সেৱা নিতে মাঝৰে কৰন্ত। "আনলোকে ফাটফোন্ত ঘুমটি পাৰন্ত।।

বাঁহী, চৰিত্ৰে কি কয়? শঙ্কৰদেৱৰ পদ সেৱা কৰি, পৰিচৰ্য্যা কৰি মাধবদেৱ শঙ্কৰৰ মনত নিজৰ তিন জন পুত্ৰতকৈও বেছি স্নেহৰ হোৱা নাছিল নে? আৰু গুৰু শঙ্কৰক সেবি সেই গুৰুৰ চুম্বক শক্তি পাই মাধব দেৱ মহাপুৰুষৰ শাৰীলৈ উঠা নাছিলনে? সিদিনাও যোৰহাতৰ অজলা ভকত আউনীআটি সত্ৰৰ দত্তদেৱ পুৰুষৰ বান্ধব শাৰিত উঠা নাছিলনে? গুৰুত শ্ৰদ্ধাৰ বলত মাজ নিশা উটি যোৱা কাঠত ধৰি ব্ৰহ্মপুত্ৰ পাৰ হৈ আউনীআটি নেপাইছিলনে? গুৰু চাই সেবা কৰিব জানিলে তিয়নি চেপি দিব পাৰিলে, পৰ্য্যুবসিত অন্ন খাই নৰৰূপী নাৰায়ণ সেৱা কৰিব পাৰিলে গুৰুৰ চুম্বক শক্তি লভি মহাপুৰুষত্ব লভিব পাৰে। যিসকলে নিজে মই বৰ, ময়েহে সকলোৰে মাননীয়, বামুণৰ পৰিচৰ্য্যা, গুৰুৰ পৰিচৰ্য্যা কেলেই কৰিম, তেওঁবিলাকো মানুহ মইও মানুহ বৰং মই বেছি শিক্ষিত মানুহ, এনেকুৱা ভাবে সেইসকলে বামুণ আৰু গুৰুৰ ওচৰ নাচাপে, দাসত্ব কৰিবলৈ ভাল নাপায়। এটা সাধু কথা মনত পৰিল। কোনোবা এজন কায়স্থ মহন্তে হেনো এবাৰ কেইজন মান মিৰিক শৰণ লগাব খোজাত সেই মিৰি বিলাকে কলে ঃ—গোঁসাই! আমি শৰণীয়া নহও দে। শৰণীয়া হলে তইঁতে আমাক কেবল গোলামৰ গোলাম কৰি লবি।" যাৰ মনত এনেকুৱা বিধৰ ভাব সেই সকলে সৎব্ৰাহ্মণ বা সৎগুৰুৰ তিয়ান চেপিবৰ দৰ্কাৰ নাই। সেই সকলৰ নিমিত্তেও পৰম কাৰুণিক গুৰু সকলে দামোদৰী পন্থতো নাম পাবৰ বিধি ব্যবস্থা ৰাখি থৈ গৈছে। বাঁহীক কবলৈ আমাৰ ভালেমান সম্বল আছে। কিন্তু কলে কি হব? এইবাৰলৈ ইমানতে।

অসাম্প্ৰদায়ীক, সাৰ্ব্বভৌমিক, সৃষ্টিৰ আদি সুৰটো বজোৱা বাঁহীয়ে সম্পাদক শ্ৰীযুত লক্ষীনাথ বেজবৰুৱা ডাঙ্গৰীয়াই এইবাৰ ৪ৰ্থ সংখ্যা পবাঁহীতে তেখেতৰ সকলো খিনি কথা ঠাইৰ নাটনিতেই হওক বা আন কোনো কাৰণেই হওক, নকৈ আকৌ "অসমীয়াৰ" কোলাত উঠি আমাৰ ওপৰত এফেৰা আক্ষেপ অভিযোগ কৰিছে। ২য় সংখ্যা প্ৰদীপিকাৰ ওপৰত তেখেতে যি সমালোচনা কৰিছিল সেই বিলাকৰ আমি কোনো উত্তৰ নিদি হেনো প্ৰশ্ন দুটা সুধি তেখেতক অপমান কৰিছো, আৰু আমাৰ মেজাজত হেনো শুলকি পৰা হাকীমিৰ উপৰিও এফেৰা পুলিছীয়া মেজাজ আছে। বন্ধুবৰৰ এই কথাত আমি দুখিত হৈছো। প্ৰদীপিকাৰ কপালত অকল সৰু প্ৰদীপিকাখনৰ উপৰিও "অসমীয়াৰ" নিচিনা এখন কাকত নাই যে বন্ধুবৰৰ সমস্ত কথাৰ উত্তৰ ততালিতে দিওঁ। বন্ধুবৰে বেজাৰ কৰিব নেলাগে। এই সংখ্যাত তেখেতৰ, সমালোচনাবিলাকৰ উত্তৰ দিয়া হৈছে। "সমাজশী[illegible]" প্ৰবন্ধত ব্যবহাৰ

গুপুত উলিয়াই দিয়া বিষয়ে আমি যি ভাবত প্ৰদীপিকাত লিখিছিলো সেই ভাবৰ কথাত উত্তৰ নিদি বন্ধুবৰে এফেৰা Special preading কৰা বাবেহে আমি লিখিছিলো যে play টো foul কৰিলে অথবা বাঁহীৰ সুৰটো বেসুৰ কৰিলে। জানোচা আমাৰ প্ৰশ্নৰ উত্তৰটো তাকে কৰে সেই ভাবিহে আমি পোন পটিয়ে উত্তৰ খুজিছিলো। এইটোতে যদি বন্ধুবৰক অপমান কৰা হল তেন্তে আমি ক্ষমা মাগিলো। কিন্তু দুখৰ বিষয় যে বন্ধুবৰে আজি ৯ বছৰে যি কৰিলে আৰু এতিয়াও ৪য় সংখ্যা প্ৰদীপিকাৰ ওপৰত অসমীয়া কাকতত সমালোচনা কৰোতে যিবিলাক অপমান সূচক কথা কৈছে যেনে Silly, Impudent, fool সেই বিলাক নিজে ভাবি চাওক।

তেকেতে ইয়াকো লেখিছে যে সকলোৰে জনাজাত কৰি প্ৰশ্ন ছটা নুসুধি আমি যদি গুপুততে প্ৰশ্ন ছটাৰ উত্তৰ খুজিলোঁ হেতেন তেন্তে তেখেতে বা আনেও আমাক সন্তোষজনক কৈফিয়ত দিলে হেতেন। প্ৰকাশ্যে সোধাত নো তেখেতক কেনেকৈ অপমান কৰা হল আমি বুজিব নোৱাৰিলোঁ। প্ৰশ্ন কেইটাৰ উত্তৰ নেজানি যে তেখেতক সুধিছো সেইটো নহয়। তেখেতে প্ৰকাশ্যেই মহাপুৰুষীয়া ধৰ্ম্মটো আমি নেজানো আৰু শ্ৰীশ্ৰীদামোদৰ দেৱে মহাপ্ৰভুৰ প্ৰবৰ্ত্তিত ধৰ্ম্মএটা আমি বুজানাই বুলি কোৱাতহে আমিও প্ৰকাশ্যে প্ৰশ্ন কেইটা কৰিছিলো। যদি তেখেতে সেই প্ৰশ্ন কেইটাৰ উত্তৰ প্ৰকাশ্যে দিয়া শাস্ত্ৰসিদ্ধ, ধৰ্ম্ম সিদ্ধ নহয় বুলি কব খোজে তাকে কওক। যদি তাকে কবলৈ সাহ নকৰে তেনেহলে পোন পটি ভাবে উত্তৰ নকৰি হাকিমী পুলিছি মেজাজৰ অলীক ছাঁ দেখি মান অপমানৰ গোন্ধ বিচাৰি নাকত সোপা লৈ ঘাই কথাৰ পৰা ফালৰি কাটি যাবলৈ চেষ্টা কৰাটো সঙ্গত হোৱা নাই। আঁতৰত থাকি শাস্ত্ৰ যেনে ভাগৱত মূল আৰু ভাঙনি পঢ়ি এটা ধৰ্ম্মৰ বিষয়ে সমস্ত কথা জনাও এক আৰু আজি ২৬ বছৰে শৰণ ভজন লই জিলাই জিলাই সকলো ঠায়ে ঠায়ে সত্ৰ সভাদি দেখি সেই সত্ৰ সভাৰ প্ৰবৰ্ত্তিত অনুষ্ঠান জনাও এক। যি চলিত অনুষ্ঠান, সকলোৰে জনাজাত বিষয় (যেনে মূৰ্ত্তি পূজা প্ৰথা, মহাপুৰুষীয়া পন্থাত বামুণক শৰণ দিয়া প্ৰথা) তাৰ বিষয়ে যে গুপুততে সুধিব লাগে এইটো হলে আমি বুজিব নোৱাৰো।

অসমীয়া কাকতকো আমি বন্ধুভাবে দুই চাৰি আষাৰ কথা জনাও। অসমত ৰাজনীতি, সমাজনীতি, শিক্ষা, বাণিজ্য, দেশৰ অভাব অভিযোগ ইত্যাদি ঢেৰ বিষয় লিখিবলৈ আছে। অসমীয়াই সেইবিলাক আলোচনা কৰি দেশৰ হিত সধাটোহে ভাল। ধৰ্ম্মৰ বিষয়ে (যদিও অসমীয়ায়ে বেজবৰুৱা আৰু আমাৰ ভিতৰতে লগাই দিলে) অসমীয়াই সপ্তাহে সপ্তাহে আলোচনা নকৰি, সাপ্তাহিত কাগজখনক ধৰ্ম্মৰ

আলোচনী নকৰি মনে মনে বাঁহী আৰু প্ৰদীপিকাৰ যুজখনকে চাই থকাই ভাল যেন দেখোঁ। সত্যতা জয় যতে ততে হবই। শঙ্কৰ, দামোদৰ, হৰিদেব ইত্যাদি মহাপুৰুষসকলৰ জীৱনী আলোচনা কৰাৰ পৰা সত্যৰহে উদ্ধাৰ হব। এই যুগটো হৈছে সকলো কথাকে চালিজাৰি লোৱা যুগ। চৰিত্ৰত যি লিখিলে বা এজনে যি লিখে তাৰে ওপৰত অন্ধবিশ্বাস ৰাখি চলা যুগ নহয়। সকলো কথাকে Critically annalyse কৰি লোৱা যুগহে। সেইদেখি ধৰ্ম্ম পুথিকো Critically annalyse কৰি চলিত প্ৰথা আৰু পুৰণি শাস্ত্ৰাদিৰ মত চাইহে দামোদৰী আৰু আন ২ পন্থী সকলেও লব। ধৰ্ম্মৰ অসামঞ্জস্যৰ ভিতৰতো সামঞ্জস্য বিচাৰিব।

৩

আমি আশা কৰিছিলো যে সাদৰী বাঁহীৰ প্ৰবীণ সাহিত্যিক, সম্পাদক, বেজবৰুৱা ডাঙৰীয়াই সকলো কথাত ব্যক্তিগত ভাব এৰি ৰাগদ্বেষ শূন্য হৈ ইচ্ছা কৰে যদি এফেৰা আমাৰ লগত আলোচনা কৰিব। কিন্তু গড়মুৰৰ উচিত বক্তাৰ প্ৰবন্ধৰ প্ৰতিবাদ কৰিবলৈ ধৰাৰে পৰা আমি দেখিছোঁ যে বন্ধুবৰে ধৈৰ্য্য হেৰুৱাই বেৰে চালে কোবাবই লাগিছে। বন্ধুবৰে মনত ৰাখিব লাগিছিল যে আমি তেখেতৰ দৰে উপদেশক নহওঁ। আমি সত্য সনাতন, হিন্দু ধৰ্ম্মাবলম্বী সকলৰ, ঈশ্বৰ কৃষ্ণৰ, প্ৰভু দামোদৰ আৰু সৰল চিত্তৰ সমস্ত বৈষ্ণৱ বৃন্দৰ দাসহে। এইবাৰ ১৯ চেপ্তেম্বৰ অসমীয়া কাকতত বন্ধুবৰৰ পৰা এফেৰা উপদেশ পাইছোঁ। আমাৰ প্ৰশ্নকেইটাৰ উত্তৰ দিবলৈ বন্ধুবৰে অপমান বোধ কৰিলে যেতিয়া আমাৰ আৰু তেখেতক সুধিবলৈ একো নাই। বন্ধুবৰক আমি মাথোন খাটোঁ যে আমাক বিনা পইচাই আৰু advertise নকৰিলেই ভাল। আমাক advertise কৰি উপকাৰ কৰিবলৈ বন্ধুবৰক খটা মনত নপৰে; তথাপি বন্ধুবৰে যে প্ৰদীপিকাৰ জন্ম দিনৰে পৰা তেনে এফেৰা উপকাৰ সাধিছে বুলি কৈছে সেইটো তেখেতৰ উদাৰতা আৰু পুৰণি বন্ধুতাৰ চিন বুলিয়েই গ্ৰহণ কৰা হল। উপদেশটিৰ বিষয়ে জনাওঁ যে আমাৰ (মানে নিঃকিন বৰদলৈৰ) শাস্ত্ৰৰ সকলো ৰকম বিধি ব্যবস্থা বন্ধুবৰক দিব পৰা গুণ গাত আছে বুলি যহাই নকওঁ। কিন্তু দিব পৰা অধিকাৰ আছেনে নাই সেই বিষয়ে জুহালৰ গুৰিত বহি "ককাদেউতা আৰু বুঢ়ী আইৰ" মুখে শুনা সাধুকথা বিলাকৰ ওপৰতে নিৰ্ভৰ নকৰি দুই এখন শাস্ত্ৰ ঘাঁটি চাব পাৰে। যা হওক সেই বিষয়ে আমি আৰু এটা নতুন তৰ্ক তুলিব নোখোজোঁ। আবশ্যক হলে সৰ্ব্বপ্ৰকাৰ শাস্ত্ৰৰ ব্যবস্থা তেখেতক আমাৰ গুৰু স্থানীয় ব্ৰাহ্মণ আৰু গোস্বামী প্ৰভু সকলে দিব পাৰিব। "স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্ম ভয়াবহঃ" গীতাৰ এই মহাবাক্যফেৰা আমাক ত'ৰে পৰা উপদেশ দিয়াৰ আগেয়ে উপদেশক ডাঙৰীয়াই Self realize

কৰি ললে ভাল আছিল। প্ৰাচ্য অৰ্থাৎ Eastern নিয়ম হৈছে আগেয়ে আত্মপ্ৰত্যয়, পিচতহে পৰলৈ উপদেশ। হিন্দুৰ ঋষি মুনি সকলে এনেকুৱা Inductive method এৰেই চলিছিল। Deductive method প্ৰাশ্চাত্য (western) Inductive method প্ৰাচ্য (Eastern)। বন্ধুবৰে ধৈৰ্য্য হেৰুৱায় বিস্মৰণ হোৱাতহে আমি দুঃখিত।

৪

বন্দুবৰে মহা আক্ষেপ কৰিছে যে প্ৰভু শ্ৰীশ্ৰীদেব দামোদৰৰ ধৰ্ম্মটো আজিকালি দামোদৰী সকলে লৰচৰ কৰিলে। দুখৰ বিষয় যে দামোদৰী সকলে সেই কথা মানিব নোখোজে প্ৰভু দামোদৰৰ চৰিত্ৰতে আছে যে ব্ৰাহ্মণে নিত্য নৈমিত্তিক পূজা সেৱা নেৰিব। শ্ৰীশ্ৰীশঙ্কৰ দেৱৰো এই মতহে আছিল। আজিকালিহে দুই চাৰিজন উপদেশকে নামৰ বাহিৰে গো ব্ৰাহ্মণ সন্ধ্যা পূজা একো নমনাত পৰিছে। প্ৰভু দামোদৰে নাম ধৰ্ম্ম নিত্য নৈমিত্তিক পূজা সেৱাৰ উপৰিও উপদেশ দি থৈছে যে কাৰবাৰ ইচ্ছা হলে পৰমব্ৰহ্ম ঈশ্বৰক, সেই সত্যং জ্ঞানং অনন্তক মাতৃভাবেও পূজিব পাৰে। কিন্তু বলিদান দি জীব হত্যা নকৰিবলৈ দঢ়াই দঢ়াই মানা কৰি গৈছে। কোচ বহাৰৰ ৰজা লক্ষ্মী নাৰায়ণে গোসানী পূজা পাতি প্ৰভু দামোদৰক শুধি পঠাইছিল, যে বলী কাটিব প্যয়নে নেপা। প্ৰভু দামোদৰে "গোসানী পূজা কৰিব নেপায়" এনে তেওঁৰ উপদেশ শিষ্য লক্ষ্মীনাৰায়নলৈ দিয়া নাছিল। উপদেশ দিছিল যে পূজা কৰক। বলী নেকাটিব। ৰামৰায় দ্বিজে লিখা চৰিত্ৰৰ পৰা বেজবৰুৱা ডাঙৰীয়াৰ জ্ঞাতাৰ্থে তুলি দিলো ঃ—

"নমস্কাৰ কৰি কহিলা সাদৰি
ৰজাৰ যত বচন।
শুনি প্ৰভু সন্ত শুনয়িা বোলন্ত
শুনা ৰাজ দুগ গণ।।
বলি বুলি যত পূজা উপহাৰ
নৈবিদ্য দ্ৰব্য শোভন।
ধুপ দীপ হৃদ্ধ তাম্বুল চন্দন
এহিসে দ্ৰব্য পূজাৰ।।
যাত আদ্য ভক্ত শঙ্কৰ পাৰ্ব্বতী
নকৰে পাঠা শীকাৰ।

প্ৰভু দামোদৰৰ চৰিত্ৰতে এই কথা। বন্ধুবৰে প্ৰভু দামোদৰৰ নাম উচ্চাৰণ কৰি ধৰ্ম্মৰ গ্লানি কৰিছে বুলি আক্ষেপ কৰাৰ কাৰণ নেদেখোঁ।

জগন্নাথ ক্ষেত্ৰৰ বিমলা দেৱীক শাক্তসকলে আদ্যা শক্তি পুৰীৰ অধীষ্ঠাত্ৰী দেৱী

বোলে। জগন্নাথক সেই দেবীৰ ভৈৰব বোলে। বৈষ্ণৱসকলে বিমলাক দাসীৰ থলত নথয়। বন্ধুবৰেহে আওঁপাকে দাস দাসীৰ থলত থৈছে। বৈষ্ণবে বিমলাক ৰাধা, বা লক্ষ্মী ইত্যাদি মাতৃভাবেহে সেৱা কৰেগৈ। সেইদেখি শাক্ত, বৈষ্ণৱৰ মিল। উভয়ৰে সামঞ্জস্য। হিন্দুৰ ভিন ভিন ধৰ্ম্মৰ এই সামঞ্জস্যতা দেখুৱাওঁতেও পূৰীত একেটা গড়ড় ভিতৰতে জগন্নাথ প্ৰভু আৰু বিমলা মাতৃৰ মন্দিৰ থকা উদাহৰণ দিছিলোঁ। বন্ধুবৰে অসামঞ্জস্যতা দেখুৱাবলৈ কৌশীত থকা হিন্দুৰ মন্দিৰ আৰু মুছলমানৰ মছজিদটো আমাক আঙুলিয়াই দেখুৱাইছে। শাক্তে জগন্নাথ দেৱক পূজে আৰু সেৱা কৰে, বৈষ্ণৱেও বিমলা দেবীৰ আগত ধুপ দীপ শুদ্ধ নৈবিদ্য দি সাষ্টাঙ্গে প্ৰণাম কৰে। কাশীত হিন্দুৱে মছজিদত সোমাই নাবাজ পঢ়েনে বা অৰতি গায়? আৰু মুছলমানেও হিন্দু মন্দিৰত বিগ্ৰহ সেৱা কৰি ফুল তুলসী বেলপাত নিৰ্ম্মালি লয়গৈ নে? হাঁয় তৰ্ক, তোমাৰ অন্ত ক'ত! হাঁয় বন্ধুবৰ, ধন্য আপোনাৰ যুক্তি! ধৈৰ্য্য চ্যুতি নহলে আপেনোৰ লেখনিয়ে এনে বিলাক অসাৰ অযুক্তিকৰ কথা লেখিব পাৰে বুলি বিশ্বাস নকৰোঁ।

৬

তৃতীয় সংখ্যা প্ৰদীপিকাত শ্ৰীশ্ৰীদামোদৰ দেবৰ স্তোত্ৰত এফেৰা ভুল হৈ গ'ল। এই স্তোত্ৰটি শ্ৰীযুত নিত্যানন্দ দেব গোস্বামীৰ স্বৰচিত নহয়। তেখেতৰ পৰা পোৱাহে হৈছিল। মূল স্তোত্ৰৰ শেষত এই খিনিও আছে ঃ—

নাপমৃত্যুৰ্ভবেত্তস্য নান্যোপদ্ৰমেবচ অন্তে মুক্তিমবাপ্নোতি স্তবস্যাস্য প্ৰসাদত।

# দুৰ্গোৎসব

(প্ৰবন্ধ লিখকৰ মতামতৰ বাবে আমি দায়ী নহওঁ)

আৰু এমাহৰ পিচতে শৰৎ কালৰ দশভুজা শ্ৰীদুৰ্গাদেবীৰ দুৰ্গোৎসব নামে মহোৎসব হব। তদুপলক্ষে এতিয়াৰ পৰাই অসমদেশতো অনেকে যো যা কৰিছে। যাৰ ঘৰত পূৰ্ব্বৰপৰা এই পূজা কৰা ৰীতি আছে সেইসকলে যথাশক্তি ঘৰতে কৰিব। তাৰ বাহিৰেও এনেকে ঐক্য হৈ ঠায়ে ঠায়ে মহোৎসাহেৰে পূজা কৰিব। পূজাৰ লগে লগে অনেক প্ৰকাৰ নাচ গান অভিনয়াদি উৎসবো হব।

আধুনিক কোনো কোনো লোকে কয় যে, এই উৎসব বঙ্গালীৰ সম্পৰ্কত আসামত সোমাল; এতেকে ই নতুন আমদানি। ইয়াৰ উত্তৰত আমি কবলৈ বাধ্য যে আসাম হিন্দুস্থানৰে এক প্ৰদেশ। গুৱাহাটীৰ নীলাচলত কামাখ্যা নামে ভগৱতী পীঠ থকা কাৰো অবিদিত নহয়। ইপিনে উজনি আসামতো আহোম ৰজাৰ দিনত

ভগবতীৰ উদ্দেশে কৰাৱা দৌল দেবালয়ে ভালৰূপে চিনাকি দি আছে। এতেকে বঙ্গালীৰ সংশ্ৰবত এই মহোৎসব আসামত আমদানি হোৱা নহয়। এই উৎসব একপ্ৰকাৰে নহয় এক প্ৰকাৰে গোটেই ভাৰতত অনুষ্ঠিত হৈ আহিছে। দেবী পুৰাণত উল্লেখ আছে ঃ—

"যাবদ্ ভূৰ্ব্বায়ুৰাকাশং জলং বহ্নিশশিগ্ৰহাঃ।
তাবচ্চ চণ্ডিকা পূজা ভবিষ্যতি সদা ভুবি।।"

যেতিয়ালৈকে পৃথিবীত বায়ু, আকাশ, জল, চন্দ্ৰ, সূৰ্য্য থাকিব সেই পৰ্য্যন্ত পৃথিবীত ভগবতীৰ পূজা হব। এই শাস্ত্ৰবাক্যৰ প্ৰমাণ সকলোৱেই পাইছে, আৰু বহলাই কোৱা অনাবশ্যক।

এতিয়া কথা কৈছে, এই দুৰ্গাদেবী কোন? এওঁক নো কি বুলি পূজা কৰা হয়। ইয়াৰ উত্তৰ সংক্ষেপে ইয়াকে দিলেই হব যে, এই দুৰ্গাদেবী ব্ৰহ্ম বা পৰমেশ্বৰ, সাধকে সেই ভাবেই তেওঁক পূজা কৰে। ভগবদ্ গীতাৰ নবম আধ্যায়ত ভগবানে স্বয়ং ব্যক্ত কৰিছে,

"পিতাহমস্য মাত ধাত্বা পিতামহঃ।
বেদ্যং পবিত্ৰমোঙ্কাৰ ঋগ্ যজুঃ এবচ।।"

মই জগতৰ পিতা জনক, আৰু মাতা জননী, আৰু পালয়িতা এবং পিতামহ পিতৃ পিতা। মাতৃ বুলিলে আমাৰ নিচিনা স্থূলদৰ্শী লোকে ইয়াকে বুজো যে যাৰ গৰ্ভৰ পৰা নিঃসৃত হোৱা হল, যি স্ত্ৰীবিগ্ৰহধাৰিণী সেই জনায়েই মাক। মাকৰ পূজা কৰা সন্তানৰ স্বাভাবিক। ইপিনে জগৎজননী ৰূপী দুৰ্গাদেবীৰ মাতৃভাবে যি পূজা হয়, সগুণ ব্ৰহ্মাৰ পূজা ভিন্ন অন্য নহয়। যেহেতু ব্ৰহ্মাই সাধকৰ হিতাৰ্থে ইচ্ছানুসাৰে স্ত্ৰী বা পুংৰূপ অথবা উভয় ৰূপকে ধাৰণ কৰিব পাৰে। এই বিষয় স্কন্দ পুৰাণত উক্ত হৈছে ঃ—

"নিত্যে ব্যাপি শিবঃ শুদ্ধো
নাৰায়ণো নিৰঞ্জন।
একানেক বিভাগেন স একো
বিশ্বকাৰণং।"

"তস্মাজ্জীত মিদং বিশ্বং তস্মিংশ্চলয় খেক্ষতি
স্থিতং তস্মাৎতচ্চ বিশ্বং স আত্মা
পুৰুষোত্তমঃ।"

"তস্য শক্তিস্বৰূপেন সৃষ্টিৰেষা জগন্ময়ী।
সৈবদেবী পৰা শক্তি দুৰ্গা নাৰায়ণী শিবা।।"

এই শ্লোক তিনটিৰপৰা জানিব পৰা হল যে, সৰ্ব্বব্যাপি মঙ্গলময় শুদ্ধ নাৰায়ণাস্য পুৰুষোত্তম আত্মাৰ শ্ৰীদুৰ্গা দেবীৰ পৰা শক্তি। অতএব দুৰ্গাদেবীৰ আৰাধনাই পুৰুষোত্তমৰ আৰাধনা।

তন্ত্ৰশাস্ত্ৰতো উল্লেখ আছে ঃ—

"পুংৰূপম্বা স্মৰেদ্দবং স্ত্ৰীৰূপম্বা স্মৰেৎ প্ৰিয়া।
স্মৰেদ্বা নিষ্ফলং ব্ৰহ্ম সচ্চিদানন্দ বিগ্ৰহম্।।"

ভগবানক মানুহে পুৰুষ ৰূপে বা স্ত্ৰীৰূপে ভাবিব, সুক্ষ্মদৰ্শীয়ে নিষ্ফল সৎচিৎ আনন্দ "মূৰ্ত্তিধাৰী বুলি ভাবিব। এই দুৰ্গাদেবী বিদ্যা আৰু অবিদ্যা ৰূপে "ৰূপে দ্বিধাং বিদ্যা নিবৃত্তিৰূপা" অৰ্থাৎ মোক্ষপ্ৰদা অবিদ্যা সংসাৰ প্ৰবৰ্ত্তিকা আৰু ভোগস্বৰ্গদা। মাৰ্কণ্ডেয় পুৰাণত উল্লেখ আছে যে ঃ—

"সা বিদ্যা পৰমা মুক্তে হঁতুভূতা সনাতনী। সংসাৰ বন্ধহেতুশ্চ নৈব সৰ্বেশ্বৰেশ্বৰী।।"

সেই সনাতনী পৰব্ৰহ্মমহিষী বিদ্যাৰূপা দুৰ্গা দেবী মুক্তিৰ কাৰণীভূতা অবিদ্যা ৰূপা দুৰ্গা সংসাৰ প্ৰবৰ্ত্তিকা আৰু সেই দুৰ্গা সৰ্বেশ্বৰৰো ঈশ্বৰী। স্কন্দপুৰাণতো স্পষ্ট উল্লেখ আছে।

"সংসাৰ তাৰিণী সৈকো ভোগ স্বৰ্গাপবৰ্গদা।" একমাত্ৰ দুৰ্গাই সংসাৰ ত্ৰাণকাৰ্ত্ৰী ভোগদা স্বৰ্গদা আৰু মোক্ষদা। এতেকে এই দুৰ্গা দেবীৰ আৰাধনাত মানুহৰ ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ লাভ হব পাৰে। এই কাৰণেই শাৰদীয় মহোৎসবত মানুহে যথা শক্তি দৰ্গাৰ পূজা কৰি সন্তোষ লাভ কৰে। ভবিষ্যেত্তৰ কথিত আছে ঃ—

"ব্ৰাহ্মণৈঃ ক্ষত্ৰিয়ৈৰ্বৈশ্যৈঃ শূদ্ৰৈৰন্যৈশ্চ সেবকৈঃ।
এবং নানা ম্লেচ্ছগণৈঃ পূজ্যতে সৰ্ব্ব দস্যুভিঃ।।"

ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ এবং অন্ত্যজ ব্যাধ ম্লেচ্ছগণেও এই মহোৎসবত দুৰ্গা দেবীক পূজা কৰে। পূজা নকৰিলে যে যথাবৎ প্ৰত্যবায় আছে তদ্বিষয়ে কালিকা পুৰাণত উক্ত হৈছে ঃ—"যোমোহাদথবালস্যাদ্দেবীং দুৰ্গাং মহোৎসবে ন পুজয়তি দম্ভদ্বা দ্বেষাদ্বা প্যথ ভৈৰব। ক্ৰুদ্ধা ভগবতী তস্য কামানিষ্ঠান্নিহন্তি বৈ।" যি শাৰদীয় মহোৎসবত মোহ আলস্য অথবা দম্ভদ্বেষত থাকি দুৰ্গাদেবীক পূজা নকৰে, সেই জনৰ প্ৰতি ভগবতৃ কুপিতা হয় আৰু অভীষ্ট নষ্ট কৰে। এতেকে শাৰদীয় দুৰ্গা পূজা প্ৰতি বছৰেই কৰ্ত্তব্য। এই পূজা কামনাবহিত হৈ কৰিলে নিত্য হয়, কামনা পূৰ্ব্বক কৰিলে কাম্য হয়, কামনা পূৰ্ব্বক কৰিলে কাম্য হয়, যাৰ যেনে অভিপ্ৰায়।

"ভবানী তুষ্টয়ে পাৰ্থ সম্বৎসৰসুখায় চ।

ভূত প্ৰেতপিশাচানাং নাশায় চোৎসবায় চ।।

যুধিষ্ঠিৰক শ্ৰীকৃষ্ণই কৈছে, পাৰ্থ ভগবতুৰ তুষ্টিৰ নিমিত্তে বৰ্ষব্যাপী সুখ প্ৰাপ্তিৰ কাৰণে ভূত প্ৰেত পিশাচাদিৰ উপদ্ৰব নহবলৈ আৰু উৎসবাৰ্থে ভগবতীৰ পূজা কৰা আবশ্যক। এই পূজা অতীজৰ বসন্ত কালত আছিলে। ত্ৰেতা যুগত ৰাৱণ বধোদ্দেশে দেবগণ সহিত স্বয়ং ব্ৰহ্মাই লঙ্কাদ্বীপৰ উত্তৰ ভাগত শৰৎ কালত কৰাৰ প্ৰমাণ মহাভাগবত আৰু পথ পুৰাণত উল্লেখ দেখা যায়।

"ৰাবণস্য বধাৰ্থায় ৰামস্যানুগ্ৰহায় চ।

অকালে ব্ৰহ্মাণা বোধো দেব্যাস্তয়ি কৃতঃ পুৰা।।"

ৰামক অনুগ্ৰহদৰ্শাই ৰাবণৰ বধৰ নিমিত্তে ব্ৰহ্মাই অকালত (দক্ষিণায়ণত) বোধন কৰি দেবীক পূজা কৰিলে। সেই কালৰপৰাই শৰৎ কালত দুৰ্গাৰ পূজা জগতত প্ৰচাৰ হয়। বসন্ত কালৰ পূজাও ঠায়ে ঠায়ে এতিয়াও আছে। শাৰদীয় পূজা ভাবানুসাৰে তিনি প্ৰকাৰ হয়; সাত্বিকী, ৰাজসী, তামসী।

সাত্বিক ভাবাপন্ন লোকে নিৰামিষ নৈবেদ্যেৰে বলি ঘাতন নকৰাকৈ যি পূজা কৰে সেই পূজা সাত্বিকী সাত্বিকী পূজাৰ ফল উৎকৃষ্ট। ৰাজো ভাবাপন্ন লোকে বলি ঘাতন আৰু সামিষান্ন দি যি পূজা কৰে, সেই পূজা ৰাজসী, ৰাজসী পূজাৰ মধ্যম ফল। অবিধি যথা ইচ্ছা এবং মদ্য মাংসাদি দি যি পূজা কৰে সেই পূজা তামসী। তামসী পূজা ব্যাধাদি তমোগুণ সম্পন্ন মানুহৰ। তেনে পূজা ব্ৰাহ্মণাদিৰ কৰ্ত্তব্য নহয়।

শাৰদীয় মহাপূজাৰ কল্প সাতোটি। কৃষ্ণ নবম্যাদি ১৫ দিন, শুক্লপ্ৰতিপদাদি ৯ দিন। এই ন দিনীয়া পূজাকে পশ্চিম ভাৰত আৰু দাক্ষিণাত্যত নবৰাত্ৰ ব্ৰত বা নবৰাত্ৰোৎসব বোলে। ষষ্ঠাদি ৪ দিন, সপ্তম্যাদি ৩ দিন, অষ্টম্যাদি ২ দিন, কেবলাষ্টমী আৰু কেবল নবমী। এই সাতকল্পৰ ভিতৰত যাৰ যেনে শক্তি সেই মতেই পূজা সমাধা কৰিব লাগে।

শাৰদীয় মহাপূজাতে মাৰ্কণ্ডেয় পুৰাণোক্ত চণ্ডীপাঠ অবশ্য কৰ্ত্তব্য, চণ্ডীপাঠ নকৰিলে পূজাৰ অঙ্গ পূৰ্ত্তি নহয়।

'ম হাত্ম্যং ভগবত্যাশ্চ পুৰাণাদিষু কীৰ্ত্তিতম্।

পাঠস্তস্য জপঃপ্ৰোক্তঃ পঠেদ্দেবী মনা সুখ।।"

শাৰদীয় দুৰ্গা পূজা নিত্য বাবে কি শক্তি কি শৈব কি বৈষ্ণব সকলোৰে কৰ্ত্তব্য। কিন্তু বৈষ্ণবে এই পূজা প্ৰায় নকৰে। তদুপৰি শাৰদীয় পূজাত বলি স্বৰূপে ছাগাদি পশু আৰু পক্ষী ঘাতন হয়, ইও এটা বৈষ্ণবৰ আপত্তি। শাৰদীয় পূজা চতুৰঙ্গ; স্বপন পূজন, বলিদান, হোম। বলিদান নহলে পূজাৰ অঙ্গ বৈকল্য হয়, এই বাবে বলি দিবই

লাগে। অশ্বমেধাদি যজ্ঞত অশ্বাদি হনন কৰি তাৰ মাংসেৰে যজ্ঞেশ্বৰ বিষ্ণুৰ পূজা কৰা শাস্ত্ৰত বিধান আছে, সেইদৰে আচৰণো হৈছিল। দুৰ্গাদেবীও বিষ্ণু শক্তি অৰ্থাৎ বৈষ্ণৱী, অতএব তেওঁৰ পূজাত শাস্ত্ৰৰ নিৰ্দ্দেশ মতে পশু ঘাতন কৰিলে কোনো দোষ নহয়। এই বাবেই অতীজৰপৰা দেবী পূজাত পশুঘাতন চলিত আছে। কিন্তু, এই দেশৰ বৈষ্ণৱসকলে বিধি বোধিত পশু ঘাতনত নানা দোষ প্ৰদৰ্শন কৰে। অথচ সিবিলাকৰ ভিতৰত শতকৰা এটিও নিৰামিষ ভোজী আছে বুলি জনা নাযায়। নিৰামিষ ভোজন নিলগতে থক, অনেক বৈষ্ণৱ নামধাৰী লোকে স্বয়ং মৎস্য পশু আৰু পক্ষী হনন কৰি উদৰ পূৰ্ত্তি কৰা দেখা যায়। কেবল ছাগমাংস (এদলে প্ৰকাশ্যে খাচিমাংস ভোজনো কৰে) যিসকলৰ অব্যবহাৰ্য্য। ছাগমাংস গ্ৰহণ নকৰাৰ কাৰণ কি সি সকলেহে উত্তৰ দিব পাৰিব, আমি অপাৰগ। আমি শাস্ত্ৰানুসাৰে জানো যে—

"মাংসাশনং যে কুৰ্ব্বন্তি তে কুৰ্য্যঃ পশুহিংসনং।
দেব্যগ্ৰে নিহতা যান্তি পশবঃ স্বৰ্গ মক্ষয়ং।।"

দেবী ভাগবত।

যিসকলে মাংস ভোজন কৰে সেই সকলে যজ্ঞত আৰু দেবকৃত্যত পশুহিংসা কৰিব। দেবীৰ উদ্দেশে নিহত পশু অক্ষয় স্বৰ্গ লাভ কৰে। স্মৃতি কৰ্ত্তা মহৰ্ষি মনুৱেও তদীয় সংহিতাত কৈছে

"মধুপৰ্কে চ যজ্ঞেচ পিতৃ দৈবত কৰ্ম্মণি।
অত্ৰেৰ পশৱো হিংস্যা নান্যত্ৰে ত্যব্ৰবীষ্মনুঃ।।"

আতিথি সৎকাৰ যজ্ঞ পিতৃকৃত্য আৰু দেবকৃত্যত পশুহিংসা কৰিব এতদ্ভিন্ন অন্যত পশুহিংসা কৰা উচিত নহয়। আৰু

"যজ্ঞাৰ্থং পশবঃ সৃষ্টাঃ স্বয়মেব স্বয়ম্ভুবা।
যজ্ঞো স্য ভূত্যৈ সৰ্ব্বস্য তস্মাদ্ যজ্ঞে বধো বধ।।"

প্ৰজাপতিয়ে নিজেই যজ্ঞৰ কাৰণে পশুসৃষ্টি কৰে; যজ্ঞ জগতৰ বৃদ্ধিৰ নিমিত্তে, এতেকে যজ্ঞত পশুহিংসা অহিংসা।

ইয়াৰপৰা বুজিব পৰা হল যে দেবতোদ্দেশে পশুহিংসা অপকাৰিতা নহয়, প্ৰত্যুত উপকাৰিতা। অতএব মাংসাশী কি শাক্ত কি বৈষ্ণৱ সকলোৱে দুৰ্গা পূজাত পশু বলি দিয়াত বিশেষ হানি নাই।

যি নিৰামিষ ভোজী সি সৰ্ব্ব প্ৰকাৰেই সাত্বিক ভাবাপন্ন, নিৰামিষ ভোজীৰ কোনো প্ৰকাৰেই হিংসা নাই, তেনে মানুহ শাক্ত হলেও সামিষান্ন আৰু বলি ঘাতন কৰিব। এই বিষয়ে মহাভাগবতত ভগবতীয়ে নিজে ব্যক্ত কৰিছে।

"সাত্বিকং ভাবমাশ্রিত্য যেহৰ্চ্চয়িষ্যান্তি মাং জনাঃ।
ন তের্ব্বলিঃ প্রদাতব্যো নদেরং সামিষান্নকম্।।"

যিসকলে মোক সাত্বিকভাবে পূজা কৰিব সেই সকলে পশুঘাতন পূর্ব্বক বলিদান নকৰিব সামিষান্ন নিদিব। এতিয়া বিচাৰ কৰি দেখিব লাগে সত্বগুণৰ প্ৰধানতঃ কোন অধিকাৰী। অনেক বিবেচনা কৰি জানিব পাৰি সত্বগুণৰ অধিকাৰী প্ৰধানতঃ ব্ৰাহ্মণ, যেহেতু ব্ৰাহ্মণ সত্ব প্ৰধান। এতিয়াও আসাম বঙ্গ আৰু উড়িষ্যাৰ বাহিৰে ভাৰতৰ আন আন প্ৰদেশৰ ব্ৰাহ্মণে মৎস্য মাংস ভোজন নকৰে। সেই সকল ব্ৰাহ্মণ মণ্ডলীকে সাত্বিক বুলিব পাৰি। সাত্বিক বাবেই সেই সকলে দেবকৃত্য বা পিতৃকৃত্যত মাংস ব্যবহাৰ নকৰে। তেনে ব্ৰাহ্মণৰ পক্ষেই পশুঘাতন পূৰ্ব্বক বলি দান নিষিদ্ধ। এই বিষয়ে সপ্তশতী ৰহস্যত স্পষ্ট বিধানো আছে।

অৰ্ঘাদিভিৰলঙ্কাৰৈ গন্ধপুষ্পৈ স্তথোত্তমৈঃ।
ধুপৈর্দীপৈশ্চ নৈবেদ্যৈর্ণানা ভক্ষ্য সমন্বিতৈঃ।।
ৰুধিৰাক্তেণ বলিনা মাংসেন সুৰয়া নৃপ।
বলিমাংসাদি পূজেযং বিপ্ৰবৰ্জ্জ্যা মযেৰিতা।
তোষাং কিঁল সুৰামাংসৈ নোক্তা পূজা নৃপ কচিৎ।।
প্ৰনাম্য চমনীৰৈশ্চ চন্দনেন সুগন্ধিনা।
সকপূৰৈশ্চ তাম্বুলৈ উক্তি ভাব সমহিতৈঃ।।"

এই বিধানত ব্ৰাহ্মণৰ পক্ষে পশুঘাতন মাংস দান সুৰাদান সৰ্ব্বতোভাবে নিষিদ্ধ ব্ৰাহ্মণে ভক্তি ভাবে প্ৰণাম কৰি সুগন্ধ চন্দনাক্তে জলেৰে আচমনীয় সকর্পূৰ তাম্বুল দি পূজা কৰিব। এনে সাত্বিক ভাবাপথ ব্ৰাহ্মণ আসামত কেইজন আছে? বলিদানৰ সময়ত সাত্বিকাভিমানী হলে শাস্ত্ৰৰ বিপৰীতাচৰণ কৰাহে হয়।

হে মাতঃ জগদম্বিকে প্ৰসীদ।
বিংশত্যৰ্দ্ধ ভূজাংদেবীং শুদ্ধকাঞ্চন সান্নিভাং।
গৌৰীৰূপা সহং বন্দে দুৰ্গাং দুৰ্গতি নাশিনীম্।।
ত্বং বৈষ্ণবী শক্তি ৰনন্ত বীৰ্য্যা।
বিশ্বস্য বীজং পৰমাসি মায়া।
সম্মোহিতং দেবি চৰাচৰঞ্চ।
ত্বংবৈ প্ৰসন্না ভুবি মুক্তি হেতুঃ।।

ইতি শকাব্দ ১৮৪২।৩১ ভাদ্ৰ
শ্ৰীকীৰ্ত্তিচন্দ্ৰ শৰ্ম্মা গোস্বামী।

# শ্ৰীশ্ৰীযাদব বন্দনা গান।

যাদব যুগল পদে কৰো সদা নমস্কাৰ।
যন্নাম স্মৰণে খণ্ডে নিখিল ভব নিকাৰ।।
নবীন নীৰদ শ্যাম, তনু অতি অনুপাম,
ঘনে সৌদামিনি যেন, প্ৰকাশিত পাতাম্বৰ।
জিনি ইন্দিৰৰ আস্য, তাতে মৃদুমন্দ হাস্য।
সুকণ্ঠে কৌস্তুভভাস যেন দীপ্ত দিনকৰ।।
ভ্ৰুব স্মৰ শৰাসন, ৰমণী মনমোহন,
কটাক্ষ ঈক্ষণে যাৰ হয় মদন সঞ্চাৰ।
শিৰে শোভে চাৰু চূড়া, বেষ্টিত মালতী মালা,
পুঞ্জে পুঞ্জে গুঞ্জে অলি ভুলি ৰয় নিৰন্তৰ।।
সুকৰ্ণে স্বৰ্ণ কুণ্ডল, যেন মিহিৰ মণ্ডল।
গলে মালা জলমল কৰে বন কুসুমৰ।
ত্ৰিভঙ্গভঙ্গিমা ধৰে, ৰূপে কাম দৰ্প হৰে।
মোহন মুৰলী স্বৰে, কৰে মন মুগ্ধ যাৰ।।
বিনিৰ্জ্জিত কোকনদ, মঞ্জুন সঞ্জীৰ পদ।
যোগীনন কূপে কৰে, হংসৰূপে সুবিহাৰ।
অন্তে পদপ্ৰান্তে বাস, স্বান্তে এই অভিলাষ,
পূৰ্ণ কৰা পীতবাস, ধৰো চৰণ তোমাৰ।।

শ্ৰীচক্ৰেশ্বৰদেব বৰ ভাগৱতী,
দক্ষিণ পাট সত্ৰ।

# শ্ৰীশ্ৰী ঁদেব দামোদৰো জয়তি।

## গীত।

জয় জয় জয়, দেৱ দামোদৰ,
জয় জয় দেৱ সুশীলানন্দন।
কৰা কৃপা প্ৰভো, মিনতি চৰণে,
আমি দীন হীন, অতি অভাজন।।
বাঞ্ছা সিদ্ধিদাতা, পৰম দেৱতা,
মৰ্ত্ত্য লোকে সন্তৰূপে অৱতাৰ।
অন্তকালে দাসে দিবা পদ ছায়া,
মাত্ৰ এই প্ৰভো কামনা আমাৰ।।

শ্ৰীখগেন্দ্ৰ নাথ দাস।
পাটবাউসী।

## সাধন পঞ্চক।

বেদোনিত্যমধীয়তাং তদুদিতং কৰ্ম্ম স্বনুষ্ঠয়তাং তেনে শস্য বিধবীয়তামুপচিতিঃ কামে মতিস্ত্যাজ্যতাম্ পাপৌঘঃ পৰিধূয়তাং ভবমুখে দোষো নুসন্ধীয়তামাতেচ্ছা ব্যৱসীয়তাং নিজগৃহাত্তূৰ্ণং বিনিৰ্গম্যতাম্।। ১।।

কৰা বেদ অদ্যয়ন নিত্য নিয়মিত।
কৰা অনুষ্ঠান কৰ্ম্ম বেদৰ বিহিত।।
বেদ কৰ্ম্ম কৰি লভা আত্মা ঈশ জ্ঞান।
পৰিত্যাগ কৰা কাম বাসনা অজ্ঞান।।
ইদেহৰ সৰ্ব্বপাপ প্ৰক্ষালন কৰা।
সংসাৰৰ অনিত্যাদি দোষক বিচাৰা।।
সততে কৰাহা আত্মজ্ঞান উপাৰ্জ্জন।
আত্মাদেহ ভিন্ন ভাবে কৰা দৰশন।। (১)

সঙ্গ সৎসু বিধীয়তাং ভগৱতো ভক্তি—ৰ্দঢ়া ধীয়তাং।
শাস্ত্যাদি পৰিচীয়তাং দৃঢ়তৰং কৰ্ম্মাশু সন্ত্যাজ্যতাম্।
সদ্ বিদ্যো হ্নপ মৰ্য্যতাং প্ৰতিদিনং তৎ পাদুকাসেব্যতাং।

ব্ৰহ্মৈকাক্ষৰমৰ্থতা শ্ৰুতি শিৰো বাক্যং সমাকৰ্ণতাম্।। ২।।
সাধুৰ সঙ্গত নিত্য কৰিবা বসতি।
ঈশ্বৰৰ প্ৰতি ৰাখা অচলা ভকতি।।
শান্তি ক্ষমা ধৃতি উপৰতি যত গুণ।
যত্নেৰে কৰিবা সবে আশ্ৰয় গ্ৰহণ।।
সকাম সকলো কাম সংসাৰৰ পাশ।
জানি কৰ্ম্মত্যাগী হোৱা সংসাৰ নিবাশ।
সদবিদ্যাৱন্তজনে সন্মান কৰিবা।
প্ৰতিদিন সিজনৰ গুণক সেবিবা।।
বেদৰ আজ্ঞাক শুনি শিৰত ৰাখিবা।
একাক্ষৰপৰ ব্ৰহ্ম প্ৰাৰ্থনা কৰিবা।। (২)
বাক্যাৰ্থশ্চ বিচাৰ্য্যতাং শ্ৰুতিশিৰঃ পক্ষঃ সমাশ্ৰীয়তাং,
দুস্তৰ্কাং সুবিৰম্যতাং শ্ৰুতিমতস্তৰ্কো নুসন্ধীয়তাম্।
ব্ৰহ্মৈবাস্মি বিভাব্যতাং অহৰৰ্হগৰ্ব্ব পৰিত্যাজ্যতাং।
দেহে হন্মতিৰুৎসৃজ্যতাং বুধজৈনঃ ৰ্ব্বাদ পৰিত্যাজ্যতাম্।। (৬)
ন্যায়ৰ সিদ্ধান্ত মতে বেদাৰ্থ বিচাৰা।
বেদ অনুমত তত্ত্ব সমৰ্থন কৰা।
কুতৰ্কৰ বিসৰ্জ্জন কৰা সযতনে।
বেদ অনুকুল তৰ্ক কৰা সাৱধানে।
আত্মব্ৰহ্ম ভাবে সবে কৰা ব্ৰহ্ম ধ্যান।
পৰিহৰা অহঙ্কাৰ ৰিপুৰ প্ৰধান।
ইদেহৰ প্ৰতি সৱে আত্মবুদ্ধি এৰা।
সজ্জন জ্ঞানীৰে সতে বাদ পৰিহৰা।
ক্ষুদব্যাধিশ্চ চিকিৎস্যতাং প্ৰতিদিনং ভিক্ষৌষধং ভুজ্যতাং,
স্বাদ্বন্নং নতুযাচ্যতাং বিধিশাৎ প্ৰাপ্তেন সন্তুষ্যতাম্।
শীতোষ্ণাদি বিমহ্যতাং ন তু বৃথা বাক্যং সমুচ্চাৰ্য্যতাং,
ঔদাসীন্যণভীপ্সতাং জনকৃপানৈষ্ঠুৰ্য্য মুৎসৃজ্যতাম্।। ৪।।
নাশ কৰা ক্ষুধাৰোগ অতি সযতনে।
*প্ৰতিদিন ভিক্ষাৰূপ ঔষধ সেৱনে।।*
*সুৰস মধুৰ অন্ন নকৰিবা আশ।*

ভাগ্যক্ৰমে প্ৰাপ্ত অন্নে লভিবা সন্তোষ।।
জাৰ ঘাম সমভাবে সহিবা সদায়।
অকামিলা কথা কোৱা উচিত নহয়।।
সংসাৰিক সকলোতে উদাসীন হবা।
ঘৃণা ভাব টান কথা পৰলৈ এৰিবা।।

ব্ৰকান্তে সুখমাস্যতাং পৰতৰে চেতঃ সমাধীয়তাং,
পূৰ্ণাত্মা সুসমীক্ষতাং জগদিদং তদ্ব্যাপিতং দৃশ্যতাম্।
প্ৰাক্ কৰ্ম্ম প্ৰবিলোপ্যতাং চিতিব লান্নাপ্যুত্তৰে শ্লিষ্যতাং,
প্ৰাৰব্ধস্থিহ ভুজ্যতামথ পৰ ব্ৰহ্মাত্মনা স্থীয়তাম্।। ৫।।

পৰম আনন্দে বাস কৰি নিৰ্জ্জনতা।
সমাধান কৰা হৃদি পৰম ব্ৰহ্মত।।
পূৰ্ণাত্মাৰ সুক্ষ্মভাব মনত বিচাৰা।
সৰ্ব্বব্যাপী পূৰ্ণাত্মাৰ দিব্য দৃষ্টি কৰা।।
জানাৰ্জ্জিত ভাগ্যফল বিসৰ্জ্জন কৰা।
আৰু পুনু ভাগ্য ফলে সম্বন্ধ নকৰা।।
ভোগ কৰি নাশা যত পূৰ্ব্ব কৰ্ম্মফল।
আত্মা ব্ৰহ্ম জ্ঞানে কৰা জনম সফল।। (৫)

যঃ শ্লোকমিদং পঠতে মনুষ্যঃ
সঞ্চিন্তযত্যনুদিনং স্থিৰতামুপেত্য।
তস্যাশু সংস্মৃতি দাবানল তীব্ৰঘোৰ
তাপঃ প্ৰশান্তমুপযাতি চিতি প্ৰসাদাৎ।।

যিটো নৰে প্ৰতিদিন,
স্থিৰ কৰি কায় মন,
পঢ়ে আৰু ভাবে অৰ্থ পাঁচোটা শ্লোকৰ।
সংসাৰ অনল তাপ,
উপশম হয় পাপ,
লভে শান্তি অজ ব্ৰহ্ম শিৱবৰণৰ।

# হিন্দুৰ আচাৰ তত্ত্ব।

হিন্দুৰ স্মৃতি শাস্ত্ৰত ব্ৰাহ্ম মুহুৰ্ত্তত নিদ্ৰাৰপৰা উঠিবৰ উপদেশ দিছে। যথা ব্ৰহ্মপুৰাণে "ব্ৰাহ্মে মুহূৰ্ত্তে বুধ্যেত স্মৰদ্দেব বৰাণ্ ঋষীণ্" অৰ্থ ব্ৰাহ্ম মুহূৰ্ত্তত নিদ্ৰাৰপৰা উঠিব, আৰু দেবগণক ও ঋষিগণক স্মৰণ কৰিব। ব্ৰাহ্ম মুহূৰ্ত্ত নিৰুপণ কৰিছে যে—ৰাত্ৰেশ্চ পশ্চিমে যামে মুহূৰ্ত্তোযস্তৃতীয়কঃ। সব্ৰাহ্ম ইতি বিখ্যাতো বিহিতঃ সম্প্ৰবোধনে।।

অৰ্থ—ৰাতিৰ শেষ প্ৰহৰৰ তৃতীয় মুহূৰ্ত্তক ব্ৰাহ্ম মুহূৰ্ত্ত বোলে, তাকে জাগৰণৰ সময় বিধান কৰিছে। মুহূৰ্ত্ত হৈছে দিন ও ৰাতিৰ ১৫ ভাগৰ এভাগ কাল। দিবা ৰাত্ৰি সমান হলে দুদণ্ডত এক মুহূৰ্ত্ত হয়। দিন বা ৰাতিৰ কম বেছি হলে তদনুসাৰে দুদণ্ডৰ কম বেছি হয়। তেনেহলে সাধাৰণতঃ সূৰ্য্যোদয়ৰ পূৰ্ব্ববৰ্ত্তী দুদণ্ডৰ পূৰ্ব্বতন দুদণ্ডই ব্ৰাহ্ম মুহূৰ্ত্ত কাল, সেই সময়ত হিন্দুবিলাকে নিদ্ৰাৰপৰা জাগিব। পাঠক! সেই সময়ৰ সৌন্দৰ্য্য ও উপকাৰিত্ব সম্বন্ধে অলপ আলোচনা কৰিবলৈ গলে দেখা যায় যে সেই সময়টো ন দিবা ন ৰাত্ৰি, অৰ্থাৎ আন্ধাৰ ও পোহৰৰ সন্ধি, প্ৰকৃতি দেবীৰ লীলা কাল। বায়ু পিত্ত কফৰ সাম্যাবস্থাৰ অবসৰ। সুখ দুখৰ মধ্য বৰ্ত্তী সময়। মুঠতে কবলৈ গলে সেই সময়ত জগতৰ উগ্ৰভাব নাথাকে, সৌম্য ভাব পৰিস্ফুট হয়। সমুদ্ৰৰ উত্তালতৰঙ্গ মাৰ যোৱাৰ পিছত অথবা জগস্প্ৰসনেচ্ছু ভয়ঙ্কৰ ধুমুহাৰ পিছত কিম্বা বিকাৰগ্ৰস্ত ৰোগীৰ বিকাৰ নাশৰ পিছত মনত যেনেকুৱা এটি আনৰ্ব্বচনীয় আনন্দ আহি দেখা দিয়ে, ব্ৰাহ্ম মুহূৰ্ত্ততে জগতৰ ফালে চালেও ঠিক তেনেকুৱা এটি অপূৰ্ব্ব আনন্দ মনত উদিত হয়। সেই সময়ত মলয়াচলৰ পৰা চন্দনগন্ধবাহী মৃদুৰ্গাত সুশীলতা সমীৰণ হিচৰণ কৰে। সেই সমীৰণ সেবন কৰিলে শৰীৰ সুস্থ থাকে মনতো এটি সুন্দৰ স্ফূৰ্ত্তি জন্মে। সুগন্ধ মৃদু শীতল সমীৰণ যে আমালোকৰ জীৱন স্বৰূপ, ইয়াক আধুনিক শিক্ষিত সম্প্ৰদায়েও স্বীকাৰ কৰে; সেই কাৰণে আমাৰ পূৰ্ব্বচাৰ্য্যবিলাকে বতাহৰ জগৎপ্ৰাণ নাম এটি ৰাখিছে। ইয়াৰ বিপৰীত আচৰণ কৰিলে বিপৰীত ফল পোৱা যায়। যথা, প্ৰভাতে মৈথুনং নিদ্ৰা সদ্যঃ প্ৰাণহৰাণি ষট্।। শুদ্ধ মাংসং স্ত্ৰিয়োবৃদ্ধা বালাৰ্কস্তৰুণং দধি।

অৰ্থাৎ—শুকান মঙহ, বৃদ্ধা স্ত্ৰী, কাচি ৰদ, কাচিয়া দৈ গাখীৰ, প্ৰভাত কালত স্ত্ৰী সহবাস ও নিদ্ৰা, এই ছয় বিধ ব্যৱহাৰ কৰিলে আয়ুষ ক্ষয় হয়। পাঠক! এইটো পৰীক্ষা কৰি চালে নিশ্চয় বুজিব পাৰিব যে যিদিনা ব্ৰাহ্ম মুহূৰ্ত্তত নিদ্ৰাৰপৰা উঠে সিদিনা শৰীৰ ও মন কেনে থাকে? আৰু যিদিনা সেই সময়ত টোপনি মাৰি উঠে

সিদিনা শৰীৰ ও মন কেনে থাকে। ইয়াক অলপ বহলাই কবলৈ চেষ্টা কৰা যাওক। মানুহ কিয় সকলো প্ৰাণীৰে দেহৰক্ষাৰ উপযোগী কিছুমান স্বাভাবিক গুণ অথবা প্ৰাণাদি পঞ্চ বায়ুৰ ও নাগাদি পঞ্চ উপপ্ৰাণ বায়ুৰ কাৰ্য্য আছে, যি বিলাক প্ৰতিবন্ধক নাথাকিলে আপোনাআপুনি হব খোজে যেনে—মল মূত্ৰত্যাগৰ বেগ, নিদ্ৰাৰ আবেশ, নিদ্ৰাভঙ্গৰ আৱেগ, বুভুক্ষা (ভোজনেচ্ছা) তৃষ্ণা (পিপাসা) নিঃশ্বাস, প্ৰশ্বাস ইত্যাদি। এই স্বাভাবিক কাৰ্য্যবোৰ যথা সময়ত নহলে যে দেহযন্ত্ৰৰ মহান্ অপকাৰ হয় ইয়াক সততে দেখা যায়। যেনে মলত্যাগৰ বেগ ৰোধ কৰিলে সৰ্ব্ব ৰোগনিদান কোষ্ঠবদ্ধ হয়। তাৰপৰা গ্নিমান্দ্য জ্বৰাদি ৰোগ.জন্মে। মূত্ৰত্যাগ বন্ধ কৰিলে দেহৰ সাৰ বস্তু ও আৰ্ত্তবৰ দোষ ঘটাৰ পৰা মেহৰোগ জন্মে। নিদ্ৰাৰ আৱেশ ৰোধ কৰিলে ওপজে আৰু ভূক্ত বস্তু জীৰ্ণ নহয়। নিদ্ৰাভঙ্গৰ আবেগ গুছালে অৰ্থাৎ নিদ্ৰাভঙ্গৰ সময়ত ঘুমালে শৰীৰৰ ৰস ধাতু বেছি হয়, সেই বাবে কফ ৰোগ আৰু আলস্যাদি জন্মে। ক্ষুধাৰ উদ্বেগ সহ্য কৰিলে অৰ্থাৎ ভোক লগাত নাখালে পিত্তৰোগ, শৰীৰৰ জ্বালা, বুকৰ জ্বালা প্ৰভৃতি হয়। আৰু নিঃশ্বাস ও প্ৰশ্বাস বন্ধ কৰিলে শ্বাস যন্ত্ৰৰ (হাইফাউৰ) ৰোগ জন্মে। কিন্তু ইয়াতে এইখিনি পাঠকৰ ওচৰত সংক্ষেপে কৈ থওঁ যে, পূৰ্ব্বোক্ত গুণসকলক জয় কৰিবৰ উপায় আমাৰ যোগ শাস্ত্ৰত উক্ত কৰিছে। তদনুসাৰে চলিব পাৰিলে পূৰ্ব্বোক্ত সমুদায় নিৰ্ব্বিঘ্নে থকাত শৰীৰ যিমান স্থায়ী হব পাৰে, তাতকৈ অনেক গুণে স্থায়ী হয়। আন কি জৰা মৰণ ৰহিত হৈ সাধাৰণ দেহৰ দ্বাৰা অসাধ্য সাধন কৰিব পাৰে। নচেৎ যোগ শাস্ত্ৰোক্ত উপায় অবলম্বন নকৰি আমাৰ ইচ্ছা মতে পূৰ্ব্বোক্ত স্বাভাবিক গুণ বা কাৰ্য্যৰ ব্যাঘাত কৰিলে পূৰ্ব্ব প্ৰদৰ্শিত দোষ জন্মি মানুহক অল্পবলী সৰ্ব্ব কাৰ্য্যাক্ষম ও অল্পায়ু কৰে। সেই কাৰণে সৰ্ব্বজ্ঞ ঋষিবিলাকে নিদ্ৰাভঙ্গাদি স্বাভাবিক কাৰ্য্যৰ কোন কোন সময়, তাক ভালকৈ বুজি চাই সেই সেই কালত সেই সেই কাৰ্য্য কৰিবৰ উপদেশ দিছে। তেনেহলে বুজিব লাগে যে ঋষি মুনিসকলে যে আমাক ব্ৰাহ্ম মুহূৰ্ত্তত নিদ্ৰা ত্যাগ কৰিবৰ কথা কৈছে, সেইটোৱে স্বাভাবিক নিদ্ৰাত্যাগৰ উপযুক্ত সময়। ত্ৰিকালদৰ্শী ঋষি মুনিসকলৰ কথা এৰি দি জগতৰ পশু পক্ষী প্ৰভৃতি ইতৰ প্ৰাণীৰ ফালে ছালেও বেছ বুজিব পৰা যায় যে অৰণ্যস্থ বা গৃহপালিত পশু পক্ষীবিলাকে ব্ৰাহ্ম মুহূৰ্ত্তত কিয় নিদ্ৰাত্যাগ কৰে? সিহঁতক সেই সময়ত নিদ্ৰাত্যাগ কৰিবৰ কথা কোনে শিকাইছিল? সেই স্বাভাবিক গুণ বা কাৰ্য্যৰ বলেৰে সিহঁতে ব্ৰাহ্ম মুহূৰ্ত্তত জাগি মানুহতকৈ তুলনাত শতগুণে দীৰ্ঘ জীৱন লাভ নকৰেনে? আগৰ দিনৰ মানুহবিলাকো সেই সময়ত জাগি অপাৰ আনন্দৰ নিদান স্বাস্থ্যলাভ কৰি দীৰ্ঘজীবী হৈ সুখেৰে সংসাৰৰ কাৰ্য্য কৰিছিল বুলি ইতিহাসে সাক্ষ্য প্ৰদান কৰে।

ব্ৰাহ্ম মুহূৰ্ত্তত নিদ্ৰাৰ পৰা উঠি সিদিনাৰ ধৰ্ম্ম অৰ্থ কাম এই ত্ৰিবৰ্গৰ কি কি কৰ্ত্তব্য তাক স্থিৰ কৰিবৰ উপদেশ দিছে। যথা

প্ৰবুদ্ধশ্চিন্তয়েদ্ধৰ্ম্মমৰ্থঞ্চাস্যাবিৰোধিনম্।
অপীড়য়া তয়োঃ কাম্য মুভয়োৰপি চিন্তয়েৎ।।

অৰ্থ—নিদ্ৰাৰপৰা উঠিয়েই ধৰ্ম্ম, ধৰ্ম্মবিৰুদ্ধ অৰ্থ, আৰু ধৰ্ম অৰ্থ উভয় বিৰুদ্ধ কাম্য বিষয় চিন্তা কৰি স্থিৰ কৰিব। অৰ্থাৎ সিদিনা কি কি ধৰ্ম্ম কাৰ্য্য কৰা যাব ধৰ্ম বিৰোধ নোহোৱা কি কি অৰ্থোপাৰ্জ্জনৰ চেষ্টা কৰা যাব আৰু ধৰ্ম্ম ও অৰ্থ নষ্ট নোহোৱাকৈ কি কি ইন্দ্ৰিয় প্ৰীতিকৰ কাৰ্য্য কৰা হব, সেই বিষয়ৰ নিৰ্দ্ধাৰণ কৰিব। এই উপদেশটি কিমান সাৰুৱা তাক পাঠকক সমান্য ভাবে কলেই যে ভাবি চিন্তি ঠিক ঠাক কৰি কাব্য আৰম্ভ কৰিলে সুকলমে সমাধা হয়। বিশৃঙ্খলা বাবে কাৰ্য্য আৰম্ভ কৰিলে কাৰ্য্য কৰি উঠা টান হয়। সেই গতিকে শাস্ত্ৰকাৰ বিষ্ণু শৰ্ম্মাই কৈছে যে “সুচিন্ত্য চোক্তং সুবিচাৰ্য্য যৎ কৃতং সুদীৰ্ঘ কালেপি ন যাতি বিক্ৰিয়াম্” অৰ্থাৎ ভালকৈ ভাবি চিন্তি কোৱা কথা আৰু ভালকৈ ভাবি চিন্তি কৰা কাৰ্য্য সুবহু কাললৈকো নষ্ট নহয়। প্ৰিয়! পাঠক! পূৰ্ব্বে কোৱা হৈছে ব্ৰাহ্ম মুহূৰ্ত্তত নিদ্ৰাৰপৰা জাগি বিছ্নাতে বহি দেবতা ও ঋষিসকলক স্মৰণ কৰিব। সেই সকলনো কোন, তাকে বিষ্ণু পুৰাণত লিখিছে। যতা ঃ—

ব্ৰহ্মা মুৰাৰিস্ত্ৰিপুৰান্তকাৰী ভানুঃ শশী ভূমিসুতো বুধশ্চ।
গুৰুশ্চ শুক্ৰঃ শনি কেতু কুৰ্ব্বন্তু সৰ্ব্বে মম সুপ্ৰভাতম্।।

অৰ্থ ঃ—ব্ৰহ্মা বিষ্ণু শিৱ সূৰ্য্য চন্দ্ৰ মঙ্গল বুধ বৃহস্পতি শুক্ৰ শনি ৰাহু কেতু এই সকলে মোৰ সুপ্ৰভাত কৰোক। ইয়াৰ দ্বাৰা এইখিনি উপদেশ পোৱা যায় যে নিদ্ৰাবস্থাত জগতৰ সকলোকে পাহৰি মৃতবৎ আছিলো। এতিয়া জাগৰিত হৈয়েই নব জীৱন পোৱাৰ দৰে হলো, গতিকে বিশ্ব ব্ৰহ্মাণ্ডৰ সকলোকে জানিব লগা হলো, অৰ্থাৎ বিশ্বৰূপটিৰ বিষয় ভাবিব লগা হলো। আৰু ব্ৰহ্মা বিষ্ণু শিবক স্মৰণ কৰাৰ পৰা সৃষ্টি স্থিতি লয়ৰ চিন্তাৰ লগে লগে জগতৰ সকলো তত্ত্বকে জানিব লগা হলো। অৰ্থাৎ এই পৰিদৃশ্যমান বৃহদব্ৰহ্মাণ্ড যেনেকৈ প্ৰথমে ৰজোগুণেৰে জন্মে, মাজত সত্ত্বগুণেৰে অবস্থান কৰে আৰু অন্তত তমো গুণেৰে বিলয় প্ৰাপ্ত হয় তেনেকৈ মোৰ এই ক্ষুদ্ৰ ব্ৰহ্মাণ্ডৰূপ শৰীৰটোৰো জন্ম হৈছে যেতিয়া অৱশ্য কিছু দিনৰ পিছত মৃত্যু নিশ্চিত গতিকে এই নশ্বৰ দেহেৰে অসৎ কাৰ্য্য নকৰি সৎ কাৰ্য্য কৰি উক্ত ৰোত্তৰ আত্মোন্নতি লাভ নিতান্ত উচিত। এনেকৈ নিশ্চয় কৰি ব্ৰহ্মাদেবক স্মৰণ কৰাৰ মানে ভাবিব লাগে হে ব্ৰহ্মান্! তোমাৰ ওপৰত সৃজনৰ ভাৰ আছে। অতএব তুমি অনুগ্ৰহ কৰি মোক

উন্নতিৰ অৰ্থে যি যি গুণ, ক্ৰিয়া ও দ্ৰব্যৰ আবশ্যক হয় সেই সকলোৰে সৃষ্টি কৰা। বিষ্ণুক স্মৰণ কৰাৰ মানে হে বিষ্ণো! তোমাৰ ওপৰত স্থিতিৰ ভাৰ আছে। অতএব তুমি মোৰ উন্নতিৰ অৰ্থে যি সকল পূৰ্ব্বোক্ত গুণাদিৰ আবশ্যক হয় সেই সকলোকে স্থাপন কৰা। ৰুদ্ৰক স্মৰণ কৰাৰ মানে হে ৰুদ্ৰ তোমাৰ ওপৰত সংসাৰৰ ভাৰ আছে। অতএব তুমি মোৰ উন্নতিৰ নিমিত্তে যিসকল পূৰ্ব্বোক্ত গুণাদিৰ অভাব আবশ্যক হয়, শেই সকলো সংহাৰ কৰা। এই দৰে নিতৌ ৰাতিপুৱাই কোনো কাৰ্য্যত লিপ্ত নোহোৱাতেই যদি চিন্তা কৰিব পাৰে তেন্তে প্ৰতিদিনৰ কাৰ্য্যবোৰ ক্ৰমাৎ সৎ হবৰ নিতান্ত সম্ভব নুবুলি থাকিব নোৱাৰি। সূৰ্য্যাদি গ্ৰহক স্মৰণ কৰিব দিয়াৰ পৰা যে কি এটি অলৌকিক বৈজ্ঞানিক তত্ত্বৰ উল্লেখ কৰিছে, পাঠকক অলপ বুজাবলৈ চেষ্টা কৰো, যি তত্ত্ব আজিলৈকে কোনো ইদানিন্তন বৈজ্ঞানিকে উলিয়াব পৰা নাই। সেই তত্ত্ব এই ৰাসায়নিক প্ৰক্ৰিয়াৰে দ্ৰব্যগুণৰ পাৰ্থক্য যেনে দেখা যায় অৰ্থাৎ আয়ুৰ্ব্বেদোক্ত ঔষধবিলাকৰ অথবা ডাক্তৰী ঔষধ বোৰৰ উপাদান বিলাকৰ তাৰতম্যানুসাৰে ভিন্ন ভিন্ন ঔষধ প্ৰস্তুত হয়, আৰু সেই সেই ঔষধৰ যেনে ভিন্ন ভিন্ন গুণ দেখা যায়। তেজোবহুল পদাৰ্থবিলাকৰ তেজঃ সন্মিশ্ৰণৰ তাৰতম্যতানুসাৰে সেই তেজ ৰশ্মি পোৱা স্থাবৰ জঙ্গমৰ বেলেগ গুণ জন্মে। এই কথা সুব্যক্ত কৰিব লাগিলে কোৱা যায় যে প্ৰত্যেক মানুহৰে শৰীৰ ক্ষিত্যাদি পঞ্চ মহাভূতৰ বিকাৰ মাথোন। তাৰ ভিতৰত এজন পণ্ডিত আন জন মূৰ্খ এজন শিষ্ট অন্য জন দুষ্ট ইত্যাদি গুণৰ বা কাৰ্য্যৰ তাৰতম্য কিয় দেখা যায়? তাৰ কাৰণ সেই জ্যোতিষ্ক মণ্ডলৰ তেজঃ প্ৰাপ্তি। সংসাৰত যিমানবিলাক তেজীয়ান বস্তু আছে তাৰ ভিতৰত সূৰ্য্যাদি নব গ্ৰহৰে তেজ সমধিক। সন্তান বা বস্তু ওপজা মাত্ৰেই সেই নবগ্ৰহৰ তেজ সজীব শৰীৰত প্ৰবেশ কৰে। তেতিয়া কোন গ্ৰহৰ কিমান তেজ পালে আৰু তেজ পোৱাৰ কি কি গুণ বৰ্ত্তিল বা বৰ্ত্তিব, সেইটোকে মনোবিজ্ঞান দ্বাৰা ঠিক কৰি আমাৰ পূৰ্ব্ব পুৰুষ ঋষি মুনিসকলে ফলিত জ্যোতিষ্ক শাস্ত্ৰ নিৰ্ম্মাণ কৰি আমাক জানিব দিছে। যেনে সূৰ্য্য মেষ ৰাশিৰ ২য় অংশত, চন্দ্ৰ কৰ্কট ৰাশিৰ ৫ম অংশত আছে। এনেকৈ মঙ্গলাদি গ্ৰহ বেলেগ বেলেগ ৰাশিৰ বেলেগ বেলেগ অংশত বা এক ৰাশিৰ এক অংশত অথবা ভিন্ন অংশত আছে। এতিয়া বহিৰ্জগতত সম্বন্ধ হোৱা সময়ত কাৰপৰা কিমান তেজ পালো, আৰু তাৰ কি ফল এই তত্ত্ব আবিস্কাৰ কৰিবলৈ আজিকালিৰ জড় বিজ্ঞানে কিমান খিনি অগ্ৰসৰ হব পাৰিছে ও পাৰিব সেই বিষয়ৰ সত্য মীমাংসা কৰিবলৈ মই পাঠকক অনুৰোধ কৰিলো। এই বিষয়ে অতি সাহসেৰে কব পাৰো যে এই তত্ত্ব আবিস্কাৰক ঋষিসকল ইদানীন্তন বৈজ্ঞানিক প্ৰবৰ সকলোতকৈ বহুত ওপৰ খাঁপত। এতিয়া পাঠকে কব

পাৰে যে সেই গ্ৰহবিলাকৰ তেজ (ৰশ্মি) আমি যাৰ যিমান খিনি পাইছোঁ তাৰ ফল আমি ভোগ কৰিছোঁ ও কৰিম। এতিয়া আকৌ ৰাতিপুৱাই সিবিলাকক কাবৌ কৰাৰ পৰা আমাৰ কি হব? ইয়াৰ উত্তৰত কোৱা যায় যে আমি হিন্দু, হিন্দুয়ে সদায় সাগৰ নদ নদী ভূমি পৰ্ব্বত গ্ৰহ উপগ্ৰহ প্ৰভৃতি সকলোতে এটি তদধিষ্ঠাতা জেবতা আছে বুলি স্বীকাৰ কৰে। আৰু সেই দেবতাসকল সন্তুষ্ট হলে ভক্তৰ মনোৰথ পূৰ্ণ কৰে বুলিও মানে। গতিকে পূৰ্ব্ব কথিত তেজঃপ্ৰাপ্তিৰ পৰা আমাৰ বেয়া হব লগা হলেও বা তদধিষ্ঠাতা সূৰ্য্যাদি দেবতাৰ অনুগ্ৰহ হলে সকলো বেয়া গুছি ভাল হব পাৰে। সেই নিমিত্তে ঋষি বিলাকে ৰাতিপুৱাই সূৰ্য্যাদি দেবতাৰ অনুগ্ৰহ পাবলৈ আমাক "কুৰ্ব্বন্তু সৰ্ব্বে মম সুপ্ৰভাতম্" বুলি স্তুতি কৰিব কৈছে। আন প্ৰকাৰে কবলৈ গলে জগতত দেখা যায় যে যিবোৰ বস্তুৱে সূৰ্য্যৰ তেজ (ৰ'দ) কম পায় সেইবোৰ বস্তু দুৰ্ব্বল শিথিল ও অকৰ্ম্মণ্য হয়; আৰু যি বোৰে তাক পায়, সেই বোৰ সবল দৃঢ় ও কৰ্ম্মঠ হয়, ই নিশ্চিত। তেনেহলে ৰাতিপুৱাই কৰ্ম্মক্ষেত্ৰত প্ৰবিষ্ট হোৱাৰ আগেয়ে তেজঃ পুঞ্জ সূৰ্য্যাদি গ্ৰহৰ আকাৰৰ ধ্যানদ্বাৰা কৰ্ম্মশক্তি লাভকৰা নিতান্ত উচিত বিবেচনা কৰি সেই সূৰ্য্যাদি গ্ৰহৰ চিন্তা কৰিবলৈ উপদেশ দিছে। এই দৰে শৰীৰ ও মন সতেজ কৰিবলৈ গুৰু দেবৰ স্মৰণ ও বন্দন কৰিবৰ উপদেশ দিছে।

যথা ১। প্ৰাতঃ শিৰসি শুক্লাজে দ্বিনেত্ৰং দ্বিভুজং গুৰুম্।
প্ৰসন্ন বদনং শান্তং স্মৰেত্তনাম পূৰ্ব্বকম্।।
২। নমোঽস্তু গুৰবে তস্মৈ ইষ্টদেব স্বৰূপিনে।
যস্য বাক্যামৃতং হন্তি বিষং সংসাৰসংজ্ঞাকম্।।

অৰ্থ—যোগশাস্ত্ৰোক্ত মস্তকস্থিত সহস্ৰদল শুদ্ধ কমলত দ্বিনেত্ৰ দ্বিভুজ প্ৰসন্নমুখ শান্ত নৰৰূপী গুৰুদেবৰ নাম গ্ৰহণ পূৰ্ব্বক স্মৰণ কৰিব। সেই ইষ্ট দেবতা স্বৰূপ শ্ৰীশ্ৰীগুৰুদেবক নমস্কাৰ কৰোঁ যাৰ উপদেশৰূপ অমৃতে সংসাৰ ৰূপ বিষক নাশ কৰে। অৰ্থাৎ নিদ্ৰাৰ পৰা উঠিয়েই পূৰ্ব্ব প্ৰদৰ্শিত বৃহদ্ৰহ্মাণ্ডৰ পৰিচয় হোৱাৰ পিছত শৰীৰ ও মন কৰ্ম্মঠ কৰিবলৈ ক্ষুদ্ৰ ব্ৰহ্মাণ্ডৰূপ শৰীৰৰ লগত পৰিচয় হব। যোগশাস্ত্ৰোক্ত নিয়মানুসাৰে আদৰ্শ পুৰুষ স্বৰূপ গুৰুক চিন্তা কৰিব। ইহ জগতত কোনো প্ৰাণীয়ে অনুকৰণ নকৰাকৈ কোনো কাৰ্য্যকে শিকিব নোৱাৰে, এই কথা বহলাই নকলেও ধ্ৰুব নুবুলি কোনোৱে নোৱাৰে। তেন্তে আধ্যাত্মিকতাতো এজন আদৰ্শ পুৰুষৰ নিতান্ত আৱশ্যক কিয় নহব? সেই কাৰণে তন্ত্ৰ শাস্ত্ৰত কিয়, পুৰাণাদিতো গুৰুৰ ওচৰত উপদেশ গ্ৰহণ নকৰিলে জীৱন নিষ্ফল বুলি পুনঃ পুনঃ উক্ত কৰিছে। বৰ দুঃখৰ বিষয় আধুনিক ভাৰতত গুৰুতানুগতা নহৈ বংশগতা ও ব্যবসায়ৰূপী হৈ উঠিছে। ১ম

শ্লোকত সাধক, গুৰু, দেবতা এই তিনিৰ পাৰ্থক্যজ্ঞান উপদেশ দিয়াৰ পিছত ২য় শ্লোকত দ্বৈত জ্ঞানৰ অধিকাৰী হবলৈ উপদেশ দিছে। অৰ্থাৎ গুৰুদেবক দেবতাস্বৰূপ বুলি ভাবিব দি সাধকক সাধনা সোপানৰ ২য় খাপলৈ উঠিবৰ উপদশে দিছে। ইয়াৰ পিছতে সাধনাৰ সৰ্ব্বোচ্চ স্থান অৰোহণ কৰিবৰ উপদেশ দিছে—যথা।

"অহং দেবো নচান্যোহস্মি ব্ৰহ্মৈবাহংন শোকভাক্।।
সচ্চিদা নন্দৰূপো হং নিত্যমুক্ত স্বভাববান্।।"

অৰ্থ—মই দেব ভিন্ন অন্য কোনো নহওঁ, মই অদ্বিতীয় ব্ৰহ্ম, শোককাৰী নহওঁ, মই নিত্যযুক্ত স্ববাব সচ্চিদানন্দ। ইয়াৰ দ্বাৰা সাধকক, দ্বৈতজ্ঞান বিষয় চিন্তা কৰাৰ পিচত সৰ্ব্ব দৰ্শন সাৰ বেদান্ত দৰ্শনৰ চৰম উদ্দেশ্য অদ্বৈত জ্ঞানৰ অধিকাৰী হবলৈ প্ৰত্যহ তদ্বিষয় ভাবনা কৰিবৰ উপদেশ দিছে। উক্ত অদ্বৈত জ্ঞান লাভৰ প্ৰকৃষ্ট উপায় বুলি যি ভক্তি যোগটি বিশদ কৰি ব্যাসদেবে কওঁতে শ্ৰীমদ্ভাগবত নামে সুবৃহৎ গ্ৰন্থখনি হৈছে সেই ভক্তি যোগৰ সাৰ তত্ত্বখিনি নিম্নলিখিত শ্লোক দুটিৰদ্বাৰা সাধকক বুজাইছে, যথা—

"লোকেশ! চৈতন্যময়াধিদেব! শ্ৰীকান্ত বিষ্ণো! ভবদাজ্ঞয়ৈব
প্ৰাতঃ সমুত্থায় তব প্ৰিয়াৰ্থং সংসাৰ যাত্ৰামনুবৰ্ত্তয়িষ্যে।।
জানামি ধৰ্ম্মং নচমে প্ৰবৃত্তিবৰ্জ্জনাম্যধৰ্ম্মং ন চ মে নিবৃত্তিঃ!
ত্বয়া হৃষীকেশ! হৃদি স্থিতেন যথা নিযু ক্তো স্মি তথা কৰোমি।।"

অৰ্থ—হে লোকেশ্বৰ! হে চৈতন্যময়! হে অধিদেব! হে লক্ষ্মীকান্ত! হে বিষ্ণো! তোমাৰ প্ৰীতিৰ নিমিত্তে তোমাৰ আদেশানুসাৰে ৰাতিপুৱাই উঠি সংসাৰৰ কাৰ্য্যসকল সম্পাদন কৰিম। মই ধৰ্ম্ম জানো, কিন্তু তাত মোৰ স্বতঃপ্ৰবৃত্তি নজন্মে, আৰু মই অধৰ্ম্ম জানো কিন্তু তাত মোৰ স্বতঃনিবৃত্তি নহয়। হে হৃদয়েশ্বৰ! হৃদয়স্থ হৈ তুমি যেনেকৈ মোক নিযুক্ত কৰা মই তেনেকৈ কাৰ্য্য কৰিম। পাঠক! ইয়াৰ দ্বাৰা কি সুন্দৰ উপদেশ পোৱা যায়। অনাসক্তভাবে হে সমস্ত কাৰ্য্য কৰিব লাগে, আৰু কাৰ্য্যৰ ফলে যে আমাক বন্ধন কৰিব নোৱাৰে তাকে বুজাইছে। উপদেশটি দৃষ্টান্তদ্বাৰা অলপ ব্যক্ত কৰা যাওক। আমি চাকৰ ৰাখি খেতি-বাতি সকলোকে কৰো, সেই খেতিৰ লাভালাভ কাৰ? গৰাকীৰ নে চাকৰৰ? ইয়াত পাঠকে অবশ্য কব যে ইয়াত চাকৰৰ লাভ লোকচান একো নাই। লাভালাভ যি হয়, সি সকলো গৰাকীৰ হে হব। তেনেহলে সংসাৰৰ যি কাৰ্য্য আমি কৰো, তাৰ ভাল বেয়া ফল আমি কিয় ভুগিম? আমাক লাগে বুলি আমাৰ ইচ্ছামতেতো কৰা নাই। যাৰ হুকুম মতে যাৰ নিমিত্তে কাৰ্য্য কৰা হৈছে, তেওঁ তাৰ ফল পায় পাওক নাপায় নাপাওক আমাৰ তাত লাভ-লোকচান

কিয় হব? এইখিনি ভাব পাবৰ নিমিত্তে পূৰ্ব্বোক্ত শ্লোকৰদ্বয় পাঠ কৰিব দিছে। শান্তিময়ী নিদ্ৰাদেবীৰ কোলাৰপৰা উঠি বিষয়সৰ্প ধৰাৰ আগেয়ে মন্ত্ৰস্বৰূপ পূৰ্ব্বকথিত শ্লোক কেইটা আগ্ৰহেৰে পাঠ কৰি পূৰ্ব্ব প্ৰদৰ্শিত অভিপ্ৰায় হৃদয়ত ৰাখিলে পাপ কাৰ্য্য কৰিবলৈ মানব কদাপি অগ্ৰসৰ হব নোৱাৰে। তেতিয়া সেই ভাবে তেওঁ যি কাৰ্য্য কৰে যি মন্ত্ৰমুগ্ধ সৰ্পৰ নিচিনা একো অনিষ্ট কৰিব নোৱাৰে। ইয়াৰ পিছতে ইচ্ছাশক্তি ও ক্ৰিয়াশক্তি প্ৰবল কৰিবৰ নিমিত্তে পুৰাণ শাস্ত্ৰ বৰ্ণিত জগতৰ আদৰ্শ মহাপুৰুষ ও সতী তিৰুতাবিলাকক পুৰুষ স্ত্ৰী ভেদে স্মৰণ কৰিবৰ কথা কৈছে। যথা মহা ভাৰতে ঃ—

“পুণ্য শ্লোকো নলোৰাজা পুণ্য শ্লোক জনাৰ্দ্দনঃ।
পুণ্যশ্লোকাচ বৈদেহী পুণ্যশ্লোকো যুধিষ্ঠিৰঃ।।
অহল্যা দ্ৰৌপদী কুন্তী তাৰা মন্দোদৰী তথা।
পঞ্চ কন্যাঃ স্মৰেন্নিত্যং মহাপাতক নাশনম্।।
কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনো নাম ৰাজা বাহু সহস্ৰভৃৎ।
যেন সাগৰপৰ্য্যন্তা ধনুষা নিৰ্জ্জিতা মহী।।
যো স্য সঙ্কীৰ্ত্তয়েন্নাম কল্যমুত্থায় মানবঃ।
ন তস্য বিত্তনাশঃ স্যান্নষ্টঞ্চ লভতে পুনঃ।।”

ইয়াৰ অৰ্থ সুবোধ গতিকে অনুবাদ দিয়া নহল। পূৰ্ব্বোক্ত মহাপুৰুষ ও সতী বিলাকৰ নাম স্মৰণ কৰাৰ তাৎপৰ্য্য এই যে সংসাৰৰ কাৰ্য্য কৰাৰ আগেয়ে সিবিলাকৰ চৰিত্ৰৰ কথা মনতে আলোচনা কৰিব। আৰু সিবিলাকে যেনেকৈ নিয়ত কষ্ট কৰিও কৰ্ত্তব্য পথৰপৰা অলপো ভ্ৰষ্ট নোহোৱাকৈ অভ্ৰান্ত চিত্তে কৰ্ত্তব্যৰ অনুসৰণ কৰি জগতত আদৰ্শ হৈছে, আজি ময়ো সেই ভাবে কাৰ্য্য কৰিম। তাৰ পিছত

“সমুদ্ৰ মেখলে! দেবি! পৰ্ব্বত স্তনমণ্ডলে।।
বিষ্ণোঃ পত্নি! নমস্তুভ্যং পাদস্পৰ্শংক্ষমস্বমে।”

এই মন্ত্ৰ উচ্চাৰণ কৰি সৰ্ব্বাধাৰ স্বৰূপা পৃথিবীৰ (তদধিষ্ঠাত্ৰী দেবীৰ) ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি “প্ৰিয় দত্তায়ৈ ভুবে নমঃ” এই মন্ত্ৰেৰে সেবা কৰি প্ৰথমে দক্ষিণ ভৰি মাটিত দিব। ইয়াৰ দ্বাৰা এই বুজাইছে যে উপকাৰীৰ ওচৰত মানুহে কৃতজ্ঞতা প্ৰকাশ কৰি তেওঁৰ ওচৰত সদায় অবনত মস্তক হৈ থাকিব লাগে। বামাঙ্গত কৈ দক্ষিণাঙ্গক বেছি কৈ খটোৱাৰ কাৰণে ব্যমাঙ্গতকৈ দক্ষিণাঙ্গক কাৰ্য্যক্ষম দেখা যায়। গতিকে নিদ্ৰাৱস্থাত গমন নথকা প্ৰযুক্ত অবশ হোৱাই খাট পালঙ্ প্ৰভৃতি উচ্চ স্থানৰপৰা নামোঁতে প্ৰথমে আগ ভৰিখন মাটিত দি নমাত পৰিবৰ আশঙ্কা কম, সেই কাৰণে

প্ৰথমে আগ ভৰি মাটিত দিবৰ কথা কৈছে। যাৰ বাম পাদ বেছি কাৰ্য্যক্ষম, তেওঁ বাঁও ভৰিখনকে আগেয়ে মাটিত দিব, তাত একো দোষ নহয় কেবল নমাত সাবধান হব দিছে। ইয়াৰ পিছত ঘৰৰপৰা বাহিৰলৈ আহি সাত্ত্বিক ও পবিত্ৰ নিম্নলিখিত বস্তু কেইবিধ দেখিবৰ কথা কৈছে, যথা

"শ্ৰোত্ৰিয়ং সুভগাম্‌গ্নিংগাশ্চৈবাগ্নি চিতিস্তথা।
প্ৰাতৰুত্থায় য়ঃ পশ্যেদাপদ্ভ্যঃ স বিমুচ্যতে।।"

অৰ্থ ঃ—বেদজ্ঞ সতী, অগ্নি, গো, সাগ্নিক ব্ৰাহ্মণক ৰাতিপুৱাই দেখা মানুহক আপদে নাপায়। অৰ্থাৎ এই বিলাক জগতৰ পৰম উপকাৰী সাত্ত্বিক ও পবিত্ৰ বস্তু। এই বিলাকক দেখি তেওঁবিলাকৰদৰে হব ইচ্ছা ও যত্ন কৰিব লাগে। তেনে কৰিলে তেনেকুৱা মানুহক বিপদে সহজে স্পৰ্শ কৰিব নোৱাৰে। আৰু কৰিলে বেছি দিন তিষ্ঠিব নোৱাৰে। এই ভাব খিনি পৰোক্ত শ্লোকৰ অৰ্থৰ ফালে লক্ষ্য কৰিলে অনায়াসে বুজিব`পৰা যায়। যথা—

"পাপিষ্ঠং দুৰ্ভগাং মদ্যং নগ্নমুৎকৃত্তনাসিকম্।"
প্ৰাতৰুত্থায় যঃ পশ্যেত্তৎ কলেৰুপলক্ষণম্।।"

অৰ্থ—ৰাতিপুৱাই উঠি যি অত্যন্ত পাপী, অসতী, মদপী, লেঙটা (নিৰ্লজ্জ) নাককটা (অভিশয় পাপ কৰাৰ কাৰণে) মানুহক দেখে, তাক কলিয়ে (পাপেৰে) আগুৰি ধৰিব। ইয়াৰ ভাবাৰ্থ এই যে ৰাতিপুৱাই উঠিয়েই তমোগুণ সম্পন্ন উক্ত পাপিষ্ঠ প্ৰভৃতিক দেখিলে সিহঁতৰ বেয়া গুণৰ (দোষৰ) ফালে মন যাব, আৰু সেয়েই হলে পাপ হবৰ নিতান্ত সম্ভাবনা। এতিয়া পাঠকৰ প্ৰস্ন উঠিব পাৰে যে পূৰ্ব্বোক্ত কাৰ্য্য কলাপ এদিন নো নকৰিলে নহয় নে? সদায় নো কিয় কৰিব লাগে? ইয়াতে কব পাৰি যে পূৰ্ব্বোক্ত কাৰ্য্য কলাপ এদিন কিয় এক জীবন কিয় সহস্ৰ সহস্ৰ জীবনটো সিদ্ধ হয় নে নহয় সন্দেহ। গতিকে পূৰ্ব্ব প্ৰদৰ্শিত উদ্দেশ্যৰ কণামাত্ৰও প্ৰতি দিনে লভ্য কৰিব পাৰিলেও পৰম মঙ্গল। সেই ভাব সকল শ্ৰীমদ্ভাগবদ্ গীতাত উক্ত কৰা অভ্যাস যোগক আশ্ৰয় কৰিলেহে কথঞ্চিৎ হব পাৰে। জগতত বোধকৰো এনে কোনো মানুহ নাই যিয়ে এবাৰ মাথোন দৰ্শন শ্ৰবণ বা অধ্যয়ন কৰিলেই সেই ভাববিলাক সম্পূৰ্ণ আয়ত্ত কৰিব পাৰে। কাজেই ইমান জটিল আধ্যাত্মিক ভাবত অধিকাৰ অভ্যাস যোগৰ অবলম্বন নোলোৱাকৈ কোনোমতে হব নোৱাৰে। সেই নিমিতে দূৰদৰ্শী ঋষিসকলে নিতৌ পূৰ্ব্বোক্ত কাৰ্য্যানুষ্ঠান কৰিবলৈ উপদেশ দিছে।

**উপসংহাৰ—**

ব্ৰাহ্ম মুহূৰ্ত্তত নিদ্ৰাৰপৰা জাগি দৈনন্দিন কৰ্ত্তব্য ধৰ্ম্ম অৰ্থ কাম এই ত্ৰিবিধ

নিৰ্দ্ধাৰণ কৰিব। পিছত “ব্ৰহ্মা মুৰাৰিস্ত্ৰিপুৰান্তকাৰী” ইত্যাদি মন্ত্ৰ পাঠ কৰি পৰমেশ্বৰৰ অসীম ক্ষমতাৰ ফল স্বৰূপ বিশ্বৰূপৰ কথা আলোচনা, বিশ্বৰ নশ্বৰত্ব বোধ, আত্মোন্নতিৰ অৰ্থে আবশ্যকীয় বস্তুৰ প্ৰাৰ্থনা, আত্মোন্নতিৰ প্ৰতিকূল বস্তু খণ্ডনৰ প্ৰাৰ্থনা, মন ও শৰীৰৰ বলাধান কৰিব। তাৰ পিছত “প্ৰাতঃ শিৰসি শুক্লাজে” ইত্যাদি মন্ত্ৰদ্বাৰা নৰৰূপী গুৰুদেবক আদৰ্শস্থানীয় কৰি লৈ “নমোস্তু গুৰবে তস্মৈ” এই মন্ত্ৰদ্বাৰা দ্বৈতজ্ঞানৰ আলোচনা কৰিব। অনন্তৰ “অহং দোবোনচাহ্যোহস্মি” এই মন্ত্ৰেৰে অদ্বৈত বোধবিষয়ক ভাবনা কৰি “লোকেশ চৈতন্য ময়াধিদেব” ইত্যাদি মন্ত্ৰেৰে অদ্বৈত বোধ সাধক ভক্তি যোগৰ আলোচনা কৰি নিষ্কাম কৰ্ম্ম কৰিবৰ প্ৰতিজ্ঞা কৰিব। তদন্তৰ “পূণ্য শ্লোকোনলোৰাজা” ইত্যাদি মন্ত্ৰ পাঠদ্বাৰা আদৰ্শ পুৰুষ মানি লৈ “সমুদ্ৰ মেখলে দেবি” ইত্যাদি মন্ত্ৰেৰে সৰ্ব্বাধাৰস্বৰূপা পৰমোপকাৰিণী পৃথিবী দেবীৰ প্ৰাত কৃতজ্ঞতা প্ৰকাশ কৰি তেওঁৰ ওচৰত পৰিহাৰ্য্য দোষ কৰাৰ বাবে ক্ষমা প্ৰৰ্থনাৰে সৈতে নমস্কাৰ কৰি সাবধান হৈ যি খন ভৰি বেছি চলে সেই ভৰিখন মাটিত দিব। এতদনন্তৰ ঘৰৰপৰা বাহিৰলৈ ওলাই আহি সত্বগুণ বৰ্দ্ধক “শ্ৰোত্ৰিয়ং সুভগামাগ্নিং” এই বচনোক্ত বেদজ্ঞাদিক চাব “তমোগুণবৰ্দ্ধক পাপিষ্ঠং দুৰ্ভগাং মদ্যং” এই বচনোক্ত পাপিষ্ঠাদিক নাচাব।

শ্ৰীশিবনাথ শৰ্ম্মা বুজৰ বৰুৱা
স্মৃতিতীৰ্থ, দত্তবা ব্ৰহ্মময়ী চতুস্পাঠি।

## নিৰ্ম্মল ভকত।

(৪ৰ্থ সংখ্যাৰ ১৩৩ পিঠিৰ পাচৰ পৰা)

ৰজাৰ চৰাত তিনিওজনা ডাঙ্গ ৰীয়াৰ মেল সেই সময়ত বৰ ডাঙ্গৰ কথা আছিল। সেই মেলত আন কি ৰজাকো ভাঙিব পাতিব পৰা ক্ষমতা আছিল। ৰজাই শুনি ভয়তে নিজেও নাহিল, সতৰামকো নপঠালে। ডাঙ্গ ৰীয়া তিনিজনে হেনো সেই মেলত সতৰামৰ প্ৰাণদণ্ড স্থিৰ কৰি তাক ধৰি আনিবলৈ আদেশ দিয়াত পূৰ্ণানন্দ বুঢ়া গোঁহাইৰ তিনিজন পুতেকে গৈ সতৰামক ৰজাৰ ওচৰৰপৰা টানি আনিলে। ৰজাই সতৰামক প্ৰাণে নেমাৰিবলৈ ডাঙ্গৰীয়া তিনিওজনলৈ বৰকৈ কাকুতি মিনতি কৰি পঠালে। ৰজাৰ অনুৰোধ এৰাব নোৱাৰি ডাঙ্গৰীয়াসকলে সতৰামক প্ৰাণদণ্ডৰ ব্যৱস্থা গুচাই তাক মুৰ খুৰাই ঘোল ঢালি নগা পৰ্ব্বতৰ ফাললৈ খেদি পাঠালে।

প্ৰবাদ আছিল গুৱাহাটীৰ বৰফুকনৰ হেনো পূৰ্ণানন্দ বুঢ়াগোঁহাৰে সৈতে পেটে

পেটে বৰ অৰিভাব আছিল। সতৰামক নিৰ্ব্বাচন কৰোঁতে বুঢ়া গোঁহায়ে জানিলে যে গুৱাহটীয়া বৰফুকনো তলে তলে সতৰামৰ লগ—তেওঁৰ মহা শত্ৰু। মুঠতে কবলৈ গলে সেই সময়ত বৰফুকন, সতৰাম আৰু ৰজা এফলীয়া আৰু বুঢ়া গোঁহাই, ৰাজমাও দেউতা আন ফলীয়া আছিল। বুঢ়া গোঁহায়ে চণ্ডীমণ্ডপৰ সেই অপমানতে বৰগোঁহাই আৰু বৰপাত্ৰ গোঁহাইকো তেওঁৰ ফলীয়া কৰি লবলৈ সুযোগ পালে। সতৰামক নিৰ্ব্বাচন কৰি বুঢ়াগোঁহাইৰ তেওঁৰ বিপক্ষৰ সকলো শত্ৰুকে নিপাত কৰিবলৈ ইচ্ছা হল। সেই ইচ্ছা অনুসৰি তেওঁ বৰফুকনক ধৰাই নিবলৈ তলে তলে কাৰবাৰ কৰিলে। তেওঁৰ এই কাৰবাৰ তেওঁৰ বোৱাৰী পিজৌ গাভৰুৱে বুজ পাই তলে তলে বৰফুকনলৈ (বৰফুকন পিজৌ গাভৰুৰ বাপেক) খবৰ পঠালে। বুঢ়া গোঁহাইৰ ফৌজ গৈ পোৱাৰ আগেয়ে বৰফুকন কলিকতালৈ পলাই গৈ লাট চাহাবক অসমখন ইংৰাজৰ অধীনলৈ নিবলৈ খাটিলে। লাট চাহাবে সেই কথাত কৰ্ণপাত নকৰা দেখি বৰফুকনে কলিকতাত থকা মান এটাৰে সৈতে মিতিৰালি পাতি মানৰ দেশলৈ গৈ মান ৰজাক জনালে যে বুঢ়াগোঁহায়ে তেঁওৰ ভাই ৰজাৰ দেশখন ছাৰখাৰ কৰিলে। তেওঁৰ কথা বিশ্বাস কৰি মানৰজাই তেওঁৰ লগত পোন্ধৰ হেজাৰ মান সৈন্য দি অসম দেশখন উদ্ধাৰ কৰিবলৈ পঠাই দিলে। তেও সদীয়াৰ বাটেৰে আহি জয়পুৰত ২০ হেজাৰ মান সৈন্য লৈ কোঠ মাৰি ৰহিল।

**দশম অধ্যায়।**

যেতিয়া বৰফুকনে এই পোন্ধৰ হেজাৰ সৈন্য লৈ জয়পুৰ পালেহি তেতিয়াহে সেই খবৰ আমাৰ ৰজা আৰু বুঢ়া গোঁহাই ডাঙ্গৰীয়াই পালে। বুঢ়া গোঁহায়ে নেভাবিছিল যে নাশ্ৰুত, নাভুত এনেকুৱা বিধৰ শত্ৰু আহি অসম ৰাজ্যত সোমাব। ৰজা ঘৰৰ সৈন্য সামন্ত একো সাজু নাছিল। ডাঙ্গৰীয়াসকলে একো উপায় নেপাই ৰঙপুৰৰে যি পালে সৈন্য সামন্ত গোটাবলৈ স্থিৰ কৰি চাৰিওফালে কটকী পঠালে। সাত আঠ দিনৰ ভিতৰতে আমাৰ অসমীয়াৰ কুৰি হেজাৰ মানুহ গোট খালে। বুঢ়া গোঁহাইৰ পুতেক চন্দ্ৰ গোঁহাইদেৱ এই কুৰি হেজাৰ সৈন্য লৈ নাজিৰাৰপৰা প্ৰায় এবেলা বাট আগবাঢ়ি আহি মানেৰে সৈতে ৰণ পাতিলে। অসমীয়া ৰণুৱাৰ হাতত ধনুকাৰ, জুইদিয়া হিলৈ। মানৰো প্ৰায় সেয়ে অস্ত্ৰ আৰু তৰোৱাল। উভয় দলৰে তিন দিন তিন ৰাতি যুজ হল। মানো নিজিকে আমিও নিজিকোঁ। চতুৰ্থ দিনৰ যুজত আমাৰ সেনাপতি চন্দ্ৰ গোঁহাইদেউ হেনো যুজত পৰিল। তেওঁৰ লগতে আন আন আৰু দুই চাৰি জন বীৰ পৰাত আমাৰ ক্ষীণ হল। মানহঁতে জাঠি জোঙ, দা লৈ খেদি আহি আমাৰ সৈন্যেৰে সৈতে হতাহতি যুজ কৰি আমাৰ অসমীয়াক ঘটুৱালে। আমাৰ প্ৰায়

তিনি চাৰি শ ৰণুৱা সিহঁতে জীয়াই জীয়াই ধৰি বন্দী কৰিলে। মান জিকা আৰু চন্দ্ৰ গোঁহাইদেউ মৰা শুনি হেনো মান আহি নগৰ নৌ পাওঁতেই বুঢ়া গোঁহায়ে বিষ খাই প্ৰাণ ত্যাগ কৰিলে।

**একাদশ আধ্যায়।**

ডাঙ্গৰীয়া! মই আগেয়ে কৈছোঁ সেই সময়ত মই ২১ বছৰীয়া। যদিও আমি বুঢ়া গোঁহাইৰ ফৈদৰ আছিলোঁ তথাপি নগৰৰপৰা আঁতৰত থকাৰ বাবে আৰু ঈশ্বৰৰ ইচ্ছাত আমাৰ গাৰঁৰ হৈ এজন যুজত মৰাৰ বাজে আন বিশেষ ক্ষতি নোহোৱাত আমি ভাবিছিলোঁ আপদ কাটি গল, ৰক্ষা পৰিলোঁ। কিন্তু ডাঙ্গৰীয়া! সিটি নহল। মান উলটি যোৱাৰ পিচত, দেশত বদনচন্দ্ৰ প্ৰায় এদনীয়া অধিপতিৰ দৰে হল, আৰু ক্ষমতা বঢ়াৰ লগে লগে তেওঁ হেনো মহা অত্যাচাৰী হৈ উঠিল। মান আনি দেশ নষ্ট কৰাৰ বাবে ডাঙ্গৰীয়া, বিষয়া, বিশেষ ৰাজমাও দেউতা সকলোৱে তেওঁৰ ওপৰত বৰ অসন্তুষ্ট হৈছিল। বুঢ়া গোঁহাইৰ মৃত্যুৰ পোতক তুলিবলৈ ৰাজমাও দেউতাই তলে তলে চক্ৰান্ত কৰি ৰূপসীং নামেৰে হিন্দুস্থানী চিপাহী এটাৰ হতুৱাই নিৰস্ত্ৰ হৈ শৌচ কৰিবলৈ যাওঁতেই বাটতে ধৰি বদনচন্দ্ৰক বধ কৰোৱালে। বদনক বধ কৰাৰ লগে লগে বৰফুকনৰ ফৈদ হীনপ্ৰভ হলেও চন্দ্ৰকান্ত ৰজা তলে তলে বৰফুকনৰ ফলীয়া আছিল। সেই দেখি ৰাজমাও দেউতাই বুঢ়াগোঁহাইৰ পুতেক ৰুচিনাথ বুঢ়া গোঁহাই ডাঙ্গৰীয়াক নগৰলৈ মাতি পঠোৱাতো তেওঁ নাহি চিলমাৰিত ভাগি গৈ থকা ৰাজশ্বেৰ সিংহৰ বংশৰ পুৰন্দৰ সিংহ কোৰঁৰক ৰজা পাতিবৰ মনেৰে তেওঁক ৰঙপুৰলৈ লৈ আহিল গৈ। এই বাতৰি পাই চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে ভয়তে লুকু ডেকা ফুকনৰ লগত ৰুচিনাথ বুঢ়াগোঁহাইৰ চুৰচুৰীয়া ৰণ এখন লাগিল। এই ৰণত ডেকা ফুকন মৰিল। পিচে ৰুচিনাথ ডাঙ্গৰীয়াই সকলোৰে সম্মতিক্ৰমে ১৭৩৮ শকত পুৰন্দৰসিংহ কোঁৱৰক যুবৰাজ পাতি চন্দ্ৰকান্ত সিংহ স্বৰ্গদেবক মহাৰাজ পাতিবলৈ বুলি তেওঁক মাতি পঠিয়ালে। কিন্তু চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে ৰুচিনাথক বিশ্বাস নকৰিলে। তেওঁ নহাত পুৰন্দৰ সিংহই ১৭৩৯ শকত ৰজা হল।

ৰুচিনাথ বুঢ়াগোঁহাইয়ে যদিও চন্দ্ৰকান্ত সিংহক একো নকৰিলে, তথাপি তেওঁৰ ভায়েক মৰঙ্গিখোৱা গোঁহায়ে পূৰ্ব্ব শত্ৰুতা মনত ৰাখি চল চক্ৰান্ত কৰি আগলৈ ৰজা হব নোৱাৰাকৈ চন্দ্ৰকান্ত সিংহ স্বৰ্গদেবৰ কাণ এখনত ঘুণ লগালে। এই ব্যৱহাৰত চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে মৰণান্তিক বেজাৰ পাই এই অপমানৰ প্ৰতিশোধ লবৰ মনেৰে আকৌ গোপনে মানুহ কেইজনমানক মান আনিবলৈ পঠালে। মান ৰজাই বদন বৰফুকনক ইমান অন্যায়কৈ মৰোৱা বাতৰি পাই এইবাৰ ত্ৰিশহেজাৰ মান সেনা

দি আলুমমিঙ্গি নামে সেনাপতি এজনক ১৭৪১ শকত অসম আক্ৰমণ কৰিবলৈ পঠালে। সিবাৰ অলপীয়া মান সেনাৰ লগতে পূৰ্ণামন্দ বুঢ়াগোঁহাই ডাঙ্গৰীয়াৰ শিক্ষিত সেনাইও নোৱাৰিলে, এইবাৰ ত্ৰিশ হেজাৰ মানৰ লগত যুজিবলৈ কি সাধ্য! তাতে দেশখন দুফলীয়া হৈ ছাৰখাৰ হৈ ৰৈছে। তথাপি মৰণত শৰণ দি ৰুচিনাথ গোহাঁইদেৱে আমাৰ এজাক অসমীয়া ৰণুৱা গোটালে। ডাঙ্গৰীয়া, আমাৰ ঘৰ মানুহ বুঢ়া গোঁহাইৰ ফৈদৰ আছিল। ৰুচিনাথ বুঢ়াগোহাঁইৰ আদেশক্ৰমে আন আন ৰণুৱাৰ লগতে এই নিঃকিনো এইখন যুজলৈ গৈছিলো। মানৰে আমাৰে তয়াময়া ৰণ লাগিল। আমাৰ মাথোন ১৫ হেজাৰমানহে ৰণুৱা হৈছিল। তথাপি জননী জন্মভূমিৰ নিমিত্তে আমি সকলোটি অসমীয়াই প্ৰাণৰ মায়া বিসৰ্জ্জন দি মানেৰে সৈতে তিনি দিন তয়া-ময়া ৰণ কৰিছিলো। এই নিঃকিনে নিজ হাতেৰেই দুই তিনিটা মান বধ কৰিছিলো। কিন্তু কলে কি হব! অসমৰ ভাগ্যত ঈশ্বৰে সুখ লিখা নাছিল। আমাৰ প্ৰায় অসমীয়া ৰণুৱা মানৰ হাতত মৰিল। কিবা ভাগ্যৰ গুণত এই নিঃকিন আৰু আন আন ২।৩ শ মান ৰণুৱাৰ মৰণ নহল। মানহঁতে আমাক জীয়াই জীয়াই ধৰি বন্দী কৰিলে। আৰু যুঁজৰ অন্তত সন্ধি হলত মানহঁতে সিহঁতৰ বয়বস্তু কঢ়িওৱা ভাৰী কৰি আমাক মানৰ দেশলৈ লৈ গল।

দেখক ডাঙ্গৰীয়া! আমাৰ বিষয়া সকলৰ পৰস্পৰ হিংসাহিংসি ৰজা ভঙা ৰজা পতা ইত্যাদি গোলমালেই অসম দেশখন খালে। ঘাইকৈ দুৰ্ব্বল ৰজা আৰু বদন চন্দ্ৰ যেনেকৈ এফালে দোষী আন পক্ষে ডাঙ্গৰীয়া, নকৈ নোৱাৰো পূৰ্ণানন্দ বুঢ়াগোঁহাই আৰু ৰাজমাও দোষী। এই দুই দলৰ অন্যায় অবিধি, পৰস্পৰ হিংসাহিংসি ভাবেই অসম দেশ খালে। মোৰ জননী জন্মভূমিৰ দুঃখ দুৰ্গতিৰ সীমা নোহোৱা হৈছিল।

(ক্ৰমশঃ)।

## মায়া।

(১)

ঘোৰ অন্ধকাৰ নিশা নিজম নিমাত,
নিদ্ৰাত সকলো প্ৰাণী বিশ্বৰ কোলাত;
হৰাল চেতনা—
গভীৰ বেদনা;
বুজিব নোৱাৰি একো সবে নিৰুপায়;

চলিছে সকলো কিন্তু নিৰোল সদায়—
নিৰোল আত্মাৰ বাঁহী নিমাত সদায়।

(২)

এই আছে এই নাই, সবে চিকিমিকি,
দেখা পায়, শুনা যায়, ৰিণিকি ৰিণিকি;
আন্ধাৰ পোহৰ—
সৎ অসতৰ;
যুগল মিলন সদা দুৰ্ভেগ্য বাক্যেৰে;
মন্ত্ৰমুগ্ধ সাপ যেন মায়া মোহিনীৰে
নুবুজে একোকে জীয়ে, বুজিব নোৱাৰে।

(৩)

ঘানাক্ ঘুনুক্ কৰি সকলো নাছিছে,
আথাউনি সাগৰত মানৱ নামিছে;
ক'ৰ পৰা আহে?
সাগৰত ভাহে;
কোন ফালে গুচি যায় কবই নোৱাৰি;
আহে, যায়, ঘুৰি ঘুৰি বিশ্ৰাম বিচাৰি,
হাঁহি কান্দি কলৈ যায়, কবই নোৱাৰি।

(৪)

সদায় দুভাগ নিশা, নুপুৱায় ৰাতি,
নিৰাশ্ৰয় যেন জীৱ নিস্তেজ শকতি;
উটুৱাই নিয়ে—
কৰ্ম্মৰ তৰঙ্গে,
বই থকা পানী যেন অবিৰাম গতি;
ক্ষন্তেকো জিৰণি নাই নিয়তিৰ নীতি—
আচৰিত অহা-যোৱা অবিৰাম গতি।

(৫)

কলা ঘুমটীয়া হৈ সপোন সচিতে,
উটি ভাহি খেলি জীৱে থাকে নিতে নিতে;
সুখ সম্পদৰ

দুখ ভাগৰৰ,
হিত অহিতৰ, বিপৰীত যুগ্ম মিলনৰ,
বইছে একেটি ধাৰা সংসাৰ স্ৰোতাৰ,
আচৰিত অদভূত যুগ্ম মিলনৰ।

(৬)

মায়া বোলে, "কোনো কাৰো নহয় আপোন।"
নহয় কদাচ সত্য মূৰ্খৰ বচন।
বিভিন্ন ভাৱৰ
ভাৱনাটি "মোৰ,"
মায়া নামে পৰিচিত প্ৰাজ্ঞজনে কয়,
"সকলো আপোন" ভাবা মোহিনী নহয়—
"ভিন ভাৱে ত্যাগ কৰা" প্ৰাজ্ঞজনে কয়।

(৭)

একত্বৰ প্ৰেমডোল কণিকা দয়াৰ
নহয় বিকাশ কভু জানিবা মায়াৰ,
ভিন্ ভিন্ ভাৱ.
একত্ব অভাৱ,
'এক'কে বহুত দেখা মায়া বুলি কয়;
"সকলো আপোন" ভাবা মোহিনী নহয়—
সকলোৱে "একে" ভাই, জানিবা নিশ্চয়।

(৮)

বিপৰ্য্যয় সীমা মাজে জীৱন দুলিছে,
নিজৰ স্বভাৱ জীৱে নিজে পাহৰিছে,
শুক্তিত ৰজত,
ৰবিৰ জলত,
বহু প্ৰতিবিম্ব যথা "ভ্ৰম" ওপজয়
আৰু "এক"তেই বহুৰূপ দেখা যায়,
আনিবা বিশ্বও তথা জানিবা নিশ্চয়।

(৯)

দেশ কাল সীমা মাজে ব্ৰহ্মাৰ বিকাশ,

নিমিত্তই আহি পূৰ্ণ কৰে মায়া পাশ;
"একে" বহু হয়,
কিন্তু একে ৰয়;
সকলো ই বিশ্বরূপ ব্ৰহ্মাৰে বিকাশ;
"জীৱে ব্ৰহ্ম এক"—জীৱ ব্ৰহ্মচিদাভাস,
সূৰ্য্যৰ কিৰণ যথা সূৰ্য্যৰে বিকাশ।

(১০)

চৈতন্যত অনুভূতি হলে একত্বৰ,
ভাঙি চুৰমাৰ হয় মায়া মেৰ ঘৰ;
দীপ্ত সুৰুযৰ,
জ্ঞানৰ পোহৰ
ঘোৰ অন্ধকাৰ নাশি নিশা উদঙাই,
মধুৰ চেতন ৰবে কয় ৰিঙিয়াই,
"অসীম আনন্দ। ধন্য একত্বৰ "মই।"

শ্ৰীপ্ৰশান্ত মূৰ্ত্তি।

## শ্ৰীশ্ৰী ঁদামোদৰ দেব, শ্ৰীশ্ৰী ঁহৰি দেব আৰু শ্ৰীশ্ৰী ঁশঙ্কৰ দেব।

(৪ৰ্থ সংখ্যাৰ ১২৩ পিঠিৰ পাচৰ পৰা)

দৈত্যাৰি ঠাকুৰ কৃত শঙ্কৰদেবৰ চৰিত্ৰ।

শঙ্কৰদেবৰ যাই চৰিত্ৰ লিখক ৰামচৰণ ঠাকুৰ আৰু তেওঁৰ পুত্ৰ দৈত্যাদি ঠাকুৰ। এই দৈত্যাদি ঠাকুৰ এজন যাই ঠাকুৰীয়া পন্থী আৰু মহাপুৰুষীয়া পন্থৰো যাই পৃষ্ঠপোষক। এওঁ শঙ্কৰ মাধৱৰ সমসাময়িক। এওঁ যে শঙ্কৰ মাধৱৰ বিশেষ পক্ষপাতী আৰু দামোদৰ হৰিদেব প্ৰভৃতি দ্বিজাগুৰু কেজনৰ ঘোষ বিৰোধী তাক নকলেও হয়। এওঁ লিখা চৰিত্ৰখনকো আমি কোনো ৰকমেই হিষ্টৰি বা বুৰঞ্জীৰ শাৰীলৈ প্ৰমোচন দিব নোৱাৰোঁ। প্ৰথমতে এওঁতো পক্ষপাত দোষেৰে ভৰা। দ্বিতীয়তঃ এওঁ যি লিখিছে শুনা কথাহে জনা কথা নহয়। আৰু তেওঁ যি শুনিছে সিও সেই মাধৱদেবৰ বা তেওঁৰ দলৰে কোনো মহন্তৰপৰাহে। নিৰপেক্ষ কাৰোপৰা নহয়। তেওঁ নিজে লিখিছে ঃ—

"মহন্তৰ মুখে আমি শুনিছোঁ যি মতে।

নধৰিবা দোষ আমি লিখিছো সিমতে।।
যদি কিছু কথা ৰহে তাতো নুদুষিবা।
ভাল মতে তোৰা সবে আপুনি চৰ্চ্চিবা"।।

এওঁৰ চৰিত্ৰ মতেও শ্ৰীশ্ৰী শঙ্কৰদেৱ শিৰোমণি ভূঞা কুসুমৰ ঔৰষজাত, আৰু শিবৰ বৰত হোৱা যথা ঃ—

"পুত্ৰ কামনায় মহেশক আধাৰশিলা
তান ভকতিত তুষ্ট ভৈলন্ত শঙ্কৰ।
স্বপ্নত তাহাঙ্ক শম্ভু দিলা পুত্ৰবৰ"।।২৭

শঙ্কৰৰ বৰত হোৱা দেখি কুসুমে পুত্ৰৰ নাম শঙ্কৰ থলে। গুপ্তনাম গঙ্গাধৰ হল আৰু বিখ্যাত নাম ডেকাগিৰী হল।

"শঙ্কৰৰ বৰত পুত্ৰক লভিলন্ত।
এতেকে শঙ্কৰৰ নামক থৈলন্ত।।
গুপ্তনাম তাহান থৈলন্ত গঙ্গাধৰ"। ৩৪

এই নাম আৰু কাহিনি অনুসাৰেই আৰু শ্ৰীশ্ৰী শঙ্কৰদেৱৰ ভক্তি কৰ্ম্মতকৈ জ্ঞানৰ প্ৰখৰতা বেছি দেখিয়েই দামোদৰী হৰিদেৱীসকলে শ্ৰীশ্ৰী শঙ্কৰদেৱক শঙ্কৰ অৱতাৰহে বোলে। বিষ্ণুৰ অৱতাৰ নোবোলে। দামোদৰী হৰিদেৱীৰ মনত বিশেষ সকলো সত্যসনাতন আৰ্য্যপন্থী হিন্দুৰ মনত "অভেদ শিব ৰাময়োঃ"। যি শিব সেয়ে ৰাম, যি ৰাম সেয়ে শিব। অথবা হৰি হৰায় নমঃ সেই বাবেই সঙ্কৰকো হৰিদেৱী দামোদৰীয়ে শ্ৰদ্ধা আৰু সন্মান কৰে।

বাল্যলীলা আৰু বিদ্যাৰম্ভ ঃ—এই চৰিত্ৰ মতে শ্ৰীশ্ৰী শঙ্কৰদেৱৰ পিতৃ সৰুকালতে ধুকুৱাত শ্ৰীশ্ৰী শঙ্কৰদেৱক পিতামহী খেৰসুতী আয়ে ডাঙৰ দীঘল কৰে আৰু পঢ়াশালিতো দিয়ে। মাধৱ কন্দলি ব্ৰাহ্মণৰ পঢ়াশালিত পঢ়ি শ্ৰীশ্ৰী শঙ্কৰ দেৱ বিদগ্ধ পণ্ডিত হয়। হবৰে কথা। সঙ্কৰ দেৱ শিৰোমণি ভূঞাৰ ঘৰৰ অৰ্থাৎ সেই কালৰ ৰজাৰ লৰা। তেওঁৰ পূৰ্ব্বপুৰুষ দেৱীদাসো সিদ্ধ শাক্ত আছিল। গোসানীৰ বৰত বিদগ্ধ হৈ দেৱীদাস নাম পাইছিল। শ্ৰীশ্ৰী শঙ্কৰদেৱ যে প্ৰতিভাশালী পুৰুষ আছিল তাক কোনেও নুই নকৰে বা কৰিব নোৱাৰে। ছাত্ৰশালিৰ পঢ়া শেষ হলতে এই চৰিত্ৰ লিখকৰ মতে শ্ৰীশ্ৰী শঙ্কৰদেৱে যোগ কৰে। কিন্তু দুখৰ বিষয় শঙ্কৰৰ যোগী গুৰু কোন তাক এইজন চৰিত্ৰ লিখকেও উল্লেখ নকৰিলে। এই খিনিৰপৰাই আমি শ্ৰীশ্ৰী মাধৱদেৱৰ হাত দেখিবলৈ পাওঁ। যোগ অভ্যাস কৰা বিষয়ে এই ছাপা হোৱা চৰিত্ৰ খনৰ ১১ আৰু ১২ পিঠি পঢ়ি চাওক।

"এহি মতে শাস্ত্ৰ, বিচাৰি পাছত
যোগ শাস্ত্ৰ পাইলা যাই।
পৰলোক হিত সাধিবাক চিত
সাধিলা যোগ উপায়।।
প্ৰাণ অপান সমান উদান
আদি কৰি বায়ু চয়।
যশ্য কৰিলন্ত চলাইবে পাৰন্ত
যি বায়ু যৈত লাগয।।
* * * * * *
ধ্যান ধৰণা সমাধি আসন
প্ৰাণাযাম আদি যত।
বিষযত ৰতি তেজিয়া সম্প্ৰতি
আচৰা মাত্ৰ সতত।।
শৰীৰৰ ছয় চক্ৰক চিন্তন্ত
মনক কৰি নিয়ম।
পাছে ভাগৱত শাস্ত্ৰক পাইলন্ত
সবাতো কৰি উত্তম।।

এতিয়া আমি এইখনিতে আকৌ নকৈ নোৱাৰো যে যোগ বোলা বস্তুটো কেতিয়াও বিনা Practical Teacherএ শাস্ত্ৰ চাই কৰিব নোৱাৰে। কৰিলেও ফল বিষময় হয়। আন কি বায়ু কিমান সময় এক নাকেদি আকৰ্ষণ কৰিব, কিমান পৰ ৰাখিব, কিমান পৰত এৰিব আৰু কোন মন্ত্ৰ বা বীজত ৰেচক পুৰক কুম্ভক কৰিব এইবিলাক কথা কেতিয়াও শাস্ত্ৰ চাই হব নোৱাৰে। শাস্ত্ৰত সকলো কথা লিখা থাকিলেও এনেকুৱা একোটা কিতিপ আছে যে তাক হাতেৰে গুৰুৱে নিজে নেদেখুৱালে কাৰো সাধ্য নাই যে শিকে। আমি এইটো Parctical Fieldৰ কতা কলো। শাস্ত্ৰমতে বিনা গুৰু ধাৰণাই জপকে কৰিব নেপায়। প্ৰাণ, অপান, সমান, ব্যান, উদান, নাগ, কুৰ্ম্ম, কৃকৰ, দেবদত্ত, ধনঞ্জয় ইত্যাদি বায়ুসাধন আৰু ষটচক্ৰ ভেদন দূৰতে থাওক। এই যোগৰ কথঞ্চিৎ অভ্যাস বৰপেটাৰ বৰবাহাত আছে বুলি আমি জানো আৰু যি আছে তাত থকা সিদ্ধ জনেহে Practically শিকাই দিয়ে বুলি আমি শুনো। শ্ৰীশ্ৰী শঙ্কৰদেৱ শাস্ত্ৰজ্ঞ বেদজ্ঞ আছিল। তেওঁ শাস্ত্ৰজ্ঞ আৰু বেদজ্ঞ হৈ যে শাস্ত্ৰৰ বিপৰীতে চলি যোগ কৰিছিল এই কথা আমি ধাৰণা কৰিব নোৱাৰো আৰু

ধাৰণা কৰিলেও উক্ত মহাপুৰুষৰ ওপৰত অযথা দোষ প্ৰকাশ কৰাহে হ'ব। এতেকে এইটো স্থিৰ সিদ্ধান্ত যে শ্ৰীশ্ৰী শঙ্কৰদেৱৰ যোগী গুৰু এজন আছিল আৰু সেইজনা গুৰুৰ নাম লুপ্ত হল। শ্ৰীশ্ৰী শঙ্কৰ দেৱে যে নিজৰ গুৰুৰ নাম উল্লেখ নকৰি সকলো ভনিতাতে "কৃষ্ণৰ কিঙ্কৰ শঙ্কৰ" বুলিলে ইয়াৰ দ্বাৰাই নুবুজায় যে শ্ৰীশ্ৰী শঙ্কৰ দেৱৰ গুৰু নাছিল, এই টোৰ দ্বাৰাই জনাৰ পক্ষে এইটোহে স্থিৰ সিদ্ধান্ত হয় যে শঙ্কৰদেৱে মন্ত্ৰ যোগ আৰু হঠযোগ কৰি শেহত এনেকুৱা লয়যোগত পৰিছিল যে তেওঁ সকলোতে কৃষ্ণকেহে দেখিছিল। তেওঁৰ পক্ষে গুৰুৱেই কৃষ্ণ, কৃষ্ণই গুৰু হৈছিল সেই দেখিয়েই তেওঁ তেওঁৰ ভনিতাত সদাই এই দৰে লিখিছিল মাধৱ কন্দলি বা ব্ৰহ্মানন্দ আচাৰ্য্য বা তেওঁৰ মন্ত্ৰদাতা গুৰুৰ নাম লবৰ একো আৱশ্যক নাছিল।

ইয়াৰ পিচত এইখন চৰিত্ৰত শঙ্কৰ দেৱৰ বিবাহ আৰু তীৰ্থভ্ৰমণ একে আধ্যায়তে লেখা হৈছে। বিবাহ কৰোৱাৰ আগেয়ে নে পিছে তীৰ্থলৈ গৈছিল, প্ৰথম স্ত্ৰী থাকোতেই গৈছিল নে মৃত্যুৰ পিচত মনত বৈৰাগ্য উপজি গৈছিল, কিমান বয়সত গৈছিল, কোন কোন তীৰ্থত ফুৰিছিল, কাক কত কি নিজৰ জ্ঞান বিলাইছিল অথবা কাৰপৰা কি লৈছিল এইবিলাকৰ কোনো উল্লেখ নাই। মুঠতে আছে তীৰ্থলৈ গৈ ১২ বাৰ বছৰ আছিল। তীৰ্থৰপৰা উলটি আহি (আকৌ দ্বিতীয় বিবাহ কৰিলেনে নাই উল্লেখ নাই) আনন্দে ঘৰত আছে এনেতে জগদীশ মিশ্ৰ নামেৰে ব্ৰহ্মাণ পণ্ডিত এজনে জগন্নাথৰ আদেশ ক্ৰমে সংস্কৃত ভাগবত লৈ শ্ৰীশ্ৰী শঙ্কৰদেৱৰ কাষলৈ আহিল। সেই সময়ত শঙ্কৰদেৱ গাঙ্গমৌত পেহাক কেটাইখাৰ ঘৰত গৈ আছিল। জগদীশ মিশ্ৰ তালৈকে গৈ আদ্যোপান্ত বৃত্তান্ত কোৱাত শঙ্কৰ দেৱে ভাগৱত পঢ়িব দিলে। উক্ত জগদীশ মিশ্ৰে ভাগবত পঢ়ি সমাপ্ত কৰি গাঙ্গমৌতে প্ৰাণত্যাগ কৰিলে। শঙ্কৰদেৱে ব্ৰাহ্মণৰ কাষ্ঠ সংস্কাৰ কৰিলে। তাৰ পিচত শঙ্কৰ দেৱে :—

"বিচাৰ কৰিয়া পাছে ভাগবত গ্ৰন্থ,
কৰিলন্ত শঙ্কৰে প্ৰকাশ ভক্তি পন্থ—
হৰিত ভকতি আতি কৰিবে প্ৰবন্ধ।
প্ৰথমতে কৰিলন্ত কীৰ্ত্তনৰ ছন্দ।।"

পাঠক মনত ৰাখিব শঙ্কৰদেৱে প্ৰথমে প্ৰাণায়াম আদি হঠযোগ সাধনা কৰিলে, তীৰ্থলৈ গল, উলটি আহি ঘৰতে জগন্নাথ দাৰু ব্ৰহ্মাই পঠাই দিয়া জগদীশ মিশ্ৰৰ মুখে ভাগবত শিকি ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম ললে আৰু প্ৰচাৰ কৰিলে। এতিয়া প্ৰশ্ন কেইটামান উঠিল। প্ৰাণ অপানাদি সাধন যোগৰ আৰম্ভ। যোগৰৰ নিয়ম হৈছে যে প্ৰথমেই যোগ কৰিব খোজাজনে দীক্ষিত হৈ ১, ৩ বা ৮ বছৰ মন্ত্ৰজপ কৰিব।

অধিকাৰী ভেদে কাৰো (উত্তম সাধকৰ) ১ বছৰত জপ শেষ হয়, কাৰো (মধ্যম সাধকৰ) ৩ বছৰত জপ শেষ হয়, কাৰো (অধম সাধকৰ) ৮ বছৰৰ অন্তত সাধকে আসন, প্ৰাণায়াম, কুম্ভক, ধ্যান, ধাৰণা, সমাধি, ষটচক্ৰ ভেদন ইত্যাদি হঠ যোগৰ অঙ্গ শিকি অন্ততঃ ১২ বছৰ অভ্যাস কৰিব। ইয়াৰ অন্তেহে লয়যোগত প্ৰবেশ। লয় যোগ সেই মন্ত্ৰদাতা ইষ্ট গুৰুৰেপৰা হব। কিন্তু হঠযোগ আৰু ৰাজযোগ ৰাজযোগ শিকিবলৈ হলে কোনো কাৰণ বশতঃ নিজ গুৰুক নেপালে উপগুৰুৰপৰাও লব পাৰে। শঙ্কৰদেৱে যে হঠযোগ কৰিছিল তাৰ প্ৰামাণ এই বচন বিলাকেই। হঠযোগৰ পিচতহে ভাগবত পালে “পাছে ভাগৱত শাস্ত্ৰক পাইলন্ত—

“পাছে ভাগৱত শাস্ত্ৰক পাইলন্ত—
সবাতো কৰি উত্তম।”

ইয়াৰ অৰ্থ এই যে শঙ্কৰদেৱে ৰাজ যোগত উঠিলগৈ। এই ৰাজযোগত তোলা গুৰু বা উপগুৰুৱেই বা কোন তাকো নকলে। ব্ৰাম্মণ জগদীশ মিশ্ৰকে ধৰিব নোৱাৰিনে? পাঠক! জগদীশ মিশ্ৰ কোন জানেনে? বঙ্গদেশৰ চৈতন্য গ্ৰন্থাবলীত দেখা যায় যে অদ্বৈত মহাপ্ৰভুৰ ৫ পুতেক। অচ্যুত, কৃষ্ণ, বলৰাম, গোলাপ, জগদীশ মিশ্ৰ। জগদীশ মিশ্ৰ সকলোৰে কনিষ্ঠ।

অদ্বৈত মহাপ্ৰভুৰ জন্ম শক ১৩৫৫। শঙ্কৰদেৱৰ জন্ম শক ১৩৭১ বা ১৩৮১। তেওঁৰ জ্যেষ্ঠ পুত্ৰ অচ্যুতৰ জন্ম শক ১৪১৭, গতিকে জগদীশ মিশ্ৰৰ জন্ম শক ১৪২২ মান ধৰিব পাৰি। জগদীশ মিশ্ৰ বোধ হয় তেওঁৰ ৩০ বছৰ মান বয়সত অৰ্থাৎ ১৪৫২ শকত আহিছিল। তেতিয়া শ্ৰীশ্ৰী শঙ্কৰদেৱৰ বয়স ৭০ বা ৮০ ৰ কম নহব। মনত ৰাখিব শঙ্কৰদেৱ ১০৯ বা ১১৯ বছৰ বাচিছিল। যিকি নহওক এইটো স্থিৰ সিদ্ধান্ত যে মহাপুৰুষ শ্ৰীশ্ৰী শঙ্কৰদেৱে ব্ৰাম্মণ কন্দলিৰ ওচৰত বিদ্যা শিকাৰ পিচত ব্ৰাম্মণ জগদীশ মিশ্ৰৰ মুখে সংস্কৃত ভাগবত শিকি ভাগবতত জ্ঞান লাভ কৰিছিল। বাল্যকালৰ শিক্ষা তেওঁৰ ব্ৰাহ্মণৰপৰা, ভাগবত শিক্ষাও ব্ৰাহ্মণৰেপৰা। কেবল দীক্ষা বা মূলগুৰু (মনুষ্যৰূপী গুৰু) কাক লৈছিল এইটো নাই। বিনা গুৰুৱে বিনা মন্ত্ৰে বা বীজে শ্ৰীশ্ৰী শঙ্কৰদেৱে মন্ত্ৰ যোগ, হঠযোগ, লয়যোগ যে সাধন কৰিছিল এইটো আমি ভাবিবই নোৱাৰোঁ। অবশ্যে মাধবদেৱে তেওঁৰ নিজগুৰু শ্ৰীশ্ৰী শঙ্কৰদেৱক সৰ্ব্বতো ভাবে ওখ কৰাটো উদ্দেশ্যৰপৰাই চৰিত্ৰবিলাকত শ্ৰীশ্ৰী শঙ্কৰদেৱৰ দীক্ষা গুৰুৰ নাম লুপ্ত হল বুলি আমি ভাবো। আজি

এই চৰিত্ৰত বিপ্ৰ দামোদৰ নামেৰে আৰু ভোবোৰা দামোদৰ নামেৰে দুজনী দামোদৰৰ কথা লিখিছে। আমাৰ বিহেচনা মতে এই বিপ্ৰ দামোদৰেই শ্ৰীশ্ৰী

দেৱদামোদৰ নহয়। বিপ্ৰ দামোদৰক এই চৰিত্ৰত অতি দীন হীন ভাবে কোব মাৰি খোৱা বামুণ বুলি বৰ্ণাইছে (১৭৭—১৮০ পিঠি চোৱা) বিপ্ৰ দামোদৰ শ্ৰীশ্ৰী শঙ্কৰদেৱৰ ওচৰত আহিলত এইদৰে কথা বতৰা পতাৰ উল্লেখ আছে।

"তেৱে এক শৰণ কৃষ্ণৰ চৰণত।
হৈবাক লাগয় বোপা জানা সাৰতত্ত্ব।।
শুনি দামোদৰ গুৰু বুলিলন্ত পাছে।
মোৰো এক শৰণ হৈবেক মন আছে।।
শঙ্কৰে বোলন্ত ৰামৰাম শুনিয়োক।
তুমি দামোদৰক শৰণ কৰায়োক।।
শুনি দামোদৰ গুৰু বুলিলা বচনে।
আসি আছোঁ বাপ মই তোমাঠৈক মানে।।
আনৰ থানক মোক ঠেলি নপঠাইবা।
আপুনি তোমৰা মোক উপদেশ দিবা।।
বোলন্ত শঙ্কৰদেৱে তুমিয়ো ব্ৰাহ্মণ।
ব্ৰাহ্মণক গুৰু মানি লৈয়োক শৰণ।।
হেন শুনি বুলিলন্ত দামোদৰ গুৰু।
সাক্ষাতে তোমৰা ভকতৰ কল্পতৰু।।
কত ভাগ্যে পাইলো আমি তোমাদেৰ সঙ্গ।
উচ্ছক মনক মোৰ নকৰিবা ভঙ্গ।।
তোমাঠৈৰ সঙ্গে কৃষ্ণ আন মনানিবো।
তোমাঠৈৰ সঙ্গে কৃষ্ণ কথাক শুনিবো।।
এহি বুলি দামোদৰ গুৰু ৰঙ্গ মন।
কৃষ্ণৰ অভয় পদে লৈলন্ত শৰণ।।"

পাঠক! এইখিনিতে মন কৰক। দৈত্যাৰি ঠাকুৰৰ কি নৈপুন্যতা! ৰাম-ৰামতে শৰণ ললে নে ব্ৰাহ্মণ হৈও শঙ্কৰতে শৰণ ললে এইটো সঠিককৈ নকৈ "কৃষ্ণত লৈলন্ত শৰণ" বুলিয়েই দ্ব্যৰ্থ ভাব ৰাখি সকলোয়েৰা লেঠা মাৰি দিলে। এতিয়া যাৰ যেনে ভাব বুজক।

এই চৰিত্ৰ খনত মাধদেৱৰো সবিশেষ বৃতান্ত আছে। শ্ৰীশ্ৰী শঙ্কৰদেৱতকৈও মাধবদেৱৰ এই বিপ্ৰ দামোদৰৰ আখ্যানকে লৈ সময়ে সময়ে দুই এজন মহাপুৰুষীয়া ভ্ৰাতৃয়ে প্ৰভু শ্ৰীশ্ৰী দেৱদামোদৰক কোৰ দামোদৰ নোবোলাকৈও নেৰে কিন্তু আমি

আগেয়েই দেখুৱাইছো যে অনেক স্থলত মহাপুৰুষক কৰা নিন্দাবাদ তেওঁবিলাকৰ তেজৰ গুণত স্তুতিত হে পৰৈগে।

এই চৰিত্ৰখনত শ্ৰীশ্ৰী শঙ্কৰদেৱতকৈ শ্ৰীশ্ৰী মাধবদেৱৰ বিভূতি বেচিকৈ লিখা পড়িছে। অৰ্থাৎ মাধবদেৱৰ কেতবোৰ এলৌকিক ক্ষমতা দেখুৱাইছে। সেই সমস্ত এটা এটাকৈ দেখুৱাৰ প্ৰয়োজন নাই। মুঠতে মাধৱ দেৱ সৰুকালৰে পৰা কিমান তীক্ষ্ণ বুদ্ধি ইয়াৰ এটা চিত্ৰ দেখুৱাওঁ।

খাবৰ লবৰ কষ্টত পৰাত মাধবদেৱৰ পিতদেৱ মাধৱে সৈতে এক মিত্ৰৰ ঘৰলৈ গৈছিল। মিত্ৰে ভালকৈ সোধ পোচ নকৰিলে। পিচ দিনা পিতা পুত্ৰ উভয়ে সেই ঘৰৰপৰা গমন কৰিলে। বাটত গৈ থাকোঁতে বেলি দুপৰ হল। মাধৱদেৱে বাপেকক নদীত গা ধুবলৈ দি ওচৰৰ গাওঁ এখনলৈ গৈ চনপৰা ভেটি এটাত গজা লাও এজোপাৰ পৰা লাও এটা আনিলে। কটাৰি নোহোৱাত বাঁহৰ এডাল কৰ্ত্তন বা চোঁচ আনি লাওঁটোৰ বুকুখান চাঁচি চাঁচি দন্তহীন পিতৃদেবক কুমলীয়া ভাগ খুৱাই নিজে শকত ভাগ খাই ক্ষুধা নিবৃত্তি কৰিলে।

"কৰ্ত্তনে কাটিলা লাউ বাকলি গুচায়া।।
চুছি চুছি লাউ বুক থৈলা পাতে ভৰি।
বুঢ়া আতা আসিলা নদীত স্নান কৰি।।
মাধৱে বোলন্ত আতা লাউ ভুঞ্জিয়োক।
কত পাইলা ইটো লাউ বাপু কাহিয়োক।।
মাধবে বোলন্ত ছন্ন ভিঠা লাগি গৈলা।
এহি লাউ গুটী মই বিচাৰি আনিলো।।"

ইয়াৰ পিচত হৰশিঙ্গা বৰাৰ ঘৰত থাকোতে বৰাৰ ধানতলি নিৰাবলৈ বৰ অৱশ্যক হলত লোকে বৰাৰ ভতিজাকক লগালে যে বুঢ়া আতা ভাল মানুহ, তেওঁৰ দ্বাৰাই দ্বাৰাই ভুঁই নিৰোৱা উচিত নহয়। কিন্তু পুতেকক মাতি নি ভুঁই নিৰোৱাচ লগালে দোষ কি? পদতে কি দৰে কৈছে চাওক ঃ—

"তাৰ ভাতিজাত লোকে লগাইলেক পাচে।
পুতেক নিৰাইলে ভুঁই কিবা দোষ আছে।।
ইৰশিঙ্গা বৰাৰ ভাতিজে হেন শুনি।
তেত্তিক্ষণে মাধৱ দেৱক মাতি আনি।।
বোলে ভুঁই নিৰায়োক লোকৰ লগত।
শুনিয়া মাধব দেৱে গুনন্ত মনত।।

আজি যদি ভুঁই নিৰাও লোকৰ লগত।
সবে দিন কামক বুলিবে হেন মতে।।
এহি বুলি ভুঁই নিৰাইবাক আসিলন্ত।
ধানে বনে সবে চাপি কাটিয়া লৈলন্ত।।
বৰাৰ ভাতিজে দেখি বোলে কি কৰিলা।
ধানে বনে সবে দেখো চাপিয়া কাটিলা।।
মাধৱে বোলন্ত মই নাজানো নিৰাইবে।
সিতো বোলে বাপু তুমি ঘৰে যায়ো তেবে।।"

মাধবদেৱৰ অনিচ্ছা সত্বেও তেওঁলৈ ছোৱালী খুজিছিল। মাধবদেৱৰ বিয়া কৰাবৰ ইচ্ছা নাছিল। কিন্তু জোৰণত দিয়া বস্তুবিলাকো মাধবদেৱৰ এৰি দিবৰ মন নাছিল। সেইদেখি মাধবদেৱে বুদ্ধি কৌশলেৰে গৈ ছোৱালী এৰি যোটনৰ বস্তুবিলাক ফিৰত আনিলে।

শ্ৰীশ্ৰী শঙ্কৰদেৱে ২য় বাৰ তীৰ্থলৈ যাওতে বৃন্দবনলৈ যাব খোজাত মাধবদেৱে কি নৈপুণ্যতাৰে যাব নিদিলে তাকো পাঠকে পঢ়ি চাওক।

এই চৰিত্ৰ মতেও শ্ৰীশ্ৰী শঙ্কৰদেৱ ২য় বাৰ আকৌ তীৰ্থলৈ যায়। এইবাৰ তেওঁ কিমান বয়সত গৈছিল এইটোৰ কোনো নিৰ্দ্ধাৰণ নাই। কিন্তু তাৰ স্থিৰ যে এইবাৰ শঙ্কৰদেৱৰ লৰা ৩টি উপজিছিল তেওঁৰ পৰিবাৰো আছিল। তেওঁৰ লগত ৰামৰাম গুৰু মাধবদেৱ আৰু আন আন ভালেমান লগৰীয়া আছিল। চৰিত্ৰৰপৰা এইটোহে বুজি যে পোন প্ৰথমেই শ্ৰীশ্ৰী শঙ্কৰদেৱ শ্ৰীক্ষেত্ৰলৈ গৈ মহাপ্ৰভু চৈতন্যক দৰ্শন কৰিলেগৈ। চৰিত্ৰত কি লেখে চাওক :—

"প্ৰভাতে উঠিয়া নিতে গমন কৰন্ত।
কৃষ্ণ চৈতন্যৰ গৈয়া থানক পাইলন্ত।।
পথত চলন্তে শিক্ষা দিলন্ত লোকক।
নকৰিবা কেহোঁ নমস্কাৰ চৈতন্যক।।
যিটো জনে নমস্কাৰ কৰে চৈত্যনক।
উলাটায়া তেঁহে, প্ৰণামন্ত সিজনক।।
মনে নমস্কাৰ তাঙ্ক কৰিবা এতেকে।
এহি বুলি শিক্ষাইলন্ত লোক সমস্তকে।।
কৃষ্ণ চৈতন্য আছন্ত যথাত।
ভৈলন্ত শঙ্কৰ সূৰ্য্য প্ৰবেশ তথাত।।

কৃষ্ণ চৈতন্য আছা মঠর ভিতর।
ব্ৰহ্মচারি কহিলন্ত আসিছা শঙ্কর।।
শঙ্করর নাম শুনি কৃষ্ণ চৈত্যনর।
মিলিল আনন্দ বাজ ভৈলন্ত মঠর।।
দুৱার মুখত রহি আছিলন্ত চাই।
দুয়ো নয়নর নীর ধারে বাহি যায়।
শঙ্কররো নয়নর নীরে বহে ধীরে।
পথ হন্তে নিরখিয়া আছন্ত সাদরে।।
কতোক্ষণে দুইকো দুই চাই প্ৰেম মনে।
পশিলা মঠত গৈয়া শ্ৰীকৃষ্ণ চৈতন্যে।।
নেমাতিলা দুইকো দুইও নিদিলা উত্তর।
পরম হরিষ মনে চলিলা শঙ্কর।।"

পাঠক এই আখ্যানটোৱে কি কয়। চৈতন্য যে নমস্কার করিলে প্ৰতি নমস্কার করে (সেই বাবে নমস্কার করাজনর পাপ লাগে?) এইটো চৈতন্যর স্ববাব আছিল বুলি আগর কোনো জনাশুনা চিনাপরিচয় নথকা সত্বেও শ্ৰীশ্ৰী ঁশঙ্করদেৱে কেনেকৈ জানিছিল? আৰু আগর জনাশুনা নেথাকিলে উভয়েরেনো পরস্পলৈ ইমান প্ৰেমভাব কেনেকৈ হব? আৰু ইওটো আচরিত যে উভয়ে উভয়ক চালেহে কথা বতরা হলে একো নহল। বর আচরিত কথা। দামোদরী আৰু হরিদেবী পন্থিসকলে কয় যে শ্ৰীশ্ৰীচৈতন্যদেৱ যেতিয়া অসমলৈ আহে সেই সময়ত শ্ৰীশ্ৰী ঁশঙ্করদেৱ নিজর বাজকাৰ্য্যত ব্যস্ত। পিচত যেতিয়া চৈতন্য গুচি গলগৈ তেতিয়া হেনো রত্ন পাঠকর মুখে ভাগবত শুনি শ্ৰীশ্ৰী ঁশঙ্কবদেৱে চৈতন্যক দেখা করি জ্ঞান লাভিবলৈকে শ্ৰীক্ষেত্ৰলৈ গল। দৈত্যাদি ঠাকুরর চরিতত লিখিছে এই দৰে। এতিয়া আমিনো কোন খনক বুৰঞ্জীর শাৰীত থম আৰু কোন খনক Fiction বা সাধুকথার শারীত থম কব নোৱাৰো।

ইয়াৰ পিচত শ্ৰীশ্ৰী ঁশঙ্করদেবর বৃন্দাবনলৈ যাবলৈ ইচ্ছা হল। সেই সম্পৰ্কে কি কয় চাওক ঃ—

পাছে বৃন্দাবন যাইবে ভৈল মন।
শঙ্কর দেবর জানি।
রামরাম গুৰু রামরায় আদি
উল্লসিল সবে প্ৰাণী।

মনত উৎসুক করন্ত কৌতুক
আমি যাইব বৃন্দাবন।
আই গোসানীর বচন সুমরি
মাধবর নাই মন।।৬১৩
বোলন্ত শঙ্করে মাধব তোমার
উৎসুক নেদেখা মনে।
নিরন্তরে লোক করয় কৌতুক
চলি যাই বৃন্দাবনে।।
বোলন্তে মাধবে নপারিবো আতা
মই যাইবে বৃন্দাবন।
শুনিয়া যিমত নেদেখি সিমত
কুচিত করিব মন।।৬১৪
কৃষ্ণর নগর বিনোদসকল
কৃষ্ণর লগতে গৈল।
আবে সেহি কেলি বিনোদ কৌতুক
তোমার সঙ্গতে ভৈল।।
তোৰা সবে যায়ো বৃন্দাবন চায়ো
আনি চলি যাইবো ঘর।
মাধবর বাণী মনে অনুমানি
বুলিলা পাছে শঙ্কর।।৬১৫
মাধব চলিয়ো, বৃন্দাবনে যায়ো
তথাত ভকত চয়।
আছে তাসম্বাক দেখি গৈয়া লৌক
আমার ভাগ্য উদয়।।
তাৰা সবে কেন মতে প্ৰবৰ্ত্তয়
তাহাকো লৈয়া দেখিয়ো।।
আমি যিতো ধৰ্ম্ম কহো দুই নুই
তাহারো প্ৰমাণ লৈয়ো।।৬১৬
শঙ্কর দেবর বচন শুনিয়া
মাধৱে পাইলন্ত ছল।

তোমাৰ বাক্যত প্ৰত্যয় নভৈল
সিজিল কাৰ্য্যসকল
আনত শুধিয়া প্ৰত্যয় কৰিবো
ভাল বুলিলাহা তুমি।
যাৰা লাগে যাউক প্ৰত্যয় কৰোক
নাযাইবো আমি।।
চিত্ত মাধবৰ বুজিয়া শঙ্কৰ
বোলা যাওঁ বৃন্দাবন।
শুনি ৰামৰায় মাধবক চাই
বুলিলা পাছে বচন।।
দদাৰ বচন মাধৱ এখন
কিসক বাধিয় তুমি।।
বৃন্দাবন থান দেখি বিদ্যমান
আসিয়োক যাও আমি।
মাধবে বোলন্ত ভাল বুলিলাহা
বৃন্দাবন থানে যাইবো।।
শঙ্কৰৰ বাক্যে সংশয় নুগুচে
আনত প্ৰত্যয় লৈবোঁ।
মাধবৰ বাণী ৰামৰায় শুনি
নপাইলো খুজি উত্তৰ।।
নযাই বৃন্দাবনে গৃহ যাইবে মনে
চলিলা ফিৰি শঙ্কৰ।।
এক দিন এক নগৰে ৰহিলা
গৃহস্থে নেদয় ঠাই।
কিছু দিয়ো আক তেবে দিব থান
শঙ্কৰে দিলা উপায়।।
পাছে কিছু পাই দিলা সিটো ঠাই
তাতে ৰহিলন্ত গৈয়া।
গৃহস্থৰ ঘৰে আৰু জনা চাৰি
আগে আছে তাৰা ৰৈয়া।

চাকিয়া কাপৰে তাহার ভিতরে
তারা সব শুতি আছে।
করিয়া ভোজন করিলা শয়ন
শঙ্করদেৰে যে পাছে।।
প্রভাতে চেতন পায়া দুয়োজন
শয্যারপরা উঠিলা।
কাপর গুচাই দুইকো চাই চাই
আনন্দ দুয়ো লভিলা।।
মাতি তাসম্বাক পুছিলা কথাক
শঙ্করদেব সাম্প্রত।
কোন দেশী তোৰা যাইবা কৈক কোৰা
কহিলা তাৰা পাছত।।
হন্তে বৃন্দাবন রূপ সনাতনে
পঠাইলন্ত আমাসাক।
শঙ্করে কিমতে ভাগবত ধর্ম্ম
প্রবর্ত্তান্ত গৈয়া তাকে।।
জিজ্ঞাসা করিয়ো পরিচয় হয়ো
আমার কথা জনায়ো।
শঙ্করর কথা আমার আগত
আসিয়া তাক কহিয়ো।।
হেন কতা শুনি শঙ্কর দেবর
আনন্দর নাহি পার।
মহা অনুরাগে তাসম্বার আগে
কৈলা কথা আপোনার।।
যি মতে পাইলন্ত ভাগবত শাস্ত্র
যেন মত প্রবর্ত্তন্ত।
আদি অন্ত যত সমস্তে কথাক
তাসম্বাত কহিলন্ত।।
শুনি তাসম্বার আনন্দ অপার
ভাল ভৈল বুলিলন্ত।

আমি ৰূপ সনা, তনৰ ভাগিন
বুলি তেবে কহিলন্ত।।

চৈতন্যৰ দৰ্শন বৃত্তান্ত ৰূপ সনাতনৰ ওচৰলৈ যাব খোজা ইচ্ছা আৰু ৰূপ সনাতনৰ ভাগিনিয়েকহঁতে ছদ্মবেশে আহি শঙ্কৰ ধৰ্ম্মৰ গঢ় গতি চোৱা, এইবিলাক কাহিনীৰপৰা এইবিলাক সিদ্ধান্তলৈ আহিব নোৱাৰিনে যে প্ৰথমবাৰ তীৰ্থলৈ আহোতেই শ্ৰীশ্ৰী শঙ্কৰদেৱে চৈতন্য মহাপ্ৰভু, অদ্বৈত, ৰূপ সনাতন এই সকলোৰে সৈতে জনাশুনা ধৰ্ম্মালাপ উপদেশ ইত্যাদি সকলো কৰি আৰু পাই গৈছিল। পিচত সেই পৰিচয় থকা বাবেই অদ্বৈতৰ পুত্ৰ জগদীশ মিশ্ৰ আহি ভাগবত গ্ৰন্থ দিয়াত ভাগবতী ধৰ্ম্মত ধৰে। আগৰ জনাশুনা নাথাকিলেনো চৈতন্যৰ স্বভাব কেনেকৈ জানিলে? ৰূপ সনাতনৰে বা কি গৰজ আছিল যে ভাগিনিয়েক হঁতক ছদ্মবেশে শঙ্কৰৰ ধৰ্ম্মভাব চাবলৈ পঠাইছিল! এনেকুৱাবিলাক কথা থকাটো অসমীয়া মনস্বী আৰু তেজস্বী দুই এজনে কয় যে "চৈতন্যৰ সৈতে বা বঙ্গদেশীয় তিনি মহাপ্ৰভুৰ সৈতে শঙ্কৰৰ কোনো সম্পৰ্কেই নাছিল' যেতিয়া শঙ্কৰদেৱে ধৰ্ম্ম প্ৰচাৰ কৰে তেতিয়া চৈতন্য কেচুৱা, শঙ্কৰৰ ধৰ্ম্মভাৱে চৈতন্যৰ ধৰ্ম্মভাবে সৈতে নিমিলে সেই দেখিও শঙ্কৰ ধৰ্ম্ম সুকীয়া"। আমি এই ধৰ্ম্মভাবৰ বিষয়ে পিচত কম। সদ্যহতে আমি সত্য অনুসন্ধানতে ৰলো। এইখিনিতে কৈ থওঁ যে ৰূপ গোস্বামীৰ জন্ম শক ১৪১১—তিৰোভাব ১৪৮০ শক। সনাতন গোস্বামীৰ জন্ম শক ১৪১০ তিৰোভাব ১৪৮৬ শক। উভয়ে অবশ্যে তেওঁবিলাকৰ ৩০, ৩৫ বছৰ বয়সত ধৰ্ম্ম চৰ্চ্চা কৰা ধৰিলেও শঙ্কৰদেৱে ২য় বাৰ তীৰ্থলৈ যোৱা প্ৰায় ১৪৪৫ শকৰ ভিতৰত পৰে। তেতিয়া শঙ্কৰদেৱৰ বয়স ৭৫। ৭৬ বছৰ। এই সময়ত চৈতন্যদেৱৰ বয়স ৩৮ বছৰ হয়। আমাৰ অনুমানেৰে শঙ্কৰদেৱ প্ৰথমবাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ গৈছিল অতি কমেও ৫০ বছৰ বয়সত। তীৰ্থত ১২ বছৰ থকাত ৬০। ৬২ বছৰ বয়সত তেওঁ উলটি আহে। উলটি অহাৰ সময়ত চৈতন্যৰ বযস ২৩। ২৪ বছৰ। ২৪ বছৰ বয়সত চৈতন্যদেৱে সন্ন্যাস লয়। ইয়াৰ আগেয়ে তেওঁ সংসাৰত থাকিয়েই নাম ধৰ্ম্ম চলায়। শঙ্কৰদেৱে নিশ্চয় প্ৰথমবাৰ তীৰ্থলৈ যাওঁতেই চৈতন্যৰ ভাগবতী ধৰ্ম্ম, নাম ধৰ্ম্ম দেখি আহে আৰু অদ্বৈত নিত্যানন্দ এই সকলেৰে সৈতেও বিশেষ আলাপ পৰিচয় হৈ তেওঁবিলাকৰ উপদেশ আৰু মতামত জানি আহে। নহলে ২য় বাৰ তীৰ্থলৈ যাওঁতে চৈতন্য দৰ্শন, ৰূপ সনাতনে সজাতি চোৱা কথাবোৰৰ উল্লেখ নহল হেতেন। বঙ্গদেশত অদ্বৈত মহাপ্ৰভু নিত্যানন্দ মহাপ্ৰভু, আৰু চৈতন্য মহাপ্ৰভু, এই প্ৰত্যেক জনৰে দীক্ষা গুৰু বেলেগ বেলেগ। প্ৰত্যেক জনেই আগেয়ে নিজ নিজ বাটে চালি শেষত বৈষ্ণব ধৰ্ম্ম

সৰ্ব্বসাধাৰণক বিলাই দিবৰ কাৰণে চৈতন্যকে মুখ্য পাতি চৈতন্যৰ নামধৰ্ম্ম প্ৰচাৰৰ সহায়কাৰী হয়। অসমতো সেইদৰেই শ্ৰীশ্ৰী ঁশঙ্কৰ দেৱৰ, শ্ৰীশ্ৰী ঁদামোদৰ দেৱৰ, শ্ৰীশ্ৰীহৰিদেৱৰ দীক্ষা গুৰু বেলেগ বেলেগ। কিন্তু শঙ্কৰদেৱ বয়সস্থ বাবে, বিশেষ ৰজাৰ লৰা হৈ ধৰ্ম্ম প্ৰচাৰ কামকে মোৰ বুলি লোৱাৰ বাবেই ই দুজন মহাপ্ৰভুও তেওঁৰ সহায়কাৰী হয়। আৰু তিনিওজনে মিলি জুলি ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম হৰিনাম অসমীয়াক বিলাই দিয়ে। শ্ৰীশ্ৰী ঁশঙ্কৰদেৱে বেদবিহিত হিন্দুৰ সনাতন পথবিহিত ধৰ্ম্মকে ৰক্ষা কৰিছিল। নহলেনো তেওঁ জগন্নাথ মূৰ্ত্তি কেলেই প্ৰতিষ্ঠা কৰাইছিল; সদায় পাটবাউসীত তিনিও মহাপ্ৰভু মিলি ধৰ্ম্মৰ আলাপ কেলেই কৰিছিল, ভাগৱত কেলেই পঢ়িছিল। ৰহৰিৰপৰা পাটবউসীলৈকে ভাগৱত হাতত লৈ হাবিৰ মাজে মাজে বাঘ ভালুককো ভয় নকৰি প্ৰেমৰ ঠাকুৰ দয়াৰ ঠাকুৰ প্ৰভু হৰিদেৱে নিতৌ ১৫ মাইল বাট কেলেই অহা যোৱা কৰিছিল। সদায় অত নাম তত নাম কেলেই ধৰি ফুৰিছিল। আৰু নামৰ প্ৰসাদ জগন্নাথৰ প্ৰসাদ স্বৰূপে কেলেই বিলাইছিল আৰু আগ্ৰহেৰে খাইছিল। অৱশ্যে শঙ্কৰদেৱ শেহত ঈশ্বৰ কৃষ্ণ আৰু কৃষ্ণৰ নামত ইমান লয় প্ৰাপ্ত হৈছিল যে তেখেতে সমস্ত কৃষ্ণময়হে দেখিছিল। তেখেতৰ এই জ্ঞানৰ প্ৰথৰ তাত মাজে মাজে শ্ৰীশ্ৰী ঁমাধৱদেৱে মূৰ্ত্তি পূজাদি অনুষ্ঠানক তুচ্ছ কৰিব খুজিছিল, কিন্তু এইখিনিতেই শ্ৰীশ্ৰী ঁদেৱদামোদৰ আৰু শ্ৰীশ্ৰী ঁহৰিদেৱে বুজাই বৈষ্ণৱ ধৰ্ম্মক বৈদিক অনুষ্ঠান আদিৰ পৰা বাদ দিব নিদিছিল। হিন্দু পাঠক মাত্ৰেই দকৈ গমি চালে এইটো নেপাই নোৱাৰে যে বৈষ্ণৱ ধৰ্ম্মৰপৰা বেদৰ অনুষ্ঠান আদি যেনে শ্ৰাদ্ধ, বিবাহত হোম পোৱা, মূৰ্ত্তি পূজা ইত্যাদি অনুষ্ঠান আঁতৰাই দিলেই বৈষ্ণৱ ধৰ্ম্ম গৈ বৌদ্ধ ধৰ্ম্মত পৰি যে কি ৰকম আকাৰ ধৰিব তাক কব নোৱাৰি। শ্ৰীশ্ৰী ঁশঙ্কৰ দেৱক যদি Exoteric বৈষ্ণৱ ধৰ্ম্মৰ Leader অৰ্থাৎ সৰ্ব্বজনীন বৈষ্ণৱ ধৰ্ম্মৰ গুৰিয়াল বোলা যায় সেই কথাত কোনো অসমীয়াই আপত্তি নকৰিব; কিন্তু দীক্ষা শিক্ষা ইত্যাদি গুৰুৰ প্ৰভেদ নাজানি বা উৰুৱাই দি যদি শঙ্কৰকে সকলোৰে অৰ্থাৎ দেৱ দামোদৰ, হৰিদেৱ আৰু আন আন ব্ৰাহ্মণৰো গুৰু বোলা যায় তেন্তে বৈদিক ধৰ্ম্ম সত্য সনাতন ধৰ্ম্মৰ ওপৰত দোষাৰোপ কৰাহে হয়। আৰু এই কথাই অসমত হুলস্থূল লগাই ব্ৰাহ্মণক দুখ দিয়াত বাজে আন একো উপকাৰ নহয়। শ্ৰীশ্ৰী ঁদামোদৰ দেৱৰ যে শঙ্কৰদেৱ গুৰু নহয় ইয়াৰ প্ৰমাণ এইখন চৰিত্ৰতে শ্ৰীশ্ৰী ঁমাধৱ দেৱৰ আৰু শ্ৰীশ্ৰী ঁদামোদৰ দেৱৰ মতভেদৰে পৰা জলজলীয়াকৈ ওলাইআছে। আমি পদ কেইটা ফাকি তুলি দিলোঁ ঃ—

আৰ এক দিন ভৈল কথা যেন
কহোঁ শুনিয়োক তাক।
দামোদৰ গুৰুক মাধৱ দেৱে
আনি বুলিলন্ত বাক।।
আমি যাক দূৰ কৰোঁ তাক কেনে
দিয়া ঠাই দামোদৰ।
তেঁহো বোলে মই কাহাক খেদিম
কেঁহো নুহি মোৰ পৰ।।১৩২৪
মাধৱে বোলন্ত সত্ৰ কৰি আছা
আচাৰ্য্য স্বৰূপ হুই।
বিধৰ্ম্ম দেখিয়া শিক্ষা নেদিবাক
তোমাৰ দুষণ নুই।।
তেহে বুলিলন্ত যি যত কৰে
কৰে সিটো আপোনাক।
তাৰ দোষচয় আমাৰ লাগয়
কিবা হেতু দেখিবাক।।১৩২৫
তোমাক শঙ্কৰ দেৱে থাপিছন্ত
তুমিসে পাৰা দেখিবে।
দোষ গুণ, যত তুমি স শকত
ৰাখিবে যানা খেদিবে।।
আমাক শঙ্কৰ দেৱে থাপা নাই
এতেকে জানা আমাৰ।
ৰাখিবে খেদিবে দোষক দেখিবে
নাহিকয় অধিকাৰ।।১৩২৬
আতে শত ধেনু ৰাজা কথা তুমি
মাধৱদেৱে কহিল।
পুৰাণৰ কথা বুলি দামোদৰ
গুৰু তাক নামানিল।।
মাধৱে বোলন্ত শ্ৰীধৰ স্বামীয়ো
পুৰাণৰ উক্তি তুলি।

টীকা কৰিলন্ত এহে নমালন্ত
পুৰাণৰ কথা বুলি।।১৩২৭
দামোদৰ গুৰু বুলিলন্ত টীকা
কৰন্তো শ্ৰীধৰ স্বামী।
শ্ৰীভাগবত বিনে পুৰাণৰ
কথাক নাজানো আমি।।
অনন্তৰে দেৱ মাধৱে বোলন্ত
ৰত্নাকৰ গ্ৰন্থখান।
পুৰাণৰ শ্লোক তুলি কৰিলন্ত
শঙ্কৰদেৱে নিৰ্ম্মাণ।।১৩২৮
তুমি বোলা ইতো পুৰাণৰ কথা
আৱে আৰু কি কৰিবা।
কহিয়ো সত্বৰ গ্ৰন্থ ৰত্নাকৰ
মানিবা কি নমানিবা।।
শুনি ভগবন্ত অপুনি কহন্ত—
নমানিবো আমি তেবে।১৩২৯
শুনিয়া মাধৱে সজ সজ বুলি
আৰু কিছু নুবুলিল।
চিৰা খুৱাই ভুনি ফোটাজোৰ দিয়া
প্ৰবোধি বিদায় দিল।।
বোলন্ত তোমাৰ আমাৰ জানিবা
পৰিচ্ছেদ এহি মানে।।

পাঠকসকল! চাওক! প্ৰভু দামোদৰ দেৱে নিজ মুখেই কৈছে ঃ— "শঙ্কৰ দেৱেতো আমাক থাপা নাই।" মহাপুৰুষীয়া চৰিত্ৰতে এনেকুৱা জলজলীয়া স্পষ্ট কথা থাকোঁতেও কেনেকৈ কব পাৰি যে প্ৰভু দেৱ দামোদৰ শঙ্কৰৰ শৰণীয়া আছিল। কাজিয়াখনো চাওক। মাধৱদেৱে দামোদৰদেৱক নিজৰ ঘৰলৈ মাতি আনি কি দৰে কৰিলে। ভূষণ দ্বিজৰ চৰিত্ৰত কাজিয়া খনৰ কথা এই দৰে লিখা নাই। কিন্তু মূঠৰ ওপৰতে এইটো সঠিক যে কাজিয়া এখন হৈছিল। তাৰ প্ৰকৃত কাৰণ কি? অবশ্যে কৰ্ম্মকাণ্ডী কেতবিনি মান বামুণে শঙ্কৰদেৱৰ লয়যোগ অবস্থা প্ৰাপ্তিৰ জ্ঞান "হৰিনামেইহে সকলো" এই মত বদ্ধমূল হৈ গলে অশিক্ষিতবিলাকে সত্য সনাতন পথ, বেদৰ

অনুষ্ঠান শ্ৰাদ্ধ তৰ্পণ ক্ৰিয়া কৰ্ম্ম পূজা বন্ধ কৰিব পাৰে এই ভয়তে শঙ্কৰদেবৰ মতৰ বিৰূদ্ধে চলিছিল। বুঢ়াখাঁৰ ঘৰত আৰু নৰনাৰায়ণ ৰজাৰ সভাতো বাক্ বিতণ্ডা কৰিছিল। কৰিবৰ কথা। এই বিষয়ে মহাপুৰুষ শঙ্কৰদেবৰ মতো ঠিক ব্ৰাহ্মণসকলৰ মতো বেঠিক নহয়। শঙ্কৰদেৱে হৰিনাম যে সকলোতকৈ শ্ৰেষ্ঠ, কৰ্ম্মকাণ্ড মিছা এই সত্য প্ৰচাৰ কৰিছিল কেতিয়া? এইটো তেওঁ কৰ্ম্ম কাণ্ড (যেনে তীৰ্থভ্ৰমণ, নাম গোৱা, জগন্নাথ মন্দিৰ প্ৰতিষ্ঠা কৰা, মূৰ্ত্তি পূজা, গীতা ভাগবত পঢ়া, হোম পুৰি দুবাৰ বিয়া কৰোৱা) অৰ্থাৎ সমস্ত অনুষ্ঠান শেষ কৰি চতুৰ্থ পটলত জ্ঞান মাৰ্গত উঠি সকলো কৃষ্ণময় দেখি পৰমহংস অবস্থাত উঠিহে কৈছিল। কিন্তু এই জ্ঞান যদি সৰ্ব্ব সাধাৰণক দঢ়াই দঢ়াই দিয়া যায় আৰু কৈ দিয়া যায় যে অনুষ্ঠান সমস্ত ঝুঠা, কেৱল হৰিনামেহে সচা তেনেহলে সৰ্ব্ব সাধাৰণে, প্ৰকৃত তত্ত্ব নুবুজি সমস্ত অনুষ্ঠান এৰিদি হয়তো বেদ লুপ্ত কৰি দি শেহত বৌদ্ধ মাৰ্গত পৰি হিন্দু ধৰ্ম্মক কিম্ভুত কিমাকাৰ কৰি তুলিব এই ভয়তেহে ব্ৰাহ্মণসকলে ভয় কৰি বিৰোধ কৰিছিল। কেতাইখাঁ ভূএগুৰ ঘৰত ব্ৰাহ্মণৰ ভিতৰৰ ব্ৰহ্মানন্দ আচাৰ্য্যয়ে আকৌ শঙ্কৰদেবৰ মত সৰ্ব্ব সাধাৰণক পৰিফাৰ ৰূপে বুজাই দি শঙ্কৰৰ মতৰ শ্ৰেষ্ঠতা দেখুৱাইছিল। বুজাই দিছিল যে সকলো কৰ্ম্ম কাণ্ডৰ চৰম লক্ষ্য হৰিনামহে। নৰ নাৰায়ণ ৰজাৰ সভাতো সেই দৰে, বিশেষ চিলাৰায় আৰু নৰ নাৰায়ণ ৰজাৰ অনুগ্ৰহত শঙ্কৰদেবৰ মত সত্য অনুমিত হৈছিল। বিশেষ যেতিয়া শঙ্কৰদেৱে "মই ব্ৰাহ্মণ মানো, বেদ মানো, বৰ্ণাশ্ৰম ধৰ্ম্ম মানো" এই কেইষাৰ কলে তেতিয়া আৰু তেওঁৰ মতত ব্ৰাহ্মণ সকলে দুষণ দিব নোৱাৰিলে। বেদ ব্ৰাহ্মণ আৰু বৰ্ণাশ্ৰম ধৰ্ম্ময়ো ইয়াকেহে কয় যে কৰ্ম্মৰ, বেদৰ চৰম লক্ষ্য হৈছে ভগবৎ প্ৰাপ্তি। যেনেকৈ শঙ্কৰদেৱে হৰিনাম মূল বস্তু, কৰ্ম্মৰ চৰম লক্ষ্য ভগবৎ প্ৰাপ্তি এই মত দি কৰ্ম্মকাণ্ডী ব্ৰাহ্মণসকক কৰ্ম্মতে আবদ্ধ নাৰাখি দৰ্শন, উপানিষদ, বা ভগবানৰ চিন্তাৰ ওচৰলৈ নিছিল, সেই দৰে এই কৰ্ম্মকাণ্ডী ব্ৰাহ্মণৰ দ্বেষেও শঙ্কৰদেৱৰ বৈষ্ণব ধৰ্ম্মক বৌদ্ধ ধৰ্ম্মত পৰিণত হব নিদি বেদৰ ভিতৰতে ৰাখিছিল। উভযে উভয়ৰ উপকাৰহে কৰিছিল। প্ৰভূ শঙ্কৰদেৱে সেই কথা বেছকৈ বুজি ব্ৰাহ্মণক কেতিয়াও অপমান কৰা নাছিল। ব্ৰাহ্মণক "গুৰু" সম্বোধনত বাজে আন সম্বোধন কৰা নাছিল। কিন্তু মাধবদেৱ—ব্ৰাহ্মণ সকলে তেওঁৰ প্ৰাণৰ গুৰু শঙ্কৰদেৱক এই ফেৰা দ্বেষ কৰা বাবে আৰু অতিমাত্ৰা গুৰু ভক্তিত উত্তেজিত হৈয়েই হওক বা আন কোনো কাৰণেই হওক প্ৰভু দেৱ দামোদৰক এইদৰে শঙ্কৰদেব বৈকুণ্ঠী হোৱাৰ পিচত পাটবাউসীৰ পৰা মাতি আনি অপমান জনক কথা শুনাইছিল। তথাপি মাধবদেৱে নামঘোষাৰ দুই এঠাইত ব্ৰাহ্মণক যৎসাসামান্য কটুক্তি কৰিলেও সমস্ত ব্ৰাহ্মণবৰ্গকে অপমানসূচক নিন্দা কৰা

নাছিল। কিন্তু দৈত্যাদি ঠাকুৰত চাওক। দ্বিজভূষণৰ চৰিত্ৰত আহোম ৰজাক যে ব্ৰাহ্মণে খল লগাইছিল এই কথা নকয়। কিন্তু দৈত্যাদি ঠাকুৰে চৰিত্ৰত কি দৰে লেখিছে চাওক!

**ব্ৰাহ্মণৰ দ্বেষ।**

(ছপা হোৱা পুথিৰ ৯১, ৯২ পিঠি)

"অনন্তরে যেন ভৈল তাক শুনিয়োক।
অসমর রজাত লগাইলেক বিপ্রলোক।।
শূদ্র এক গোট নাম শঙ্কর আছয়।
শ্রাদ্ধ বিধি করিবাক লোকক নেদয়।।
পাষণ্ড আচারে রাজ্য নষ্ট করিলেক।
নিৰন্তরে লোকে ধর্ম্ম কর্ম্ম এরিলেক।।
হেন শুনি রাজা শঙ্করক নিয়াইলেক।
দ্বিজগণ সমে তাৰ চাঙ্গে তুলিলেক।।
দুৱারাক বোলে কথা পুছ শঙ্করত।
রাজ্য নষ্ট করিলেক কয় দ্বিজ যত।।
দুৱারা আসিয়া পুছিলেক শঙ্করত।
বোলন্ত শঙ্করে পুছ ব্রাহ্মণসবত।।
কেন মতে মোত হন্তে রাজ্য নষ্ট হয়।
শুনি দ্বিজ সবক গই দুবারা বোলয়।।
শুনিয়ো ব্রাহ্মণ সব কহিবাহা নিষ্ঠ।
কেমতে শঙ্করে রাজ্যক করে নষ্ট।।
দ্বিজসবে বোলয় শঙ্করে দেয় হাক।
সমস্তে লোকক শ্রাদ্ধ বিধি করিবাক।।
এহি কথা দ্বারী গৈয়া রাজাত কহিল।
শ্রাদ্ধ কাক বোলে বুলি রাজাই পুছিল।।
দ্বারী বোলে মরাক বঢ়ায় যত যত।
গুৱা পান কল চাউল দধি দুধ বস্ত্র।।
তাক সবে নিয়া পাছে ব্রাহ্মণে ভুঞ্জয়।
শ্রাদ্ধ বুলি ব্রাহ্মণসকলে তাকে কয়।।
শুনিয়া অসম রজা ভৈল কোপ মন।

মৰাক বঢ়ায়া চাউল কৰয় ভোজন।।
কাউৰ ডকৰা সম ছুইবে নলাগয়।
শঙ্কৰে কৰিবে শ্ৰাদ্ধ ভালেতো নেদয়।।
মৰাৰ চাউল খাইবে নপায় শঙ্কৰক।
বোলে নষ্ট কৰিলেক সমস্ত ৰাজ্যক।।
খেদাউ চাঙ্গৰ পৰা নমায়া এখন।
হেন শুনি আপুনি নামিলা বিপ্ৰগণ।।"

ধন্য দৈত্যাদি ঠাকুৰৰ প্ৰতিভা! আহোম ৰজাত লগোৱা এইটো গল্প সৃষ্টি কৰি ব্ৰাহ্মণৰ ওপৰত কেনে পোতক তুলিছে! কথাটো কিমান জলজলীয়া মিছা আৰু বিদ্বেষমূলক পাঠকে এতিয়া অনুমান কৰি চাওক। শঙ্কৰদেৱে শ্ৰাদ্ধ বন্ধ কৰা কথাটো সচা হোৱা হলে জগদীশ মিশ্ৰৰ শ্ৰাদ্ধ তেওঁ নকৰালেহেতেন আৰু তেওঁৰ নিজৰ শ্ৰাদ্ধও মাধদেৱে নকৰোৱালে হেতেন। আমি ব্ৰাহ্মণ সকলক খওঁ ঃ—

হে ব্ৰাহ্মণ্য দেখ! তুমি ভাৰতবৰ্ষত আৰ্য্য বসতি কালৰেপৰা সংসাৰৰ ৰাজত্ব ভোগ ত্যাগ কৰি ব্ৰহ্মচিন্তা, ব্ৰহ্মউপাসনা তপ জপ, যোগ যজ্ঞ ললা। হে ব্ৰহ্মণ্যদেব! তুমি সেই সমস্তৰ ফলে হিন্দু ধৰ্ম্মৰ আধ্যাত্মিকতাৰ জ্ঞান, দৰ্শন, বিজ্ঞানৰ আকৰ হলা। তুমি বেদৰ অনুষ্ঠান আৰু অনুশীলনকাৰী হলা। তুমি হিন্দু ধৰ্ম্মৰ মূল ভেটি। আজি তোমাৰ প্ৰাধান্য বা শ্ৰেষ্ঠতা উঠি গলে বেদ লুপ্ত হৈ হিন্দু ধৰ্ম্মৰ অস্তিত্বই হেৰাব। তুমি যেনেকৈ অলপতে ক্ষণিক কালৰ নিমিৰ্ত্তে ৰুষ্ট হোৱা সেইদৰে অলপ কাৰুণ্য কৰিলেই তুষ্ট হোৱা। তুমি ত্ৰেতা যুগতো ক্ষত্ৰিয় ৰজাৰ সন্তান ৰামচন্দ্ৰক বশিষ্ঠ, বিশ্বামিত্ৰ ৰূপে জ্ঞান বিজ্ঞান, দৰ্শন বিদ্যা দি সম্পূৰ্ণ কৰিলা। আৰু তাৰ পিচত যেনেকৈ তুমি নিজে মাটিৰ পুতলি সাজি বা সজাই সেই পুতলিতে পূজা কৰা সেই দৰে তোমাৰে সৃষ্ট ৰামচন্দ্ৰক অবতাৰৰ শাৰীত তুলি অমৰ কৰিলা। যি তুমিয়েই দ্বাপৰ যুগত ব্যাস আৰু অনাদি কালৰেপৰা নাৰদৰূপে ভাগৱত ধৰ্ম্ম উদ্ভাবন কৰি প্ৰচাৰ কৰিলা; যি তুমিয়েই সংসাৰ বিৰাগী বুদ্ধদেবক প্ৰথম জ্ঞান দিলা, তপৰ ক্ৰম দিলা, যোগৰ অভ্যাস দিলা, আৰু ইদানিকতো বঙ্গদেশত অদ্বৈত, নিত্যানন্দ, চৈতন্যৰূপে কৃষ্ণৰ প্ৰেম ভক্তিৰ সোঁত বোৱালা, যি তুমিয়েই ৰজাৰ লৰা শঙ্কৰদেৱক মাধব কন্দলি ৰূপে বিদ্যা দান দিলা, আৰু যেতিয়া শ্ৰীশ্ৰী শঙ্কৰদেৱে আহোম কচাৰী ৰাজত্বৰ কালত নিজৰ ৰাজ্য হেৰুৱাই অৱশেষত ধৰ্ম্মত আশ্ৰয়, কৃষ্ণত একানলত ভকতি লব খোজাত হয় অদ্বৈত, নহয় চৈতন্য, নহয় আন কোনো পৰশুৰাম তীৰ্থ কৰিবলৈ অহা উত্তৰাখণ্ডৰ সিদ্ধ ব্ৰাহ্মণ মহাযোগী বা মহাপুৰুষ স্বৰূপে শঙ্কৰ দেৱক প্ৰথমে কৃষ্ণক

চিনাই দিলা, তাৰ পিচত ৰামৰাম গুৰু ৰূপে শঙ্কৰদেৱক সকলো কামতে সহায় কৰিছিলা আৰু ব্ৰহ্মানন্দা আচাৰ্য্য ৰূপে শঙ্কৰদেৱক গীতা শিকাইছিলা আৰু শঙ্কৰদেৱৰ পেহাক কেতাইখাৰ ঘৰত পেটে শঙ্কৰ দেৱৰ ফলীয়া হৈ ইবিলাক ব্ৰাহ্মণৰ মাজত শঙ্কৰদেৱৰ মতৰ উৎকৰ্ষ দেখুৱাইছিলা, জগদীশ মিশ্ৰৰূপে শঙ্কৰদেৱক ভাগৱত শিক্ষা দিছিলা, যি তুমি সৎহিন্দুৰ ঘৰত হিন্দু সন্তান জন্মিবৰে পৰা সিপুৰিলকে সহায় থাকা, অৰ্থাৎ জন্মতে মাঙ্গলিক ক্ৰিয়াদি কৰা, দ্বিজ হলে উপনয়ন দি ব্ৰহ্ম জ্ঞানত প্ৰবেশ কৰাই দিয়া, হিন্দুৰ বিবাহত তুমি বেদ মন্ত্ৰ উচ্ছাৰণ কৰি, হোম কৰি হিন্দু দম্পতিক ইপুৰি সিপুৰিলৈকে অকাট্য সমুদ্ৰৰূপী বিষাল প্ৰেমৰ জৰিৰে উভয়কে বন্ধন কৰি দিয়া আৰু যি তুমিয়েই সৎ হিন্দুৱ অন্তিম কালৰো বন্ধু "যেহেতু তুমি শ্মশানতো বেদ মন্ত্ৰ মাতি হিন্দু দেহটোৰ সদগতি কৰি দিয়া আৰু যি তুমিয়েই মৃতকৰ ঔৰ্দ্ধদেহিক ক্ৰিয়াত বা শ্ৰাদ্ধত বেদ মন্ত্ৰ মাতি হিন্দুক প্ৰেতৰ পৰা মুক্ত কৰি উৰ্দ্ধ গতি দিয়া, আৰু যি তুমিযেই শ্ৰীশ্ৰী দেব দামোদৰ স্বৰূপে মাধবদেৱে নিব খোজাতো শঙ্কৰ দেৱক বুজাই মহাপুৰুষীয়া ধৰ্ম্মটোত মূৰ্ত্তি পূজা, বৈদিক ক্ৰিয়া শ্ৰাদ্ধাদি, কৃষ্ণৰ জন্মতিথি, ফাল্গোৎসব ইত্যাদি পালন কৰাই অনুষ্ঠান দি মহাপুৰুষীয়া ধৰ্ম্মটোকা বৰ্ণাশ্ৰম ধৰ্ম্মৰ ভিতৰত বা বেদৰ ভিতৰত ৰাখি বৌদ্ধ মাৰ্গলৈ যাব নিদিলা, যি তুমি এতিয়াও মহাপুৰুষীয়াৰ লগ এৰা নাই, এনেকুৱা তুমি হে ব্ৰহ্মণ্যদেৱ! তোমাৰ আজি অসমত এই গতি! মাধৱদেৱেৰ সৈতে প্ৰভু দামোদৰ দেৱৰ কাজিয়া হবৰ দিনাৰে পৰা এই দৈত্যাৰি ঠাকুৰৰ নিচিনা মহাপুৰুষীয়াই আহোম ৰজাৰ মুখে বোলোৱাদি নিজেই তোমাক কাউৰ শগুণ ইত্যাদিৰ শ্ৰেণীতহে থলেগৈ। প্ৰভু দুখ নকৰিবা। তোমাৰ জয় চিৰকা লেই। তোমাৰ পদচিহ্ন কৃষ্ণৰ বুকতেই। হিন্দু ধৰ্ম্ম থাকে মানে ভাৰতবৰ্ষত এজন বামুণ থাকে মানে, সৃষ্টিৰ আদিতে উদ্ভৱ হোৱা বেদ থাকে মানে তোমাৰ প্ৰাধান্য কলৈকো নেযায়। ডেকা তেজৰ বলত দুই চাৰিজনে তোমাক নিন্দা কৰিলেও আৰু দুই চাৰি বছৰলৈ এৰি থলেও, প্ৰভু! হিন্দুৰ ভিতৰত নামধাৰী হিন্দুৱেই হওক, মুচলমান বা খৃষ্টিয়ান বা বৌদ্ধ ধৰ্ম্মলৈ একেবাৰে ফাটি নেজাৰ মানে, হিন্দুৰ সন্তানে তোমাক এৰিব নোৱাৰে। আন সময়ত নহলেও বিবাহ আৰু মৰণ কালত আৰু সিপুৰিত উৰ্দ্ধ গতিৰ বাবে আৰু ইপুৰিত থকা বিলাকক শুদ্ধ কৰিবলৈ তোমাক লাগিব। প্ৰভু, আমাৰ বেজবৰুৱা ডাঙৰীয়াই কোৱা মতে তুমি অকৃতজ্ঞ নোহোৱা। তুমি শঙ্কৰদেৱৰ যহতেহে যে মান সৰ্ব্বহ লভিলা, প্ৰভু! সেইটি নহয়। তুমিয়েইহে শঙ্কৰদেৱক শিক্ষা দীক্ষা দি তোমাৰ আৰ্জ্জিত জ্ঞান দৰ্শন দি মহাপুৰুষ কৰিলা। মহাপুৰুষীয়া ভ্ৰাতৃসকল, যদি অসমত সকলো হিন্দুৰে মিল আৰু সামঞ্জস্য ৰাখিব

খোজা, ভায়ে ভায়ে যদি মিলেৰে থাকিব খোজা তেন্তে দৈত্যাৰি ঠাকুৰৰ নিচিনা ৰচিত পুথি পুৰি পেলোৱা। অথবা তাকো যদি নকৰা অন্ততঃ দৈত্যাৰি ঠাকুৰৰ চৰিত্ৰৰপৰা এই লাইন কেইটা ভবিষ্যতলৈ উঠাই দিয়া। এনেকুৱা ব্ৰাহ্মণ বিৰোধী ভাব মূল চৰিত্ৰত থাকিলেও তাকু ঠাই দি চৰিত্ৰ ছাপা কৰাহে যুগুত। নহলে অসমত বৈষ্ণৱ ধৰ্ম্মৰ গ্লানি হয়। ভাৰতবৰ্ষৰ আন ঠাইৰ সমস্ত হিন্দুৱে অসমৰ সমস্ত বৈষ্ণৱকে দোষ দিয়ে। ভাই ভাই ঠাই ঠাই হোৱা ভাব ৰৈ যায়। বিবাদ বিসম্বাদৰ অন্ত নপৰে।

আমি দৈত্যাবি ঠাকুৰ কৃত চৰিত্ৰ সামৰিলো। এই চৰিত্ৰৰপৰাও আমি ইয়াকে পাওঁ যে ঃ—

১। মহাপুৰুষ শঙ্কৰদেৱে বাল্যকালত ব্ৰাহ্মণৰে পৰা বিদ্যা শিকিছিল।

২। সৰ্ব্বশ্ৰেষ্ঠ শাস্ত্ৰ ভাগৱত ব্ৰাহ্মণ জগদীশ মিশ্ৰৰপৰা পাইছিল আৰু তাৰ পিচতহে ধৰ্ম্ম প্ৰচাৰ কৰিছিল।

৩। শ্ৰীশ্ৰী ঁদেৱ দামোদৰৰ গুৰু শঙ্কৰদেৱ নহয়। উভয়ে উভয়ৰ সৎসঙ্গী। বিপ্ৰ দামোদৰ আৰু ভোবোৰা দামোদৰ দুজন বেলেগ দামোদৰ নামধাৰি ব্ৰাহ্মণ। শ্ৰীশ্ৰী ঁদেৱ দামোদৰো নহয়।

৪। শঙ্কৰদেৱে জগন্নাথ মূৰ্ত্তি প্ৰতিষ্ঠা কৰিছিল, আৰু আন আন সমস্ত বৈদিক অনুষ্ঠানো কৰিছিল; ব্ৰাহ্মণক কেতিয়াও অপমান কৰা নাছিল। ব্ৰাহ্মণক "গুৰু" বাজে আন সম্বোধন কৰা নাছিল। শ্ৰদ্ধাও কৰাইছিল।

৫। শ্ৰীশ্ৰী ঁমাদবদেৱেহে শ্ৰীশ্ৰী ঁদামোদৰ দেৱেৰে সৈতে মতভেদ হৈ এফেৰা কাজিয়া কৰিছিল, আৰু এই কাজিয়াই যে বৰ্ত্তমানৰ কাজিয়াৰ গুৰি ইয়াক নকলেও হব। ভবিষ্যৎ দৰ্শী মহাপ্ৰভূ শ্ৰীশ্ৰী ঁশঙ্কৰদেৱে ইয়াকে জানিয়েই নে কি মাধব দেৱক এই দৰে এঠাইত কৈছিল ঃ—

"বিষ্ণুপ্ৰিয়া নামে এটা আমাৰ আছেয়।
তাকে তেবে বিবাহ কৰিয়ো মহাশয়"।।
হেন শুনি মাধবে বোলন্ত পুনৰপি।
শঙ্কৰ দেৱৰ পাৱে মাথা গোট থাৰি। ৪৮৫
কাবৌ কৰো নুবুলিবা বিহা কৰাইবাক।
আকে লাগি গুৰু মানি নহিকো তোমাক
* * * * * *
অনাদি জনম ভোগ কৰোঁ বিষয়ক।

তাকে এৰাইবাৰ কহিয়োক উপায়ক।।
হেন শুনি শঙ্কৰ হৰিষ মন ভৈলা।
মাধব দেৱক পুনু বুলিবাক লৈলা।।
অভুক্ত বৈৰাগ্য তুমি কৰিলা মনত।
এতেকে পেহলাইবা বাদ ভকতি পথত।।
বোলন্ত মাধবদেৱে হৰিসে মনত।
তোমাঠেৰ পদ সেৱা বলৰ মহত।।
মোত হন্তে বাদ পডিবাক শঙ্কা নাই।
তযু পাৱে কৃপা মাত্ৰ কৰিবা সদায়"।।

কিন্তু পাঠক চাওক! শঙ্কৰদেৱৰ ভবিষ্যদ্বাণী অব্যৰ্থ নহল। শঙ্কৰদেৱে মাধব দেবৰ অতি মাত্ৰা কামবিলাকৰেপৰা বেছকৈ বুজিব পাৰিছিল যে মাধবদেৱে যদি বিবাহিদি নকৰে তেন্তে আগলৈকে উগ্ৰ স্বভাবেৰেই থাকি গোলমাল লগাবই লগাব। সেই দেখি তেওঁ বাৰে বাৰে মাধবদেৱক বিবাহ কৰিবলৈ কৈছিল; আন কি নিজৰ জীয়েক বিষ্ণু প্ৰিয়াকে যাচিছিল, কিন্তু মাধবদেৱে যেই কোনো কাৰণেই হওক বিবাহ নকৰালে। বিবাহ কৰোৱা হলে সন্তানাদি উৎপাদন কৰি সেই সন্তানৰ জাত ধৰ্ম্ম দশ কৰ্ম্মৰ নিমিত্তে বামুণৰ ওচৰত মূৰ দোঁৱাব লাগিল হেতেন; কিন্তু মাধবদেৱে ব্ৰাহ্মণৰ ভৰিত ধৰিবলৈ সম্পূৰ্ণ নাৰাজ। সেই এটাও হয়তো কাৰণ হব পাৰে। ফল এই হল যে শঙ্কৰদেৱৰ এই হল যে শঙ্কৰজেৱৰ এই বাক্য দুশাৰী অক্ষৰে অক্ষৰে ফলিয়ালে শঙ্কৰদেৱ বৈকুণ্ঠী হলতেই মাধবদেৱে দামোদৰদেৱক মাতি আনি এনেকুৱা অপমানসূচক কথা কলে। যদি প্ৰভু দামোদৰদেৱে জানিলেহেতেন যে তেওঁক এনেকুৱা অপমান কৰিব তেনে হলে হয়তো দামোদৰদেৱ মাধৱ দেৱৰ ওচৰলৈ নগলেই হেনে। যিদিনাই মাধৱদেৱে প্ৰভু দামোদৰক এই দৰে মাতি নি কটু কাটব্য কৰিলে সেই দিনাই অসমৰ বৈষ্ণৱৰ ভিতৰত দুৰাচাৰ কৰিয়ে প্ৰবেশ কৰি ললে। সেই দিনাই মহাপুৰুষীয়া আৰু দামোদৰীয়া ফাটিল। তথাপি এইবিলাকে কথা আগেয়ে কেঁৱে ভালকৈ নেজানিছিল; কিন্তু যি তাৰিখৰ পৰা বাঁহীয়ে শঙ্কৰ-দেৱকে সকলোৰে গুৰু পাতি ব্ৰাহ্মণ মহন্ত গোস্বামীসকলক সময়ে সময়ে কটু কাটব্য কৰিবলৈ ধৰিলে সেই তাৰিখৰে পৰা আকৌ কলি বলী হল। নুমুৱা জুই জ্বলি উঠিল। এতিয়া এই জুই নুমাবলৈ হলে, কলিক দুৰ্ব্বল কৰিবলৈ হলে, উভয় ধৰ্ম্মৰে শিক্ষিত অশিক্ষিত ডেকাসকলে নিজ নিজ গুৰুত শৰণ ভজন বা দীক্ষা আদি লৈ ধৰ্ম্মত দঁকৈ সোমাব লাগিব। মুখেৰে কেৱল শঙ্কৰ, মাধব, দামোদৰ আদিৰ বিষয়ে ইংৰাজী ধৰণেৰে সভাসমিতি পাতি বক্তৃতা

বাদ-বিতণ্ডা কৰিলেই নহব। উভয়দলেই বুজিব লাগিব যে ধৰ্ম্মৰ আবৰণ খনি বৰ টান। ঠিক নাৰিকলৰ দৰে। বুজি লব লাগিব যে এই বাদ বিতণ্ডা সেই টান আবৰণ খনিহে। এই বাক-বিতণ্ডা ভেদ কৰি অৰ্থাৎ আঁতৰত থৈ বা গুচাই ধৰ্ম্মৰ তত্ত্ব নিজ নিজ গুৰুৰপৰা জানি লব লাগিব। জানি লৈ ধৰ্ম্মত প্ৰাণ সমৰ্পণ কৰি পিচত আকৌ উভয় দলেই প্ৰভূ দামোদৰ, শঙ্কৰ, হৰিদেব এই তিনিও মহাপুৰুষত সমান ভাবে কাৰুণ্য কৰিব লাগিব। সত্য সনাতন পথেৰে ধৰ্ম্মক আশ্ৰয় কৰি এই তিনিওজনা প্ৰভূৰ আশীৰ্ব্বাদৰ বিখাৰি হৈ জ্ঞান, ভক্তি কৰ্ম্ম তিনিওতে আস্থা ৰাখি ঈশ্বৰ কৃষ্ণৰ চৰণাম্বুজত আশ্ৰয় লব লাগিব। ইয়াকে নকৰিলে এই বিলাক বাদ-বিতণ্ডাৰ ওৰ নপৰে।

এই চৰিত্ৰৰপৰা আৰু ইয়াকো পাওঁ যে ঃ—

১। শঙ্কদেব প্ৰথমবাৰ তীৰ্ত্ত কৰিবলৈ যাওঁতেই চৈতন্য, অদ্বৈত, নিত্যানন্দ, ৰূপ সনাতন এই সকলেৰে সৈতে জনাশুনা আলাপ পৰিচয় ইত্যাদি নিশ্চয় হৈ আহিছিল; নহলে শঙ্কৰদেৱে চৈতন্যৰ স্বভাব নেজানিলে হেতেন, বৃন্দাবনলৈ গৈ ৰূপ সনাতনক দেখা কৰিবলৈ ইচ্ছা নকৰিলে হেতেন আৰু ৰূপ সনাতনে ভাগিনিয়েকহঁতক পঠাই দি ছদ্মবেশে শঙ্কৰদেৱেনো কেনেকৈ ধৰ্ম্ম চলাইছে চাবলৈ নপঠালে হেতেন।

৭। শঙ্কৰদেৱ প্ৰথমবাৰ তীৰ্থলৈ যোৱাৰ সময়ত তেওঁৰ বয়স অন্যুন ৫০ বছৰ আছিল। দ্বিতীয়বাৰ যাওঁতে তেওঁৰ বয়স অনুমান ৭৫ হৈছিল।

৮। শঙ্কৰদেৱে কাৰপৰা দীক্ষা লৈছিল এই টো উল্লেখ নাই। তেওঁৰ জ্ঞানমাৰ্গৰ প্ৰখৰতাই অদ্বৈত বা পৰশুৰাম কুণ্ডলৈ অহা কোনো ব্ৰাহ্মণ মহাযোগী অথবা বৃদ্ধ ব্ৰহ্মানন্দ আচাৰ্য্যকে আঙুলিয়াই দিয়ে। চৈতন্যৰ পৰাও হব পাৰে। চৈতন্যৰ মতে নিমিলিলেই যে চৈতন্যদেৱ গুৰু হব নোৱাৰে তাৰ কোনো অৰ্থ নাই। আৱশ্যক হলে এই বিষয়ে পিচত বহলাই কোৱা হব। আন একো নহলেও চৈতন্যৰপৰা এইটো উপদেশ পোৱা যেন লাগে যে সেই কালটোত হৰিৰ নাম মুখ্যকৈ প্ৰচাৰ কৰি সৰ্ব্বসাধাৰণক হৰিভক্তি শিক্ষা দিয়া উচিত। প্ৰভূ দেব দামোদৰ আৰু প্ৰভূ হৰিদেৱে এই উপদেশ মহাপ্ৰভূ চৈতন্যৰ পৰা স্পষ্টকৈ পোৱা বুলি উভয়ৰ চৰিত্ৰত লিখা আছে। যেনেকৈ বঙ্গদেশত অদ্বৈত, চৈতন্য আৰু নিত্যানন্দ অথবা জ্ঞান, ভক্তি আৰু কৰ্ম্মৰ আধাৰ স্বৰূপ এই তিনি মহাপ্ৰভূৱে নামধৰ্ম্মৰ প্ৰেমধৰ্ম্মৰ সোঁত বোৱালে, সেই দৰে এই অসমতো ঠিক সেই সময়তে জ্ঞানৰ আধাৰ শঙ্কৰদেৱে, কৰ্ম্মৰ আধাৰ দামোদৰদেৱে আৰু ভক্তিৰ আধাৰ হৰিদেৱে মিলিজুলি নামধৰ্ম্মৰ সোঁত বোৱাই দিলে। এই তিনিওজন মহাপ্ৰভুৰ ভিতৰত যেয়ে ভেদ কৰে সেয়ে দেশ দ্ৰোহী

ধৰ্ম্মদ্ৰোহী। প্ৰভু দামোদৰদেৱে ভেদ কৰোতা জনৰ সম্বন্ধে কি কৈছে চাওক ঃ—

যিতো মহাজ্ঞানী লোক তুমি (শঙ্কৰ) আমি দুহীঙ্ক
দেখিবন্ত এক কলেবৰ।
আনো সন্ত সাধুজন পশু পক্ষী পতঙ্গত
ব্ৰহ্মময় দেখিব সংসাৰ।
তোমাক আমাক যিতো ভিন্নভাব কৰিমনে
শুনা কহোঁ তোমাৰ আগত।
সিতো নৰ আত্মঘাতী তাৰ আৰু নাই মুক্তি
সদায়ে থাকিব নৰকত।।

(সন্তচৰিত। কবিচন্দ্ৰ)

এতেকে হে অসমীয়া ভ্ৰাতৃসকল! এই তিনিজন মহাপ্ৰভুক ডঙ্গা পৰা কৰি ডাঙ্গৰ সৰু কৰি দেশৰ দ্ৰোহ কৰা উচিত নহয়। আহাঁ আমি সকলোৱে "জয় দামোদৰ, হৰিদেব শঙ্কৰৰ জয়! জয় কৰ্ম্ম ভক্তি জ্ঞানৰ জয়!! জয় প্ৰভু কৃষ্ণৰ জয় বুলি ধন্য হওঁ; আৰু তেওঁবিলাকৰ নিৰ্দ্দিষ্ট ধৰ্ম্মপথে চলি কৰ্ম্ম ভক্তি জ্ঞান লভি জীৱন ধন্য কৰোঁ।

## দুৰ্গা আবাহন।

পৰম ব্ৰহ্মৰ চৈতন্যৰূপী শক্তি মা দুৰ্গা আন আন বাৰৰ দৰে এইবাৰো আমাৰ পূন্যভূমি ভাৰতবৰ্ষলৈ আহিব লাগিছে। জগৎ জননী পতিত পাবনী দুৰ্গতি হাৰিণী, জ্ঞান, ভক্তি, ঐশ্বৰ্য্য বিদ্যা বিভব দায়িনী, ষড়ৰিপু সংহাৰিণী মাতৃ আহিব বুলি জানিয়েই হব পাই শৰৎ ঋতু আগেয়ে আহি আকাশ, পানী বাট ঘাট সকলোকে পবিত্ৰ আৰু মুকলি কৰিব ধৰিছে। নৈ, বিলস খালৰ পানী নিৰ্ম্মল হৈছে। ভেত পদুম ফুলিবলৈ আৰম্ভ কৰিছে। গধবিলাকে ফুলে ফলে সুশোভিত হবলৈ কাৰবাৰ লগাইছে। চৰাই চিৰিকতি সকলোৱে যেন আইৰ আগমনিহে পাবলৈ লাগি গৈছে। আহা মা! আহা! তুমি ভাৰতবাসী হিন্দু মাত্ৰকেই সজাগ কৰাহি, চেনেহৰ চকুৰে চোৱাহি! মা, তুমি প্ৰথমেই প্ৰত্যেক হিন্দুৰ মনৰ ভিতৰত যি মহিষাসুৰ স্বৰূপ অসৎ প্ৰবৃত্তি আছে তাক তোমাৰ ত্ৰিশূলৰে বিদ্ধ কৰি সিংহৰ হতুৱাই কামোৰাই ধ্বংশ কৰাহি। কাম ক্ৰোধ মোহ লোভ ইত্যাদিৰ বলি গ্ৰহণ কৰাহি। এই সমস্ত লৈ জগৎ মাতৃ স্নেহময়ী জননি, ভাৰতবাসীৰ প্ৰাণত শক্তি সঞ্চাৰ কৰি দি ভাৰতবাসীক

কাৰ্ত্তিকৰ আৰ্হিয়ে ধৰ্ম্মবাটত বীৰত্ব দিয়া, গনেশৰ আৰ্হিয়ে জ্ঞান দিয়া। মা সৰস্বতীক আদেশ দি বিদ্যা দিওৱা, মা লক্ষ্মীক আদেশ দি ঐশ্বৰ্য্য দিওৱা। মা! তুমি দিব নোৱাৰা কি বস্তু আছে। তুমি কৰিব নোৱাৰা কি কাম আছে। মা! তোমাৰ আগমন বাতৰিতেই জগৎ উল্লাসিত। তুমি আহিপালে ভাৰতৰ সকলো ঠায়েই পবিত্ৰ হব উজ্জ্বল হব। ক্ষেত্ৰবিলাক সোণালী বৰণেৰে তোমাৰ বৰণেৰে ৰঞ্জিত হব। দেশ ধনে ধান্যে পৰিপূৰিত কৰি দিয়াহি। হিন্দুৰ শক্তি বিদ্যা, ঐশ্বৰ্য্য বঢ়াই দিয়াহি মাতৃ।

পৰমা! তোমাক ধনী দেশৰ সন্তান সকলে ষোড়শ উপচাৰে পূজিব। কিন্তু হাঁয় জননি! আমি দুখীয়া অসমীয়াই নো তোমাক কিহেৰে পূজিম! কি দি সন্তুষ্ট কৰিম। তোমাৰ স্তুতিকে বা কি ৰূপে কৰিম। মা! একো নেজানো একোকে বিচাৰি নাপাওঁ। মা! এফেৰা হৃদয়ৰ ভক্তি পুস্পাঞ্জলীকে আগবঢ়াওঁ। পতিত পাবনি! গ্ৰহণ কৰি কৃপা কৰা যেন ঃ—

দুৰ্গালৈ দুৰ্গ পাৰাগৈ সাৰাগৈ সৰ্ব্বকাৰিণ্যৈ
খ্যাত্যৈ তথৈব কৃষ্ণৰৈ ধুম্ৰায়ৈ
সততং নমঃ।
অতি সৌম্যাতি ৰৌদ্ৰায়ৈ নতাস্তস্যৈ
নমো নমঃ।
নমো জগৎ প্ৰতিষ্ঠায়ৈ দেব্যৈ কৃত্যৈ
নমো নমঃ।
যা দেবী সৰ্ব্ব ভুতেষু বিষ্ণু মায়েতি শব্দিতাঃ।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভুতেষু চেতনে ত্যাভি ধীয়তে।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভুতেষু বুদ্ধিৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভুতেষু নিদ্ৰাৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভুতেষু ক্ষুধাৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভুতেষু ছায়াৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।

যা দেবী সৰ্ব্বভূতেষু শক্তিৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু তৃষ্ণাৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু ক্ষান্তিৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু জাতিৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু লজ্জাৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু শান্তিৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু শ্ৰদ্ধাৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু কান্তিৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু লক্ষ্মীৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু বৃত্তিৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু স্মৃতিৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু দয়াৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু তুষ্টিৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।
যা দেবী সৰ্ব্বভূতেষু মাতৃৰূপেন সংস্থিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।

—০—

দেবি! প্ৰপন্নাৰ্তিহৰে! প্ৰসীদ
প্ৰসীদ মাতৰ্জ্জগতো হৃখিলস্য
প্ৰসীদ বিশ্বেশ্বৰী দেবি! পাহ্নি বিশ্বং
ত্বমীশ্বৰী দেবি! চৰাচৰস্য
আধাৰভূতা জগতস্তমেকা
মহীস্বৰূপেন যতঃ স্থিতাসি
অপাং স্বৰূপ স্থিতয়া ত্বয়ৈত
দাপ্যায্যতে কৃৎস্নমলঙঘ্যবীৰ্য্যে।। ৪
ত্বং বৈষ্ণবী শক্তিৰণন্ত বীৰ্য্যা
বিশ্বস্য বীজং পৰমাসি মায়া
সম্মোহিতং দেবি! সমস্তমেত
ত্বংবৈ প্ৰসন্না ভুবি মুক্তি হেতুঃ।।
বিদ্যাঃ সমস্তাঃ সকলা জগৎসু
ত্বয়ৈকয়া পুৰিত মম্বয়ৈতৎ
কা তে স্তুতিঃ স্তব্যপৰা পৰোক্তি

## দেবী আবাহন।

দানব দৰ্প্পনী পতিত পাবনী
জগত মোহিনী আই।
অবোধ সন্তানে কৰিছোঁ কাকুতি
দিয়া চৰণত ঠাই।।
নীল আকাশত শাৰদী জোনৰ
মিচিকি হাঁহি।
নিজনি পানীত মন উলাহত
ফুলিছে পদুম পাহি।।
জুৰ বতাহত ঢেঁও ধৰি নাচে
নন্দন বদন ধান।
সুখ কল্পনাত উলাহে উতলা
গোটেই জগত খান।।

বনে বনে পখী আগমনী গাই
ধ্বনিছে ললিত তান।
ফলে ফুলে ভৰা গছতো বনতো
স্পন্দিত বইছে প্ৰাণ।।
তৰুণ অৰুণ হেঙুলি বৰণে
পুৱাৰ ধৰণী সাজে।
ভাহে দুপৰীয়া বগা মেঘ দৰা
নব নীলিমাৰ মাজে।।
ৰাতি তৰাজাকে মুখ লাৰি লাৰি
তোমাৰে বন্দনা গায়।
শৰদী সন্ধ্যাৰ জোনাকী বলিয়া
তোমাৰে সম্বাদ পাই।।
এনে সময়ত হলাহি বেকত
পূৰ্ণ ব্ৰহ্মময়ী ৰূপে।
নমো দশভূজে! নমস্তে গিৰিজে।।
নমস্তে শক্তি স্বৰূপে!!!
শোভিছে গণেশ শোভিছে কাৰ্ত্তিক
ময়ুৰে ধৰিছে চালি।
লক্ষ্মী সৰস্বতী উৰুলি জোকাৰে
দিছে যেন হাত তালি।।
দহোখন হাতে দশো দিশ ৰক্ষি
কেশৰী বাহিনী হৈ।
আহিছা জননী অভাগা জীবক
সৌভাগ্য বিলাবলৈ।।
সসীমে অসীম নোৱাৰি ভাবিব
সাকাৰ স্বৰূপে যজোঁ।
নানা ৰুচি নয়ে নানা ৰূপ সাজি
সেই এককেই ভজোঁ।।
মহিষ মৰ্দ্দিনি! জগৎ বন্দিনি!
নমো দেবি নাৰায়ণি।

নমো ভগবতি! নমস্তে পাৰ্ব্বতি!
নমো নমো কাত্যায়নি।।
নমো সনাতনী দপৰ্গতি নাশিনী
জ্ঞানৰ আধাৰ ভূতা।
নমস্তে শিবানী আদ্য স্বৰূপিনী
সৰ্ব্ব সুলক্ষণ যুতা।।
অসুৰ স্বৰুপ অজ্ঞান নাশিলা
পৰকাশি দিব্যজ্ঞান।
অজ্ঞ সন্তানৰ লবলৈ আহিছা
অজ্ঞান বলিৰ দান।।
নমো মহামায়া দিয়া পদ ছায়া
দিয়া নব তেজ বল।
দিয়া জ্ঞান জ্যোতি এইহে মিনতি
অভয় পদে কেবল।।

শ্ৰীজ্বলতিৰাম লহকৰ, গুৱাহাটি।

## প্ৰাৰ্থনা।

গান (খাম্বাজ একতালা)

জয়! জয়!! নমো নমো; গুৰু দেব দামোদৰ
তুমি পূৰ্ণ চন্দ্ৰ দেব! নাম ধৰ্ম্ম জগতৰ।।
নৰৰূপে আহি হৰি
ধৰি তুমি অবতাৰ।
কামৰূপে হৰিনাম কৰিলা প্ৰচাৰ।
লোৱা লোৱা লোৱা দেব
ভক্তি পুস্পাঞ্জলী মোৰ।
জয়! জয়!! নমো গুৰু দেব দামোদৰ
থাকে যেন হৃদি মাজে;
তযু নামে ৰতি মোৰ।
জয়! জয়!! নমো নমো গুৰু দেব দামোদৰ

যুক্ত কৰা হৰি ভক্তি;
মুক্ত কৰি হৃদি মোৰ।
জয়! জয়!! নমো নমো গুৰু দেৱ দামোদৰ
দূৰ কৰা অহঙ্কাৰ;
চুৰ কৰা হিংসা মোৰ।
জয়! জয়!! নমো নমো গুৰু দেৱ দামোদৰ
ভক্তি প্ৰেম আলোক দি;
উজ্জ্বল কৰা চিত্ত মোৰ।
জয়! জয়!! নমো নমো গুৰু দেৱ দামোদৰ।

শ্ৰীঘনশ্যাম দেৱ শৰ্ম্মা।

# শ্ৰীভৈৰব্যষ্টক স্তোত্ৰম।

সৌমাৰাখ্য পৰ প্ৰদেশ বিলসত্তেজঃ
পুৰান্তঃ স্থিতে,
ভক্তাভীষ্ট ফলপ্ৰদে সুৰগণাৰাধ্যেংসুৰ
প্ৰাণহে!
ত্বৎ পাদাম্বুজ পূজনাদি বহিতং ভক্ত্যা
বিহীনং জনম্,
*সাম্পাছি প্ৰমথাধিপ প্ৰিয়তমে মাতৰ্ম্মহা*
ভৈৰবি!।।১
ত্বত্তেজঃ প্ৰচয়াদ্‌ষদেব নগৰং ৰম্যং পৰং
সুন্দৰং,
পাদ স্পৰ্শনত স্ত্বয়ৈবহিতু যৎ স্থানন্ত
তীৰ্থীকৃতম্।
যুক্তংনাম কৃতজ্ঞ ভক্ত নিচয়ৈৰ্যস্যেবতেজঃ
পুৰম্,
মামিত্যাদি।। ২ ।।
ছেদ্যদ্দৈত্য গলোদগল দ্ৰুধিৰ সংসিক্তস্ত্বয়া
যৎকৃতম্,
তদ্বৈ শোণিত পূৰ্জ্জনৈ ৰ্নিগদিতং
নামান্যদস্যাপিচ।
ভূত্বা মূৰ্ত্তিমতী স্বয়ং স্বপতিনাতত্ৰস্থিতা ত্বং
সদা;
মামিত্যাদি।। ৩।।

দেবী ত্বং সদয়াপৰাসুৰনৰানন্দ প্ৰদা
সৰ্ব্বদা,
মাতেবাতি সুদুৰ্গতানপি জনান্ ৰক্ষস্য
শেষাপদঃ।
সংসাৰাম্বুধি মগ্নমেবকুজনং তৎ পাদ
নাবাশ্ৰিতং,
মামিত্যাদি।। ৪।।
বাঞ্ছাং পূৰয়িতুংসদা নৰপতেৰ্ব্বানাসুৰস্যা
পিষ-
ম্মৰ্ত্ত্যে শ্ৰীপদ পঙ্কজাৰ্পণ বিধৌ স্বীয়ং মনঃ
সন্দধৌ!
যাত্বং ব্ৰহ্ম শিশোস্তটে সুৰুচিৰ স্থানে
পবিত্ৰেবসঃ,
মামিত্যাদি।। ৫।।
দৈত্যানাং ভয়দানত স্ত্ৰিভুবনে খ্যাতা
মহাভৈৰবী,
দেবানামতি শৰ্ম্মদাহবকৃতৌ ত্বদ্ভক্ত
সংৰক্ষিণী।
বিদ্যানামপি পঞ্চমী স্মৰহৰ প্ৰেমাম্বু
সম্বৰ্ষিনী,
মামিত্যাদি।। ৬।।
শ্ৰীমদ্ভৈৰব সঙ্গ সঙ্গ ৰসিকে নঙ্গ
প্ৰসঙ্গঙ্গতে,
গাঢ়ালিঙ্গন জাঙ্গ ভঙ্গ বিহিতে সাপাঙ্গ
ভঙ্গীক্ষিতে।
পিঙ্গা জঙঘ জটোত্তমাঙ্গ জবিতে তুঙ্গাদ্ৰি
শৃঙ্গস্থিতে,
মামিত্যাদি।। ৭।।
দুৰ্নীতিঃ কুসুতোঽহ মিন্দ্ৰিয় সুখাস্বাদি
সুদুষ্টাশয়ঃ;

পীতং দুৰ্ব্বিষয়াভিধং বিযমশেষাঘ প্ৰদং
যন্ময়া।
লোকেহস্মিন্ বহবো ভবন্তি কুসুতা নস্যাৎ
কুমাতা যত;
মামিত্যাদি।। ৮।।

শ্ৰীভৈৰবী ভৈৰব পাদ পদ্ম,
যুষ্মাৰ্চ্চনা হীন জনোহহমজ্ঞঃ।
কালেংপি কান্দ্গতিৰত্নিমে মে,
সদাতি চিন্তা কুল মস্তি চিত্তম্।।
ত্ৰিভুবন জনকঃ শ্ৰীভৈৰবো দেব দেবঃ।
তনয় সদয় চিত্তং যং সদৈবাস্তি পিত্ৰোঃ,
স্তুতি কৃতি ময়িতদ্বৈ নিষ্কৃতৌ কাৰণসংস্যাৎ।।
ইতি শ্ৰীতাৰক চন্দ্ৰ কৃতিৰত্ন কাব্য
সৰস্বতী বিৰচিতং শ্ৰীভৈৰব্যষ্টক স্তোত্ৰং
সমাপ্তম্।।

## শ্ৰীশ্ৰী ঁদেব দামোদৰায় নমঃ।।

(গীত। ৰাগ সাৰঙ্গ—তাল চুতা।।)

ভজ ভাই আদি গুৰুৰ অভয় পায়।
মোৰ নিজ ইষ্ট গুৰু, গুৰুৰো পৰম গুৰু
দেৱ দামোদৰ দেবতায়।।
কলিহত জীৱ গণে, কৃপাকৰি কৃপাগুণে,
কৃপাময় আসিয়া ইচ্ছায়।
দেৱ দামোদৰ নামে, সদানন্দ দ্বীজ ধামে,
অৱতাৰ লভিলা ধৰায়।।
প্ৰচাৰী আপোন মত, প্ৰকাশি ভক্তিৰ পথ,
নিস্তাৰিলা লোকক দেখায়।
ভজি তান গুণ নাম, ধৰ্ম্ম অৰ্থ মোক্ষ কাম
সাধে অপ্ৰয়াসে সমুদায়।।

তান নামে কৰি ৰতি, পাৱয় পৰম গতি'
গুচে নৰ জনমৰ দায়।
দামোদৰ দামোদৰ, গাৱে যিটো নিৰন্তৰ,
সিটো জনে মহা পুণ্য পায়।।
দেৱ দামোদৰ মত, অতিসে সুগম পথ,
নির্মল সাৰদ শশী প্ৰায়।
জীৱ তৰণৰ হেতু, বান্ধিলে অখণ্ড সেতু,
হৰিনাম প্ৰদীপ জলায়।।
সেহি নৰ ৰূপ ধৰ, বন্দো দেৱ দামোদৰ
সনাতন ধৰ্ম্ম মূল ঘাই।
কৃপা কৰা দামোদৰ, তুমি গুৰু জগতৰ'
মাগো তযু পদতলে ঠাই।।

শ্ৰীভদ্ৰেশ্বৰ দত্ত,
কাকজান বনগাঁও, চাওঁখাট।

## হিন্দু ধৰ্ম্মৰ বিষয়ে।

হিন্দু ধৰ্ম্মত আজিকালি আমি জনামতে এটা সম্প্ৰদায় আছে—শক্তি, শৈব, বৈষ্ণৱ, সৌৰ, গাণপত্য। এই পাচোঁটা সম্প্ৰদাযৰে গুৰুিত বেদ। আমি "দেব দামোদৰ আৰু হিন্দু ধৰ্ম্মৰ" বিষয়ে দিয়া বক্তৃতাতে কৈছোঁ যে বেদমতে সৃষ্টিৰ আদিতে সেই পৰমব্ৰহ্মা। সেই পৰম ব্ৰহ্মাই ত্ৰিগুণৰ আধাৰ হৈ মহাব্যোম সৃষ্টি কৰে। সেই মহাব্যোমৰেপৰা Protyle, atom, molecule. ইত্যাদি সৃষ্ট হৈ, পুৰুষ আৰু প্ৰকৃতি গুণবিশিষ্ট থাকি যোগ, বিয়োগ, আকৰ্ষণ, বিকৰ্ষণ ইত্যাদি ক্ৰিয়াৰ দ্বাৰাই সৃষ্টিৰ বিকাশ কৰে। প্ৰত্যেক অণু আৰু পৰমাণুতে থকা পুৰুষ আৰু প্ৰকৃতি গুণৰেপৰা হিন্দুৰ শক্তি, শৈব, বৈষ্ণৱ, ধৰ্ম্ম উদ্ভৱ। প্ৰথম ধ্বনিত শব্দৰপৰা, শব্দব্ৰহ্মাৰ ভাব, আকৰৰপৰা অক্ষৰব্ৰহ্মাৰ ভাব ওলায়। সূৰ্য্যটো এই সৌৰ জগতৰ কেন্দ্ৰ। এই সূৰ্য্যৰপৰাই এই সৌৰ জগৎ ৰক্ষা পৰি আছে। আকাশত সূৰ্য্য নেথাকিলে এই সৌৰ জগৎ ধ্বংশ হব। তাপ পোহৰ দি সূৰ্য্যটোৱে জগৎ ৰক্ষা কৰি আছে আৰু সূৰ্য্যৰ ৰশ্মিয়েই সাগৰৰ পৰা জলৰ কণিকা টানি লৈ মেঘৰ সৃষ্টি কৰিছে। সেই মেঘে বৰ্ষণ কৰি পৃথিৱীত তৰু, তৃণ, লতা, শষ্য উৎপাদন কৰি দিয়ে।

ইত্যাদি কাৰণেই সৌৰসকলে সূৰ্য্যকে ব্ৰহ্মাৰ বিকাশ বুলি ধৰি সূৰ্য্যক সূৰ্য্য নাৰায়ণ বোলে। গাণপত্য সকলে গণে-শকে পৰম ঈশ্বৰ বুলি লয়। সমস্ত অণু পৰমাণুত থকা প্ৰকৃতি গুণৰে পৰা ঈশঅবৰত মাতৃভাবৰ উদ্ভৱ। পুৰুষ গুণৰ পৰা শৈব বৈষ্ণৱ পন্থৰ উদ্ভৱ। কিন্তু সত্য সনাতন পন্থৰ সকলো হিন্দুৱেই এটা পন্থক নিজৰ মুখ্য কৰি ললেও ই চাৰিটা পন্থকো আৰু আন আন সমস্ত ভাবকো মানে। সকলো ক্ৰিয়াৰ আগতে হিন্দুয়ে "নমো গণেশায়" বোলে যেহেতু গণেশ সিদ্ধিদাতা। সূৰ্য্যত থকা সেই ব্ৰহ্মাটিক বৈষ্ণৱ পন্থীয়ে সূৰ্য্য নাৰায়ণ বোলে, শাক্তই তাকে আকৌ সবিতা বা শক্তি মাতৃ বোলে। গায়ত্ৰীটোৰো দুয়ো পন্থৰ মানুহে এই দৰে দুই ৰকমে বাখ্যা কৰে। বেদ মনা ব্ৰাহ্মণ মনা বৈষ্ণৱে কৃষ্ণ, ৰাম বা বিষ্ণুক মুখ্যৰূপে ৰাখিলেও শিব আৰু শক্তিক স্তৱ কৰি লৈহে বিষ্ণু বা কৃষ্ণৰ ওচৰলৈ চাপে। সেইদৰে শৈবয়ো বিষ্ণু আৰু দুৰ্গাক আগেয়ে তুতি গতি কৰি লৈহে নিজ ইষ্ট শিবৰ ওচৰ পায়। শাক্তে সেইদৰে ৰাম বা কৃষ্ণক মানিছে নিজৰ পৰমাৰাধ্যা দেবীৰ আৰাধনা কৰে। এয়ে প্ৰচলিত প্ৰথা। শাক্ত আৰু বৈষ্ণৱ সকলে তেওঁবিলাকৰ পন্থৰ গুৰি বেদলৈ নগলেও নিজৰ জীৱনত যি আৰ্হি দেখে তাৰে পৰাই ঈশ্বৰত পিতৃ মাতৃ দুযোটা ভাব অৰ্পণ কৰে। আমাক জনম দিয়ে আইয়ে, ডাঙ্গৰ দীঘল কৰে বোপায়ে সেই দেখি হিন্দুৰ মনত আই বোপায়ে আদি গুৰু। সেই কাৰণেই একেবাৰে ওপৰ খাপলৈ উঠিব নোৱাৰা সকলে কৃষ্ণৰ লগতে ৰাধাকো তুতি কৰে। হৰৰ লগত গৌৰীৰ নামো লয়। কথা এটা মনত পৰিল। এদিন মোৰ বন্ধুস্থানীয়া মেমছাহাব এজনে তেওঁৰ দাৰ্জিলিঙৰ পৰা স্কুল বন্ধত উলটি অহা ৭।৮ বছৰীয়া লৰা এটাক দেখুৱাই কলে "বৰদলৈ এইটি মোৰ লৰা"। মই কলো "মেমছাহাব! লৰাটি বেছ ধুনীয়া চিকন ঠিক বাপেকৰ দৰেই।" এই কথাষাৰত মেমজনে দীঘল হুমুনীয়া এটাকাঢ়ি কলে ঃ—"বৰদলৈ! এৰা এইটো সংসাৰৰ লক্ষণ। সকলোৱে লৰা দেখিলেই কৈ বহে ঠিক বাপেকৰ দৰেই কিন্তু কেৱে দুখুনী মাকৰ গৌৰৱ নকৰে।" কথাষাৰ এতিয়াও মনত বাজি আছে। ইফালে আকৌ ইওটো দেখোঁ যে সৰু লৰাক কোনো এটা বস্তু লাগিলে লৰাই বাপেকক পোনে ২ কোৱাৰ আগেয়ে মাককহে খাটনি ধৰে। মাকেহে বাপেকক বুজাই দিলে লৰাই ডাবি-হুকি নোখোৱাকৈ বস্তুটো পায়। ঠিক এনেকুৱা বিলাক কথাৰে পৰা সত্য সনাতন পন্থৰ হিন্দু সকলে ঈশ্বৰক আগেয়ে মাতৃ ভাবি কাৰুণ্য কৰি লৈহে বোপাইৰ ওচৰ পায়। স্নেহময়ী জননীৰ ওচৰ পায়। স্নেহময়ী জননীৰ ওচৰতহে প্ৰথম আবদাৰটো জনায়। যি সকল কেচুৱা অবস্থাৰ পৰা উঠিছে অৰ্থাৎ তলৰ খাপৰ পৰা ওপৰ খাপলৈ অনুশীলন বা অনুষ্ঠান কৰি উঠিছে সেই সকলে হয় অকল বোপাই বা

অকল আই বোলে। সেই সকলে আই বুলিও বোপাইক পায়, বোপাই বুলিও আইক পায়। কিন্তু অনুশীলন বা অনুষ্ঠান শেষ নকৰা সকলৈ আই বোপাই দুয়ো জনকে লাগে। এইটোৱেই আমাৰ মনেৰে হলে হিন্দুৰ সত্য সনাতন পথ। হিন্দুধৰ্ম্মৰ বাহিৰৰ সকলেহে বোধ কৰো যি এটা ধৰে সেইটোকেই বা সেই জনকেই সকলো বুলি ধৰি লয়। যেনে খৃষ্টধৰ্ম্মাবলম্বি সকলে ঈশ্বৰক কেবল পিতৃ ঈশ্বৰ বুলিযেই ওৰ পেলায়। মাতৃ নোবোলে। মুছলমান সকলে ঈশ্বৰক কেবল অল্লো হো আকবৰ বোলে অৰ্থাৎ মহান্ ঈশ্বৰক সত্যং জ্ঞানং অনন্তং বোলে। ঈশ্বৰক কৃষ্ণ নোবোলে। আন কি এসময়ত এজন ব্ৰাহ্মভাতৃৰ আগত ঈশ্বৰক কৃষ্ণ বোলোতেই ভ্ৰাতৃজনে খঙতে একো নাইকীয়া হৈ কৈছিল যে ভাৰতবৰ্ষৰ যত অনিষ্ট সেই বেটা কৃষ্ণই কৰিলে; সেই বেটাৰ নাম পৰ্য্যন্ত লোৱা উচিত নহয়। সুখৰ বিষয় যে আজি কালি দুই চাৰিজন ব্ৰাহ্মই ঈশ্বৰক কৃষ্ণৰূপেও ব্ৰাহ্ম ধৰ্ম্মত সুমাব বিচাৰিছে। সেই দুই এজন কিমানদূৰ কৃতকাৰ্য্য হয় ক'ব নোৱাৰো। মাতৃভাষাটো যাহক স্বৰ্গীয় কেশবচন্দ্ৰ সেনৰ অনুগ্ৰহত ৰামকৃষ্ণ পৰমহংসৰ চুম্বক শক্তিৰ তেজত নববিধান সমাজৰ মাজেদি সোমাব পায়। আশা কৰো প্ৰভু কৃষ্ণয়ো বৃন্দাবনৰ ননিচোৰায়ো গো বল্লভ কৃষ্ণযো আমাৰ ব্ৰাহ্মভাতৃ সকলৰ ভিতৰত সোমাব। হিন্দুৰটো ভাব মহান্। সকলো ধৰ্ম্মৰ যত ভাবেই হিন্দুধৰ্ম্মৰ ভিতৰত। এই বিষয়ে হিন্দুধৰ্ম্মৰ সাৰ্ব্বভৌমিকতা প্ৰবন্ধতে দেখুউৱা গৈছে।

(ক্ৰমশঃ)

## পদ্যকল্পলতা

(পূৰ্ব্বানুবৃত্ত)

(২১)

অবিদিত গুণাপি সৎকবিভণিতিঃ;
কৰ্ণেষু বমতি মধু ধাৰাম্।
অনাধিগত পৰিমলাপিহি
হৰতি দৃশং মালতী মালা।।

বোধগম্য নহ'লেও সুকবি বচন,
শ্ৰৱণে অমৃতধাৰা কৰে বৰিষণ,
মালতী-মালাৰ চাৰু পৰিমল ঘ্ৰাণ
নাপালেও হৰে দৃষ্টি, মোহে মনঃপ্ৰাণ।।

(২২)

মেঘৰ প্ৰতি চাতকৰ উক্তি ঃ

পয়োদ হে বাৰি দদাসি বা ন বা,
ত্বদেকচিত্তঃ পুনৰেষ চাতকঃ।
বৰং মহত্যাম্বয়তে পিপাসয়া,
তথাপি নান্যস্য কৰোত্যু পাসনম্।।

দিয়া বা নিদিয়া জল হেৰা জলধৰ!
তুমি ধ্যান, জ্ঞান, চিন্তা, সবো চাতকৰ,
ঘোৰ পিপাসাত বৰং ত্যজিব জীৱন,
তথাপি সি অন্য কাৰো নলয় শৰণ।।

(২৩)

নদেত্যো পি হ্রদেভ্যো পি
পিবত্য ন্যাদ্ বয়ঃ পয়ঃ
চাতকস্যাতু জীমুত!
ভবানেবা বলম্বনম্।।

নদ নদী হ্রদাদিৰ জল কৰি পান
অন্য বিহঙ্গমে ৰাখে নিজ প্ৰিয়প্ৰাণ।
কিন্তু হে জলদ! মধ্যে নিখিল বিশ্বৰ,
কেবল তুমিহে গতি, জানা, চাতকৰ।।

(২৪)

বিধাতাৰ বালিশত্ব ঃ—

অহো বিধাতা! শিশুতা তবৈৰ
অকাৰণং ত্ৰীণি চকাৰ যস্মাৎ।
চক্ষুঃ প্ৰশস্তং বিপিনে মৃগাণাং,
দাতাধনো, বিত্ত মদাতুৰেব।।

হে বিধাত! কেনেকুৱা বালিশ্য তোমাৰ!
—অকাৰণে এই তিনি বস্তু সৃষ্টি যাৰ—
বনে মৃগ বিলাকৰ আয়ত লোচন,
দানেচ্ছু পুৰুষ হয় জগতে নিৰ্দ্ধন,
আৰু দান কৰিবৰ ইচ্ছা নাই যাৰ

সেই জন ধনপতি বৰ অবিচাৰ!

(২৫)

গন্ধঃ সুবৰ্ণে ফলমিক্ষু দণ্ডে,
নাকাৰি পুষ্পং থলু চন্দনে পি।
বিদ্যানুৰাগী ন চ দীৰ্ঘজীবী
ধাতুঃ পুৰে কা পি ন যুক্তি ৰাসীৎ।।

স্বৰ্ণত সৌৰভ নাই, ইক্ষু ফল হীন,
চন্দন পাদপ হায়! কুসুম বিহীন,
বিদ্যা অনৰাগী যুবা বয়সত মৰে,—
বিচাৰ সুযুক্তি নাই বিধাতাৰ ঘৰে।।

(২৬)

কাব্যে ভব্যতমে পি সভ্যনিব হৈ
ৰাস্বাদ্য মানে মুহুঃ,
দোষান্বেষণ মেব মৎসৰজুষাং
নৈসৰ্গিকো দুৰ্গহঃ।
কাষাৰে পি বিকাসিপঙ্কজ চয়ে
খেলন্মৰালে মুহুঃ
ক্ৰৌঞ্চশ্চঞ্চুপুটৈন কুঞ্চিত বপুঃ
শম্বুক মন্বিষ্যাতি।।

পীয়ুষ মধুৰ কাব্য মানস ৰঞ্জন,
সুসভ্য ৰসিকগণ
তাৰ ৰস আস্বাদন,
বাৰে বাৰে কৰি হয় আনন্দে মগন।
কিন্তু দুষ্ট খলে তাৰ
বুজিব নোবাৰি সাৰ
দোষ মাত্ৰ অন্বেষণ কৰে সৰ্ব্বকাল।
ফুলা! পদ্ম ফুলে-ভৰা
ৰাজহাঁহে খেলা-কৰা
নিৰ্ম্মল সলিল পূৰ্ণ সৰসী বিশাল,
বুদ্ধিহীন বকে হায়

কুব্জ কৰি নিজ কায়
সকলো উত্তম বস্তু কৰি বিসৰ্জ্জন,
পাৰে পৰি দিনে ৰাতি,
চঞ্চু পুটে খুটি মাটী
কৰে মাত্ৰ শম্বুক ভেকৰ অন্বেষণ।।

# নিৰ্ম্মল ভকত।

(৫ম সখ্যাৰ ১৮১ পিঠিৰ পাচৰ পৰা)

**দ্বাদশ আধ্যায়**

এইদৰে একুৰি বাৰ বছ্ৰ বয়সতে অৰ্থাৎ ১৭৩৯ শকত মানৰ যুজত ঘাটি মৰমৰ ভাতৃহঁত আৰু প্ৰিয়তমা ৰূপহীৰ লগৰপৰা, জননী জন্মভূমিৰ পৰা বঞ্চিত হৈ মানৰ দেশ পালোঁগৈ। পথ যে কি দুৰ্গম, তাক কৈ এটাব নোৱাৰি। পাহাড়ৰ পাছত পাহাড়, হাবিৰ পাছত হাবি। প্ৰায় এমাহে হে আমি গৈ মানৰ দেশ পালোঁ। জিকাৰু মানহঁতে আমাক নি সিহঁতৰ ৰজাত ভেটিলৈ। আমি ভাৰ-ভেটিবিলাক ৰজাৰ আগত দিলোঁ। আমি জনালোঁ যে আমাক আকৌ নিজৰ দেশত থবহি লাগে। মানব ৰজাই আমাক বুজোৱালে যে বয়বস্তুৰ দৰে আমিও হেনো অসমৰ পৰা তেওঁৰ দাস দাসী স্বৰূপে গৈছিলোঁ আমি আৰু দেশলৈ উলটিব নোৱাৰো। আমি বুজিলো যে আমাৰ কপালত মানৰ ৰজাৰ বেটী বন্দী হৈ থাকিব লগীয়া লিখন আছে। কি কৰিম, ইচ্ছা নেথাকিলেও আমি মানব দেশতে থাকিব লগীয়া হলো। যি কি নহওক মানব ৰজাই আমাক তেওঁৰ ৰাজধানীৰপৰা প্ৰায় এদিনৰ বাটত উত্তৰে ঐৰাবতী নইৰ পাৰত বসতি কৰি থাকিবলৈ আদেশ দিলে। আৰু আমাক হালগৰু গায়পতি জোখাৰে মাটি বৃত্তি দি মানদেশতে ৰাখি থ'লে। আদেশ কৰিলে যে বছৰি আমাৰ গাঁৱৰপৰা ৰজাঘৰত তিনকুৰিজন মানুহে গাৰে খাটি দিব লাগিব আৰু আমাৰ যাৰ ইচ্ছা হয় মানৰছোৱালী বিয়া কৰাব পাৰিম। কিন্তু বিয়া কৰাৰ আগেয়ে আমাৰ হিন্দুধৰ্ম্মা এৰি বৌদ্ধ ধৰ্ম্মত ভজিব লাগিব। খাব বব পৰাকৈ এবছ্ৰলৈকে ৰজাঘৰৰ পৰা আমাক ধান চাউলো দিলে। ভামোৰ ওচৰত ঐৰাবতী নৈৰ পাৰত চাৰিওফালে মানৰ গাঁৱৰ মাজত এডোখৰ হাবি কাটি আমি বসতি কৰিলো, আৰু ৰজাৰ আদেশমতে বছৰি পালপাতি খাটনিও কৰিবলৈ ধৰিলো।

ভামো নগৰতে আমাৰ ৰাজকুঁৱৰী হেমো আইদেওক থৈছিল। আমি সেই

ভামোতহে খাটনি কৰিব লগীয়াত পৰিছিলো। ৰজা বছৰ সেই ঠাইত আহি ৩ মাহ মানকৈ বসতি কৰিছিল। ডাঙৰীয়া জনে সুধিলে ঃ—"আতি মানৰ দেশখননো কেনেকুৱা? তাৰ মানুহ-দুনুহ বিলাকনো কেনেকুৱা, আচাৰ নীতিয়েই বা কেনেকুৱা"? আতৈ—'ডাঙৰীয়া সেই বিষয়েও কবলৈ গলে ভালেমান হব। মুঠতে কওঁ মানৰ দেশখন বৰ ধুনীয়া। ৰজাৰ ঘৰবিলাকৰ প্ৰত্যেকটো ঘৰৰ টুপেই সোণৰ কলসিৰে বন্ধোৱা। প্ৰায় মানুহৰে ঘৰবিলাক কাঠৰ। সিহঁতৰ ধৰ্ম্ম মন্দিৰবিলাক এটাইবোৰেই আমাৰ দৌলৰ দৰে জোঙা, দেখিবলৈ ধুনীয়া কিন্তু কাঠৰ। টুপবিলাকত সোণৰ কলসি, কাঠবিলাকত যে কি বিচিত্ৰ নকছা কটা তাক বৰ্ণাই এটাব নোৱাৰি। মান মানুহবিলাক সুতাৰৰ কামত বৰ পকা। মন্দিৰ বিলাকত হালধীয়া কাপোৰ পিন্ধা ফিঙ্গু নামেৰে সিহঁতৰ গোসাঁই আৰু পুৰোহিতবিলাক থাকে। মানৰ তিৰোতাবিলাকো তেজ গোৰা, দেখিবলৈকো ধুনীয়া। কেবল নাকবিলাকহে সাধাৰণতঃ চেপেটা। সিহঁতে নানা বৰণৰ বিশেষকৈ হালধীয়া, ৰঙিন, ৰেছমি কাপোৰৰ কুৰ্ত্তা পিন্ধি সুন্দৰ জাক জমককৈ ফুৰে। সিহঁত স্বাধীন ভাবেৰে আপোন মনেৰে যতে ইচ্ছা ততে ফুৰে। জীয়ৰী বিলাকেও নাচি বাগি গীত গাই ধেমালি কৰি ফুৰে। যাকে ভাল পায় তাতে বিয়া সোমায়। সিহঁতৰ গাঁওবিলাকো পৰিস্কাৰ। অৱশ্যে দোষৰ ভিতৰত সিহঁতে মুৰগী, গাহৰি পোহে। গৰু, মহ, মদ, মুৰগী সকলো বস্তুকেই খায়। মান দেশৰ মাটিও বৰ সাৰুৱা। পঠাৰ বিলাকত অলপ পৰিশ্ৰমতে অপলাবিত ধান হয়। নদীবিলাকৰ পানীও বৰ নিৰ্ম্মল। ঠাইবিলাকো ঠাণ্ডা। মানৰ দেশত সদায় যেন শৰৎ আৰু বসন্ত ঋতু বিদ্যমান।

## ত্ৰয়োদশ আধ্যায়!

ডাঙৰীয়া জনে কলেঃ "আতৈ! মোৰ বোধেৰে আপুনি নিশ্চয় মান ছোৱালী দোখি ভোল গৈছিল পিছত আপুনি মান ছোৱালী জানো নেৰাখিলে বা বিয়া নকৰালে কওকচোন"। আতৈয়ে হাঁহি ২ কলেঃ—"ডাঙৰীয়া ধৈৰ্য্য ধৰক। মই কই নিবই ধৰিছো। আপুনি সুধিছে যেতিয়াই সকলো কথাকে অকপটভাবে কম।"

"আমি এদিৰে বসতি কৰি থকাৰ ছয় বছৰৰ ভিতৰতে হেনো আকৌ অসংখ্য মান আমাৰ অসমলৈ আহি অসমখন ছাৰ খাৰ কৰিলে। সেই বিষয়ে ডাঙৰীয়া মই বিশেষকৈ একো কব নোৱাৰো। মাথোন শুনিছিলো মানৰ উপদ্ৰৱত হেনো সেই বাৰ অসমীয়া মানুহ বৰকৈ জ্বলা কলা হৈ আন কি অসম এৰি জাকে ২ অসমীয়া মানুহে হেনো ত্ৰিপুৰা, জৈন্তিয়া, ময়মসিং, মনিপুৰ, কাছাৰ, ভোটান, তিব্বত ইত্যাদি ঠাইলৈকো পলাই গৈছিল। মানৰ উপদ্ৰৱত হেনো অসম শ্মশানত পৰিণত হৈছিল।

অধম যে শ্মশানত পৰিণত হৈছিল সেই বিষয়ে মই মানৰ দেশৰ পৰা আহি যি দেখিছিলো আৰু শুনিছিলো তাৰে পৰা বেছকৈ বুজিছিলো মানে আমার দেশখনক কিৰূপে ধ্বংশ করিছিল। আমি তাত থাকোঁতে থাকোঁতেই আমাৰ গাঁওখন আৰু আমার ওচরর ঠাইবিলাকো ধরি নিয়া অসমীয়া মানুহেরেই ভরপুর হৈ উঠিছিল। আন কি ৩।৪ খন অসমীয়া গাঁওও হৈছিল। আমার অনেক অসমীয়া মানুহে হিন্দুধৰ্ম্ম এরি বৌদ্ধ ধৰ্ম্ম লৈ মানর ছোৱালী বিয়া করাই অসমীয়া রগুছি মান হৈছিল। ইয়ারপরা ধরি য়িা জীয়রী বোৱারীয় কেতবিলাক পাষণ্ড মানহঁতর রক্ষিতা হৈছিল, দুই চারিজনক আমার অসমীয়া মানুহেও বিয়া করাই ঘর গৃরস্থি পাতিছিল। মোকো লগর লগরীয়াবিলাকে অনেক সময়তে হয় মানছোৱালীকে নহয় অসমীয়ারে এজনী বিয়া করাবলৈ বরকৈ কৈছিল। মোর কিন্তু সেইবিলাক একোলৈকে ইচ্ছা নহল। দিন যেতেকে বেছি হব ধরিলে তেতেকে মোর নিজ দেশলৈ, জননী জন্মভুমিলৈ, মোর প্ৰথম যৌবনর প্রেমময়ী ৰূপহীন মূৰ্ত্তিলৈ ধাউটি বেছিহে হবলৈ ধরিলে। মই ৰূপহীক মোর নিজর জীউটোতকৈও বেছি ভাল পাইছিলো। ৰূপহীর প্রেমময়ী সুন্দর ছবিখনি মোর হৃদয়ত ইমান দকৈ আছিল যে সেই মূৰ্ত্তির ঠাই আন কোনো যুবতীয়েই অধিকার করিব নোৱারিছিল। মই অনেক সময়তে মানহঁতর সেই ধৰ্ম্মমন্দিরবিলাক চাই ফুরিছিলো, স্বচ্চসলিলা ঐরাৱতীর পারত বহি বহি নীরবে মোর দেশর নিমিত্তে স্নেহময়ী প্রিয়তমা ৰূপহীর নিমিত্তে দুই এটোপা চকুব পানীও টুকিছিলো, আৰু দীঘলকৈ হাঁ হুমুনিয়াহ কাঢ়ি মনতে গাইছিলো ঃ—

"মোর আশাও নরল, হেপাহো নগল
সকলো ইচ্ছা মনতে রল।
নিয়তি চকরি এনেকই ঘুরি,
করিলে কিনো দুৰ্দ্দশা মোর।
জনময় ভুমি অসম জননী,
কণ্ডেনো এরি আহিলো মই।
সোদরর ভাতৃ, মরমর পত্নী,
কেতিয়ানো উলটি দেখিম গই।"

ডাঙরীয়া, মনতে এনেকুৱা গীত দুই এটি আবৃত্তি করি ছাটি-ফুটি করাত বাজে মোর আৰু কোনো উপায় নাছিল। অৱশ্যে এনেকুৱাবিলাক বিরহ আৰু উদাসিনীয়া ভাবত তত নেপালে শেহত সেই সরুতে শরণ-লওঁতেই গুৰু ঈশ্বরর পরা আভাস পোৱা সেই কৃষ্ণর ৰূপ চিন্তি, সেই কৃষ্ণর "কৃষ্ণ একদেৱ দুঃখ হায়ী, কাল মায়দিরো

অধিকাৰী, কৃষ্ণবিনে দেব নাহি নাহি নাহি আর” এনেকুৱা পদ গাই নিজৰ মনক প্ৰবোধ দিছিলো। বাহিৰে লগ সমনীয়াৰ লগত ঠাট্টা ইয়াৰকি, একেলগে বনবাৰী খেতি-বাতি কৰি কাল কটাইছিলো। বিশেষকৈ মই ভাল বাঢ়ৈৰ কাম শিকিছিলো। ডাঙৰীয়া প্ৰায় ১২ বাৰ বছৰ কাল মানৰ দেশত মোৰ এইদৰে গল। মোক বিষয়াক নকৰোৱা দেখি অথচ চৰিত্ৰও ভালে ৰখা দেখি মোক লগৰীয়া বিলাকে অনেক সময়তে ৰূপহীৰ গোলাম, ৰূপহীত পগলা এনেকুৱা পেংলাই নাম দিছিল। কোনোৱে মোক ভকত আতৈ এনেকুৱা সম্বোধনো কৰিছিল। মানহঁতৰ দুই চাৰিজন বৌদ্ধ পুৰুহিতে মোক সিহঁতৰ দৰে বিয়া বাৰু নকৰোৱা ফিঙ্গুয়া হবলৈকো কৈছিল। মোৰ কিন্তু ডাঙ্গৰীয়া একোকে ভাল নেলাগিছিল। মোৰ মন প্ৰাণ সমস্ত জননী জন্মভূমি আৰু ৰূপহীৰ চিন্তাত ডুবি আছিল।

## চতুৰ্দ্দশ আধ্যায়।

১৭৫০ শকত আমাৰ দেশ কোম্পানিয়ে লোৱাৰ পিচত ব্ৰহ্মাৰ ৰজাই হেনো ইংৰাজ কোম্পানিয়ে সৈতে কৰা সন্ধিত আমাৰ দেশৰপৰা ধৰি নিয়া বন্দী বিলাকক, বিশেষকৈ যিসকলে ইচ্ছা কৰে সেইসকলক, আকৌ অসমত ওলটাই থবলৈ বাধ্য হৈছিল। সেই সন্ধি অনুসৰি মান ৰজাই আমাৰ গাওঁলৈ ৩০ জন বণুৱা পঠাই হুকুম শুনাই দিলে যে যাৰ যায় ইচ্ছা হয় সেইবিলাক বন্দী সেই মানহঁতৰ লগতে অসমলৈ উলটিব পাৰে। আমাৰ যিবিলাক অসমীয়া মানুহে তাতে ঘৰ গৃহস্থালি কৰিছিল সেইবিলাকে অসমলৈ উলটিবলৈ ইচ্ছা নকৰিলে। মাৰ নিচিনা মনৰ ৩০।৪০ জন মতা আৰু মাইকীৰ দেশলৈ উলটিবৰ ইচ্ছা কৰাত সেই মানহঁতে আমাক মনিপুৰ কাছাৰৰ বাটেদি অসমলৈ লৈ আহিল। আমি ২০।২৫ দিনে পৰ্ব্বত পাহাড়ৰ মাজেদি আহি ডিমাপুৰ পালো। তাতে মানহঁতে আমাক এৰি গল। ডিমাপুৰৰ পৰা ৮ দিন মানে হাবিৰ মাজে মাজে খোজ কাঢ়ি নাজিৰা পালো। নাজিৰাৰ পৰা ৰংপুৰলৈ আহিলো। ১২ বছৰৰ মূৰত মাতৃভূমিলৈ উলটি আহি, আমাৰ মনত যে কিমান আশা কিমান আনন্দ হৈছিল তাক কব নোৱাৰো। ২।৩ দিন হাতভৰি ভাঙ্গি মই আমাৰ গাঁৱলৈ আহিলো। কিন্তু গাঁৱলৈ আহি যি দেখিলো তাত হৃদয় মোৰ বিদীৰ্ণ হ'ল। আমি এৰি থৈ যোৱা ভৰপুৰ লাহন গাঁও অৰণ্যত পৰিণত। গাঁওখনত এটিও মানুহ নাই! ভঙা ঘৰ, ভঙা দুৱাৰ দুই চাৰিটা পৰি আছে। আগেয়ে যিডোখৰ আমাৰ গাঁৱলীয়া হাবি আছিল তাত এখন নকৈ গাঁও বহিলে। নৈৰাশ নিয়া নন্দ মনেৰে সেই গাঁৱলৈ গলো আৰু তাত মানুহ এঘৰত বহি সুধিএলা আগৰ লাহন গাঁওখননো কি হল। মোৰ এই প্ৰশ্নত সেই ঘৰৰ ঘা মানুহজনে আচৰিত হৈ সুধিলে :—“ককাই

তইনো কৰ পরা আহিছ।" মই কলো 'মই মানর দেশরপরা আহিছো। মই অসমীয়া মানুহ, লাহন গাওঁতে মোর বর আছিল। মোক যুজত মানে ধৰি নিছিল। মোৰ এই কথাত সেই নতুন গাওঁৰ গোটেইবিলাক লৰা-তিরুতা, বুঢ়া বুঢ়া মোর ওচরলৈ আহি মোক বেঢ়ি ধরিলে, আরু মইনো কেনেকৈ মানর দেশলৈ গৈছিলো, মানর দেশ খননো কেনেকুৱা, তাত শুকুলাহাতী আছেনে ইত্যাদি নানা কথা শুধিলে। মইও নিজর দেশ পাই নিজর অসমীয়ার লগ পাই আঁতি গুরি মারি সকলোবিলাক কলোঁ। মোর কাহিনীত লরা-ছোৱালী আরু তিরুতাবিলাক বিশেষকৈ গাভরু বিলাক মোহিত হৈছিল। মই এইবিলাক কৈ উঠি সুধিলো আমাৰ গাঁওখননো কি হল? বুঢ়া মেথা দুই চারিজনে কলে ঃ—"এ বোপাই! সুধিলে কি হব। মানৰ উপদ্রবত কোন কেনি গল, কাক ক'ত মানে মাৰিলে, কাটিলে, কাক কত ধরি বেঁটী বন্দী করি নিলে তার ঠিক নাই। আমিও কোম্পানির রাজ্য হোৱাতহে নানা ঠাইর পরা আহি ইয়াত বসতি পাতিছো। বোপাই! তইও ইয়াতে থাক। উদ্ধার পরাচিত হ। ধনবিত নাই যদি আমি দহজন লগ লাগিয়েই তোক বরঙনি তুলি সহায় করি দিওঁ। উদ্ধার পরাচিত হৈ চাই চিন্তি গাঁৱরে এজনী ছোৱালী বিয়া বারু করাই ইয়াতে থাক বোপাই! মই সুধিএলা ঃ—"লাহন গাঁৱৰ আটাইবিলাক মানুহকে মানে কাটিলেনে"? সিহঁতর দুই এজনে কলে "বোপাই; শুনিছো প্রায় হেনো এটাইবিলাককে কাটিলে, কেতবোরক ধৰি বেঁটী-বন্দী করি নিলে। অলপ কিছুমান মতা মাইকী হেনো পলাই গল। আরু দুই চারিজন এই গাঁৱরে মানুহ হেনো আজি কালি বোকাখাটত আছৈগে। সিহঁতর এইবিলাক কথা শুনি মোর মনক নৈরাশ ডাৱরে বরকৈ ঢাকিলে। মোর মনতে খেলিছিল ঃ—হাঁয়! মই মানর যুজত নমরিলো কেলেই। নমরিলো নমরিলো মানর দেশরপরা উলটিনো আহিলো কেলেই। মোররূপহীনো কলৈ গল। গাঁৱর মানুহরনো কার কি দুর্গতি হল। ভাবনা চিন্তাই মোক শোক সাগরত পেলাই থলে। গৃহস্থজনে সেই নিশা মোক আস্ত ব্যস্ত করি খাব শুবলৈ দিলে। অৱশ্যে এইটোও নকৈ নোৱাৰো ডাঙরীয়া, সেই ইমান আদর সাদর করার পাচতো মোক ভাতগাল হলে মই মানর দেশত থাকি ম্লেছ হোৱা বাবে বাহিরত খাবলৈ দিলে। যদিও বাহিরত খাবলৈ দিলে, তথাপি ডাঙরীয়া মই সেই মানুহঘরর আদর সাদর আজিলৈকে পাহরিব নোৱারো।

ক্রমশ ঃ

ওঁ শ্ৰী সৰস্বত্যৈ নম ঃ

# সনাতন ধৰ্ম্ম।

আহাৰ নিদ্ৰা ভয় মৈথুনঞ্চ সমান্যমেতৎ পশুভিঃ নৰাণাং।
ধৰ্ম্মোহি তেষাম্ অধিকো বিশেষঃ ধৰ্ম্মেণ হীনাঃ পশুভিঃ সামানাঃ।।

আহাৰ নিদ্ৰা ভয় মৈথুন এই কেইটা জীৱ জগতৰ অৰ্থাৎ জন্ম বৃদ্ধি আৰু ক্ষয়শীল সকলোৰে গুণ বা বৃত্তি। এই বৃত্তি চতুষ্টয় চৰাই চিৰিকতি, পশু পক্ষী, কীট পতঙ্গ, গছ লতা আদি সকলোৰেই আছে। এই ভাবেৰে যদি চোৱা যায় তেন্তে মানুহো এই জীৱ বিলাকৰ ভিতৰৰে এবিধ দ্বিপদ প্ৰাণী বিশেষ। কিন্তু মানুহ ইহ জগতৰ সকলো জীৱতকৈ শ্ৰেষ্ঠ, কাৰণ মানুহৰ ধৰ্ম্ম আছে। ধৰ্ম্ম আছে মানে মানুহে ঐহিক পাৰত্ৰিক উন্নতিৰ চৰম সীমা লাভ কৰিব পাৰে। মানুহৰ বাহিৰে সকলোৱেই প্ৰাকৃতিক নিয়মৰ চিৰ অধীন। প্ৰাকৃতিক নিয়মবিলাক লৰচৰ নকৰাকৈ যথাযথ পালন কৰি সৃষ্টিকৰ্ত্তাৰ গুণ কীৰ্ত্তন কৰি দৃঢ়ভক্তি দেখুৱাইছে। মানুহো প্ৰাকৃতিক নিয়মেৰে অধীন, কাৰণ ধৰ্ম্ম বুলি আন জন্তুতকৈ বিশেষ মানুহৰ যি গুণ আছে এইটি প্ৰকৃতিৰপৰাই পাইছে। এই ধৰ্ম্ম যি মানুহৰ আছে সেয়ে মানুহ পদবাচ্য, যাৰ নাই সি পশু। এই ঐহিক পাৰত্ৰিক উন্নতিৰ মূল ধৰ্ম্ম বেদ। এই বেদ বিহিত ধৰ্ম্ম যি কেবল ঐহিক উন্নতি লক্ষ্য কৰি বিচাৰ কৰিব তেওঁ কেতবিলাক ঐহিক উন্নতিৰ পৰিপন্থি দোষ দেখিব পাৰে। আন এজনে আকৌ যদি ইয়াক কেৱল পাৰত্ৰিক উন্নতিৰ লক্ষ্য কৰি চায় তেন্তে তেওঁ ইয়াৰ ভিতৰত কিছুমান দোষ দেখিব পাৰে। তেওঁলোকে যদি ঐহিক পাৰত্ৰিক উন্নতি লক্ষ্য কৰি আনন্দমনে সদাচাৰযুক্ত হৈ শ্ৰুতি স্মৃতি বিহিত কাৰ্য্যৰ অনুষ্ঠান কৰে তেন্তে তেওঁলোকৰ উন্নতিৰ শীৰ্ষস্থান সদসদ জ্ঞান ও অহৈতুকি ভক্তি প্ৰতিপাদিত হৈ পৰমাত্মাত আত্মাৰ লয় হব, আৰু একো দোষ নেদেখে। এতেকে এই ধৰ্ম্মত জন্ম গ্ৰহণ কৰি যাৰ এনে ধৰ্ম্মলৈ ধাউতি নাই, এনে ধৰ্ম্মৰ অনুষ্ঠান নাই, তেওঁ ভোমোৰা নহয় ভেকুলী, মানুহ নহয় অমানুহ।, ভোমোৰাৰ গুণ হাবিৰপৰা আহিও পদুম ফুলৰ মৌ খায়হি। ভেকুলীয়ে পদুমৰ পাতত বহি থাকিও মৌ যে খাব লাগে নেজানে।

বেদ বিহিত ধৰ্ম্মই হৈছে সত্য সনাতন ধৰ্ম্ম, কাৰণ এই সৃষ্টিৰ পূৰ্ব্বেই বেদ বিহিত ধৰ্ম্ম ব্যক্ত হৈছে আৰু আজি পৰিমিত আছে আৰু এই ব্ৰহ্মাণ্ডৰ কাৰণিভূত ব্ৰহ্মাৰ এই ধৰ্ম্ম কৰিবৰ ইচ্ছা নোহোৱালৈকে থাকিব।

বেদ ও ধৰ্ম্ম বিষয়ে পৰাশৰ সংহিতাৰ প্ৰথম অধ্যায়ত কৈছে।

"কল্পে ক্ষয়োৎপত্তৌ ব্ৰহ্মা বিষ্ণু মহেশ্বৰাঃ।। ১৯

শ্ৰুতি স্মৃতি সদাদ্বারা নির্ণেতব্যাশ্ব সর্ব্বদা।
ন কশ্চিৎ বেদ কর্ত্তাচ স্মর্ত্তা চতুর্ম্মুর্খঃ।।
তথৈব ধৰ্ম্মং স্মরতি মনুঃ কলন্তরান্তরে।।"২০

প্ৰত্যেক সৃষ্টির প্ৰলরর পাছত যেতিয়া নতুন সৃষ্টি হয় তেতিয়া ব্ৰহ্মা বিষ্ণু মহেশ্বর শ্ৰুতি স্মৃতি আৰু সদাচার নির্ণিত হয়। কল্পান্তর হলে বেদকৰ্ত্তা বুলি এজন বেলেগে নহয়। ব্ৰহ্মা বেদকৰ্ত্তা নহয় স্মরণকৰ্ত্তাহে। ধৰ্ম্মৰ মূল বিষয়ে গৌতম জাজ্ঞবল্ক সংহিতা আৰু বৈশেষিক দর্শনে কৈছে যে শ্ৰুতি, স্মৃতি, সদাচারেই ধৰ্ম্মরূপ বৃক্ষর গুরি। ইয়াতে কওঁ যে এই বৃক্ষ গীতার পঞ্চদশ অধ্যায়ত লিখিত উদ্ধমূল অধঃশাখ্ম বৃক্ষ কল্পনা হব নোৱারে জানো? ধৰ্ম্মর অৰ্থ করা সহজ ব্যাপার নহয়। ইংরাজীত Beligion শব্দটোৱে ধৰ্ম্ম বিষয়ে যি অৰ্থজ্ঞান আনে আমার শ্ৰুতি স্মৃতি আদিত উক্ত ধৰ্ম্ম শব্দটোৱে ঠিক অবিকল সেই অৰ্থ নুবুজায় যেন লাগে। আমার ধৰ্ম্ম শব্দটোর কিছু বিশেষত্ব আছে। বৰ্ত্তমান দিনত কেতবিলাক ধৰ্ম্মপ্ৰাণ নোহোৱা মানুহে শ্ৰীশ্ৰীঁশঙ্কৰদেৱে ভাগৱতীর পরা ভাঙ্গি অসমীয়া ভাষালৈ আনি অজ্ঞানী বিলাকক যি ধৰ্ম্মশিক্ষার ব্যৱস্থা করি থৈ গৈছে তাক টনা-আজোরা করি ইংরাজী সাঁচত মরা ব্ৰাহ্ম ধৰ্ম্মর ফালে ঢাল লোৱাবৰ যত্ন করিছে হেন অনুমান হয়। কিন্তু টনা-আজোরা করিলে কি হব? সত্য সদায় সত্য। ই বেদ বেদান্ত সার ভাগৱতী ধৰ্ম্ম, ই ক্রিয়াহীন ধৰ্ম্ম নহয়। মোর বিশ্বাস শ্ৰীশ্ৰীঁ শঙ্কৰদেৱ যদি আজি জীয়াই থাকিলেহেঁতেন তেওঁ স্পষ্ট ভাবে কলেহেতেন যে মই ধৰ্ম্ম সংস্কারক নহও আৰু বেলেগ ধৰ্ম্ম সৃষ্টি করা নাই। অশিক্ষিত আৰু বিধৰ্ম্মী বিলাকক সনাতন ধৰ্ম্মর ফালে ঢাল লোৱাবলৈ যতন করিছো। কেনেকৈ অজ্ঞানীবোরক ধৰ্ম্ম জ্ঞান দিব পারি তার যত্ন করিছো ইত্যাদি। ইয়াতে কওঁ যে অতীতত ভারতবৰ্ষত ধৰ্ম্ম সংস্কারক্ক দুজন মাত্র। বাকী সকলোৱেই ধৰ্ম্মরক্ষকহে আছিল। এজন ধৰ্ম্ম সংস্কারক বুদ্ধ, যার ধৰ্ম্ম নির্ব্বাসিত হল। আন জন হৈছে রাজ্য রাম মোহন রায়। তেওঁর ধৰ্ম্ম আজি প্রায় চারিকুরি বছরে ৫৫০৪ জনর হৃদয়তহে সোমাইছে।

ভগবান যতীশ্বর পরমহংস শঙ্করাচাৰ্য্যর ধৰ্ম্মপ্ৰাণতার কারণেই বুদ্ধ ধৰ্ম্ম নিৰ্ব্বাসিত। বৰ্ত্তমান দিনত যি বেদ বিহিত পূজা পাঠ আদি ভারতত ব্যৱহার হৈ আছে সিও উক্ত শঙ্করাচাৰ্য্যর সাঁচরে বুলি বিশ্বাস। তেওঁ পরিব্রাজক রূপে ভারতর সকলো ঠাইতে যি হরি সংকীর্ত্তন প্রথা প্রচলম করে তেওঁর পাছত জন্মা ধৰ্ম্মরক্ষক সকলর কীর্ত্তন প্রসঙ্গাদি তেওঁৱে সাঁচর। ঁশঙ্করদেৱর ধৰ্ম্ম যে তেওঁরে সাঁচর এনে কিম্বদন্তি শুনা যায়। ঁমাধৱদেৱৰ ঘোষাত যে প্ৰমাণকে পোৱা যায়।

যেনে নামঘাষা—"স্মৰহ গোবিন্দ মুঢ়
বলহ গোবিন্দ মুঢ়
ভজহ গোবিন্দ সৰ্ব্বক্ষণে।
মৰণ সময় পাইলে, গোবিন্দহে ৰাখিবন্ত
নৰাখিব "ডুকৃঞ্চ" কাৰণে।"
শঙ্কৰাচাৰ্য্যৰচিত চৰ্পট পঞ্জৰিকা—
"ভজ গোবিন্দং স্মৰ গোবিন্দং গোবিন্দং ভজমূঢ়মতে।
প্ৰাপ্তে সন্নিহিতে মৰণে নহি নহি ৰক্ষতি ডুকৃঞ্চ কাৰণে।"

সেইবলাক যি কি নহওক ধৰ্ম্ম শব্দৰ অৰ্থ কৰিবলৈ হলে সনাতন বেদ বিহিত স্মৃত্যাদিৰ অনুধাবন কাৰবৰ আৱশ্যক। ইয়াৰ সিদ্ধান্ত ৰাগ দ্বেষ, লোভ, শোক, মোহ, ভয়, অহঙ্কাৰ, মান, অপমান, অসুয়া, মায়ামমতা, হিংসা, ঘৃণা ইত্যাদি অভিভূত লোকৰ দ্বাৰা হব নোৱাৰে আৰু এই বিষয়ে তেওঁলোকৰ উপলব্ধিও নহয়। ইয়াক বুজিবলৈ হলে উক্ত দো, বিবৰ্জ্জিত সদ্‌গুৰুৰ আশ্ৰয় মাত্ৰ তাৰ কাৰণ—

"বেদাঃ বিভিন্নাঃ স্মৃতয়ো বিভিন্নাঃ নাসৌ মুনিৰ্যস্য মতং নভিন্নং।
ধৰ্ম্মস্যতত্ত্বং নিহিতং গুহায়াম্ মহাজনো যেন গতঃ স পন্থা।।"

আৰু গুৰু আদিষ্ট বেদ বিহিত ধৰ্ম্ম কৰ্ম্মৰ অনুষ্ঠান। কৰ্ম্মজ্ঞান, ধৰ্ম্মভক্তি, ধৰ্ম্ম কৰ্ম্ম আৰু ধৰ্ম্ম বৈৰাগ্য এই মাত্ৰ উপায়। শাস্ত্ৰ অনেক ৰকম অৰ্থ তাৰ ভিতৰতে যি ধৰ্ম্ম দ্বাৰা মনুষ্য সমাজৰ ঐহিক আৰু পাৰত্ৰিক চৰম উন্নতি লাভ তাৰ উৎপত্তি বেদ এই বেদৰ অৰ্থ ধৃষ্ট। বেদ বিৰোধী বা বিধৰ্ম্মীয় দ্বাৰা হব নোৱাৰে। ইয়াৰ অৰ্থ ধাৰ্ম্মিক সৰল আস্থাবান লোকে শিক্ষা, কল্প, ব্যাকৰণ, ছন্দ, জ্যোতিষ, নিৰুক্ত, এই ছটি বেদাঙ্কৰ (১) সহায়ত কৰিব পাৰে। বেদাঙ্গৰ জ্ঞান নহলে বুজিব নোৱাৰে বা পঢ়ি ৰত্নাৱলী যেনেকৈ চাব নোৱাৰে ইও তেনে। ধৰ্ম্ম শব্দৰ প্ৰত্যয়গত অৰ্থ হৈছে এই, ধৃ ধাতু মন প্ৰত্যয় বি বৰাবৰ বিশ্বব্ৰহ্মাণ্ডক ধৰি আছে বা ধৰাৰ কাৰণ।

বশিষ্ঠ সংহিতামতে বেদ বিহিত কাৰ্য্যই ধৰ্ম্ম। মীমাংসা দৰ্শনত কৈছে বিধিগম্য অৰ্থই ধৰ্ম্মৰূপে প্ৰতিপাদিত আৰু বিধি বাক্যই ধৰ্ম্ম বিষয়ে প্ৰমাণ। বৈশেষিক দৰ্শন মতে তত্ত্বজ্ঞানৰ দ্বাৰা মুক্তিলাভৰ কাৰণিভূত যি তাকে ধৰ্ম্ম বোলে। বেদৰ দ্বাৰাই ধৰ্ম্ম প্ৰতিপাদিত হয়। ভগৱান মনুৱে কৈছে "বিদ্বভিঃ সেবিতঃ সদ্ভিৰ্ণিত্যমদ্বেষৰাগিভিঃ। হ-দয়ে নাভ্যনু জ্ঞাতো যো ধৰ্ম্মস্তনিৱোধতঃ" অৰ্থ—যি ধৰ্ম্ম ৰাগদ্বেষাদি লোভ মোহাদি আনবিক অসৎ প্ৰবৃত্তিৰপৰা উৎপন্ন নহয়, মুৰ্খত অশান্ততা খলতা, অস্থিৰতা অসংযত চৰিত্ৰতা অজ্ঞানতা আৰু লোভ মোহাদিৰ পৰা কালত উৎপন্ন হৈ কালতে

লয় নাপায় কিন্তু স্বয়ং জ্ঞান স্বৰূপ বেদ প্ৰবৰ্ত্তিত বুলি অনন্ত কাল চলি আহিছে। শাস্ত্ৰজ্ঞ সংযত মনা, উদাৰ বিদ্বান, আদৰ অনুষ্ঠান পৰায়ন সাধুসকলে চিৰকাল অনুষ্ঠান আদৰ আৰু উৎকৰ্ষা কৰি আহিব লাগিছে আৰু যাৰ সত্য অসত্য বিষয়ে অনুষ্ঠানপৰসংযতচিত্ত অনুভুতি ক্ষম জ্ঞানীসকলৰ হৃদয়েই প্ৰমাণ, অন্য লৌকিক ধৰ্ম্মৰ অনুষ্ঠানৰ নিচিনাকৈ মনত ক্ষোভ নহয়। কিন্তু মনৰ আনন্দ আপোনা আপুনি আহে সেই বেদ প্ৰমাণিত শ্ৰেয়ঃ সাধনেই ধৰ্ম্ম। এই ধৰ্ম্মকে মুনিসকলৰ আগত মনুৱে কৈছিল। বেদ বেদজ্ঞানৰ স্মৃতি সদাচাৰ আৰু চিত্তানন্দই হৈছে ধৰ্ম্মৰ মূল। এতেকে এই ভাবেৰে ধৰ্ম্ম শব্দৰ অৰ্থ সনাতন শিৱ পৰম পুৰুষ আৰু পৰমা প্ৰকৃতি শক্তিৰূপা পৰম ব্ৰহ্ম। বেদাদি বিহিত জ্ঞানকৰ্ম্ম ভক্তি বৈৰাগ্য সদ্বাচাৰাদি যুক্ত সদনুষ্ঠানৰ দ্বাৰাই পৰম ব্ৰহ্মাৰ উপলব্ধি আৰু অনুভুতি হয়। এতেকে বেদ প্ৰতিপাদ্যই ধৰ্ম্ম। ধৰ্ম্ম বেদ বেদ্য।

বেদ বিহিত ধৰ্ম্ম সাধাৰণতঃ দুই ভাগে বিভক্ত কৰিব পাৰি। প্ৰবৃত্তি আৰু নিবৃত্তি। বেদৰ কৰ্ম্মকাণ্ডই হৈছে প্ৰবৃত্তি লক্ষণ আৰু কৰ্ম্মত্যাগেই হৈছে নিবৃত্তি লক্ষণ। জ্ঞান ভক্তি যুক্ত কৰ্ম্ম দ্বাৰা ঈশ্বৰৰ উপলব্ধি আৰু অনুভুতি হয়। জ্ঞান ও ভক্তি যুক্ত বৈৰাগ্যৰ দ্বাৰা ঈশ্বৰত্ব বা ঈশ্বৰত লয় হয়। এই সংসাৰত মানুহৰ জন্ম মাত্ৰে সংসাৰত প্ৰবৃত্তি হয়, যেতিয়া ক্ষয় আৰম্ভ হয় তেতিয়াহে নিবৃত্তি আৰম্ভ হয়। সেই কাৰণে জন্মা বধি বেদবিহিত কাৰ্য্য আৰু এই কাৰ্য্য কৰোতে কৰোতে যেতিয়া পৰমহংস ভাব আয়ত্ত হয় তেতিয়া কৰ্ম্মত্যাগ হয়। বেদবিহিত ধৰ্ম্ম জন্মাবধি থকা কাৰণেই আনাৰই প্ৰকৃতিক ধৰ্ম্ম আৰু এই ধৰ্ম্ম যি ভাষাত ব্যক্ত হৈছে ই আমাৰ প্ৰাকৃতিক ভাষা। এতেকে এই ভাষা আৰু ধৰ্ম্ম আমাৰ মাতৃ ভাষা আৰু মাতৃধৰ্ম্ম। ইয়াৰ অনুষ্ঠান সংৰক্ষণ আৰু উন্নতি কৰা আমাৰ কৰ্ত্তব্য।

কিন্তু হাঁয় হাঁয় আমাৰ দুৰ্ভাগ্যক্ৰমে বৰ্তমান যুগত এই ভাষা আৰু এই ধৰ্ম্ম মাৰিবৰ যত্ন হব লাগিছে। মই অসমীয়া বাতৰি কাকতৰ ভাষাৰে কওঁ যে যিসকলে সৰ্ব্ব ধৰ্ম্মৰ সৰ্ব্ব জ্ঞানৰ, সৰ্ব্ব ভাষাৰ আকৰ বেদ আৰু সংস্কৃত ভাষাৰ অহিত চিন্তোতা তেওঁলোক ধৃষ্ট আৰু অভিশপ্ত, তেওঁলোকে পাশ্চাত্য জাতিক ভেকো ককা মোকো নিয়া বুলি থাকোতেই যাব। পাশ্চাত্য জাতি ভোমোৰাই আহি পদুমৰ মৌ লৈ যাব তেওঁলোকে পদুমৰ কাষতে বহি কি কৰিছে বুলি চাই থাকিব। ৰাজ হাঁহৰ খোজ ল'বলৈ যোবা ঘনচিৰিকা হৈ নিজৰ খোজ পাহৰিব। কাৰ্য্যতঃ হবই লাগিছে। দেখিও নেদেখি দিনতে অন্ধলাৰ দৰে হৈছে। এই সংসাৰত মানুহ প্ৰকৃত নৰপিশাচ। মানুহৰ আকাঙ্ক্ষাৰ সীমা নাই, নিবৃত্তি নাই। বেদ সত্য সনাতন, ইয়াৰ ধৰ্ম্মও সত্যসনাতন। বেদ ভগবৎ সৃষ্ট, ইয়াৰ আদি অন্ত নাই এই কথাত শান্তি লাভ কৰ্ম্ম কৰাই বিধেয়।

কিন্তু ই মানুহৰ মনত অসহ্য। মানুহৰ যত্ন মানুহ ঈশ্বৰতকৈয়ো শ্ৰেষ্ঠ হব লাগে। সেই কাৰণ এই বেদ আলৌকিকৰ ঠাইত লৌকিক, সনাতনৰ ঠাইত আধুনিক, সাৰ ধৰ্ম্মৰ ঠাইত অসাৰ ধৰ্ম্ম ইত্যাদি কৰিবলৈ যত্নবান। এই যত্ন লৈয়ে বেদ বিতন্দা। এই বেদ বিতন্দাও আজিৰ নহয় ই অতি পুৰণী, তাৰ প্ৰমাণ চাৰ্ব্বাক বৃহস্পতি আদি নাস্তিক দৰ্শন। বেদ বিষয়ে যেয়ে যিমান কুৎসা নকৰোক বেদৰ সত্যতা স্বীকাৰ নকৰিলে ভাৰত বাসীৰ জাতিয়তা নাই, Indian nation Red Indian nation ৰ নিচিনাত পৰিণত হব। বেদানুবৰ্ত্তি লোকসকলক বেদৰ সত্যতাৰ বিশ্বাস দূৰ কৰিবৰ কাৰণ হৈছে আধুনিক প্ৰত্নতত্ত্ববিৎ পণ্ডিতসকলৰ পাণ্ডিত্য। তেওঁলোকৰ নিজৰ গৌৰৱ বৃদ্ধিৰ নিমিত্তেই হওক বা যেনেকৈয়ে হওক বেদৰ বয়স কোনোৱে ২০০০ কোনোৱে ৩০০০ কোনোৱে ৮০০০ হেজাৰ ইত্যাদি নিৰ্দ্দিষ্ট কৰিছে। কোনো বেদবিশ্বাসীয়ে এইবিলাক কথাত আস্থা স্থাপন কৰিবনে? মই কওঁ নকৰে। কাৰণ সংসাৰত সকলোৱে বেদদ আদি পুস্তক বুলি সিদ্ধান্ত দিছে। আৰু বেদেই প্ৰথম সত্যতা স্থাপন কৰিছে বুলি স্বীকাৰ কৰে। ইয়াতে এই লিখকৰ প্ৰশ্ন হয় যে ভগবানৰ সৃষ্টিত সভ্যতা বস্তু কেৱল ৮০০০ বছৰৰ পৰাহে হৈছেনে আৰু অসভ্য অৱস্থানো ইয়াৰ কিমান দিন আগৰপৰা আছিল? উত্তৰ হয়তো হব যে বেদৰ পূৰ্ব্বে কি আছিল তাৰ প্ৰকৃত তথ্যৰ সম্ভেদ নাই। অনুমানিক হেন তেন কেতবোৰ কথা মাথোন আৰু বিজ্ঞান আনি থিয় কৰিবহি। মই তেতিয়া প্ৰশ্ন কৰিম যে তোমাৰ বিজ্ঞানে কাম এটি হৈ যোৱাৰ পাছত চোৰ গলে বুধিও লোৱাৰ দৰে কেনেকৈ হল তাকে মাত্ৰ দেখুৱাব। কিন্তু কৰপৰা কিয় হল তাৰ উদ্বৱ? বিজ্ঞানে সেইটো নিবিচাৰে, বিজ্ঞানৰ সেইটো নিবিচাৰে, বিজ্ঞানৰ সেইটো কাষ নহয় ইত্যাদি। মই তেতিয়া তেওঁক কম যে বাছা, বিজ্ঞান হাতত লৈ জোকাৰি থাকিলেই নহয় আমাক জ্ঞানো লাগে। জ্ঞান কি? ঈশ্বৰৰ জ্ঞান নহলে সকলো মিছা। কেনো মানুহৰ বিষয়ে বা বস্তুৰ বিষয়ে জ্ঞান নহলে আদৰো নেথাকে ভক্তিও নেথাকে। আমি আই আৰু বোপাইৰ গুণৰ জ্ঞান পালেই আই বোপাইলৈ ামাৰ ভক্তি গধুৰ হয় আৰু আমি আই বোপায়ে ভাল পোৱা কামো কৰিবৰ মন হয়। এই জ্ঞান, ভক্তি আৰু প্ৰবৰ্ত্ত বেদাদি শাস্ত্ৰৰ নিত্যতা বিষয়ে এই শাস্ত্ৰাদিয়েই প্ৰমাণ। এতেকে আমি সনাতন ধৰ্মীয় বেদৰ বয়সাদি বিষয়ে আধুনিক পণ্ডিতসকলৰ মত নেমানে। সেই ৰূপে তেওঁলোকৰ বেদাৰ্থত অৰ্থ বুলি নধৰনো। আমি কম বেদাদি শাস্ত্ৰ সত্য নিত্য; বেদ ঈশ্বৰকৃত বা ব্যক্ত, আমি কম "ন কশ্চিৎ বেদ কৰ্ত্তাচ বেদস্মৰ্ত্তা চতুৰ্ম্মুখ নৱেদং বেদ মিত্যাহুৰ্ব্বেদো ব্ৰহ্ম সনামত।"

বেদৰ গুণ আৰু লক্ষণ—"প্ৰত্যক্ষ নানুমিত্যোষা যস্তুপায়ো নবুধ্যতে। এতৎ

বিন্দন্তি বেদেন তস্মাৎ বেদস্য বেদতা” এই বেদৰ বয়স কিমান? শাস্ত্ৰে কব, যে ব্ৰহ্মাণ্ড সৃষ্টিৰ দিন যিমান। জ্যোতিষে এই ব্ৰহ্মাণ্ড সৃষ্টিৰ বয়স ১৯৭২৯-৪৯০২১ বছৰ চলিছে বুলি কৈছে। এতেকে আমি এই কল্পৰ বেদৰ বয়স ইমানকে বুলি কম। ধৰ্ম্মত অনাস্থা উদ্ভব কৰা আন অৰ্থ বা বয়সৰ সত্যতা হৃদয়ত হব নোৱাৰে। আমি আমাৰ সঙ্কীৰ্ণ মনেৰে ঈশ্বৰত বা শাস্ত্ৰত কঙ্কীৰ্ণতা আৰোপ কৰিলৈ অক্ষম। আমাৰ চিত্তধৰ্ম্ম বা উদ্দেশ্য সিদ্ধিৰ কৰণে আমি শাস্ত্ৰ বা ঈশ্বৰত দোষাৰোপ কৰা মানে আমাৰ ধৃষ্টতা, কপটতা বা সঙ্কীৰ্ণতা মাত্ৰ।

আমি সনাতন ধৰ্মী সনাতন, বেদ সনাতন, স্মৃতি সনাতন। ভাষা সনাতন। যাৰ এই সনাতন ধৰ্ম্মৰ আস্থা নাই তাৰ ধৰ্ম্ম বা সভ্যতাৰ আৰু সভ্যতাৰ আস্থা নাই। বেদৰ সত্য সনাতন আৰু আপৌৰুষেয় বিষয়ে বৰ্ত্তমান পণ্ডিতপ্ৰবৰ শ্ৰীযুক্ত দুৰ্গাদাস লাহিড়ীয়ে প্ৰাচীন ও বৰ্ত্তমান সাংসাৰিক অনেক যুক্তি তৰ্ক ও মীমাংসাত উপনীত হৈছে। সেইবিলাক জানিব খুজিলে তেওঁৰ প্ৰকাশিত বেদ আৰু তাৰ ভূমি কাত পাব আৰু সেইবিলাক বিষয়ে ভাল বুজিব পাৰিব।

বৰ্ত্তমান শেষ মীমাংসা এই যে আমাৰ ধৰ্ম্মশাস্ত্ৰাদি মতে, 'ধৰ্ম্ম'' ইয়াত কোনো বিশেষণ নাই আৰু এই ধৰ্ম্ম বুদ্ধ, খৃষ্ট, মহম্মদ আদিৰ ধৰ্ম্মৰ নিচিনাকৈ কোনো এক মহাপুৰুষৰ কাৰ্য্য কলাপত জৰিত বা বান্ধ খোৱা নহয়। আমাৰ এই ধৰ্ম্মীসকলে কোনো মাহপুৰুষৰ উপসনা কৰিবৰ আৱশ্যক নাই। মোটতে কোনো মহাপুৰুষৰ বাদ দিলে অস্তিত লোপ পোৱা লৌকিক দৰ্ম্ম নহয়। এতেকে কোনো ব্যক্তি বিশেষক উপাসনা নকৰিলেও আমাৰ দৰ্ম্ম আচৰণ হয়। ই সৃষ্টিৰ আদিত সৃষ্টিকৰ্ত্তা দ্বাৰা প্ৰকাশিত আৰু সৃষ্টি নষ্টত অৰ্থাৎ মহাপলয়'ত ঈশ্বৰত লয় পাব। এতেকে এই অনাদি অনন্ত পৰাপৰ ধৰ্ম্মৰ কাৰণি বা মূল ধেদ আৰু বেদানুগত স্মৃতি সদাচাৰ। এতেকে

"ব্ৰেহ প্ৰণিহিতো ধৰ্ম্মো হ্বধৰ্ম্মস্তদ্ বিপৰ্য্যয়।।"

সকলোৰেই এই ধৰ্ম্ম অনুষ্ঠাৰ্য্য। ইতি

ওঁ তৎ সৎ

ওঁ নমো দামোদৰায় নমঃ

# বড়গীত।

**মনৰে ভজ গোবিন্দৰ পায়।**

**বৃথা আয়ু যায়, পামোৰু মনাই,**

কেনে আছা বাট চাই।।
ভাৰ্য্যাৰ সঙ্গে, পুত্ৰৰ ৰঙ্গে,
বয়স গোৱাইলো হেলে।
(অৰে) কপটীয়া মন, কি কাম কৰহ
আয়ু হৰি নিলা কালে।।
জগতৰে বস্তু, তোক নোজোৰয়,
ধন বিত ৰৈব পৰি।
মৰিযায় বেলা, পাৰি কি নাপাৰি
দুডালি কাঠৰে খৰি।।
দশ ইন্দ্ৰে ভৈলা, শিমলুৰ খুটা,
সিয়ো লৰ চৰ কৰে।
হুৰুকা বতাহে পাই, তাকো নিলা উৰুৱাই
পৰি ৰৈলু একাল চৰে।।
দ্বিজ দামোদৰে, মিনতি কৰাৱে,
বৈষ্ণৱৰ পাৱে ধৰি।
আন চিন্তা এৰি, বিলম্ব নকৰি,
সত্বৰে ভজিয়ো হৰি।।

শ্ৰীৰামদেব গোস্বামী
সত্ৰ পাট বাউসী।

## গো-সেবা।

নমোঃ ব্ৰাহ্মণ্যদেবায় গো ব্ৰাহ্মণ হিতায়চ
জগদ্ধিতায় কৃষ্ণায় গোবিন্দায় নমো নমঃ।।

বেমাৰ এটা সকলো জন্তুৰে ভয়ানক শত্ৰু। ইয়াৰ সমান শত্ৰু পৃথিৱীত নাই। বিশেষৰূপে নেচালে নিচিন্তলে ইয়াক সেগেতে দমাবও নোৱাৰি আৰু ইয়াৰ প্ৰতিকাৰ কৰাও টান। ঘৰচীয়া জন্তুবিলাকক বিশেষ গৰু ম'হক বেমাৰৰ পৰা ৰক্ষা কৰি ৰাখিবলৈ সদায় অহোপুৰুষাৰ্থ কৰা উচিত। মানুহৰ বেমাৰৰ প্ৰতিকাৰৰ অৰ্থে আজিকালি প্ৰায় সকলো ঠাইতে নানা ৰকমৰ চৰ্চ্চা আৰু আন্দোলন হৈছে। বিজ্ঞ লোক নিযুক্ত হৈ তাৰ প্ৰতিকাৰো সাধিছে। কিন্তু দুখৰ বিষয় ঘৰচীয়া জন্তুবোৰৰ

বেমাৰৰ প্ৰতিকাৰৰ নিমিত্তে আমি সিমান আগুউৱা নাই। অৱশ্যে এইটো কৃতজ্ঞতাৰে সৈতে স্বীকাৰ কৰিব লাগে যে দয়ালু গবৰ্ণমেণ্টে এই বিষয়েও যথা সম্ভৱ চেষ্টা কৰিছে। ঠায়ে ঠায়ে গো চিকিৎসক নিযুক্ত কৰি গৰু, ম'হ, ঘোৰা ইত্যাদিৰ চিকিৎসাৰ বন্দবস্ত লগাইছে আৰু এই চেষ্টাৰ গুটি ধৰাবও পাৰিছে। আশা কৰা যায় লাহে লাহে সকলো ভাল হব। কিন্তু গবৰ্ণমেণ্টেই যে সকলো কাম আমাক কৰি দিব এইটো আমাৰ আশা কৰাও অন্যায়। আমাৰো যথা সম্ভব চেষ্টাৰ ক্ৰটি হব নেলাগে।

মানুহ যেনেকৈ ঈশ্বৰৰ সৃষ্ট বস্তু আৰু ঈশ্বৰৰ ইচ্ছানুৰূপী ভিন্ন ভিন্ন কামত লিপ্ত পশুবোৰো সেইদৰেই ঈশ্বৰৰ সৃজিত জীব, আৰু এই বিচিত্ৰ সংসাৰত সেই বিলাকৰে বিশেষ কামৰ নিমিত্তে আৱশ্যক দেখা যায়। সেই দেখি মানুহ আৰু জন্তুৰ ভিতৰতো পৰস্পৰ সম্বন্ধ। ঘৰচীয়া ম'হ গৰু, ঘোৰা, ছাগলী, হাঁহ পাৰ ইত্যাদিৰ ওপৰত মানুহৰ সুখ, সম্পদ, আন কি জীবন ধাৰণৰো উপায় নিৰ্ভৰ কৰে। বিশেষ গৰু ম'হ নহলে আমাৰ জীবিকাৰ প্ৰধান সম্বল ধান চাউল, মাহ যুগ মুঠিকৈ পাবলৈ টান হয়। আন আন খেতি আৰু উপকাৰিতাৰ কথাকে নকওঁ। কিন্তু দুখৰ বিষয় যে আমি আমাৰ ঘৰচীয়া আৰু এনেকুৱা উপকাৰী জন্তুবিলাকৰো আপডাল অতি কমেইহে কৰোঁ। ইয়াৰ ফলে বেমাৰত পৰি আমাৰ ভালেমান গৰু ম'হে অকালতে প্ৰাণ হেৰুৱায়। আমি কিন্তু এইবিলাক দেখিও নেদেখাৰ দৰে, জানিও নজনাৰ দৰে হৈছোঁ। ঘৰচীয়া জন্তুবিলাকক ভালে ৰখাটো আমাৰ এটা ডাঙ্গৰ কৰ্তব্য। সিহঁতক ভালে ৰাখিলে ফলত আমাৰেই লাভ। সেই দেখি যাতে এই নিমাত নিৰীহ প্ৰাণীবোৰ যত্নৰ অভাবত খোৱাৰ অভাৱত বেমাৰত পৰি অকালতে নমৰে সেই বিষয়েও আমাৰ যত্ন ৰখা উচিত।

গৰু, ম'হ এই দুয়োটা আমাৰ কৃষিৰ সম্বল। এই গৰু ম'হৰ আমি গাখীৰ খাঁও আৰু এই বিলাকেৰেই হাল বাই আমি আমাৰ খোৱা মুঠিকো আৰ্জো। এইবিলাক কাৰণেই কৃষি প্ৰধান ভাৰতবৰ্ষত গৰুক ইমান পবিত্ৰ বুলি হিন্দুসকলে গণ্য কৰিছে। কিন্তু অকল মুখেৰে পবিত্ৰ বুলি কলে নহয়। এনেকুৱা পবিত্ৰ বস্তুক যত্ন আৰু আদৰো কৰিব লাগে; কিন্তু দুখৰ বিষয় আজিকালি আমাৰ মানুহে তমসাচ্ছন্ন হৈ আৰু আন আন নানা কাৰণত গৰু ম'হৰো যথেষ্ট যত্ন লবলৈ এৰিছে। ফলে গৰু ম'হৰ সংখ্যাও কমি গৈছে। গৰু ম'হৰ সংখ্যা কমাৰ লগে লগে খেতিয়ো সুচল নোহোৱা হৈছে আৰু যেতেকে খেতিৰ অসুচল হৈছে, ইফালে খাউৰীয়াৰ মুখ বাঢ়িছে, তেতেকে এফালে দেশত দুৰ্ভিক্ষ হৈছে। সেই দুৰ্ভিক্ষৰ ফলেৰেই আনফালে আমাৰ ৰোগ দুঃখো বাঢ়িছে। গাখীৰ আমাৰ জীৱন ধাৰণ কৰিবৰ নিমিত্তে এটা বৰ লাগতিয়াল বস্তু। কিন্তু

গাইৰ সংখ্যা কমি যোৱাত সেই গাখীৰটোপাকে মানুহে প্ৰায় নোপোৱা হৈছে। এই গাখীৰ আৰু ভাল আহাৰৰ অভাৱত আমাৰ কেচুৱা লৰা ছোৱালী ভালে মান অকাল মৃত্যুৰ মুখত পৰা দেখা যায়। ইফালে গৰু ম'হৰ দানো বৰকৈ চৰিছে। আগেয়ে যি গৰুহালৰ দাম ৪০ আছিল এতিয়া তাৰ দাম ৮০ আশী টকা। এই অনুক্ৰমেই গাই গৰু আৰু ম'হৰো দাম বাঢ়িছে। খেতিবাতি কৰিবলৈ আজিকালি অসমীয়া গৰুও প্ৰায় নোহোৱাৰ দৰে। ভাটী ফালৰপৰা মৰঙ্গিয়া গৰু নাহিলে অনেক সময়তেই খেতি বাতি লোকচান হোৱা দেখা যায়।

এইবিলাক অভাব দূৰ কৰিবলৈ আমাৰ এটাইৰে এতিয়াৰেপৰা উপায় চিন্তা কৰা উচিত। সময় থাকোতেই সতৰ্ক হোৱা উচিত। নহলে অসমীয়া তোমাৰ বৰ দুৰ্দ্দিন হব। আমি সত্ৰৰ গোঁসাই সকলে বিশেষ দক্ষীণপাটৰ পূজ্যপাদ সত্ৰাধিকাৰ প্ৰভুয়ে অসমীয়া মানুহে গো খাদক জাতিক গৰুবেচা ৰহিত কৰিবলৈ চেষ্টা কৰা দেখি বৰ আনন্দ পাইছোঁ আৰু তেখেতৰ নথৈ শলাগ লৈছোঁ। আমাৰ ক্ষুদ্ৰ বুদ্ধিৰে আমি ভবা এই কেইটা উপায় অবলম্বন কৰিলে ভাল হব যেন দেখোঁ।

১ম—ঠায়ে ঠায়ে গৰু আৰু ম'হখুটি পাতিব লাগে। ভাল দমৰা আৰু ভটিয়া ৰাখিব লাগে। ইয়াৰ দ্বাৰাই গৰুৰ সঁচ উন্নত হব। গাইয়েও বেছি গাখীৰ দিব হালবোৱা গৰুবিলাকো শকত আবত হব।

২য়—গাঁৱে প্ৰতি গৰুৰ সংখ্যা বুজি ষাঁড় ৰাখিব লাগে। আগেয়ে বৃষোৎসৰ্গত যে ষাঁড় মেলি দিছিল এইটোঁ বৰ ভাল কথা আছিল; কিন্তু গঞাই লগ লাগি সেই ষাঁড়তো যত্নেৰে ৰাখিব লাগে। সেই ষাঁড়কো একেবাৰে বনৰীয়া কৰি এৰি দিব নেলাগে। কোনো গৰাকী নোহোৱা হৈ ষাঁড় এৰা থাকিলে অনেক সময়তে গো-খাদকে সেই ষাঁড়কো ধৰি নি মাৰি খোৱা কথাও শুনা গৈছে।

(৩) গৰু ম'হক ভালকৈ প্ৰতিপাল কৰিব লাগে।

(৪) পাৰিলে ঠায়ে ঠায়ে বছৰি পশু প্ৰদৰ্শনী সভাও পতা উচিত।

(৫) গৰু থকা গোহালি ঘৰ ওখ ঠাইত সাজি সেই গোহালি ঘৰ সদায় নিকা পৰিষ্কাৰ কৰি ৰাখিব লাগে।

শ্ৰীকনক চন্দ্ৰ শৰ্ম্মা।

## শ্ৰীশ্ৰীৰাধা মাধবো জয়তি।

**৪ৰ্থ সংখ্যা বাঁহীৰ প্ৰতিমা পূজা আৰু ধৰ্ম্ম নতৱ সম্বন্ধে আমাৰ চেৰেক।**

চেনেহৰ বাঁহী! আজি ৯ বছৰৰ চাৰি মাহৰ মূৰত "প্ৰতিমা পূজা" বুলি তোমাৰ গোৱা গীততো শুনি অমাতৰ মাত পোৱাৰ দৰে পৰম, তৃপিতি পালো। গীততো খিচিৰী হোৱাৰ বাবে তোমাক জগৰ নধৰো, এনে গীত আগলৈ গাই থাকিলে কালত অবশ্য সুশিক্ষিত হব। এদিনত কাৰো শিক্ষা সুসম্পদ নহয়। যি হওক তুমি একাদশ স্কন্ধৰ সপ্তবিংশতি অধ্যায়ৰ ষষ্ঠ শ্লোকৰ নদী স্ৰোতেৰে সংক্ষেপত ক্ৰিয়া যোগৰ অসমীয়া অনুবাদ কৰি আহোঁতে সাতত্ৰিশ শ্লোকৰ পৰা জাপ মাৰি সাতচল্লিশ শ্লোকত ধৰাৰ কাৰণ কি? তুমি ডেও নমৰা হলে সকলো কথা বৰ্হিয়াকৈ বুজিব পাৰিলাহেতেন। যি হওক তুমি মণ্ডুক প্লুতেৰে এৰি যোৱা কথাবিলাক আমি চতুৰ্থ সংখ্যা প্ৰদীপিকাত প্ৰকাশ কৰা হৈছে তুমি মাথোন ভালকৈ বুজি লবা। বাঁহী! আৰু "নিষ্কাম ভক্তি যোগৰ দ্বাৰায় মোক পায়" বুলি ত্ৰেপন্ন নম্বৰি শ্লোকত পূৰ্ব্বাৰ্দ্ধৰ অনুবাদ প্ৰকাশ কৰি পৰাৰ্দ্ধ ফেৰ্‌বানো চুৰ কৰাৰ উদ্দেশ্য কি আছিল? আমি এতিয়া পাঠকসকলৰ সুখ বোধৰ নিমিত্তে ত্ৰেপন্ন নম্বৰি শ্লোকটি উদ্ধাৰ কৰি সম্পূৰ্ণ অনুবাদ লিখিলো।

"মামেবং নিৰপক্ষেন ভক্তি যোগেন বিন্দতি। ভক্তি যোগং সলভত এবং যঃ পূজয়েত মান"।

নিস্কাম ভক্তি দ্বাৰায় মোক পায়। যি জনে এনেদৰে মোক পূজা কৰে সেই জনে এনে ভক্তি যোগক লাভ কৰে। স্কন্ধ পুৰাণে কৈছে "যি লোকে নিজৰ আশ্ৰম আৰু জাতিৰ বিহিত কাৰ্য্যা ত্যাগ নকৰাকৈ আত্মা জ্ঞানৰ নিমিত্তে যি ভক্তি কৰে সেয়ে সাত্বিকা" ভক্তি"। "পশ্যতা শ্ৰম বৰ্ণোক্তান ধৰ্ম্মান্নৈব জিহসতা, আত্মা জ্ঞানায় যা ভক্তি, ক্ৰিয়তে সাতু সাত্বিকা" চিত্তশুদ্ধিৰ নিমিত্তে সাত্বিক ভাবে কথা এনে বিলাক নিস্কাম কৰ্ম্মযোগত দ্ৰব্য মন্ত্ৰাদি জনিত দোষ হব নোৱাৰে বুলি গীতাত শ্ৰীকৃষ্ণই কৈছে। যথা "নেহাভি ক্ৰমণাশোহস্তি প্ৰত্যবায়ো ন বিদ্যতে স্পল্পমপ্যস্য ধৰ্ম্মস্য ত্ৰায়তে মহাতো ভয়াৎ।"

এই নিস্কাম কৰ্ম্মযোগত আৰম্ভ কৰ্ম্মৰ বিনাশ নাই। আৰু দ্ৰব্য মন্ত্ৰাদি জনিত অঙ্গ বৈগুণ্য দোষো নাই। নিষ্কাম কৰ্ম্মৰ অলপেও জন্ম মৰণ ৰূপ মহা সংসাৰ ভয়ৰপৰা পৰিত্ৰাণ কৰে। বাঁহী! তুমি এইবিলাক বিবেচনা নকৰাকৈ "পূজাৰ বস্তুবোৰ নিৰ্দ্দোষ আৰু অতি শুদ্ধ নোহোৱাতো অতি আৱশ্যক নতুবা পূজা যে পণ্ড শাস্ত্ৰৰ বচন উদ্ধাৰ কৰি এই কথাৰ সাক্ষী দিবলৈ সাজু আছো" বোলা কথাযাৰ ফুঁতে উৰি গল। আৰু "শ্ৰীকৃষ্ণৰ মুখ নিঃসৃত এই ব্যৱস্থাৰ মতে দামোদৰীয়াৰ কোনে আৰু

ইজনে আন নেলাগে তেওঁলোকৰ ডাঙৰ সত্ৰৰ প্ৰভুৱেও নিতৌ বা এদিন এনেৰূপে প্ৰতিমা পূজা কৰেণে"? বুলি তুমি কৰা প্ৰশ্নৰ উত্তৰত আমি নিৰ্ভয় চিত্তে

উঠি কওঁ যে দামোদৰীয়া সকলে এনেদৰে পূজা ও নাম কীৰ্ত্তন সদায় কৰিয়েই আছে। প্ৰধান প্ৰধান সত্ৰবিলাকত প্ৰথমে পূজা কৰি নাম কীৰ্ত্তন কৰে। নামকীৰ্ত্তনৰ অন্তত ভাগবত ব্যাখ্যা কৰি পদ পঢ়। পদৰ শেষত গান বাজানা কৰে, আকৌ আবেলি ভাগবত পাল নাম গায়। সমাৰোহে সন্ধ্যাত আৰতি কৰি নিশাৰ নাম গাবলৈ আৰম্ভ কৰে। নামৰ শেষত পুনৰায় পদ পঢ়ে। পদৰ অন্তত ওজা, ওজপালি সকলে গীত পদ গায়। এই দৰে দিনৌ প্ৰসঙ্গ চলিয়েই আছে। পৰ্ব্ব মহোৎসবত যাত্ৰা অভিনয়ো হয়। এইটি নিয়ম উদ্ধৱৰ আগত কৃষ্ণ দেৱে কোৱা হয় নহয় একাদশ স্কন্ধত বিচাৰি চালে পাবা। সৰু সৰু সত্ৰবিলাকতো যথাসাধ্য পূজাৰ সহিত নামকীৰ্ত্তন কৰিয়েই আছে। সেই বাবে কাৰেআ প্ৰত্যবায় হব নোৱাৰে। নিষ্কাম ভাবে ঈশ্বৰৰ উদ্দেশে কৰা কাৰ্য্যত বটা টুতা দোষ হব নোৱাৰে বুলি ওপৰত কৈ অহা হৈছে; যদি কাৰবাৰ বিশ্বাস নহয় তেন্তে দামোদৰীয়া কোনো প্ৰধান সত্ৰত চায় জাবহি পাৰে। দামোদৰীয়া নিয়ম কাৰণ নজনা লোকৰ দামোদৰীয়া ধৰ্ম্মৰ চৰ্চ্চা কৰাতো সম্পূৰ্ণ অনধিকাৰ চৰ্চ্চা। ইয়াকে বোলে, ক আখৰ চিনি নেপায় ৰত্নাৱলী পঢ়ে। শাকৰ আঞ্জা ৰান্ধিব নেজানে ভোজ ৰান্ধিবলৈ লৰে।। আদৰৰ বাঁহী! হৰি নাম যে অকল কলিযুগীয়া এনে নহয়। হৰিনাম অন্য যুগৰো সনাতন বস্তু। বাল্মীকি, অজামিল সত্যভ্ৰামাৰ ব্ৰত এবমাদি কথালৈ মন কৰিলেই দেখোন বুজা যায়। অনাদি অনন্ত হৰি নামৰ মাহাত্ম্য ব্ৰহ্মাদিয়েও কব নোৱাৰে। সেই হৰিনামেই দামোদৰীয়াসকলৰ হৃদয়ৰ ধন আৰু মস্তকৰ মণি। এই হৰিনামকে দামোদৰীয়া কি দ্বিজ কি অদ্বিজ 'তিৰোতা সূদিৰ সকলোৱে গায়েই আছে। কিন্তু তেওঁলোকে হৰি নাম সাঙ্গৰূপে গায়। অৰ্থাত অঙ্গ প্ৰত্যঙ্গৰূপ পূজা দি আশ্ৰম বিহিত নিত্য নৈমিত্তিক ধৰ্ম্মৰ দ্বাৰায় হৰি নামকেহে সুশোভিত কৰে। এইটোয়েই দামোদৰীয়াৰ গাত জগৰ। অ' বাঁহী? তুমি এইটো বেচকৈ হৃদয়ঙ্গম কৰি লবা যে, শ্ৰবণ কীৰ্ত্তনাদি নৰ্ব বিধ হৰি ভক্তি যুগে যুগে আছে। মিছাতে ভ্ৰম সাগৰত ডুব নিদিবা।। সত্য, ত্ৰেতা, দ্বাপৰ যুগত তিৰুতা আৰু সূদিৰ নাছিল নে? তেতিয়ানো তেওঁবিলাকে কেনেকৈ ভব সাগৰ তৰিছিল? তুমি নানান পেংলাহি কথা কৈ দামোদৰীয়া বামুণ শূদিৰৰ ভিতৰত মনঃক্ষুন্নকৰি বিষম বিদ্বেষ ভাবৰ টৌ তুলি দিয়াটোৱেই তোমাৰ উচ্চ শিক্ষাৰ ফল নে? তুমি দামোদৰীয়া অদ্বিজ "স্ত্ৰী শূদ্ৰ" সকলৰ কি গতি হব বুলি সোধা প্ৰশ্নৰ উত্তৰ কৰ্ণ্ত শুনা। দামোদৰীয়া স্ত্ৰী শূদ্ৰ সকলে তান্ত্ৰিক বা পৌৰাণিক মতে দীক্ষিত হৈ নিজৰ ইষ্ট দেবভাব পূজা জপাদি নিত্য নৈমিত্তিকাদি আশ্ৰম বিহিত কাৰ্য্যৰে সৈতে নামকীৰ্ত্তনাদি কৰি উৰ্দ্ধ বাহু হৈ ভব সাগৰ তৰি যাবই যাব। শূদ্ৰ লোকে নিজৰ ইষ্ট দেবতাৰ পূজা কৰিব নেপায় বুলি যিলোকে

কয় সেইলোক যে একান্ত নির্ব্বোধ ই কথা শিলৰ ৰেখা। যিহেতু স্বৰ্গীয় মহাৰাজা সকলে শ্ৰীশ্ৰীযুত পৰ্ব্বতীয়া গোঁসাই প্ৰভৃতি অনেক গোঁসাইসকলৰপৰা পূজা পদ্ধতি সহ মন্ত্ৰ কদীক্ষা লৈ সিদ্ধি লাভ কৰাৰ প্ৰমাণ পোৱা যায়। যেনে, বৰ গোহাঞ বুঢ়া গোহাঞ বৰপাত্ৰ গোহাঞ প্ৰভৃতিয়েও মন্ত্ৰদীক্ষা লৈ পূজা জপ পৰায়ণ হোৱা জল জল পট পট। সেই দৰে কায়স্থ শূদ্ৰাদি সকলেও তান্ত্ৰিক পৌৰাণিক মতে দীক্ষিত হৈ পূজা জপ পৰায়ণ হৈ গৈছে ও হৈয়ো আছে। পূজা কৰিব নজনা সকলক শাস্ত্ৰৰ নিৰ্দ্দিষ্ট মতে পূজাৰ প্ৰতিনিধি মূল জপ কৰিবলৈ বিধান দিয়ে। আৰু সমুদায় শিষ্যক প্ৰবণ কীৰ্ত্তন কৰিবলৈ উপদেশ দিয়ে। দামোদৰীয়া সকলে নানা কবিগণ কৃত হৰি গুণ শ্ৰবণ কীৰ্ত্তন কৰি থকা দেখিয়েই আছোঁ। এনেস্থলত দামোদৰীয়াক কটু কীটব্যতা কৰা মোৰ যে কিমান দেশ হিতকাৰী আৰু দীৰ্ঘদৰ্শী, তাক ৰাইজে বুজি লওক। বাঁহী! তুমি যে "কৃতে যদ্ধ্যায়তো বিষ্ণু ত্ৰেতায়াং যজতো মখৈঃ। দ্বাপৰে পৰিচৰ্য্যায়াং কলৌতদ্ধহৰি কীৰ্ত্তনাৎ" এই বচনটিকে ধৰি কলি কালত অকল হৰি কীৰ্ত্তনকহে শ্ৰুতি স্মৃতি, ধৰ্ম্ম বুলি লিখিছা, আনবোৰ নিত্য নৈমিত্তিকাদি নহয় এয়ে তোমাৰ খাটাং কথা। আৰু এই কথাটোক প্ৰতিপোষক কৰিবৰ কাৰণে বিগত অৰ্থ ককৰি গুটিদিয়েক, অপৰ শ্লোকো লেখিছা। বাৰু যদি সেয়ে, "কলিত অকল হৰি কীৰ্ত্তনেহে শ্ৰুতি স্মৃতিৰ বাক্য হয়" তেন্তে দ্বাপৰত পূজাই, ত্ৰেতাত যজ্ঞই, সত্যত ধ্যানেই শ্ৰুতি স্মৃতিৰ বাক্য নহবনে? যদি হয়, তেনেহলে একাদশ স্কন্ধৰ সপ্তদশ অধ্যায়ত উদ্ধবৰ আগত শ্ৰীকৃষ্ণে কোৱা বৰ্ণাশ্ৰম বিলাক নো কোন যুগত ৰাখিব খুজিছা? অতিথি সেৱাদি বৰ্ণাশ্ৰম বিহিত কাৰ্য্য বিলাকৰ প্ৰবৰ্ত্তন সত্য, ত্ৰেতা, দ্বাপৰ, কলিত যদি নহয় সেইবিলাক কাৰ্য্যৰ প্ৰবৰ্ত্তনৰ এটা সুকীয়া যুগ আছে বুলি তুমি দেখাই দিলে সকলো ভাৰত বাসীয়ে তোমাক নথৈ শলাগ লব। একাদশ স্কন্ধত শ্ৰীকৃষ্ণে বৰ্ণাশ্ৰমৰ বিষয় বহুত কথা কৈছে, সেইবিলাক প্ৰমাণ দিবলৈ হলে প্ৰবন্ধ নহৈ এখন শকট আকাৰৰ কিতাপ হৈ পৰে। সুতৰাং সেই বিলাক কথা বাদ দি সাধাৰণতে সকলো আশ্ৰমৰ কৰিব লগা বিধানটোকে লেখিলো। যথা। "শৌচমাচমনং স্নানং সন্ধ্যোপাস্তিমাৰ্চ্চনং। তীৰ্থ সেবাজপোহ স্পৃশ্যা ভক্ষ্যা সম্ভাষ্য বৰ্জ্জনম।। সৰ্ব্বাশ্ৰম প্ৰযুক্তো য়ং নিয়মঃ কুলনন্দন। মন্তাবঃ সৰ্ব্বভূতেষ, মনোবাক্কায় সংযমঃ" অৰ্থাত শৌচ, আচমন, স্না, সন্ধ্যোপাসনা, মোৰ পূজা তীৰ্থ সেবা, জপ অস্পৃশ্যস্পৰ্শৰ নিষেধ, অভক্ষ্য ভক্ষণৰ নিষেধ, অকথ্য কথনৰ নিষেধ সকলো প্ৰাণীত মোৰ ভাবনা আৰু মনবাক্য দেহৰ সংযম এই বিলাক নিয়ম সকলো আশ্ৰমীয়ে পালন কৰিব লগা বুলি উদ্ধবৰ আগত কৃষ্ণই কৈছে। কৃষ্ণদেবৰ এই কথা বিলাক সত্য, ত্ৰেতা দ্বাপৰ, কলি, এই চাৰি যুগৰ

ভিতৰতে চলিব লগা কথাটো, মানুহৰপৰা দেৱতালৈ সকলোৱে জানে। কিন্তু চাৰি যুগত চাৰিটা ধৰ্ম্মক প্ৰধানকৈ যুগ ধৰ্ম্ম বুলি নিৰ্দ্দেশ কৰি মূল স্বৰূপে ৰাখি অন্যবিলাক নিত্য নৈমিত্তিকাদিক তদঙ্গৰূপে ৰাখিছে। সেই বাবে আশ্ৰম বিহিত নিত্য নৈমিত্তিকাদি কৰিব নেলাগে এনে নহয়। এক অঙ্গৰ উপাসা কৰি অন্য অঙ্গৰ অপমান বা অনাদৰ কৰা অতিশয় দোষৰ কথা বুলি লৰায়ো জানে কলিযুগত সমুদ্ৰ গমন, কমণ্ডলু ধাৰণ, দ্বিজ জাতি কৰ্ত্তৃক অসবৰ্ণা কন্যা বিবাহ, দেওৰেকৰ দ্বাৰায় পুত্ৰৰ উৎপাদন, অতিথি সেবাত পশু বধ, শ্ৰাদ্ধত অভক্ষ্য জন্তুৰ মাংস দান, দ্বানপ্ৰস্থ আশ্ৰম ধৰা, বিবাহ দিয়া কন্যাৰ পুনৰ্ব্বিবাহ, দীৰ্ঘকাল ব্ৰহ্মাচৰ্য্য ধাৰণ, নৰমেধ, গোমেধ অশ্বমেধ আৰু মৰণ কাননায় গমন, এই বিলাক কাৰ্য্য মহৰ্ষি সকলে নিষেধ কৰিছে বুলি বৃহয়াৰদীয় আৰু আদিত্য পুৰাণে কৈছে। যথা "সমুদ্ৰ যাত্ৰা স্বীকাৰ কমণ্ডলু বিধাৰনম" ইত্যাদি "ইমান ধৰ্ম্মাণ কলিযুগে বৰ্জ্জ্যানাহুৰ্ম্মনীষিণ" ইত্যন্তম। ইয়াৰ ভিতৰত পূজা সন্ধোপাসনাদি নিত্য নৈমিত্তিক কাৰ্য্য কৰিবলৈ নিষেধ কৰা নাই। গতিকে "বিধিনিষেধাদন্যত্ৰ" এই স্মৃতি বাক্যানুসাৰে কলিতো যে পূজা সন্ধোপাসনা প্ৰভৃতি আশ্ৰমৰ উদিত কাৰ্য্য কৰিব লাগে, এইটো বঢ়িয়াকৈ ওলাল। বাঁহী! যি জনে অকল হীৰানামত ধৰিয়েই পূজাদি আশ্ৰমৰ বিহিত কাৰ্য্য নকৰে, নিতান্ত সেই জনেই শ্ৰীকৃষ্ণৰ বাক্যচ্ছেদী বুলি ধৰি লবা। তাত অকনো সন্দেহ নাই। আৰু "হৰিঃ কীৰ্ত্তনমুৎসৃজ্য ধৰ্ম্মমন্যচ্চৰেৎ কলৌ ন কিঞ্চিৎ ফল মাপ্নোতি শ্ৰবএ বহিকেব লম।।" অৰ্থাত কলিকালত হৰি কীৰ্ত্তন এৰি অন্য ধৰ্ম্ম কৰিলে একো ফল নাই বুলি তুমিয়েই লেখিছা। এনেস্থলত হৰিকীৰ্ত্তন কৰি অন্য ধৰ্ম্ম নিত্য নৈমিত্তিকাদি কৰোতা লোক যে কিমান ওখ তাৰ প্ৰমাণ নিদিলেও চলে। তথাপি অলপ কওঁ শুনা।

বায়ু পুৰাণত কৈছে। হে দ্বিজসত্তমগন? কলিকতাত অসূয়া শূন্যহৈ অৰ্থাত কোনো পক্ষেও ধৰ্ম্মৰ বাধা নজন্মাই শ্ৰুতি স্মৃতি বিহিত কাৰ্য্য যি লোকে কৰে সেই লোকেই ধন্য "ধন্যধৰ্ম্মং চৰিষ্যন্তি যুগান্তে দ্বিজ সত্তমাঃ। শ্ৰুতি স্মৃত্যুদিতং ধৰ্ম্মং যে চৰন্তানসূয়কা।" একাদশ স্কন্ধৰ অষ্টাদশ অধ্যায়ত কৃষ্ণদেৱে কৈছে বৰ্ণাশ্ৰমী সকলৰ এই আচাৰ লক্ষণেই ধৰ্ম্ম। সেই ধৰ্ম্মই মোৰ ভক্তিযুক্ত হৈ পৰম মুক্তি সাধন কৰে। "বৰ্ণাশ্ৰমবতাং ধৰ্ম্ম এব আচাৰ লক্ষণঃ। সত্ৰৰ মদ্ভক্তি যুক্তো নিশ্ৰেয়সকৰঃ পৰঃ।।" এতিয়া বাঁহী! কলিত মাথোন হৰি নাম ধৰ্ম্ম, যজ্ঞ পূজাদি নহয় বোলা কথাষাৰ তোমাৰ বাগ বিজৃম্ভন বা ধৃষ্টতাৰ বাজে আন একো নহয় নুবুলি থাকিব নোৱাৰিলো। বাঁহী! শাস্ত্ৰৰ সূক্ষ্মাৰ্থ নেজানি মনত যিহকে আহে তাকে কৈ বৈষ্ণৱ বোলাই বেদ পথ নষ্ট কৰোতা লোকক উপলক্ষ কৰি অন্য পুথিৰ কথা এৰি দিলেও মাধব দেৱে কি

কৈছে শুনা—

“শাস্ত্ৰমত এৰি যি কথা কহয়
কেৱল পাষণ্ড নয়।
আছোঁক কৃষ্ণক পাইবা কদাচিত
নুগুচে সংসাৰ ভয়।।
অন্ন যোনি কিছু নকৰি বিচাৰ
জাতি কুল ভৈল ভ্ৰষ্ট।
বৈষ্ণৱৰ বেশ ধৰিবা ফুৰয়
বেদ পথ কৰি নষ্ট।।
হৰি হৰি হৰি কিনো ভৈল ইটো
কৃষ্ণৰ মায়াৰ বল।
কাৰ ভকতিৰ পথত কপট
পাতিলেক অমঙ্গল।।
শাস্ত্ৰৰ বিচাৰে নজানে ভকতি
পৰামাৰ্থ মতি মূঢ়।
হৰি কথা চলে কৰ্ণত কুমন্ত্ৰ
কহয় কৰিয়া গূঢ়।।
ইত্যাদি

এতিয়া চোৱা বাঁহী! কলিকতাত যি জনে আত্মাশুদ্ধিৰ নিমিত্তে সন্ধ্যোপাসনা, পূজা, পিতৃ মাতৃ শ্ৰাদ্ধ এবমাদি বৰ্ণ আশ্ৰমৰ বিহিত ক্ৰিয়া কৰি হৰি কীৰ্ত্তন কৰে, সেই জনে শ্ৰুতি স্মৃতিৰ সমুদয় বাক্য ৰক্ষা কৰি চলাৰ বাবে সকলো লোকৰে যে নমস্য ইকথা আমি সমগ্ৰ ভাৰতত ঘোষণা কৰিলো। সাৰবিদ দয়ালু প্ৰভু শ্ৰীশ্ৰীদেবদ্বামোদৰ দেবে এইবিলাক শাস্ত্ৰৰ গভীৰ ভাব অবগাহণ কৰি বেদ, পুৰাণ তন্ত্ৰৰ মৰ্য্যাদা ৰাখি নিত্য নৈমিত্তিক পূজা পদ্ধতি সহকাৰে শ্ৰবণ কীৰ্ত্তন কৰি সুলভা হৰি ভকতিৰ হাট পাতি থৈ গৈছে। শ্ৰীশ্ৰীদেব দামোদৰ দেবৰ দিনত নিত্য নৈমিত্তিক পূজা আৰু তান্ত্ৰিক মত চলা নাছিল বুলি অজ্ঞ লোকৰ বাজে আন লোকে নকয়। ইকথা ঠিৰাং। শাঙ্কৰীক ধৰ্ম্মতো নিত্য নৈমিত্তিকাদি এৰাৰ প্ৰথা নাই বুলি আমাৰ বিশ্বাস। কাৰণ শাঙ্কৰীক সত্ৰবিলাকত নিত্য নৈমিত্তিকাদি পূজা সেৱা আদি কৰাৰ গম পাও। শঙ্কৰ দেবৰ শ্ৰাদ্ধ কৰাৰো প্ৰমাণ থাকিব পায়। অত এব বাঁহী! নিত্য নৈমিত্তিকাদিৰ সহিত শ্ৰবণ কীৰ্ত্তন কৰোতা ভকতক যেয়ে নিন্দা কৰে সেয়ে নামৰ অপৰাধী হয়। “ভকতক নিন্দা কৰে

অধম, জানিবা নামৰ দ্ৰোহী পৰম" কীৰ্ত্তন। বোলো হে বাঁহী তুমি আৰু কি শুনিবা। শেঁহত আমি অকণ মান কৈ সামৰো। তুমি বাঁহী নে বাঁহী? যদি হোৱা তেন্তে তামসিক লোকৰ বাজে কেতিয়াও সাত্ত্বিক লোকৰ মনোৰঞ্জন কৰিব নোৱাৰিবা। ইধ্ৰুব। বাঁহীও দুবিধ এবিধ গৰু ৰখীয়া লৰাই বজোৱা, সেই বিধ বাঁহীকো বিদ্বান লোক সকলৰ বাজে উন্নত লোকে ভাল নেপায়। অন্যতম শ্ৰীকৃষ্ণৰ বাঁহী। কৃষ্ণৰ বাঁহীৰ শব্দত তিনি লোকৰ অনুৰাগহে বাঢ়িছিল, তোমাৰ মাত শুনিলে দেখোন চেৰেপা পৰা যেন হে লাগে। বোলোহ আমি ইয়াকে কৈ থলো।

শিবমিতি শক ১৮৪২।২৪ আহিন।

শ্ৰীযশস্পতি শৰ্ম্মা।

# পাৰলৌকিক (বা প্ৰেত বিজ্ঞান)।

আমি বিশ্বস্ত বন্ধুবৰৰ মুখে শুনা ঘটনা এটা এইৰূপ। এজন কামৰূপৰ ব্ৰাহ্মণ হেনো নদীয়া শান্তিপুৰলৈ গৈ সংস্কৃত শিক্ষা কৰাৰ লগে লগে এটি প্ৰেত সাধন শিকি আহি গাৱেঁ ভূঞে মানুহক সেই প্ৰেতৰ অলৌকিক ক্ষমতা দেখুৱাই ফুৰিছিল। কোনো জনে হেনো চাবলৈ খুজিলেই ব্ৰাহ্মণজনে বহি প্ৰেতক সম্বোধন কৰি কথা সোধে। প্ৰেতে সেই কথাৰ উত্তৰ সকলোৱে শুনাকৈ দিছিল। কেতিয়াবা কেতিয়াবা হেনো সেই প্ৰেতে উপস্থিত দৰ্শক মণ্ডলিক কৈছিল ঃ—"বাপ সকল! মোৰ এই পিতৃ জনক (অৰ্থাৎ সাধক ব্ৰাহ্মণক) যি পাৰে কেইটামান পইচা দিয়ক। তেওঁক পইচা দিলে তেওঁ গৈ মোৰ গৰাত পিণ্ড দিব। তেহে মই উদ্ধাৰ পাম। বাপ সকল! মই বৰ কষ্টত আছোঁ। এই কথাত হেনো অনেকে পাই পইচা দি সেই বামুণজনক সহায় কৰিছিল। কোনোৱে যদি সেইখিনিতে ৰাম বা কৃষ্ণ শব্দ উচ্চাৰণ কৰে প্ৰেতটো হেনো সোঁ সোঁ শব্দেৰে বতাহ এটা যোৱাদি যাই আঁতৰৰ পৰা কৈছিল। বাপ, সদ্যহতে সেই দুটা নাম নলৰা, মোক পুৰিয়েই মাৰে। এই দৰে হেনো এক কি দুই বছৰ কিছু অৰ্থ গোটাই ব্ৰাহ্মণজনে গয়ালৈ গৈ সেই প্ৰেতৰ অৰ্থে পিণ্ড দি প্ৰেতক মুক্ত কৰিছিল। অৱশ্যে হয়তো প্ৰেতে স্পষ্টকৈ কথা কোৱা ক্ৰিয়া কেৱে কেৱে Ventriloquism বিদ্যা বুলিও কব পাৰে। আমি অৱশ্যে এই বিষয়ে কোনো মতামত প্ৰকাশ কৰিব নোৱাৰো।

তৃয় ঘটনাটো আমি এজন ওখ ৰাজ কৰ্ম্মচাৰীজনে এই ঘটনাটো নিজে প্ৰত্যক্ষে দেখিছিল। কামৰূপৰ গাওঁ এখনৰ এজন ব্ৰাহ্মণৰ ঘৰত সদায় এজন প্ৰেতে হেনো বৰ দৌৰাত্ম্য কৰিছিল। সেই দৌৰাত্ম্য বিশেষকৈ দুটি ব্ৰাহ্মণ সন্তানৰ ওপৰত কৰিছিল।

ব্ৰাহ্মণ সন্তান দুজন ঘৰত দুমাহ মান থাকিলেই হেনো ওপৰৰপৰা চিঠিত প্ৰেতে লিখি দিছিল "তহঁত আজি অমুক গাঁৱলৈ গৈ তাত ৩ মাহ থাকগৈ যাব যদি ভাল। নাযাব যদি উৎপাত কৰিম"। যদি লৰা দুটা গুচি যায়গৈ তেনেহলে সব ঠাণ্ডা থাকে। যদি সিহঁতক অভিভাবকহঁতে নপঠায় তেনেহলেই ঘৰৰ ভিতৰত গালি পাৰিব ধৰে। ঘৰৰ বস্তু লাং লাং ঠাং ঠাং হয়। হয়তো ঘৰৰ ভিতৰৰ বস্তু নি বাহিৰৰ পিৰালিত পেলাই থয়। আনকি শালগ্ৰাম শিলাকো গোঁসাই ঘৰৰ পৰা নি যতে পায় ততে থৈ দিয়েগৈ। এইবিলাক ঘটনা শুনি কৰ্ম্ম উপলক্ষে নফম্বল ভ্ৰমণ কৰিবলৈ যাওঁতে সেই কৰ্ম্মচাৰীজনে এদিন ভাটিবেলীয়া সেই ব্ৰাহ্মণৰ ঘৰলৈগল। আৰু বাহিৰৰ বাৰান্দাতে বহি কব ধৰিলে কত ভুত প্ৰেত আছে, মিছা কথা। কোনোবা দুষ্ট মানুহে এইবিলাক অনাহত উৎপাত কৰে। এই কথা কৈ অলপ পৰ বহাৰ পিচতে কৰ্ম্মচাৰীজনৰ আগতে ওপৰৰ চালৰ পৰাহে যেন কাগজ এডোখৰ পৰিল কৰ্ম্মচাৰীজনে কাগজ ডোখৰ বুটলি লৈ মেলি দেখে যে তাত লিখা আছে 'সেই ঘৰটোৰ চৌতিত লগোৱা হিঙুল হাই তালৰ বোলেৰে একাবেকাকৈ * * * নো কি প্ৰমান চাব খোজে"? কৰ্ম্মচাৰীজন আচৰিত হল। আকৌ তেওঁ কলে ঃ—'যে বাস্তৱিকে প্ৰেতহে হয় তেন্তে আমাৰ আগত থকা এই নাৰিকল গছডালৰপৰা যি হয় চিন দেখুৱাওক"। এই কথা কৈ ৩ মিনিট মান মনে মনে থকাৰ পিচতে সেই নাৰিকল গছডালৰে পৰা ফটাকানিৰে বন্ধা ডাঙৰ টোপোলা এটা ধমহ কৰে পৰিল। কৰ্ম্মচাৰীজনে চাপৰাছী পঠাই টোপোলাটো অনাই মেলি চাই যে দেখে তাৰ ভিতৰত কেতখিনি ভাত, এডোখৰ ভঙা কলহৰ কাণ আৰু লগতে এখন চিঠি। চিঠিত লেখা আছিল ঃ—ডাঙ্গৰীয়াইনো বাৰে বাৰে কিমান প্ৰমাণ চায়! ডাঙ্গৰ মানুহ বুলিহে বৈছোঁ—আকৌ যদি মোক জোকায় তেনেহলে আৰু ভাল নহব"। উক্ত কৰ্ম্মচাৰীজনে এইবাৰ এই চিঠি পাই গা ডাঙ্গি উঠি নিজ কৰ্ত্তব্যলৈ গুচি গল। আৰু সময়মতে অনেকর আগতে এ ঘটনা বিবৃত কৰিছিল। কিন্তু কিয় এনেকুৱা ঘটনা হয়, এই ঘটনা চকুৰ ভ্ৰমণে দৰাচলতে প্ৰকৃত ঘটনা কেৱে সমিধান দিব পৰা নাছিল।

(ক্ৰমশঃ)

# বিবিধ বাতৰি আৰু সমালোচনা।

(১)

এইবাৰ মহাপুৰুষ শ্ৰীশ্ৰী শঙ্কৰদেৱৰ তিৰোধান তিথি উপলক্ষে অসমৰ

প্ৰত্যেক নগৰতেই নাম-কীৰ্ত্তন ইত্যাদি পতা শুনি আমি যাৰ পৰ নাই আনন্দ পাইছোঁ। সকলোতকৈ আমাৰ এইফেৰা ভাল লাগিছে যে কলিকতা হেন ঠাইতো আমাৰ শ্ৰদ্ধাস্পদ পুৰণি বন্ধু শ্ৰীযুত ৰমাকান্ত বৰকাকাতীৰ উদ্যোগত আমাৰ বি, এ—এম, এ পাছ কৰি উচ্ছ শিক্ষা পোৱা ডেকাসকলেও এইবাৰ নাম কীৰ্ত্তন গাইছিল। আমি ডেকাসকলক অন্তৰেৰে ধন্যবাদ জনাইছো। আমি মহাপুৰুষসকলৰ তিথি উৎসৱত ইংৰাজী ধৰ্ম্মণেৰে মিটিং আজি ৰাতি বক্তৃতা দিয়াতকৈ মহাপুৰুষ সকলেই প্ৰবৰ্ত্তাই থৈ যোৱা হৰি সংকীৰ্ত্তন বা নামগোৱাৰ নিচিনা অনুষ্ঠানৰহে বেছি পক্ষপাতী। অবশ্যে নতুন ধৰণেৰে পচিমীয়া আৰ্হিৰে সভা সমিতি পাতি তিথি পালন কৰাৰো উপকাৰ যথেষ্ট আছে। কিন্তু আমাৰ মনেৰে হলে অনুষ্ঠানেৰে সৈতে কীৰ্ত্তন গাই নামধৰি প্ৰসাদ ভক্ষণ আদি কৰাৰ ফল সৰহ। অনুষ্ঠানে ধীৰে স্থীৰে মানুহৰ মন ঈশ্বৰ মুখীন কৰে। তাৰ লগে লগে হৃদয়তো পৰস্পৰলৈ ভ্ৰাতৃভাব প্ৰেম ওপজায়। শ্ৰীশ্ৰী দামোদৰদেৱ, শঙ্কৰদেৱ, হৰিদেৱ, মাধৱদেৱ এই মহাপুৰুষ সকলেও সেই সময়ত আজি অ'ত নাম, কালি ত'ত নাম ইত্যাদি অনুষ্ঠান দিনে নিশাই কৰি ফুৰিহে ধৰ্ম্মৰ সোঁত বোৱাই দিছিল। আজিকালি যদিও নিজৰ পেট পুহিবৰ অৰ্থেই মানুহ নানা কামত ব্যস্ত থাকি কৰ্ম্মত আবদ্ধ থাকে তথাপি যি ফেৰা সময় পোৱা যায় সেই ফেৰা সময়তে হৰিনাম কৰিব পাৰিলে ইহ কালৰ পৰকালৰ মঙ্গল হয় বুলি আমাৰ ধ্ৰুব বিশ্বাস। শিক্ষিত সকলেও যে কলিকতাৰ নিচিনা মহা নগৰীতো এনেকুৱা অনুষ্ঠান কৰিলে সেই বাবে আমাৰ হৃদয় আনন্দত পৰিপূৰ্ণ হৈছে। আশা হৈছে যে অসমীয়া জাতি আকৌ আগৰ দৰে বলী হব। জয় প্ৰভু দামোদৰ, শঙ্কৰ, হৰিদেব মাধৱদেৱ! জয় তোমালোকৰ জয়। প্ৰভূ সকল! অসমীয়াৰ প্ৰতি সদয় হোৱা।

ওঁ শান্তি! শান্তি!! শান্তি!!!

(২)

## শ্ৰীদামোদৰ ধাম।

আজি প্ৰায় ৪ বছৰমান হল, কামৰূপ জিলাৰ ওপৰ বৰভাগ মৌজাৰ পাগুলা গাৱঁত শ্ৰীশ্ৰীদামোদৰ ধাম স্থাপিত হৈছে। এই ধামত এটা মন্দিৰত শ্ৰীশ্ৰীদামোদৰদেৱৰ পাজুকা স্থাপন কৰা হৈছে আৰু সেই মন্দিৰতে লগাই এটা নামঘৰ সজোৱা হৈছে। তাৰ অলপ দুৰতে এখনি সংস্কৃত টোল আৰু ছাত্ৰশালী পতা হৈছে। আজি কালি সেই ধামত ওচৰ গাওঁৰ মানুহ বিলাক গোট খাই নিত্য প্ৰসঙ্গ কৰে আৰু শ্ৰীশ্ৰীদামোদৰদেৱৰ তিথিৰ দিনা তাত বহুত মানুহ সমাগম হৈ মহোৎসব পতা হয়। তাত বাজেও বছৰে বছৰে বছেৰেকীয়া উৎসব হয়। সেই উৎসৱতো অনেক ঠাইৰ

মানুহ গোট খাই নানা বিষয়ৰ আলোচনা কৰে। বিশেষকৈ এই প্ৰাচীন দেশত সংস্কৃত শিক্ষাৰ উন্নতি কেনেকৈ কৰা সম্ভৱ সেই বিষয়ে অনেক আলোচনা কৰা হয়। সেই বাৎসৰিক সন্মিলনীলৈ গুৱাহাটীৰ পৰাও অনেক গণ্য মান্য অসমীয়া বঙ্গালী ভদ্ৰলোক আহে।

পাণ্ডুলাৰ ওচৰতে কামৰূপৰ বিখ্যাত আঠঘৰীয়া গ্ৰাম। এই আঠঘৰীয়া গ্ৰাম অনেক ব্ৰাহ্মণ পণ্ডিতৰ বাসস্থান। স্বৰ্গীয় মহামহোপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্য্যও এই ঠাইৰে মানুহ। তাত বাজেও এই ঠাইডোখৰ এক প্ৰকাৰে কামৰূপ জিলাৰ মধ্যস্থল, ৰেলৰ ষ্টেচনৰ পৰাও বহুত দূৰ নহয় আৰু কেউফালে উচ্চ জাতীয় হিন্দু মানুহৰ গাঁও। শ্ৰীশ্ৰীদামোদৰদেৱৰ পাদুকা স্থাপনৰ লগে লগে সেই ঠাইতে যাতে সংস্কৃত শিক্ষাৰ ভাল বন্দবস্ত হয় তাৰ নিমিত্তে অনেক চেষ্টা হব লাগিছে আৰু সেই চেষ্টাৰ ফলৰো আগন্তুক হৈছে। স্বৰ্গীয় মহামহোপাধ্যায় দেৱে তেওঁৰ জীবনত অৰ্জ্জা যথাসম্পত্তি এই দেশত উচ্চ ৰকমৰ সংস্কৃত শিক্ষাৰ প্ৰচলনৰ নিমিত্তে দান কৰি গৈছে। তেখেতৰ ইচ্ছা মতে এই ধামৰ অলপ দূৰতে "ধীৰেশ্বৰ পাণিনি টোল" স্থাপিত হবৰো সম্ভৱ আছে। ভগবানে কৰিলে এসময়ত এই ঠাইডোখৰ অসমীয়া মানুহৰ পক্ষে তীৰ্থস্থানৰ নিচিনা হব যেন বোধ হয়।

এই ধামত স্থাপিত হোৱা পাদুকা সম্বন্ধে আমি যি জানিব পাৰিছো আজি পাঠকৰ অবগতিৰ নিমিত্তে তলত দিলো। কোচবিহাৰ ৰাজ্যৰ দামোদৰপুৰ ধাম মৌজাৰ অন্তৰ্গত বৈকুণ্ঠপুৰ সত্ৰত প্ৰভু দামোদৰে নৰলীলা সামৰাৰ পাচত তেখেতৰ খৰম জুৰি সেই সত্ৰতে ৰক্ষিত আৰু পূজিত হৈ আছিল। দেব দামোদৰ বংশীয় শ্ৰীযুত গোবিন্দদেৱ গোস্বামী মহোদয়ে স্বপ্নাদিষ্ট হৈ কোচবিহাৰৰ পৰা সেই পাদুকা আনি নিজ ঘৰতে ৰাখিছিল আৰু ইচ্ছা কৰিছিল যে প্ৰথমৰ ভিঠা বোলা ঠাইতে এই পাদুকা স্থআপন কৰা হব। এই উপলক্ষ্যে শ্ৰীযুত গোবিন্দদেৱ গোস্বামী মহাশয়ে অসম দেশৰ নানা ঠাই পৰিভ্ৰমণ কৰি অনেক ঠাইত সভা সমিতি পাতি এই বিষয়লৈ সহায় ভিক্ষা কৰিছিল। অনেক পাদুকা স্থাপন অনুমোদন কৰি তাৰ লগতে এটা উচ্চ ধৰণৰ সংস্কৃত টোল পাতিবৰ দিহা দিছিল। কিন্তু প্ৰথমৰ ভিঠা বোলা ঠাই ডোখৰ বাৰিষা পানীত তল যোৱাত তাত পাদুকা স্থাপন কৰা সম্ভৱ নহল। এডোখৰ উপযুক্ত ঠাইৰ অভাবত এই মহৎ অনুষ্ঠান অনেক দিন পৰ্য্যন্ত স্থগিত আছিল।

তাৰ পাছত ১৩২৩ চনৰ ১০ কাতি তাৰিখে ওপৰ বড়ভাগ মৌজাৰ পাণ্ডুলা গাঁৱৰ ৰাজহুৱা নামঘৰত এখন সভা বহি স্বৰ্গীয় মহামহোপাধ্যায়দেৱকে আদি কৰি অনেক গণ্য মান্য মানুহ গোট খাই পাণ্ডুলা গাঁৱতে এই পাদুকা স্থাপন কৰিবৰ স্থিৰ

কৰে। সেই উদ্দেশ্যে পাগুলা গাঁৱৰ ভদ্ৰলোক বিলাকে অন্যূন ১৬০০ টকা মূল্যৰ ১৬ বিঘা মাটী এই কাৰ্য্যৰ নিমিত্তে দানি কৰে। গাঁৱলীয়া মানুহৰপৰা ঘৰে পতি এটকাকৈ বৰঙ্গনি তুলি প্ৰায় ২০০০ মান টকা সংগ্ৰহ কৰি শ্ৰীযুত হৃদয় চন্দ্ৰ পাটোৱাৰি মহাশয়ে পাদুকা স্থাপন কাৰ্য্য হাতত লয়। কাৰ্য্যত কেৱল স্থানীয় লোক বিলাকেহে সহায় কৰিছে এনে নহয়। গুৱাহাটী, তেজপুৰ আদি স্থানৰ অনেক ভদ্ৰলোকেও মুক্তহস্তে এই সৎ অনুষ্ঠানৰ নিমিত্তে সহায় কৰিছে। ১৩২৪ চনৰ ৯ বহাগ তাৰিখে শ্ৰীশ্ৰীদমোদৰ দেৱৰ তিথিৰ দিনা পাগুলাত এই পাদুকা স্থাপন কাৰ্য্য অতি সমাৰোহেৰে সম্পাদিত হৈ গৈছে। এতিয়ালৈকে ধামত এটা মনিকূট, এটা নামঘৰ, এটা সুন্দৰ টোল ঘৰ, এটা অধ্যাপক থকা ঘৰ আৰু এটা ছাত্ৰশালী এটা আঠপৰীয়া থকা ঘৰ, এটা বাট ঘৰ সজা হৈছে আৰু এটা ডাঙ্গৰ পুখুৰী খনোৱা হৈছে, এটা পাটনাদ তৈয়াৰ কৰা হৈছে। ঘৰবিলাক লাহে লাহে পকা কৰিবৰ উদ্দেশ্যে সম্প্ৰতি এটা ইটা ভাটা পোৱা হৈছে।

ধামত ঘাইকৈ গুৰুদেৱৰ তিথি মহোৎসব তেখেতৰ শ্ৰাদ্ধ সম্পাদন কৰা হয় আৰু ফল্গুৎসব জন্মাষ্টমি আদি কৃত্য কৰা হয়। বিহু আদি পৰ্ব্ববিলাকত ভাগৱত পাঠ আৰু হৰিনাম কীৰ্ত্তন হয়। নিত্য পূজাৰ বাহিৰে টোলত সমাৰোহেৰে সৰস্বতী পূজা কৰোৱা হয়।

কামৰূপ জিলাৰ ডিপুটী কমিছনাৰ বাহাদুৰ মিষ্টাৰ বেণ্টিক্ আৰু এচিষ্টেণ্ট ইনিস্পেক টৰ মৌলবী আতাৱাৰ ৰহমান আৰু শ্ৰীযুত শৰত চন্দ্ৰ গোস্বামীয়ে আৰু ডিপুটী ইনিস্পেক্টৰ শ্ৰীযুত নদীয়া বিহাৰী দাস মহোদৰ সকলে এই ধাম আৰু টোল পৰিদৰ্শন কৰি অতি উৎসাহ জনক মন্তব্য প্ৰকাশ কৰিছে। মিষ্টাৰ বেণ্টিকে ১৯১৯ চনৰ ২২ মাৰ্চ্চ তাৰিখে এই দৰে লিখিছে ঃ—

"The objects of this institution are such as must command themselves to all worthy persons of whatever creed."

মৌলবী আতাবাৰ ৰহমান চাহাবে ৩১২।১৯ তাৰিখে লিখিছেঃ—

"I think in course of a few years a useful institution will be established in commemoration of Saint Damodara, a name so highly respected by a large section of the Hindu Community of this province *** I trust Athghorrya, the house of the late Mahamohapadhya will in time prove a centre of Sanskrit learning and attract larger students from every part of the province."

শৰৎ চন্দ্ৰ গোস্বামী দেৱে ৯।১।২০ তাৰিখে এই দৰে লিখিছেঃ—

"A very good house has already been built, an ectensive and suitable site secured, a number of Basa raised and a tank dug for the purpose of the tol. The institution deserves encouragement."

আজিলৈকে ধাম সম্বন্ধে যিবিলাক কাম সম্পূৰ্ণ হৈছে সি প্ৰধানকৈ কেৱল কামৰূপীয়া ৰাইজৰ সহায়তে হৈছে। এই খিনি কাৰ্য্যৰ নিমিত্তে অসমীয়া সমাজ বিশেষকৈ শ্ৰীযুত হৃদয়চন্দ্ৰ পাটোৱাৰী মহাশয়ৰ ওচৰত ঋণী। পাটোৱাৰী মহাশয়ে ঘৰ দুৱাৰ ভাত পানী এৰিও এই কাৰ্য্যৰ নিমিত্তে দিন ৰাতি খাতিছে আৰু তেওঁৰ একান্ত যত্নতে ধামৰ কাম ইমানখিনি আগ বাঢ়িছে। এতিয়া আন আ জিলাৰ লোকসকলে অৰ্থ সাহাৰ্য্য কৰিলে আৰু পাটোৱাৰী মহাশয়ৰ নিচিনা আৰু ২।৪ জন যুৱকে দেহেকেহে এই কাৰ্য্যৰ নিমিত্তে খাটিবলৈ আগ বাঢ়িলে অলপ দিনৰ ভিতৰতে যে এই অনুষ্ঠান টি এটি অতি উপকাৰী অনুষ্ঠানত পৰিণত হব তাৰ কোনো সন্দেহ নাই। ধৰ্ম্মপ্ৰাণ অসমীয়া ৰাইজেও যে মুক্তহস্তে এই কাৰ্য্যত সাহায্য কৰিব তাৰ কোনো ভুল নাই। ধামৰ বিষয়ে কোনো লোকে কিবা জানিব খুজিলে শ্ৰীযুত হযদয়চন্দ্ৰ পাটোৱাৰী ঘামৰ সম্পাদকৰ নামে আঠ ঘৰীয়া ডাক ঘৰলৈ চিঠি লিখিলেই জানিব পাৰিব।

হিতাকাঙ্খী।

(৩)

কামৰূপৰ আঠঘৰীয়া গ্ৰামত এই দামোদৰ ধাম স্থাপিত হোৱা শুনি আশা কৰোঁ উজনীৰো সকলো দামোদৰীয়াই ৰঙ পাব। আমি আমাৰ প্ৰথম সংখ্যা প্ৰদীপিকাতে শ্ৰীশ্ৰী শঙ্কৰদেৱৰ যোৰহাটত মুঠ পাতিব খোজা শুনি আনন্দিত হৈ কথা এফাকি লিখিছিলোঁ সেইটো আছিল ঃ—"ঠায়ে ঠায়ে দামোদৰী সম্প্ৰদায়েও মঠ মন্দিৰ নোখোলেনে"? আমি তেতিয়া এই বিষয়টো অৰ্থাৎ কামৰূপত যে কোচবেহাৰৰ পৰা প্ৰভু দামোদৰৰ পাদুকা আনি মঠ আৰু টোল খুলিছে এটো কথা জনাই নাছিলোঁ! কিন্তু প্ৰভু দামোদৰৰ কি ইচ্ছা যে তেখেতৰ পাদুকা কোচবেহাৰৰ পৰা আকৌ অসমৰ প্ৰকৃতিৰ কাম কানন, প্ৰভু দামোদৰৰ লীলাৰ ঘাইস্থল কামৰূপত আহি উপস্থিত হল। ভালেতেহে আজি কেবা বছৰৰপৰা দামোদৰী সম্প্ৰদায়ৰ প্ৰাণত প্ৰভু দামোদৰক আবাহন কৰা 'আঁহা দেব আঁহা" ইত্যাদি কবিতা জাগিছে আৰু সেই কবিতা এতিয়া ক্ষুদ্ৰ প্ৰদীপিকাৰ প্ৰত্যেক সংখ্যাতে ধ্বনীত হৈছে। ধন্য দেব তুমি ধন্য! আসাম মাতৃ তুমি ধন্যা। গুৰু আঁহা। সশৰীৰে আকৌ আবিৰ্ভাব নহলেও তোমাৰ সেই শক্তি, সেই প্ৰেমভাব যেন সকলো অসমীয়াৰ হৃদয়ত জাগি উঠে। দুখ নিশাৰ ওৰ পৰি যেন

অসমীয়াৰ সুখৰ সূৰ্য্য উদয় হয়। সত্ৰাধিকাৰ প্ৰভুসকল! অসমীয়া ৰাইজ! বিশেষ দামোদৰ পন্থীসকল! এই দামোদৰধামৰ ফাললৈ এবাৰ চাওক। প্ৰভুৰ পাদুকা অসমত উপস্থিত। এই পাদুকাৰ মৰ্য্যদা বঢ়াওক। দেশত ধৰ্ম্মৰ ভাব, শান্তিৰ ভাব উদয় হওক। সংস্কৃত অধ্যয়ন বাঢ়ক। দামোদৰধাম পূণ্য তীৰ্থত পৰিণত হওক। আমি আশা কৰোঁ এই ধামকে কেন্দ্ৰ কৰি যেন ধীৰে ধীৰে অসমৰ কামৰূপতে এটি সংস্কৃত কলেজ স্থাপিত হয়। আৰু এই সংস্কৃত কলেজত অসমৰ সকলোৰে বিশেষকৈ ব্ৰাহ্মণ মণ্ডলিয়ে শিক্ষা লভি যেন সনাতন হিন্দু ধৰ্ম্মৰ বিশেষ অনুষ্ঠানবিলাকৰ আদৰ বঢ়ায় এয়ে আমাৰ গোহাৰি। ইয়াৰ উপৰিও আমি ২।৩ জন গুৰুস্থানীয় লোকৰ পৰা সময়ে সময়ে সকলো সত্য সনাতন হিন্দুধৰ্ম্মাৱলী সকলে একোটি conference বা সমিতি পাতি যাতে হিন্দু ধৰ্ম্ম অক্ষুন্ন ৰয়, দেশত ধৰ্ম্ম-কৰ্ম্মৰ চৰ্চ্চা বাচে তাৰ উপায় উদ্ভাবন কৰাৰ বিষয়ে যি আভাস পাইছলো সিও যেন কাৰ্য্যত পৰিণত হয়।

(৪)

## কিতাপৰ সমালোচনা।

"মহাপুৰুষ আনন্দৰাম বৰুৱা।"

আমি আমাৰ স্নেহাস্পদ বন্ধু অধ্যাপক শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা দেৱে ৰচা মহাত্মা আনন্দৰাম বৰুৱাৰ জীৱনী পঢ়ি বৰ সুখী হলো। জীৱনীখনি বেছ ওখ ধৰণৰ হৈছে আৰু ইয়াক গোটাওঁতে ভূঞা দেৱে যি কষ্ট স্বীকাৰ কৰিছে তাক শলাগিব লগীয়া। সেই মহাপুৰুষৰ মৃতদেহ এই নিঃকিনেও সেই সময়ৰ অসমীয়া লৰাৰ লগত গৈ তাৰক পালিতৰ ঘৰত দেখিছিলোঁ আৰু "বৰুৱা আমাৰ" বুলি ধাবি কৰিছিলোঁ আৰু সকলোৱে সৈতে মিলিজুলি নিমতলা ঘাটত গৈ বৰুৱাৰ মৃতদেহ সৎকাৰতো ৰাতি খপিছিলোঁ। ভূঞা দেৱৰ এই জীৱনীয়ে আমাৰ মনতো সেই সুখৰ কালৰ সোঁৱৰণী জগালে। ঈশ্বৰে আমাৰ মৰমৰ ভূঞা দেউক দীৰ্ঘায়ু কৰক উন্নতি বৃদ্ধি কৰক। প্ৰত্যেক অসমীয়াৰ হাতত যেন এই মহাপুৰুষৰ জীৱন চৰিত এডোখৰ থাকে ইয়াকে আশা কৰিলো।

"হলি নামঘোষা"

আমাৰ শ্ৰদ্ধাস্পদ বন্ধু শ্ৰীযুত বেনুধৰ ৰাজখোৱা ই, এ, চি, ডাঙৰীয়াই মহাপুৰুষ মাধৱ দেৱৰ নামঘোষা খন ইংৰাজীলৈ তৰ্জ্জমা কৰি উলিয়াই বৰ ডাঙৰ কাম এটা কৰিলে। এসময়ত এই নিঃকিনে এই কামটো কৰিম বুলি ভাবিছিলো আন কি এজন কি দুজন বন্ধুৰ পৰা উদ্‌গনিও পাইছিলো। ই আজি ভালেমান দিনৰ কথা। প্ৰথম ২।৩ পাত তৰ্জ্জমাও কৰিছিলো; কিন্তু সংসাৰৰ নানা দুখ আৰু শোকত পৰি

আৰু পেটপুহিবৰ অৰ্থে পৰৰ গোলামী কামত আবদ্ধ হৈ পৰাত আমার দ্বাৰা এই কাম আৰু হৈ নুঠিল। এতিয়া যিকি নহওক আমাৰ বন্ধুবৰ ৰাজখোৱা ডাঙ্গৰীয়ায়ে ইমান হাড় ভঙা খাটনিৰ ওপৰতো নিজৰ যথেষ্ট অৰ্থ এই দৰে অকাতৰে খৰচ কৰি এই মহৎ কাম এটা সাধিলে। ৰাজখোৱা ডাঙ্গৰীয়াই চিৰকালেই নিজৰ দেশৰ ভাষাৰ অৰ্থে সাহিত্যৰ অৰ্থে অকাতৰে ধন ভগন কৰিছে। এইবিলাক কাৰণেই আমি আমাৰ ৰাজখোৱা ডাঙ্গৰীয়াক ধন্যবাদ আৰু শলাগৰ শৰাই আগ নবঢ়াই নোৱাৰোঁ।

অবশ্যে এখন পাতনি হোৱা হলে ভাল আছিল। ভাষাও কিজানি আৰু মধুৰ নহওক বন্ধুবৰে বৰ ডাঙ্গৰ কাম এটা যে কৰিলে ভাত সন্দেহ নাই।

# ঁনীলকণ্ঠ কৃত শ্ৰীশ্ৰী ঁদেব দামোদর চরিত্র।

আমি ঁনীলকণ্ঠ কৃত প্ৰভু শ্ৰীশ্ৰীঁদেব দামোদৰৰ চৰিত আমাৰ প্ৰদীপিকাৰ লগত এক ফৰ্ম্মা এক ফৰ্ম্মা কৰি ছপাবলৈ ওলালো। গোটেই চৰিত্ৰ ছপা হলে বেলেগে আকৌ পুথিৰ আকাৰে উলিয়াবৰ ইচ্ছা থাকিল। সদ্যহতে প্ৰদীপিকাৰ গ্ৰাহক সকলৰ নিমিত্তেই প্ৰদীপিকাৰ লগতেই এক ফৰ্ম্মা প্ৰভু দামোদৰৰ চৰিত্ৰ উলিয়াম। গ্ৰাহকসকলে যেন প্ৰদীপিকাৰ বৰঙনি দিয়াত হেলা নকৰে।

শ্ৰীকৃষ্ণায় নমোনমঃ।

শ্লোকং।। বন্দে দামোদৰ দেবং পৰমাত্মাৰূপীং যতকৃপা পঙ্কজো নমানি গুৰু চৰিতং।

জয় জয় কৃষ্ণ পূৰ্ণ ব্ৰহ্মা নাৰায়ণ।
ভকত বৎসল প্ৰভু পতিতপাবন।।
সৰ্ব্বভূত আত্মাব্ৰহ্ম অন্তৰ্য্যামী দেব।
প্ৰকৃতিৰ পতি তযু পাদে কৰো সেৱ।।
অন্তৰ্য্যামী চৈতন্য ঈশ্বৰ সনাতন।
তুমি আত্মা গুৰু পাৱে পশিলো শৰণ।।
সংসাৰ দুখত আছো নাপাওঁ আমি পাৰ।
উদ্ধাৰি কৃপালু মোক কৰিও উদ্ধাৰ।।
তুমি গুৰু আত্মা পাৱে পশিলো শৰণে।
তযু লীলা বৰ্ণাইবাক কিছু মোৰ মনে।।
কিমতে বৰ্ণাইবো কিছু নাপাওঁ উপায়।

দিয়ো উপদেশ মোক কৃপা দষ্টি চাই।
যাক জানি শুনি নৰে তৰয় সংসাৰ।
পদবন্দে হৌক কৃষ্ণ প্ৰসাদে প্ৰচাৰ।।
লোকত প্ৰচাৰ হৌক ইটো পদচয়।
জানি কৃপাময় মোত হুয়োক সদয়।।
শঙ্কৰ মাধব দামোদৰ একে কায়।
তিনিও মুৰ্ত্তিৰ কিছু ভিন্নভাব নাই।।
একৌকস্মৰণে হৌক তিনিৰো স্মৰণ।
তিনিৰূপে দামোদৰ চৰণে শৰণ।।
দামোদৰ কৃত ভট্টদেৱত শৰণ।
প্ৰণামো বৈষ্ণব ভক্ত আছা যত জন।।
শুনা নৰ নাৰী সবে কৰি একমন।
মিলিবো মুকুতি হৈব ভব নিবৰ্ত্তন।।
যেই গুৰু সেই হৰি জানা নিষ্ট কৰি।
গুৰুৰ চৰিত্ৰ শুনা এতেকে সাদৰি।।
গুৰু ব্ৰহ্মা গুৰু বিষ্ণু গুৰু মহেশ্বৰ।
গুৰু পৰম ব্ৰহ্ম সত্য নিত্য নিৰন্তৰ।।
গুৰু পিতা মাতা বন্ধু সুহৃদ সবীৰ।
এভব তাৰণ গুৰু সুহৃদ কান্তাৰ।।
হেনয় গুৰুক নভজিব কোন নৰে।
একে আত্মঘাতী ঘোৰ নৰকত পৰে।।
হেন গুৰু দামোদৰ চৰিত্ৰ শোভন।
তান কৃপা গুণে পদ কৰোহু বন্দন।।
মহামূঢ় পাপী আমি পৰম অজ্ঞানী।
কিমতে কৰিবো পদ তযু কৃপা বিনি।।
কথাৰ সংহিতা যেন শুনিও প্ৰথমে।
আছিল কুসুম ভূএগ্ৰ বৰদোৱা গ্ৰামে।।
পুত্ৰ কামনায়ে তেও হৰক পূজিলা।
তাৰ গৃহে শঙ্কৰ স্বৰূপে উপজিলা।।
মহা ধৰ্ম্মবন্ত বীৰ পৰণ গম্ভীৰ।

সুবোধ সুথিৰ জস্য গুণৰ মন্দিৰ।।
পৰম সুন্দৰ দিন দুখীৰ পালক।
রাম ৰাম গুৰু মুখে পঢ়িয়া শাস্ত্ৰক।।
ঈশ্বৰ মহীমা যাৰ লীলা বিপৰীত।
তাহান চৰিত্ৰ কোনে শকতি বৰ্ণাইত।।
নাম ধৰ্ম্ম ভকতিক কৰিলা প্ৰচাৰ।
যাক আচৰিয়া সুখে তৰয় সংসাৰ।।
শঙ্কৰক গুৰু মানি উপদেশ ধৰি।
মাধব শঙ্কৰ সঙ্গে ৰৈলা ভক্তি কৰি।।
কি কহিম মাধবৰ মহিমা অপাৰ।
যাৰ নাম লৈলে হৰে সংসাৰ সাগৰ।।
শঙ্কৰক গুৰু মানি আনো ভক্তচয়।
একান্তে ভজিয়া নিচে ভকতি কৰয়।।
ভকতি আচৰি শঙ্কৰ ভক্ত সঙ্গে।
বৰপেটা থানে আসি প্ৰবেশিলা ৰঙ্গে।।
নাৰায়ণে শঙ্কৰক তথাতে লভিলা।
গুৰু মানি শঙ্কৰক তথাতে বঞ্চিলা।।
পাটবাউসিত ভট্টদেব শঙ্কৰ বহিলা।
কীৰ্ত্তন মন্দিৰ এক তথাতে থাপিলা।।
বাদী সব জিনি পয় নিৰ্ম্মাণ কৰিলা।
কামৰূপ ৰাজ্যে ভকতিক প্ৰবৰ্ত্তাইলা।।
ঈশ্বৰ মূৰ্ত্তিক থাপি প্ৰসঙ্গ কৰন্ত।
ভকতি প্ৰচাৰি দেব তৈতে থাকিলন্ত।
শুনা আবে নৰ নাৰী হৈয়ো একমতি।
দামোদৰ চৰিত্ৰক শুনিও সম্প্ৰতি।।
দশৰথ গৃহে ৰাম অবতাৰ ভৈলা।
যজ্ঞ ৰাখিবাক বিশ্বামিত্ৰে মাগি লৈলা।।
ৰাক্ষস বধিয়া যজ্ঞ ঋষিক ৰাখিলা।
জানকীৰ কাৰ্য্যে ৰাম মিথিলা চলিলা।।
গৌতমৰ ভাৰ্য্যাক পূৰ্ব্বে কৰি আছা দণ্ড।

অহল্যা পৰিয়া আছে হুয়া শিলা খণ্ড।।
বিশ্বামিত্ৰ বোলে ৰামে পাৱে পৰশিলা।
শাপত মুকুত হুয়া অহল্যা বসিলা।।
বিষ্ণু পদ ধূলি পাই অহল্যা সুন্দৰী।
থাকিলন্ত একপাশে নিজ ৰূপ ধৰি।।
গৌতমে আসিয়া শ্ৰীৰামক প্ৰশংসিলা।
বেদ উক্ত বাক্যে ঋষি তুতিক কৰিলা।।
ঋষিৰাজ বদতি শুনিও দামোদৰ।
তুমি সম ইষ্ট বন্ধু অন্য নাহি কেৱ।।
অহল্যা মুকুত ভৈলা পদ ধূলা পাই।
যেনমতে বংশ মোৰ নিৰ্ম্মল হোৱয়।
বংশৰ পাতক খণ্ডে কমন উপায়।
হেন উপদেশ দিবা প্ৰভু কৃপাময়।।
শ্ৰীৰাম বদতি শুনিয়োক তপোধন।
কলিযুগে তযু বংশে হৈবো উতপন।।
নামধৰ্ম্ম প্ৰকাশিয়া লোকক তাৰিবোঁ।
তোমাৰ বংশক মই নিৰ্ম্মল কৰিবোঁ।।
গৌতমৰ বীৰ্য্যে অহল্যাৰ গৰ্ভে জাত।
শতানন্দ নামে মুনি জগতে প্ৰখ্যাত।।
তাহান অনেক বংশ যেবে বহি গৈলা।
সেহি বংশে তেবে সতানন্দ জাত ভৈলা।।
পৰম ধাৰ্ম্মিক সৰ্ব্বগুণে সুমণ্ডিত।
চাৰিবেদ চতুৰ্দ্দশ শাস্ত্ৰত পাৰ্গত।।
সুবুদ্ধি সুথিৰ আতি গহীন গম্ভীৰ।
সত্ ফৰ্ম্মশালি যত গুণৰ মন্দিৰ।।
কৃষ্ণক কুৰন্ত অৰ্চ্চ্য আনন্দে মনত।
যজ্ঞ আৰাধন্ত কৰি ভকতি সতত।।
নামত সুশীলা তান ভাৰ্য্যা পতিব্ৰতা।
স্বামীত ভকতি মানংকৃতা সুচৰিতা।।
পৰম সুন্দৰী ৰূপে গুণে অনুপাম।

স্বামী বিতিৰেকে নিচিন্তয় আন।।
স্বামী জপ স্বামী তপ স্বামী ইষ্ট দেৱ।
ভক্তিভাবে স্বামী পদে সদা কৰে সেৱ।।
স্বামীসে পৰম বন্ধু স্বামী যোগধ্যান।
স্বপনে সচিতে স্বামী বিনে নাহি আন।
হেনয় ভাৰ্য্যাৰ মনে দ্বিজ ৰহিলন্ত।
হাজোৰ ওপৰে ৰত্নপীঠে আছিলন্ত।।
তাহান উপৰি বংশ তৈতে আছিলন্ত।
সতানন্দ মাত্ৰ নলচাত বঞ্চিলন্ত।।
বৰদোৱা গ্ৰামৰ নিকটে নলচাত।
ভাৰ্য্যাসমে কত কাল বঞ্চিলা তথা।।
কুসুম দেবৰ সমে মিত্ৰবতি তান।
প্ৰতি দিন বঙ্গে দ্বিজ যান্ত তান স্থান।
মৎস্য মাংস আদি কৰি যত বস্তু পান্ত।
কুসুমে তাহাঙ্ক দিয়া পাছেসে খাৱন্ত।।
নানা দান দক্ষিণায়ে মন সন্তোষন্ত।
তুষ্ট মনে দ্বিজে তাঙ্ক নিতে আসংসন্ত।।
সতানন্দ কুসুমৰ মিত্ৰতা বাঢ়য়।
দুই দুই হান্তৰ মনে প্ৰীতি নচাৰয়।।
নসঞ্চাত এহিমতে আছে দ্বিজবৰ।
শুনিয়োক আত পবে কথা মনোহৰ।।
সতানন্দ বীৰ্য্যো সুশীলাৰ গৰ্ভে জাত।
জেষ্ঠ্যপুত্ৰ সৰ্ব্বেশ্বৰ নামে ভৈলা খ্যাত।।
মধ্যম তনয় নামে ভৈলা ৰত্নাকৰ।
ৰূপে গুণে বিতোপন অতি শ্ৰেষ্ঠতৰ।।
যতেক সংস্কাৰ কৰ্ম্ম দুইৰো কৰাইলা।
অনুক্ৰমে দুয়োজনে যজ্ঞ সুত্ৰ পাইলা।।
কিছু কিছু শাস্ত্ৰ দুয়োজনে পঢ়িলন্ত।
দুই পুত্ৰ ভাৰ্য্যা সমে দ্বিজ বহিলন্ত।।
শুনা আত পৰে সবে যেন কথা ভৈলা।

এহিমতে কতোদিন যেবে বহি গৈলা।।
চৈত্ৰমাসে ঋতুৰ যে বসন্তৰ গতি।
সংসাৰ ফুৰিয়া ভৈলা আনন্দ উৎপত্তি।।
যত তৰুলতা সঞ্চাৰিলা ঋতু পাই।
ফুলিলা অনেক পুষ্প সীমা সংখ্যা নাই।
পুষ্পৰ সুৰভি ঘ্ৰাণে যুৰিলা জগত।
যত পশু পক্ষী ৰাৱ তোলে নানামত।
পুস্প মধু পানে মত্ত গুঞ্জৰে ভ্ৰমৰ।
কুকু কুকু নাদ সদা শুনি কোকিলৰ।।
মলয়া সমীৰ বহে মউৰে নাদয়।
আনে আনে নানাবিধ বাদ্য বজাৱয়।।
হেনয় বিনোদ কাল চৈত্ৰ যে মাসক।
শুক্লা-পক্ষ একাদশী ভৈলা উপগত।।
নামত গোবিন্দ একাদশী শ্ৰেষ্ঠতৰ।
ভাৰ্য্যাসমে ব্ৰত আৰম্ভিলা দ্বিজবৰ।।
ধুপ দীপ নৈবিদ্য সতানন্দে অৰ্চ্চি হৰি।
নিৰাহাৰে আছে মাধৱক ধ্যান কৰি।।
সতানন্দ প্ৰতি হৰি তুষ্ট ভৈলা মন।
স্বপনত আসিয়া হৰি দিলা দৰিশন।।
শুনা সৰ্ব্বজনে হৰি চৰিত্ৰ সুসাৰ।
আতপৰে সংসাৰত ধৰ্ম্ম নাহি আৰ।।
গুচয় সংসাৰ তাপ যাতনা এৰাই।
অন্তকালে বৈকুণ্ঠপুৰত লবে ঠাই।।
ইহলোকে সম্পদ বাঢ়য় সুখভোগ।
বাঢ়ে পৰমায়ু হৰে জৰা মৃত্যু ৰোগ।।
কহে নীলকণ্ঠ দাসে কৃষ্ণৰ কিঙ্কৰ।
নিৰন্তৰে উচ্ছ কৰি বোলা দামোদৰ।।

## দুলড়ি।

পৰম সুন্দৰ শ্যাম মনোহৰ
ৰূপে কোটি কাম প্ৰায়।
যেন কোটি শশি আচম্ভ প্ৰকাশি
মধুৰ মূৰ্ত্তি সদায়।
কিৰিটি মুকুত চুৰামণি যত
শিৰত কৰে প্ৰকাশ।
কপালে অলকা ৰত্নৰ তিলকা
মুখে পদ্মচাৰু হাস।।
কমল নয়ন সুচান্দ বয়ন
অধৰ অলকা কান্তি।
ভ্ৰূব কামচাপ মধুৰ আলাপ
কুন্দকৰি দন্ত পান্তি।।
(দান্ত মুকুতাৰ পান্তি।।)

(কৰ্ণে জলমল)

কৰ্ণত উৎপল মকৰ কুণ্ডল
জ্বলে দুই ৰবি প্ৰায়।
গলেগলপতা হাৰ হেমলতা
ৰত্নৰ মণি শুয়ায়।।
কম্বু কণ্ঠ মাজে কৌস্তুভ বিৰাজে
প্ৰভাতৰ সূৰ্য্য সম।
ৰহল হৃদয় তাতে ৰত্নময়
মণিমালা নিৰূপম।।
শ্ৰীবৎস পঙ্কতি যেন বক পান্তি
হিয়াত লক্ষ্মী প্ৰকাশ।
গলে বনমালা ইন্দ্ৰ ধনু জ্বালা
ভ্ৰমৰে নচাৰে পাশ।।
কান্ধে নবগুণ উত্তৰি বসন
কটি পাট পীত ভুণি।

পঞ্চ ৰত্নময় মেখলা জ্বলয়
সোণাৰ তাতে কিঙ্কিনী।।
চাৰি চাৰু বাহু অঙ্গত প্ৰকাশে
কঙ্কন বলয়া কৰে।
কৰ কিশলয় আঙ্গুঠি জ্বলয়
আঙ্গুলি সব উপৰে।।
শঙ্খ চক্ৰ গদা পদ্ম ধৰি সদা
দেখন্তে আতি সন্তোষ।
উৰু কৰিকৰ জঙ্ঘা মনোহৰ
পদ নব পদ্মকোষ।।
জঙ্ঘতি হাড়ৰ শোভে টৰবৰ
চৰণে নুপুৰ জ্বলে।
আঙুলি ওপৰ উজ্জতি ৰত্নৰ
নখ যেন চন্দ্ৰ জ্বলে।।
অৰুণ চৰণ দুখ বিমোচন
শুক্ল পঞ্চবৰ্ণ ৰেখা।
ধ্বজ বজ্ৰ চয় তাহাতে জলয়
অমৃত কুৰে সাক্ষাত।।
গড়ুৰত বসি আচন্ত প্ৰকাশি
প্ৰভু দেৱ ভগৱন্ত।
দেখি সদানন্দে পৰম আনন্দে
দন্দৱতে পৰিলন্ত।।
উঠি কৃতাঞ্জলি ত্ৰাহি হৰি বুলি
প্ৰণামি বোলন্ত দেৱ।
নমো আদি দেৱ তুমি বিনে কেৱ
আন নাহিকন্ত দেৱ।।
তুমি সংসাৰৰ কাৰণ ঈশ্বৰ
সনাতন আদি দেৱ।
তুমি চৰাচৰ আত্মা জগতৰ
তযু পদে কৰোঁ সেৱ।।

ব্ৰহ্মা বিষ্ণু হৰ তিনি ৰূপ ধৰি
জগতকে আছা ৰাখি।
যশক প্ৰকাশি তুমি অৱতৰি
সবাহাৰ দুখ হাৰি।।
তুমি বিনে আৰ ভকত জনৰ
নাহিকয় আন গতি।
চৰণে সম্প্ৰতি সুদৃঢ় ভকতি
মিলায়ো আবে সম্প্ৰতি।।
তয়ুগুণ নাম মুখে অবিশ্ৰাম
শ্ৰবণত ৰঙ্গ কথা।
ৰূপক হৃদয়ে প্ৰণামিয়া মাথে
ৰহোক মোৰ সৰ্ব্বথা।।
কৃষ্ণৰ চৰিত্ৰ পাপীক পবিত্ৰ
কৰে সবে শুনা নৰ।
মনত ধিয়াই নীলকণ্ঠে গাই
হৰি বোল নিৰন্তৰ।।

## পদ

সন্তনন্দে আন তুতি কৰিলা বিস্তৰ।
তাক নকহিলোঁ পদ ব্যস্ত্যক ডৰ।।
তুতি নতি করি দ্বিজরাজে নামি আছে।
মেঘর গম্ভীৰ হৰি মাতিলন্ত পাছে।।
শুনা দ্বিজবর কঁহো পূৰ্ব্বর কাৰণ।
রামরূপে অবতাৰ বধিতে দুৰ্জ্জন।।
অহল্যাক মুক্ত কৈলু পৰশিয়া পাৱে।
সিবেলা গৌতমে নিবেদিলা রাম ঠায়ে।।
বংশ মোর শুদ্ধ করা কমন উপায়।
বুলিলো আমিও বাক্য বুঝি অভিপ্ৰায়।।
কলিযুগে তয়ুবংশে হৈবো অবতার।

সেই কথা সফলিৱে লাগয় আমাৰ।।
তযু ভকতিত তুষ্ট কৰিলাহা মোক।
এৱে মই কহোঁ দ্বিজৰাজ শুনিয়োক।।
পুত্ৰ হুয়া তযু গৃহে হৈবো অবতাৰ।
এইজন্মে মোক্ষ পাইবা জন্ম নাহি আৰ।।
উৰ্দ্ধ বংশসকলক কৰিবো নিৰ্ম্মল।
ভক্তি উপদেশে লোক তাৰিবো সকল।।
এহিবুলি অন্তৰ্ধ্যান ভৈলা নাৰায়ণ।
ৰজনী প্ৰভাতে দ্বিজ ভৈলা সচেতন।।
প্ৰেমভাব জন্মি দ্বিজৰাজ কান্দিলন্ত।
সুশীলা স্বামীক নমি কথা পুছিলন্ত।।
কি কাৰণে কান্দা প্ৰভু কহিও কাৰণ।
কতো বেলি কান্দি দ্বিজে বুলিলা বচন।।
ঈশ্বৰ কৃষ্ণক মই সাক্ষাতে দেখিলো।
তেওঁ মোৰ পুত্ৰ হৈব বৰ হেন পাইলো।।
কৈক গৈলা তাঙ্ক আউৰ নেদেখোঁ নয়নে।
পোৰয় হৃদয় মোৰ কান্দো সিকাৰণে।।
সুশীলা বদতি প্ৰভু! তেজিও সন্তাপ।
হৈবন্ত তনয় নিষ্টে জগতৰ বাপ।।
একো কালে বৃথা নহে ঈশ্বৰ বচন।
হেন আলোচিয়া ৰহিলন্ত দুয়োজন।।
যেন কথা ভৈলা আবে শুনা আতপৰে।
(যেন ভৈলা শুনিওক কথা তাত পৰে।)
যেনমতে অবতাৰ ভৈলা দামোদৰে।
সুশীলায়ে ঋতু স্নানি চতুৰ্থ দিনত।
যথা নীতি ৰৈলা গৈয়া স্বামীৰ সঙ্গত।।
নিত্য কৰ্ম্ম কৰি দ্বিজে বিষ্ণুক ধিয়াই।
যজ্ঞ কৰি ঈশ্বৰক অৰ্পি অন্ন খাই।।
চন্দ্ৰাৱতী নিশা দশো দিশ সুপ্ৰসন্ন।
সুমঙ্গল বায়ু বহে আতি সুশোভন।।

ভাৰ্য্যাৰ যে ঋতু পালিলন্ত দ্বিজবৰ।
স্বপ্নে ব্ৰাহ্মণীক দেখা দিলা দামোদৰ।।
চতুৰ্ভুজ শঙ্খ চক্ৰ গদা পদ্মধৰ।
কিৰিটি কুণ্ডল বনমালা পীতাম্বৰ।।
শ্ৰীবৎস কৌস্তুভ আন চিহ্ন সমস্তৰ।
(কামদেব সম কৌটি ৰূপত জ্বলয়।)
কামদেব সমকৌটি জিনিয়া আছয়।।
দেখা দিয়া ব্ৰাহ্মণীক অন্তৰ্ধ্যান ভৈলা।
(দিয়ো থান সতি! বুলি অন্তৰ্ধ্যান ভৈলা।)
ব্ৰাহ্মণীৰ গৰ্ভে হৰি ৰঙ্গে বাসা লৈলা।।
প্ৰভাতে স্বপ্নৰ কথা স্বামীত কহিলা।
লৈলা বিষ্ণু গৰ্ভে বাসা বুলি ৰঙ্গ ভৈলা।।
নীতি ব্যৱহাৰে সতী কৰন্ত প্ৰকাশ।
অনুক্ৰমে ভৈলা পূৰ্ণ গৰ্ভ দশমাস।।
শুভ তিথি ৰিখ আসি ভৈল উপসন্ন।
নানা বিধ বাদ্য স্বৰ্গে বাজে ঘনে ঘন।।
সিদ্ধ মুনি আকাশত মঙ্গল কৰয়।
বেদ ধ্বনি কৰিয়া কুসুম বৰিষয়।।
সুগন্ধি শীতল বহে সুৰভি পৱন।
পৰম আনন্দ মন ভৈলা সৰ্ব্বজন।।
দশোদিশ সুপ্ৰসন্ন নিৰ্ম্মল গগন।
সেহি বেলা বিপ্ৰসুত ভৈলা উতপন।।
সিবেলাত সুমঙ্গল ভৈলা যত যত।
তাহাক বৰ্ণাই আমি কহোঁ চুম্বকত।।
পুত্ৰ মুখ দেখিয়া ব্ৰাহ্মণী ৰঙ্গ ভৈলা।
নাড়ি ছেদি ধুৱাইয়া কোলে তুলি লৈলা।।
(যত ব্যৱহাৰ মতে মুণ্ডি ধুৱাই থৈলা।।)
স্তন পিয়াই দিব্য বস্ত্ৰে মুণ্ডি গুৱাই থৈলা।
সযত্নে ব্ৰাহ্মণী জলে নামি স্নান কৈলা।।
মানসিক দান কৰি জলৰ উঠিলা।

তৃতীয় দিবসে জাত গণনা কৰিলা।।
যত ব্যবহাৰ অনুক্ৰমে আচৰিলা।
পঞ্চম দিবসে পঞ্চ বটিক কৰিলা।।
সন্দেসক লইয়া গ্ৰামৰ যত নাৰী।
আনন্দে মিলিলা আসি বিপ্ৰৰ দুৱাৰী।।
উৰুলি পাৰিয়া সবে সুমঙ্গল গাইলা।
সুগন্ধ পবিত্ৰ জলে শিশুক ধুৱাইলা।।
বাজনিয়া লোক সবে বজাইলা বাজন।
তৈল সিন্দুৰক পাইলা যত নাৰীগণ।।
তাম্বুলক
ঝলা গুন্তি বিবৰ্ত্তিয়া তাম্বুল ভুঞ্জিলা।
আশীৰ্ব্বাদ কৰি সবে গৃহক চলিলা।।
জাত কৰ্ম্ম নাম কৰ্ম্ম সবে আচৰিলা।
ভুঞ্জি দ্বিজ সবে মহা আনন্দিত ভৈলা।।
দ্বিজ দৈবজ্ঞক মানে দক্ষিণা কৰিলা।
আন সমস্তকো পুষ্প চন্দনে তুষিলা।।
সবো গুৰো চন্দনে তুষিলা
ছয় যে মাসত অন্নপ্ৰাশন কৰিলা।
যথাবিধি ব্যবহাৰে কৰ্ম্ম নিযোজিলা।।
উৰুলি মঙ্গল গাৱে বজাৱে বাজন।
জাত কৰ্ম্ম সাঙ্গ কৈলা যত বিপ্ৰগণ।।
কুসুম প্ৰভৃতি বৰ বৰ শ্ৰেষ্ঠ জন।
আসিয়া আছন্ত যত ব্ৰাহ্মণ সজ্জন।।
সবেয়ো উছৰ্গা দিলা পৰম শোভন।
গাভী টাকা বসন ভাজন ৰত্ন ধন।।
সমস্তকে পঞ্চামৃতে কৰাইলা ভোজন।
গন্ধ পুষ্প মালা দিয়া তুষিলন্ত মন।।
বিপ্ৰ দৈবজ্ঞক মানে দক্ষিণা কৰিলা।
বিপ্ৰগণে ৰঙ্গ মনে আশীৰ্ব্বাদ দিলা।।
সভাকৰি বঞ্চি দ্বিজ কৈলা ৰঙ্গমনে।

শুনিয়ো বালক লীলা সমস্ত শ্ৰবণে।।
দুগ্ধদিয়াই মাতৃ নিৰেখি আছন্ত।
সুন্দৰ বদনে হাস্য কৰিয়া চাহন্ত।।
আঠু কাঢ়ি ফুৰন্ত মাটিত ৰঙ্গমনে।
সতানন্দে আনি কোলে ধৰন্ত যতনে।।
বস্ত্ৰে শৰীৰৰ যত মলছন্ত ধুলি।
নচুৱান্ত চুম্বন কৰিয়া কোলে তুলি।।
খল খলি হাসন্ত দ্বিজৰ মুখ চাই।
বুকুত সাবটি ধৰি মহানন্দ পাই।।
কৰন্ত চুম্বন আনন্দৰ নাহি পাৰ।
কোলাহন্তে নামিয়া চলন্ত আৰবাৰ।।
ধুলাত বাগৰি কতো মাতৃপাশে যান্ত।
নিকটে ৰহিয়া হাসি মাতৃ মুখ চান্ত।।
টেৰ চকু কৰি চাই জননী হাসিয়া।
আঞ্চলে মুচিয়া মুখ কোলাত তুলিয়া।।

ক্ৰমশঃ।

## গণেশ বন্দনা

বন্দে শ্ৰীশঙ্কৰ সুন্দৰ সুত শুভঙ্কৰ
কৃপাৰ সাগৰ হে গণেশ্বৰ।
যোগীধ্যেয় জ্যোতিৰ্ম্ময় যোগেশ জ্ঞানেশ্বৰ
অগ্ৰে যাক পূজে চৰাচৰ।
জিনি ৰাতুল কমল কোমল পদ যুগল
খৰ্ব্ব তনু যেন ভানু সুৰঞ্জিত সিন্দুৰ
ভালে শোভে অৰ্দ্ধ শশধৰ।
মুযযান গজানন গজমুণ্ডে বিৰাজন
গণ্ডে মদ গন্ধে মত্ত লুবুধ মধুকৰ—
অপৰূপ ৰাজ লম্বোদৰ।
আমি অতি মূঢ়মতি নাজানো ভকতি স্তুতি
নিজ গুণে গণপতি কৰা বিঘিনী দূৰ—
যাৰ নামে প্ৰলয় পাপর।
কনক কুমুদ কৰে কাকুতি কাতৰ স্বৰে
কৰা দয়া দয়াময় বুলি নিজ কিঙ্কৰ—
অশা পূৰ্ণ কৰাহে আমাৰ।।

শ্ৰীকনক কুমুদ দেব শৰ্ম্মা
ভাগবতী।

## "দেব দামোদৰ"

অসীম অনন্ত বিশ্ব ঘোৰ অন্ধকাৰ,
ভয়ঙ্কৰ বজ্ৰধ্বনি অশনি ঝঙ্কাৰ।
ভয়ত কম্পিতা ধৰা; সুদিন ধিয়াই,

প্ৰবোধে মনক, কিন্তু সুখ শান্তি নাই।
নাই চন্দ্ৰ, নাই সূৰ্য্য, নাই গ্ৰহগণ,
সমুদ্ৰ উথলি উঠে গম্ভীৰ গৰ্জ্জন।
প্ৰলয়ৰ ভাব যেন সদা দেখা যায়,
ভূত প্ৰেত কৰে নৃত্য উনমত্ত প্ৰায়।
দেশ-মধ্যে আচৰিত ঘোৰ অনাচাৰ,
নাই কাৰো ধৰ্ম্মভয়, ভীষণ আকাৰ।
মূৰ্ত্তিমান পাপে যেন গ্ৰাশিছে ধৰণী,
সাধুৰ নিস্তাৰ নাই নাপায় তৰণী।
ঘুৰে ধৰ্ম্ম নিৰাশ্ৰয় হৈ, কান্দে ধৰা,
দেখি জগতৰ দশা, পাপ পঙ্কে ভৰা।
লাহে লাহে উপস্থিত বিষ্ণুৰ সদন,
কম্বিব মন্ত্ৰণা উদ্ধাৰিব জিৱগণ।
অধোমুখে, নিশ্চল নিষ্পদ কলেবৰ,
বিচিত্ৰ ঈশ্বৰ লীলা সদ্য স্নেহভৰা।
দেখি হেন ধৰাৰ দুৰ্দ্দশা কৃপাময়,
অন্তৰ্য্যামী; চিৰনীতি কৰিব আশ্ৰয়।
হল প্ৰতিশ্ৰুত; ধৰ্ম্ম ৰাজ্যৰ স্থাপন,
অধৰ্ম্ম বিনাশ, দুৰাচাৰ আচৰণ।
গুচাবৰ অৰ্থে যুগে যুগে অৱতাৰ,
বিদায় কৰিলা প্ৰবোধি হৃৰিৰ ভাৰ।
সৰ্ব্বদেশে সকলো ধৰ্ম্মত উপস্থিত,
হলে যুগান্তৰ, প্ৰজাগণ প্ৰপীড়িত।
নামি আহে জ্যোতি এটি অনন্তৰ পৰা,
লাহে লাহে অলৌকিক তেজে, শান্তিভৰা।
উদ্ধাৰিব পীড়িত সমাজ; ভেতি পথ
নৰকৰ; দিয়ে দেখুৱাই ধৰ্ম্মব্ৰত।
আচৰিব পতিতজনক মহোল্লাসে,
মূৰ্ত্তিমান হৈ সন্ত ধৰ্ম্মক প্ৰকাশে।
দেশে দেশে এনে দিন ঘটিছে বহুত,

ঘটিছিল এনে দিন এই আসামত।
কিন্তু ভগৱন্ত লীলা বুজা বৰ টান,
জনমিল দামোদৰ অংশে নাৰায়ণ।
প্ৰকাশি অনন্ত জ্যোতি ৰুদ্ধ কৰি
নৰকৰ পথ ধৰ্ম্ম জ্ঞান বলে হৰি।
গৌতম বংশত ধৰি মানুহৰ বেশ,
উদ্ধাৰিব পতিতক,—গৌতমৰ বংশ।
আৰু আসমবাসীক, যাৰ আজ্ঞা পাণি
পোহৰায় সতত অস্থিৰ অংশুমালী,
ঘুৰে গ্ৰহগণ নিজ কক্ষে, কাননত,
ফুটে ফুল; পখী গায় গছৰ ডালত।
যাৰ গুণ ধ্যান কৰে যোগী যি মুৰতি,
প্ৰকৃতি মন্দিৰত নিত্য যাৰ আৰতি।
তেওঁৰ ইচ্ছাৰ কোনে পাব পাৰে অন্ত?
আচণ্ডাল সকলো জাতিক দীক্ষামন্ত্ৰ
কৰি দান, ধৰ্ম্মভাৱে কৰি উনমত্ত
দেশ, সবাৰ মাজত শান্তিৰ ৰাজত্ব
স্থাপি, মুকুতিৰ পথ কৰিলা প্ৰচাৰ,
দেখা দিলা ধৰ্ম্ম লোপ পালে অনাচাৰ।
বিধৰ্ম্মীসকল হীন বল সি শঙ্কিত,
অনুগামী হল সবে হৈ পৰাজিত;
ধুমুহা পাচত যেনে প্ৰকৃতি সুন্দৰী,
ক্ষান্ত হয় এবাৰলৈ স্থিৰ ভাব ধৰি।
এই আসাম জুৰি আজিও ঘোষিত,
কায়মনো বাক্য জ্ঞানে আজিও পূজিত।
যাৰ ধৰ্ম্ম, যাৰ কীৰ্ত্তি গীত হয় সদা,
মন্দিৰে মন্দিৰে অহৰ্নিশে; ৰশ্মি যথা
সকলোৰে সম অধিকাৰ সমভাৱে,
সুস্থান কুস্থান আৰু সজীৱ নিৰ্জ্জীৱে।
স্থাপন ধৰমৰ ৰাজ্য দেব দামোদৰ,

আসামত উপস্থিত কৰি যুগান্তৰ
গুচি গল নিজ স্থানে মৰ্ত্ত্য লীলা কৰি
শেষ বহুদিন আগে; সেই দিন স্মৰি
আজিও নতুন যেন সি ধৰ্ম্ম কাহিনী,
আজিও চলিছে দেশ সেই ধৰ্ম্ম মানি।
আজিও চৰাই গায় সেই গুণ গান,
ধন্য ভগৱন্ত লীলা বিচিত্ৰ আখ্যান।

"আনন্দৰাম চৌধুৰী"

# শ্ৰীশ্ৰীধৰ্ম্মো জয়তি।

"ধৰ্ম্মঃ সত্যে প্ৰতিষ্ঠিত"।

ইদানীং এই বিশাল পৃথিবীত বোদ হয় এনেকুৱা দেশ বিৰল য'ত ঈশ্বৰৰ ঘন ঘন অৱতাৰ, ধৰ্ম্ম প্ৰচাৰক, ধৰ্ম্মৰ সঙ্ঘ, ধৰ্ম্ম প্ৰচাৰাৰ্থ পত্ৰিকা, ধৰ্ম্মমান্দৰ বা বাহ্য ধৰ্ম্মানুষ্ঠান নাই। এই বিলাকৰ লগে লগে, বন্দাৰু বন্ধুবৰ্গৰ বশংবদত্বৰ কাৰণে, স্বাৰ্থান্বেষীৰ চাটু বচন বলে, অনুগ্ৰহপ্ৰাৰ্থী স্তুতি যাচকৰ স্তুতিবাক্য বশে, আৰু বহুবিধ ৰহস্য যুক্ত কাৰণে আজি কালি সমাজত ব্ৰহ্মৰ্ষি, দেবৰ্ষি, মহৰ্ষি, সচ্চিদানন্দ, ব্ৰহ্মানন্দ, বিভেদানন্দ, পৰমানন্দ, আচাৰ্য্য, পৰমাচাৰ্য্য, মাতাজী, বাবাজি, প্ৰভৃতি, কত যে ধৰ্ম্মধ্বজ ঘৰে, বাহিৰে, ঘাটে বাটে, অৰণ্যে জঙ্গলে, পৰ্ব্বতে প্ৰান্তৰে, জলে স্থলে, নগৰে কাননে, প্ৰাদুৰ্ভূত হৈছে তাৰ ইয়ত্তা কৰা কঠিন। এই বিলাক দেখি শুনি আপাত দৃষ্টিত মানব সমাজত ধৰ্ম্মৰ অতিশয় উন্নতি আৰু প্ৰচাৰ হোৱা বুলি অনেকৰে বোধ হব পাৰে। বাস্তবিক, ধৰ্ম্মৰ উন্নতি আৰু প্ৰচাৰ দৰ্শাবৰ নিমিত্তে এই যে বিবিধ বাহ্যড়ম্বৰ ইয়াৰ ষোল কলাৰ এক কলাও প্ৰকৃত হলে পৃথিবী ইমান দিন স্বৰ্গতুল্য শান্তি নিকেতন হল হেতেন। বস্তুতঃ এই সমস্ত বাহ্যড়ম্বৰ, এই সমস্ত ঘন ঘন ঈশ্বৰাবতাৰৰ অধিকাংশই স্বাৰ্থৰ ক্ৰীতদাস—বৈড়ালব্ৰতিকৰ—স্বাৰ্থ সাধনৰ উপায় মাত্ৰ। এই সমস্ত বিবিধ উপায় অবলম্বন কৰি, নিজৰ দুষ্ট প্ৰবৃত্তি আৰু বুদ্ধি অনুসাৰে শাস্ত্ৰাদিৰ অপব্যাখ্যা কৰি, আপাত মনোহৰ বাক্যে, অজ্ঞজন সমূহক কুপথে প্ৰবৰ্ত্তিত কৰাত হে মানব সমাজত ইমান হিংসা, দ্বেষ, পৰশ্ৰীকাতৰতা, মিথ্যা, শঠতা, প্ৰবঞ্চনা, নিষ্ঠুৰতাৰ তাণ্ডব নৃত্য। এই কাৰণে হে সংসাৰত ইমান জ্বালা যন্ত্ৰণা, ইমান যুদ্ধ বিগ্ৰহ, ইমান কোলাহল অমঙ্গল, ইমান অশান্তি—মহামাৰি—হাহাকাৰ।

কোনো ভণ্ড ধাৰ্ম্মিকে, পৰ ধৰ্ম্মক ভ্ৰান্ত অপধৰ্ম্ম বুলি নিজৰ ধৰ্ম্মৰ শ্ৰেষ্ঠতা তাৰস্বৰে ঘোষণা কৰি, স্বপক্ষ পুষ্টিৰ নিমিত্তে, সকলোকে সেই ধৰ্ম্ম গ্ৰহণ কৰাবলৈ নানা ছল বল কৌশল অবলম্বন কৰিছে। নৃশংস দস্যুতস্কৰ যেনে—কৈ লোভনীয় দুগ্ধ শৰ্কৰাদি মিশ্ৰিত আপাত সুস্বাদ বিষপান কৰাই অজ্ঞ অতি বিশ্বাসী পথিকৰ প্ৰাণৰ সহিত সৰ্ব্বস্ব হৰণ কৰে, তেনেকৈ কোনো কলিৰ দূত ধৰ্ম্ম প্ৰচাৰকে বা কিঞ্চিৎ ধৰ্ম্মানুষ্ঠানৰ সহিত, শাস্ত্ৰ সদাচাৰ গৰ্হিত পাপাচৰণ প্ৰয়োগ দ্বাৰা প্ৰকৃতি পুঞ্জক নৰকৰ ৰাজপথে আকৰ্ষণ কৰিছে। কেনোৱে বা বাহ্য বা ইন্দ্ৰিয় সুখৰ কাৰণে আকৃষ্ট হৈ পৰধৰ্ম্ম গ্ৰহণ পূৰ্ব্বক নিজৰ পিতা পিতামহাদিৰ ধৰ্ম্ম আৰু ধৰ্ম্ম সম্প্ৰদায়ৰ প্ৰতি ঘোৰ অনিষ্টাচাৰণ কৰিছে, কেনোৱে বা নিজৰ বানৰ তুল্য চঞ্চল চিত্ততা হেতু কিছু দিন ই ধৰ্ম্ম, কিছু দিন সি ধৰ্ম্ম, কিছু দিন নাস্তিক, কিছু দিন ব্ৰহ্মজ্ঞানী, সম শেষত

"বৈদৈৰ্ব্বিহীনাশ্চ পঠন্তি শাস্ত্ৰম্,
শাস্ত্ৰেণ হীনাশ্চ পুৰাণ পাঠাঃ।
পুৰাণ হীনাঃ কৃষিণো ভৱন্তি,
ভ্ৰষ্টা স্ততো ভাগবতা ভবন্তি।।"

মহাভাগবত হৈ স্বেচ্ছাচাৰিতা প্ৰদৰ্শন কৰিছে। এনেকৈ ব্ৰাহ্মণেও চৰ্ম্মকাৰ বা চণ্ডালৰ কাৰবাৰ কৰি স্বীয় কৰ্ম্মক ধন্য, নিজক কৃতকৃত্য ভাবিছে। চৰ্ম্মকাৰ চণ্ডালেও লম্বা লম্বা লগুণ বৈ ব্ৰাহ্মণত্ব দাবী কৰিছে। গোৰ দস্যুতস্কৰেও সাধুৰ বেশ ধৰি সমাজত মহা সাধু—মহামহা মহৰ্ষি বুলি পৰিচয় দিছে নিৰীহ সাধু পুৰুষেও সাত শয়তানৰ কুটিল চক্ৰান্তত ভূতত্ব প্ৰাপ্ত হৈছে। বাস্তবিক ঃ—

"শ্ৰুতি ৰ্ভ্ৰষ্টা নষ্টাস্মৃতিৰপি পুৰাণং বিগলিতঃ
গতালোপং সৰ্ব্বে প্ৰচুৰতৰ বেদান্ত নিবহাঃ
ইদানীং নামৈক্য কবিৰ ৰচনাৎ মোক্ষ পদবী
নজানে কো হেতুঃ শিব শিব কলে ৰেব মহিমা।

শ্ৰুতি পথ ভ্ৰষ্ট হল, স্মৃতি শাস্ত্ৰৰ নাশ পালে, পুৰাণ পমি পৰি গল, প্ৰচুৰ বেদান্ত সমূহও লোপ পালে। এতিয়া কবিৰৰ লেখা বচন পঢ়িয়েই মুক্তি পাব বুলি নিৰ্ব্বোধ মানুহৰ অন্ধ বিশ্বাস। এই ঘোৰ বিপৰ্য্যয়ৰ কাৰণ কি নাজানো। হন্ত! হন্ত! বোধ হয় দুৰাত্মা কলিৰ প্ৰভাবত এনে বিপৰ্য্যয় উপস্থিত হৈছে এই কলিৰ কাৰণেহে আধুনিক দেশত পূৰ্ব্বোক্ত ৰূপ অবস্থা। কিন্তু পৃথিবীত বিশেষতঃ আমাৰ এই পুণ্যভূমি কৰ্ম্ম ক্ষেত্ৰ ভাৰতবৰ্ষৰ চিৰদিন এনে শোচনীয় অবস্থা নাছিল। ইয়াত এসময়ত, ধৰ্ম্মৰ প্ৰতি দৃঢ় বিশ্বাস, পুণ্যৰ প্ৰতি পৰম আগ্ৰহ, পাপৰ প্ৰতি নিৰতিশয় ভীতি, মাননীয়ৰ ওচৰত

বিনীত গুৰু লঘুজ্ঞান প্ৰভৃতি মানব সমাজৰ যাবতীয় গুণগ্ৰাম সামাজিক জনসমূহৰ হৃদয়ক স্বভাবতই অধিকাৰ কৰিছিল। কিন্তু "তে হি নো দিবসা গতাঃ" সেই স্বৰ্ণময় সুখৰ, সৰলতাৰ, ধৰ্ম্মৰ দিন, বোধ হয়, চিৰ ৰাত্ৰায়গত হল! যিহক ভগবৎ কৃপায় প্ৰকৃত ধৰ্ম্মনিষ্ঠাৰ ভাব অন্ততঃ কিছু পৰিমাণে ফিৰি আহিব বুলি আশা কৰিব পাৰি, তাৰ লক্ষণ অল্পাধিক দেখাও দিছে।

ধৰ্ম্ম কাক বোলে সকলোৰে অল্পধিক অস্পষ্ট ধাৰণা আছে। বেদাদি শাস্ত্ৰত যি যি কাৰ্য্য কৰ্ত্তব্য বুলি আদেশ দিয়া আছে, সেই কাৰ্য্য আৰু তাৰ সম্পাদনেই ধৰ্ম্ম—(প্ৰেৰণালক্ষণো ধৰ্ম্মঃ) এই লক্ষ্মকে অন্যত্ৰ প্ৰকাৰান্তৰে উক্ত কৰা হৈছে—যথা,—"যতো ভ্যুদয় নিঃ শ্ৰেয়স সিদ্ধিঃ সধৰ্ম্মঃ।" অৰ্থাৎ যাৰ পৰা সৰ্ব্বতো ভাবে আত্মোন্নতি আৰু নিঃশ্ৰেয়স (পৰম মঙ্গল মুক্তি) সিদ্ধ হয়, পোৱা যায় সেয়ে ধৰ্ম্ম। এয়ে ধৰ্ম্মৰ শাস্ত্ৰীয় সূত্ৰাত্মক লক্ষণা (Delination) বেদ, স্মৃতি, সদাচাৰ, আত্মাৰ প্ৰীতিকৰ বিধি নিষেধপালন দ্বাৰা আত্মোন্নতি এবঞ্চ নিঃশ্ৰেয়স লাভ হয় দেখি পূৰ্ব্বোক্ত লক্ষণাৰ অপেক্ষায় সহজ ভাষাত ধৰ্ম্ম শাস্ত্ৰত ধৰ্ম্মৰ লক্ষণ দিয়া আছে যথা—"বেদঃ স্মৃতি সদাচাৰঃ স্বস্যচ প্ৰিয় মাত্মনঃ, এতচ্চতুৰ্ব্বিধং প্ৰাহুঃ সাক্ষাদ্ ধৰ্ম্মস্য লক্ষণম্।" এইবিলাক লক্ষণ আপাততঃ, সহজে বোধগম্য হলেও নিংসন্দিগ্ধ হৈ বুজা, বুজোৱা আৰু বেদ দৰ্শনাদি শাস্ত্ৰত পাৰদৰ্শী হোৱা প্ৰায় একে কথা। এই হেতু শাস্ত্ৰত উক্ত আছে "ধৰ্ম্মস্য তত্ত্বং নিহিতং গুহায়াম্।" বাস্তবিক সাধাৰণ পক্ষে ধৰ্ম্মৰ স্বৰূপ সম্যক্ বুজা দুষ্কৰ। যিহক সম্পূৰ্ণ ৰূপে ধৰ্ম্মৰ স্বৰূপ দুৰ্জ্ঞেয় হলেও অংশতঃ জানিব পৰা যায়। ধৰ্ম্মৰ বহু অঙ্গৰ ভিতৰত পৰা যায়। ধৰ্ম্মৰ বহু অঙ্গৰ ভিতৰত কিছুমানৰ স্বৰূপ জানিব পাৰি।

সংস্কৃত 'ধৃ' ধাতুৰপৰা ধৰ্ম্ম শব্দ নিষ্পন্ন। ধৰতি লোকান পাপাৎ নাশাৎ নিবাৰয়তি ইতি ধৰ্ম্মঃ—মানবক ধৰি ৰাখে নাশৰপৰা পাপৰপৰা নিবৃত্ত কৰে, এই কাৰণে ধৰ্ম্মক ধৰ্ম্ম বোলে। অথবা যি শক্তিৰ বলত পদাৰ্থ ধৃত অৰ্থাৎ অবস্থিত থাকে—পদাৰ্থৰ স্বৰূপ যাৰ দ্বাৰা ৰক্ষিত হয়—সেয়ে ধৰ্ম্ম। ধৰ্ম্মৰ এই শব্দগত লক্ষ্ম পূৰ্ব্বোক্ত লক্ষণৰ বিৰোধী নহয়, অনুকূলহে। অগ্নিৰ ধৰ্ম্ম দাহকতা; দাহক গুণেই অগ্নিৰ স্বভাবক ৰক্ষা কৰে; কাজেই দাহকতা অগ্নিৰ ধৰ্ম্ম। অগ্নিৰ স্বৰূপ ৰক্ষা কৰিব লাগিলে এই দাহকতা গুণৰ ৰক্ষা আৰু বৃদ্ধিৰ বিষয়ে যত্ন কৰিব লাগে। এই ৰূপে প্ৰত্যেক বস্তুৰ ধৰ্ম্মই তাৰ আত্ম ৰক্ষৰ আৰু উন্নতিৰ উপায়। মানব সমাজৰ ধৰ্ম্ম বুলিলে, যি গুণৰ দ্বাৰা মানব সমাজ আত্ম ৰক্ষাদি কৰিব পাৰে, তাকে মানব সমাজৰ ধৰ্ম্ম বুলি কব পাৰি।

এই ধৰ্ম্ম সৰ্ব্বদা সৰ্ব্বত্ৰ সমান ভাবে নাথাকে। কদাচিৎ ই কোনো পুৰুষত স্পষ্ট

দৃষ্ট হয়, কেতিয়াবা কোনো ব্যক্তি বিশেষ বা স্থান বিশেষে এই ধৰ্ম্ম নিদ্ৰিত ভাবে থাকে। উদাহৰণ স্বৰূপে ধৰিব পাৰি যে উপযুক্ত উপকৰণ কাষ্ঠাদি ব্যতীত আমি বহ্নিৰ দাহকতা সম্পূৰ্ণ উপলব্ধি কৰিব নোৱাৰো। অপৰ পক্ষে কোনো পদাৰ্থ দ্বাৰা অগ্নিৰ দাহকতা প্ৰতিৰুদ্ধ হব পাৰে সেই গুণে তাত দাহকতা নাই এই ৰূপ অনুমান যুক্ত নহয়। যি স্থানত আমি স্পষ্টতঃ ধৰ্ম্মৰ উপলব্ধি কৰিব নোৱাৰো সেই স্থানতো সেই ধৰ্ম্মভাব বীজভাবে বা সূক্ষ্মভাবে আবস্থান কৰি সেই পদাৰ্থক সূক্ষ্মভাবে অবস্থান কৰি সেই পদাৰ্থক বিজাতীয় পৰিবৰ্ত্তনৰপৰা ৰক্ষা কৰিছে। যদি উক্ত ধৰ্ম্ম বাস্তবতঃ নাথাকিলহেতেন তেন্তে সেই পদাৰ্থৰ জাত্যন্তৰ ঘটিল হেতেন, অৰ্থাৎ সেই পদাৰ্থ অন্য পদাৰ্থত পৰিণত হল হেতেন, নাশ্ৰ পালে হেতেন। অতএব এতিয়া দেখা গল যে মনুষ্যত্ব ৰক্ষা কৰিবৰ নিমিত্তে সাধাৰণ মনুষ্য ধৰ্ম্মকো মানিবলৈ আমি বাধ্য। অবশ্য এই ধৰ্ম্ম কোনো মানবত অল্প, কোনো মানবত অধিক পৰিস্ফুট। সত্বেও যিবিলাকে মানব ধৰ্ম্মৰ বিকাশ কৰিব পৰা নাই, তেওঁলোকে সেই ধৰ্ম্মৰ পৰিপুষ্টিদ্বাৰা সম্পূৰ্ণ নহলেও—সমধিক মনুষ্যত্ব লাভ কৰিব পাৰে। কিন্তু এই ধৰ্ম্ম সকলোৰ বিষয়ে একৰূপ হব নোৱাৰে। শিশুৰ পথ্য একৰূপ, বালকৰ অন্য প্ৰকাৰ, যুবকৰ ভিন্নৰূপ, বৃদ্ধ ৰোগী, অন্তঃসত্বা স্ত্ৰী ইত্যাদিৰ পথ্য বিভিন্নৰূপ। একে খাদ্যই সকলোৰে শাৰীৰিক, মানসিক এবঞ্চ আধ্যাত্মিক উন্নতি সাধন নকৰে। দেখ, কাল, সমাজ আশ্ৰম, বয়স, মানসিক শক্তি, ইত্যাদিৰ পাৰ্থক্যানুসাৰে বিভিন্ন ব্যক্তিৰ বিভিন্ন ধৰ্ম্ম হোৱা হে স্বাভাবিক। সকলোৰ কাৰণে এক প্ৰকাৰ ব্যবস্থা কৰা নিতান্ত স্বভাববিৰুদ্ধ। তদ্ৰূপ কৰিলে উপকাৰৰ পৰিবৰ্ত্তে প্ৰভূত অপকাৰ সংঘটন অনিবাৰ্য্য অৰ্থা মানবত্ব লাভৰ অনুকুল নহৈ প্ৰতিকূল হে হব। অতএব ননাবিধ পাৰ্থক্যানুসাৰে মনুষ্যত্বৰ বিকাশৰ কাৰণে ধৰ্ম্মৰ অনুষ্ঠানিক অংশ বিভিন্ন হোৱা প্ৰয়োজন।

সমাজৰ অদূৰদৰ্শিতা, অশিক্ষা, কুশিক্ষা, অজ্ঞতা, অন্ধতা, প্ৰভৃতি বহুবিধ কাৰণে এবঞ্চ উপায় অনুষ্ঠান অনুপযুক্ত পাত্ৰত অসময়ত প্ৰবৰ্ত্তিত হোৱা হেতু হিন্দু ধৰ্ম্মৰ বৰ্ত্তমান বিশৃঙ্খলা উপস্থিত হৈছে। আৰ্য্য শাস্ত্ৰৰ গভীৰ গৌৰবময় অধিকাৰ নিৰ্ব্বাচন নানা কাৰণে প্ৰায় বিলুপ্ত হোৱাত, অনুচিত অধিকাৰ অপাত্ৰত পতিত হৈছে, গতিকে ধৰ্ম্মৰ মূল দেশ অত্যন্ত দুৰ্ব্বল হৈ পৰিছে। উল্লিখিত বিষয়ে এই স্থানত এটা উদাহৰণ স্বৰূপে গল্প লিখা হল।

কোনো এজন ৰজাৰ পাৰিবাৰিক বৃদ্ধ কবিৰাজৰ মৃত্যু হোৱাত তেওঁৰ পদত তদীয় কৃতাবদ্য যুবক পুত্ৰ উক্ত ৰজাৰ গৃহ চিকিৎসক ৰূপে নিযুক্ত হয়। যুবক কবিৰাজ বিশেষ শিক্ষিত হলেও তেতিয়াও অভিজ্ঞতা লাভ কৰিব পাৰা নাছিল।

দৈবক্ৰমে ৰজাৰ চক্ষু ৰোগ হোৱাত চিকিৎসাৰ্থ সেই কবিৰাজক নিযুক্ত কৰে। কবিৰাজ আৰু ৰ্ব্বেদ শাস্ত্ৰ উদঘাটন কৰি চক্ষু চিকিৎসাৰ এটা বচন পালে "চক্ষুৰোগে সমুৎপন্নে কর্ণৌ ছিত্বা গুদং দহেৎ" অৰ্থাৎ চক্ষু ৰোগদ্বাৰা আক্ৰান্ত হলে ৰোগীৰ কাণ কাটি উত্তপ্ত লোহাদ্বাৰা গুহ্য স্থান পুৰি দিব বা লোহাৰ দাগ দিব। গতিকে ৰজাৰ চক্ষুৰ নিৰাময়তাৰ কাৰণে কবিৰাজে এনেকুৱা ব্যবস্থাকে দিলে। এই এদ্ভুত ব্যৱস্থা পাই ৰজা বিবুদ্ধি হল—তেওঁ ইতি কৰ্ত্তব্যতা সম্বন্ধে মন্ত্ৰীক পৰামৰ্শ সুধিলে। বৃদ্ধ মন্ত্ৰীয়ে কবিৰাজৰ পাঁজী পুথি অনুসন্ধান কৰি বুজিব পাৰিলে যে সেই চিকিৎসা মানুহৰ পক্ষে নহয় ঘোড়াৰ কাৰণে হে। চক্ষুৰ ব্যাধি হলে, কাণৰ আগ কাটি দি পাছৰ ফালে উত্তপ্ত লোহাদ্বাৰা পুৰি দিলে ঘোৰাৰ চক্ষুৰোগ আৰোগ্য হয়। অনভিজ্ঞ কবিৰাজে অশ্বৰ চিকিৎসা মানুহত প্ৰয়োগ কৰিবলৈ ধৰি ৰজাৰ সৰ্ব্বনাশ কৰি নিতান্ত বিড়ম্বিত হব ধৰিছিল। আজিকালি এনেকুৱা ধৰ্ম্মধ্বজ কবিৰাজৰ বংশধৰ সমাজত বিৰল নহয়। গতিকে, আজিকালি ধৰ্ম্মাচৰণতো এই ৰূপ ঘটিছে। প্ৰবৃত্তি পথৰ গৃহস্থত—ঘোৰ সকাম সংসাৰায়েও গাৰ্হস্থ্য সকাম ধৰ্ম্ম কৰ্ম্ম পৰিত্যাগ কৰি নিবৃত্তি ধৰ্ম্মাচৰণ দোহাই দি উভয় ভ্ৰষ্ট হৈছে। এনেকৈ অধিকাৰ অনধিকাৰ বিচাৰ নকৰি, বিভিন্নাবস্থা নাজানি, ধৰ্ম্মানুষ্ঠানত তুমুল বিপ্লব লগাইছে। ইয়াৰপৰা সমাজৰ—দেশৰ—ঘোৰ অনিষ্ট হৈছে, ত্ৰিবিধ অবনতিও ঘটিব ধৰিছে। যিহক, দেশ কাল পাত্ৰাদিৰ পাৰ্থক্যানুসাৰে ব্যক্তিভেদে ধৰ্ম্ম বিভিন্ন হোৱা স্বাভাবিক হলেও ধৰ্ম্মৰ এনে কিছুমান অঙ্গ আছে যিবিলাক নিৰ্ব্বিশেষে সকলোৰে সৰ্ব্বদা সৰ্ব্বত্ৰ অবলম্বনীয়।

সেই ধৰ্ম্মাঙ্গ সমূহৰ কিছুমান এই ঃ—"ক্ষমা সত্যং দমঃ শৌচং দানমিন্দ্ৰিয় সংযমঃ

অহিংসা গুৰু শুশ্ৰুষা তাৰ্থানুসৰণ দয়া আৰ্জবং লোভ শূন্যত্বং দেবব্ৰাহ্মণ পূজনং অনভ্যসূয়াচ তথা ধৰ্ম্মঃ সামান্য উচ্যতে।" ক্ষমা—পৰ কৃত অপকাৰ সহন, বাক্য আৰু মন দ্বাৰা সত্যনিষ্ঠা, দম-বিকাৰৰ কাৰণ থাকিলেও মলৰ অবিক্ৰিয়া, শৌচ—বাহ্যভ্যন্তৰ নিৰ্ম্মলতা দান—সৎপতত্ৰাদান অন্দ্ৰিয়জয়, অহিংসা—শাস্ত্ৰৰ বিধান ব্যতি ৰেকে ইনন, গুৰু বাক্যত শ্ৰদ্ধা আৰু বিবেক, তীৰ্থানুসৰণ—তীৰ্থদৰ্শনাদি, দয়া—পৰদুঃখহৰণ, আৰ্জব—সৰলতা, লোভহীনতা (অস্তেয়) দেবতা আৰু ব্ৰাহ্মণৰ পূজা, দোষবৰ্জন পূৰ্ব্বক গুণ গ্ৰহণ, এই কেইটা সংক্ষেপে মানবৰ সাধাৰণ ধৰ্ম্ম। ধৰ্ম্মৰ অঙ্গ প্ৰধানতঃ এই কেইটাৰ আকাৰে মানবত বিৰাজিত। এই বিলাক ধৰ্ম্মাঙ্গদ্বাৰা মুখ্যতঃ মনুষ্যৰ মনুষ্যত্ব ৰক্ষিত হয়।

এই কাৰণে এই কেইটা মানব ধৰ্ম্মৰ প্ৰধান অঙ্গষ এই বিলাকৰ ভিতৰত পুনশ্চ,

সত্যভাষণ ধৰ্ম্মৰ প্ৰধান অঙ্গ বুলি কথিত আছে—"ধৰ্ম্মঃ সত্যে প্ৰতিষ্ঠিতঃ"—সত্যৰ ওপৰতে ধৰ্ম্ম প্ৰতিষ্ঠিত আশ্ৰিত। এই সত্যৰ অভাব হলে ধৰ্ম্ম কোনোৰূপে থাকিব নোৱাৰে অন্যপক্ষে সত্য থাকিলে সত্য ৰক্ষিত হলে ধৰ্ম্মৰ অবস্থান ধৰ্ম্মৰক্ষা স্বতঃসিদ্ধ। এই সত্য ৰক্ষাৰ কাৰণেই প্ৰাচীন ভাৰত প্ৰসিদ্ধ। সত্যৰক্ষাৰ কাৰণে সত্যসন্ধ পুৰুষে বিশাল ৰাজ্য পৰিত্যাগ কৰি অৰণ্য বাসৰ অবৰ্ণনীয় ক্লেশ অনায়াসে সহ্য কৰি, নিজৰ প্ৰাণাপেক্ষা প্ৰিয়তম পুত্ৰক কৰতেৰে কাটি অতিথি সংকাৰ কৰি, এবঞ্চ ভীষণ ক্ষুধাৰ্ত্ত ব্যাঘ্ৰক নিজ দেহ সমৰ্পণ কৰি সত্যনিষ্টাৰ উদাহৰণ ৰাখি গৈছে। ইদানীং সৰল সত্যৰ সমাদৰ সমাজৰপৰা প্ৰায় বিতাডিত হৈছে। তৎপদে, অসত্য, কপটতা, প্ৰভৃতি সভ্যতাৰ নানাবিধ আবৰণে আবৃত হৈ সগৰ্ব্বে ৰাজত্ব কৰিছে। যিহক প্ৰাচীন কালৰ সেই সত্যপৰায়ণতাব ধৰ্ম্মপৰা তাৰ কথা আলোচনা কৰাও মঙ্গলকৰ দেখি ইয়াত তৎকালিক জনৈক সত্য-ধৰ্ম্মাদি নৃপতিৰ সত্যনিষ্ঠাৰ কথা লিখিত হ'ল গল্পত, সচৰাচৰ যেনেকৈ কল্পনা অতি শযোক্তি প্ৰভৃতি অলঙ্কাৰ থাকে ইয়াতে তেনেকৈ কিছু পৰিমাণে আছে। তথাপি ইয়াৰপৰা প্ৰাচীন সমাজৰ সত্যনিষ্ঠা যে অতিশয় প্ৰবল আছিল এই কথা অনাযাসে বুজিব পাৰি। আখ্যায়িকাটো এইঃ—

পুৰাকালত, ধৰ্ম্মভূমি ভাৰতবৰ্ষৰ কোনো ৰাজ্যত সত্যধৰ্ম্মা নামে এজন ৰজাই ৰাজ্য পালন কৰি আছিল। তেওঁ সত্যকে ধৰ্ম্মৰ প্ৰধান অঙ্গ জানি কদাপি সেই সত্যৰ লঙ্ঘন নকৰিছিল। এক সময়ত ৰজা সত্যধৰ্ম্মাই এই নিয়ম কৰিলে যে ৰাজকীয় পণ্য শালাত প্ৰত্যহ বিক্ৰয়াৰ্থ সমানীত যিবোৰ পণ্যবস্তু অপৰৰ ওচৰত বিক্ৰীত নহয় তাক তেওঁ নিজব্যয়ে ক্ৰয় কৰি ৰাখিব। এই নিয়ম প্ৰচলিত হোৱাৰ পৰে এদিন কশ্চিৎ কাৰুৱে এটা অলক্ষ্মীৰ প্ৰতিমা ৰজাৰ হাটলৈ আনি লক্ষমুদ্ৰা মূল্য কৰিলে। লক্ষ টকা দিয়ক ছাৰি, বিনামূল্যেও কেৱে অলক্ষ্মীৰ প্ৰতিমা নিনিয়ে; গতিকে ক্ৰেতাবিলাকে প্ৰস্থান কৰিলে ৰাজ্য সত্যধৰ্ম্মাই স্বীয সত্য ৰক্ষাৰ নিমিত্তে লক্ষমুদ্ৰা মূল্য প্ৰদান কৰি সেই প্ৰতিমাক ৰাজভবনলৈ নিয়ালে।

অতঃপৰ কোনো এদিন তমস্বিনী ৰজনীত নৰপতি একাকী প্ৰাসাদৰ উপৰি উপবিষ্ট আছে, এনেতে পৰম সুন্দৰী এজনী যুবতী অস্ফুট স্বৰে ৰোদন কৰি, শৰীৰ শোভায় সৌধ শিখৰ সমালোকিত কৰি, নৰপতি সত্যধৰ্ম্মাৰ সম্মুখত আবিৰ্ভূতা হল। আলোক সামান্য ৰূপলাবণ্যৱতী অকস্মাৎ আবিৰ্ভূতা যুৱতীক দৰ্শন কৰি ৰজাই সসম্ৰমে সুধিলে মতিঃ আপুনি কোন? কিয় ৰোদন কৰিছে? তেওঁ কলে "বৎস্য। মই তোমাৰ ৰাজলক্ষ্মী। সম্প্ৰতি, তুমি অলক্ষ্মীক আনি ৰাজভবনত স্থাপন কৰিছা। তেওঁৰ সহিত মোৰ একত্ৰ অবস্থান অশক্য। অতএব স্নেহাস্পদ তোমাক এবঞ্চ তদীয়

এই বিশাল সাম্রাজ্য পরিত্যাহ করি মোর যাব লগা হল, এয়ে মোর রোদনর কারণ।" লক্ষ্মীর কথা শ্ৰবণ করি রাজা বদ্ধাঞ্জলি হৈ বিষণ্ণমনে, বাষ্পরুদ্ধ কণ্ঠে কলে, মাতঃ, আপুনি লোকর আশ্ৰয়, বিষ্ণুর ৰক্ষস্থলে, শঙ্খ চক্র পঙ্কজাদিত যেনেকৈ সৰ্ব্বদা বাস করে, তেনেকৈ মোর ভবনতো সততে অধিষ্ঠান করক। আপুনি বিষ্ণুর দয়িতা, বিষ্ণুও সত্য ধৰ্ম্ম স্বৰূপ, সেই সত্য পালনর কারণেই মই রাজভবনলৈ অলক্ষ্মীক আনিছো, ইয়ার অন্যথাচরণ করিলে সত্যভঙ্গরপরা নিতান্ত অধৰ্ম্ম—পাপ—হল হেতেন। পাপীর—অধাৰ্ম্মিকর শ্ৰী কদাপি স্থায়ী নহয়; গতিকে সেই পক্ষে আপুনি মোক অবশ্যে ঘৃণার সহিত পরিত্যাগ করিলে হেতেন। যিহক, আপুনি মোক পরিত্যাগ করিলেও বা সকলো বিপদ ঘটিলেও, সৰ্ব্বস্ব ব্যয়েও রক্ষণীয়, অতি বহনীয়, সত্যপালন ৰূপ স্বধৰ্ম্মক মই পরিহার করিব নোৱাৰো। যদি ধৰ্ম্ম পালন হেতু মোক বৰ্জন করা উচিত বুলি ভাবে তেন্তে করক।" রজার বাক্য যতাৰ্থ জানিও, লক্ষ্মী রাজভবনর পরা যোৱাত মূৰ্ত্তিমান ভাগ্যদেৱেও আহি "মহারাজ, লক্ষ্মীহীনর গৃহত মই থাকিব নোৱারো, অতএব ময়ো ইয়ারপরা প্রস্থান করো" বুলি প্রত্যুত্তরর অপেক্ষা নকরিয়েই প্রস্থান করিলে। অতঃপর বুদ্ধিয়ে "মহারাজ, লক্ষ্মী আরু সৌভাগ্যর মই সহচর স্বৰূপ। তেওঁলোক ব্যতীরেকে মোর অবস্থান দুষ্কর, অতএব ময়ো যাও'" বুলি কৈ প্রস্থান করিলে। য'ত লক্ষ্মী, ভাগ্য আরু বুদ্ধি নাথাকে, তাত ধৰ্ম্মেও বাস করিব নোৱারে। অতএব মূৰ্ত্তিমান চতুৰ্ম্মখ, চতুৰ্ব্বাহু, চতুষ্পাৎ ধৰ্ম্ম রজার আগত আবিৰ্ভূত হৈ কলে "মহারাজ! লক্ষ্মী, ভাগ্য, বুদ্ধি নাথাকিলে মোর বাস করা অসম্ভব, কারণ এওঁবিলাক মোর নিত্য অনুচর, গতিকে আপোনার রাজভবন এরি যাবলৈ মোক অনুমতি দিয়ক।" তেতিয়া রজাই ব্যগ্রভাবে কলে সেইটো হব নোৱারে, আপোনাক যাব নিদিও। আপোনার কারণেহে মই লক্ষমুদ্রাব্যয়ে অলক্ষ্মীক গৃহত স্থাপন করি, লক্ষ্মী, ভাগ্য আরু বুদ্ধিক ত্যাগ করিবলৈ কুণ্ঠিত নহলো। অতএব, মোক পরিত্যাগ করা আপোনার উচিত নহয়।" এইৰূপ অনুনয় করি, ধৰ্ম্মপরায়ণ রজা সত্যধৰ্ম্মাই সবলে ধৰ্ম্মর চরণত ধরি রাখিলে। সত্যস্বৰূপ ধৰ্ম্ম রক্ষাৰ্থে রজার সৰ্ব্বস্ব ত্যাগ আরু প্রগাঢ় অনুরাগ, দেখি ধৰ্ম্মদেৱেও "এওঁক এরি গলে মোরো অধৰ্ম্ম হব" এইৰূপ ভাবি পূৰ্ব্ববৎ অবস্থান করিলে। ধৰ্ম্মক রাখিব পারিলে, অচিয়ে হক বা বিলম্বে হক লক্ষ্মী ভাগ্যাদির আগমন অৱশ্যম্ভালি এই হেতু ধৰ্ম্মক অনাগত দেখি, ধৰ্ম্মর আকৰ্ষণে লক্ষ্মী, ভাগ্য এবঞ্চ ফিরি আহি পূৰ্ব্ববৎ অবস্থিতি করিলে অৱশ্য পরে গৃহনিকটবৰ্ত্তী বৃক্ষতং অলক্ষীর প্রতিমাক স্থান দিয়া হল।

বস্তুতঃ ধৰ্ম্মর সমান মঙ্গলর নিঃশ্রেয়সর নিদান আরু অন্য নাই। ধৰ্ম্মর প্রধান

লক্ষণ সত্যনিষ্ঠা। হব যদি প্ৰত্যেক দেশৰ সমাজৰ অৰ্দ্ধা লোক প্ৰকৃতই সত্যনিষ্ঠা সম্পন্ন হল হেতেন তেন্তে এই পৃথিবী ইদানিং এক ঈৰ্শা, দ্বেষ, দ্বন্দ, অসূয়া, প্ৰবঞ্চনা, পতি হিংসা, অশান্তি, অমঙ্গলৰ ক্ৰীড়া নহল হেতেন। ভগৱৎ কৃপায় এইয়া সময় নাহিব নে?

ওঁ বাঙ্‌মে মনসি প্ৰতিষ্ঠিতেত্যাদি শবম্।

শ্ৰীলক্ষীকান্ত মিশ্ৰ ভাগবতী

## ৬ষ্ঠ সংখ্যা বাঁহীত অধ্যাপক শ্ৰীযুত বাণীকান্ত কাকতী আৰু আমি।

যষ্ঠ সংখ্যা বাঁহীত শ্ৰদ্ধাপদ বন্ধু শ্ৰীযুত বাণীকাণ্ত কাকতীদেৱে আমাৰ "দেব দামোদৰ আৰু হিন্দু ধৰ্ম্মৰ বিষয়ে দিয়া বক্তৃতাৰ ওপৰত যি ভাবেৰে সমালোচনা কৰিছে তাত আমি প্ৰীত হৈছো। প্ৰদীপিকা জন্মিবৰেপৰা আমাৰ বন্ধুসকলে প্ৰদী পিকাক যি দৰে কটু কাটব্য তাৰ লগত আমাকো দুই চাৰিষাৰ শুনাইছে তাত বাধ্য হৈ আমিও আত্মৰক্ষাৰ্থে দুই চাৰিষাৰ মিহি উত্তৰ দি আহিছোঁ। আমি কেতিয়াও আগধৰি কাকো কটু কাটব্য কৰা নাই। কাকতী দেৱে আৰম্ভৰেপৰা এফালে "অসমীয়া" আৰু "বাঁহী" আৰু আনফালে "প্ৰদীপিকা" তাৰিখওৱাৰি কৰি মিলাই চালেই আমাৰ কথা হয়নে নহয় বুজিব। বয়সত সৰু হলেও বা বয়স অনুসৰি মোৰ সৰু ভ্ৰাতৃৰ যোগ্য হলেও বিদ্যা বুদ্ধি জ্ঞানত যেতিয়াই সুপক্ক তেতিয়াই আমি তেওঁক আমাৰ শ্ৰদ্ধাস্পদ বন্ধুৰ শাৰীতহে ৰাখিছো তেহেলৈ তেওঁ আমাৰ প্ৰতি যি ভাব ৰাখে ৰাখক। কাকতীদেৱে সমালোচনাৰ শেষত আমাক "বেনামী" প্ৰবন্ধ ছপা কৰা যুগুত নহয় বুলি কৈছে। ২য় সংখ্যা প্ৰদীপিকাত "গড়মুৰৰ এজন উচিত বক্তা" বুলি দিয়া প্ৰবন্ধটিত বাজে প্ৰদীপিকাই আৰু আন এটিও বেনামী প্ৰবন্ধ ছপোৱা নাই। সম্পাদকীয় দায়িত্ব বহুত। ভালেমান কথা আগ পিচ চাইহে প্ৰবন্ধাদি ছাপা কৰিব লগাত পৰে। কিন্তু মত নিমিলিলেই যে অপৰ পক্ষে গালি গালাজ কৰিব লাগে এইটো যুক্তিসঙ্গত নহয় হবলা। এই বেনামী প্ৰবন্ধ ছপোৱা প্ৰথাৰ বাটটো আমাক "অসমীয়ায়ে" একেৰা আৰম্ভতে দেকুৱাই দিলে। বৰবাহাৰ গুপুত উলিয়াবলৈ উদগোৱা "সমাজশীৰ্ষ" প্ৰবন্ধত লিখকৰ নাম নাছিল। তাৰ পিছত 'অসমৰ সত্ৰবিলাকত যিমান দিনলৈকে কীৰ্ত্তন আৰু দশম পূজিত থাকিব" ইত্যাদি কোৱা প্ৰবন্ধটো লিখকৰ স্বনাম নাছিল। পিছত প্ৰদীপিকাক "ৰাওমুৱা কুলক্ষনীয়া" ইত্যাদি বিশেষণ দিয়া প্ৰবন্ধটিটো নাম নাছিল। কাকতী দেৱে এইবিলাক নুই কৰিব নোৱাৰে। বাৰু যি হবৰ হল আমি পৰা

পক্ষত আগলৈ বেনামী প্ৰবন্ধ নুলিয়াও কিন্তু কাকতীদেৱের পক্ষৰ বাঁহীয়েও যেন কাকতীদেৱৰ উপদেশ ফেৰা শুনে এয়েহে আমাৰ গোহাৰি।

আমি প্ৰদীপিকা হাতত লবৰ দিনৰে পৰা কৈছোঁ যে প্ৰদীপিকাৰ উদ্দেশ্য হৈছে ধৰ্ম্মৰ অসামঞ্জস্যৰ ভিতৰতো সামঞ্জস্য বিচৰা, আলোচনা কৰোতেও অপৰ পক্ষলৈ শ্ৰদ্ধা ভাব ৰখা। প্ৰদীপিকাই আগধৰি কাকো কেতিয়াও কটু কাটব্য কৰা নাই বুলি বুকত হাত দি ডাঠি কব পাৰে।

এতিয়া কাকতীদেৱৰ আচল কথালৈ আহিব লগীয়া হৈ আমি আৰম্ভনতে নকৈ নোৱাৰো যে কাকতীদেৱে বৈষ্ণৱ সম্প্ৰদায়ৰ মূল গুৰিতে কেৱল ৰামানুজহে বুলি কোৱা কথাষাৰ আমি সমৰ্থন কৰিব নোৱাৰো। বেদ সৃষ্টিৰ দিনৰে পৰা দৰ্শনৰ, ধৰ্ম্মৰ আকৰ ব্ৰাহ্মণে আন কি আচল ধৰ্ম্মৰ তত্ত্ব পোৱা ক্ষত্ৰিয় বৈশ্য ইত্যাদি দ্বিজাতিসকলেও পৰম ব্ৰহ্মাৰ একোটা একোটা স্বৰূপ (যেনে শক্তি, শিৱ, বিষ্ণু, সূৰ্য্য, গণপতি) মানে। অবশ্যে সকলোৱেই নিজ ৰুচি আৰু প্ৰেম অনুসাৰে এই পাঁচজনৰ এজনক মুখ্য পাতি নিজৰ ইষ্ট বুলি লয়। শাক্তই পৰমব্ৰহ্মাৰ মাতৃৰূপটোকে নিজৰ প্ৰধান ইষ্ট বুলি ললেও ই চাৰিজনতো সেই ইষ্টকে চিনাই দিবলৈ, সেই ইষ্টদেবীৰ ওচৰলৈ যাবৰ নিমিত্তে সহায় কৰিবলৈ কাৰুণ্য কৰে। এই প্ৰথা মতেহে ধৰ্ম্মৰ সকলো মতকে সামঞ্জস্যৰ ভিতৰলৈ আনিব পাৰি। এই প্ৰথা এৰি গোৰামি কৰিলেই শাক্ত, শৈৱ, বৈষ্ণৱৰ ভিতৰত পৰস্পৰ টঙনা-টঙনি, মৰামৰি কৰিব লগাত পৰে। আই ডাঙৰ নে বোপাই ডাঙৰ এই কথা লৈ অৰিয়াঅৰি কৰিলেই লেঠা লাগে। Practical Field অৰ্থাৎ হিন্দু ধৰ্ম্মৰ ভিতৰত থাকি জীৱন যাত্ৰা সুকলমে নিৰ্ব্বাহ কৰিবলৈ হলেও এই সামঞ্জস্য লাগে। এই সামঞ্জস্য এৰি দিলেই এই জটিল সংসাৰত চলাই টান হয়। দৃষ্টান্ত স্বৰূপে চাওক। হিন্দু হলেই পিতৃ-মাতৃৰ শ্ৰাদ্ধাদি কৰিবই লাগিব। বিয়া পাতিলেও হোম পূৰিব লাগিব। কিন্তু এই অনুষ্ঠানবিলাকত ব্ৰাহ্মণে অকল শাক্তৰ নিমিত্তে হলে "গোসানী গোসানী" নকৰে, অথবা বৈষ্ণৱৰ নিমিত্তে হলেও কেৱল কৃষ্ণ কৃষ্ণ বা ৰাম ৰাম নোবোৱে। পাঁচোজন দেৱতাকেই পূজিব। তাৰ লগতে অগ্নি, বায়ু, সূৰ্য্য, চন্দ্ৰ, দশাদিকপাল, ভূচৰ, বেতাল, পিশাঁচ, সৰিসৃপ ইত্যাদিবোৰ যজ্ঞ বিঘ্ন নকৰিবলৈ স্তুতি কৰি তেনেহলেই দেখা যায় হিন্দু অনুষ্ঠানবিলাকত ব্ৰাহ্মণে অকল এজনকো নধৰে। এনেকুৱা স্থলত ঘোৰ বৈষ্ণৱ বা ঘোৰ শাক্ত হলে দেখোন লেঠা লাগি পৰে। পিতৃ মাতৃৰ শ্ৰাদ্ধ, বিয়া আদি হিন্দুৰ অনুষ্ঠান উঠি যাব লগাত পৰে। অনুষ্ঠান উঠি গলেই হিন্দুৰ হিন্দুত্ব আৰু বেদ লুপ্ত হব লগীয়াত পৰে। বাস্তৱিকে হিন্দুৰ হিন্দুত্ব গলে, বেদ লুপ্ত হলে ভাৰতবৰ্ষ এখোজ ওপৰলৈ উঠিবনে? ঘোৰ

সামাজিক বিশৃঙ্খলা নহবনে? আজিকালি অসমৰ প্ৰত্যেক জিলা আৰু নগৰতেই দুৰ্গাপূজা হয়। সেই পূজাত বলী আদি কটাৰ বাজেও নাচ, গান, থিয়েটাৰ ইত্যাদি উৎসব আমোদ প্ৰমোদ হয়। এই আমোদ প্ৰমোদত মহাপুৰুষীয়া সকলেও যোগ নিদিয়াকৈ দেখোন থাকিব নোৱাৰে। যোগ দিয়া মানেই দেখোন পূজা সমৰ্থন কৰা বা অনুমোদন কৰা হয়। সেই দৰে বিষ্ণুপক্ষৰ দৌল, জন্মাদি আৰু শিবৰ শিবৰাত্ৰি ইত্যাদিতো জন্ম পক্ষ সকলে লগ নালাগেনে? কাৰ? কাযেই হিন্দুৰ হিন্দুত্বত পৰন ব্ৰহ্মাৰ নাম বিকাশকো মানি লগীয়া শ্ৰদ্ধা কৰিবলগীয়া বিধান আছে। অবশ্যে যি লোৱা যি জনা ইষ্ট তাকে নিজ সম্প্ৰদায় থাকি প্ৰধানকৈ, অন্তৰৰ শ্ৰদ্ধা ভক্তি, প্ৰেম, প্ৰীতি, ৰাখিব। এয়ে হৈছে আমাৰ মনেৰে সামঞ্জস্যৰ বিধান।

আমাৰ কাকতীদেৱে যে কৈছে শঙ্কৰাচাৰ্য্য কেবল বেদান্তিক বা শক্তিহে আছিল, অথবা তেওঁ বিষ্ণুক একেবাৰে নেমানিছিল বা উৰাই দিছিল, আৰু ৰামানুজহে কেবল ঘোৰ বৈষ্ণৱ আছিল গোসানীক দেখিলেও দহ হাত ভফাতেগি গৈছিল এনে কথা আমি স্বীকাৰ নকৰোঁ। অবশ্যে ৰামানুজৰ পৰম ব্ৰহ্মাৰ পুৰুষ ৰূপত, বিশেষ ৰাম আৰু কৃষ্ণ ৰূপত প্ৰীতি বেছি আছিল; শঙ্কৰাচাৰ্য্যৰো সেই দৰে পৰমব্ৰহ্মাৰ জ্ঞান ৰূপত বা শিব, শক্তি ৰূপত প্ৰীতি বেছি আছিল; সেই বুলিয়েই যে ইজনে বিষ্ণুক আৰু সিজনে শক্তিক দলিয়াই পেলাইছিল এই কথা আমি দামোদৰীয়াই কব নোৱাৰোঁ। ইংৰাজ প্ৰত্নতাত্বিকে বা আধুনিক ইংৰাজি দৰ্শন বিজ্ঞানেৰে শিক্ষিত হিন্দু প্ৰত্নতাত্বিকেও কব পাৰে যে বিষ্ণৱ ধৰ্ম্মৰ সৃষ্টিকাৰক ৰামানুজ আৰু শক্তি শৈব ধৰ্ম্মৰ সৃষ্টিকাৰক শঙ্কৰাচাৰ্য্য। কিন্তু প্ৰকৃত হিন্দুয়ে এই কথা স্বীকাৰ নকৰে। ৰামানুজ জন্মাৰ আগেয়ে ৰামায়নত বিষ্ণুৰ অবতাৰ ৰাম আৰু মহাভাৰতত কৃষ্ণ স্থাপিত হৈ গৈছে। সেই দৰে শঙ্কৰাচাৰ্য্য জন্মাৰ পিনৰেপৰা, শিব, শক্তিৰ পূজা চলি আহিছে। শৈব, শক্তি, বৈষ্ণৱ, সৌৰ, গাণপত্য এই কেইওটা পন্থ দেবৰপৰা ওলাইছে। নতুনকৈ কেৱে কোনো পন্থৰে হিন্দুধৰ্ম্ম উলিৱা নাই। কেবল মাজে মাজে নানা বিপ্লবত পৰি লোপ হৈ থকা দুই একোটা পন্থ মহা মহা পুৰুষসকলে মাজে মাজে ডাঙ্গি ধৰি দেখুৱাই দি গৈছে মাথোন।

কাকতীদেৱৰ বুৰঞ্জীমতে ৰামানুজহে হেনো সকলো বৈষ্ণৱ সম্প্ৰদায়ৰ সংস্থাপক। আমি হলে ইংৰাজ বুৰঞ্জী লিখকৰ বুৰঞ্জীত বাজে এই কথা আন ঠাইত নেপাওঁ। ৰামানুজ ১১৫০ শকত জন্মগ্ৰহণ কৰি কেবল শ্ৰীসম্প্ৰদায়ৰ বৈষ্ণৱ পন্থহে দেখুৱাই গৈছে। এই সম্প্ৰদায়ৰ বৈষ্ণৱসকলে বিষ্ণু আৰু লক্ষ্মীক পৃথকৰূপে বা যুগলৰূপে উপাসনা কৰে। শ্ৰীসম্প্ৰদায়ৰ ভিতৰতে ৰামাৱৎ সম্প্ৰদায়। এই ৰামাৱৎ সম্প্ৰদায়ৰ

ভজনীয় ৰাম আৰু সীতাহে। কৃষ্ণ নহয় ১২০০ খৃষ্টাব্দত দক্ষীণাপথৰ তুলব দেশত মাধবচাৰ্য্য জন্ম গ্ৰহণ কৰি মাধবী বা ব্ৰহ্ম সম্প্ৰদায় গঠিত কৰে। এই সম্প্ৰদায়ে বিষ্ণুৰ উপাসনা যদিও মুখ্য কৈ কৰে, তথাপি এই সম্প্ৰদায়ত হৰ পাৰ্ব্বতীৰ উপাসনাও গৌণ ভাবে আছে। ১৫২০ খৃষ্টাব্দত ত্ৰৈলঙ্গত বল্লভাচাৰ্য্য জন্মি এক সম্প্ৰদায় গঠন কৰে। এই সম্প্ৰদায়ক বল্লভাচাৰী বা ৰুদ্ৰ সম্প্ৰদায় বোলে। এওঁলোকৰ মতে নিৰ্জন ঠাইত কঠোৰ তপস্যা কৰাৰ কোনো ফল নাই সংসাৰতে থাকি বিষয় বাসনা ভোগ কৰিও ঈশ্বৰ কৃষ্ণক চিন্তিব পাৰি। বল্লভাচাৰ্য্য প্ৰথমতে সন্ন্যাসী আছিল, পিচত গৃহী হৈছিল। নিম্বা দিত্যয়ো এক সম্প্ৰদায় গঠন কৰ্ত্তব্য। এই সম্প্ৰদায়ক নিমাৎ বা সনকাদি সম্প্ৰদায় বোলে। এই সম্প্ৰদায়ে ৰাদাকৃষ্ণৰ যুগলৰূপ উপাসনা কৰে।

বঙ্গদেশৰ মহাপ্ৰভু শ্ৰীচৈতন্য এই চাৰি সম্প্ৰদায়ৰ ভিতৰৰ মাধবী সম্প্ৰদায় ভুক্ত আছিল। এই কাৰণেই আৰু বিশেষ ঈশ্বৰক যেতিয়াই পুৰুস বুলিও পূজিব পৰা যায় আৰু মাতৃ বুলিও পূজিব পাৰি তেনেস্থলত আমি দামোদৰীয়াই হলে ঈশ্বৰ কৃষ্ণৰ লগতে ৰাধাৰো নাম লওঁ, হৰৰ লগত গৌৰীকো কাৰুণ্য জনাওঁ।

কাকতীদেৱে বুৰঞ্জী মতেই এইটো স্বীকাৰ নকাৰ নোৱাৰে যে চৈতন্য মহাপ্ৰভুৰ দীক্ষাগুৰু ঈশ্বৰ পুৰী সন্ন্যাসী আৰু ৰাজযোগৰ দীক্ষাগুৰু কেশবানন্দ ভাৰতী আছিল। গিৰী, পুৰী, ভাৰতী, বন, আৰুণ্যক, সাৰস্বত, ইত্যাদি দহোটা সম্প্ৰদায়েই শক্তি শৈব পন্থৰ, শঙ্কৰাচাৰ্য্যে থাপি যোৱা। ঈশ্বৰ পুৰী শক্তি হৈও মহাপ্ৰভু চৈতন্যক দীক্ষা দি চৈতন্যৰ ব্ৰহ্মজ্ঞান খুলি দি কি ভক্তিৰ সোঁত বোৱালে এইটো দেখোন কাকতীদেৱে জানে। সেইদৰে বৈষ্ণৱ ধৰ্ম্মক আশ্ৰয় কৰা ব্ৰাহ্মণ গুৰুৱেও শিষ্যক শক্তি শিবৰ দীক্ষা দি ব্ৰহ্মজ্ঞান খুলি দিব পাৰে, বিৰোধ একো নাই। মহাপ্ৰভু চৈতন্যৰ পন্থত আৰু আমাৰ দামোদৰী পন্থতো সকলো সম্প্ৰদায়ৰে ভিতৰত পৰম্পৰ সামঞ্জস্য এই দৰে ৰক্ষিত হৈছে তেহেলৈ কাকতীদেৱে আৰু আন আন সকলে যি কয় কৈ থাকক।

বিদ্বান কাকতীদেৱে এইটোও কৈছে যে আমি মনত আগেয়ে কেতীখনি ধাৰণা লৈ পিছত সেই ধাৰণা মতে a priori method অৱলম্বন কৰি শ্ৰুতি স্মৃতি বেদ পুৰাণ টানি আজুৰি আনি আমি হেনো আমাৰ মত পৰিপূৰ্ণ কৰিছোঁ। আমি বুৰঞ্জীৰ ফালে হেনো এফেৰাকে যোৱা নাই। বুৰঞ্জীয়ে হেনো অকাট্যৰূপে, নিৰ্ভুলৰূপে কৈছে প্ৰভু শ্ৰীশ্ৰী শঙ্কৰদেৱে হে হেনো সকলোৰে গুৰু। আৰু আমি হেনো প্ৰভু শ্ৰীশ্ৰীদেৱদামোদৰ দেৱৰ আচৰণ উক্তি, নিত্য নৈমিত্তিক আচৰণ ইত্যাদিলৈ নেচাই যিহকে পাইছোঁ তাকে কৈছোঁ। ৰজা উঠন, ৰজা পতন জাতীয় অভ্যুদয়, জাতীয় পতন এইবিলাক বিষয়ত বুৰঞ্জী নিখুঁত নিভাঁজ সচা হলেও ধৰ্ম্ম বিষয়ক বুৰঞ্জী

অকাদি নহয়। ৰাজনৈতিক বিষয়ৰ বা Secutar বিষয়ৰ বুৰঞ্জীও সময়ে সময়ে পক্ষপাতী দোষে ভৰা। আমি সৰুৰেপৰা কলিকতাৰ অন্ধকূপ হত্যাৰ বিষয়ে পাই আহিছোঁ আৰু সেই ঘটনাটোক সচা বুলি মানি আহিছিলোঁ, কিন্তু সিদিনা স্বদেশী আন্দোলনৰ সময়ত বঙালী লিখকৰ পৰা শুনিলোঁ যে অন্ধকূপ হত্যা কাণ্ড একেবাৰে মিছা নহলেও ইংৰাজ বুৰঞ্জী লিখকৰ অতিৰঞ্জিত কাল্পনিক কথাৰে ভৰা। যদি সাংসাৰিক বিষয়ৰ বুৰঞ্জীয়েই (secutar History) এনেকুৱা তেনেহলে সম্প্ৰদায়িক প্ৰত্যেক জন মহাপুৰুষৰে জীৱনীবিলাক অতি ৰঞ্জিত বা পক্ষপাতি দোষেৰে যে দুষিত হব ইয়াত কোনো আচৰিত কথা নাই। প্ৰত্যেকজন চৰিত লিখকেই নিজ নিজ ভাবমতে, মত মতে ৰহন ঢালিহে চৰিত পুথি লিখিছে। সেই দেখি ধৰ্ম্ম বিষয়ৰ তথ্য লৈ ইখনে সিখনে অমিল। এনেকুৱা স্থলত সত্য অনুসন্ধান কাৰীৰ উপায় কি? সত্য অনুসন্ধান কাৰীয়ে কেউখনকে ৰিজাব, তাৰ ভিতৰত যি Internal Evidence আছে *তাকো চাব, বৰ্ত্তমান কি মহাপুৰুষীয়া, কি দামোদৰীয়া সকলো বিলাক সত্ৰৰে চলি থকা ৰিতি নীতি, অনুষ্ঠান বিলাকো চাব, সেইবিলাকক আকৌ শ্ৰুতি, স্মৃতি, পুৰাণ, বেদ এইবিলাকৰ লগতো মিলাই চাইহে কোনো এক সিদ্ধান্তলৈ আহিব পাৰে।* কোনো এখনি চৰিতকে নিভাজ নিখুত বুৰঞ্জী বুলি ধৰি শ্ৰুতি, স্মৃতি বেদ আদিক দলিয়াই পেলাব নোৱাৰি। এইজনা আশীক্ষিতেহে অথবা অটল জনেহে এখন চৰিত্ৰ পুথিকে খামোচমাৰি ধৰি তাকে নিভাজ নিখুত সত্য বুলি বেদ, শ্ৰুতি স্মৃতিক সাগৰৰ গৰ্ভত নি ডুবাব পাৰে। আমি হলে নোৱাৰোঁ। মূল মূল ঘটনা ধৰি, তাৰ লগতে চলিত ৰীতি, নীতি, অনুষ্ঠান বিলাক ৰিজাই আমি পাও যে কি মহাপ্ৰভু শঙ্কৰদেৱ, দামোদৰদেৱ হৰিদেৱ কেৱে শ্ৰুতি স্মৃতি বেদ উলঙ্ঘন কৰি চলা নাই। বৰং প্ৰভু দামোদৰ দেৱে সকলোৰে সামঞ্জস্য ৰাখিহে চলাটো আমি দামোদৰীয়াই পাওঁ। বুৰঞ্জীৰ এইটো নিভাঁজ নিখুট সত্য যে প্ৰভু দামোদৰদেৱ কোচবিহাৰৰ লক্ষ্মীনাৰায়ণ ৰজাৰ গুৰু হৈছিল। প্ৰভু শঙ্কৰদেৱে ৰজাৰ, স্ত্ৰীৰ আৰু ব্ৰাহ্মণৰ গুৰু নহওঁ বুলি কৈছিল। লক্ষ্মীনাৰায়ণ ৰজাই গোঁসানী পূজা কৰিছিল। আৰু সেই গোঁসানী পূজা প্ৰভু দামোদৰে কৰিবলৈ হাক দিয়া নাছিল। কেৱল পাঠা বা আন কোনো জীৱক বলী দিবলৈ হলে হাক দিছিল। দূতৰ আগত কৈ পঠাইছিল, "গন্ধ পুষ্প ধুপ দ্বিপ নৈবিদ্য দ্ৰব্যসে শোভান। নকৰে দুৰ্গাই পঠা স্বীকাৰ" (ৰামৰায় কৃত চৰিত্ৰ)। যদি কোৱা যায় যে প্ৰভু দামোদৰে নিজে গোঁসানীক কেতিয়াও নেমানিছিল কেৱল ৰজাৰ খাতিৰতহে ৰজাক সেইফেৰা কাম নিজৰ অনিচ্ছা স্বত্বেও কৰিব দিছিল, তেনেহলে এই মহাপ্ৰভুক পৰোক্ষে hypocite বোলা হয় সেই দৰে প্ৰভু দামোদৰদেৱে ভট্টদেৱৰ আগত কোৱা

কেইশাৰি কথাৰ পৰা আমি ইয়াকে বুজোঁ যে ব্ৰাহ্মণে নিত্য নৈমিত্তিকো এৰিব নেলাগে; কিন্তু হৃদয়ত ভকতিও একান্ত বা দৃঢ় ৰাখিব লাগে। একান্ত ভকতি কৰিলে যে নিত্য নৈমিত্তিক এৰিব লাগে সিওটো নহয় আৰু নিত্য নৈমিত্তিক কৰিলেই যে একান্ত ভকতি এৰিব লাগে সিওটো নহয়। উভয়ৰে সামঞ্জস্য ৰাখিব লাগে। অকল নিত্য নৈমিত্তিকতে ধৰি থাকিলেও সদগতি নহয় আৰু নিত্য নৈমিত্তিক এৰি দি একান্ত ভকতি তৰুণ বয়সৰে পৰা কৰিলেও ফল অনাচাৰি বৌদ্ধমাৰ্গত পৰা হয়গৈ। সেই দেখি ব্ৰাহ্মণসকলক শঙ্কৰদেৱে নিৰ্গুণ কৃষ্ণক বিশেষ ভক্তি কৰিবলৈ উদগাইছিল আৰু ব্ৰাহ্মণ সকলেও প্ৰভু শঙ্কৰ দেৱক নিত্য নৈমিত্তিক বাদ নিদিবলৈ কৈছিল। প্ৰভু শঙ্কৰ দেৱেও নিত্য নৈমিত্তিক কস্মিনকালেও এৰা নাছিল। তেওঁ পিতৃ মাতৃৰ শ্ৰাদ্ধও কৰিছিল, মূৰ্ত্তি 'পূজা, গীতা ভাগবত পাঠ ইত্যাদি অনুষ্ঠানো ৰাখিছিল। প্ৰভু দামোদৰদেৱে সেইদৰে উভয় কুলকে বুজাই ৰাখিছিল। যদি কোৱা যায় যে কেৱল বিপদৰপৰা ৰক্ষা পৰি থাকিবলৈহে প্ৰবু দামোদৰ দেৱে ভট্টদেৱক সেইদৰে কৈছিল তেনেহলেও প্ৰভু দামোদৰক অযথা নিন্দা কৰাহে হয়।

কাকতীদেৱে কোৱামতে আমাৰ বিস্তাৰ বৃক্ষৰ গুৰিত শ্ৰীযুত লঘুমুৰ মৌজাদাৰে চপোৱা সৎ সম্প্ৰদায় নহয় দৰাচলতে আমি বক্তৃতা দিওতে বা জীৱন পঢ়োতে আমি সৎ সম্প্ৰদায়ৰ কথাকে নেজানিছিলো। পিছতহে আমি এই পুথিখন দেখিলো। এই পুথিত মই নিৰ্য্যান আধ্যাটোৱে যেনেকৈ বৰ হে কথা ৰটিছে সেইদৰে দৈত্যাৰি ঠাকুৰ চৰিত্ৰ পুথিতো ব্ৰাহ্মণক কাউৰী, চিলা, ইত্যাদি বুলিবলৈ মহাপুৰুষ দৈত্যাৰি ঠাকুৰে এৰা নাই। আমি এই বিলাক চাই চিন্তিহে ৪ৰ্থ সংখ্যা প্ৰহপিকাত আমাৰ দুইও দলৰ উচিত আমি এই বিষয়ে সামাঞ্জস্য দিছোঁ। আমি কইছোঁ, আগলৈকো মিনাতিকৰে জনাও যে "হে আমাৰ শিক্ষিত অশিক্ষিত বৈষ্ণৱ পন্থৰ ভাই সকল! তোমালোকে প্ৰত্যেকেই নিজ নিজ পন্থত, নিজ নিজ গুণে (আমি কোৱা নাই মহাপুৰুষীয়াক দামোদৰীয়া হবলৈ) শৰণ ভজন লৈ ধৰ্ম্মৰ আৰু তত্ত্ব বুজি প্ৰভু কৃষ্ণত সমস্ত আচাৰ অনুষ্ঠানৰ মাজেৰেই আত্ম সম্পৰ্ণ কৰা, কৃষ্ণৰ বুকুত বান্ধি লোৱা, কৃষ্ণৰ ৰূপ হৃদয় ধাৰণ কৰি মুখে কৃষ্ণৰ নাম লৈ দুৰ্ব্বল কৰা; কৃষ্ণৰ লগে লগে তিনিওজন মহাপ্ৰভুতে (প্ৰভু দামোদৰ, হৰিবেদত) সমানে কাৰুণ্য কৰা, পন্থৰ জনত বিশেষ শ্ৰদ্ধা ৰাখা। তেনেকুৱা কৰিলেহে কলি দুৰ্ব্বল হব, ভাই মিল হব, অসমত আকৌ নতুন যুগৰ উদ্ভৱ হব। আমি প্ৰদীপিকাত আলোচনা কৰাৰ উদ্দেশ্য হৈছে সামঞ্জস্য ৰচনা। বিৰোধ অনা নহয়। আমাৰ উদ্দেশ্য নুবুজিহে প্ৰদীপিকাৰ জন্ম দিনৰ পৰা অপৰ পক্ষৰ ভ্ৰাতৃ সকলে অনাহকতে হাই উৰুমি লগাইছে।

ওঁ নমো দামোদৰায় নমঃ

# বড়গীত

(১)

কিনো অদভুত ভৈলা মনভাই
কিনো অদভুত ভৈলা।
হাৰ তিনি হাৰ ঘৰৰ ভিতৰে
ব্ৰহ্মাণ্ডে মজ্জিত ভৈলা।।

(২)

উৰ্দ্ধে ৰবি জলা অধে শশীকলা
মধ্যে জলে অখণ্ডল।
মাজ সাগৰত পশিলা ঈশ্বৰ
সবাৰো ভাঙ্গিলা বল।।

(৩)

ৰত্নতে পৰিয়া ভ্ৰমৰা উৰাই
ত্ৰিপানীতে পানী খাই।
ব্ৰহ্মাণ্ডৰ ভিতৰে ঘুৰিয়া আহিলো
শৃগালৰ হাত নেৰাই।

(৪)

উৰ্দ্ধ গিৰীৰ পৰা শুদ্ধ প্ৰবেশিলা
কামৰূপে কামৰায়।
চন্দ্ৰ মণ্ডলে গুঞ্জৰি গুঞ্জৰি
ভ্ৰমৰা গোপনে যায়।।

(৫)

কহে দামোদৰ কৃষ্ণৰ কিঙ্কৰ
গুৰুৰ চৰণ কৰি সাৰ।
গুৰু অনুমতি নামো পৰম গতি
সুখে হৈবা ভবনদী পাৰ।।

সত্ৰ পাট বাউসীয়
শ্ৰীৰামদেব গোস্বামী।

# নির্ম্মল ভকত

## পঞ্চদশ আধ্যায়

ৰাতি চাৰি ডাঁৰ সেই গিৰিহতৰ ঘৰতে কটালো। ওৰে নিশা মোৰ টোপনি নাহিল, চাতিফুতি কৰোতেই গল। নানা ভাবে, নানা চিন্তাই, শৈশব আৰু কৈশোৰৰ অনেক পুৰণি কথাই, মোৰ মন বিয়াকুল কৰিলে। দেশৰ অৰ্থে যুজি মানৰ হাতত বন্দী হৈ ঘৰ দুৱাৰ ভাই ককাই তিৰোতা সকলোৰেপৰা বঞ্চিত হৈ মানৰ দেশত ১২।১৩ বছৰ কাল কটাই বৰ হেপাহেৰে স্বদেশলৈ উলটিছিলো। কিন্তু স্বদেশ আহি পোৱাত দেখিলো কি? আত্মীয় স্বজন সকলোটি নিৰুদ্দেশ। মোৰ জনমলোৱা গাওঁখনি শ্মশান আৰু অৰণ্যত পৰিণত, ইফালে মানৰ দেশত থকা বাবেই মই জাতিভ্ৰষ্ট ম্লেচ্ছ; যলৈকে যাওঁ ততে লেই লেই চেই চেইত বাজে ভাল সমাদৰ নাই। জানিলো মোৰ জাত কুলত আকৌ উঠিবলৈ বৰ টান হল যেহেতু মোৰ হাতত ধন নাই। মোক সহায় কৰিবলৈকো মোৰ ভাই ককাই সোদৰহঁতনো ক'ত, ৰূপহী ক'ত? সিহঁতৰ কি হল! বাৰু এবাৰ চাই লওঁ। যদি ভাইহঁত জীয়াই আছে তেন্তে সিহঁতৰ সহায়তে জাতকুললৈ উঠিবও পাৰিম। আৰু যদি প্ৰিয়তমা ৰূপহীও আছে; আৰু মোলৈ মৰম এৰা নাই তেন্তে কিজানি সুখীও হব পাৰিম। বাৰু ঈশ্বৰে কি কৰে দেখা যাওক। এই দৰে ভাবি থাকোতে থাকোতে পূৰ্ব্বতী নিশা গৈ অলপ টোপনি আহিছিল। সেই টোপনি বা তন্দ্ৰাতে ডাঙ্গৰীয়া, সামাজিক ক্ৰীড়া দেখিবলৈ পাইছিলো। সেই সামাজিক আই আৰু মাহী দুয়ো যেন আহি মোক দেখা দিছে। দুৰো মন যেন নিৰাশা। মই কথা সুধিব খোজোতেই দুয়ো অন্তৰ্ধ্যান হল। সাৰ পালো, মনটো চিৰিয়াচ কৰি উঠিল। আইৰ লগতে মাহীকো দেখাৰ অৰ্থ কি। মাহীও কি এই সংসাৰত নাই। ভাইহঁত আৰু ৰূপহী জীৱন আছেনে? যদি ৰূপহী জীয়াই আছে তেন্তে তাইনো ইমান দিনে আন কাকো বিয়া নোসোমোৱাকৈ, নিৰাশ্ৰয়ে মাহ আহিৰেই আছেনে? যদি মাহীৰেই ধৰি আছে তেন্তে তাইক নিশ্চয় আমি পাম। যদি যদি, তাই মৰিছেহে বা অহা কাৰবাত বহিছেহে তেনেহলেনো মোৰ আৰু দুনাই সেই পূৰ্ব্ব সুখ কত তাই যদি জীয়াই থাকি কৰবাত বহিছে তেন্তে তাই নিশ্চয় সুখী হৈছে। এইবাৰ মই যদি তাইক চিনাকি দিওঁ তেন্তে তাইৰ জীৱনটো অসুখী নহব। ইত্যাদি নানা ভাবনা হৈছিল। শেষত মনত স্থিৰ কৰিলো যে যেনেহলেও এবাৰ অচিনাকি বেশ ধৰি সিহঁতক বিচাৰি চাওঁ। মই যেতিয়া যুজত বন্দী হৈ মানৰ দেশলৈ যাও

তেতিয়া মই কেচেলীয়া ডেকা; এতিয়া মই প্ৰায় আদহীয়া। মুখতো ডাৰি গোফে ভৰা, সেই দেখি অচিনাকি বা ছদ্মবেশ এটা লবলৈ মোৰ একো টান নহব। এই ভাবি পিছদিনা পুৱা শুই উঠি সেই গৃহস্থৰ ঘৰতে আকৌ চাইটা ভাত খাই আৰু লগত অনা ৰূপ এটকা গিৰিহঁতক দি এখন গামোচা, এখন চকঠীয়া লৈ তেওলোকক বিদায় মাগি এটি উদাসীন ভকতৰ বেশ ধৰি যোৰহাট গোলাঘাটৰ ফাললৈ খোজ ললো। দিনৰ দিনটো খোজ কাঢ়ো, গধুলি হলে ঘৰতে ততে এঘৰ গৃহস্থৰ ঘৰ চাংপো, উদাসীন ভকত বুলি চিনাকি দিওঁ। গিৰিহঁতে মৰম কৰি খাবলৈ জা জলপানকেই হওক বা টৌ খুটি মাৰি খাবলৈ চাউল পাতকে দিয়ে। নিজে কাৰবাৰ কৰি এমুঠি খাই পৰি থাকো। কোনো কোনো ঠাইত দুই এঘৰ গৃহস্থে শোধ পোচকে নকৰে। লঘোনে ভোকেই গিৰিহতৰ ভড়ালৰ আগতেই হওক বা বাহিৰা ঘৰতেই হওক নিশাটো পৰি থাকো আৰু পুৱা হলেই আকৌ খোজ লওঁ এইদৰে ১৪। ১৫ দিনে বোকাখাট পালোগৈ।

যোড়শ অধ্যায়।

বোকাখাট পাই ওচৰ গাঁৱৰ মানুহৰ পৰা জানিলো তাত নভঙনীয়া নামে এটা চুবা আছে। সেই চুবাৰ মানুহবিলাক হেনো মানভগনিত উজনিৰ ৰঙপুৰৰ পৰা পলাই অহা। এই কথা শুনি মোৰ মনত আশা নিৰাশা উভয়ে খেলিব ধৰিলে। মনত থিৰাং কৰিলো যে সেই গাৱঁত গৈ বাস নকৰো। আগেয়ে ওচৰৰ যুগী গাওঁখনত থাকি নভগনীয়া গাৱৰ মানুহ দুনুহ বিলাকৰ ইতিবৃত্ত বুজি লওঁ। এই ভাবি মই যুগী গাঁৱলৈ গৈ ভকত বুলি চিনাকি দি মানুহ এঘৰত আশ্ৰয় ললো। মইনো কোন, কব পৰা গৈছিলো এই কথা কাকো কতো খুলি নকলো। মুঠতে চিনাকি দিলো যে মই ৰংপুৰৰ মানুহ, এতিয়া দক্ষীণপাট সত্ৰৰ এজন উদাসীন ভকত।

যুগী গাঁৱৰ প্ৰায় চাৰিকুৰি বছৰীয়া বুঢ়া মানুহ এজনৰ পৰা নভগনীয়া গাঁৱৰ মানুহবিলাকৰ বিষয়ে এইৰূপ শুনিলো ঃ—বুঢ়াই কলে ঃ—"আতৈ! আমিও আগৰ ৰংপুৰৰে মানুহ। মান ভগনিত পলাই আহি ইয়াত ঠাই লৈছো। আমাৰ অসমলৈ তিনিবাৰ মান আহে। প্ৰথম দুবাৰত সিহঁতে আমাৰ ৰজাৰপৰা কৰ-কটল লোৱা আৰু যুজত ঘটা ৰণুৱাবিলাকক বন্দি কৰি ধৰি নিয়তি বাজে সাধাৰণ প্ৰজাৰ ওপৰত বিশেষ একো অত্যাচাৰ কৰা নাছিল। কিন্তু সিহঁতে তৃতীয়বাৰ অসম আক্ৰমণ কৰোতে যিহে উপদ্ৰব কৰিলে সেই কথা মনত পৰিলে এতিয়াও গাৰ নোম শিঁয়ৰি উঠে। সিহঁতে কিমান মানুহ লৰা ছোৱালী বুঢ়া বুঢ়ী যে মাৰিলে তাৰ লেখ জোখ নাই। মাকৰ বুকৰপৰা কেচুৱা লৰা টানি আজুৰি লৈ ওপৰলৈ ঢোপ মাৰি দি তলত তৰোৱাল পাতি বধিলে। গিৰিয়েকৰ আগতে ঘৈনীয়েকৰ জাতি ভ্ৰষ্ট কৰিলে, বুঢ়া বুঢ়ী বিলাকক হালে

হালে সাঙুৰি কাটিলে, ঠায়ে ঠায়ে গাওঁবিলাকত জুই লগাই দি আগেয়ে মানুহক ঘৰৰ ভিতৰতে ৰাখি বাহিৰে দুৱাৰ বান্ধি লৈ ঘৰত জুই দি মানুহ পুৰি মাৰিলে। কাকো কাকো পেটফালি পেটফালি মাৰিলে। সিহঁতৰ পৈশাঁচিক অত্যাচাৰ সহিব নোৱাৰি অসমীয়া মানুহ জাকে জাকে কোন কেনি পলাল ঠিক নাই। গাওঁ এৰি অসমীয়া মানুহে হাবি-বননি, কচুৱনি পিটনি এই বিলাকতহে আশ্ৰয় ললে। আমিও সেই মান-ভঁগনিতে ওপজা ঠাই এৰি এইখিনি পালোহি। মই সুধিলো ঃ—"ককাই তুমি লাহন গাৱঁৰ জনাৰ্দ্দন মেধিক জানানে"? বুঢ়াই কলে ঃ—"এ বোপাই জানোটো"। তেওঁৰ ঘৰ মানুহ আমাৰ ওচৰৰে আছিল। তেওঁ ধনে-ধানেও বৰ চহকি আছিল।" মই সুধিলো ঃ—"ককাই! তেওঁৰ লৰা ছোৱালী, বোৱাৰী ইত্যাদিৰ কি অবস্থা হল কব পাৰানে"? বুঢ়াই কলে ঃ—"এ বোপাই! কলে কিন্তু বৰ দুখ লাগে। তেওঁৰ বৰ লরা মানৰ ২য় বাৰ যুজলৈ গৈছিল। সেই যুজত সি মৰিলেই নে তাক মানে ধৰি নিলে একো কব নোৱাৰো। মানহঁত উলটি যোৱাৰ ছমাহ মানৰ মূৰত তাৰ মাহীয়েক মৰিল।" বুঢ়াই কথাষাৰ কোৱা মাত্ৰেই মোৰ চকুৰে দুধাৰ লো বলে। মোখ শোকে খুন্দা মাৰি ধৰিলে। বুঢ়াই মোৰ অবস্থা দেখি সুধিলে ঃ—"আতৈ তুমি দেখোন মোৰ কথাষাৰত বৰ শোকাকুল হলা। নিৰ্ম্মলৰ মাহীয়েক তোমাৰ কিবা লাগেনে কি। মই দেখিলো যে মই ধৰা পৰিলে বুঢ়াক কলো। "ককাই মই বাৰু পিচত কম। মোক অনুগ্ৰহ কৰি নিৰ্ম্মলৰ ভায়েক আৰু ঘৈণীয়েকৰ কি হল সাবশেষে কোৱা"। বুঢ়াই মোৰ শোকতেই নে কি বৰ দীঘলীয়া হুমুনিয়াহ এটা কাঢ়ি কলেঃ—"আতৈ! দ্বিতীয়বাৰ মানৰ আক্ৰমণৰ পিছত নিৰ্ম্মলৰ ভায়েক দুটা আছিল। তৃতীয় বাৰ মানৰ যুজত সিহঁত দুয়ো ৰজাঘৰৰৰ ফলীয়া হৈ যুজলৈ গৈছিল, সেই যুজত সিহঁতো মৰিল।" বুঢ়াজনে এইষাৰ কোৱা মাত্ৰেই মোৰ ফেকুৰি ফেকুৰি কান্দোন আহিল। বুঢ়াই বুজিলে যে মই কোন। তেওঁ কলে ঃ—"বোপা। নেকান্দিবি। সকলো ঈশ্বৰৰ ইচ্ছা"। তই সেই নিৰ্ম্মলেই হৱনে? মই কলো 'ককাই। তোমাক আৰু লুকাবৰ সকাম নাই। কিন্তু মই কাবৌটি কৰিছা মোৰ বিষয়ে যেন কাকো নোৰোৱা। মোক যেন কাৰো আগত চিনাকি নিদিয়া। বুঢ়াই মোক সাবট মাৰি ধৰি কান্দি চকুৰ টো টুকি কলে ঃ—"বোপা! মই শপত খালো বাৰু নকওঁ। তোৰ বাপেৰ আমাৰ ওপৰতেই মেধি আছিল। ময়ো দক্ষীণ পাটৰে সেৱক। বাৰু তোৰ আতিগুৰি কচোন"। মই কলো ককাই সমস্ত কম। কিন্তু এতিয়া মোক আৰু শেষ কথা একআষাৰ কওক। ৰূপহী জীয়াই আছেনে তাকে কওক"। বুঢ়াই আকৌ দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি কলে ঃ—"বোপা। মই দেখিছো তই বৰ দুৰ্ভগীয়া। ৰূপহীৰ বিষয়ে কলে জানো থিৰেৰে

থাকিব পাৰিবি”? মই কলো “ককাই! নিয়তিৰ চকৰিত পৰি ঘুৰি ঘুৰি মই যথেষ্ট টান হৈছো। ভাইহঁত গল। আই বোপাই গল। মাহীও গল। তথাপি এই জীউটো আছে! এতিয়া ৰূপহীৰ বিষয়ে কওক। বুঢ়াই কলে ঃ—বোপা তেনেহলে অথিৰ নহবি মই কওঁ শুন। ৰূপহী আমাৰ সহায়ত আৰু বিশেষ অনিৰামৰ যত্নত কচুৰ তলত পলাই হাবিৰ মাজত সোমাই ৰক্ষা পৰিল। আমিও যি দুইটা জীয়াই আছো কেৱল হাবিৰ মাজত কচুৰ তলত ইকৰানিৰ মাজত সোমাইহে ৰক্ষা পৰিলোঁ। কত ঠাইত যে পলালোঁ তাক কি কম। তোৰ ঘৈণীয়েৰ এতিয়াও জীয়াই আছে। তাই ৮।১০ বছৰ আমালোকৰ ঘৰে-দুৱাৰেই থাকি ৰুই দাই খাইছিল। তাই তই কিজানি জীয়াই আছ, কিজানি কেতিয়াবা ওলাবিহি এই ভাবিয়েই ৮।১০ বছৰে তাই ডেকা গা বুঢ়া কৰিও ৰাখিছিল। কিন্তু অনিৰামেও তাৰ সেই সৰুকালৰ ওমলা লগৰী ৰূপহীৰ মৰমতে হেনো বিয়া বাৰু নকৰাই ভোল গৈ আছিল। সি সুবিধা পালেই সততে ৰূপহীক সহায় কৰিবলৈ, তাইৰ নিমিত্তে জীউটোকো দিবলৈ উদ্যত আছিল। আন কি অনেক সময়তে তাইক ৰোৱা দোৱা ইত্যাদি কামত সহায় কৰি ফুৰিছিল। ৰূপহীয়ে বাট চাই চাই যেতিয়া বাৰ বছৰ কাল কটালে, তাইৰ খোৱা লোৱাত আৰু সহায় পৰৰ ঘৰত থকাত দুখ হবলৈ ধৰিলে আৰু ইফালে অনিৰামে তাইৰ তেনেহতে আনক বিয়াও নকৰায় তেতিয়া আমি এটাইবিলাক গিৰি গএগ্ৰাৱে লগ লাগি তাইক বুজাই বৰাই আনৰামত আকৌ বিয়া দিলোঁ। এতিয়া তাইয়ে অনিৰামে সুকীয়কৈ ঘৰ-দুৱাৰ সাজি খেতি-বাতি কৰি সুখেৰে খাই আছে। অনিৰামৰ ফালৰ তাইৰ এটি লৰাও হৈছে।”

ডাঙ্গৰীয়া! মোৰ দুখৰ মাত্ৰা পৰিপূৰ্ণ হল। বুজক আই ভাই মাহী সকলোটি গল। ৰূপহীও অনিৰামৰ তিৰোতা হল। মই সেই দিনৰ দিনটো প্ৰায় মুৰ্চ্চিত হৈ পৰি আছিলোঁ। বুঢ়াই মোক নানা প্ৰকাৰ সেৱা সুশ্ৰুষা কৰাতহে গধুলি পৰত মোৰ জ্ঞান আহিল। বুঢ়াই আৰু মোক নিজৰ থকা ঠাইলৈ যাবলৈ নিদি নিজৰ মাৰল ঘৰতে ৰাখিলে। নানা সেৱা সুশ্ৰুষা কৰি খুৱালে। ওৰে নিশাটোৱেই প্ৰায় মোক বুজনি দিলে। কলেঃ—“বোপাই! মই নিজে খৰচ ভগন কৰি তোক জাতত তুলিম। মইয়ে তোক আকৌ নকৈ এজনী ছোৱালীও বিয়া কৰাই দিওঁ। বোপা দুখ নকৰিবি। মোৰ কিন্তু হৃদয়ত কি ভাব যে খেলিছিল কব নোৱাৰোঁ। সংসাৰখন মোলৈ অশান্তিৰ ঠাই যেন হল। মনত হল কতনো সেই শান্তি পাম। কতনো এফেৰা জুৰণি পাম। এই দৰে ভাবোঁতে ভাবোঁতে মোৰ সৰুকালৰ অনিৰাম আৰু ৰূপহীৰে সৈতে খেলা কৰা কথাবিলাক মনত পৰিছিল। ৰূপহীয়ে যে কৈছিল ঃ—অনিৰাম আজিৰ ধেমালিত মোত নিৰ্ম্মলেই বিয়া কৰাওক দে। বাৰু কাইলৈ আকৌ তোৰ লগত বিয়া পাতিম

এই কথাষাৰ বিশেষকৈ মনত পৰিল। তাৰ লগে লগে মোৰ সত্ৰৰ ঈশ্বৰ প্ৰভুৱে যে তাহানি দেউতাৰ লগত যাওঁতে ধেমালিতে মোক সুধিছিল ঃ—নিৰ্ম্মল। তই ভকত হবিনে? মই কলো হমতো। তেতিয়া প্ৰভুয়ে কৈছিল “বাৰু এতিয়া নেলাগে পিছত হবি” এই মহাবাক্য লৈও মনত পৰিল। যদিও মানব দেশত ১৪ বছৰ কাল কটাইছিলোঁ তথাপি আমাৰ মহাপুৰুষসকলে পাপী তাপীৰ নিমিত্তে লেখি থৈ যোৱা পদ বিলাকলৈ মনত পৰিল। হৃদয়ৰ তলি ভেদি উঠিল ঃ—

কৃষ্ণ এক দেব দুখ হাৰী কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেব নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ।
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ।।
ক্ষুদ্ৰসুখে বসু আশা কৰি ভৱকুপে জীৱ আছে পৰি
কাল সৰ্পে দংশি হৰিল ছেতন তাৰ।
মোক্ষৰূপ তযু বাক্যামৃত কৃপায়ে সিঞ্চিয়া প্ৰতিনিত
দয়াময় কৃষ্ণ কৰিয়ো মোক উদ্ধাৰ।।
সৰোবৰে গ্ৰাহে ধৰি আছে গজেন্দ্ৰ পীড়াক পায়া পাছে
আকাশে গৰুড় কন্ধে চক্ৰ ধৰি হৰি।
দেখি সুবৰ্ণৰ পদ্ম ধৰি বোলে দুঃখে আৰ্ত্তনাদ কৰি
নমো ভগৱন্ত গুৰু লৈয়ো দাস কৰি।।

ইয়াৰ পিছতে ডাঙ্গৰীয়া মোৰ মনলৈ তাহানি দেউতাই প্ৰসঙ্গ কৰা এই নাম কেষাৰি আহিল।

জয় যদুপতি কৃপাময় কৃপাময় হৰি
তুমি মোৰ নিজ বন্ধু।
তযু অংশ হুয়া তোমাক পাসৰি
লভিলোহোঁ ভবসিন্ধু।।
যশোদানন্দন কৃষ্ণদেব, প্ৰাণ কৃষ্ণদেব
ইবাৰ নেৰিবা মোক।
তযু সেবা তেজি বিষয়ক ভজি
সংসাৰত লভো শোক।।
কিন্তু কৃপা কৰা কৃষ্ণ দেব, প্ৰাণ কৃষ্ণদেব
তুমি মোৰ গতি মতি।

ভকত বৎসল নাম ধৰি আছা
নেৰিবা মোক সম্প্ৰতি।।

ডাঙ্গৰীয়া। এই মহা শোকৰ কালত চকুৰ লো ধাৰাসাৰে বোৱাই শান্তি বিচাৰোতে সৰুকালত শিকা এই পদবিলাক গাই থাকোতে থাকোতে মাজনিশা সময়ত টোপনি আহিল। টোপনিত আকৌ মোৰ সেই দেবী সদৃশ মাইীয়ে আহি দেখা দি কলে ঃ—"বাছা গুৰুত ভজ, ঈশ্বৰত ভজ"। সাৰ, পালো, চকু মুখ মোহাৰি শেহ নিশা বিচনাত বহিলো। "যাদব যাদব নাম উচ্ছাৰণ কৰি মনতে প্ৰতিজ্ঞা কৰিলো যে যেনে—হলেও ধৈৰ্য্য ধৰি এবাৰ ৰূপহীক ছদ্মবেশেৰে ধৰা নিদিয়াকৈ চাই লওঁ। হৃদয়ক কলো ঃ—"হৃদয় ধৈৰ্য্য ধৰিবি। প্ৰভু যাদৱ! মোক এইবাৰ এই শেষ পৰীক্ষাত ৰাখিবা দয়াময়! কৃপা কৰিবা।

ক্ৰমশঃ।

# ৭ম সংখ্যা বাহী আৰু আমি।
# আমাৰ বাদ বিবাদৰ শেষ কথা।

প্ৰদীপিকাৰ জন্মৰ আগৰেপৰা অপৰ পক্ষই ইমান হাই উৰুমি লগাইছে যে তাক কি কম। অপৰ পক্ষৰ বোধ কৰো ইচ্ছা যে এই দৰে ঢোল-খোল পিটি গণ্ডগোল লগাই দিলেই বেছেৰি প্ৰদীপিতা অন্তৰ্ধ্যান হব। আমি মিনতিৰে জনাও যে ভগবতীয়ে হাই উৰূমিলৈ কটাক্ষ পাতকে নকৰি পোহৰি কুৰা লৈয়ে ফুৰিব যেতিয়ালৈকে অসমীয়া ৰাইজে তেল সলাকানি যোগাই থাকিব। তেল শলাকানিৰ অন্ত পৰিলেই আনে হাই উৰূমি নকৰাকৈয়ে দেবী অন্তৰ্ধ্যান হব। এইবাৰ ৭ম সংখ্যা বাঁহীত হাই উৰূমি হাঁহি খিখিন্দালিৰে ভৰা। প্ৰদীপিকাক তিনিফালৰ পৰা তিনিজনে জোকাইছে। পুবে নাম লুকুৱা এজন নিনাও, পচিমে আমাৰ বন্ধু বেজবৰুৱা, সোঁমাজতে শ্ৰীযুত কোনোবা ভবানন্দ পাঠক। পূবৰজনে পৰিচয় দিছে তেওঁ হেনো দামোদৰীয়া মহন্তৰে লৰা, আউনি আটীত ২৫ বছৰ কাল কটায়ো প্ৰভু দামোদৰৰ বিষয়ে একোকে নেজানিলে। আৰু এতিয়া তেওঁ প্ৰভু দামোদৰৰ বিষয়ে যি জানিলে সিও কেবল বজ্ৰোলী মুদ্ৰাটোহে। আমি জনাওঁ যে নিজৰ ইষ্ট বিষ্ণুক পূজাৰ আগেয়ে যদি এই জন মহন্তুই সদাশিবক পূজিছে তেন্তে ভালেই কৰিছে। শিব আৰু শক্তিক সন্তুষ্ট কৰিহে বিষ্ণুক নিৰাপদে পূজিব পৰা যায়। নহলে বিষ্ণুক পূজিবলৈ যাওঁতে বাটতে নানা বিঘিনী উপস্থিত হয় এই জনাই যদি শিবপূজা কৰি এটাই এতিয়া বিষ্ণুক পূজিব

খোজে আৰু সেই ক্ৰমে যথা নাম প্ৰসঙ্গ আদি নেজানে তেন্তে কোনো এক দামোদৰী সত্ৰত শিকিব পাৰে। প্ৰভু দামোদৰৰ পন্থত পৰম ব্ৰহ্মাৰ মাতৃৰূপা ভগবতীক এফেৰা বামুণীয়া ঠাছেৰে অৰ্থাৎ সাত্বিক শুদ্ধাচাৰ ভাবে পূজা কৰা বিধি আছে বুলি আমি জানোঁ। তান্ত্ৰিক বীৰাচাৰত হে বজ্ৰোলী মুদ্ৰা আছে। এই জনে যদি বজ্ৰোলী মুদ্ৰা পাইছে তেন্তে আমি তাৰ লগতে তেখেতে সহজোলী আৰু অমৰোলী মুদ্ৰাও জানে বুলি ধৰি ললে কিবা দোষ হবনে? এই জনাৰ মতে প্ৰবৃত্তি মানে অহা যোৱা খোৱা পিয়া আৰু নিবৃত্তি মানে কৃষ্ণ আৰাধনা। আমি কওঁ যে প্ৰবৃত্তি মানে কৃষ্ণ আৰাধনা। আমি কওঁ যে প্ৰবৃত্তি মানে ৰাতিপুৱা ভোৰতাল কোবাই নাম ধৰা, তিনি প্ৰসঙ্গ, কৰা, জন্মাষ্টমী ফল্গুৎসব পালন কৰা আউসী একাদশীত ব্ৰত পালন কৰা, পূজা পাটল কৰা সমস্তই প্ৰবৃত্তিহে; আন কি অকলৈ বহি থাকোঁতে বা বিচনাত চিত হৈ পৰি মনে মনে জপ কৰাটোও প্ৰবৃত্তিহে। নিবৃত্তি মানে নিদ্ৰা বা মহানিদ্ৰা। অথবা প্ৰবৃত্তি মানে মাছ, পছু, ঘিউ মাখন ইত্যাদি খোৱা আৰু নিবৃত্তি মানে আজি মঙ্গহ এৰা, কালি মাছ এৰা, পৰহিলৈ অন্ন এৰা, চৌঠা দিনলৈ পানী এৰা, তাৰ পিচত বায়ু ভুক্ষি থকা। অকল বৈষ্ণৱ সকলেহে যে সাত খলপীয়া বৈকুণ্ঠলৈ যাব আৰু পুনৰাগমন নকৰে, শাক্ত সকলে সেই বৈকুণ্ঠলৈ যাব নোৱাৰে বা আন আন সকলোবিলাক ধৰ্ম্মৰ মানুহেই তললৈ যাব এই কথা আমি কব নোৱাৰোঁ। সৰল প্ৰাণে, ভক্তিভাবে যেয়ে যিহকে মানে সি তাতে উদ্ধাৰ পাব। এই জনাৰে সৈতেও আমি আৰু আগলৈ বাদানুবাদ নকৰোঁ।

(২)

পচিমৰ আমাৰ শ্ৰদ্ধাস্পদ বেজবৰুৱা ডাঙ্গৰীয়াৰ লগতো আমি বাদানুবাদ আৰু নকৰোঁ বুলি আগৰে পৰা কওঁ বেজবৰুৱা ডাঙ্গৰীয়াৰে যেতিয়া আগেয়ে জোকাই লৈ আগেয়ে সামৰণি মাৰিলে আমিও তেওঁৰ পিচে পিচে সেই পদ্ধতিকে অবলম্বন কৰিলোঁ। তেওঁ ১০ টা কৰাণ দেখুৱাইছে। আমাৰ একেটা কাৰণ এই যে আমিও তেওঁৰ মনত যেনে ধেৰুৱাৰ ঠাৱি, তেৱোঁ আমাৰ মনত সেয়ে। অৰ্থাৎ তেওঁ মহাপুৰুষীয়া আমি দামোদৰীয়া। প্ৰাসঙ্গিক, অপ্ৰাসঙ্গিক ভাবে বেজবৰুৱা ডাঙ্গৰীয়াই আমাক কেইটামান চোকা চোকা কথা কৈছে। সেই কথা কেইটাৰ এই শেষ বাৰতেই চমু চমু উত্তৰ কেইটামান দিবলৈ লোভ সামৰিব নোৱাৰিলোঁ। এই বাৰে আমাক যেন বেজবৰুৱা ডাঙ্গৰীয়াই ক্ষমা কৰে।

১ম গড়মুৰীয়া উচিত ৰক্তাজনৰ আক্ষেপ কি কথাৰ ওপৰত আছিল এইটো বেজবৰুৱাই পাহৰিব নেলাগে। "অসমীয়াৰ" সেই নাম নোহোৱা জনাই লেখিছিল

"যে যিমান দিনলৈকে আমাৰ সত্ৰবিলাকত কীৰ্ত্তন আৰু নামঘোষা পূজিত থাকিব সিমান দিনলৈকে শঙ্কৰহে সৰ্ব্ব শ্ৰেষ্ঠ পূজিত"। ইয়াৰ উত্তৰতহে গড়মুৰীয়াই লিখকৰ এনেকুৱা Colosal Ignorance দেখি সেই কথাষাৰ কৈছিল আৰু সেই বাবেহে শ্ৰীযুত যশস্পতি দেউৰেও ৪ৰ্থ সংখ্যা প্ৰদীপিকাত দেখুৱাইছে যে গড়মুৰীয়াই আৰু আমিও লিখা কথা ঠিক কৈছিলোঁ যে "আজি ২৬ বছৰে শৰণ ভজন লৈ আমাৰ সত্ৰ সভা চাই পাইছোঁ প্ৰত্যেক সত্ৰ সভাতেই কৃষ্ণৰ মূৰ্ত্তি পূজিত হয়। নাম গোৱা হয়। গীতা নামগোৱা উঠাই দি কীৰ্ত্তন দশম পূজা কৰা প্ৰথাটো হিন্দুর ভিতরত কতো নাই। পূজা আৰু পুথি ভাগবত এৰি, অকল নাম ধৰ্ম্মকে আশ্ৰয় কৰা হিন্দুর দল এটা আমি হলে এতিয়ালৈকে অসমত কতো নেদেখিলোঁ।

২য় বন্ধুবৰে আমি কোৱা দৰে, দেখুৱাৰ দৰে "হিন্দু ধৰ্ম্মটোৱেই যে ব্ৰাহ্মণ্য ধৰ্ম্ম" এই কথা যে স্বীকাৰ কৰিছে আমি ইয়াত সন্তোষ পাইছোঁ। ব্ৰাহ্মণৰ ভিতৰতো ২।৪ জন হেনো, লেবেৰা আছে সচা; কিন্তু সেই বুলি ব্ৰাহ্মণ বা হিন্দুধৰ্ম্ম গোটেইটো বেয়া নহয় আমি ইয়াকেহে ডাঢ়াই ডাঢ়াই কৈছোঁ। আৰু ইওটো কৈছোঁ, দেখুৱাইছোঁ যে প্ৰভূ শঙ্করদেৱৰ ধৰ্ম্মটোও ব্ৰাহ্মণ্য ধৰ্ম্মৰপৰাহে উদ্ভব। বেজবৰুৱা ডাঙৰীয়াই এই বিষয়ে যেতিয়াই আমাৰ লগত মিলিল আমাৰ আৰু তেওঁৰ লগত কোনো বাদ-বিতণ্ডা নাই। আমি আপত্তি ইয়াকেহে কৰিছোঁ যে অকল প্ৰভু শঙ্করদেৱকে সৰ্ব্ব শ্ৰেষ্ঠ পাতি ই দুজনক (প্ৰভু হৰিদেব আৰু দামোদৰ দেৱকো) তেওঁৰ শিষ্য পাতিলেহে লেঠ। তিনি পন্থৰ তিনিওজনাকে ধৰ্ম্ম বিষয় হলে সমান চকুৰে চাব লাগে। অবশ্যে সাহিত্য বিষয়ত, সদ-ৰাগ সৃষ্টি কৰা বিষয়ত Exoteric relefion ত প্ৰভূ শঙ্করদেৱ যে ৰজা তাক আমি স্বীকাৰ কৰোঁ।

৩। আমি কেনেকুৱা স্থলত "মহাপুৰুষীয়া বোলা পাষণ্ডই" এই কথা কেইটা প্ৰদীপিকাত ব্যবহাৰ কৰিছিলো এইবিষয়ে বেজবৰুৱাই ঢাকিলে কেলেই? প্ৰদীপিকাৰ সেই সংখ্যাটো এতিয়াও তেওঁৰ হাতত থাকিব পায়। আমাক এই দৰে misrepresent কৰি বন্ধুবৰে নো কি ইষ্ট সাধিছে আৰু আমাকনো কি বাবে "ছিঃ" ইত্যাদি শব্দ লগ লগাই লাজ দিছে? আমি কৈছিলো যে যি মহাপুৰুষীয়াই অগাধ পণ্ডিত প্ৰভু দামোদৰক বিদ্বেষভাবে "কোৰ দামোদৰ" বোলে সেই মহাপুৰুষীয়া নামধাৰী জন যে পাষণ্ড তাকেহে আমি কৈছোঁ আৰু আগলৈকো হেজাৰ বাৰ কম আৰু ভবিষ্যতেও যদি কোনো মহাপুৰুষীয়াই নিজৰ উৎকৰ্ষ দেখুৱাবলৈ বিশেষ ভাবে প্ৰভু দামোদৰক "কোৰ দামোদৰ" বোলে বা আন নিন্দা কৰে তেন্তে দামোদৰীয়ায়ো মনে মনে নেথাকিব। আৰু যি দামোদৰীয়াই বিদ্বেষভাবে প্ৰভু শঙ্করক হালোৱা শঙ্কৰ বোলে

সেই দামোদৰীয়াকো আমি হলে পাষণ্ড নামকেহে দিম। কিন্তু শ্ৰদ্ধাভাবে যদি দুয়োজন প্ৰভূৰ গাত এই দুটা বিশেষণ দিয়ে (অৰ্থাৎ আমি দিয়া অৰ্থ লৈ যদি ভক্তিভৰে প্ৰেমভাৰে কয়) তেন্তে সেই শব্দ কেইটা মহাপুৰুষ সকলৰ তেজৰ গুণত স্তুতিতহে পৰিব।

৪। অমাৰ বাস্তবিকে ধাৰণা আছিল যে ভবানন্দ পাঠকে কোৱা কাৰশৰ লগে লগে আমাৰ বন্ধুৰ বাঁহী কাকতত এবাৰ কামৰূপীয়া কবিতা এটা দিয়াত আৰু তেনেকুৱা কবিতা লিখিলে বঁটা দিম বোলা কথাটোৱেই উজনীয়া আৰু কামৰূপীয়াৰ ভিতৰত ভাষা লৈ ফটা-ফটি হোৱা কাৰ্য্যত সহায় কৰিছিল। যদি বাস্তবিকে আমাৰ এই ধাৰণা ভুল তেন্তে আমি অকপটে শ্ৰীযুত বেজবৰুৱাৰ ওচৰত এই বিষয়ে ক্ষমা প্ৰাৰ্থনা কৰিলোঁ।

৫। বন্ধুবৰ! মই আগধৰি আপোনাক Pesonal attack কৰা নাই। বাটটো আপুনিয়েই দেখুৱাই দিয়া নাই জানো? আপোনাৰ আক্ৰমণৰ ওপৰতহে আমি আপোনাক কৈছোঁ।

৬। আমি আৰু আজিৰপৰা আমাৰ পুৰণি বন্ধু, কলেজৰ সহপাঠী বন্ধুবৰ বেজবৰুৱা ডাঙ্গৰীয়াৰে সৈতে বাদানুবাদ এৰিলোঁ। অবশ্যে কেনো পত্ৰলিখকে বা প্ৰবন্ধলিখকে কোনো কথা লিখিলে আমি চাই চিন্তি ছপাম। বন্ধুবৰ! আপোনাৰে সৈতে আমি handahake কৰিলোঁ। আপুনি আৰু আপোনাৰ পন্থৰ সকলে নিজ ইষ্ট প্ৰভু শঙ্কৰদেৱ আৰু মাধবদেৱক স্তুতি কৰ থাওক, তাত আমি আনন্দহে পাম। কিন্তু নিজৰ উৎকৰ্ষ দেখুৱাবলৈ গৈ যেন আন পন্থক আক্ৰমণ নকৰে।

(৩)

এইবাৰ আমি শ্ৰীযুত ভবানন্দ পাঠকৰ ওচৰলৈ আহিলোঁ। ভবানন্দ পাঠক সেই কালৰ ইংৰাজী ভাষা নজনা ভবানন্দ অৰ্থাৎ মহাপুৰুষ শ্ৰীশ্ৰীমাধবদেৱ ৰামচৰণ ঠাকুৰৰ কালৰ এতিয়া আকৌ অবিৰ্ভূত হোৱা ভবানন্দ নে এতিয়াৰ কোনোবা সেইটি নামধাৰী ইংৰাজী ভাষাও জনা পুৰুষ এইবিষয়ে আমি নেজানোঁ। যদি ভবানন্দ ভবানন্দ নহয়, আন কোনোবা এজনহে সেই নামধাৰী পুৰুষ তেন্তে আমি আমাৰ বন্ধু শ্ৰীযুত বাণীকান্ত কাকতীদেৱৰ ওচৰত এখন নালিছি আৰ্জি দিবলৈ বাধ্য হলো। কাকতাদেৱে উপদেশ দিছিল যে বেনামী প্ৰবন্ধ ছপা কৰা নীতি বিগৰ্হিত কাম। আমি সেই উপদেশটি পাইছোঁ; কিন্তু আমাৰ মৰমৰ বাঁহীয়েনো সেই উপদেশটি কেলেই নললে আমি কাকতী দেৱক সুধিব পাৰোনে? শ্ৰীভবানন্দ পাঠকৰ ৩ দফাৰ উত্তৰত আমি কওঁ যে আমি তেওঁলোকৰ সম্প্ৰদায়ৰ মানুহে লিখা চৰিত্ৰৰ ওপৰতেহে

আলোচনা কৰিছোঁ। দ্বিজভূষণ আৰু দৈত্যাৰি ঠাকুৰে লিখা কোনোখন চৰিত্ৰতেই ভূঞা আৰু কোচ ৰজা সকলৰ বিদ্ৰোহৰ ঘোষণা নেপাওঁ। কাষে কাষে এখন চৰিত্ৰত নোহোৱা কথা এটা সেই চৰিত্ৰখন আলোচনা কৰোতেনো কেনেকৈ সুমাই দিওঁ। গতিকে আমি দীঘলীয়া খোজ দিয়া নাই হবলা। আমাৰ Comment চৰিত্ৰৰ ওপৰতে সদ্যহতে Confined। শঙ্কৰদেৱ ভূঞাৰ পোৱালী বা ৰজাৰ লৰা আছিল। তেওঁৰ লোন কোনো কোনো ব্ৰাহ্মণ আৰু দৈবজ্ঞই খাইছিল সচাঁ। যেনেকৈ খাইছিল তেনেকই কেইজন মান বামুণে আৰু দৈবজ্ঞই ভয় খাই হিংসা কৰিলেও কেইজনমানে আকৌ প্ৰভু শঙ্কৰদেৱক ধৰ্ম্মৰ সকলোবিলাক তত্ত্ব শিকাই বুজাই অৱতাৰৰ শাৰীত তুলিছিল। আমিও শঙ্কৰদেৱক ধৰ্ম্মৰ Exoveric Branch এতিয়াও ৰজা নুবুলি নোৱাৰোঁ। সকলো ধৰ্ম্মৰে Exoteric আৰু Esoteric দুটা Branch আছে। শ্ৰীযুত ভবানন্দ পাঠকে যদি এই বিষয়ে নেজানে তেন্তে আমি তেখেতক পৰামৰ্শ দিওঁ তেখেতে যেন নিজৰ পন্থত নিজৰ পূৰ্ব্বাপৰ গুৰুৰ ওচৰত ভালকৈ শৰণ-ভজন লৈ ধৰ্ম্মত এফেৰা দকৈ সোমায়। তেতিয়াহে বুজিব প্ৰত্যেক স্থাপিত ধৰ্ম্মৰে দুটা ভাগ আছেনে নাই।

৪ৰ্থ দফাৰ উত্তৰত আমি এটা Cmparison নকৰি নোৱাৰোঁ। চাৰ্লছ ডিকেন্সৰ Pickwik paper ৰৰ সেই মকৰ্দ্দমাটোলৈ মনত পৰিল। Pickwick এ Breach of Marriage Promise মকৰ্দ্দমাটোত accused হৈ এজন উকীল নিযুক্ত কৰিছিল। Mrs. Bardell এ Sergent বজফজক নিযুক্ত কৰিছিল। দুয়ো উকীলে আদালতত পাৰে মানে তৰ্ক যুদ্ধ কৰে আকৌ আদালতৰপৰা নামি আহিলেই পৰস্পৰ সাদৰ সম্ভাষণেৰে আলাপ প্ৰীতি কৰে। Pickwick ৰ বৰ খঙ উঠিল। তেওঁৰ বায়না লৈ, পয়ছা খাই তেওঁৰ উকীলে বাদীৰ উকীলেৰে সৈতে কেলেই বাহিৰতো ভালেৰে কথা বতৰা কব? তেওঁৰ মনেৰে আদালতত যেনেকৈ দুয়োজনে হাফিয়া হাফি কৰিছিল বাহিৰতো তাকে কৰি মূৰ ফলাফলি কৰা উচিত। আমাৰ পাঠক দেৱৰো সেই Pickwich ৰ গতিয়ে গতি হৈছে। নহলেনো তেওঁ আমাক অজা বোলে যি বোলে বোলক, কিন্তু তেওঁৰ Side ৰ মহাপুৰুষীয়া General আমাৰ বেজবৰুৱা ডাঙ্গৰীয়াকনো অজা কেলেই বুলিলে? বেজবৰুৱা ডাঙ্গৰীয়া! কথাটো কেনে হৈছে! আমি জানিবা অজাই, আপুনিও ভবানন্দ পাঠকে কোৱা মতে সেয়েনে? আপুনি সাৱধান হওক। আপোনাৰ Client ক please কৰিবলৈ শম্বলপুৰৰ পৰা আহি সোনকালে আমাৰ মূৰটো নেফালিলে কিজানি তাতোকৈ বিশেষ আন কিবা বিশেষণেৰেহে আপোনাৰ Client বা মক্কেলে আপোনাক বিভূষিত কৰিব।

দামোদৰী পন্থৰ শূদ্ৰ সেৱকসকলে যে নিজ পন্থ এৰি ফাটি পলাবৰ ভয়তহে শূদ্ৰসকলৰ নিমিত্তে কৰা বা থকা ব্যবস্থাৰ বিষয়ে আমি লিখিছিলো সিটি নহয়। বাঁহীয়ে এফেৰা কুটনীতি ব্যবহাৰ কৰাত তাৰ উত্তৰ স্বৰূপে কোৱা হৈছিল যাৰ যি পন্থ সি শূদ্ৰই হওক বা ব্ৰাহ্মণেই হওক তাতে থাকিব। ব্ৰাহ্মণসকলক দৈত্যাৰি ঠাকুৰে আহোম ৰজাৰ গাত মিছাকৈয়ে শানি কাউৰ শগুন চিলা বোলা স্বত্বেও সমস্ত ব্ৰাহ্মণে আজিলৈকে মহাপুৰুষীয়াক একেবাৰে ত্যাগ কৰা নাই নহয়। ব্ৰাহ্মণ নিমখহাৰাম নহয়। ব্ৰাহ্মণ উদাৰ। বৌদ্ধদেবকো শিকাই বুজাই শেষত অবতাৰ কৰি লৈছে, আৰু সেইদৰে ৰাম আৰু কৃষ্ণকো অবতাৰ কৰি লৈছে। ৰজাৰ লৰা বা ভূঞাৰ পোৱালী প্ৰভু শঙ্কৰদেৱকো আংশিক অৱতাৰ বুলি ব্ৰাহ্মণেই কৈ গৈছে। কিন্তু বৌদ্ধদেবৰ পিছত যেতিয়া নাস্তিক, পাষণ্ডাচাৰী বৌদ্ধাবিলাকে বেদ মাৰিব ধৰিলে, বৰ্ণাশ্ৰম উঠাব ধৰিলে, নানা ব্যভিচাৰ কৰিব ধৰিলে তেতিয়াই এক শঙ্কৰাচাৰ্য্যই বৌদ্ধ ধৰ্ম্মটোক ভাৰতৰপৰা নিৰ্ম্মূল কৰি দিলে। এতিয়া যদি মহাপুৰুষীয়া ধৰ্ম্মৰপৰা মূৰ্ত্তিপূজা, বেদ, ব্ৰাহ্মণ উঠি যায় তেনেহলে এই ধৰ্ম্মৰো সেই একে গতি হবৰ সম্ভব। দুখত পৰিলে ভূঞাৰ পোৱালী দুই এজনেও হাল কোৰ বাই খাব লগাত পৰে, আৰু ভদো শৰ্ম্মাইও ভবানন্দ পাঠকৰ নিচিনা ধনী শূদ্ৰৰ ঘৰত ভাত ৰান্ধি পেট প্ৰবৰ্ত্তাই সচা; কিন্তু সেই বুলি ভূঞাৰ পোৱালীকো গিৰিহঁতে সদায় গালি গালাজ কৰা উচিত নহয় আৰু ভদো ৰাপুকো ভবানন্দই প্ৰীতিৰে যেনে "দেউ প্ৰসাদ চাইটো দিয়াক এনেকুৱা মিঠা বচনেৰেহে ভাত খোজা উচিত। গালি গালাজ, নিমখহাৰাম আদি বিশেষণ ব্যৱহাৰ কৰি ভাত খোজাতো সুশিক্ষাৰ বিপৰীত নহবনে! আমি প্ৰীত হৈছো যে আমাৰ পাঠকদেৱ বাহিৰে ঘোৰ মহাপুৰুষীয়া হলেও অন্তৰেৰে দেবী উপাসকহে। নহলেনো "নমস্তস্যৈ নমস্তস্যৈ, নমস্তস্যৈ নমো নমঃ যা দেবী সৰ্ব্বলোকেষু টঙ্কাৰূপেণ সংস্থিতা" এই বচন ফাকি কেলেই মাতিব আৰু আমাৰ বোধেৰে এই কাৰণেই তেওঁৰ সেই তাহানিখনৰ বুঢ়ী আইৰ মুখে শুনা দলা চিকাৰটোলৈ মনত পৰিছে। শঙ্খৰ পৰিবৰ্ত্তে আমাৰ বাঁহীয়েই আগে আগে বাঁহীটি বজাই গৈ আছে। পিচত প্ৰদীপিকাৰ জুই কুৰা জানিবা বৰদলৈৰ মুৰৰ ওপৰত; কিন্তু এতিয়া অসমীয়া ৰাইজৰ মনৰ মায়া মৃগটি কটা আমাৰ পাঠকদেৱেই হব পায়। পাঠক দেৱ দা খন ভালকৈ চলাব। খুব হুচিয়াৰ গৈ জয় মা দুৰ্গা বা কালি বুলি পন্থৰ গলত বহাব। চাব যেন পন্থৰ গলত মাৰিব খোজা কোবটো অকস্মাতে বংশী বাদকৰ গাত নপৰে।

পাঠক দেৱ! আমি আপোনাক সোধো মহাপুৰুষীয়া ধৰ্ম্মাৰপৰা কৃষ্ণৰ মূৰ্ত্তিবিলাক উঠি গলে, গীতা ভাগৱত উঠি গলে বৰ্ণাশ্ৰম উঠি গলে, মহাপুৰুষীয়া ধৰ্ম্মটো

ব্ৰাহ্মধৰ্ম্মৰ নিচিনা নহবনে? আপুনি দকৈ গমি চাওক দুই চাৰিজনে মহাপুৰুষীয়া ধৰ্ম্মটোক প্ৰায় ব্ৰাহ্মধৰ্ম্মৰ নিচিনা কৰিববলৈ ইচ্ছা কৰা নাইনে? আপুনি যদি নেজানে বা পঢ়া নাই অথবা আমাক দেখি দীঘলীয়াকৈ খোজ লৈছে তেন্তে ৭ ম বছৰৰ ৮ ম সংখ্যা বাঁহী পঢ়ক। ৯ম বছৰৰ ১ ম সংখ্যা বাঁহী পঢ়ক। সপ্তম বছৰৰ ৮ম সংখ্যা বাঁহীত এই কেইষাৰ পাব ঃ—ব্ৰাহ্ম সমাজো বিশেষ আদি ব্ৰাহ্মসমাজ হিন্দু সমাজৰে এটা সম্প্ৰদায়"। ইয়াত এই কেইষাৰ কথা পাইহে আমি উনুকিয়াইছিলো যে ব্ৰাহ্মসমাজকো হিন্দু সমাজৰে অঙ্গ বুলি ধৰি লব নোৱাৰিনে? বিশেষ আদি ব্ৰাহ্মসমাজক যত এতিয়ালৈকে ব্ৰাহ্মণ্যভাব ব্ৰাহ্মণ্য আচাৰ অনেক পৰিমাণে বিদ্যমান। কিন্তু ইয়াৰ পিছত আমাৰ মনত হল যে কেনেকৈনো আমি এই সমাজক হিন্দুৰ ভিতৰৰ বুলি লওঁ। ইয়াত দেখোন আমাৰ প্ৰাণৰ প্ৰাণ, হৃদয়ৰ ধন, কৃষ্ণ নাই। কৃষ্ণৰ কথা কওঁতেও এদিন এজন ব্ৰাহ্মই সেইদৰে কৈছিল (৬ষ্ঠ সংখ্যা প্ৰদীপিকা চাওক)। কিন্তু ৯ম বছৰ ১ম সংখ্যা বাঁহী পঢ়ি পালো যে ইংৰাজী শিক্ষিত সমাজলৈকো কৃষ্ণ সোমাইছে। বঙ্গ দেশৰ ব্ৰাহ্ম সমাজত বৈষ্ণৱ ধৰ্ম্মৰ আচল বস্তু হৰি সংকীৰ্ত্তন সোমাইছে। ...... আদি সমাজৰ নেতা পূজনীয় ৰবি ঠাকুৰৰ কবিতা বৃন্দাবন লীলাৰ লহৰী যমুনাৰ কুল কুল নাদ আৰু গোপী সকলৰ বলয় কঙ্কনৰ নিক্কনেৰে নিনাদিত"। যৌবনৰ সহপাঠি বন্ধুৰ শুৱলা কাপৰপৰা মোৰ প্ৰাণ মন হাৰি এনেকুৱা কৃষ্ণ প্ৰেম ওলোৱা বাবেই, আৰু আজি ৯।১০ বছৰে শুদ্ধে অশুদ্ধে বন্ধুৱে কৃষ্ণ পূজা কৰা বাবেও শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা আমাৰ শ্ৰদ্ধাৰ মৰমৰ প্ৰীতিৰ আদৰৰ জন। তেখেতে আমাক গালি পাৰিলেও তেওঁৰ প্ৰতি অন্ততঃ শিষ্টাচাৰ এৰিব নোৱাৰো। মত নিমিলিলে কাজিয়াও কৰিম সেই বুলি চেনেহ প্ৰীতিও এৰিব নোৱাৰিম।

সৰুতে কলেজলৈ যোৱাৰ এবছৰৰ আগেয়ে মোৰ কুলগুৰু জনৰ ওচৰত শৰণ পাই কলিকতা পাইছিলোগৈ। তাত দুই তিনি বছৰ ব্ৰাহ্মৰ উপাসনা মন্দিৰলৈকো গৈছিলো। Theology তো বছেৰেকীয়া Prize পাইছিলো, তথাপি যি দিনাই এজন ব্ৰাহ্ম বন্ধুৱে মোৰ হৃদয়ৰ অভ্যন্তৰৰ দেবতা কৃষ্ণক নিন্দিলে সেই দিনাই প্ৰাণত আঘাত পালো। সেই দিন ধৰি ব্ৰাহ্ম সমাজ এৰিলো। নিজৰ পিতৃ পিতামহৰ প্ৰাণৰ প্ৰাণ কৃষ্ণকেহে দেহমন অৰ্পিলোঁ। অবশ্যে এইটো সচাঁ যে যৌবনৰ আদি চোৱাত আমি ব্ৰাহ্ম সমাজৰ ওচৰতো কিছু দূৰ ঋণী, যেহেতু ব্ৰাহ্ম সমাজে মোৰ কলিকতীয়া নৈতিক জীৱনটি ভালে ৰাখিছিল জ্ঞান মুকলী হবৰে পৰা সুদৃঢ়কৈ জানি গৈছো যে যেনেকৈ পৰমব্ৰহ্ম এক, তেওঁৰ বিকাশ অনেক, সেইদৰে হিন্দু ধৰ্ম্মৰ ভিতৰত থকা মানুহবো গুৰু একহে সেৱা অনেক। সেই দেখি যেনেকৈ ব্ৰাহ্ম সংগীতৰ "ৰে শশাঙ্ক

মনোহৰ বলনা আমাৰ, এমন মোহন ৰূপ পাইলৈ কেথায়” এই গান শুনোঁতে সেই পৰমব্ৰহ্ম মোৰ কৃষ্ণলৈহে মনত পৰে, আৰু গীতাৰ দশম অধ্যায়ৰ বিভূতি যোগ পঢ়ি অৰ্থাৎ ব্ৰহ্মাৰ বিকাশ বিলাক দেখি কৃষ্ণ ব্ৰহ্মলৈহে মনত পৰে আৰু একাদশ অধ্যায়ৰ বিশ্বৰূপ দেখি সেই কৃষ্ণৰ ৰূপতহে শৰীৰ আপ্লুত হয় আৰু বেদৰ অগ্নিৰ প্ৰতি স্তব, সোম সূৰ্য্যৰ স্তব পঢ়িলে সেই এক পৰমব্ৰহ্ম কৃষ্ণলৈহে মন যায়, আৰু বেদান্তৰ সুত্ৰবিলাক পঢ়িলেও সকলো কথায়ে নি এক পৰমব্ৰহ্মতহে পেলায়, আৰু সকলো প্ৰকাৰ যোগৰো সমস্যা উদ্দেশ্য যেনেকৈ এক ব্ৰহ্মতহে তেনেকৈ স্কুল কলেজত নানা ধৰ্ম্মৰ, নানা জাতিৰ মাষ্টৰ প্ৰফেচৰৰ মুখে যদিও শিকিছোঁ আৰু যৌবন আৰু বাৰ্দ্ধক্যতো যদিও নানা জনে সৈতে সঙ্গ কৰি কিবাকিবি শিকিছোঁ বুজিছোঁ আৰু যদিও শিব, শক্তি লক্ষ্মী, সৰস্বতী, ইত্যাদি সমস্ত দেব দেবীৰ অনুষ্ঠান আদিত যোগ দিছোঁ তথাপি সেই সকলোৰে মূলতে সেই মোৰ এক গুৰুহে। সেই গুৰুয়েহে মোৰ হৃদয়ৰ তমোৰাশি নাশ কৰি কৃষ্ণৰ ওচৰলৈ নিব। সনাতন ধৰ্ম্মৰ উদ্দেশ্যই হৈছে, সমস্ত অনুষ্ঠান সমস্ত আচাৰৰ মাজেদিও এক সেই পৰমব্ৰহ্ম কৃষ্ণৰ ওচৰলৈ যোৱাটো। Divesity ৰ মাজেদি Unity লৈ যোৱা। মই পৰমব্ৰহ্মকে কৃষ্ণ বুলিছোঁ আনে হয় শিব, নহয় শক্তি, নহয় ওঁ, নহয় সত্যংজ্ঞান সমন্তং ইত্যাদি বুলিছে। তফাং এই খিনিত, আচাৰত আৰু যোৱা বাটটোত।

পাঠক দেৱ! বুজিছেনে শ্ৰীযুত বেজবৰুৱাৰে সৈতে আমি কেলেই বাঘ বা সিংহৰ দৰে “লেৰাই” নকৰোঁ? ক্ষমা কৰিব আমি আপোনাক ঘোৰ শাক্ত আৰু ইংৰাজী নজনা মানুহ বুলিহে ভাবিছো। যেহেতু আপুনি ইংৰাজীৰ দুই এটা শব্দ ব্যবহাৰ কৰিলেই উভয়ৰে কিবা মতলব থকা যেন পায়। আৰু আপুনি মৃদু যুদ্ধ ভাল নাপায় আপুনি ভাল পায় বাঘে বাঘে বা সিংহে সিংহে কৰা যুজ চাবলৈ অথবা তাহানি খনৰ ৰোমৰ Gladiatorit light। আৰু ইংৰাজী শব্দ দুটা ওলাল। ক্ষমা কৰিব। এই শব্দ দুটা আপুনি আপোনাৰ কোনো ইংৰাজী জনা বন্ধুৰ হতুৱাই তৰ্জ্জমা কৰাই লব দেই। পাঠক দেৱ! আপোনাৰ সৈতেও আমি বাদানুবাদ ত্যাগ কৰিলোঁ। আমাৰ বাটে বাটে আমি গৈ থাকিম। আপোনালোকৰ বাটে বাটে আপোনালোক গৈ থাকক। *আপোনালোকৰ নিজ ইষ্টত মন প্ৰাণ ঢালি দি দেহ পবিত্ৰ কৰক তাত আমি আনন্দ পাম। কিন্তু নিজৰ জনাৰ উৎকৰ্ষ দেখুৱাবলৈ গৈ পৰৰ জনক নিন্দা নকৰিব এয়েহে* মিনতি।

# বিবিধ বাতৰি আৰু সমালোচনা।

(১)

আজি কিছুমান দিন হল "অসমীয়া" কাকতত পঢ়িছিলোঁ যে মাদ্ৰাজত বামুণৰ অত্যাচাৰ হেনো সহ্য কৰিব নোৱৰি অব্ৰাহ্মণ সকলে এটা ব্ৰাহ্মণ বৰ্জ্জন নে ব্ৰাহ্মণ বিৰূদ্ধ সমাজ পাতিছে। সিদিনা খবৰ কাত এখন পঢ়ি জানিব পাৰিছোঁ যে যোৰহাটতো হেনো এটি Anit–Brahmin সমাজ পাতিবলৈ কোনো কোনোৱে ইচ্ছা কৰে আৰু যোযা কৰিছেনে কৰিবও খুজিছে। আন দেশত যি কৰে কৰি থাকক কিন্তু আমাৰ দেশত এনেকুৱা হোৱাটো বাঞ্চনীয় নহয়। হিন্দুৰ ভিতৰত থাকি Anti–Brahmin হোৱা মানে সেই পেটটোৰ ওপৰত হাত জীভা, আঙুলি, মুখ দাঁত ইত্যাদিয়ে কৰা খঙৰ নিচিনা হব। সাধু কথাটো কোনোবাই নাজানে যদি এইখিনিতে কওঁ। এসময়ত হাত মুখ, দাঁত, জীভা, ইহতঁৰ বোধ হল যে সিহঁতে সকলো কাম কৰি পেটটোক অহাৰবিলাক খাবলৈ দিয়ে। পেটে একো নকৰাকৈয়ে বহি থাকিয়েই আহাৰ পায়। সেই দেখি সিহঁতৰ পেটৰ ওপৰত খঙ উঠিল। আৰু সিহঁতে স্থিৰ কৰিলে যে সিহঁতে পেটৰ দাসত্ব আৰু নকৰে। সিহঁতেও পেটক আৰু খোৱা বস্তু নিদিয়ে। এই দৰে সিহঁতে এদিন, দুদিন, তিনিদিন, চাৰিদিন এই দৰে বহি থাকিল। আহাৰ নোগোটালে। ফল হল পেট যেনেকৈ শুকাল শেইদৰে হাত ভৰি আঙুলি মুখ এটাইবিলাক শুকাব ধৰিলে। যেতিয়া সিহঁতে দেখিলে যে পেটৰ ওপৰত খঙ মাৰিবলৈ গলে সিহঁতৰো দুৰ্গতি হয় তেতিয়া সিহঁতে পেটলৈ খঙ এৰি আগৰ দৰে পেটক আহাৰ গোটাই দিহে ৰক্ষা পালে। সেই দৰে হিন্দু মাত্ৰেই জানিব লাগে যে হিন্দুৰ জনমৰ কালতো বামুণ লাগে। নাম ৰাশি নক্ষত্ৰ গণিবলৈ ৬ষ্ঠী পূজা কৰিবলৈ, পিচত ডাঙ্গৰ হলেও বিয়া কৰাবৰ সময়ত বামুণ লাগে। মৃত মাক বাপেকৰ বছেৰেকীয়া শৰাধ কৰিবলৈকো বামুণ লাগে। আৰু নিজে যেতিয়া মৰে তেতিয়াও শ্মশানতো বামুণ লাগিব। শ্ৰাদ্ধ বিধি কৰি প্ৰেতৰ পৰা উদ্ধাৰ কৰি দিবলৈকো বামুণ লাগিব, আন বিলাক অনুষ্ঠানীক কথাৰ বিষয়ে নকওঁয়েই। এনেকুৱা যে জনম, বৃদ্ধি, মৰণ সকলো কালৰ সহায়কাৰী বামুণ এৰা মানে, ব্ৰাহ্মণ বিৰূদ্ধ হোৱা মানে হিন্দুত্বক বধ কৰা বা নিজকে বধ কৰাহে হব।

অবশ্যে হয়তো কোনো কোঁনো হিন্দুৰ লৰাই কব যে "বামুণ নহলেনো আমি সংসাৰত চলিব নোৱাৰিমনে। নিশ্চয় পাৰিম।" আমি কও নোৱাঁৰো। পিতৃ মাতৃৰ বছৰেকীয়া শ্ৰাদ্ধ এৰিব পাৰিলেও হিন্দুমতে বিবাহ কৰিবলৈ হলেই বামুণটো লাগিবই।

কেনো কেনোৱে কব পাৰে যে "আমাক হিন্দুত্বই নালাগে"। সেই সকললৈ

আমাৰ জবাব নাই। কিন্তু আমি এই ফেৰা নকৈ নোৱাৰোঁ যে মানুহ কোনো এটা ধৰ্ম্মৰ ভিতৰত-সম্প্ৰদায়ৰ ভিতৰত নথকাকৈ নোৱাৰে। হিন্দুত্ব এৰিলেই যে মানুণৰ উৎপাতৰ পৰা হাত সাৰিব এইটো হলে আমি কব নোৱাৰোঁ। যদি কোনো হিন্দুৰ লৰা হিন্দুৱামি এৰি মচলমান হয় তেনেহলেও তাত হৰেক কথাকে মৌলবী স্বৰূপ বামুণৰ হাততে পৰিবগৈ। যদি খৃষ্টিয়ান হয় তাতে ৷পাদুৰী ছাহাব স্বৰূপ বামুণৰ হাত এৰাব নোৱাৰে। যদি বৌদ্ধ হয় তেনেহলে তাতো গৈ শ্ৰমণৰূপী বামুণৰ হাতত পৰিব। যদি ব্ৰাহ্ম হয় তেনেহলে তাতো এজন আচাৰ্য্যৰ হাতত পৰিবই পৰিব। কাযে কাযে আমি দেখাত হলে বামুণৰ ওপৰত অৰ্থাৎ ব্ৰাহ্মণ্য ধৰ্ম্মটোৰ ওপৰত খণ্ড কৰি Anti Brahman হোৱাৰ কোনো লাভ নেদেখোঁ। খা এটা মনত পৰিল। তাহানি এজন আহোম ডাঙ্গৰীয়াই বামুণৰ ওপৰত বেজাৰ হৈ পাৰেমানে বামুণৰ বিৰূদ্ধে কৈ আছিল। আমি লাহেকৈ কলোঁ যে "বামুণ এৰি পেলাই একেবাৰে বৌদ্ধ নহয় কেলেই? তেনেহলেই সকলো লেঠা চিগি যায়। ডাঙৰীয়া জনে মিচিক কৰে হাঁহি কলেঃ—"বামুণে আমাক মৰম নকৰে দেখিহে খণ্ড কৰোঁ। একেবাৰে এতিয়া আৰু এৰিব নোৱাৰোঁ। আমাৰ পূৰ্ব্বপুৰুষসকলে বৌদ্ধ ধৰ্ম্ম এৰি যেতিয়াই হিন্দু ধৰ্ম্ম ললে এতিয়া আৰু বামুণ একেবাৰে এৰিব নোৱাৰোঁ। সেইটো অসম্ভব। কেজনমান ডাঙ্গৰীয়াই হেনো গোঁসায়ো এৰো বুলিছিল; কিন্তু শেহত হেনো সেইসকলে নহলেও সেই সকলৰ মুখীয়াল সকলেই আকৌ নিজ গুৰুত কাৰূণ্য কৰিহে মনত শান্তি লভিছিল।

অবশ্যে অনেক ঠাইত কোনো কোনো ব্ৰাহ্মণৰ গাত বামুণৰ গুণ দেখা নেযাব পাৰে; আৰু কোনো কোনো স্থলত বামুণে অতি জঘন্য পাপো কৰিব পাৰে। কিন্তু সেইসকলক বৰ্জ্জন কৰিলেও সমস্ত ব্ৰাহ্মণ্যটোক বৰ্জ্জন কৰাটো অসম্ভব।

(৪)

এইবাৰ মাজুলিত বৰ লাটক অভ্যৰ্থনা কৰিবলৈ কৰা দৰবাৰ উপলক্ষে অসমৰ চাৰিও সত্ৰৰে আৰু কমলাবৰিয়া বেঙেনাঅটীয়া অধিকাৰ পুৰুষসকল একেলগে গোট খাইছিল। প্ৰধান চাৰি সত্ৰীয়াই একেলগে বহি Prisvate confrence ও কৰি নানা বিষয়ে আলোচনা কৰিছিল। অসমীয়া ৰাইজে শুনি সুখী হব যে সত্ৰাধিকাৰ পুৰুষসকলে অসমৰ মধ্য ঠাইত যেনে যোৰহাট বা আন কোনো ঠাইত এটি সংস্কৃত কলেজ হেনো খুলিব। কামৰূপ অধিবাসী সকলৰ ইচ্ছা যে সংস্কৃত কলেজটো আঠঘৰীয়াৰ দামোদৰ ধামৰ লগতে হব লাগে। কোনো কোনোৱে কয় গুৱাহাটীৰ কটন কলেজৰ ওচৰতে হলেই ভাল আছিল। উজনীৰ সকলৰ আপত্তি যে কামৰূপত যথেষ্ট সংস্কৃতজ্ঞ ভাল ভাল পণ্ডিত আছে, ওপৰ অসমত নাই, সেই দেখি ওপৰ

অসমতহে হোৱা উচিত। যতে হওক এঠাইত হলেই হয়। মুঠতে কলেজটো কাৰ্য্যত পৰিণত হব লাগে।

(৩)

১২ ডিচেম্বৰ অসমীয়া কাকত পঢ়ি পালোঁ যে শ্ৰীযুত লক্ষীনাথ বেজবৰুৱা আৰু আমি এই দুই বুঢ়াৰ বাঁহী আৰু প্ৰদীপিকাত দন্দ দেখি আমাৰ হেনো কলিকতাত থকা কলেজত পঢ়া ছাত্ৰৰ বন্ধুসকলে (সকলোৱেই নে?) অকল প্ৰদীপিকাৰ ওপৰত অভিযোগ কৰিবলৈ ওলাইছিল। অলপত থাকিহে প্ৰদীপিকা এইবোৰলৈ ৰক্ষা পৰি ৰৈছে। অহা বৈঠকত কি হয় কব নোৱাৰোঁ। আমি ছাত্ৰৰ বন্ধুসকলক, যিসকলৰ আত্মা এতিয়াও সংসাৰৰ পাক চক্ৰে মলিন হোৱা নাই, যিসকলৰ ঘটে ঘটে ৰাম আছে (এক ৰাম দশৰথকু বেটা এক ৰাম ঘট ঘট বৈঠা) এফেৰা উপদেশ দিব পাৰোনে? ব্ৰাহ্মণ গোঁসাই, মহন্ত, সমস্ত বৈষ্ণববৃন্দ, অসমীয়া ৰাইজৰ দাস হলেও দুই চাৰিযাৰ উপদেশ দীক্ষা নহয়—শিক্ষা উপদেশহে) দিব পাৰোঁ হবলা? আমাৰ উপদেশ এই যে 'হে গকুলৰ কানাইসকল হে মোৰ কৃষ্ণ পৰমব্ৰহ্মাৰ দাসকল! হে মোৰ সৰলতা আৰু পবিত্ৰতাৰ আধাৰসকল! তোমালোকে বুঢ়াৰ দন্দত নমতাই ভাল। তোমালোকে নিতান্তই যদি নামাতি নোৱাৰা তেন্তে দবোবছৰৰ বাঁহী, তাৰ পিচত ১৯২০ চনৰ জুন মাহৰে পৰা অসমীয়া কাকত বিশেষ ৮ আগষ্টৰ, ১২ চেপ্তেম্বৰৰ, ১৯ চেপ্তেম্বৰৰ সংখ্যা পঢ়া। তাৰ পিচত এই নিঃকিনে দিয়া "দেৱদামোদৰ আৰু হিন্দুধৰ্ম্ম" এই বক্তৃতাটো পঢ়া, তাৰ পিচত প্ৰদীপিকা আৰম্ভৰে পৰা তন্ন তন্ন কৰি পঢ়ি যাক দোষ দিব লাগে দিয়া। তাকে নকৰি আমাৰ দুজনৰ ভিতৰত ডঙ্গা-পৰা কৰি এজনক যহাই এজনক দোষিলে প্ৰতাবায়ে পাব। ভাষাৰ বিষয়ে এই বছৰৰ বাঁহীৰ ৬।৭ ম সংখ্যাত দিয়া কাৰণ আমাৰ কামৰূপীয়াৰ মনত বহু দিনৰে পৰা গাজি থকা কথাটো আমি প্ৰথম মিৰিজীয়ৰী ছপা কৰা দিনৰে পৰা জানোঁ। কামৰূপ অঞ্চলত চব্‌ডিপুটী কলেক্টৰি কৰি গাৱে গাৱে ফুৰোঁতেও এই বিষয়টো জানিছিলোঁ। তথাপি কামৰূপীয়া ভ্ৰাতৃসকলে মনৰ দুখ বেজাৰ মনতে মাৰি আছিল। কিন্তু যিদিনাই আমাৰ বন্ধু বেজবৰুৱা ডাঙৰীয়াই (তেওঁৰ মনত কুভাব নেথাকিলেও) ২য় বছৰৰ ২য় সংখ্যা বাঁহীত "হাঁ মোৰ কাপাল তোহ্নাই কিনো কৰাহাঁ" ইত্যাদি কবিতাটি ছপালে, লগতে আৰু তেনেকুৱা কবিতাৰ নিমিত্তে পুৰস্কাৰ ঘোষণা কৰিলে সেই দিনাই কামৰূপীয়াৰ আত্মসম্মান বোধৰ উদ্ৰেক হল। তাৰ প্ৰমাণ উত্তমচন্দ্ৰ বৰুৱাৰ ৯।৯।১০ তাৰিখৰ চিঠিয়েই (বাঁহী ২য় সংখ্যা)। অবশ্যে পিচত বন্ধুবৰে সেই ২য় সংখ্যাতেই সেই জুইত পানী ঢালি "আমাৰ নামনি আসামৰ বন্ধু

সকলৰ প্ৰতি” বুলি চাফাই এটা দিছিল। কিন্তু দুখৰ বিষয় পানী ঢালিও ৰসিক প্ৰবৰ বন্ধুবৰে কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলাৰ পৰা মাজে মাজে দুই এটি জুইশলাৰ কাঠিও নমৰাকৈ এৰা নাছিল, যেনে ৪ৰ্থ, বছৰৰ ৬ষ্ঠ সংখ্যাৰ ভাষাৰ গীতা আৰু আন আন গদ্য পদ্য। ইত্যাদি বাবেহে আমি বন্ধুবৰক প্ৰদীপিকাত কৈছিলো যে “হে বন্ধুবৰ! যথেষ্ট হৈছে। ভাষা লৈ উজনি নামনিৰ আহঁ ফালিলা” ইত্যাদি ইত্যাদি। অবশ্যে বন্ধুবৰে আমাৰ এই কথাত বেজাৰ পাইছে। বেজাৰ দিবৰ আমাৰ মতলব নহয়। কিন্তু কি কৰিম কথাটো সত্যটো ভমক কৰে ওলাই গল। বন্ধুবৰে হয়তো ৰসিকতা কৰিছিল; কিন্তু তেওঁৰ সেই ৰসিকতাই আমাৰ কামৰূপীয়া ভ্ৰাতৃসকলৰ মনত নিশ্চয় তেতিয়া দুখ দিছিল। আমি বন্ধুবৰৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলোঁ।

আনবিলাক কথা সম্পৰ্কেও প্ৰদীপিকা দেবীয়ে আগেয়ে কাকো জোকোৱা নাই। কিন্তু প্ৰদীপিকাৰ উদ্দেশ্য নুবুজি জনমৰ আগৰে পৰা কিমান উৎপাত কৰিছে তাকো ছাতৰ বন্ধুসকলে তন্ন তন্ন কৰি চাই লয় যেন। প্ৰদীপিতাই সামঞ্জস্যহে দিছে। ৪ৰ্থ সংখ্যাত দৈত্যাৰি ঠাকুৰ কৃত সমালোচনাত মিলৰ বাটহে দেখুৱাইছে। সৰহ আৰু কি কম। তথাপি যদি ছাতৰ বন্ধুসকলে, মোৰ গোকুলৰ কানাইসকল Judgment pass নকৰাকৈ নোৱাৰে তেন্তে আমি দুয়ো বুঢ়াকেই বেয়া বোলক। সিও ভাল। নহলে বুঢ়াৰ দন্দত লৰাই মনে মনে থকাই ভাল।

## ঁনীলকণ্ঠ কৃত শ্ৰীশ্ৰী ঁদেব দামোদৰ চৰিত্ৰ

(৬ষ্ঠ সংখ্যাৰ ২৪৮ পিঠিৰ পিচৰ পৰা)

বুকুত সাবটি ধৰি মুখে চুমা খান্ত।
দুগ্ধ পিয়াই ৰঙ্গ মনে পুত্ৰ মুখ চান্ত।।
দন্তসব গজে দেখি আনন্দ মনত।
এহিমচে ক্ৰিড়িয়া ফুৰন্ত নিত্যাগত।।
আঠু এৰি থিয়দঙ্গা দিয়া কাঢ়ে ভৰি।
কতোহো নাচন্ত ৰঙ্গে চান্ত হাস্য কৰি।।
ভৰি কাঢ়ি ভালমতে ফুৰন্ত লৰৱি।
কদ্দমে লেপিত হুয়া বনে বাতে পৰি।।
দেখিয়া সুশীলা মাৱে পুত্ৰৰ আনন্দ।
কৰ্দ্দম গুচাই জলে গাৱ পখালন্ত।।

কোলাত কৰিয়া ৰঙ্গে ভোজন কৰায়।
নিদ্ৰা গৈলে কতো থোৱে শয্যাত শুৱায়।।
গলত গুলিয়া মনি ৰতনে মণ্ডিত।
বলয়া হস্তত অতি দেখিতে শোভিত।।
নিদ্ৰা ত্যাগি কতো থাকন্ত বসিয়া।
কতোহো বিৰূদ্ধ কৰি ফুৰন্ত ভ্ৰমিয়া।।
আধাফুটা কৰি মাতে সুকোমল বাক।
পৰম আনন্দ হোৱে লোকে শুনি তাক।।
পিতৃ মাতৃ দুয়ো শুনি আনন্দ হৃদয়।
কতো কোলে আনি কতো সন্দেশক দেয়।।
দাস দাসীগনে কতো বজাৱে চাপৰি।
তাৰ চেৱ ধৰি নাচে নানা ভঙ্গি কৰি।।
লৱৰি ফুৰন্ত কতো বসি ওমলন্ত।
হাসন্তে মাতন্তে কতো কৌতুক কৰন্ত।।
এহিমতে শিশুলীলা কৰিয়া ভ্ৰমন্ত।
দ্বিজৰূপে অৱতৰি প্ৰভু ভগৱন্ত।।
অনাদি ঈশ্বৰ যিটো পতিতৰ গতি।
লোক নিস্তাৰিবে প্ৰতি ভৈল উতপতি।।
তেহো যেবে তৃতীয় বৰিষ লভিলন্ত।
চূৰাকৰ্ণবেধ দ্বিজৰাজে কৰিলন্ত।।
বিধিমতে শ্ৰাদ্ধযজ্ঞ কৰ্ম্ম কৰিলন্ত।
উৰুলি উৎসবে বাদ্য ভাণ্ড পুৰিলন্ত।।
বিধিমতে চূৰাকৰ্ণবেধ সাঙ্গ ভৈলা।
দানে মানে দ্বিজগণে মনে সন্তোষিলা।।
আনো সব যত লোক মন সন্তোষিলা।
পুত্ৰদাৰা সমে দ্বিজে আনন্দে ৰহিলা।।
পিন্ধিলন্ত দামোদৰ সুবৰ্ণ কুণ্ডল।
প্ৰকাশে সুন্দৰ চাৰু বদন মণ্ডল।।
সিংহবন্ধ কাটিবন্ধবহল হৃদয়।
আজানুলুম্বিত বাহু উৰু সম লয়।।

সনমথ চাপ ভ্ৰূৰ পদ্মদল আখি।
নীল আকুঞ্চিত কেশ যেন মৈৰা পাখি।।
শিৰ চক্ৰাকৃতি উৰু চৰণ শুৱায়।।
পুৰবাসী শিশুগণ আসি মিলে তৈত।
ঘিলা ঘণ্টা খেলাৱন্ত তাসম্বা সহিত।।
কতো গোষ্ঠে চলি যান্ত শিশুগণ সঙ্গে।
নানা খেলি খেলা কৰি ফুৰে তৈত ৰঙ্গে।।
বালক ক্ৰীড়াক কৰি সেহি মতে বৈলাগি।
নৱম বৰিষ অনুক্ৰমে আসি ভৈলা।।
বিধিমতে যজ্ঞসূত্ৰ পিতৃ তাঙ্ক দিলা।
গায়ত্ৰীক দিয়া বেদ আৰম্ভ কৰিলা।।
আত অনন্তৰে কথা শুনা সৰ্ব্বজন।
নামত কলাপচন্দ্ৰ দ্বিজ সুশোভন।।
চাৰি বেদ চৈধ্য শাস্ত্ৰ পুৰাণ জানয়।
শতেক বলধে যাৰ পুস্তক বহয়।।
ফুৰন্তে ভ্ৰমন্তে সদানন্দ গৃহ পাইলা।
বাৰ্ত্তা পাই সদানন্দে শীঘ্ৰে ৰেগে গৈলা।
দেখি দ্বিজে আশীৰ্ব্বাদ তেখনে কাৰিলা।।
কৈত থতি কিবা নাম ভ্ৰমা কি কাৰণ।
কহিও আমাৰ আগে কিবা প্ৰয়োজন।।
সংস্কৃত কলাপচন্দ্ৰ নবদ্বীপ বাসী।।
মাধব কামাখ্যাদেবী ফুৰো ৰাজ্য চাই।
ছাত্ৰশাল কৰাইবা আসিলো বাৰ্ত্তা পাই।।
তিনি গুটি পুত্ৰ দেখো তোমাৰ আছয়।
দিয়োক পঢ়াও যেন মম কৃতি ৰয়।।
শুনি সদানন্দৰ ৰঙ্গৰ সীমা নাই।
কৰিয়োক কৃপা গুৰু থাকা মোৰ ঠাই।।
এহি বুলি ছাত্ৰশাল ঘৰ বান্ধি দিলা।
তথাতে পণ্ডিত থাকি পঢ়াইবাক লৈলা।।
সৰ্ব্বেশ্বৰ ৰত্নাকৰ দেৱ দামোদৰ।

তিনিওকো পঢ়াবে লাগি দিলা বাসাঘৰ।।
কৃকালিকা আদি যত ব্যাকৰ্ণ পঢ়িব।
যত ধাতু প্ৰয়োগ শবদ সাধিলন্ত।।
চাৰি বেদ পঢ়ি চৈধ্য শাস্ত্ৰ পাঠ কৈলা।
পীতা ভাগবত আনো শাস্ত্ৰক জানিলা।।
আনো দেশ বিদেশৰ ছাত্ৰ পঢ়িলন্ত।
কলাপ চন্দ্ৰক সবে দক্ষীণা দিলন্ত।।
গুৰু মুখে শাস্ত্ৰ জানি যত শিষ্যচয়।
সবে বিদ্যাৱন্ত কাৰো নাহিকে সংশয়।।
সদানন্দ বিজপুত্ৰ সবাতো গৰিষ্ঠ।
তিনিৰো মধ্যত প্ৰভূ দামোদৰ শ্ৰেষ্ঠ।।
আপুনি ঈশ্বৰ অৱতাৰ আছো ধৰি।
সিকাৰণে শ্ৰেষ্ঠ ভৈলা তাসম্বাত কৰি।।
কলাপ চন্দ্ৰক সবে সাদৰে নমিলা।
দ্বিজ সদানন্দে বহু মানক কৰিলা।।
কলাপ চন্দ্ৰয়ো প্ৰশংসিয়া চলি গৈলা।
পুত্ৰ লৈয়া সদানন্দ আনন্দে ৰহিলা।।
আত অনন্তৰে যেন ভৈলা পাচ কথা।
মহা গণ্ডগোল আসি মিলিলন্ত তথা।।
নধনাৰায়ণ চিলাৰায় দুই ভাই।
ৰাজ্যক মাৰিয়া গড়গ্ৰামক উজাই।।
ভগনিয়া লোক পাইলে তাৰ ৰক্ষা নাই।
কাটি মাৰি সৰ্ব্বস্বান্ত কৰি লৈয়া যাই।।
স্বৰ্গী নৃপতিৰ দুত ফুৰে পাইক ধৰি।
পলাইলে তেসম্বে লুটে মহা কোপ কৰি।।
এহিমতে লোক ধখি বলে লৈয়া যায়।
পুত্ৰসমে সদানন্দে গুণন্ত উপায়।।
সেহি বেলা ৰাজদুত তথাতে মিলিল।
শুনিয়া গ্ৰামৰ লোক পলাইবে লাগিল।।
দেখি সবে ৰাজ দুত কদশো দিশে গৈলা।

ধৰি বান্ধি আনিলেক যাকে যৈতে পাইলা।।
সৰ্ব্বদ লুটিয়া নেই লোকক ধৰিয়া।
দেখি সদানন্দ দ্বিজে পলায় লৰৰিয়া।।
দামোদৰ ৰত্নাকৰ আসিল পলাই।
ধৰিলেক দুতে গৈয়া তাঙ্ক লাগ পাই।।
দামোদৰে বুলিলন্ত যতেক বুজাই।
আমি দ্বিজ জানিয়োক নিতে নুযুয়ায়।।
ধনবিত দেওঁ আবে যায়ো আন্তৰিয়া।
দুতে বোলে থাওক ধন নিবোহো বান্ধিয়া।।
এহি বুলি দুষ্টসবে দুইকো লৈয়া যায়।
বোলে বান্ধি লওঁ জানো পথত পলায়।।
এহি বুলি জৰি আনি খোজয় বান্ধিতে।
হাতত লুকাই জৰি দেখিয়া ডৰন্তে।।
আৰু জৰি বাৰম্বাৰ বান্ধিতে আনয়।
ওচৰ চাপন্তে দুতে দেখয় বিস্ময়।।
তথাপি অজ্ঞান চিনিবাক নপাৰিলা।
গড় ভিতৰৰ বৰ চাঙ্গত ৰাখিলা।।
চতুৰ্দ্দিশে গড়খাই বহল অপাৰ।
কুৰি বেওঁ গড় উচ্ছা প্ৰস্থে পঞ্চ টাৰ।।
দশ গজ জোঙ্গ গড়ে তাহাৰ ওপৰ।
গড় বাজে পাঁজি আছে পথালি হাজাৰ।।
মহা দীপ্তিকৰ গড় দেখি আচম্বিত।
তাৰ মাঝে অস্ত্ৰধাৰী আছে বিপৰীত।।
হেন গড় ভিতৰত বন্দী কৰি থৈলা।
দুয়োজন মহাসুখে তথাতে ৰহিলা।।
যিবেলা দুইহাঙ্ক ধৰি লগে লৈয়া গৈলা।
সিবেলা বিপ্ৰৰ গৰে উশমিস ভৈলা।।
মহাদুঃখে কান্দে সবে অকুপিত ভাবে।
সেহিবেলা প্ৰমাদ মিলিলা সেহি ঠাৱে।।
গৃহত সোমাই সৰ্ব্বস্বক লুটি নেই।

ভাণ্ডাৰত পশি ৰৈলা ব্ৰাহ্মণী সোমাই।।
সদানন্দ সৰ্ব্বেশ্বৰ দুয়ো চলি গৈলা।
নৰনাৰায়ণক যে দুয়ো দেখা পাইলা।।
আশীৰ্ব্বাদ কৰি দুয়ো গোটৰ কৰন্ত।
শুনিয়া নৃপতি গৰমালি পাচিলন্ত।।
যিবাজনে বিপ্ৰৰ সৰ্ব্বস্ব লুটি লয়।
আমাৰ আদেশে ফিৰি দেও সমস্তয়।।
শুনি গৰমালি বিপ্ৰ সঙ্গে চলি গৈলা।
লুটি আছে ঘৰ বস্তু সব যৈতে পাইলা।।
গৰমালি নৃপতিৰ আদেশ কহিলা।
বিপ্ৰৰ সৰ্ব্বস্ব মানে বাজ কৰি দিলা।।
সৰ্ব্বস্বক পাই দ্বিজ গৃহক চলিলা।
যতেক সৰ্ব্বস্ব মানে সবে বিবৰ্ত্তিলা।।
শুনা সৰ্ব্বজন ইটো চৰিত্ৰ শ্ৰবণে।
আত কিছু অসন্তোষ নকৰিবা মনে।।
ঈশ্বৰ চেষ্টাক শুনা তেজি আন কাম।
কহে নীলকণ্ঠে ডাকি বোলা ৰাম ৰাম।।

## ঝুমুৰি

শুনা আত অনন্তৰে।
যি কৰিলা দামোদৰে।।
বন্দী থানে আচা ৰই।
নিৰন্তৰে আশ্বাসয়।।
ভ্ৰাতৃক বুলিলা বাণী।
উঠা পৃষ্ঠে ধৰা টানি।।
"দাদা নকৰিবা ভয়।
শুনি পাচে মহাশয়।।
পৃষ্ঠে চাপি ধৰিলন্ত।
নাছি শঙ্কা জানিলন্ত।।

দিলা ঝাপ তৈর হন্তে।
পরিলা প্রহর অন্তে।।
যেন পক্ষী মাখি লই।
ভূমিত নামিলা গই।।
কিঞ্চিত প্রয়াস নাই।
চলি গৈলা দুয়ো ভাই।।
আনন্দত চলি গৈলা।
নৃপতিক ভেণ্ট পাইলা।।
শ্লোক পঢ়ি দুয়ো ভাই।
আশংসা করিলা যায়।।
নরনাৰায়ণ রায়।
মাতিলা দুইহাঙ্কো চায়।।
কহিয়োক নাম গ্রাম।
ফুরা ঐত কিবা কাম।।
শুনি নৃপ বাক্য তথা।
দামোদরে কহে কথা।।
জ্যেষ্ঠ এন্তে রত্নাকর।
মোর নাম দামোদর।।
নলচা গ্রামত থিতি।
পিতৃ মাতৃ আছে তৈতি।।
বরদোৱা নিকটত।
লোহিতর সন্নিতত।।
স্বর্গ নৃপ দূতে লই।
গড়ত আছিলা থই।।
পলাই আসিলোঁ তৈরী।
নাহিকে আমার বৈরী।।
নিজগৃহে যাওঁ যেন।
উপায় দিয়োক তেন।।
শুনি নৃপে বুলিলন্ত।
দ্বিজবর ধন্য সন্ত।।

প্ৰশংসিয়া নৃপতিৰে।
পত্ৰলিখি দিলা কৰে।।
মোৰ লোকে দেখায়োক।
নবুলিবে কিছু বাক্য।।
সুবৰ্ণ দ্বাদশ পল।
আনি দিলা মহাবল।।
নিয়ো দ্বিজবৰ দুই।
চলিয়ো নিঃশঙ্ক হুই।।
নৃপতিক দয়া কৰি।
লৈলা দ্বিজৰূপী হৰি।।
আশাঙ্কয়া চলি গৈলা।
আপোন থানক গৈলা।।
পিতৃ মাতৃ ভ্ৰাতৃ পাই।
আনন্দৰ সীমা নাই।।
নমো দামোদৰ পাৰে।
দাস নীলকণ্ঠে গাৱে।।
ভজ মন দামোদৰ।
আনে চিন্তা পৰিহৰ।।
এৰি সবে আন কাম।
ডাকি বোলা ৰাম ৰাম।।

## পদ

দামোদৰ ৰত্নাকৰ দুয়ো ৰঙ্গ মনে।
প্ৰণাম কৰিলা পিতৃ মাতৃৰ চৰণে।।
জ্যেষ্ঠ ভ্ৰাতৃ পদে নমি ৰৈলা দুয়োজন।
পুছিলন্ত সদানন্দে যত বিবৰণ।।
ৰত্নাকৰে বোলে পিতৃ কহোঁ স্বৰূপত।
আসিছোঁ এড়াই দামোদৰ প্ৰসাদত।।
সাক্ষাতে ঈশ্বৰ আন কিকৈবো মহত্ব।
বান্ধিয়া ৰাখন্তে হীৰল জড়ি যত।।

বধি নিয়া দুষ্টে, ব্যুহ চাঙ্গে তুলি থৈলা।
সৰ্ব্বত আকার গরখাই নদি ভৈলা।।
জঙ্গাগর উচ্ছ আতি গড় ওপরত।
পাঁজি কুমগুলি যুরি থাই বাহিরত।।
মোক বুকে করি তৈর হস্তে জাম্প দিলা।
সবাকো ছেৰাই এক প্ৰহরে পরিলা।।
মাটিত আমাক থৈ পস্থে চলি গৈলা।
নরনারায়ণ নৃপতিক দেখা পাইলা।।
নৃপতিক দেখি আশীৰ্ব্বাদ করিলন্ত।
রাজায়ে পুছিলা যত সবে কহিলন্ত।।
প্ৰশংসিয়া নৃপতিয়ে প্ৰণাম করিলা।
সুবৰ্ণ দ্বাদশ তোলা দক্ষীণা করিলা।।
দামোদর মহিমাত শঙ্কট তরিলোঁ।
অপ্ৰমাদে আসি তযু চরণ লভিলোঁ।।
শুনি সদানন্দে পূৰ্ব্ব কথাক স্মরিলা।
হৃদয় দ্ৰাবিলা প্ৰেমে লোতক ঝরিলা।।
আলিজি ধৰিয়া বোলে বাপ দামোদৰ।।
তুমি মাত্ৰ গতি দাতা সমস্ত জনৰ।।
শুনিয়া সবাৰো মনে বিষ্ণু বুদ্ধি ভৈলা।
মহা প্ৰেমভাবে মনে হিয়া দ্ৰবি গৈলা।।
এহি মতে প্ৰেমানন্দে সমস্তে আছয়।
পুলকিত তনু নেত্ৰে লোতক ঝৰয়।।
ঈশ্বৰ মায়ায়ে পাছে সবাকে মুহিলা।
ভৈলেক সামান্য বুদ্ধি বিজ্ঞান গুচিলা।।
সবে বোলে ঐত বৈবে আৰ নুহি ভাল।
ইটো থান এৰি এবে পলাও সকাল।।
সদানন্দ বদতি শুনিয়ো পুত্ৰচয়।
শুনিলাহা লোক সবে কি বোল বোলয়।।
পিতৃৰ আশয় বুঝি পাছে পুত্ৰগণ।
থান চাৰি যাইবে সবে কৰিলা যতন।।

ভাণ্ডাৰ ভাঙ্গিয়া ধান্য বাঝ কৰি দিলা।
চাউল চিৰা দাস দাসী সমস্তে কৰিলা।।
বৰ এক খান নৌকা প্ৰবন্ধে আনিলা।
সেহি বেলা ব্ৰাহ্মণীৰ দুহিলা জন্মিলা।।
একাদশ দিন তাতে শুধিক কৰিলা।
যত বস্তু আছে মানে নৌকাত ভৰিলা।।
পলাইলে ৰাজ্যৰ লোক আছিলেক যত।
পুত্ৰ দাৰা সমে দ্বিজ চলিলা নৌকাত।।
বৰদোৱা হন্তে নীলাচলক এৰাই।
হাজো থানে প্ৰবেশ নৌকাত ভটীয়াই।।
কেদাৰ কমল আদি মূৰ্ত্তি প্ৰকাশয়।
মনিকুট শিখৰত মাধব আছয়।।
সদানন্দে দ্বিজে তৈতে নৌকা ৰাখিলন্ত।
মাধবক সেবি কতো দিন ৰহিলন্ত।।
বৰভাগ গ্ৰামে এক দ্বিজ আছিলন্ত।
তাহান দুহিতা সৰ্ব্বেশ্বৰক দিলন্ত।।
সৰ্ব্বেশ্বৰে বিধিমতে বিবাহ কৰিলা।
দেখি দ্বিজ সদানন্দে আনন্দ লভিলা।।
ৰত্নপীঠে পূৰ্ব্বাদশে ঘৰ সাজিলন্ত।
পুত্ৰ ভাৰ্য্যা সমে দ্বিজ তৈতে থাকিলন্ত।
মাধবৰ সেৱাত আছিলা যত জন।
সবেও বিপ্ৰক হেন বুলিলা বচন।।
ভাগবত পাঠ কৰা মাধবৰ থানে।
পোহ পাল সমস্ত কৰিবো লাগে মানে।।
শুনি সদানন্দ দ্বিজ আনন্দ মনত।
মনিকুটে ভাগবত পঢ়ে নিত্য গত।।
ভাগৱতী ভাগ পান্ত থানে মাধবৰ।
ভাগৱতী ভৈলা সৰ্ব্বেশ্বৰ ৰত্নাকৰ।।
দুয়ো যুক্ত দুইজনে পঢ়ি ভাগবত।
সুন্দৰ সুস্বৰ ধ্বন বাখ্যা নানা মত।।

শুনি লোকে মনত আনন্দ বৰ পায়।
প্ৰসংশা দৰন্ত বঙ্গে দুইকো চাই চাই।।
সদানন্দ দামোদৰ থাকন্ত সতাতে।
যেনমতে কথা আবে ভৈলেক তহিতে।।
একদিন পূজাৰ সময় দামোদৰ।
গহ্বীৰত পশিলন্ত গৈয়া মাধবৰ।।
সেহি দিনা অদভূত সমস্তে দেখয়।
মাধবৰ অৰ্চ্ছা দামোদৰত মিলয়।।
পূজাৰী ব্ৰাহ্মণে যত পুষ্পমালা দিলা।
মাধবৰ কণ্ঠে দামোদৰত চৰিলা।।
বিপৰ্য্যয় দেখি সত্তব গুণে মনে মনে।
মাধব দিলন্ত মালা ইটো কোন জনে।।
সেহি ৰাত্ৰি সমস্তকে স্বপ্ন দেখাইলন্ত।
দ্বিজ দামোদৰ মই মাধবে কহন্ত।।
হেন স্বপ্ন সবে দেখি প্ৰভাতে উঠিয়া।
সবেও সবাত কৈলা একত্ৰ মিলিয়া।
সবে বোলে এন্তে দ্বিজ মনুষ্য নহয়।
ঈশ্বৰৰ অংশ এন্তে জানিলো নিশ্চয়।।
এহিমতে সবে পাছে মনে মানিলন্ত।
পৰম গৌৰবে আসি সবে বখানন্ত।।
একাদিনা দামোদৰ গীতা পঢ়িলন্ত।
পঞ্চটীকা গীতা মুখে বাখ্যা কৰিলন্ত।।
সুন্দৰ সুস্বৰ ধ্বনি অমৃত বৰিষে।
হৃদয় দ্ৰবিল সবে শুনয় হৰিষে।।
ডগমগ ভৈলা নিৰন্তৰে সভাথান।
সাক্ষাতে ব্ৰহ্মাণ্ড যেন নিমজিলা জ্ঞান।।
এহিমতে গীতা পাঠ যেবে সাঙ্গ ভৈলা।
বিস্ময় মানিয়া সবে ঘৰাঘৰি গৈলা।।
সবে বোলে ঈশ্বৰ স্বৰূপ দামোদৰ।
অন্যে অন্যে এহি কথা ঘোষে নিৰন্তৰ।। ক্ৰমশঃ।

# শ্ৰীশ্ৰী বাণী বিবোধনম্।

তৰুণ শকলমিন্দোর্ব্বিভ্ৰতী শুভ্ৰকান্তিঃ,
কুচভৰ নমিতাঙ্গী সন্নিষণ্ণা সিতাঁজে।
নিজ কৰ কমলোদ্যল্লেখনী পুস্তক শ্ৰীঃ,
সকল বিভবসিদ্ধ্যৈ পাতু বাগ্ দেব তানঃ।

(১)

অয়ি ভাৰতি ভাসি ভাৰতে,
সুষমা স্নেহময়ী চিৰন্তনী।
স্বসুতে সম পক্ষপাতিনী,
অসমে কিং বিষমাসি সাম্প্ৰতং।।

(২)

বহ্‌লা স্তব নন্দনা গতা,
কৰয়ঃ প্ৰেৰণয়া পৰস্পৰং।
জননি প্ৰিয়তাং শ্ৰিতাযয়া,
বদসা কেন সুতেন দুৰ্লভা।।

(৩)

পৰদূষণ ৰাশি গোপনা,
গুণ লেশ স্তুতি তৎপৰা হিতে।
বগতা ইতি চিন্তয়া কিমু,
স্বসুতানাং শুভ চিন্তনা হতা।।

(৪)

ৰময়া ৰহিতাঃ সুতা ইতি,
কিমু দুঃখেন জনে তপস্যসি।
ত্ৰপবীণয়সি স্ফুটস্তত,

স্ব মাতঃ কৰুণা ধনংহিনঃ।।

(৫)

স্বসুতানপি বীক্ষা দুখিংতা,
নতি বীণাধ্বনিতে কথং ৰুচিঃ।
হৰিপত্নি বিধেঃ সুতে ত্বয়া,
বদ নৈষ্ঠুৰ্য্যমিদং কৃশিশিক্ষতং।।

(৬)

বিবুধে স্ফটিকাক্ষমালয়া,
গণিতাঃ কিং তবং কে সুতা ইতি।
উচ্চিতং তব নাম মঙ্গলে,
স্বসুতে মঙ্গলমেব কাঙ্ক্তিঃ।।

(৭)

সিতচন্দনচৰ্চ্চিতে মলে,
শুচি পদ্মাসন বাসিনি, স্বয়ং।
বিশদ প্ৰিয়তাং শ্ৰিতা যতো,
হৃদিমালিন্যমতো বিনাশয়।।

(৮)

কমলালয়বাস তোষিতে,
ন সপত্নী প্ৰিয়তা স্থিৰা ভযেৎ।
কমলাপয়মেতি যত্ৰ নো,
হৃদি তস্মিন্ কমলালয়ে ৰস।।

ইতি স্মৃতি ব্যাকৰণ তীৰ্থোপনামকেন
ৰচিতং—বাণী বিবোধন মষ্টকং
শ্ৰীশম্ভুনাথ শৰ্ম্মণা।

## প্ৰাৰ্থনা

জগতৰ পিতা তুমি সৰ্ব্বতো যুগৰ
সকলো দেশতে জুৰি থাকা।
ধাৰ্ম্মিক অধৰ্ম্মী যত ঋষিৰ কাষত

সকলোকে সমভাবে দেখা।।
সৃষ্টি স্থিতি প্ৰলয়ৰ প্ৰথম কাৰণ
যদিও নকৰে সবে জানিবৰ মন,
কিন্তু মই জানিবৰ হেতু বিয়াকুল
উত্তম পুৰুষ তুমি মই অন্ধ জন।।
অন্ধকাৰ জগতত দিছা চাবলৈ
বেয়াৰ মাজৰপৰা ভালক চিনিব।
প্ৰকৃতিক জৰপুৰে বান্ধি কপালত
মোকোলাই এৰি দিছে মুকুল মানিব।।
বিবেকে যিহকে কৰিব আদেশিছে
নতু কিবা নকৰিবলৈ,
নাঢাকি শিকিছো আমি এৰি দিবলৈ
বাট বিচাৰিছো স্বৰ্গলৈ।।
তোমাৰ বদান্য ভাবে যেই কৃপা ঢালে
দলিয়াই নেপেলাও মই।
কাৰণ মানুহে পোৱা ঈশ্বৰেহে দিয়ে
ভোগ কৰা যদি মনিকৈ।।
তথাপি নাভাবে যেন তুমি দয়ানিধি
নিধি এই ক্ষুদ্ৰ জগতৰ।
তোমাৰ দয়াৰ কণা বাঢ়ি যায় যেন
প্ৰাণে প্ৰাণে সকলো জীবৰ।।
চাৰি দিকে দেখো যাক তোমাৰ বিৰোধী
জ্ঞানহীন ক্ষুদ্ৰ বিবেকেৰে
নকৰাবা শাস্তি কিম্বা দুখ সম্প্ৰদান
মোৰ এই দুৰ্ব্বল হাতেৰে।।
যদিহে ধাৰ্ম্মিক মই কৰা কৃপাদান
থাকো যেন উত্তম পথত,
যদিহে অধৰ্ম্মী মই শিকোৱা উত্তম
সেই বাট অজ্ঞান দাসক।।
মূৰ্খৰ মূৰ্খামি কিবা গৰ্ব্বিব গৰব

অসন্তোষ অধৰ্ম্ম দুৰ্জ্জন
দিছা বা নিদিছা তুমি সৰ্ব্ব বিজ্ঞভাবে
সকলোটি কৰি প্ৰদৰ্শন।।
শিকোৱাহে হবলই মুখত দুখীয়া
ঢাকিবৰ হেতু পৰ দোষ
অযাছিতে যেনে কৃপা কৰিছা দানীব
সকলোৰে বুজো যেন ৰোষ।।
অধম যদিও মই নহয় সিমান
হীন যেবে তোমাৰ সৃজিত
জীবণ মৰণ আৰু সকলো কালতে
নিয়া যেন তোমাৰ পাছত।।
শান্তি দান দিয়া আৰু ভাগৰূপেভোগ
যত প্ৰাণী জীৱৰ উপায়
তুমি যানা যিটো দিয়া বেয়া কিবা ভাই
(তযু) ইচ্ছা পূৰ্ণ হোক দয়াৰ।
তোমাৰ মন্দিৰ এই আকাশ পাতাল
আৰু এই মহাণ জগত
সকলো প্ৰাণীয়ে গাওক জুৰি তযু গান
(লগাই প্ৰকৃতিৰ সুগন্ধি প্ৰদীপ)

শ্ৰীবৈকুণ্ঠ—

## শ্ৰীশ্ৰী ঁদেবদামোদৰ দেব জয়তি।

### স্তুতি

(১)

কি বুজো অবুজে প্ৰভো মহিমা তোমাৰ,
অনন্ত অনন্ত মুখে নপাৱয় সীমা যাৰ,
সাকাৰ কি নিৰাকাৰ,
এই জ্ঞান আছে কাৰ,
সগুণ ত্ৰিগুণনাতীত বিশ্বে কৰে ধ্যান।

অনন্ত মহিমা প্ৰভু মহিমা প্ৰধান।।

(২)

মায়াৰ আধাৰ তুমি কিন্তু মায়াতীত,
সতত বিৰাজা বিশ্বে কিন্তু অজানিত,
কেৱলে ভক্তৰ প্ৰাণে,
ভক্তি ৰূপ আকৰ্ষণে,
উদয় সাকাৰ ৰূপে হোৱাহি সদায়।
দেখোৱা বিবিধ মায়া তুমি মায়াময়।।

(৩)

নিয়তিৰো তুমি প্ৰভু কৰোতা সৃজন,
ৰত্নে কৰা নিয়তিৰ আদেশ পালন,
আত্মাৰূপে সৰ্ব্ব জীৱে,
অহৰ্নিশে থাকি ভৱে,
নিয়তি আদেশ জীৱে কৰোৱা পালন।
নুবুজো অলপো প্ৰভু অবোধ অজ্ঞান।।

(৪)

তক্ষ পাৰিষদগণে সেৱে অনুক্ষণ,
দাস সেৱাৰো সুখ পৰিহৰি নাৰায়ণ,
অৱতাৰী বাৰম্বাৰ,
ভৱ দুঃখ দুৰ্ণিবাৰ,
কতনো প্ৰভু ভক্তৰ কাৰণ।
কৰা নিজে পৃথিবীৰ ভাৰ বিমোচন।।

(৫)

ৰাখিছিলা চাৰি বেদ প্ৰলয় জলত,
ৰাখিছিলা পৃথিবীক পৃষ্ঠ ওপৰত,
ধৰি ৰূপ ববাহৰ,
পৃথিবীক উদ্ধাৰৰ,
হেতু মাৰিছিলা যুদ্ধে হিৰণ্যাক্ষ্য ৰিপু।
ৰধিলা প্ৰহলাদ হেতু হিৰণ্যকশিপু।।

(৬)

ৰামণ চলন বলী, হেতু অৱতাৰ,
ভৃগুপতি ৰূপে ক্ষত্ৰিয়ৰ মহামাৰ,
ৰাক্ষস সংহাৰ হেতু,
সমদ্ৰত বান্ধি সেতু,
সাধিলা ধৰাৰীহত ৰাম ৰূপে তুমি।
কি বুজো অনবুজে প্ৰভু অতি হীন আমি।।

(৭)

ইৰূপে ধাৰ দুঃখ নাশি বাৰম্বাৰ,
সহিছা কতনো দুঃখ কত যে নিকাৰ,
দুষ্টৰ দমনকাৰী,
ব্ৰাহ্মণৰ আজ্ঞাকাৰী,
তুমি প্ৰভু দয়াময় দুখীয়াৰ ধন।
কি বুজো অবুজে প্ৰভু অতি অভাজন।।

(৮)

কলিত জীৱৰ দেখি অতি দুষ্টাচাৰ,
সদানন্দ গৃহে প্ৰভু ভৈলা অৱতাৰ,
বেদ ভাগৱত ধৰ্ম্ম,
ব্যক্ত কৰি সাৰ মৰ্ম্ম,
শিকালা ঈশ্বৰ প্ৰেম কলিৰ লোকক।
নিদিলা যাবলৈ ধৰ্ম্ম বেদ বাহিৰক।।

(৯)

সন্ত অৱতাৰ প্ৰভু দেৱদামোদৰ,
কৰিছা অজ্ঞান নাশ কলিৰ লোকৰ,
(তোমাৰ) অৰুণ চৰল দুই,
নিজ গুণে তুষ্ট হুই,
দিবা প্ৰভু ইদাসক লইছোঁ শৰণ।
নেজানো মিনতি স্তুতি অতি অভাজ্ঞ

শ্ৰীখগেন্দ্ৰ নাথ দাস।

# হিন্দুর আচার তত্ত্ব

প্ৰাতঃকৃত্যৰ পিছত অঙ্গিৰা মুনিয়ে কৈছে যে
"উত্থায় পশ্চিমে ৰাত্রে স্তুভ আচম্য চোদকম্।
অন্তৰ্দ্ধায় তৃণৈৰ্ভূমিং শিৰঃ প্ৰাবৃত্য বাসসা।
বাচং নিয়ম্য যত্নেন ষ্ঠীবনোশ্ছাশ বৰ্জ্জিতঃ।
কুৰ্য্যান্মুত্র পুৰীষেতু শুচৌ দেশে সমাহিতঃ।।'

অৰ্থ—ৰাতিপুৱাই উঠি মুখ চকু ধুই মুৰত কাপোৰ বান্ধি মাটীত তৃণাদি পাৰি লৈ মল মূত্ৰ ত্যাগ কৰিব। তেতিয়া কথা নকব, অতি যতনেৰে ঠু নেপেলাব, আৰু উশাহ নলব। পাঠক! ইতি পূৰ্ব্বে কোৱা হৈছে যে আমাৰ দেহৰক্ষাৰ উপযোগী কাৰ্য্য কলাপৰ যি যি উপযুক্ত শাস্ত্ৰত লিখি থৈ গৈছে। এতিয়া এই বচনত প্ৰাতঃকৃত্যৰ পিছত অৰ্থাৎ সূৰ্য্যোদয়ৰ পূৰ্ব্বতে মল মূত্ৰ ত্যাগৰ কাল নিৰূপণ কৰিছে। মল মূত্ৰ ত্যাগৰ ও তাৰ কালৰ বিষয়েনো কি যুক্তি পোৱা যায় তাৰে অলপ আলোচনা কৰা যাওক। আহাৰ্য্য বস্তুৰ পৰিহাৰ্য্য কঠিন ভাগেই (শিঠা) আৰু তাৰে পৰিহাৰ্য্য ৰস ভাগেই মূত্ৰ। এই দুবিধ বস্তুৰ কিছুমান দেহৰত্ব উপযোগী, তদতিৰিক্তবোৰ শৰীৰৰ অহিতকাৰী। সেই নিমিত্তে প্ৰায় কৃত্যত উক্ত কৰা দেহৰক্ষাৰ উপযোগী। স্বাভাবিক গুণ বা বায়ুৱে তাক কালত উলিয়াবলৈ প্ৰতিবন্ধক নাথাকিলে চেষ্টা কৰে। কিয়নো এই দুবিধ বিষয়ৰূপ, ই শৰীৰত থাকিলে সকলো ৰোগ জন্মাব পাৰে, সেই নিমিত্তে বিষ্ণু ধৰ্ম্মোত্তৰত লিখিছে যে—"বেগ ৰোধং ন কৰ্ত্তব্যমন্যত্র ক্রোধ বেশ্বা।

অৰ্থাৎ ক্রোধতকৈ আনর মূত্রাদির) বেগরোধ নকরিব। সেই হলে বেগরোধ করিব। আয়ুৰ্বেদ লিখিছে যে

"ন বেগ্রিতো ন্যাসিদ্ধি স্যান্নানাদিত্বা।"

অর্থাৎ নল মূত্রর বেগ পারণ করা মানুহর তাক পরিত্যাগ নকরালৈকে একো কাৰ্য্য সিদ্ধি নহয়।

পাঠকে এই কথা অবশ্যে স্বীকার করিব যে কোনো কাৰ্য্য আরম্ভ করার পিছত যদি মল মূত্রর বেগ হয় তেন্তে সেই কাৰ্য্যত কেতিয়াও মন নালাগে, মনত এটি বর উদ্বেগ উপস্থিত হয়। আরু মল মূত্রত্যাগ যদি ভালকৈ নহয় অর্থাৎ দাস্ত পরিষ্কার ও মূত্র পরিষ্কার যদি নাথাকে তেন্তে মন ও শরীরত স্ফুৰ্ত্তি নাথাকে। ইয়ার পরা এই খিনি প্রতিপাদন করা হল যে পরিষ্কার রূপে মল মূত্র পরিত্যাগ বিষয়ত যে আমি যত্নবান হব লাগে ইয়াত অলপো সন্দেহ নাই। এতিয়া মল মূত্র ত্যাগর কালর বিষয়

আলোচনা করিলে বুজিব পৰা যায় যে মল মূত্ৰ পৰিত্যাগ কাৰ্য্যটো আমাৰ অত্যন্ত আৱশ্যকীয়, আৰু উদ্বেগ হলে তাক নকৰাকৈ থাকিবও নোৱাৰি। গতিকে কোনো কাৰ্য্য আৰম্ভন কৰোতেই তাক সম্পাদন কৰি উঠা ভাল। পশু পক্ষি অভৃতিৰ দৰে মানুহে যেতিয়াই তেতিয়াই য'তে ত'তে মল মূত্ৰ পৰিত্যাগ কৰিব যে নোৱাৰে তাক কোৱা বাহুল্য। তাৰ এটি কাল নিৰ্দ্ধাৰণ কৰি লোৱা সকলোৰে উচিত। সেই নিমিত্তে পূৰ্ব্বেই কোৱা হৈছে যে কাৰ্য্যৰ যি কাল উপযুক্ত, সেই বহুদৰ্শী ঋষিসকলে চাই চিন্তি আমাক সেই কাম সেই কালত কৰিবলৈ উপদেশ দিছে। এতিয়া কথা হৈছে যে ঋষিসকলে মল মূত্ৰ পৰিত্যাগৰ কাল প্ৰাতঃ কালক কিয় কলে? এই বিষয় কব পৰা যায় যে কিছু কাৰ্য্য কৰাৰ পিছত মল মূত্ৰ পৰিষ্কাৰ ৰূপে পৰিত্যাগৰ সম্ভবনা খুব কম, কাৰণ অইন কাৰ্য্য কৰাত মস্তিষ্ক পৰিচালনা নহৈ অৱশ্য থাকিব নোৱাৰে, সেয়ে হলে অপান বায়ু উৰ্দ্ধগ হয়, আৰু আংশিক ভাবে মল মূত্ৰৰ ৰস সমস্ত শৰীৰত সোমায়। সেই কাৰণে যি বিলাকে বেলি হোৱাত বা অন্য কাৰ্য্য কৰাৰ পিছত মল মূত্ৰ ত্যাগ কৰে, যিবিলাকৰ মল কঠিন হয়, আৰু দাস্ত পৰিষ্কাৰো নহয়। অনেক সময়ত দাস্ত পৰিষ্কাৰ নথকা মানুহৰ মনৰ ৰস অধিক পৰিমাণে ৰস বহা নাড়ীৰে শৰীৰত সোমোৱা বাবে শৰীৰৰ দুৰ্গন্ধ পোৱা যায়। অনভ্যাসীবিলাকে কিছু মান দিন ৰাতি পুৱাই উঠি মল মূত্ৰ পৰিত্যাগ কৰি চালে বুজিব পাৰিব যে সেই সময়ত দাস্ত পৰিষ্কাৰ হয় নে নহয়। আগৰ দিনত সকলোৱে আৰু আজি কালি হোজা শ্ৰমজীবীবিলাকে ৰাতি পুৱাই উঠি মল মূত্ৰ ত্যাগ কৰি বেলি হোৱাত মল ত্যাগ কৰা বাবু বিলাকতকৈ অনেক পৰিমাণে প্ৰসন্ন মনেৰে কাৰ্য্য কৰিছিল ও কৰে। এই কথা মিছা বুলিব নোৱাৰে। তেনেহলে ইয়াৰ দ্বাৰা এইখিনি ঠিক হল যে ৰাতিপুৱাই প্ৰাতঃকৃত্য আচৰণৰ পিছত মন ও শৰীৰ সুস্থ ৰাখিবৰ অৰ্থে আৰু দাস্ত পৰিষ্কাৰ ৰাখিবৰ অৰ্থে মল মূত্ৰ ত্যাগ কৰিব লাগে। এতিয়া তাকে কৰাত কি কি নিয়মৰ বশবৰ্ত্তী হব লাগে সে বিষয়ৰ আলোচনী কৰোঁতে পূৰ্ব্বোক্ত অঙ্গিৰা মুনিৰ বচনত পোৱা যায় যে প্ৰথমতে মুখ ধুব। তাৰ কাৰণ সহজে বুজা যায় যে টোপনি মাৰি উঠিলে মুখত লাল কিছু নহয় কিছু থাকে, সি থাকিলে মুখখন বৰ বেয়া লাগে আৰু মনত ঘৃণা জন্মে। মলত্যাগ কৰা ঠাইডোখৰত বিহিত তৃণাদিৰে আৰাল দিব। ইয়াৰ কাৰণ বহুতো পোৱা যায় যথা মল কঠিন হলে বাগৰি ভৰিত পৰিব পাৰে, আৰু তৰল হলে বৈ যাই ভৰিত লাগিব পাৰে। তৃণৰ মাজৰ পৰা মলৰ গন্ধ কিছু কম পোৱা যায়, ইত্যাদি।

মূৰটো কাপোৰেৰে ঢকাৰ উদ্দেশ্য এই যে মুৰটো হৈছে শৰীৰৰ উত্তমাঙ্গ, তাক সততে যথাসাধ্য ভালকৈ ৰাখিব লাগে। সেই সময়ত ৰ'দ নিয়ৰ বা বতাহত উৰি অহা

ধুলি বালিরপরা রক্ষা পরিব লাগে আরু মূরত র'দ বা অতিরিক্ত বতাহ লাগিলে বায়ু রক্ষা, বেছি নিয়র লাগিলে অপান প্রভৃতি বায়ু প্রশমিত হয়। সেই কারণে পানীলগা বেমার হয়। আরু সেয়ে হলে অপান বায়ুর কার্য্য মল মূত্র ত্যাগ সুন্দর রূপে কেতিয়াও নহয়। এই কারণেই তেতিয়া কথা কবত্ত নিষেধ করিছে। কিয়নো কথা কলে অপান বায়ুর উর্দ্ধগতি হয়, আরু কথা কোৱা সময়ত মুখবিবরত মলাদির দুর্গন্ধ প্রবেশ করে। তার পরা স্বাস্থ্যহানি অনেক হয়। এই উদ্দেশ্য গ্রহণ করি তেতিয়া ঠু পেলাব ও উশাহ লবলৈকো নিষেধ করিছে। কারণ ঠু পেলালে গল শুকাই যায়। তেতিয়া সেপ ঢুকিব লগাত পরে আরু তাকে করিলে অলপ চলপ দুষিত বায়ু ভিতরলৈ নোসোমোৱাকৈ নাথাকে সেই কারণে বিষ্ণু পুরাণত কৈছে যে "তিষ্ঠেন্নাতি চিৰিং তস্মিন্নৈব কিঞ্চিদুদিবয়েৎ"।

অর্থাৎ তাত (মল মূত্র ত্যাগ কৰা ঠাইত) বেছি সময় নাথাকিব। আহ একো কথাকে নকব। এই উদ্দেশ্যলৈ পূর্ব্বোক্ত অঙ্গিৰাৰ বচনত শুদ্ধদ (দুর্গন্ধাদি দোষ শূন্য) জাগাত মলাদি ত্যাগ কৰিবৰ উপদেশ দিছে। আপস্তম্ব মুনিয়ে কৈছে যে—

"মূত্র পুৰীষে কুর্য্যাদ্দক্ষিণাং দিশং দক্ষিণ পৰাস্বাহ্ন

অর্থাৎ ঘর বস্তির দক্ষিণ ফালে নৈঋত কোণর (দক্ষিণ পশ্চিম কোণর ফালে মল মূত্র ত্যাগ করিব। বিষ্ণু পুরাণত কৈছে যে—

"নৈঋিত্যা মিষুবিক্ষেপমতীত্যাভ্যধিকং ভুবঃ"

অর্থাৎ নির্ঋতি কোনৰ ফালে শৰীৰ প্রক্ষেপ যোগ্য দেশৰ বাহিৰত মলত্যাগ কৰিব। পিতামহে কৈছে যে মধ্যনেতু চাপেন প্রক্ষিপেতু শৰত্রয়মা হস্তানাস্তু শতে সার্দ্ধে লক্ষং কৃত্বা বিচক্ষণঃ।।

অর্থ—থকা ঠাইৰ পৰা দেড় শ হাত পৰিমিত জাস্মাত লক্ষ্য ৰাখি মধ্যম ধনুৰে তিনিপাত সৰ প্রক্ষেপ কৰিব। ইয়াৰ দ্বাৰা শৰপ্রক্ষেপ যোগ্য দেশ যে দেড়শ হাত ইয়াকে বুজাইছে। এই বিলাকৰ তাৎপর্য্যার্থ এই যে দক্ষিণ ফালৰ বতাহটো স্বাস্থ্যকৰ, সেইফালে দেড়শ হাত পৰিমিত জাগা অতিক্রম কৰি যোৱাত সুন্দৰ পবিত্র বায়ু সেবন কৰা হব। আরু সিমান দূৰৈত মল ত্যাগ কৰিলে তাৰ পৰা দুর্গন্ধ আহি ঘৰ ঢুকি নাপায়। কাৰণ মাজতে যি ভাল বতাহ আছে শেই বতাহৰ সংস্রবত মলৰ গন্ধ থকা বতাহটো শোধিত হৈ আহিলেও একো অপকাৰ কৰিব নোৱাৰে। ঘৰৰ দক্ষিণ ফালৰ বতাহটো হিতকৰ বাবে যে সেই ফালটো মুকলি কৰি ৰাখিব লাগে তাকে ডাকে কৈছে যে "পূবে হাঁহ পশ্চিমে বাঁহ, উত্তৰে গুৱা, দক্ষিণে ধুৱা"। দিন মানক তিনি ভাগে বিভক্ত করি ক্রমে তার নাম পূর্ব্বাহ্ন মধ্যাহ্ন অপরাহ্ন রাখি যমে কৈছে

"প্ৰত্যঙ্মুখস্ত পূৰ্ব্বাহ্নে অপৰাহ্ণেচ প্ৰাঙ্মুখঃ।
উদঙ্মুখস্তু মধ্যাহ্নে নিশায়াং দক্ষিণামুঃ।।

অৰ্থ—পূৰ্ব্বোক্ত কালদ্ধ বা হৰে মল যি পৰিত্যাগ কৰিব লাগিলে পূৰ্ব্বাহ্নত পশ্চিম মুখ, মধ্যাহ্নত উত্তৰমুখ, অপৰাহ্নত উৰ্দ্ধমুখ আৰু ৰাতি দক্ষিণমুখ হব। ইয়াৰ তাৎপৰ্য্য এই যে যেনেকৈ সূৰ্য্যৰ ৰশ্মি চকুত নপৰে তেনেকৈ মল মূত্ৰ ত্যাগ কৰিবলৈ বহিব। সূৰ্য্যৰ ফালে মুখ দি বহিলে দৃষ্টি শক্তি কমে, তেতিয়া আগত ওলোৱা কিবা ভয়ানক জন্তু প্ৰভৃতিক নেদেখিবও পাৰে। আৰু শৰীৰ গৰম হোৱা বাবে অপান বায়ু উৰ্দ্ধগ হয়। সেই বাবে মল মূত্ৰ পৰিত্যাগ সুন্দৰ ৰূপে নহবও পাৰে। এই নিমিত্তে মনুৱে কৈছে।

"ছায়ায়ামন্ধকাৰে বা ৰাত্ৰাবহনি বা দ্বিজঃ।
যথা সুখ মুখঃ কুৰ্য্যাৎ প্ৰাণ বধভয়েছ চ।।"

অৰ্থ—দিনতে হওক বা ৰাতিতে হওক ছায়াত অন্ধকাৰত অথবা সংশয় স্থলত যি মুখে সুবিধা হয় সেই মুখীয়া হৈ মল মূত্ৰ ত্যাগ কৰিব। ৰাতি দক্ষিণ মুখ হৱ দিয়াৰ উদ্দেশ্য বিশুদ্ধ বায়ু সেবন। পাঠক! এইবোৰ নিয়ম প্ৰতিপালন কৰাৰ সুবিধা চহৰৰ বাহিৰত হে পোৱা যায়। আৰু তেনে কৰা প্ৰথাও আছে। চহৰত ইমান পৰিষ্কাৰ পৰিচ্ছন্ন থকা সত্ত্বেও যে বেমাৰ নুগুছে ইও এটি অন্যতম কাৰণ বুলিব পাৰি। কিচু সুখৰ বিষয় আগতকৈ এতিয়া চহৰৰ পায়খানাৰ বন্দোবস্ত উন্নত হৈছে। কিন্তু আমাৰ শাস্ত্ৰানুযায়ী সুবিধা এতিয়াও আমাৰ দেশত হোৱা নাই। যাতে মলাদি ঘৰৰ ওচৰত ৩।৪ মিনিটো নাথাকে তেনে বন্দোবস্ত নকৰালৈকে স্বাস্থ্যহানিৰ আশঙ্কা নুগুছে। যমে কৈছে

"কৃত্বা যজ্ঞোপবীতস্ত পৃষ্ঠতঃ কণ্ঠলম্বিতম্।
বিস্মূত্ৰ চ গৃহী কুৰ্য্যাৎ যদ্বা কৰ্ণে সমাহিত।।"

অৰ্থ—গৃহী ব্ৰাহ্মণাদি বৰ্ণত্ৰয়ে যজ্ঞোপবীত (লগুণ) দক্ষিণ কানত লৈ অথবা মালাৰ দৰে পিঠিৰ ফালে জপাই আগটো পেলাই দি আন চিন্তা নকৰাকৈ বিস্মূত্ৰ ত্যাগ কৰিব। ইয়াৰ তাৎপৰ্য্য এই যে মলাদি ত্যাগ কৰিবৰ সময়ত মূত্ৰাদিৰ চিতা পৰিব পাৰে সেই নিমিত্তে লগুণটো শৰীৰৰ উৰ্দ্ধ ভাগত ৰাখিব। এতিয়া কোন কোন জাগাত মল মূত্ৰ ত্যাগ কৰিবলৈ মুনিসকলে নিষেধ কৰিছে তাৰে আলোচনা কৰা যাওক।

মহাভাৰতত লিখিছে—

"প্ৰত্যাদিত্যং প্ৰতিজ্ঞনং প্ৰতি গাঞ্চ প্ৰাত দ্বিজম্।
মেহন্তি যেচ পন্থিছ তে ভৱন্তি গতায়ুষঃ।।"

অৰ্থ আদিত্য, জল, গুৰু ও মানুহৰ সম্মুখত, আৰু বাটত যি মল মূত্ৰ ত্যাগ কৰিব, তাৰ আয়ুক্ষয় হব। তাৎপৰ্য্যাৰ্থ এই সূৰ্য্যৰ সম্মুখত অৰ্থাৎ সূৰ্য্যৰ ফালে মুখ দি মলাদি ত্যাগৰ নিষেধ কৰাৰ কাৰণ পূৰ্ব্বে কোৱা হৈছে। জলৰ সম্মুখত (ওচৰত) নিষেধ কৰাৰ কাৰণ এই জলৰ ওচৰত মল মূত্ৰ ত্যাগ কৰিলে তাৰ ৰস পানীত পৰেগৈ। সেয়ে হলে পানী দূষিত হয়। গৰুৰ আগত নিষেধ কৰাৰ কাৰণ এই তাক গৰুৱে খাব পাৰে, খালে তাৰ ৰস দুগ্ধৰূপে পৰিণত হব, আৰু সেয়ে হলে সেই দুগ্ধ দূষিত হব। মানুহৰ আগত নিষেধ কৰাৰ কাৰণ এই যে তনু দুৰ্গন্ধ মানুহৰ শৰীৰত প্ৰবিষ্ট হব, আৰু সেয়ে হলে মানুহৰ স্বাস্থ্যক্ষতি হয়। বাটত নিষেধ কৰাৰ কাৰণ এই সেই বাটেৰে নিজে বা আন মানুহে অহা যোৱা কৰাত সেই মলাদিৰ দুৰ্গন্ধ শৰীৰত প্ৰবেশ কৰি স্বাস্থ্যৰ অনেক হানি কৰিব। কোৱা বাহুল্য প্ৰদৰ্শিত দোষ দুষ্ট পানী দুগ্ধ বায়ু সেবন কাৰায় আয়ুক্ষয় অনিবাৰ্য্য। মনুৱে লিখিছে—

"ন মূত্ৰং পথি কুৰ্ব্বীত ন ভস্মনি ন গোব্ৰজে।
ন ফালকৃষ্ট ন জলে ন চিত্যাং ন চ পৰ্ব্বতে।
ন জাৰ্ণদেবায়তনে ন বল্মীকে কদাচন।
ন সসত্ত্বেষু গৰ্ত্তেষু গচ্ছন্নাপি সংস্থিতঃ।
ন নদীতীৰ মাসাদ্য ন চ পৰ্ব্বত মস্তকে।
বাস্বগ্নি বিপ্ৰানাদিত্যলঃ পশ্যংস্ত থৈবচ।
ন কদাচন্ কুৰ্ব্বীত বিস্মূত্ৰস্য বিসৰ্জ্জনম্।।

অৰ্থ—বাটত, ভস্মত, গৰুথকা ঘৰত হালবোৱা মাটিত, পানীত, চিতাত পৰ্ব্বতত, ভাঙাঘৰৰ তলত, গোসাই ঘৰত, উই তোলা মাটীত, প্ৰাণী থকা গাঁতত নদীৰ পাৰত, পৰ্ব্বতশৃঙ্গত, বায়ু, অগ্নি, মানুহ, আদিত্য ও জলৰ আগত কেতিয়াও বিষ্ঠা মুত্ৰোৎসৰ্গ নকৰিব আৰু খোজ কাঢ়ি কাঢ়ি আৰু বমুৰ্ষ হৈয়ো মূত্ৰাদি ত্যাগ নকৰিব। এই সকলৰ তাৎপৰ্য্যাৰ্থ এই যে ভস্মত নিজে কৰাৰ কাৰণ এই তাত জলাদি পৰিবেশ সি উড়ি আহি গাত ও কাপোৰ পৰিব পাৰে। গোহালিত নিষেধ কৰাৰ কাৰণ এই, গৰুৱে তাক খাব পাৰে, খালে যে অপকাৰ হয় তাক পূৰ্ব্বে কোৱা হৈছে। হালবোৱা মাটিত নিষেধ কাৰাৰ কাৰণ এই, তাৰ ৰসৰপৰা ওপজা ধান্যাদি দূষিত হয়, আৰু হালবোৱা ও ৰোৱা মানুহৰ সেই দুৰ্গন্ধ লোৱাৰ পৰা স্বাস্থ্য হানি হয়। চিতাত নিষেধ কাৰৰ কাৰণ এই, সেই সময়ত অন্য কিবা অপদেৱতা বুলি দেখা মানুহে ভ পাব পাৰে আৰু তাক মাৰিবও পাৰে। ভগা ঘৰৰ তলত নিষেধ কৰাৰ কাৰণ সেই ঘৰ ভাগি গাত পৰিব পাৰে। গোসাঁই ঘৰত (ব্যবহাৰ্য্য ধৰত) নিষেধৰ কাৰণ এই,

সেই ঘৰৰ ভিতৰৰ বতাহ দূষিত হয়। উই তোলা মাটিত ও পবিত্ৰ, এতেকে সকলোৱে অতি আগ্ৰহেৰে মাটিৰ কাম কৰিবলৈ তাক নিয়ে। প্ৰাণীযুক্ত গাতত নিষেধ কৰাৰ কাৰণ এই, মলাদি ওপৰত পৰিলে সৰু সৰু প্ৰাণী মৰে, ডাঙৰৰ হলে স্বাস্থ্যহানি ঘটে। সৰ্পাদি হলে দংশনো কৰিব পাৰে। নদীৰ পাৰত নিষেধ কৰাৰ কাৰণ এই, হঠাৎ পাৰ সঙ্গি যাব পাৰে। পৰ্ব্বতত নিষেধ কৰাৰ কাৰণ এই, পৰ্ব্বতত বাস নকৰা মানুহে পৰ্ব্বতত বহা মেলাত অভ্যাস নথকা গতিকে হঠাৎ পৰিবও পাৰে। পৰ্বতবাসীৰ পক্ষে পৰ্ব্বত নিষিদ্ধ নহয়। তাৰ পক্ষে পৰ্ব্বত শৃঙ্গহে নিষিদ্ধ। কাৰণ পৰ্ব্বতবাসীও পৰ্ব্বতৰ শৃঙ্গৰপৰা খুব বতাহ লাগি হঠাৎ পৰি যাব পাৰে। খোজ কাঢ়ি কাঢ়ি বা থিয় হৈ মল মূত্ৰ পৰিত্যাগ কৰিলে সি গাত নপৰিবৰ কোনো কাৰণ নাই, সেই নিমিত্তে তেনে তাবে মলাদি ত্যাগ কৰিবলৈ নিষেধ কৰিছে। এই বচনত উক্ত কৰা বাট প্ৰভৃতিৰ নিষেধৰ কাৰণ পূৰ্ব্বে কোৱা হৈছে। সেই কাবণে ইয়াত কোৱা নহল। যমে কৈছে—

"উপৰুদ্ধো ন সেবেত ছায়া দৃশ্য চতুষ্পথমা।
ৰাজমাৰ্গ শ্মশানাদি ক্ষেত্ৰানি চ খলানি চ।।"

অৰ্থ, মল মূত্ৰৰ বেগ হলেও মানুহৰ বিশ্ৰাম কৰা ছায়াত, দৃশ্য অৰ্থাৎ মুকলি ঠাইত, মানুহ যাতায়াত কৰা বাটত, শ্মশানত, খেতি কৰা মাটিত, মৰণা মাবিবলৈ প্ৰস্তুত কৰা ঠাইত মল মূত্ৰ ত্যাগ নকৰিব। ইয়াত উক্ত কৰা কিছুমানৰ কাৰণ পূৰ্ব্বে কোৱা হৈছে, বাকীবিলাকৰ দেখা যায় যে শ্মশানত নিষেধ কৰাৰ কাৰণ এই যে শ্মশানত ভূত প্ৰেত থাকে বুলি হিন্দুৱে মুক্ত কণ্ঠে স্বীকাৰ কৰে, গতিকে ভূত প্ৰেত থকা জাগাত অকলে অসাবধানে বহি থকাত ভূতাদিয়ে উপদ্ৰব কৰিব পাৰে। মুকলি ঠাইত নিষেধ কৰাৰ কাৰণ এই যে মানুহ মাত্ৰৰে লাজ আছে, তেনে ঠাইত মল মূত্ৰ ত্যাগ কৰিবলৈ বহাত যদি কোনো ফালৰ পৰা আহি কোনো মানুহে দেখা পায়, তেনে লাজতে বায়ু প্ৰকোপিত হৈ মলাদিবোধ প্ৰত্যক্ষ সিদ্ধ। এই নিমিত্তে কৈছে যে—

"আহাৰ নিৰ্হাৰবিহাৰযোগাঃ সুসম্বৃ তাধৰ্ম্মাবিদাতু কাৰ্য্যাঃ।"

অৰ্থাৎ ধাৰ্ম্মিক মানুহে ভোজন, স্ত্ৰীসহবাস, মলমূত্ৰ ত্যাগ এই তিনটী কাৰ্য্য অতি গোপনে কৰিব। প্ৰিয় পাঠক! এই প্ৰবন্ধৰ শৰীৰ বাহুল্যভয়ত নবঢ়াই সুবিধাৰ্থে সংক্ষেপ কৰোঁ।

**উপসংহাৰ**

প্ৰাতঃকৃত্য কৰাৰ পিছত চকু মুখ ধুই ঘৰ বস্তিৰ দক্ষিণ ফালে বা দক্ষিণ পশ্চিম

কোণৰ ফালে দেড়শ হাত পৰিমিত জাগাৰ বাহিৰত কোনো ৰকম দুৰ্গন্ধাদি দোষ নথকা পৰোক্ত নিষিদ্ধ স্থানতকৈ বিভিন্ন স্থানত গৈ প্ৰথমে যজ্ঞত নলগা তৃণ কাঠ পচা বাঁহৰ পাত মাটিৰ বাচন এই কেইবিধৰ এবিধ বা একাধিক বিধেৰে মল ত্যাগ কৰা মাটিৰ ওপৰত পাৰিব। তাৰ পিছত মুৰটো কাপোৰেৰে ঢাকি লগুণডাল দক্ষিণ কাণত লৈ বা মালাৰ দৰে পিঠিৰ ফালে আগটো পেলাই লৈ আন কোনো বিশেষ চিন্তা নকৰি অৰ্থাৎ মস্তিষ্ক গৰম নোহোৱাকৈ দক্ষিণ মুখ হৈ বহি মাটিত পৰা তৃণাদিৰ ওপৰত মল ত্যাগ কৰিব। তেতিয়া কথা নকৱ ঠু নেপেলাব, আৰু জোৰেৰে উশাহ নলব। যিমান সোনকালে পাৰে মল ত্যাগ কৰি আহিবলৈ চেষ্টা কৰিব। যথা কালতকৈ ভিন্ন সময়ত মল মূত্ৰ পৰিত্যাগ কৰিব লগা হলে পূৰ্ব্বাহ্ন (তিনি ভাগে বিভক্ত দিনমানব প্ৰথা ভাগত) পশ্চিম মুখ, মধ্যাহ্নত (তথ্য মধ্যভাগত) উত্তৰ মুখ, অপৰাহ্নত (তথা শেষ ভাগত) পূৰ্ব্ব মুখ আৰু ৰাত্ৰি দক্ষিণ মুখ হব। থিয় হৈ বা খোজ কাঢ়ি কাঢ়ি মল মূত্ৰ ত্যাগ নকৰিব আৰু তলত লিখা ঠাইবিলাকত মল মূত্ৰ ত্যাগ নকৰিব। যথা বাট, ভস্ম গোহালি ঘৰ, হালবোৱা মাটি, পাৰী চিতা, ভৈয়াত থকা মানুহৰ পৰে পৰ্ব্বত, পৰ্ব্বতবাসীৰ বৃক্ষে পৰ্ব্বতশৃঙ্গ বতাহ, জুই, মনুষ্য, সূৰ্য্য ও পানীৰ সম্পূৰ্ণ তুঁহ. আঙাৰ, খোলা, দেবগৃহ, মনুষ্য গৃহ, ভগা ঘৰ, উইৰ মাটি, প্ৰাণী থকা গাঁত, ঘোবৰ, মানুহ জিৰোৱা ঠাই, শ্মশান, মৰণা মৰা ঠাই, মানুহে দেখা পোৱা ঠাই, গছৰ গুৰি এইবোৰ মল মূত্ৰ ত্যাগব নিষিদ্ধ স্থানীয়।

ক্ৰমশঃ

লিখক শ্ৰীশিবনাথ দেব শৰ্ম্মা
বুজৰ বৰুৱা স্মৃতিতীৰ্থ
দতৰা ব্ৰহ্মময়ী চতুস্পাদ।

## পদ্য কল্পলতা

(৬ষ্ঠ সংখ্যাৰ ২১৪ পিঠিৰ পাচৰ পৰা)

২৭

জ্ঞানং সত্যং মান মদাদি নাশনং
কেষাঞ্চি দেতস্মদ মান-কাৰণং।
স্থানং বিবিক্তং যমিনাং বিমুক্তয়ে,
কামাতুৰাণামতি কাম কাৰণম্।।

যি জ্ঞানে সাধুৰ মান দৰ্পন কৰে দূৰ,
সেয়ে বৃদ্ধি কৰে মান গৰ্ব্ব অসাধুৰ।
সাধুৰ নিৰ্জন স্থান মুক্তিৰ সহা.
নিৰ্জনতে কামুকৰ কাম বৃদ্ধি পায়।।

২৮

শ্ৰীমতী ৰাধিকাৰ চৌৰ্য্যঃ—

ৰাধে! চৌৰ্য্য গুণাসি, কেশব।
হৃতং কিংতে ধনং কস্য বা?
হংসী-যান-মৃগেক্ষণে, বিধু সুধাং
হস্তীন্দ্ৰ-কুম্ভদ্বয়ম্।
মচ্চিস্তং হৰিমধ্যমং বিধিকৃতং
নৈবং লবন্যাদিকম,
উত্থং কৌতুক বিহ্বলো ৰতু মুদা
ত্বাং দেত্ব দেখো হৰিঃ।।
কৃষ্ণ—হে ৰাধে চোৰৰ বিদ্যা যত,
শিকিছা দেখিছো প্ৰত্যক্ষতে,
শিক্ষা—কি চুৰিলো কৃষ্ণ! তোমাৰ কিম্বা অন্যৰ?
মৃগৰ নয়ন হংসগতি চন্দ্ৰ সুধা হস্তিকুম্ভদুটী
মদীয় হৃদয়, মধ্য শেদ মৃগেন্দ্ৰৰ,
নতুন লাবণ্য বিধাতাৰ, চমৰী মৃগৰ কেশভাৰ।
কৌতুক বিহ্বল এইৰূপে দেব হৰি,
সকলো বিপদ হস্তে তাৰি, কৃপাময় গোবৰ্দ্ধনধাৰী
ৰাখোক তোমাক সকলো শত্ৰু সংহাৰি।।

(২৯)

ভিক্ষা কৰি খোৱা অপেক্ষা বিষ খাই মৰাও যে শ্ৰেয়ঃ এই বিষয়ে কশ্চিৎ ভিক্ষুকে শিৱক সাক্ষী মানিছে ঃ—

হালা লমপি পীতং বহুশো ভিক্ষা চ ভিক্ষিতা ভবতা।
অনয়ো ৰবগত ৰসয়ো শঙ্কৰ। কিয়দন্তৰং ব্ৰুহি।।
হলাহল পান কৰি আছা মৃত্যুঞ্জয়,
ভিক্ষা বৃত্তি বহু বাৰ কৰিছা নিশ্চয়,

দুয়োৰো ৰসজ্ঞ তুমি, দিয়াহে সম্ভেদ,
বিষ ভিক্ষান্নৰ মাজে কিমান প্ৰভেদ।।

(৩০)

যি গুণ থাকিলে প্ৰকৃত ডাঙ্গৰ মানুহ হোৱা যায় তাৰ অত্যন্ত অভাব তথাচ যতে ত'তে আগৰ ভাল আসনত বহিবলৈ খোৱা কামোৰা-কৰা, নকৈ নিজে হোৱা ডাঙ্গৰীয়াবিলাকে তলৰ শ্লোকটো মনত ৰাখিব।

গুণৈৰুত্তমতাং যান্তি নোচ্চৈৰাসন সংস্থিতাঃ।
প্ৰাসাদ শিখৰস্থো পি কাকঃ কিং গৰুড়ায়তে?
গুণ থাকে যদি তেহে উত্তম বোলয়,
উচ্চাসনে বহিলেই ডাঙ্গৰ নহয়।
প্ৰাসাদ চূড়াত যদি বহে গৈ কাক,
গৰুড়ৰ তুল্য মান কোনে কৰে তাক?

(৩১)

শ্ৰীৰাধিকাৰ বিশ্লেষ ঃ—

অম্বুজমম্বুনি জাতং কচিদপিতু নজাতমম্বুজাদ
ত্বয়ি মুৰহৰ! বিপৰীতং পদাম্বুজাম্মহানদী জাতা।
জলত জনমে দেখো সৰ্ব্বদা কমল,
কমলত কদাচিতো নজনমে জল
আশ্চৰ্য্য তোমাত কিন্তু হে মুৰমৰ্দ্দন।
পদাম্বুজ হন্তে গঙ্গা-দী উতপন!

# সুৰাপান বা বিষপান

কাগজে পত্ৰে দেখা যায়, আজি কালি সভ্য সমিতি কৰি সুৰাপান নিবাৰণ কৰিব লগা হৈছে। শাস্ত্ৰৰ শাসনলৈ পিঠি দি ইচ্ছা মতে চলা হেতুকে মানুহ বিপথগামী হৈছে। ধৰ্ম্ম শিক্ষাৰ অভাবত আৰু সঙ্গদোষত অনেক যুবকে সুৰাপান কৰি জাতি ধৰ্ম্ম নষ্ট কৰিছে। পিতৃ আদি অভিভাবকেও পুত্ৰাদিৰ তেনে গৰ্হিতাচৰণৰ সম্ভেদ পায়ো তাৰ বিহিত প্ৰতিকাৰ নকৰি গোপন কৰা হে সম্বাদ পোৱা যায়।

এই দৰে মহাপাপ ঢাকি সমাজক বিপথগামী কৰিছে। সামাজিক লোক সকলেও স্বাৰ্থহানিৰ ভয়ত মৌনাবলম্বন কৰিছে। ইপিনে সুৰাপায়ীয়ে সৰ্ব্বস্ব শেষ

কৰি অকালতে জীবন বিসৰ্জন দিছে। পাচত মৃত ব্যক্তিৰ লৰা তিলে তাই সেই পাপৰ ফল স্বৰূপে খোজ পিন্ধাত অশেষ যন্ত্ৰণা ভুগিছে। সুৰাপায়ী সুৰাপানজনিত পাপৰ শাস্তি পৰলোক যি আছে আছেই, ঐহিকতে শাস্তি ভোগ কৰা দেখা শুনা হৈছে।

শাস্ত্ৰমতে সুৰাপান মহাপাতক। যি আৰ্য্য শাস্ত্ৰত পাপ চাৰি ভাগে বিভক্ত হৈছে, অতি পাতক, মহাপাতক, অনুপাতক আৰু উপপাতক। দ্বিজাতে সুৰাপান মহাপাতক—

"ব্ৰহ্মহত্যা সুৰাপানং স্তেয়ং গুৰ্ব্বঙ্গণামৰ মহান্তি পাতকান্যাহুঃ সংসৰ্গশ্চাপি তৈঃসহ।।"

মহৰ্ষি মনুৱে কয় ব্ৰাহ্মণবধ দ্বিজাতিৰ সুৰাপাণ, ব্ৰাহ্মণৰ সুবৰ্ণ হৰণ, বিমাতৃগমন আৰু এতাদৃশ পাপীৰ লগত জ্ঞানতঃ সংসৰ্গ মহা পাতক। এই পাঁচ প্ৰকাৰ মহাপাতকৰ ভিতৰত এক বিধো যদি জ্ঞানতঃ আচৰণ কৰে, তেনে হলে সেই লোক জাতিচ্যুত আৰু সমাজৰ অব্যবহাৰী হয়। সুৰাপায়ী দ্বিজাতি পতিত তাদৃশ ব্যক্তিৰ লগত জানি শুনি কোনেও সম্পৰ্ক কৰা উচিত নহয়।

প্ৰাচীন ত্ৰিকালজ্ঞ ঋষিসকলে ধৰ্ম্ম আৰু সমাজ ৰক্ষাৰ নিমিত্তে অনেক নিয়ম বিধিবদ্ধ কৰিছিল। কিন্তু সেই বিলাক নিয়ম যে সিবিলাকৰে উদ্ভাবিত এনে নহয়। সেই বিলাক অপৌৰুযেয় বেদৰে বাক্য। সাধাৰণে সহজে বুজিবৰ কাৰণে মাত্ৰ পৰম কাৰুণিক ঋষি সকলে স্বীয় সংহিতা বা স্মৃতিত সৰল ভাষাৰে উল্লেখ কৰিলে।

মহাত্মা ঋষিসকলৰ সাধাৰণ মনুষ্য জাতিলৈ কোনো হিংসা বা বিদ্বেষ লেশ মাত্ৰও অন্তৰত নাছিল। সি সকলে বুজিছিল যে—

"ধাৰণাদ্ধৰ্ম্মমিত্যাহুঃ ধৰ্ম্মো ধাৰয়তে
প্ৰজাঃ। অনুশাশণ পৰ্ব্ব।"

ধাৰণেই ধৰ্ম্ম, ধৰ্ম্মই প্ৰজা ৰক্ষা কৰে। প্ৰজা ৰক্ষণৰ মূলভূত কাৰণ ধৰ্ম্মই বাবে ধৰ্ম্ম সৰ্ব্বক্ষ ৰক্ষণীয়। প্ৰাণ ধাৰণ নহলে ধৰ্ম্ম ৰক্ষা নহয়, এতেকে প্ৰাণ প্ৰথমে ৰক্ষণীয়। প্ৰাণৰক্ষাৰ উপায় হৈছে চৰ্ব্ব্য, চোষ্য, লেহ্য, পেয়। এই চতুৰ্ব্বিধ অন্ন। এই চাৰি বিধ অন্ন ভক্ষ্য বুলি সাধাৰণতঃ উক্ত হলেও সকলোৰে সকলো অন্নই ভক্ষ্য বা পেয় নহয়। গুণ কৰ্ম্মানুসাৰে জাতি বিভাগৰ উল্লেখ আছে, তদনুসাৰে সত্ব গুণাধিক্য মানুহে তমোগুণীৰ আহাৰ গ্ৰহণ কৰিলে সত্বগুণ লোপ হয়। সুৰা সত্বগুণী বা ৰজোগুণী অথবা সত্ব ৰজঃ মিশ্ৰিত গুণীৰ পেয় দ্ৰব্য নহয়। এই কাৰণে মনু যম হাৰীতাদি ঋষিসকলে স্ব স্ব নিবন্ধত

"সুৰা বৈ মলমন্নানাং পাম্মাচ মলমুচ্যতে।
তস্মাদ্ ব্ৰাহ্মণ ৰাজ নৌ বৈশ্যো পিন সুৰাংপিকে।।"

সুৰা নামক পেয় দ্ৰব্যটী অন্নৰ মল পাপো মল, অতএব ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্যাই সুৰাপান নকৰিব। উক্ত শ্লোকত ব্ৰাহ্মণ ক্ষত্ৰিয় আৰু বৈশ্যৰ পক্ষে সুৰাপান নিষেধ কৰাত, এই তিনি জাতিৰ সুৰাপান মহাপাতক। শূদ্ৰৰ পক্ষে সুৰাপান মহাপাতক নহলেও, অপেয় পানৰ দোষ থকা গতিকে উপপাতক হয়। কিন্তু উপপাতককে পুনঃ পুনঃ আবৃত্তি কৰিলে মহাপাতক হয়। শাস্ত্ৰত আছে—

"উপপাতকমাবৃত্ত্যা মহাপাতকতামিয়াৎ।"

শাস্ত্ৰৰ উক্তি মতে জনা হল, শূদ্ৰই ও পুনঃ সুৰাপান কৰিলে মহাপাতকী হয়। মহাপাতক অতিশয় গুৰু পাপ তেনে পাপ যাতে আচৰণ নহয়, তাঁলৈ সাবধান হব লাগে। তেনে হলে ইহলোক পৰলোক উভয়তে নিৰ্ম্মল শান্তি লাভ কৰিব পাৰি।

কোনো কোনোৰ পৰা শুনিবলৈ পোৱা যায়, সুৰাপান হেনো আগৰ নিষেধ নাছিলে। মাজ ভগণতে জন দিয়েক ঋষি মুনিয়ে নিষেধ কৰিলে। এই কথা ফাকি সমূলি অপাৰ। সুৰা জাতি বিভাগৰ লগে লগেই দ্বিজাতিৰ অপেয় বুলি নিৰ্দ্দিষ্ট হৈছে। যদিও তমো গুণাধিক্য কোনো কোনো দ্বিজাতিয়ে শাস্ত্ৰবাক্য হেয় কৰি ব্যৱহাৰ কৰিছিল, তাকে প্ৰমাণ বুলি গ্ৰহণ কৰিব নোৱাৰি। পূৰ্ব্ব কালৰ তেজস্বী কোনো দ্বিজাতিৰ অবৈধাচৰণ ইতৰৰ সদাচাৰ ৰূপে গৃহীত হব নোৱাৰে। ইতৰ লোকে তেজস্বী ঋষি মুনিৰ অবৈধাচৰণ মতে নচলি সেই সকলৰ বাচিক মতে হে চলিব লাগে। ঋষি মুনিৰ বাচিকত সুৰা অপেয়। যেনে—

"গৌড়ী পেষ্টীচ মাধৱীচ বিজ্ঞেয়া ত্ৰিবিধাসুৰা।
যথৈবৈকা তথৈধান্যা ন পাতব্যা দ্বিজোত্তমৈঃ।।"

গুড়সম্ভৱা, পিষ্টসম্ভৱা, মধুক পুষ্প সম্ভৱা এই তিনি বিধ সুৰা, এক বিধ যেনে অপৰ বিধো তেনেই, অতএব ব্ৰাহ্মণে সুৰা পান নকৰিব।

বেদ হিন্দু আৰ্য্যশাস্ত্ৰৰ মূল, সেই বেদতেই সুৰাপানৰ নিষেধৰ আভাস পোৱা যায়।

"যা ব্ৰাহ্মণী সুৰাপী স্যা ন্ন তাং দেধাঃ ধৰি লোকং নয়ন্তি।

যি ব্ৰাহ্মণীয়ে সুৰাপান কৰে দেৱজুই সেই ব্ৰাহ্মণীক পতি লোকত নিদিয়ে। মনু, গৌতম, শঙ্খ, ও লিপি পৰাশৰ এই চাৰি জন ঋষি সত্ৰ ত্ৰেতা দ্বাপৰ আৰু কলিৰ ক্ৰমে ধৰ্ম্মবক্তা। যুগভেদে মন্নাদি ঋষিসকলে সুৰা আৰু বোলাৰ প্ৰমাম তলত দিয়া হল।

"সুৰাম পীত্বা দ্বিজো মোহোদগ্নিবৰ্ণাং সুৰা পিতে
তয়া সকায়ে নিৰ্দ্দগ্ধে মুচ্যতে কিল্বিষাত্ততী

মহৰ্ষি মনুয়ে কয়, মোহবশতঃ দ্বিজতিয়ে সুৰাপান কৰিলে আজি সুৰাপান দ্বাৰা দেহ দগ্ধ কৰি সুৰাপান জনিত পাপৰপৰা মুক্ত হয়।

"সুৰাপস্য ব্ৰাহ্মণস্য উষ্ণা মা সিঞ্চেষুঃ
মাস্যে মৃতঃ শুদ্ধ্যেত।

গৌতম মুনিয়ে কয়, সুৰাপায়ী ব্যক্তিৰ মুখত তপ্তসুৰা সিঞ্চন কৰিব, তস্মান মৃত্যু হলে শুদ্ধ হয়।

"সুৰাপো গ্নিবৰ্ণা মেনা মসম্পৃশ্যাং গো
শকৃদ্ৰসং ঘৃতম্বা পিবেৎ। স তেন নিৰ্দ্দগ্ধ
কায়ঃ শৰীৰত্যাগেণ শুদ্ধিমাপ্নোতি।"

শঙ্খ আৰু লিখিতে কয়, সুৰাপায়ী জনে অগ্নিবৰ্ণা সুৰা গোময়, গোজ্ঞ অথবা ঘৃত উত্তপ্ত কৰি পান কৰিব। তাৰ দ্বাৰা শৰীৰ দগ্ধ হৈ মৃত শুদ্ধ হয়।

অগম্যাগমনে চৈৰ মদ্য গোমাংস ভক্ষণে।

শুদ্ধৌ চান্দ্ৰায়ণং কুৰ্য্যাৎ নদীং গত্বা সমুদ্ৰগাং।।"

পৰাশৰে কয়, অগম্যাগমণ, মদ্যপান, গোমাংস ভক্ষণ কৰিলে তৎপাপক্ষয়াৰ্থ সমুদ্ৰগামিনী নদীৰ তীৰত বাস কৰি আৰু স্নান কৰি চান্দ্ৰায়ন ব্ৰত কৰিব।

এতিয়া দেখিব লাগে প্ৰথমতঃ সুৰা বেদমতে অপেয়। দ্বিতীয়তঃ সত্য যুগৰ ধৰ্ম্মা বক্তা মনুৰ মতে, ত্ৰেতাযুগৰ ধৰ্ম্ম বক্তা গৌতমৰ মতে, দ্বাপৰ যুগৰ ধৰ্ম্ম বক্তা শঙ্খ আৰু লিখিতৰ মতে, কলিৰ ধৰ্ম্মবক্তা পৰাশৰৰ মতে সুৰা অপেয়। অন্যান্য ধৰ্ম্মবক্তা ঋষিসকলৰ মতেও সুৰা অপয়ে আৰু অস্পৃশ্য। অতএব এই সৰ্ব্বনাশকাৰিণী সুৰাই যাতে মানুহক আক্ৰমি মনুষ্যত্ব নেহেৰুৱাই তাৰ নিমিত্তে সকলোৱেই যত্ন কৰা উচিত। ইতি শক ১৮৪২, ৩১ ভাদ্ৰ।

শ্ৰীকীৰ্ত্তিচন্দ্ৰ শৰ্ম্মা গোস্বামী।

# নিৰ্ম্মল ভকত।

## ষোড়শ আধ্যায়।

ৰাতিপুৱা চাৰি পাটীৰ পৰা উঠি মুখ হাত ধুই গা পা তিয়াই বেলি এপৰ মানতে ভাত ছাইটা খাই গাৱঁৰ মানুহ এগৰাকিৰ পৰা খঞ্জৰি এটা খুজি লৈ হাতত বাঁহৰ লাখুটি এডাল লৈ, মুৰত গামোছাখনৰে পাগুৰি এটা মাৰি আৰু কান্ধত জোলোঙা এটা লৈ ৰূপহীহঁতৰ গাৱঁলৈ গলোঁ, আৰু পোন প্ৰথমতে ইয়াৰ সিঘৰত খঞ্জলি বজাই

অলপ অচৰপ চাউল পাত লৈ ৰূপহীহঁতৰ চোতালত গৈ ওলালোঁ আৰু "গুৰু মোৰ পৰম গুৰু" বুলি লাখুটি ডাল পাৰি লৈ খঞ্জৰিত চাপৰ মাৰি গাব ধৰিলোঁ ঃ—

"অ গুৰু মোকে দয়া নছাৰিবা এ—মই বৰ পাতকিৰ পানী, গুৰু চৰণে ৰাখিবা। অ গুৰু ইকুলো নহলো সিকুলো নহলো মাজ সাগৰত পৰি জাঁজি হৈা বৈলো জাঁজি হৈয়া বৈলো গুৰু! মানিকৰ আশে। সাগৰ শুকাল মানিক লুকাল মোৰ কৰ্ম্ম দোষে।"

খঞ্জুৰিত চাপৰ মাৰি গীত আৰম্ভ কৰা মাত্ৰকে এটি তিনি বছৰীয়া লৰা ওলাই আহিল। লৰাটি দেখিবলৈ চিকন, চেহেৰাতে বুজিলোঁ এইটিয়েই অনিৰামৰ ঔৰযে ৰূপহীৰ গৰ্ভত হোৱা লৰা। মনত এনেকুৱা ইচ্ছা হৈছিল যে লৰাটিক ধৰি মৰম কৰোঁ, চুমা এটা খাওঁ। কিন্তু ধৈৰ্য্য ধৰিলো, মনত বান্ধিলোঁ। ২৪।২৫ বছৰ বয়সৰেপৰা নিয়তিৰ কঠোৰ চকৰিত পৰি মনত বান্ধিবলৈ মনক দমিবলৈ শিকিছিলো। এই গীতটো গোৱা শেষ হলতে মোৰ তাহানিখনৰ ওমলাৰ লগৰীয়া অনিৰাম আগত ওলালহি। অনিৰামে সুধিলেঃ— "আতৈ! আপুনি কৰপৰা আহিছে"। মই কলোঁ মই মগণীয়া মানুহ। মোৰ আগৰ ঘৰ ৰংপুৰত। অনিৰামে আকৌ সুধিলে ঃ—"আতৈ! আপোনাৰ নৌ কোন কোন আছে"। মই কলো যে "মোৰ কোনো নাই। মই উদাসীন, সৰুতে আই বোপাই মৰিল। মই বৰ দুখীয়া, হতভগীয়া সেই দেখি মাগি খুজি খাই ফুৰো।" অনিৰামে আৰু কথা বতৰা পাতো পাতো কৰোতেই মই কলো ঃ—"আৰু এটি গীত গাম নে! অনিৰামে কলে ঃ—"গাওক, গাওক আতৈ। আপোনাৰ গীত বৰ সুৱলা—বৰ মিঠা"। মই ধৰিলোঁ ঃ—

ৰাগ আশোৱাৰি—

ভয়ো ভাই সাবধান—যাৰে নাহি চুটে প্ৰাণ,
যাদবৰ কৰো ধ্যান—নিকটে মিলয় জান।

পদ।

জীৱন যেৱীন ধন সবে মাত্ৰ অকাৰণ মিছা মিৰিচিকামায়া জলবিম্ব সবে প্ৰায় তেহ্ সব অভিলাষ দূৰ কৰা মোহ পাশ। হৰিপদে কৰা আশ কহয় যাদব দাস।।

মই এই গীত গোৱা হল মাথোন এনেতে ৰূপহীও ভিতৰৰপৰা ওলাই আহি কলে ঃ—"আতৈ! আপুনি ক'ৰ পৰা আহিছে! মই ধৈৰ্য্য ধৰি কলোঁ। মই আগৰ ৰংপুৰৰ মানুহ সৰুতে আই বোপাই মৰিল। মোৰ এই সংসাৰত কোনো নাই। মই দক্ষীণ পাটৰ সেৱক। মই এই দৰে মাগি খুজি খাই ফুৰোঁ। য'তে ৰাতি হয় ত'তে থাকোঁ। মোৰ ঘৰ দুৱাৰ নাই। ৰূপহীয়ে আকৌ সুধিলে ঃ—"আতৈ! আপুনি সৰুৰে পৰা উদাসীননে? আপুনি বিয়া বাৰু কৰোৱা নাছিল নে"? মই কথাটো নুশুনা যেন

ভাও জুৰি কলোঁ দুটি গীত যেতিয়াই গালোঁ আৰু এটি গাই উঠিব খোজোঁ। আৰু দহ ঘৰ ফুৰিলেও হব। এইবুলি কৈয়েই আকৌ খঞ্জৰিৰ চাপৰ মাৰি গালোঁ ঃ—

মন—কৰা হৰি নাম গান,
স্মৰা দয়াল কৃষ্ণ পতিত পাবন।

(গোৱা) পতিত তাৰক নাম কৃষ্ণ জনার্দ্দন। মিছা আশা মিছা ইচ্ছা মিছা ই সংসাৰ মিছাতে পৰি আমি আছোঁ চৰাচৰ। মিছা ঘৰ মিছা দাৰ মিছা এ জীবন মায়া মোহে পৰি আমি হৰাইলো চেতন।দিন যায় ৰাতি যায় যায় মাস মৃত্যু। কৃষ্ণনাম মহাধন নাজানিলোঁ আমি অমূল্য জীবন ধন মিছায় হৈল হানী।

গীত গোৱা হল। ৰূপহীয়ে দেখোন দীঘলকৈ হুমুনিয়া এটা মাৰি কলে "কোনো কিছু নাই দেখিহে দেহি ঐ এই দৰে ফুৰিছা আতৈ"! মই কলো হয়"। এতিয়া বিদায়হে মাগোঁ এই বুলি একে চাবে উঠিলোঁ। ৰূপহীয়ে "ৰব ৰব আতৈ মই এফেৰা যি হয় দিওঁ' বুলি কৈ ভিতৰলৈ গৈ দুকঠামান চাউল আনি দিলে। অলপ পইচাও দিলে। মই চাউল দুকঠা জোলোঙ্গাত সুমাই লৈ দুয়ো হাত তুলি ৰূপহীক অনিৰামক আৰু লৰাটিক আশীৰ্ব্বাদ দি উলটিলোঁ। ডাঙ্গৰীয়া! ঘৰলৈ আহি ওৰে গধুলি পৰটো চকুৰে ধাৰাসাৰে লো বোয়ালো। ওৰে নিশা চাৰিপাটীত ছাতি ফুতি কৰিলো। পুৱাই কাকো একো নোকোৱাকৈয়ে বোকাখাট এৰি ডেৰগাৱঁৰ ফাললৈ খোজ ললো। দুখৰ বিষয় যে মোক কি ৰূপহী কি অনিৰাম কেৰে নিচিনিলে! নিচিনিবৰে কথা। যেতিয়া মই সিহঁতক এৰি যাওঁ তেতিয়া মই ৩০ বছৰিয়া ডেকা। এতিয়া মই প্ৰায় ৪৫ বছৰীয়া আদহীয়া। তাতে মুখত ডাঢ়ি গোফে ভৰা। ইয়াৰ উপৰিও সিহতে ভবাও নাছিল যে মই জীয়াই আছো আৰু মানৰ দেশৰপৰা উলটি আহিছো। যি কি নহওক, ডাঙ্গৰীয়া, যাদবৰায়ে মোক এইটো পৰীক্ষাত উদ্ধাৰ কৰিলে।

## সপ্তমদশ অধ্যায়।

ডাঙ্গৰীয়া! কেলেইনো কান্দিলো, নিশা কেলেইনো টোপনি নাহিল সেই বিলাক, ডাঙ্গৰীয়া! আপুনি বুজিবই পাৰিছে। ডেৰগাঁৱৰ ফাললৈ কেলেই আহিলো কও শুনক। আজি ১৫ বছৰৰ মূৰত মোৰ প্ৰথম যৌবনৰ প্ৰণয়িনী, বিবাহিতা স্ত্ৰী ৰূপহীক দেখি মোৰ পুৰণি কথাবোৰ সোপাকে মনত পৰিল। কেনেকৈ সৰুতে উমলিছিলো, কেনেকৈ তাইক ভাল পাইছিলো, কেনেকৈ তাইক পলুৱাই নিছিলো, মাহীয়ে কিদৰে আমাক মৰম কৰিছিল, কি দৰেনো তাইক দেউতাৰ ইচ্ছাৰ বিৰূদ্ধেও বিয়া কৰাইছিলো, মানৰে সৈতেও বা দেশৰ নিমিত্তে কি দৰে বুজি মানৰ হাতত বন্দী হৈছিলো, মানৰ দেশতেই নো কি দৰে কাল কটাইছিলো, কেনেকুৱা আশা বুকুত

বান্ধিয়েই বা মানৰ দেশৰপৰা উলটিলো, এই সকলো বিলাক মনত পৰিল। ওৰে নিশা ঢাৰিপাটীত আকৌ সেই মহাপুৰুষৰ ৰচিত 'ক্ষুদ্ৰ সুখে বহু আশা কৰি" এই লেছাৰীটো, গুৰু গীত বিলাক গালো। মই ৰূপহীৰ বিষয়ে ভাবি ইয়াকে পালো যে ৰূপহী সুখেৰে আছে। হিন্দুৰ নিয়ম মতে ১২ বছৰ মোলৈ বাট চাই চাই থাকি মই মৰিলো বুলি সকলোৱে বুজোৱাত আৰু অনিৰামৰ নিঃস্বাৰ্থ প্ৰেমত আবদ্ধ হৈ তাই তাত বিয়া সোমাই সুখেৰে ঘৰ গৃহস্থি কৰিছে। সুন্দৰ সন্তান তুলিছে। এনেস্থলত চিনাকি দি সমাজত এখন হুলস্থূল লগাই তাইক আৰু অনি ৰামক চিৰকাললৈ অসুখীয়া কৰাটো মই অন্যায় আৰু পাপ বুলি ভাবি ললোঁ। মোৰতো ইহ সংসাৰত কোনো নাই। আই ভাই বোপাই মাহী সকলোৱে এৰি গৈছে। মই ওপজা ঠাইডোখৰো অৰণ্যত পৰিণত। মৰমৰ ৰূপহীও এতিয়া পৰৰ তিৰোতা। যি অসমীয়া ৰজাৰ হকে যুজিছিলো সেই ৰজাও নাই, ৰাইজো নাই। স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহ, পুৰন্দৰ সিংহ দুয়ো বৈকুণ্ঠী। তেওঁলোকৰ পুত্ৰ কেশবকান্ত যুবৰাজ, কন্দৰ্পেশ্বৰ সিংহ গুৱাহাটীত নিৰ্ব্বাসিত। অসমীয়া সমাজেও মোক মানৰ দেশৰপৰা উলটি অহা বুলি জানিলেই জাতিভ্ৰষ্ট মেলেছ বুলি মোক সহজে সতকাই গ্ৰহণ নকৰে। উদ্ধাৰ পৰাচিত হবলৈকো হাতত ধনবিত নাই। উদ্ধাৰ পৰাচিত হৈৱেই বা কি কৰিম।

ডাঙ্গৰীয়া জনে কলে ঃ—"কেলেই আপুনি এবছৰ বৈ অলপ ধনবিত আজি অলপ খৰচতেই উদ্ধাৰ পৰাচিত হৈ দেখোন অসমৰ কোনো এক ঠাইত বসতি কৰি আকৌ বিয়া বাৰু কৰাই সুখেৰে সংসাৰ কৰি আগৰ দৰেই গণ্য মান্য হৈ থাকিব পাৰিলেহেনে। আপুনি ৰূপহীৰ নিচিনা এজনী তিৰুতাৰ বেজাৰতহে উদাসীন হল। নহয়নে আতৈ!" হওঁতে ডাঙ্গৰীয়া আপুনি যিটো কৈছে সেইটো সচা। মই সেই দৰেও কৰিব পাৰিলো হেতেন। কিন্তু ডাঙ্গৰীয়া, মনত কৰিব যে মই সেই সময়ত ৪৫ বছৰীয়া। ধন ঘটি উদ্ধৰ পৰাচিত হৈ বিয়া কৰাও মানে প্ৰায় ৫০ বছৰীয়া হলো হেতেন। সেই বয়সত বিয়া কৰাইটো আকৌ সুখী হলো হেতেননে?

আপুনি দেখোন এতিয়া ১৫০ বছৰীয়া সেই সময়তো আপুনি বিয়া কৰোৱা হলে আপুনি এতিয়া নাতিৰ নাতি দেখিলে হেতেন"

আতৈ—ডাঙ্গৰীয়া! আপুনি কোৱাটোও নুই নকৰো। কিন্তু ডাঙ্গৰীয়া সংসাৰত থকা হলে কিজানি ইমান দিন নিজিলো হেতেন।

ডাঙ্গৰীয়া—কিয়! যাৰ যিমান আয়ুস সি পাবই।

আতৈ—ডাঙ্গৰীয়া! হওঁতে হই আয়ুসৰ গৰাকী ঈশ্বৰেই। কিন্তু তথাপি মই এইটো নকই নোৱাৰো যে ব্ৰহ্মচাৰ্য্যই আয়ুষ বাঢ়ে। আৰু ইবিলাক সকলো কথাৰ

উপৰি হৈছে প্ৰাক্তন। যাৰ ৰকম প্ৰাক্তন বা কৰ্ম্ম সি সেই অনুসাৰে ফল ভোগ কৰে। কৰ্ম্মৰ ফল কোনেও এৰাব নোৱাৰে। মোৰ কপালত আছিল উদাসীন হৈ কটোৱা। সেইটোৱেই হৈছে। বাৰু এৰক ডাঙ্গৰীয়া! মই বাকী বিলাক কওঁ।

ডাঙ্গৰীয়া—'কওক আতৈ, মাজতে কথা বিলাক উলিওৱা বাবে বেজাৰ নেপাব। আতৈ—ডাঙ্গৰীয়া! মোৰ প্ৰথমৰ যৌবনৰ, অতি মৰমৰ ৰূপহীৰ মনতেই বেছি মই মৰিলো, তেনেস্থলত মোৰ সেই সময়ত ভাব হল যে আৰু সংসাৰ কৰাৰেই বা লাভ কি? তোৰনো কোন ইষ্ট আছে? মোকনো কোনো আপোন বুলিব? মোকনো কোনে মৰম কৰি? এই বিলাক ভাবি চিন্তি স্থিৰ কৰিলো, এই জীৱনৰ গৰাকী যি গুৰু ঈশ্বৰ তেওঁৰ চৰণৰ ওচৰ চাপোগৈ। সংসাৰত সকলোৱে এৰিলেও গুৰুৱে নেৰে। বিশেষ মনুষ্যৰূপী গুৰুৱে মৰম নকৰিলেও গুৰুৱে দিয়া নামে কেতিয়াও নেৰে। কৃষ্ণ নাম মহা ধনে জীয়াই থকা দিন কেইটাত সংসাৰিক সুখ নিদিলেও মৰণ কালত তৰাব ইয়াকে মনত সাৰোগত কৰিলো যে যি ছদ্ম উদাসীন বেশেৰে ৰূপহীক ধৰা নিদিলো সেই বেশকে লৈ সংসাৰকো ধৰা নিদিয়াই ভাল। এইবিলাক ভাবি-চিন্তিয়েই বোকাখাট এৰি ডেৰগাৱঁৰ ফাললৈ আহিছিলো।

## অষ্টাদশ অধ্যায়

দুদিন বোকাখাটৰপৰা ডেৰগাওঁ পালোহি। ডেৰগাৱেঁদি মাজুলিলৈ পাৰ হৈ ৩।৪ দিনে হাবিৰ মাজে মাজে খোজ কাঢ়ি মাগি খুজি খাই এই সত্ৰ পালোহি। সত্ৰ পাই প্ৰথমে বাহিৰ কৰাপাটতে প্ৰথম নিশা পৰি থাকিলো। সত্ৰৰ দুই চাৰিজন ভকতে মই কৰ মানুহ, কলৈ আহিছো। কিন্তু আহিছো এইবিলাক নানা কথা সুধিলে। মই মোৰ কেবল পিতৃৰ নামটো নকৈ মোৰ আতি গুৰি সমস্ত বৃত্তান্ত কলো। আতৈসকলেও মোক মানৰ দেশৰ নানা কথা বতৰা সুধি হায়ৰাণ কৰিছিল। কিন্তু শেষত গধুলি হলত কলে যে "মই জাতকুল ভ্ৰষ্ট মেলেছ উদ্ধাৰ পৰাচিত নোহোৱাকৈ সত্ৰৰ ভিতৰলৈ যাব নোৱাৰো। তেওঁবিলাকৰ এনেকুৱা কথা শুনি মোৰ হৃদয়ত বৰ শেল বাজিছিল। ভাব হৈছিল "হৰি হৰি কপাল! দেশৰ হকে প্ৰাণ আগ কৰি, মানৰ লগত যুজি, মানৰ হাতত বন্দী হৈ মান দেশত থকা বাবেই মোৰ আই বোপাই ভাই বিবাহিতা তিৰোতা পৰ্য্যন্ত হেৰুৱালো। যি অসমীয়া ৰাইজৰ হকে যুজি মোৰ এই দশা হল, সেই অসমীয়া ৰাইজে মোক "জাতিভ্ৰষ্ট মেলেছ" বুলি সমাজততো নলয়েই লেই লেই চেই চেই কৰিবলৈকো নেৰে। মনৰ বেজাৰত এই জীৱনৰ গৰাকী গুৰুঘৰলৈ আহিলো ইয়াতো এনেকুৱা! বৈকুণ্ঠতো জাতি বিচাৰ! ইয়াতো মই অস্পৃশ্য! মোৰ দোষ কি? মইতো নিজ ইচ্ছাত মানৰ দেশলৈ যোৱা নাছিলো। বুজত বন্দা হৈ হে

গৈছিলো, তথাপি মোৰ এই বিলয়! ধন্য মোৰ দেশ! ধন্য মোৰ ধৰ্ম্মা! ধন্য মোর দেশী ভাইসকল! ধন্য মোর বৈকুণ্ঠখন! মোর মনত এনেকুৱা ভাব হৈছিল যে সংসার গোটেইখনেই ঝুঠা। হায়! মই কেলেই মানর দেশ এরি নিজর দেশলৈ ইমান হেপাহ করি আহিলো। কেলেই মই মানর দেশত নিজত নিজে বঞ্চি আছিলো। আন আন অসমীয়া মানুহর দরে তাতে দেখোন মই হয় ইয়ারপরা ধরি নিয়া কোনো অসমীয়া ছোৱালী বা এজনী মনি গাভৰুকে রাখি সুখেরে থাকিব পারিলো হেতেন। যি সকলে কপালক সারোগত করি তাতে ঘর গৃহস্থি করি রৈছে সেই সকল দেখোন সুখেরেই রল। মইনো কেলেই তাত থকা অসমীয়া বন্ধুবান্ধবর কথা নুশুনিলো। মোকতো সকলোৱে কৈছিল যে "ভাই, তইনো এইদরে কেলেই থাক? তইও এজনী গাভৰু রাখি আমার দরে সুখেরে থাক।" মইনো কেলেই সেইবিলাক কথা নুশুনিলো। দেশলৈ, হয় রূপহীলৈ অকৃত্রিম প্রেমর ফলেই দুৰ্দ্দশা! হায় মোর দেশ! হায় রূপহী! তোমালোকলৈ মরমেই মোৰ এই গীত করিলে। ডাঙ্গৰীয়া! এনেকুৱা বিলাক কথা ভাবি মোর চকুরে আকৌ ধারাসারে লো বলে। মই নিজর দেহটো প্রাণটোক আকৌ কৃষ্ণতে সমর্পণ কৰি সেই নিশা বাহিৰ করাপাটতে বাঘ ঘোং একোলৈকে ভয় নকরি পরি থাকিলে বুলি ভাবি ললো, এই দেশত থকা যি নথকা সেই।

ক্রমশঃ।

## আউনীআটীয় সত্ৰাধিকার প্ৰভূর চিঠি।

শ্ৰীশ্ৰী˚ গোবিন্দো জয়তি।

শ্ৰীশ্ৰী আউনীআটীয় গোস্বামী

আমি অসমীয়া ৰাইজৰ আগত দুটিমান কথা আগ বঢ়াবলৈ ওলালোঁ। আমাৰ দেশত দামোদৰী আৰু মহা পুৰুষীৰ ভিতৰত ধৰ্ম্ম বিষয়ে যি ভেদ আছে আৰু চলিছে সেইটো নহয়। আমাৰ বিবেচনাৰে উভয় পক্ষে অসমৰ বৈষ্ণব ধৰ্ম্মৰ বিষয়ে ভাবি চোৱা নাই। প্ৰভূ দেবদামোদৰে যি ধৰ্ম্ম ঘাইকৈ আচৰণ আৰু প্ৰচাৰ কৰিছিল তাক ভাগবতী ধৰ্ম্ম বোলে। গীতা আৰু ভাগবতেই এই ধৰ্ম্মৰ প্ৰভূ দামোদৰদেৱে এই ধৰ্ম্মৰ মুখ্য। প্ৰভূ দামোদৰদেৱে এই ধৰ্ম্মকে প্ৰচাৰ কৰে, শঙ্কৰদেৱেও এই ধৰ্ম্ম প্ৰচাৰ কৰিছিল। শঙ্কৰদেৱে ৰচা ঘোষা কীৰ্ত্তন এই বিলাকৰপৰাই মনৰ গ্লানি দুৰ কৰিব পাৰি। দামোদৰদেৱ শঙ্কৰদেৱ উভয়ে এক প্ৰাণস্বৰূপ আছিল তাৰ প্ৰমাণ অনেক আছে। শঙ্কৰদেৱে দামোদৰ দেৱক অধিক সম্মান কৰিছিল, যেহেতু দামোদৰ দেৱ

ব্ৰাহ্মাণ আছিল। ব্ৰাহ্মাণ আজিলৈকে পৃথিৱীত হিন্দু জাতিৰ পুৰনীয়। যেহেতু বৰ্ণানাং ব্ৰাহ্মণো গুৰু। আৰু বে মতে 'ব্ৰাহ্মণস্য মুখ মামিবাহু ৰাজন্য কৃতঃ উষ্ণভদস্য মবৈশঃ পদ্ভ্যাং শূদ্ৰোহজায়তে"। আমাৰ প্ৰধান দেৱতা কৃষ্ণকেই ব্ৰাহ্মাণ্য দেৱতা বোলে। শঙ্কৰ দেৱে "ব্ৰাহ্মণৰ সেৱা লৈছিল আৰু ব্ৰাহ্মাণক নেমানিছিল বুলি কলে শঙ্কৰ দেৱক অনভিজ্ঞ, অশাস্ত্ৰজ্ঞ বোলা হয়। তাৰ দ্বাৰাই শঙ্কৰদেৱৰ গৌৰৱ হ্ৰাস হয়। যি পৰমেশ্বৰৰ একান্ত ভক্ত, যাক মহাপুৰুষ বুলি গোষণা কৰা যায়, সেই মাহানুভব জনক অব্ৰাহ্মণ্য বোলা কথাই সকলোৰে হৃদয়ত ব্যথা দিয়ে। এই কাৰণেই কোৱা হৈছে ব্ৰাহ্মাণ সৰ্ব্বশ্ৰেষ্ঠ। মহাপুষৰুষীয়া প্ৰধান সত্ৰবিলাকত আৰু দামোদৰীয়া সত্ৰবিলাকতো আজিলৈকে কি ধৰ্ম্ম চলিছে, কেনেকুৱা আচাৰ ৰীতি নীতি , এইবিলাক বিচাৰ কৰি চালেই সকলোৰে দেখোন বুজিব পাৰে। সেই দেখি সকলোৰে ামাৰ এই কথা কোৱাৰ অৱগাহন কৰি উভয়ে উভয়ৰ প্ৰতি স্নেহ প্ৰীতি ৰাখি চৰি স্বদেশৰ শান্তি বিধান কৰা উচিত। গোঁসাই মহন্তসকলেও মনৰ মালিন্য দূৰ কৰি এক ভাবে এক এক যোগে স্নেহ প্ৰীতি প্ৰদৰ্শন কৰি আনন্দ আৰু সমৃদ্ধি বৃদ্ধি কৰিবলৈ ামি অনুৰোধ কৰিলো। যাক এটকা মহন্ত বোলে সেই সকলোবেই পবিত্ৰ ধৰ্ম্মব সুত্ৰে (সুত্ৰে মনি গনা ইব) গঠিত হৈ স্বদেশৰ উন্নতিৰ কাৰণ পৰামৰ্শ কৰক এয়ে আমাৰ একান্ত বাঞ্ছা। ইতি।

## পঞ্জাব নিবাসী এজন অসমীয়া মহাত্মাৰ চিঠি।

ওঁ তৎসৎ

মাননীয়,

শ্ৰীযুত "অসম প্ৰদীপিকা" সম্পাদক। আমি পঞ্জাবৰ অমৃতসৰ নগৰৰ ঘিমণ্ডি খোৱা নিবাসী এজন শাস্ত্ৰানুশীলনকাৰী দ্বাৰা সংস্কৃত অধ্যয়ন অৰ্থী। যদি পয়মাত্মাই ভআলে ৰাখে তেন্তে পঞ্জাব ইউনিভাৰ্সিটিৰ (বিশ্ববিদ্যালয়ৰ) সংস্কৃতত শাস্ত্ৰী পৰীক্ষা দিবৰ আশা ৰাখিছো। মোৰ পঢ়া শুনাৰ উদ্দেশ্যই হৈছে যাচে পৰম পবিত্ৰ সনাতন ধৰ্ম্মৰ এফেৰা উন্নতি কৰিব পাৰোঁ। ইয়াত, পঞ্জাবত নানা প্ৰকাৰ সম্প্ৰদায় প্ৰচলিত আছে—যথা আৰ্য্য সমাজ, বল্লভাচাৰা সম্প্ৰদায়, ব্ৰাহ্ম সমাজ, সনাতন ধৰ্ম্ম, সমাজ ইত্যাদি। এই সকলোবিলাকৰ বিষয়ে লিখিবলৈ গলে এখনি মহাভাৰত হব। মই প্ৰায় সকলো সমাজৰে প্ৰধান প্ৰধান নেতা সকলৰ লগত নানা প্ৰকাৰ আলোচনা আৰু কথা বতৰা পাতি বুজিছোঁ যে আমাৰ অসম আৰু বঙ্গদেশৰ নেতাসকলতকৈ এই দেশৰ

নেতাসকল ভালেমান ওপরত। মহাত্মা গান্ধি, পণ্ডিত মদন মোহন মালব্য, লালা লাজপত রায়, সত্যলাল, ডাক্তর কিচলু, লালা হংসরাজ, স্বামি শ্রদ্ধানন্দ এই সকলরে সৈতে অনেক বার আলাপ পরিচয় হৈছোঁ। মোর মনেরে হলে বাস্তবিকে এই ফালর নেতাসকল আমার সিফালর সকলতকৈ ভালেমান শ্রেষ্ঠ।

আমি আজি ভালেমান বছর অসম মাতৃর পরা আঁতরি আছে। যদি মাতৃৰ এই অযোগ্য সন্তানলৈ কৃপা হয়, দয়া হয়, সনাতন ধৰ্ম্মর নিমিত্তে যদি যৎসামান্য কাম কৰিবলৈকো মাতৃয়ে শক্তি দিয়ে, তেন্তে আকৌ মাতৃর চরণ দেখিমগৈ। যদিহে নিদিয়ে তেন্তে এই জনমলৈ বিদায়।

মোর অসম দেশবাসীর ওপরত করপুটে এই নিবেদন যে অসম মাতৃর নাম উজ্জ্বলৰ অর্থে আরু সনাতন ধৰ্ম্মৰ উন্নতি আরু প্রচারর অর্থে ঠায়ে ঠায়ে যিমান দূর পরা যায় সংস্কৃত টোল, পাঠশালা, স্কুল, হোৱা উচিত। সংস্কৃত শিক্ষার অভাবত দেশর যে কি অনর্থ হৈছে তাক লিখিবলৈ গলে হৃদয় ফাটি যাব খোজে। নিজ জন্মভূমির এনেকুৱা দুরবস্থা দেখিও আপোনালোকে চকু মুদি থাকে কেলেই? অসম দেশৰ বাজে আন সকলো প্রদেশতে সংস্কৃত শিক্ষার বেছ বন্দবস্ত আছে। নাই কেবল মোর অসম দেশত। এই পঞ্জাবত হলে সংস্কৃত পঢ়ার সুবিধা আছে। অন্নছত্র, পুস্তকালয়, থাকিবর ঠাই আরু আন আন সকলো প্রকার অনুষ্ঠান আছে। ধৰ্ম্মার্থে প্রত্যেক সাধু, বালক, ক্ষত্রিয়, বৈশ্যাদিরো অহরহ ভোজন আরু অন্য সকলো প্রকার সহায় পাবর উপায় আছে।

হে অসম বাসী ডাঙ্গরীয়াসকল! এবার কৃপা করি ভারতবর্ষর আন আন দেশবিলাকো চাওক। নিজ দেশৰ ধৰ্ম্ম কৰ্ম্মর উন্নতির চেষ্টা করক।

মই ভালেমান দিন বিদেশত থাকি অসমীয়া মাতেরে কথা বতৰা কৰলৈ নেপাই, অসমীয়া পুস্তক আদি পঢ়িবলৈ নেপাই নিজ মাতৃভাষা পাহরার দৰে হৈছোঁ। কৃপা করি দুই এজনে যদি দুখন এখন ধৰ্ম্মপুস্তক মোলৈ রেজিষ্টাৰ করি পঠায় মই বর অনুগৃহীত হম। ইতি

বিনীত,

শ্রীপূর্ণানন্দ।

ঠিকনা ঃ—মহাত্মা পূর্ণানন্দ,
ঘীমণ্ডি আখ্যরা,
অমৃতসর, পঞ্জাব।

# যশস্পতি শৰ্ম্মা আৰু বাঁহী।

শ্ৰীশ্ৰীৰাধামাধবো জয়তি।

সপ্তম সংখ্যাৰ বাঁহীয়ে আমাক অশ্লীল ভাবে বাক বিতণ্ডা কৰি আমাৰ প্ৰবসৰ প্ৰতিবাদ কি দিছে, পাঠকসকলে বাঁহী পঢ়ি পাব পায়; আমাৰ কেনে যুক্তি, বাঁহীৰ কেনে যুক্তি, ইয়াৰ মিমাংসা সদাসয় পাঠকসকলৰ বাজে আনে কোনে কৰিব পাৰে? আমাৰ সৈতে হেনো বাঁহীৰ এই ফেৰাই প্ৰথম আৰু শেষ কথা বাৰ্ত্তা। ইয়াৰ পিচত হেনো বাঁহীয়ে ঔদাস্য ভাব ধৰিব। অৰ্থাত আমাৰ কথাত আওকাণ কৰিব। তাত আমাৰ ক্ষতি কি? বাঁহীক কথা বাৰ্ত্তা পাতিবলৈ আমি মাতি অনা নাই; আৰু শহাকণীয়া হবলৈকো কোৱা নাই। দ্বিতীয় সংখ্যাৰ প্ৰদীপিকা দেখি সিংহৰ বিক্ৰমে কমৰ কছি নিজেহে আহিছিল। আমাৰ সম্বন্ধে তেওঁ আবাহন বিসৰ্জ্জন অন্য পদাৰ্থ। তেওঁ সম্বলপুৰত আছিল যে জম্বলপুৰত আছিল, তাৰো খবৰ নাছিলোঁ। আৰু খবৰ ৰখাৰ দৰৰ্কাৰো নাই। যদি বাঁহীৰে পুনৰায় আমাক 'ব্ৰাহ্মণ সম্প্ৰদায়ক' আৰু বেদ স্মৃতিকো বিগত অৰ্থ কৰি আক্ৰমণ নকৰে, তেন্তে আমিও আক্ৰমণ কৰা নহয়। ই ধ্ৰুৱপ কথা। বাঁহীয়ে কৃপাবৰ বৰুৱাৰ ওভতনীকে গাওক বা গোপাল ভাৱৰ খটাঙ্গ পুৰাণৰ শাৰীত থকা কিতাপৰ কথাকে গাওক তাত আমাৰ বাধা বিঘিনি নাই। আমি আমাৰ পিতৃ পিতামহে চলা প্ৰভু দেব দামোদৰদেৱৰ প্ৰদৰ্শিত পথত চলি আছোঁ। পাঠক সকলে এবাৰ বাঁহীৰ আওমূৰীয়া কথাৰ ভাব বুজি লওক। বাঁহীৰ যদি আমাৰে সৈতে বাক বিস্তাৰৰ ইচ্ছা নাই, তেনেহলে আমাক ব্যঙ্গ ভাবে গুটি দিয়েক প্ৰশ্ন কৰাৰ মানে নো আছিল কি? আমিও সেই প্ৰশ্নকেইটাৰ উত্তৰ দি বাঁহীৰ সৈতে লেনা দেনা চিঙ্গিলো ভাবি থলোঁ। বাঁহীয়ে আজি দহ বছৰে শঙ্কৰদেবক যুগ অবতাৰ বুলি আহি প্ৰদীপিকাৰ যুক্তিৰ ওচৰত ঠিয় হব নোৱাৰি কেনেভাবে আমাক ব্যঙ্গ কৰিছে, পাঠকে এবাৰ চাওক।

"যুগ কথাটো লৈয়ে যদি তেওঁৰ (যশস্পতিৰ) সৈতে আমাৰ খৰিয়াল, তেওক সন্তুষ্ট কৰিবলৈ এৰি দিলো যুগ।" পাঠক ডাঙ্গৰীয়া! তেখেতে আমাৰ সন্তোষাৰ্থে যুগ এৰিব নেলাগে। বেদ পুৰাণক সন্তোষ কৰিব পাৰে যদি ৰাখি থওক যুগ। নোৱাৰিলে জানো অন্য উপায় আছে? শঙ্কৰদেৱক উকা অবতাৰ বুলিব পাৰেনে নোৱাৰে, আমি হেনো শাস্ত্ৰ চাই ব্যবস্থা দিলে তেওঁ ৰক্ষা পৰে। গতিকে আমি চাই দিব লগাত পৰিলোঁ। মহাজ্ঞানী একান্ত ভকত শঙ্কৰদেবত উকা অবতাৰ বুলিবলৈ আমি বিধান দিব নোৱাৰো; যিহেতু আমাৰ কামৰূপত উকা শব্দে প্ৰেত বিশেষক বুজায়, যেনে উকাদেও অহাৰ দৰে আহিছে, আজি শনিবাৰৰ দিনা মৰিশালীত উঠিছে, ইত্যাদি। শাস্ত্ৰ মতেও উল্কা শব্দৰ

অপভ্ৰংশ উকা হব পায়। হেমকোষ মতে কিছু দিন গুচি থাকি পুনৰ "ৰোগ" হোৱাক বুজাৰ, আৰু কেইবা বিধৰ বৰণ দ্বাৰা শোভিত নকৰা, বাঁৰী তিৰোতাই উকা কাপোৰ পিন্ধে। ইত্যাদিক বুজায়। ডাঙ্গৰীয়া! আপোনাৰ এই প্ৰশ্নতো সোণৰ শফুৰাত ভৰাই ৰাখিব লগা। এনে শ্লেষ বাক্য প্ৰয়োগ দ্বাৰাই শঙ্কৰদেবৰ স্তুতি প্ৰকাশ কৰাটো আপোনাৰ সামান্য সাহিত্যিকতাৰ পৰিচয় নহয়। আমি" দেৱদামোদৰ দেৱৰ চৰিত্ৰৰ শাস্ত্ৰ মূলকতা দেখুৱাই," শঙ্কৰদেৱ চৰিত্ৰৰ শাস্ত্ৰৰ মূলকতা দেখুৱাবলৈহে" শঙ্কৰদেৱৰ গুৰু বিচাৰ কৰিছিলোঁ।" শঙ্কৰদেৱ ব্ৰাহ্মণৰ শিষ্য বুলি সৰুৱে পৰা আমাৰ জনা আছে। বাঁহীয়েহে এই কথাক আগেয়ে স্বীকাৰ কৰিব নুখুজিছিল। এতিয়াও "বৰ্ণানাং এই প্ৰকাশ্যৰূপে স্বীকাৰ কৰিবলৈ বেয়া পায় নে কি? "কথাৰ দেখোন ওৰে পৰিল, যবনিকা পতন" ইত্যাদি প্ৰহ্লাদ উক্তিৰ দ্বাৰায় স্বীকাৰ কৰিছে। অথচ জন সমাজত নিজৰ গৌৰব ৰজাই ৰাখিবৰ কাৰণে, ইতৰ লোকক বিশ্লেষণ কৰি উৰাই দিয়া দৰে বুজ হৈছে। পাঠক পালে নে; বাঁহীৰ চাতুৰিমা?" শঙ্কৰদেবৰ চৰিত্ৰলেখকসকলে ব্ৰাহ্মণৰ দ্বেষ কৰিহে শঙ্কৰদেবৰ গুৰু লুকালে ইয়াকো বাঁহীৰ কথাৰ আভাসেৰে বুজিব পাৰি। শ্ৰীশ্ৰী"দেবদামোদৰদেৱক ব্ৰাহ্মণ বুলিলেও দামোদৰীয়াৰ একো আপত্তি নাই; যিহেতু ঋষভ ৰূপী ভগবানে পঞ্চম স্কন্থ কৈছে "ব্ৰহ্মামৎ পৰাহৰ সেই হেতু মই ব্ৰহ্মাত কৈ শ্ৰেষ্ঠ, ময়েই ব্ৰাহ্মণক পূজা কৰো, এই হেতু ব্ৰাহ্মণ মোতকৈ শ্ৰেষ্ঠ, আৰু সকলোৰে পূজা মই কোনো প্ৰাণীক ব্ৰাহ্মণৰ ভুল নেদেখোঁ; ব্ৰাহ্মণ অপেক্ষাই কোনো শ্ৰেষ্ঠ নাই" এনেকুৱা ব্ৰাহ্মণতম দামোদৰ দেব যে কিমান ওখ খাপৰ তাক সহজে অনুমান কৰিব পাৰি। অনুগত্যসকলে প্ৰদীপিকাৰ সম্পাদকক ৰূপক অলঙ্কাৰেৰে দেউতা ঈশ্বৰ বোলাওতা মাতেদি কি পণ্ডিতালি প্ৰকাশ কৰিছে আমি কব নোৱাৰোঁ। আমি সোধোঁ ৰূপকনো কেনেস্থলত খাটে? তাৰনো লক্ষণ কি? চৈতন্যই নাৰদ বেশ হৰি হাতত বীণ লৈ দামোদৰদেৱক দীক্ষআ দিয়া পক্ষতো নাৰদ শব্দটিৰ আলঙ্কাৰিকতা নেভাগে; সুতৰাং আমাৰ সমকক্ষৰ ব্ৰাহ্মণ পণ্ডিত এজনে কোৱা কথাৰ আৰু আমাৰ সম্প্ৰদায়ৰ চৰিত্ৰ বিলাকৰে সৈতে একো বিবাদ নজন্মে। ত্ৰিকীসজ্ঞ ঋষি ভাষিত পুৰাণ সংহিতাদিপৰ ওপৰত দ্ৰোবৰ আৰোপ কৰা যিবিলাক কৰা ইতিহাস বুৰঞ্জীত আছে সেই বিলাক কথাৰ ওপৰত ৰক্ষা চিয়াঁহি দিলেই একো বেয়া নহয়। কাৰণ ইতিহাস বুৰঞ্জীতন পুৰাণ। মহাভাৰতাদিৰ ওপৰত কুষ্ঠাৰ মাৰি কোনো, হিন্দুৱে ইতিহাস বুৰঞ্জী পাশৰ মোল নেৰাখে। আমি কৈছো "দ্বিজশব্দে" ব্ৰাহ্মণ, ক্ষত্ৰিয়, বেশ্যক বুজায়; সিফালে বৰদলৈ ডাঙ্গৰীয়াই কৈছে, শূদ্ৰ শব্দে কায়স্থ, কলিতা, মুনিয়ে, বৈশ্যক বুজাব নোৱাৰে। বৰদলৈৰ অভিপ্ৰায় হৈছে ক্ষত্ৰিয় বৈশ্য। শূদ্ৰ নহয়। দ্বিজহে। এনেস্থলত বাঁহীয়ে বৰদলৈ ডাঙ্গৰীয়াৰে সৈতে

আমাক লগাই দি কি ৰং চাব খোজে, পাঠক সকলে বাঁহীক সুধি চাব পাৰে; বৰদলৈ ডাঙ্গৰীয়াৰ কথাৰে সৈতে দেখোন আমাৰ কথাৰ মতৰ দ্বৈধ হোৱা নাই। আমি পাকে পৰকাৰে মূৰথ পাতিছো বুলি আমাৰ ওপৰত বাঁহীয়ে বেজাৰ ভাব প্ৰকাশ কৰিছে; কিন্তু আমাৰ হলে মনত পৰা নাই। বাঁহীৰ এনে ধৰণৰ কথাই যদি সেইটো প্ৰকাশ কৰিছে, তেনেহলে আমাৰ কিবা উপায় আছেনে? পাঠক, যিদিনা মেঠনি মাৰি হাতত বঁআহী লৈ ম'ৰা চৰাই নচুৱা মাইকীৰ প্ৰতিমূৰ্ত্তি বুকত লৈ অসমীয়া ভদ্ৰ লোকৰ দুৱাৰে দুৱাৰে বাঁহী ওলায়, সেই দিনাৰপৰাই বাঁহীক ৰসিকতম বুলি ভাবি, কাৰে সৈতে কেনেভাবে সম্ভাষণ হব লাগে, এই কথাৰ উপদেশ দিওঁতা সৰু কালত পঢ়া "মিত্ৰং স্বেচ্ছয়া ৰিপুংনয়ৰনৈ" এই দীঘলীয়া শ্লোলোকৰ ভিতৰত থকা "ৰলেন ৰসিকং" এই শাৰলৈ মনত পেলায়, সূতক বাইজীৰ উপমা দি ৰসিক প্ৰবৰ বাঁহীৰ সৈতে সম্ভাষণ কৰিছিলোঁ। পাঠক! আমাৰ অনুমান যে অমূলক এনে নেভাবিব। আমাৰ লেখনী নিঃসৃত বাইজাৰ শব্দটো দেখা মাত্ৰেই উৰিষ্যা হেন সত্ত্ব প্ৰাধানিক জাগাত থাকিও, আনন্দিত ভোৰ হৈ উৰিষ্যা ভাষাৰে কেনে ফাকি গান বাঁহীয়ে গাইছে এবাৰ শুনি লওক, "ওহে বসবতি কোথি যাউছু ডাকিছন্তি যশস্পতি"। চাৰাইশ ডাঙ্গৰীয়া! চাবাইশ! বুঢ়া বয়সতো বাইজী প্ৰিয় আপোনাৰ বাইজী মত্ততাক, শত সহস্ৰ ব্যৰ শলাগ ললোঁ। সূত যে গায়কৰ জাতৰ ই কথা বাহীয়েও মুক্ত কণ্ঠে স্বীকাৰ কৰিছে। কিন্তু সেই সূতে ব্যাস প্ৰণীত পুৰাণ পঢ়ি ব্ৰহ্মত্ব সভাৰ প্ৰমাণ বাঁহীৰ কথাৰ বাজে, আন কিবা প্ৰমাণ কোনোবাই পাইছেনে? আজি কালিৰ বাইজী সকলেও আধ্যাত্মিক ভক্তি জ্ঞান গৰ্ত্ত ঐশ্বৰিক বিষয়ত বহুত গান গোৱা শুনা যায়। মানুহবিলাকে তেওঁলোকক বাইজী খেমটাৱালী বোলে কিয়? বঢ়িয়া কথআ, সূতে যদি ব্ৰহ্মত্ব লভিছিল, তেনেহলে বেদব্যাসে, তেওঁৰ আন আন শিষ্যৰ দৰে উপনয়ণ দি সূতকো বেদবক্তা নেপাতি কিয় পুৰাণিবক্তা পাতিলে? শৌনকাদি ঋষিয়ে বা সেই সূতক অধৰ্য্য, উদগাতা, হোতা ইত্যাদি যজ্ঞৰ সম্পাদক কৰ্ত্তৃত্ব ৰূপে নিৰ্দ্দেশ নকৰি, আজি কালি দুৰ্গোৎসব, ফল্গুৎসবাদি কৰ্ম্মৰ অন্তত যাত্ৰা অভিনয় কৰাৰ দৰে, যজ্ঞৰ শেহত কি কাৰণে বা পুৰাণ গাবলৈ দিছিল; সেয়ে হোৱাহেতেন সূতকুলীয়া সকলো, লোমহৰ্ষণ গোত্ৰী, আৰু লোমহৰ্ষণ উগ্ৰশ্ৰবা আৰু কোনোবা প্ৰবৰ হব পাৰিলে হেতেন। আজিকালি কাপোৰ সূতাৰ আটক হোৱাৰ দৰে সেই কালত যজ্ঞসূত্ৰৰ আটক পৰিছিল নে কি? অথবা ব্যাস দেবৰ ভুল? আমাৰ প্ৰত্নতত্ত্ববিৎ বাঁহী থকা হলে অবশ্য সোঁৱৰাই দিব পৰিলেহেতেন। এতিয়া প্ৰশ্ন হৈছে, বলৰাম সূতক মাৰি ব্ৰহ্ম বধৰ প্ৰায়শ্চিত্ত কিয় হৈছিল? উত্তৰ, সূত প্ৰতিলোমজ সেই শঙ্কৰ জাতি তাক কোনে নেজানে। বায়ুপুৰাণত কৈছে পৃথুৰাজাৰ যজ্ঞা বৃহস্পতিৰ হবিৰ দৈ মিল্ হোৱাত ইন্দ্ৰৰ

হৱিক ইন্দ্ৰৰ উদ্দেশে হৱন্ কৰিবৰ গুৰুশিষ্যৰ হৱি গোট খোৱাৰ বাবে প্ৰতিলোমজ সূত জাতিৰ জন্ম হয়। ধৰ্ম্ম "ঐন্দ্ৰেন হবিষা তত্ৰ হবিঃ পৃক্তং বৃহস্পতেঃ। জুহা বেন্দ্ৰায় দেবীয় তত্ত্ব সূতো ব্যজায়ত" "শিষ্য হব্যেন যৎগৰু মভি ভূতং গুৰোৰ্হবিঃ ইতি। মনুষ্য মতে—"ক্ষত্ৰিয় ঔৰষে ব্ৰাহ্মণীৰ গৰ্ব্ভত সন্তানেই সূত" যথা—ক্ষত্ৰিশাধি কন্যায়াং সূতো ভবতি জাতিত উন্নতি পক্ষেই সুতৰ গাত ব্ৰহ্মত্বৰ সম্বন্ধ বলৰামে ব্ৰহ্মবধৰ প্ৰায়শ্চিত্ত কৰে। গৰ্হিত কৰ্ম্ম কৰোতা বীৰ ৰাক্ষস, ৰাক্ষসীৰ গৰ্ব্ভত বামুণৰ বাৰ্য্যেৰে জন্ম হোৱাৰ বাবে, সেই ৰাবণক বধি শ্ৰীৰামচন্দ্ৰই কেলেই অনুতাপ কৰিছিল পঢ়ি চাওক "নযজ্ঞো ন তপোদানং মই প্ৰতিমাদিকম্। সত্ৰলৈ ব্ৰহ্মণোদৰ পাবন তাৰকম্" ইতি পদ্ম পুৰাণ্। মোৰ ব্ৰহ্মহত্যা নাশ কৰোতা যজ্ঞ দান বা দেবপূজা দেখা নাই। মই স্বভাবপন্ন বৃত্ৰাসুৰক মাৰি ইন্দ্ৰ কি কি অবস্থা হৈছিল, সেই কথা অবিদিত আছেনে? বেজবৰুৱা ডাঙ্গৰীয়া! আপুনি কৈছে মই হেনো আপোনাৰ উদ্ধৃত বচনবিলাক নেমানো। ক'তা, মোৰ দেখোন মনত নপৰে। আপুনি নেলাগে যেই সেই লোকে তুলি দিয়া ভৈলালজ্ঞ ঋষিৰ বচন নেমানি থাকিব নোৱাৰো; কিন্তু আপুনি কৰা ধেমেলীয়া অৰ্থবোৰ হলে কস্মিন কালতো নেমানোঁ। আমি সেইবিলাক আবৰ্জ্জনা অৰ্থ দূৰ কৰি, পৰিস্কাৰ অৰ্থ উলিয়াই ৰাইজৰ আগত ডাঙি ধৰাতোৰেই যদি নমনা হয়, তেন্তে আমি নাচাৰ। চাউল বটি দি পানীক গাখিৰ বোলোৱা, আপোনাৰ কথাত বিশ্বাস কৰিবলৈ আমি অজলা, অকৰা লৰা নহও। আমাৰ অন্য জ্ঞান নেথাকিলেও গাখিৰ পানীৰ জ্ঞান ফেৰা যথেষ্ট ৰূপে আছে। কলৌ হৰিনাম, এই বাক্যত কলৌ বুলি শাস্ত্ৰবোৰে হেচা দিয়াৰ মানে কি বুলি কৰা আপোনাৰ প্ৰশ্নৰ উত্তৰ ষষ্ঠ সংখ্যাৰ প্ৰদীপিকাত পাব। আমাৰে সৈতে, আপোনাৰ এক মত হবৰ কস্মিনকালতো কোনো আশা নাই বুলি যে লেখিছে, সিও সঁচা, এই জন্মত সেই আশা সপোনতো যেন নকৰে। "ভয়ে ঘটে কপাল মালায়াং ঘটা ভাবঃ" ৰ দৰে ধ্বংসাভাব পৰিছে। ইমানতে সামৰিলোঁ। শিব মিতি।

শ্ৰীযশস্পতি শৰ্ম্মা।

## অধ্যাপক শ্ৰীবাণীকান্ত কাকতীৰ পুৰণি অসমীয়া সাহিত্য

(প্ৰবন্ধ লিখোতাৰ মতৰ বাবে আমি জগৰীয়া নহও)

অধ্যাপক শ্ৰীযুত বাণীকান্ত কাকতীয়ে চেতনাত" প্ৰকাশ হোৱা "পুৰণী অসমীয়া সাহিত্য" প্ৰবন্ধত লিখিছে ঃ—

(১) ভট্টদেবৰ ভক্তিবিবেক জাতীৰ ভোগ ভিতৰুৱা বুলিব নোৱাৰি।

(২) ঘোষারত্ন নামঘোষার পাছৰ যদিও বুলি দেখুৱাৰ চেষ্টা।

কাকতীয়েসেই প্ৰবন্ধত পুৰণি অসমীয়া সাহিত্যৰ সমালোচনা কৰাৰ উদ্দেশ্য আছিল (আমি যতদুৰ বুজিব পাৰিছো) নামঘোষাক জাতিয় সাহিত্য মন্দিৰৰ উচ্চ আসনত ঠাই দিয়া আৰু শঙ্কৰ মাধব দেৱক অসমীয়া পুৰণি সাহিত্য সমাজত অতি উচ্চ আসনত বহুৱা। কাকতীদেৱে তাকে কৰি এৰাহেতেন আমাৰ কোনো আপত্তি নাছিল; যেহেতু আমি দামোদৰীয়াৰ মনত কোনোজন মহাপুৰুষলৈকে বিদ্বেষৰ ভাব নাই। কিন্তু অসমীয়া সাহিত্যৰ আলোচনা কৰোতে সংস্কৃত ভাষাত লিখা ভক্তি বিবেকৰ প্ৰতি কেৰাহি চকু কেলেই? কাকতীদেৱে জানে যে প্ৰভু দামোদৰ দেৱৰ ধৰ্ম্ম মতো ব্ৰাহ্মণ সমাজত অতি সহজে ঠাই পোৱা নাছিল। সেই সময়তো কামৰূপ সংস্কৃতজ্ঞ নানা মতৰ ব্ৰাহ্মণ পণ্ডিতেৰে পৰিপূৰ্ণ আছিল। আন কি অনেক দিনৰ তৰ্ক যুদ্ধৰ পিছত যেনেকৈ প্ৰভু শঙ্কৰ দেৱৰ ওচৰত ঘোৰ শাক্ত মাধব দেৱ পৰাজিত হৈহে শাক্ত ধৰ্ম্ম এৰি বৈষ্ণব হৈছিল সেইদৰে ভট্টদেৱেও প্ৰভু দামোদৰে সৈতে অনেক তৰ্ক যুদ্ধ কৰিহে শেহত প্ৰভু দামোদৰ দেৱৰ ধৰ্ম্ম মত গ্ৰহণ কৰিছিল। ভট্টদেৱো মাধৱ দেৱৰ দৰে শাক্তই আছিল। ইয়াৰ পিছত ব্ৰাহ্মণ পণ্ডিত বিলাককো নিজৰ মতলৈ আনিবৰ নিমিত্তেহে প্ৰভু দামোদৰ দেৱ আৰু ভট্টদেৱ উভয়ে বহু কষ্ট কৰি অনেক ধৰ্ম্ম শাস্ত্ৰ চৰ্চ্চা কৰিছিল। ভক্তিবিবেক সেই সময়ৰ সংস্কৃতজ্ঞ পাঠকৰ নিমিত্তেহে সংগ্ৰহ কৰা শাস্ত্ৰ। এই ভক্তি বিবেক পুৰণি অসমীয়া ভাষাত লিখা নহলেও প্ৰাচীন অসমীয়া পণ্ডিতে লিখা বৈষ্ণব গ্ৰন্থ হিচাবে কাকতী দেৱৰ ওচৰত আদৰহে পাব লাগিছিল। অশ্ৰদ্ধা পাব নেলাগিছিল।

ঘোষাৰত্নক শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ডাঙ্গৰীয়াই এখোপ ওপৰলৈ ডাঙ্গিব খোজোতেই বেজবৰুৱাৰ বাঁহীৰ কোনো জেঙেৰা মাতে জঁয় পেলাবলৈ চাইছিল। এতিয়া আকৌ অধ্যাপকে কাকতীৰ সেই চেষ্টা।

ঘোষাৰত্ন নামঘোষাৰ সমকক্ষ হওক নহওক তথাপি ইও এখন প্ৰাচীন অসমীয়া ধৰ্মশাস্ত্ৰ। দহ লক্ষ দামোদৰীয়াৰ আদৰৰ ধন, পবিত্ৰ বস্তু, দামোদৰী গ্ৰন্থ তিনি প্ৰসঙ্গৰ মূল গ্ৰন্থ। এনে গ্ৰন্থ এখনতো কাকতীদেৱৰ এজনে ঠেলা ঠেলি কৰিবলৈ ভাল পায় সেই প্ৰবন্ধতে কাকতীদেৱে "সাম্প্ৰতিক বিদ্বেষী", "নিন্দুক", "যাজক" ইত্যাদি বিশেষণ বেচেৰা গৰীব ব্ৰাহ্মণসকলক দিছে। দিবৰে কথা। কাকতী দেৱে মানুহ, অধ্যাপক মানুহ, ডাঙ্গৰ বিশেষণকে ডাঙ্গৰ বিশেষণকে দিব লাগে।

বুজিব পৰা যায় যে কাকতীৰ সাম্প্ৰদায়িক বিদ্বেষ ভাল নেপায়। এইটো আনন্দৰ কথা। সাম্প্ৰদায়িক বিদ্বেষ থকাৰ বামুণৰো বেয়া, শূদ্ৰৰো বেয়া। এমুঠি

অসমীয়াৰ ভিতৰত ভাষাৰ দলটি সাম্প্ৰদায়িক দলাদলি, ওপৰ অসম, নামনী অসম দলাদলি থকাটো বাস্তবিক বেজাৰৰ কথা। কিন্তু কাকতীদেৱে এই কথা শুনিও দেখোন সেইটোকে কৰিবলৈ যাজক বামুণৰ ওপৰতনো কাকতীৰ খণ্ড ইমান কেলেই। যাঁজক নোহোৱা হলে কাকতীদেৱৰ হেনো বিয়াখনেই নহল হেতেন। বাৎসৰিক ঋতুৰ শৰাধিটোও দখোন বৰ্জ্জিত হল হেতেন। আমি এইটোও জানো যে মহাপুৰুষ শঙ্কৰদেৱৰ কুল পুৰোহিত ৰামৰাম গুৰুৰ বংশধৰ সুযোগ? সংস্কৃতজ্ঞ পণ্ডিত বৰপেটা সত্ৰৰ অধিকাৰ পুৰুষেই দেখোন তেওঁৰ কুল গুৰু! কুল গুৰুৰ প্ৰতি দেখোন কাকতীদেবৰ বৰ শ্ৰদ্ধা আছে বুলিও জানো তেনেস্থলত তেওঁনো ব্ৰাহ্মণক এই দৰে বিশেষণ দিয়াৰ কাৰণটো কি? কাকতীদেৱ আপুনি বিদ্বান, ধনী, মানী, অলপ চাই চিন্তি চলা ভাল যেন দেখোঁ। ইতি

শ্ৰীঘণশ্যাম দেৱ শৰ্ম্মা।

# বিবিধ বাতৰি আৰু সমালোচনা

## শ্ৰীশ্ৰী ৺যাদব ৰায় মন্দিৰ।

৺দক্ষিণপাট সত্ৰলৈ যাম যাম বুলি ভালেমানদিনৰেপৰা ভাবি আছে, কিন্তু মনত ভাবিলে কি হব? সমসাৰ চক্ৰত বিভোৰ হৈ ঘুৰি ফুৰুতেই কাল কটালোঁ। এদিন দৈবাৎ উক্ত সত্ৰ নিবাসী চিৰ পৰিচিত এজন ভকতৰ মুখে শুনিবলৈ পালো যে বৰ্ত্তমান জনা সত্ৰাধিকাৰ ঈশ্বৰ পুৰুষে ৺যাদবৰায়ৰ দালান মন্দিৰটি পুৰাতন হৈ ঠায়ে ঠায়ে অলপ অলপ জীৰ্ণ হোৱা দেখি ভাটীৰপৰা চাৰি জন ৰাজমিস্ত্ৰি আহি পুনৰ সেই দালানৰ মধ্য ভাগ চাৰিফুট উচ্চ কৰি চাৰি পিনে চাৰিটি খিলান দিয়াই তদুপৰি চাৰি চুকত চাৰটি সৰু সৰু দৌল দি কলসী দিয়াত মন্দিৰটি অতিশয় শোভনীয় হৈ উঠিছে দৰ্শন কৰিবৰ ইচ্ছাই পৰ দিনায় সত্ৰলৈ আহি সত্ৰ পাই সেৱা কৰিবলৈ মন্দিৰ সোমাই নিজকে নিজে ধন্য ভাবি কৃতাৰ্থ হলো। কিয়নো তিনি খিলানৰ তলত তিনিটি ভোমোৰা পাখি আৰ্চ্চি খুৱাই তিনিটি ভোমোৰা পাখি আৰ্চ্চি খুৱাই দিয়াত গোটেই মন্দিৰ পোহৰ হোৱাত পাণ্ডুবংসোদ্ভব ৰাজাধিৰাজ মহাৰাজ যুধিষ্ঠিৰ পুজিত ত্ৰিভঙ্গ ভঙ্গীয়া ধাৰী বেণুবাদ্যকাৰী ৺যাদবৰায়ৰ শ্ৰীপাদপদ্ম একেবাৰে উজ্জল দেখি কিছুক্ষণ তন্ময় চিত্ত হৈ চাই চৰিঅৰ্থ হলো। আগেয়ে মন্দিৰটি চাপৰ আৰু ভোমোৰা নথকাৰ বাবে অন্ধকাৰ আছিল, যাত্ৰী সকলৰ দৰ্শনৰ সুখ নাছিল। সেই অসুখ গুচাবৰ কাৰণে শ্ৰীশ্ৰীযুক্ত অধিকাৰ প্ৰভুৱে ঢাকা ও কলিকতাৰ পৰা বহুটকা ব্যয় কৰি লোহাৰ ধাম

ও ইটা অনাৰ প্ৰভুৱে নিজে আগত থাকি মন্দিৰ মেৰামত কৰোৱাত আগতকৈ দুগুণে উজ্জ্বল হল। আৰু মন্দিৰৰ চতুস্পাৰ্শে পকা চোতাল কৰাই দি দৰ্শক যাত্ৰী সকলৰ যৎপৰোনাষ্টি আনন্দ বঢ়ালে। সেই বাবে আমি সকলো শিষ্যবৰ্গে প্ৰভুক শত শত দণ্ডৱত জনাই নিজ নিজ মঙ্গলাৰ্থে কৃতাৰ্থী হোৱা উচিত।

বিনীত

শ্ৰীসোনাৰাম শইকীয়া।

(২)

৭ম সংখ্যা বাঁহীত আমাৰ বন্ধু শ্ৰীযুত বেজবৰুৱা ডাঙ্গৰীয়াই এটা নহয়, দুটা নহয়, তিনটা নহয়, তিনি তিৰিকা নটা, তাৰ উপৰিও আৰু এটা সৰ্ব্বমোট দহোটা কালৰণ দেখুৱাই আমাৰে সৈতে "আৰু বাদানুবাদ নকৰোঁ" বুলি কৈয়ো ৮ম সংখ্যা বাঁহীত আকৌ আমাক যৎপৰোনাস্তি গালিগালাজ পেংলাই কৰিবলৈ, Personal attack কৰিবলৈ আমাক যত দূৰ পাৰে mıaropesent কৰিবলৈ, আন কি ধমক দিবলৈকো বাকী এৰা নাই। আমি কিন্তু যেতিয়াই সেই এটা কাৰণৰ—ঢেৰুৱা ঠাৰিৰ ধাৰেই "আৰু তেওঁৰে সৈতে যাদানুবাদ নকৰোঁ" বুলি ৭ম সংখ্যা প্ৰদীপিকাত কলো এতিয়া আৰু মুখ নুলুতিৱাও। কিন্তু তেওঁ আমাক "দেশ দ্ৰোহী" বুলি Young Assam ক আমাৰ ওপৰত Young আসামকহে এই কেইটা কথা সোৱৰাই দিও। প্ৰথমতে তেওঁ উজনীয়া আৰু কামৰূপীয়া ভাষা লৈ আঁহফলা নাইনে? আমাৰ প্ৰমাণ ৭ম সংখ্যা প্ৰদীপিকাত দিছো; তাৰ উপৰিও আমাৰ বান্ধবৰ ভূতপূৰ্ব্ব সম্পাদকক সুধিবলৈ কওঁ, আৰু বাঁহীৰ এই কেইটা সংখ্যাৰ উপৰিও আসাম বান্ধৱো পঢ়িবলৈ কওঁ। হয়—আজি ৯।১০ বছৰে বাঁহীত ধৰ্ম্ম বিষয় আলোচনা কৰি, দামোদৰী হৰি দেবী আৰু ব্ৰাহ্মণবৰ্গ, গোঁসাই মহন্ত সকলক বেজাৰ দিয়া নাইনে? প্ৰমাণ বাঁহীয়েই। তাৰ উপৰিও আমাৰ ব্ৰাহ্মণ গোঁসাই মহন্ত সকলোকে সুধি চাব পাৰে।

৪ৰ্থ—আমি প্ৰদীপিকাত আৰম্ভৰে পৰা ধৰ্ম্মৰ সামঞ্জস্যহে বিচাৰিছোঁ, পেংলাই কৰি অশ্ৰদ্ধাৰে কোনো সম্প্ৰদায়কে উল্লেখ কৰা নাই। প্ৰায় গোটেই বিলাক চৰিত্ৰতে চৈতন্যদেবৰ উল্লেখ অলপ আছে। আমি সেই উল্লেখটো তন্ন তন্ন কৰি চাব ধৰিছোঁ, আৰু এতিয়াও আমি আমাৰ শেষ মন্তব্য দিয়াই নাই। যদি চৈতন্যৰে সৈতে অসম দেশৰ, বৈষ্ণব ধৰ্ম্মৰ কিবা সম্বন্ধ আছে সেইটো ওলাব। নাই যদি নাই। সত্যৰ জয় যেনেহলেও হব। এনেকুৱা স্থলত আমি কেনেকৈ দেশ দ্ৰোহী হলো। দামোদৰক চৈতন্যদেবে আচাৰ্য্য পাতিছিল, এই কথা চৰিত্ৰত আছে; এই কথা কোৱা বাবেই যদি আমি "দেশ-দ্ৰোহী" হলো তেনেহলেনো যি সকল ব্ৰাহ্মণ সজ্জনে মহাপুৰুষীয়া

ধৰ্ম্মত পৰম ব্ৰহ্মাৰ মাতৃ ভাবটো নেপাই নদীয়া শান্তিপুৰৰ ভট্টাচাৰ্য্য গোঁসাই সকলত শাক্ত দীক্ষা লৈছে সেই সকল, আৰু যি দুই এজন অসমীয়া মানুহ ব্ৰাহ্ম আৰু খৃষ্টিয়ান হৈছে সেই সকলো দেশদ্ৰোহী নে? ৪ৰ্থ বছৰৰ বাঁহীত গুৰু চৰিতত শ্ৰীযুত বেজবৰুৱায়ে নিজে লিখিছিলঃ—"কিন্তু ব্ৰাহ্মণসকলক প্ৰথমতে শঙ্কৰদেৱে যে শৰণ লগোৱা নাই সেই কথা সত্য" (৪৺ বছৰৰ বাঁহীৰ ৯৩ পিঠি)। আমিও তাকেহে কব লাগিছোঁ আৰু আমাৰ বক্তৃতাত, প্ৰদীপিকাতো কৈছোঁ যে দেৱ দামোদৰ ব্ৰাহ্মণ, সেই কাৰণেই দেৱ দামোদৰে শঙ্কৰৰ শৰণ লোৱা নাছিল। ব্ৰাহ্মণে শৰণ, ভজন, দীক্ষা ব্ৰাহ্মণৰ পৰাহে লোৱা সনাতন বিধি। দ্বিজ জাতীর ক্ষত্ৰিয় বৈশ্য জ্ঞানী আৰু বয়সস্থ কলে সেই সকলৰপৰাও ব্ৰাহ্মণে উপদেশ লব পাৰে অৰ্থাৎ ধৰ্ম্মৰ ব্যাখ্যা, তত্ত্ব আদি সুধি লব পাৰে। আমাৰ কায়স্থ কলিতা উভয় জাতিয়েই আমাৰ মতেৰে ইলে দ্বিজ। এজাতি অম্বষ্ঠ, আন জাতি কুল লুপ্ত ক্ষত্ৰিয়। প্ৰভু শঙ্কৰ দেৱ কায়স্থৰ ঘৰৰ লৰা আছিল, ৰজাৰ লৰা আছিল, বয়সস্থ আছিল, সেই দেখি তেওঁৰপৰা জ্ঞান উপদেশ অনেক ব্ৰাহ্মণেও লৈছিল। ইয়াত প্ৰভু শঙ্কৰ দেৱৰ মানৰ লাঘব হয়নে? ব্ৰাহ্মণক শৰণ দিয়া দীক্ষা দিয়া গুৰু হলেহে শঙ্কৰ দেৱৰ মান বাঢ়েনে? হায়! দীক্ষা, শিক্ষা, শৰণ, ভজন এইবিলাকৰ প্ৰকৃত অৰ্থ নাজানি নুবুজি কুতৰ্কৰ জালেৰে অসমীয়া ৰাইজক নো কিমান দিন ভুৱাত পেলাই থব। আমাৰ বন্ধু ৰসিক প্ৰবৰ ঠাট্টা মস্কৰাত পটু। ঠাট্টা মস্কৰা কৰি তেখেতে নিজে নিৰ্ম্মল আনন্দ উপভোগ কৰিব পাৰে; কিন্তু যাক টৌৱাই ঠাট্টা কৰে সেইজনৰ প্ৰাণত আঘাত নালাগেনে?

Young Assam এ এই সমস্ত বিচাৰ কৰক। পঢ়ি শুনি চাই তিত্তি বিচাৰ কৰক। ইয়াৰ পিচত আমি আকৌ এবাৰ সত্ৰ সভাৰ বিষয় লৈ Young Assam ক approach লাগিলে কৰিম।

৩

৬ষ্ঠ সংখ্যা বাঁহীত শ্ৰীযুত বাণীকান্ত কাকতীদেৱে কৈছে যে কামৰূপীয়া গাৱঁলীয়া মানুহ এজনে সৎসম্প্ৰদায় নামৰ পুথিখন ছপাই ৰজাঘৰত দণ্ডিত হৈছে। আমি জানো এই পুথীখন আমাৰ পৰিচিত আগৰ চুপাৰভাইজৰ কাননগু আৰু এতিয়াৰ মৌজাদাৰ মাননীয় শ্ৰীযুত লঘনুৰআমে চপাইছে। তেওঁ বাস্তবিকে বিচাৰত দণ্ড পাইছিল নে মিতমাত কৰিছিল? যদি মিতমাত কৰিছিল তেন্তেনো দণ্ডিত কেনেকৈ হল। যদি তেওঁহে নিজগুণে মিতমাত কৰিছিল তেনেহলেঁনো কাকতীদেৱে তেওঁক ৰজাঘৰত অৰ্থ দণ্ডেৰে দণ্ডিত হোৱা বোলাটো সত্যৰ অৰ্থলাপ, আৰু দোষজনক হোৱা নাই নে?

আমি কাকতী দেৱক সোধোঁ বাঁহীৰ ভবানন্দ পাঠক কোন? আমাক কি বাবে শিখণ্ডি বোলে? শিখণ্ডিৰ কোনটো কাম কৰিছোঁ? প্ৰদীপিকা আগৰে পৰা গুৰিলৈকে সকলোৱে পঢ়ি চাওক। আমি সামঞ্জস্য হে বিচাৰিছোঁ, সামঞ্জস্যহে দিছোঁ। আগৰপৰা এতিয়ালৈকে আমি কেউপন্থলৈকে, কেউজন মহাপুৰুষলৈ শ্ৰদ্ধাৰ ভাবহে দেখুৱাইছোঁ। মহাপুৰুষীয়া পন্থৰ দৈত্যাৰি ঠাকুৰ আদিয়ে লিখা চৰিত্ৰহে সমালোচনা কৰিছোঁ। চৰিত্ৰত নথকা কোনো এটা কথাকেই কোৱা নাই। আমাৰ এতিয়াও ভালেমান চৰিত্ৰ পুথী সমালোচনা কৰিবলৈকে বাকী আছে। ভবানন্দে পাঠক নামটো যদি বেনামী হয় তেন্তে আমাক গালি পাৰিবৰ উদ্দেশ্যৰেই জনাশুনা এজনে এই নামটো লৈছেনে? যদি জনাশুনা এজনেহে এই নামটো লৈ আমাৰ অযথা গালি গালাজ কটু কাটব্য কৰিলে তেন্তে এইটো বাঁহীৰ আৰু সেই ভবামতে পাঠকৰ নীতি বিগৰ্হিত কাম হোৱা নাইনে? এইবিলাক শিষ্টাচাৰৰ বাহিৰ হোৱা নাইনে?

আমি জগন্নাথত বিমলা দেৱীৰ মন্দিৰৰ সেৱা পূজা বিষয়ে যি কৈছিলো ভবানন্দ পাঠকে দেখোন তাকেহে আজি বিশদ ভাবে সমৰ্থন কৰিছে। আমি কৈছিলো যে প্ৰভূ শঙ্কৰদেৱে অনন্ত কন্দলিক নিজৰ পাতৰ উচ্ছিষ্ট দিয়া নাছিল। ভবানন্দ পাঠকেও দেখোন ৰামায়ণৰ বিষয়ে সেইদৰে কৈ আমাৰ মতবোৰ বেছিকৈ পৰিপুষ্ট কৰিব লগীয়াত পৰিছে। এইটো ব্ৰাহ্মণ মাত্ৰেই জানে যে শঙ্খ সিংহ বৌদ্ধ দেবৰ মতো বেদৰ পৰা উদ্ভব। সেই দেখি ভাৰতবৰ্ষৰ পৰা বৌদ্ধ দেবৰ পিচত বৌদ্ধধৰ্ম্ম নাস্তিকতা পাষণ্ড আচাৰী বৌদ্ধ ধৰ্ম্মক শঙ্কৰচাৰ্য্য লোপ কৰিলে তথাপি অহিংসা পৰম ধৰ্ম্ম, ৰাম এক দশৰথকু বেটা, একক ঘট ঘট বৈঠা ইত্যাদি উদাৰ, মহানন্দৰ ভাববোৰ ৰৈ গল। অনাচাৰী পাষণ্ড বৌদ্ধ ধৰ্ম্ম উঠিল। আমি কৈছোঁ হেজাৰ বাৰ কম যে হিন্দুৰ বৰ্ণাশ্ৰমসকলেই, ব্ৰাহ্মণ মাৰিলেই হিন্দু ধৰ্ম্মত পৰিণত হব। বঙ্গদেশৰ এই ভজনত, অসমৰ ৰাতি সেৱা কাণ্ডৰ পিতাম্বিক বীৰাণ্ডাৰৰ ভৈৰবী চক্ৰাদিতো বৌদ্ধ বা পৰম জ্ঞানৰ ভাব আছে বা থাকিব পায়। প্ৰভূ দামোদৰ আৰু প্ৰভূ শঙ্কৰদেৱে গৃহী সংসাৰী হিন্দুৰ নিমিত্তে এইবিলাক গুপ্ত বৌদ্ধ ভাব সমৰ্থন কস্মিন কালেও কৰি যোৱা নাই। হিন্দু মানুহ যিমান দিনলৈকে সমাজত ভুক্ত থাকে, সংসাৰত আবদ্ধ থাকে, সিমান দিনলৈকে বেদ আৰু বৰ্ণাশ্ৰম মানিহে চলিব লাগিব। যেতিয়া অনুষ্ঠান কৰি কৰি পৰমব্ৰহ্মৰ নানা বিকাশ দেখি দেখি শেহত ব্ৰহ্মজ্ঞানত সম্পূৰ্ণ অধিকাৰী হৈ শাক্ত হিন্দু পৰমহংস হয়, অথবা বৈষ্ণৱ পন্থৰ হিন্দু পৰম বৈৰাগ্যযুক্ত হয়, তেতিয়াহে সেইজন হিন্দু মহাপুৰুষৰ শাৰীত উঠি জাতকুল বৰ্ণাশ্ৰমৰ ওপৰলৈ উঠি যায়। আন কি যদি আগৰ ব্ৰাহ্মণ কুলৰ হয় তেতিয়া অনুষ্ঠান কৰি, যজ্ঞ ককৰি যজ্ঞসুন্ধকো ত্যাগ কৰে। সেই দেখিহে "নগুণ সুধি, খোৱা বামুণ" বোলা সংসাৰী

বামুণলৈ 'মহা গালি। কিন্তু মহাপুৰুষ ব্ৰাহ্মণলৈ সেইশাৰ স্তুতিহে। হিন্দু মহাপুৰুষে নিজে জাত কুলৰ ওপৰ উঠিলেও বহু যজ্ঞসূত্ৰাদি ত্যাগ কৰিলেও গৃহী, সংসাৰী শিষ্যৰ কেতিয়াও জাত কুল বিচাৰে। বৰং বৰ্ণাশ্ৰম মানি অনুষ্ঠানৰ মাজেৰেহে ওপৰলৈ উধাবলৈ উপদেশ দিব। পোন প্ৰথমেই সংসাৰত থাকি বৰ্ণাশ্ৰম উৰালে, বেদৰ ক্ৰিয়া কাণ্ড মাৰিলে হিন্দুত্ব নেথাকে। এনেকুৱা বিলাক উপদেশ আমি মাজুলীৰ আৰু আন আন গুৰু সকলৰপৰাও পাইছোঁ। আন কি সৎ সঙ্গ কৰা, শিক্ষা কৰা শান্তিৰাম বাঢ়িয়া আতৈৰ নিচিনা জনৰ পৰাও পাইছিলো, পচিমীয়া পৰমহংস পৰম বৈৰাগী এইসকলৰপৰা পাইছো। শাস্ত্ৰৰপৰাও পাইছো। আমি কষ্মিন কালেও বিৰোধৰ কথা কোৱা নাই। এনেস্থলত আমাক বাৰবাৰ অযথা আক্ৰমণ কৰা, আমাক misrepresent কৰাৰ উদ্দেশ্য কি? হাতৰ খজুৱটি মৰা নহয়নে?

৪।

শ্ৰীযুত বাণীকান্ত কাকতী দেৱক আৰু এটা কথা সোঁৱৰাই দিওঁ। ৬ষ্ঠ সংখ্যা বাঁহীত তেওঁ কথা এক আষাৰ কৈছে যে শূদ্ৰয়ো এদিন আত্মসন্মান জাগি উঠিব। আমি তাকেহে ইচ্ছা কৰো। আত্মসন্মান জাদি যদি প্ৰত্যেক শূদ্ৰই (আমি দ্বিজ কলিতা আৰু কায়স্থৰ কথাকে নকওঁ) সৎ স্বভাবেৰে, আচাৰেৰে, অনুষ্ঠানেৰে ত্যাগী হৈ, উন্নত হৈ ব্ৰাহ্মণত্ব লভিব খোজে, তেন্তে তেওঁলোকে নিশ্চয় এখোপ আগুৱাব। হিন্দুধৰ্ম্ম অতি মহৎ, অতি উদাৰ, অতি পবিত্ৰ। সৎ স্বভাৱেৰে আৰু আচাৰেৰে একে দোপে পূৰ্ণ ব্ৰাহ্মণত্ব লভিব নোৱাৰিলেও অন্ততঃ এই জনমত দ্বিজত্বত উঠিব পাৰিব। আৰু হিন্দুধৰ্ম্মত যেতিয়াই জন্মান্তৰবাদ আছেই সিজন্মত ব্ৰাহ্মণ হব পাৰিব, নিৰাশ হবৰ কোনো কাৰণ নাই। যদি বামুণেৰে সৈতে ফেৰ পাতি বামুণকে একেবাৰে এৰি নিজে নিজৰ ভিতৰতে গুৰু ব্ৰাহ্মণ বা আচাৰ্য্য হৈ সকলো কাম কৰিব খোজে তেন্তে নিশ্চয় হিন্দু ধৰ্ম্মৰপৰা বাহিৰ হয়। দ্বিতীয় বৌদ্ধ হব লাগিব, নহয় আন কোনো ধৰ্ম্ম লব লাগিব, নহয় আত্মঘাতী হব লাগিব।

## " নীলকণ্ঠ কৃত শ্ৰীশ্ৰী " দেব দামোদৰ চৰিত্ৰ।

(৭ম সংখ্যাৰ ২৮৮পিঠিৰ পিচৰ পৰা)

লোকক আনন্দ কৰাই তথাতে আছন্ত।
দ্বিজৰূপে দামোদৰ মুৰুতি সুচান্দ।।
বৰভাগে আৰু এক দ্বিজ আছিলন্ত।

তাহান দুহিতা ৰত্নাকৰক দিলন্ত।।
দ্বিজ ৰত্নাকৰে পাই বিবাহ কৰিল।
পিতৃ মাতৃ ভ্ৰাতৃ সমে আনন্দে ৰহিল।।
এহিমতে কতো কাল আছন্ত তথাত।
পাছে বৰপেটা থানে আইলা যেন মত।।
শুনিলন্ত দ্বিজ সদানন্দে হেন মত।
আছন্ত শঙ্কৰ বৰপেটা যে গ্ৰামত।।
সদানন্দে কৈল পুত্ৰ সবক মাতিয়া।
যাইবে খোজো আমি বৰপেটাক লাগিয়া।।
ৰত্নেশ্বৰ সৰ্ব্বেশ্বৰ থাকা ঐত দুই।
মাধবৰ মণিকুটে ভাগৱতী হুই।।
দামোদৰ সঙ্গে লৈয়া বৰপেটা যাইবো।
যত বস্তু লাগে মানে সবে তৈত পাইবো।।
যত বস্তু দাস দাসী সকলে দাকোৰ।
দাস দাসী দুই গুটি সঙ্গত দিলে কৰ্ম্ম।।
পিতৃৰ আদেশ হেন দুয়ো শুনিলন্ত।
ছৈ দিয়া নৌকা এক সজাই আনিলন্ত।।
ভাজন বসন শয্যা আনো বস্তু যতন।
দাস দাসী চাৰি জন তুলিলা নাৱভ।।
মাধবক সেৱা কৰি মাধৱক স্মৰি।
ভাৰ্য্যা সমে দ্বিজ দামোদৰ সঙ্গে কৰিলন্ত।।
নৌকাত চৰিয়া বাইস্যা নৌকা বাই গৈলা।
সৰ্ব্বেশ্বৰ ৰত্নাকৰ অসন্তোষে ৰৈলা।।
ব্ৰহ্মাপুত্ৰে ভটিয়াই বল্লিয়া যে পাইলা।
ৰৌৰয়া সোমাই বুঢ়ী লোহিত্যক আই।।
বুঢ়ী লোহিত্যক ভটিয়াই আসিলন্ত।
গয়জানে সোমাই বৰপেটাক পাইলন্ত।।
বৰপেটা যাই তান্তি পাষা দেখিলন্ত।
তাহাঁক এৰাই মাজকুচিক পাইল।।
বৰপেটা বিলত নৌ কাক ৰাখিলন্ত।

চন্দ্ৰবৰি পুবে দ্বিজবৰ উঠিলন্ত।।
তাহাতে থাকিল দ্বিজ গৃহক সজাই।
যষ্ঠ বস্তু নৌকাৰ তুলিলা সেহি ঠাই।।
গড়খায় দিয়া আলি পদুলি বান্ধিলা।
চৰকলীয়া কোচে পাছে বেঢ়ি দিলা।।
শয়ন ভোজন গৃহ বসিবাৰ থান।
অতিথিনিবাস দেবমন্দিৰ নিৰ্ম্মাণ।।
কুল বাটঘৰ আনো সমস্তে বান্ধিলা।
পুত্ৰ ভাৰ্য্যা সমে দ্বিজে তথাতে ৰহিলা।।
সেহি গ্ৰামে যত দ্বিজ সজ্জন আছয়।
সদানন্দ গৃহে সবে আসিয়া থাকয়।।
তাম্বুল কদলি আদি বস্তু কপিলন্ত।
কৃষি কৰ্ম্মে দাস দুইকো নিয়োজি দিলন্ত।।
শ্ৰীমূৰ্ত্তি শালগ্ৰাম পুজে নিত্যাগত।
পৰম আনন্দে পঢ়ে গীতা ভাগৱত।।
এহি মতে তথা দ্বিজে আছে মনসুখে।
মনিলা শঙ্কৰে পাছে পুৰবাসী মুখে।।
মাসিয়া আছন্ত দ্বিজ সদাচাৰী সন্ত।
হেন শুনি ভক্ত পাখিও মাতি আনিলন্ত।।
আনন্দে শঙ্কৰক গৈয়া দেখিলন্ত।
দাশংসিয়া ৰঙ্গে মালা পুষ্পক দিলন্ত।।
শঙ্কৰে পুষ্পমালা শিৰত পিন্ধিলা।
ত্ৰিগণে যসায়া তাঙ্ক ৰঙ্গে সাদৰিলা।
চেতনা আছিলা পূৰ্ব্বে কি নাম তোমাৰ।
শ্ৰেষ্ঠয়োক দ্বিজধৰ আঘত আমাৰ।।
ব্ৰাহ্মণ বদতি মহাপুৰুষ শুনিও।
কনৌজ পুৰত পূৰ্ব্বে আছিলো আমিও।।
গৌড়েশ্বৰত কামেশ্বৰে মাগিলন্ত।
কায়স্থ ব্ৰাহ্মণ চৈধ্য ঘৰক দিলন্ত।।
ব্ৰহ্মানন্দ প্ৰভৃতি ব্ৰাহ্মণ সাত ঘৰ।
কায়স্থ সপ্তম লগুাবৰ শ্ৰেষ্ঠতৰ।।

লণ্ডাবৰ বংশজাত শঙ্কৰ সাক্ষাত।
ব্ৰহ্মানন্দ বংশ আমি কহিলো তোমাত।।
আমাৰ গৌতম গোত্ৰ ত্ৰিভুবনে সাৰ।
দ্বিজ সদানন্দ নাম জানিবা আমাৰ।।
ৰত্নপৃষ্ঠে ব্ৰহ্মানন্দ দ্বিজ খিতি ভৈলা।
বৰদোৱা গ্ৰামে লণ্ডাবৰ গৈয়া ৰৈলা।।
সেহি বংশ তযু পিতৃ কুসুম ভৈলন্ত।
তেঁহো নিয়া আমাক তথাত থাপিলন্ত।।
পৰম সুহৃদ তেঁহো আমাৰ আছিলা।
তোমাৰ প্ৰসাদে তেহো মুকুতি লভিলা।।
ৰাজভগনত পৰি ৰজ্য গৈলা ভাগি।
আপুনিও আসি ভৈলা ইঠাৱক ভাগি।।
আমিও তথাৰপৰা হাজোক আসিলো।
সৰ্ব্বেশ্বৰ ৰত্নাকৰ তথাতে থাপিলো।।
মণিকুটে ভাগৱত পঢ়ি দুয়ো ৰৈলা।
দামোদৰ মাত্ৰ মোৰ লগতে আসিলা।।
তোমাক দেখিবে অভিলাষে আসি ভৈলো।
চন্দ্ৰবতী পুৰে আমি খিতি হৈয়া ৰৈলো।।
আমিও সাধিলো গতি তোমাষাৰ পাশে।
দামোদৰ আসিয়া মিলিলা তযু কাষে।।
লোকসব নিস্তাৰিব ভকতি প্ৰকাশি।
অবতাৰ হুইয়া আছে এহি হেতু আসি।।
লোকক কৃপায়ে হৰি তিনি মূৰ্ত্তি ধৰি।
মনুষ্য স্বৰূপে হৰি আছে ছদ্ম কৰি।।
এহি বুলি বিজবৰ মৌন ৰহিলন্ত।
কৃপায়ে দ্বিজক বাক্য শঙ্কৰে বোলন্ত।।
ধন্য দ্বিজবৰ সন্ত বৈষ্ণৱৰ সাৰ।
পূৰ্ব্বহতে পৰম সুহৃদ আমাসাৰ।।
তোমাক দেখিলো কিনো আনন্দ আমাৰ।
তুমি বিনে প্ৰিয়তম নাহিকে আমাৰ।।
দ্বিজ ৰামৰামক মাধবে আদৰিলা।

সকল সমাজে বেঢ়ি তাঙ্ক আশংসিলা।।
শঙ্কৰেও গন্ধে পুষ্পে তাহাক তুষিলা।
প্ৰশংসা কৰিয়া দ্বিজে গৃহক চলিলা।।
শঙ্কৰৰ পাশে দ্বিজ গৈলা অন্য দিন।
দামোদৰ লগে গৈলা নাহি ভিন ভিন।।
পুত্ৰে সমে দ্বিজে গৈয়া বাসঙ্গ দিলন্ত।
এন্তে কোন বুলিয়া শঙ্কৰে পুছিলন্ত।।
তনয় আমাৰ এন্তে দামোদৰ নাম।
শঙ্কৰে বোলন্ত কিনো পূৰ্ণ ভৈল কাম।।
সাদৰে তাহাঙ্ক আমি আসন দিলন্ত।
পৰম কৌতুকে দুয়ো তাতে বসিলন্ত।।
দামোদৰ শঙ্কৰৰ আত্মাভাব ভৈলা।
দুইহান হৃদয় দুইতো লাগি ৰৈলা।।
পৰম প্ৰেমত দুইৰো হৃদয় দ্ৰবিল।
দুইকো চাই দুইৰো নেত্ৰে লোতক ঝৰিল।।
হেনভাব দুইৰো দেখি লোকৰ বিস্ময়।
একেবান্ত দুইৰো আৰু যেন একেকায়।।
কতোক্ষণ থাকি পাছে শঙ্কৰে মাতিলা।
ব্ৰাহ্মণৰ পুত্ৰ এন্তে কুশলে আসিলা।।
ভাগৱত পঢ়া ঐত শুনো সবে আমি।
সমস্তকে জানা তুমি যেন অন্তৰ্য্যামী।।
দামোদৰ বদতি সকলে জানা তুমি।
ভাক্ত বৃক্ষ গজিবাক তুমি নিজ ভূমি।।
অবশ্যে সাধিবা গতি সমস্তে লোকৰ।
কিছু কৃষি কৰ্ম্মে মতি আছয় আমাৰ।।
মাধবে বোলন্ত কৰ্ম্ম উত্তম কিৰিষি।
এহি বুলি গীত এক কৰিলা হৰিষি।।
পৰমাৰ্থ কথা তিনিজনে বুঝিলন্ত।
আন সবে ধন্য কৃষি বুলি মানিলন্ত।।
দামোদৰি বোলে পিতৃ পঢ়া ভাগৱত।
আমিও পঢ়িবো কিছু তোমাৰ লগত।।

দামোদৰ বাক্য সদানন্দে মানিলন্ত।
শঙ্কৰৰ আগে ভাগৱত পঢ়িলন্ত।।
পৰম সুস্বৰ ধ্বনি বাক্য সুবন্ধনি।
ভাগৱত পাঠক কৰন্ত দিনোদিনি।।
কোনো দিনা আসি দামোদৰেও পঢ়।
শঙ্কৰ মাধৱ আদি সবেও শুনন্ত।।
অমৃত বৰিষে যেন সুচন্দ সুস্বৰে।
পৰম একান্ত মনে শুনে নিৰন্তৰে।।
লোকক শুনায়া যিটো বাক্য বুলিলই।
তাহাক দেখায়া কতো কৃষি কৰ্ম্মে যাব।।
আৰ্জ্জিতৰ ধান্য ভণ্ডাৰক ভৰি পান্ত।
অতিথিক দিয়া গৃহজনে বসি খান্ত।।
দামোদৰদেৱৰ কনিষ্ঠা সত্যবতী।
তাঙ্কো বিহা দিবে সদানন্দে কৈলা মতি।।
বৰ জি ডোসিৱা ঠাই ঠাই বিচাৰল।
পাছে বৰনগৰক দূতক পঠাইলা।।
বৰনগৰৰ নয়া নগৰ গ্ৰামত।
জয়দেব আচাৰ্য্য আছয় সি থানত।।
তাহান তনয় চক্ৰবৰ্ত্তী বাসুদেৱ।
ৰূপে গুণে বিদ্যাত সমান নোহে।।
তান গহে ৰামনাথ দ্বিজ উপসন্ন।
দেখিয়া আচাৰ্য্যে তাঙ্ক দিয়াইলা আসন।।
ব্যবহাৰে সাদৰিয়া পুছিলন্ত কথা।
কোন কাৰ্য্যে দ্বিজ তুমি আসিয়াছাহা।।
ব্ৰাহ্মণ বদতি সবে কথা কৈবো।
এন্তে কোন জন তযু কাছে বসি।।
আচাৰ্য্যে বোলন্ত এন্তে আমাৰ তনয়।
বাসুদেব চক্ৰবৰ্ত্তী নাম শুভানয়।।
শুনিয়া দ্বিজৰ বৰ আনন্দ মিলিলা।
বংশাবলী সমে কথা কহিবাক লৈলা।।
কামেশ্বৰে আনিলন্ত বিপ্ৰ সাত ঘৰ।

ব্ৰহ্মানন্দ ভট্টাচাৰ্য্য আতি শ্ৰেষ্ঠতৰ।।
তাহান, তনয় দেবানন্দ নাম ভৈলা।
তান পুত্ৰ সদানন্দ নলচাত ৰৈলা।।
সৰ্ব্বেশ্বৰ, ৰত্নাকৰ দামোদৰ নাম।
সদানন্দ পুত্ৰ এহি তিনি অনুপাম।।
নলচাৰ পৰা হাজো নগৰে আসিলা।
সৰ্ব্বেশ্বৰ ৰত্নাকৰ তথাতে ৰহিলা।।
ভাৰ্য্যাসঙ্গে সদানন্দ দামোদৰ সঙ্গে।
বৰপেটা চন্দ্ৰাপুৰে আছে মহাৰঙ্গে।।
তহান দুহিতা আছে নামে সত্যবতী।
বৰ জিজ্ঞাসবে প্ৰতি আসিছো সম্প্ৰতি।।
তোমাৰ তনয় এন্তে বৰ সুশোভন।
তোমাঠেৰ কথা যেন সিজে প্ৰয়োজন।।
হেন শুনি জয়দেব ৰঙ্গ মন ভৈলা।
আপোনাৰ বংশাবলী কহিবাক লৈলা।।
কামেশ্বৰে আনা আমি কনৌজ দেশৰ।
সপ্তম ঘৰৰ দ্বিজ আমি দেববৰ।।
আছিলন্ত ভুঞা বৰভাগ যে ৰাজ্যতৰ।
তান পত্নী দময়ন্তী আতি শ্ৰেষ্ঠতৰ।।
জয়দেবাচাৰ্য্য আমি তান গৰ্ভে জাত।
মোৰ পুত্ৰ বাসুদেব চক্ৰবৰ্ত্তী খ্যাত।।
ভুঞা পৰলোক গৈলা বৰভাগ ছাৰি।
সেৱা নগৰত আমি কৰি আছো বাৰী।।
আমাঠেৰ কথা যত তহিলো তোমাত।
পুত্ৰৰ বিবাহ হুইবে তোমাৰ কৃপাত।।
শুনি ৰমানন্দ দ্বিজ মহাৰঙ্গ ভলা।
বৰপেটা মানে সদানন্দ পাশে গৈলা।।
যত কথা তাহান আগত কহিলন্ত।
শুনি সদানন্দে বাসুদেবক নিলন্ত।।
আপোন দুহিতা সত্যবতীক দিলন্ত।
বাসুদেব চক্ৰবৰ্ত্তী বিহা কৰিলন্ত।।

কন্যা সমে অনেক যৌতুক আনি দিলা।
ভাৰ্য্যাসমে চক্ৰবৰ্ত্তী গৃহক চলিলা।।
যথা ব্যবহাৰে কৰি শয়ন ভোজন।
আপোন গৃহত দুয়ো ৰৈলা ৰঙ্গবন।।
শুনা সাধুজন মনে তেজি অসন্তোষ।
পদ কৰণত মোৰ নধৰিবা দোষ।।
পৰম অজ্ঞানী আমি ৰচিলোঁ পয়াৰ।
বঢ়া-টুটা দোষ যত ক্ষমিবা আমাৰ।।
শুক্ৰৰ চৰিত্ৰ খানি শুনা সবে নৰ।
নীলকণ্ঠ বদতি ঘুষিয়ো দামোদৰ।।

সদানন্দৰ বৈকুণ্ঠ প্ৰয়াণ।

## ছবি

আত অনন্তৰে কথা শুনা যেন ভৈল তথা
সদানন্দে আনন্দ মনত।
শঙ্কৰৰ পাশ গই ভাগৱত পঢ়ে যায়
আনন্দে সৱেয়ো থাকে তাত।।
সঙ্গে আছে দামোদৰ এহিমতে দ্বিজবৰ
কতোজন সঙ্গে আনন্দত।
পৰমায়ু ক্ষয় বৈলা মৃত্যু আসি চাপি ৰৈলা
দ্বিজবৰে জানিলা মনত।।
হাজো হন্তে ৰত্নাকৰ আসিলা পিতৃৰ ঘৰ
বাসুদেৱো নয়া নগৰৰ।
মৎস্যমাংস সমন্বিতে অন্ন সিদ্ধ ভৈলা তাতে
ভুঞ্জিলা সবেও তান ঘৰ।।
আচমন কৰি যাই সবে গুৱা পান খাই
পাছে শয়নক সবে গৈলা।
প্ৰভাত সময় ভৈলা উঠি শৌচাচাৰে গৈলা
স্নান কৰি গায়ত্ৰী জপিলা।।
অৰ্চ্চা কৰ্ম্ম সাঙ্গ কৰি দ্বিজে মাধবক স্মৰি
শঙ্কৰৰ পাশে চলি গৈলা।

ৰত্নাকৰ দামোদৰ বাসুদেব দ্বিজবৰ
আৰা কোন শঙ্কৰে পুছিলা।।
পুত্ৰ এন্তে ৰত্নাকৰ জানাই বৰ নগৰৰ
বুলি কথা ব্ৰাহ্মণে কহিলা।
পুত্ৰ জোঁৱাই সমে ৰসি সদানন্দ মহাযশী
গীতা পাঠ সমাপ্ত কৰিলা।।
সভাচানি হৰিধ্বনী কৰি জয়ৰাম বাণী
নির্ম্মালা প্ৰসাদ বাটিলন্ত।
সবে সভা বিসৰ্জ্জিলা ব্ৰাহ্মণ গৃহক গৈলা
নির্ম্মাল্য প্ৰসাদ ভুঞ্জিলন্ত।।
ব্ৰাহ্মণী বান্ধিলা অন্ন ভুঞ্জিলন্ত যতজন
ব্ৰাহ্মণে নথাই থাকিলন্ত।
সেহি বেলা দ্বিজৰাজে দেখন্ত গগন মাঝে
দিব্য এক বিমান আসন্ত।।
চতুৰ্ভুজ চাৰিজন শ্যামল যে সুশোভন
বিমানত বসি প্ৰকাশয়।
নিকট চাপিয়া পাছে আসিলা ব্ৰাহ্মণ কাছে
বোলন্ত আসিয়ো দ্বিজবৰ।।
হেনয় আদেশ পাই অনাইলন্ত সেহিঠাই
পত্নীপুত্ৰ আনো যত নৰ।
সবেও আসিলা কাছে কহিলন্ত দ্বিজে পাছে
শুনা পুত্ৰ জ্ঞাতি যত লোক।।
মৃত্যুৰ মঙ্গল কৰা আন কৰ্ম্ম পৰিহৰী
বিমান আসিছে নিবে মোক।
পুত্ৰ জ্ঞাতি শুনিলন্ত মাঙ্গল্যক কৰিলন্ত
শালগ্ৰাম দ্বাদশ আনিলা।।
তুলসীক ৰুপিলন্ত গীতা আমি থাপিলন্ত
কুশাসনে দ্বিজেও বসিলা।
উত্তৰক মুখ হুয়া ৰামকৃষ্ণ নাম লৈয়া
কৃষ্ণ ৰূপ চিন্তিবা লৈল।।

(১) এৰি দ্বিজে নৰকায় কৃষ্ণৰ ৰূপক পাই
বিমানে বৈকুণ্ঠ চলি গৈলা।
স্বৰ্গত দুন্দুভি বাই ৰঙ্গ কৰে চাই চাই
ধন্যধন্য তেহো দ্বিজবৰ।।
প্ৰশংসন্ত দেবগণে যাৰ ঘৰে নাৰায়ণ
ভৈলা আসি নৰ অৱতাৰ।
এহিবুলি স্বৰ্গ ধামে পুস্প বৃষ্টি ঘনে ঘনে
কৰিলন্ত যত দেৱগণ।।
চাৰি দুতে লৈয়া যায় সপ্ত স্বৰ্গক চেৰাই
পাইলা গৈয়া বৈকুণ্ঠ ভুবন।
মোক্ষ কুণ্ডে স্নানিলন্ত দিব্য ৰূপ ধৰিলন্ত
মাধৱক দেখিলা সাক্ষাত।।
ভয় তাপ নিস্তাৰিলা প্ৰেম আনন্দক পাইলা
পৰম সন্তোষে ৰৈলা তাত।
ভকতিৰ সাধনত দামোদৰ প্ৰসাদত
জন্ম মৃত্যু সমস্তে তৰিলা।।

---

(১) এইখিনি কথাৰ আজিকালি এটা বৈজ্ঞানিক বাখ্যাও শুনা যায়। পইতাচোৰাক যেতিয়া কুমাৰনীয়ে দৰি নি কামুৰি কামুৰি তাৰ বাঁহত নি খায় তেতিয়াই সেই পইতাচোৰটোৱেই হেনো কেবল কুমাৰনীৰ ৰূপ চিন্তি চিন্তি মুৰ্চ্চিত হয়, আৰু পিচত কল্লান্তি হৈ সেই চিন্তাৰ বলতে কুমাৰনীৰ ৰূপ প্ৰাপ্ত হৈ ওলায়। ঠায়ে ঠায়ে হিন্দু আৰু মুচলমান বৃদ্ধ যোগীয়েও হেনো এটা তৰুণ ৰূপৰ চিন্তা লৈ সমাধিত দহ মাহ মান থাকি যুৱা অবস্থা প্ৰাপ্ত হৈ ওলায়। কথাটো কিমান সঠিক তাক আমি কব নোৱাৰো। কিন্তু শাস্ত্ৰমতে এইটো হেনো সঠিক যে মৰিবৰ সময়ত যি জনে যি ৰূপ আৰু ভাব লৈ দেহ ত্যাগ কৰে সেই জনে সেই ভাব বা ৰূপ প্ৰাপ্ত হয়। গীতাতো কৈছে "যিদৃশীৰ্তাবনা যস্য সিদ্ধিউবতি তাদৃশী। আজন্মকাল যি যেনেকুৱা কৰ্ম্ম কৰে তাৰ মনৰ ভাবো সেইদৰে গঠিত হয়। আৰু যাৰ মনত যি ভাব সততে প্ৰবল, মৰণ কালতো হেনো প্ৰায় সেই ভাবহে আহে।

ইয়াৰ প্ৰমাণ এটা আমি Boer War বুয়ৰ যুদ্ধৰ সময়ত শুনিছিলো। ইংৰাজ বিকুলদাৰ এজনৰ গাত বুয়ৰৰ গুলি লাগি ঢলি পৰিল। ডাক্তৰে গৈ তৎক্ষণাৎ বিকুলদাৰ জনৰ শুশ্ৰুষাত লাগিল। প্ৰাণ এৰিবৰ সময়তো সেই বিকুলদাৰ জনে হেনো চিপাহীবিলাকক কৰ্ত্তব্য কৰিবলৈ উদগাই বিকুলত ফু দিহে মৰিল। Boer যুদ্ধৰ চিত্ৰ এটাত the Dying Buglers last Call to Duty বুলি লিখা আখৰেৰে সৈতে এই বিকুলদাৰ জনৰ সুন্দৰ ছবি এটা আছে।

অবশ্যে কাৰো কাৰো পূৰ্ব্বজন্মাৰ্জ্জিতৰ কৰ্ম্ম ফলেহে জীয়াই থাকোতে অপকৰ্ম্মাদি কৰা সত্বেও মৰণ কালত ঈশ্বৰলৈ ভাব আহে। সেই কাৰণেহে কি হিন্দু ধৰ্ম্ম কি আন ধৰ্ম্ম সকলো বিলাকেই চিঞৰি চিঞৰি কয় 'হে মানব। জীয়াই থকা কালত সৎকৰ্ম্ম কৰা। ঈশ্বৰক ভজা। ঈশ্বৰৰ নাম লোৱা। তেহে তৰিবা।

শুনা কথা ঐৰ দেহ পৰিলেক যেবে
সকুটুম্বে বিলাপ কৰিলা।
সুশীলা ব্ৰাহ্মণী গই স্বামীক সাবটি লই
কান্দিলন্ত আকুল বিকুল।।
হিয়া হানি মুষ্টি যায় স্বামীৰ ধৰিয়া পায়
কান্দি শোকে ভূমিত পৰিলা।
ৰত্নাকৰ দামোদৰ আনো সব নিৰন্তৰ
শোকে অতিশয় কান্দিলন্ত।।
পাছে সন্ধুক্ষণ হৈয়া সমস্ত জ্ঞাতিয়ে গৈয়া
শৰক চৌদোলে ভুলি লৈলো।
লোহিতৰ সন্নিতত চিতাখান সাজিলন্ত
বিধিমতে দাহক কৰিলে।।
পিণ্ড দিলা দামোদৰে বাসুদেব ৰত্নাকৰে
জলাঞ্জলি পিণ্ডক কৰিলা।
শ্মশানক চাৰি সবে বেলি অস্ত গৈলা যেবে
সবেয়ো গৃহক চলি গৈলা।।
তিলনী চতুৰ্থা কৰি বিধি ব্যবহাৰ ধৰি
একাদশ দিনে শুদ্ধি ভৈলা।
অষ্টাদশ দিয়া দান স্বৰ্ণ আদি ভূমি দান
কৰি কৰ্ম্ম সভ্য বিসৰ্জ্জিলা।।
সপিণ্ডাদি কৰিলন্ত ব্ৰাহ্মণক তুষিলন্ত
ভোজ্য দিয়া মৎস্য পৰশিলা।
কৰ্ম্ম সাঙ্গপাঙ্গ কৰি নিৰামিষ ব্ৰত ধৰি
দামোদৰ সম্বৎসৰ ৰৈলা।।
থাকিলন্ত ৰত্নাকৰ ভাৰ্য্যা সমে সৰ্ব্বেশ্বৰ
কৰ্ম্মসাঙ্গে হাজো থানে গৈলা।
সুশীলা বিধবা ভৈলা কষ্ট ব্ৰত ধৰি ৰৈলা
মৎস্য মাংস তৈল চাৰি ৰৈলা।।
এক সন্ধ্যা ভুঞ্জি অন্ন গান্ত কৃষ্ণ নাম গুণ
সততে স্বামীক ধ্যানে ৰৈলা।
বাসুদেব আদি আন কুটুম্ব যতেক জন
সবে নিজ থানক চধিলা।।

দামোদৰ চৰণত কাৰ শত দণ্ডবত
নীলকণ্ঠ দাসে বিৰচিলা।

## সদানন্দৰ শ্ৰাদ্ধাদি ক্ৰিয়া

## পদ

জহা চাউলৰ তিনি ভাৰ কৰাইলন্ত।
ভোগ কদলীৰ চাৰি ভাৰ সাজিলন্ত।।
মাস মুগ এক ভাৰ তুনত কৰিলা।
তাম্বুল পানৰ দুইভাৰ বান্ধি লৈলা।।
ৰত্নাকৰ দামোদৰ সঙ্গে চলি গৈলা।
শঙ্কৰক যাই দুয়ো দৰশন ভৈলা।।
শঙ্কৰে বোলন্ত এত বস্তু কি কাৰণ।
দামোদৰে বোলে ঐত কৰাইবো কীৰ্ত্তন।।
পিতৃৰ আদেশে নাম কৰিয়ো প্ৰসঙ্গ।
হেন শুনি শঙ্কৰৰ ভৈলা মহাৰঙ্গ।।
তেতিক্ষণে ভকতক আদেশ কৰিলা।
মাস মুগ ভিজাইবাক আদেশ কৰিলা।।
আদেশিলা ভকত আসিল যৈৰ যিবা।
দামোদৰ কালি তুমি আপুনি আসিবা।।
সিদিনাৰ প্ৰসঙ্গ কৰিয়া সমৰ্পণ।
সবে ভক্ত চলি গৈলা আপন ভুবন।।
আন দিনা দামোদৰ স্নানিলা সত্বৰ।
নিত্য কৰ্ম্ম কৰি গৈলা থানে শঙ্কৰৰ।।
আনো যত ভক্তগণ সবে আসিলন্ত।
কীৰ্ত্তন কৰিবে মনে সবে আসিলন্ত।।
গাজি চাউল ধুই পাচে ঠগি পাতিলন্ত।
কল তাম্বুলক কাটি তাহাতে দিলন্ত।।
চন্দন তুলসী তাতে থৈলা যত্ন কৰি।
বসিলা শঙ্কৰে যেবে নাম লগাৱন্ত।।
মাধবক আদি আন ভকতে গাবন্ত।

দামোদৰ ৰত্নাকৰ নাম গাইবে লৈলা।।
নামৰ উৎসব ধ্বনী দশোদিশে গৈলা।
নিৰন্তৰে সভাখান ডগমগ ভৈলা।।
প্ৰেমৰস বাঢ়ি ভাব কৰিবাক লৈলা।
গোপালৰ লীলা কথা গোষ্ঠ ব্যৱহাৰ।।
তাক স্মৰি সেহি ভাব কৰিলা অপাৰ।
সাক্ষাত তেসম্বে সেহি স্বৰূপ দেখয়।।
প্ৰেমে হাসে নাচে কান্দে কতো বাগৰয়।
এহিমতে কীৰ্ত্তন উৎসব ৰঙ্গে কৰি।।
ঘনে ঘনে সভাচালি ঘোষে হৰি হৰি।
কীৰ্ত্তনৰ অন্তে ভাগৱত কহিলন্ত।।
যতেক নৈবিদ্য মানে বিবৰ্ত্তি দিলন্ত।
সভা বিৰ্জ্জয়া সবে হৰিধ্বনি কৰি।। ক্ৰমশঃ।

শ্ৰীশ্ৰীৰাম।

# নিবেদন

দেশীয় পঞ্জিকা দেশীয় সভ্যতাৰ এটী প্ৰধান নিদৰ্শন। সকলো সভ্য দেশতে পঞ্জিকা আছে, কিন্তু অসমীয়াৰ নাই। ই অসমীয়াৰ জাতীয় গৌৰবত এটা ডাঙৰ কলঙ্ক, অসমীয়াৰ এই কলঙ্ক কিন্তু আগেয়ে নাছিল। বহুকালৰ যত্নত বেলতলাৰ স্বৰ্গীয় চন্দ্ৰনাৰায়ণ ৰজা মহোদয়ৰ অৰ্থ সাহায্যত অসমীয়া পঞ্জিকা অসমীয়া সমাজৰ আগত ধৰা হৈছিল। আৰু অসমীয়া পঞ্জিকাৰ গৌৰব সমুন্নত বঙ্গদেশতো বিঘোষিত হৈছিল। আজিও বঙ্গালী পঞ্জিকাত শঙ্কৰাব্দ, অসমীয়া বৈষ্ণববৃন্দৰ আবিৰ্ভাব তিৰোভাবৰ তিথি আদি যে পোৱা যায় ই এই অসমীয়া পঞ্জিকাৰ গুণতে। সুবিখ্যাত বঙ্গীয় ডাইৰেক্টৰী পঞ্জীকাৰ ৰজা মন্ত্ৰী সম্বন্ধায় মত এই অসমীয়া পঞ্জিকাৰে মত। বিশেষ, দেশীয় পঞ্জিকাৰ অভাৱত অসমীয়াৰ বহু দেব পিতৃ কাৰ্য্য যে পণ্ড হৈছে অৰ্থাৎ দশমীৰ কাৰ্য্য একাদশীত হৈছে ইত্যাদি চিন্তাশীল ব্যক্তি মাত্ৰৰ বোধ গম্য বঙালী পঞ্জিকাৰ কোন কোন গণনাও কথাই কাৰ্য্যে এক হোৱা দেখা নাযায়। গত ১০ কাতিৰ সৰ্ব্বগ্ৰাস চন্দ্ৰ গ্ৰহণ বঙালী পঞ্জিকা। মতে কলিকতাত ঘঃ ৬।১৯ মিনিটত আৰু গুৱাহাটীত ৬।৫২ মিনিটত হবৰ কথা আছিল। কিন্তু গুৱাহাটীত আচলতে গ্ৰহণ

লাগিল ৭।৩০ মিনিটত হে। অসমীয়াৰ বৰ গৌৰবৰ কথাযে আমাৰ নিত্য সহচৰ অসমীয়া বাৰ্ষিক টোকা স্ফুট পঞ্জিকাত নিৰ্দ্দিষ্ট গ্ৰহণৰ কাল প্ৰকৃত গ্ৰহণৰ লগত হুবহু মিলি গৈছে। প্ৰথম বাৰৰ পাচত উপৰোক্ত ৰজা বাহাদুৰে দুনাই সাহায্য কৰিব নোৱাৰাত মই উজনী নামনীৰ অনেক অসমীয়া গণ্যমান্য ভদ্ৰলোকৰ ওচৰলৈ পঞ্জিকা প্ৰচাৰ কাৰ্য্যত সাহায্য বিচাৰি গৈ গৈ নিৰাশ হৈ ইমান দিনে ক্ষুন্ন মনে বহি আছিলোঁ। পিচত এতিয়া অসমীয়াৰ এই জাতীয় উত্থানৰ সময়ত ২।৪ জন উৎসাহী মহোদয়ৰ কথাত উৎসাহিত হৈ এই বৃদ্ধ বয়সতো অসমীয়া পঞ্জিকা প্ৰচাৰ ব্ৰতত আকৌ ব্ৰতীহবৰ মানস কৰিছো। কিন্তু মই দুখীয়া। এতেকে অসমীয়া ভদ্ৰবৃন্দ আৰু সৰল সেৱক ছাত্ৰাবৃন্দৰ ওচৰত মোৰ জীৱনৰ শেষ নিবেদন এই যে তেওঁলোকে যদি এইকাৰ্য্য অসমীয়া জাতিৰ পক্ষে আবশ্যকীয় বুলি বিবেচনা কৰে তেন্তে মোক নিমিত্ত মাত্ৰ কৰি সম্পূৰ্ন্ন অৰ্থ সাহায্য আৰু উপদেশাদি দ্বাৰা তেওঁলোকেই তেওঁলোকৰ কাৰ্য্য সাধন কৰোক আৰু অসম মাতৃৰ আশীৰ্ব্বাদ ভাজন হওক। সদ্যহতে ৰাইজৰ উত্তৰলৈ বাট চাই থাকিলোঁ ইতি।

কোষ্ঠী গণনা আজি কালি সকলো সভ্যদেশতে প্ৰচলিত। মহাত্মা এলেন লিওৰ দ্বাৰা প্ৰতিস্থাপিত আৰু মহাপৰোভৰে পৰিচালিত লণ্ডণ নগৰীৰ কোষ্ঠী গণনা কাৰ্য্যালয়ৰ কথা কোনে নাজানে? দেশ বিদেশৰ ৰজা মহাৰজা বৈজ্ঞানিক সাহিত্যিক সকলোৱে তেওঁৰ দ্বাৰা কোষ্ঠী কৰাই লব লাগিছে। তেওঁৰ কোষ্ঠী কৰাই লব লাগিছে। তেওঁৰ কোষ্ঠী গণনাৰ কি অন্ততঃ ১০০ টকাৰ কম নহয়। কোষ্ঠী গণনা বৈজ্ঞানিক ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত। মানুহে কোষ্ঠীৰ দ্বাৰা ভবিষ্যতৰ সঙ্কেত বৰ্ত্তমানতে বুজিলৈ সুকলমে জীৱন যাপন কৰিব পাৰে। কোষ্ঠী গণনা কাৰ্য্যত পৰম পুৰুষৰ কৃপাত অসমত মোৰ বিশেষ সুখ্যাতি আছে। হিন্দু মুছলমান লৰা বুঢ়া সকলোৱে মোৰ দ্বাৰায় কোষ্ঠী কৰাই লব পাৰে। কোষ্ঠীৰ ফলাফল জীৱনৰ প্ৰতি বছৰতে মিলি যায় এইৰূপ যত্ন কৰি কোষ্ঠী দিয়া হয়। পৰিশ্ৰমিক ৫ পাঁচ টকা কোষ্ঠী কৰিবলৈ দিওঁতে এটকা আৰু চাৰি টকা কোষ্ঠী পাৰে দিব লাগিব। কশ্চিন্ত কাৰো কোষ্ঠী নিমিলিলে বিনা বেতনে পুনৰাই পৰীক্ষা কৰি প্ৰতি বছৰ জীৱনৰ লগত মাতে মিলিয়ায় এইৰূপ যত্ন কৰি সঠিক কৰি দিয়া হব। ইচ্ছা কৰিলে গুণগ্ৰাহী ৰাইজে প্ৰমান চাব পাৰে ইতি।

বিনিত নিবেদন
শ্ৰীবেথাৰাম অধ্যাপক,
ঠিঃ গুৱাহাটী, শিল পুখুৰী।

# শ্ৰীশ্ৰী গুৰুদেব স্তোত্ৰং।

ওঁ নমঃ শ্ৰীশ্ৰী গৰবে ঃ—

নমস্তুভ্যং মহামন্ত্ৰদায়িনে শিবৰূপিনে।
ব্ৰহ্মজ্ঞান প্ৰবোধায় সংসাৰ দুঃখহাৰিণে।১
অতি শুদ্ধায় বিদ্যায় শৰীৰ জ্ঞান হেতবে।
নমস্তে কুলনাথায় কৌল কৌলিন্যদায়িনে।২
শিবৰ্ত্তত্ত্ব প্ৰাবোধায় ব্ৰহ্মতত্ত্ব প্ৰকাশিনে।
নমস্তে গুৰবে তুভ্যং দিব্য ভাব প্ৰকাশিনে।৩
অনাচাৰ চীৰ বোধায় ভাব হেতবে।
ভাবাভাব বিনিৰ্মুক্ত শাক্তয়ে গুৰবে নমঃ।৪
নমস্তে গুৰবে তুভ্যং সাধকা ভয়দায়িনে।
ব্ৰহ্মতত্ত্ব প্ৰবোধায় সংসাৰ দুঃখ তাৰিণে।৫
জ্ঞানানন্দ স্বৰূপায় বীৰভাবায় তে নমঃ।
শিবায় শক্তিনাথায় বিদ্যানাথায় সচ্চিদে।৬
কামাৰ কামৰূপায় কামকেলি কলাত্মনে।
কুল পুজোপদেশায় কুলাৰ্চ্চন বিধায়িনে।৭
আৰক্ত নিজতচ্ছক্তি বাম ভাগ বিভুষিতঃ।
মনস্তে স্তু মহেশায় নমস্তে স্তু নমো নমঃ।৮
ইদং স্তোত্ৰং পঠেন্নিত্যং সাধকো গুৰু দিঙমুখঃ
প্ৰাতৰুত্থাৰ দেবেশি ততো বিদ্যা প্ৰসীদতি।৯
কুল সম্ভব পুজায়া মাদৌ যোন পঠেদিদং।
বিফলা ভস্য পুজাস্যাদভিচাৰায় কল্পতে।১০

শ্ৰীকমলক কুমুদ দেব ভাগবতী,
শ্ৰীশ্ৰী দেব সত্ৰ।

# শ্ৰীশ্ৰী দাঁমোদর দেবর পদ্য।

'ক'ই বোলে কলিযুগে কৃষ্ণ কৃপাধাৰ।
'খ'ই বোলে খগেন্দ্র বাহন বিশ্বাধাৰ।।
'গ'ই বোলে গোবিন্দ গোপাল গোপাচাৰ।
'ঘ'ই বোলে ঘরে ঘরে ঘোষাত প্রচার।।
'ঙ'ই বোলে বঙ্কিম নয়ন শোভাকাৰ।
সেই কৃষ্ণ দামোদৰ রূপে অবতার।।১
'চ'ই বোলে চক্রধারী চরণ সুসার।
'ছ'ই বোলে ছায়াতে শীতল শান্তি যার।
'জ'ই বোলে জগত জীবন জীবাধার।
'ঝ'ই বোলে ঝলমল অপরূপাকার।
'ঞ'ই বোলে ন্যায়মতে ভাবা সেই সার।
সেই কৃষ্ণ দামোদৰ রূপে অবতাৰ।।২
'ট'ই বোলে টলবল পাপীয়ে সংসার।
'ঠ'ই বোলে ঠনৎকারে পাপক সংহার।।
'ড'ই বোলে ডম্বরুধাৰীও অগ্রে যার।
'ঢ'ই বোলে ঢমকে ধরিলে জন্মভার।।
'ণ'ই বোলে নরতনু সাধু শুদ্ধাচার।
সেই কৃষ্ণ দামোদর রূপে অবতাৰ।।৩
'ত'ই বোলে তারণ কারণ গুণাধার।
'থ'ই বোলে থানে থানে থাপনা প্রচার।।
'দ'ই বোলে দেব দামোদর দয়াগার।
'ধ'ই বোলে ধার্ম্মিক সদ্ধর্ম্ম অধিকার।।
'ন'ই বোলে নরোত্তম দেব নিরাকার।
সেই কৃষ্ণ দামোদর রূপে অবতার।।৪
'প'ই বোলে পরম পবিত্র পুন্যাচার।
'ফ'ই বোলে ফলে সিদ্ধি ললে নাম যার।।
'ব'ই বোলে বহুপুণ্য ফলিত ধরার।
'ভ'ই বোলে ভকতর ভয় বিনিরায়।।

'ম'ই বোলে মোহ এরি ভাবা মাত্র সার।
সেই কৃষ্ণ দামোদর রূপে অবতার।।৫
'য'ই বোলে যদুপতি ততে যমুনার।
'র'ই বোলে রঙ্গে গোপী সঙ্গে সুবিহার।।
'ল'ই বোলে লয়লাস লাবন্য সঞ্চার।
সুলভ্য ভকতি মুক্তি করে গোপীকার।।
'ব'ই বোলে বর ভাগ্য দেবী সুশীলার।
সেই কৃষ্ণ দামোদর রূপে অবতার।।৬
'শই' বোসে শান্ত শিরোমণি শুদ্ধাচার।
'ষ'ই বোলে ষড়রিপু সুদন সত্যাধার।।
'স'ই বোলে সন্ত সাধু সাত্বিক সাকার।
সেই কৃষ্ণ দামোদর রূপে অবতার।।৭
'হ'ই বোলে হরিত ভকতি করা সার।
'ক্ষ'ই বোলে ক্ষয় পাওক পাপর ভাণ্ডার।।
ককারাদি ক্ষকারান্ত বর্ণমালাকার।
দামোদর নাম পদ্য সুব্রত প্রচার।।
মই বোলে ৰোলো সত্যে নিত্য করো নমস্কার।
সেই কৃষ্ণ দামোদর রূপে অবতার।।৮
শ্রীকনক কুমুদ দেব শর্ম্মা ভাগবতী,
কলীয়াবর শ্রীশ্রী ঁদেব সত্র।

# শিবরাত্রী।

শিব কোন?—ভগবানৰ গোগস্থ অবস্থাটিয়েই শিব মানে অভিহিত। এই অনন্ত জগত এক অনন্ত মহাশক্তিৰ অণু-পৰমাণুৰে গঠিত। সেই অণু পৰমাণু বিলাক ভগবদাস্বত্বাই স্বত্বাবান আৰু সেই মহান শক্তিৰে শক্তিমান। এই ভগবদাস্বত্বা পৰমাণুবিলাক জীব মানে অভিহিত। এয়ে ভগবানৰ অভিব্যক্তি। জীব মাত্রেই শিব এই কথাটো কিম্বদন্তি আছে, কিন্তু কথাটো সত্যতাৰ ওপৰত আমাৰ জীব জগতৰ ভ্ৰক্ষেপো নাই। আমি ভাবো জীব জীবই, আৰু শিব পাৰ্ব্বতীৰ স্বামী কৈলাশেশ্বৰ পৃথক ব্যক্তি। যিহওক নহওক জীব শিব। এই বিষয়ে আমি মহা পণ্ডিতৰ পাচি বা

খৰাহিৰ ওপৰত দিয়া বাহিৰৰ ঢাকনিখনিৰপৰা আঁতৰি পৰিলেও পাচি বা খৰাহিৰ ভিতৰত থকা বস্তু বিলাকতে যে থাকো সি ধ্ৰুব নিশ্চয়।

সহজ কথাৰে কবলৈ গালে—জীব শিব স্বৰূপ। প্ৰত্যেক জীবই পৰমেশ্বৰৰ যোগত মগ্ন। যোগীৰ বাহিৰ জীব জগতত কোনো নাই। তেন্তে যোগ কি? পৰমেশ্বৰৰ কামত মগ্ন হোৱা অবস্থায়েই যোগাবস্থা। যোগ পৰমেশ্বৰৰ কাৰ্য্য। তুমি লিখিছা, তেওঁ পঢ়িছে, তেওঁ শুইছে, তেওঁ আছে, ঠাই সৰাই ঠাই সাৰিছে মহা পণ্ডিতে উপনিসদ বাখ্যা কৰিছে এই সকলোবিধ জীবৰ কৰ্ত্তব্য। এই কৰ্ত্তব্যনুবোধেই যোগ। কিয়নো প্ৰত্যেক বিধ কামকে বিশ্লষেণ কৰি চালে দেখা যায় যে ইটিৰ লগত সিটিৰ পুঙ্খানুপুঙ্খ ভাৱে সম্বন্ধ আছে। তুমি লিখা কাৰ্য্য নকৰিলে তেওঁ পঢ়া কাৰ্য্য নকৰিলে তেওঁ বুজিব নোৱাৰে। ঠাই সৰাই ঠাই সৰা কাম নকৰিলে মহা পণ্ডিতৰ স্বাস্থ্য ভালে নেথাকিলে উপানিষদ পঢ়িবও নোৱাৰে বাখ্যাও কৰিব নোৱাৰে। গতিকে সকলোৱেই একে কামত মগ্ন। *যদিও বিশ্লেষণ কৰোতে পৃথক পৃথক দেখা যায়। এই একীভুত কাৰ্য্যই* যোগৰ কাৰ্য্যপ্ৰণালী। যোক কি? ভগবদ সাধনা।

শিবৰাত্ৰি কি?—জীবৰ সুসুপ্তি অৱস্থা। জীবই এই মহাৰাত্ৰি বা সুসুপ্তি অৱস্থাতেই কালাতিপাত কৰিব লাগিছে। এই সুসুপ্তি অবস্থাই যোগৰ প্ৰথম স্তৰ। সাধকৰ যেতিয়া যোগ সাধনা হয় তেতিয়া সুসুপ্তি অৱস্থা অদৃশ্য হয়। সাধকৰ তেতিয়া পূব পিনে অৰুণোদয় হোৱাদি অনন্ত জ্যোতিয়ে অন্তৰ জগতক আলোকিত কৰে। অনন্ত শোভাৰে সুশোভিত, অনন্ত আলোৰে আলোকিত আৰু অনন্ত শক্তিৰে শক্তি নম্ত হয়। তেতিয়া জীবৰ অন্তৰত "শিবোহং শিবোহং" মন্ত্ৰ বিজয় ননাদে নিনাদিত হয়।

শিবৰ প্ৰিয় বস্তু সিদ্ধি। সিদ্ধি কাম নেলাগে? বেচ, জীবই কাম কৰে ইচ্ছা শক্তিৰ প্ৰাৰোচনাত। কি উদ্দেশ্যে? সাফল্যতাৰ উদ্দেশ্যে। এই সিদ্ধি সকলোকে লাগে। কি লৰা কি বৃদ্ধ সকলো ইয়াৰ নিমিত্তে লালায়িত।

আমি মহাভাৰতৰ উল্লিখিত শিব ৰাত্ৰিৰ কোনো কথা অবতাৰণা কৰা নাই। সেই বিষয়ে দুআষাৰ মান কৈ আমাৰ ক্ষুদ্ৰ প্ৰবন্ধৰ সামৰণি মাৰিম।

এদিন কোনো এক ব্যাধে পুত্ৰ পত্নী দুহিত্ৰীৰ ক্ষুধাৰ তীৰ জ্বালাৰ নিকৰুণ কান্দোন শুনি ক্ষুধা নিবাৰণৰ অভিলাশেৰে হাতত ধনু কাঁৰ লৈ পহু মাৰিবলৈ বনলৈ গল। অৰণ্যে অৰণ্যে ফুৰি ফুৰোতে এটি সুন্দৰ হৰিণ দেখা পালে। হৰিণক লক্ষ্য কৰি তীৰ ধনু জুৰিলে। ব্যাধৰ অব্যৰ্থ লক্ষত হৰিণ ধৰাশায়ী হল। ব্যাধে হৰিণক বান্ধি কান্ধত লৈ ঘৰৰ ফালে খোজ ললে। পশ্চিমাচলত ৰঙা বেলি ডুবো ডুবো হৈছিল।

সন্দিয়াৰ কলা ঢাকনিয়ে গভীৰ অৰণ্যক ঢাকি ধৰো ঢাকি ঢৰোঁ হৈছিল। ব্যাধ অলপ আগুৱাওতেই বেলি ডুবিল। গভীৰ অৰণ্য নিমাত নিতাল হল। জীব জগত সুসুপ্তিৰ কোলাত নিমগ্ন হ'ল। ব্যাধে চাৰিও পিনে চাই দেখিলে অন্ধকাৰ। কেনিও বাট পথ নেদেখি। এপিনে এখোজ আগ বাঢ়িব খোজে পিচলি যায়। সিপিনে এখোজ যায় কাঁইটে বিন্ধে। এই দৰেই ব্যাধে ভীষণ অৰণ্যত এখুজি দুখুজিকৈ আগ বাঢ়িব ধৰিলে। ব্যাধে আহি আহি এজোপা বেল গছৰ ওচৰ পালেহি। বেপল গছৰ এটি ডালত কান্ধৰ মৃত হৰিণটি আৰি থলে। গছৰ তলতে ব্যাধ বহিল। গহীন ৰাতি বন্য জন্তুৰ আৰাও শুনি ব্যাধৰ ভয় লাগিল আৰু কাঁইটেৰে পৰিপূৰ্ণ বেল গছত আশ্ৰয় লবলৈ উঠিল। উঠি গৈ গৈ অতি উচ্ছতম স্থানত ব্যাধে খোপনি পিতি বহিল। বিশ্ৰাম ক'ত? ব্যাধৰ ঘৰলৈ মনত পৰিল। সৰ্ব্ব শৰীৰ ৰোমাঞ্চিত হল। হায়! ক্ষুধাতুৰ পুত্ৰ পত্নী দুহিতাৰ ক্ৰন্দন ৰোল কাণত বাজি উঠিল। ব্যাধৰ চকুলো ওলাল। এবাৰ অস্ফুত সুৰে কলে "প্ৰভু! *তোমাৰ কি লীলা." ব্যাধৰ চকুলো বৈ গৈ নিয়স্থ যোগেশ্বৰ বা জগদিশ্বৰ বা* শিবৰ জটীত এটি পকা বেল পাতেৰে সৈতে পৰিল। যোগস্থ শিৱই পৰম তৃপ্তি লভিলে। যোগেশ্বৰৰ কৃপাত ব্যাধে সুন্দৰ দেহ ধাৰণ কৰি শিব লোকলৈ যাত্ৰা কৰিলে।

জীব মাত্ৰেই ব্যাধ। প্ৰত্যেক জীবই নিজৰ জীবণ ধাৰণৰ নিমিত্তে কত শত জীৱ হত্যা কৰিব লাগিছে। এই যে আমি নিশ্বাস প্ৰশ্বাস লওঁ সেই প্ৰবাহ বিলাকত বৈজ্ঞানিক পণ্ডিতসকলৰ মতে লক্ষ লক্ষ কীটাণু আমাৰ পেটৰ ভিতৰৰ পৰা ওলাব লাগিছে আৰু পেটিত সীমা সংখ্যা নাই। তাত বাজেও আমি চকুৰে মনা নানা ৰকম জীব দৈনিক আহাৰৰ নিমিত্তে হত্যা কৰিবই লাগিছোঁ। তেন্তে শিৱক ব্যাধ বুলি কলে কিবা ভুল কোৱা হবনে? জীৱই এই দৰে ব্যাধ ৰূপ ধৰি প্ৰথমে লক্ষ্য স্থিৰ কৰে। লক্ষ্য কিহত স্থিৰ কৰে? পৰমাত্মা স্বৰূপ হৰি বা হৰিণত। লক্ষ্য স্থিৰ হলেও জীৱই সংসাৰক বিভীষিকাময় দেখে। তেতিয়াও জীৱই এখুজি দুকুজিকৈ গৈ অতি উচ্চতম স্থান অধিকাৰ কৰে তেতিয়াও জীৱ বিষাদ আৰু অন্ধকাৰেৰেই আবত। তেতিয়া জীৱইদেখে—"সৌৱা আলো! এই দেখিছো এই দেখিছো!" অথচ মৰিচিকাৰ দৰে। বিৰাট জগতৰ মৰু মৰিচিকা আলো ওচৰ পোৱা মাত্ৰেই অদৃশ্য হয়। এনে অবস্থাত পৰিলে জীৱৰ মন ব্যাকুলভাৱে পৰিপূৰ্ণ হয়। তেতিয়া নিৰবে চকুলো টুকি কয়— "প্ৰভু! ক'ত তুমি ক'ত তুমি! এবাৰ দেখা দিয়া। জগত পিতৃ, ক্ষুধা তৃষ্ণা নিবাৰণ কৰা। কণ্টকময় পথ নিষ্কণ্টক কৰা নিৰ্ম্মল নিৰ্ব্বাণ শান্তি দিয়া। জীৱৰ এই কাতৰোক্তিত আত্মাৰূপ ভগবান যোগেশ্বৰ অনন্ত আলোৰে জীৱৰ হৃদয় আলোকিত কৰি

জীবৰ অন্তৰত উদয় হয়। তেতিয়াই জীৱই প্ৰণৱ বীণাৰ মধুৰ ঝঙ্কাৰ হৃদয় তন্ত্ৰীত বাজি উঠা শুনিবলৈ পয়। এয়ে ব্যাধৰ শিবত্ব প্ৰাপ্তি।

জাগৰণ। শিবৰাত্ৰিৰ জাগৰণ কি? আমি ওপৰত কৈ আহিছো যে জীৱই যুগ যুগান্তৰ সুসুপ্তিৰ কোলাত সুখ নিদ্ৰাত নিদ্ৰিত হৈ কালাতিপাত কৰে। জীবৰ হৃদয়ত যেতিয়া আত্মাৰূপ ভগবান সহস্ৰ সূৰ্য্যৰ দৰে আলোকিত হোৱা দেখিবলৈ পায় তেতিয়া জীৱ নিদ্ৰাৰ পৰা আঁতৰি জাগৰণৰ সম্মুখীন হয়। যেনেকৈ প্ৰখৰ ৰৌদ্ৰ তাপত জেঠ মহীয়া মানুহ শুব নোৱাৰে সেই দৰে অনন্ত সূৰ্য্যৰ আলোকমালাত নিমগ্ন হৈ আৰু আবৃত হৈ জীৱই নিদ্ৰা পৰিত্যাগ কৰে। সেই কাৰণেই জীৱৰ যোগাৱস্থা জাগৰণ। ইয়াকেই শিবৰাত্ৰিৰ জাগৰণ বোলে।

শ্ৰীলোকনাথ গোস্বামী,
মঙ্গলদৈ।

শ্ৰীশ্ৰীযাদবো জয়তি

## এখান চিঠি।

আজি কালিৰ পল্লবগ্ৰাহী স্বল্প শিক্ষিত নগণ্য আমাৰ নিচিনা লোক বিলাকে অসাৰগ্ৰাহী সাধাৰণ লোক বিলাকক এযৌক্তিক নানা কুতক বাদেৰে মোহিত কৰি মন্বাদিৰ আচৰিত চিৰন্তন বিধি পৰিত্যাগ কৰাবলৈ কত যে যত্ন কৰা যায় সেই বিষয় বাহুল্য ৰূপে নজনালেও গুণগ্ৰাহী সকলৰ বোধকৰো অবিদিত নেহোৱা নহয়।

শাস্ত্ৰত লেখিছে কি?

মন্বাদ্যাশ্চৰিতশ্চিৰন্তন বিধিঃ সদা সাধুভিঃ
সৰ্ব্বৈৰেব নৃৰ স্তুভিৰনুমিতঃ সৰ্ব্বত্ৰ সন্বৰ্ত্ততে।
যঃ কশ্চিদধুনা ক্ৰমাগত বিধিং হিত্বান্য মাগন্বতে
মনূনং নিৰয়ে পৰিত্যাগ সতাং সন্মাৰ্গবিধ্বংসনাৎ।

ইত্যাদি প্ৰামাণিক বাক্যালৈ পিঠি দি নতুন নতুন মতৰ অনুষ্ঠান কৰিবলৈ প্ৰায়াস কৰা হৈছে। উঃ কি পৰিত্যাপ, কালৰ কি বিচিত্ৰ গতি। ভাবি দেখক আমাৰ পূৰ্ব্ব পুৰুষসকলে সৎ-সনাতন স্ব স্ব ধৰ্ম্মত অৰ্থা বেদত উক্ত কৰা নিত্য নৈমিত্তিক ক্ৰিয়া ও দৈব পৈত্ৰ্য কাৰ্য্য কলাপত আস্থা কৰা হেতু তেওঁবিলাকক প্ৰায় ৰোগ ব্যাধি এবং অকাল মৃত্যুয়ে আক্ৰমণ কৰিব নোৱাৰিছিল। আৰু দীৰ্ঘ জীবন লাভ কৰি অপ্ৰয়াসে সুখে সন্তোষে সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰিব পাৰিছিল।

এতিয়া আমালোকে সেই কুল পৰম্পৰাগত আচাৰ ব্যৱহাৰ নিত্য নৈমিত্তিক ক্ৰিয়া কলাপলৈ আগ্ৰহ নকৰা হেতু আমালোকক নানা ৰোগ ব্যাধিয়ে উপক্ৰম কৰি অকালত কাল কৰালৰ দুখত পেলাইছে। আৰু দিনে দিনে খোৱা পিন্ধা দ্ৰব্যৰ হ্ৰাস হৈ হাঁহাঁ কাকা কৰিবলৈয়ো ধৰা হৈছে।

বেদো খিলো ধৰ্ম্ম মূলং স্মৃতি শীলেচ তদ্বিদাং।
আচাৰশ্চৈব সাধুনামাত্মন স্তুষ্টিৰেবচ।।
আচাৰাল্লভতে হ্যায়ুৰাচাৰ ল্লভতে ধন্য।
আচাৰাৎ স্বৰ্গ মোক্ষৌচ আচাৰো স্ত্যলক্ষণং।।
অনাচাৰোহি পুৰুষো লোকে ভবতি নিন্দিতঃ।
দুঃখভাগীচ সততং ব্যাধতোল্পায়ু ৰবচ।। ইত্যাদি

এতিয়া দেখক, বেদোক্ত ক্ৰিয়াৰ ও সদাচাৰ অনুষ্ঠান কৰা লোক দীৰ্ঘায়ু, ধন, যশস্যা, মান, মৰ্য্যদা, এবং স্বৰ্গমোক্ষ পৰ্য্যন্ত বিনা যত্নে লাভ কৰিব পাৰে। অনাচাৰী (স্বস্ব ধৰ্ম্ম পৰিত্যাগী) পুৰুষ নিন্দনীয় দুঃখভাগী ৰোগী অল্পায়ু হব লাগে বুলি উক্ত কৰিছে।

গীততো কৈছে।

যঃ শাস্ত্ৰ বিধিমুৎসৃজ্য বৰ্ত্ততে কামচৰিতঃ।
ন স সিদ্ধিমবাপ্নোতি পৰত্ৰ নপৰাং গতিং।।

অৰ্থাৎ শাস্ত্ৰবিধি ত্যাগ কৰি নিজ ইচ্ছাৰে প্ৰবৰ্ত্তমান হোৱা লোকে সিদ্ধি লাভ কৰিব নোৱাৰে, পৰকালতো শুভ গতিচ নেপায়। তথাপিতো (দেখিও নেদেখা হৈ) পিতৃ পিতামহৰ আচৰিত সৎ সনাতন স্বধৰ্ম্মলৈ ইচ্ছা নকৰে। পাঠক! ইয়াতকৈনো আৰু আমাৰ দুখৰ কথা কিবা আছেনে? যিহওক পাঠক বন্দ! লেখি থাকিলে কথা শেষ হব নোখোজে গতিকে—

পৰিত্ৰাণায় সাধুনাং বিনাশায়চ দুষ্কৃতাং।
ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভবামি যুগে যুগে।।

এই প্ৰকাৰ গীতা শাস্ত্ৰত শ্ৰীকৃষ্ণই নিজমুখ নিসৃত বাক্য সত্যতা কৰিবলৈ যোগীপ্ৰবৰতপঃ পৰায়ণ প্ৰসিদ্ধ গৌতম মুনিৰ বংশত ধৰ্ম্ম তৎপৰ শ্ৰীমৎ সদানন্দ দ্বিজৰপৰা পতিপৰায়না সুশীলাদেবীৰ গৰ্ভত বিষ্ণুৰ অংশেৰে "দেবদামোদৰ দেব" এই পবিত্ৰ নামেৰে জন্ম ধৰি বেদ পথ পৰিত্যাগ নকৰাকৈ নিৰ্ম্মল সনাতন বৈষ্ণৱধৰ্ম্ম বিস্তাৰ পূৰ্ব্বক কলি কলুষিত জীৱ সংঘৰ তৰণৰ পথ প্ৰদৰ্শন কৰি ও কৰাই ১৫২০ শকত বৈশাখ মাসৰ শুক্লা প্ৰতিপদ তিথিৰ দিনা মৰ্ত্তালীলা সম্বৰণ কৰি স্বধাম বৈকুণ্ঠলৈ গুছি গল।

সেই জন দেশবিদেশ বিখ্যাত দুগ্ধ ফেননীত পবিত্ৰ কীৰ্ত্তিমান পৰম গুৰুৰ গুৰু (বৰ্ণানাং ব্ৰাহ্মণোগুৰুঃ) পৰাপৰ গুৰু ভগবান শ্ৰীশ্ৰী দেবদামোদৰদেবৰ বৈকুণ্ঠ প্ৰৱাণ তিথিৰ দিনা ডিব্ৰুগড়ৰ জৰ্জ্জ স্কুলত শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ডাঙ্গৰীয়াই সভ্য সমাজৰ আগত দিয়া বক্তৃতাৰ গ্ৰন্থ খনি এবং অসম প্ৰদীপিকা বাতৰি কাকতৰ উদ্দেশ্য দেখিবলৈ পাই উক্ত ডাঙ্গৰীয়াৰ শলাগ ললো।

অতএব আশাকৰো সকলোৰে কৰ-কমলত চিৰস্থায়ীৰূপে প্ৰবৰ্ত্তমান থাকিবলৈ এনেকুৱা ধৰ্ম্মনিধি বাতৰি কাকত অসম প্ৰদীপিকা দীৰ্ঘ জীৱৰ লাভ হবলৈ যেন সকলোৱে কামনা কৰে। সত্যমেববিজয়তে নিবেদনমিতি।

শ্ৰীটঙ্কেশ্বৰ শৰ্ম্মা।

## দেখা নাই।

শুনিছো লোকৰ মুখে তোমাৰ বাতৰি,
তুমি হেনো সকলোৰে সাৰ।
(আৰু) স্ৰজিলা সকলো তুমি গ্ৰহ, তৰ আদি,
উজ্জ্বল জেউতি দিছা যাৰ।।
আকাশ পাতাল স্বৰ্গ অনল অনিল,
ভূধৰ ভূগৰ্ত্ত আদি যত চৰাচৰ
দেখিছো তোমাৰ কাৰ্য্য প্ৰতি স্তৰে স্তৰে,
(কিন্তু প্ৰভু) ছাঁটিও নেদেখিলো স্বপ্নতো তোমাৰ।।

শ্ৰীদেবেন্দ্ৰনাথ চক্ৰবৰ্ত্তী,
যোৰহাট।

## পদ্য কল্প লতা।

(৩২)

শ্ৰীকৃষ্ণৰ প্ৰত্যুত্তৰ ঃ—

লতা জাতা শৈলে ক্বচিদাপ লতায়াং নজয়িতে শৈলঃ।
ৰাধে! ত্বয়ি বিপৰীতং কলক লতায়াং গিৰিদ্বন্দম্।।
পৰ্ব্বতচ জন্ম লয় লতা বিতোপন,
লতাভ নোপজে কিন্তু গিৰি কদাচন।

হে ৰাধে! অদ্ভুত অতি প্ৰত্যক্ষ তোমাত,
ধৰিছা ভূধৰ দুটী কনক লতাত।।

(৩৩)

আনম্ৰানন মাগতে বিতনুতে নোভাষতে ভাষিতে,
স্থানাদ্ গন্তু মপীহতে ন কুৰু তে শ্যালাপ মাত্ৰং কচিৎ।
ৰুদ্ধে বৰ্ত্মনি বক্তি নিষ্ঠুৰতৰং গুপাক্ষৰং জল্পতি,
ভিক্ষুং বীক্ষ্য ধনী ধৰং নববধূৰ্য্যদ্বৎ সদা চেষ্ট ত।।
আহি থিয় হলে, আগে মুখ কৰে তল,
মাতিলে নামাতে, এৰি যায় সেই স্থল।
নকৰে আলাপ কোনো, আগুৰিলে বাট
কটু কথা কয় মুখে গেঙ্গেৰীয়া মাত।
নবোঢ়াৰ কাৰ্য্য যেনে স্বামীৰ দৰ্শনে,
ভিক্ষু প্ৰতি সদা তেনে কৰে ধনী জনে।।

(৩৪)

গাঙ্গ মম্বুসিত মম্বু যামুনাং কজ্জলাভমুভয়ত্ৰ মজ্জতঃ।
ৰাজ হংসাতসৈব শুভ্ৰতা চীয়তে ন চ ন। চাপচীয়তে।।
ৰাজহংস! গঙ্গাজন অত্যন্ত ধবল,
অঞ্জন সদৃশ নীল যমুনাৰ জ্বল,
কিন্তু দুয়ো জ্বলে কৰিলেও সন্তৰণ।
নুটুটে নাবাঢ়ে তব ধবল বৰণ।।

(৩৫)

মণি লুঠতি পাদেষু কাচঃ শিবসি ধাৰ্য্যতে।
ক্ৰয় বিক্ৰয় বেলায়াং কাচঃ কাচো মণি মণিঃ।।
পদত লুণ্ঠিত যদি মহা মূল্য মণি।
কাচক মূৰত লয় গৌৰব নগণি।।
ক্ৰয় বিক্ৰয়ৰ কালে কাৰ কতদৰ।
সবে জানে কাচ আৰু মণিৰ অন্তৰ।।

(৩৬)

প্ৰপা পালিকা আৰু পথিকৰ আলাপ ঃ—
কস্যেয়ং তৰুণি! প্ৰপা? পথিক! মে,

কিং পীয়তেহে স্যাং? পয়ঃ
ধেনুনামথ মাহিষং? বধিৰ ভোঃ!
বাৰঃ কথং মঙ্গলঃ,
সোমোবাথ শনৈশ্চৰো মৃত
মহো তত্তে মুখে দৃশ্যতে,
শ্ৰীমন্ পান্থ! নিতান্ত কান্তৰসিকঃ,
যদ্ৰোচতে তৎ পিব।।
পথিক—হে তৰুণি! কাৰ এই প্ৰপা মনোহৰ?
তৰুণী—মোৰে,
পথিক—কিনো পিয়ে আত?
তৰুণী—... ... ... পয়ঃ স্বাস্থ্যকৰ।
পথিক—গৰুব মহৰ কিংবা—
তৰুণী—... ... ... বধিৰ! বাৰক,
পথিক—মঙ্গল শনি নে সোম?—
তৰুণী—... ... ... পিয়া অনৃচক,
পথিক—আহা' সিতো আছে, সত্যে, তোৰ মুখত।
তৰুণী—শ্ৰীমন্ত ৰসিক পান্থ! পিয়া ইচ্ছা মত।।
টিপ্পনী—প্ৰপা পালিকা = পানীয়শালৰ অধিকাৰিনী।
পয়ং—জল, দুগ্ধ। বাৰ = জল, ৰবি, সোম প্ৰভৃতি।
অমৃত = জল, অমৃত।

(৩৭)

পাতালং ব্ৰজ যাহি বা সুৰপুৰীমাৰোহ মোৰোঃ শিৰঃ,
পাৰাবাৰ পৰম্পৰাং তৰ তথা প্যাশা ন শান্তাতব।
আধি ব্যাধি পৰাহতো যদি সদা ক্ষেমং নিজং বাঞ্চসি,
শ্ৰীকৃষ্ণে তি ৰসায়ণং ৰসয় ৰে শূণ্যেঃ কিমন্যৈঃ শ্ৰমৈঃ।।
পাতালে যদিও যোৱা সুৰপুৰে বাস লোৱা
সুমেৰু শিখৰে কিম্বা কৰা আৰোহণ,
সপ্ত পাৰাবাৰ পাৰ হোৱা যদি বাৰং বাৰ
তথাপি তোমাৰ আশা নহব পুৰণ,
আধি ব্যাধি সমুহত ভুঞ্জি কষ্ট নানা মত

সদা যদি সত্যে, চিন্তা নিজৰ মঙ্গল,
নিষ্ফল চেষ্টাক এৰি কৃষ্ণ ৰসায়ণ ধৰি,
দূৰ কৰা সৰ্ব্বতাপ, লভা মোক্ষ ফল।।

(৩৮)

গুৰবো বহবঃ সন্তি শিষ্যবিত্তাপহাৰ কাঃ।
দুৰ্লভঃ সদ্‌গুৰু দৈবি! শিষ্য সন্তাপহাৰকঃ।।
এনে গুৰু পৃথিবীত আছে অগণন,
শিষ্য সন্তাপ হৰে, নাশৰ দুৰ্গতি,
বিৰল ঈদৃশ গুৰু জানিবা পাৰ্ব্বতি।।

(৩৯)

যদীচ্ছ সি বশী কৰ্ত্তুং জগদেকেন কৰ্ম্মণা।
উপাস্যতাং কলৌ কল্পলতা দেবী প্ৰতাৰণা।।
একেটা উপায়ে যদি জগতক বশীভূত
কৰিবৰ ইচ্ছা তুমি কৰা,
কলিত সকলো ত্যজি কল্পলতা বঞ্চনাৰ
আৰাধনা মনে-চিতে ধৰা।।

(৪০)

ৰক্তাচ জযয়া মুক্তা জবা শুভ্ৰা ন মুক্তয়া।
ভবেৎ পৰগুণ গ্ৰাহী মহীয়া নেব নাপৰঃ।।
মুক্তাই জবাৰ জ্যোতি লয় সৰ্ব্বক্ষণ।
জবাই মুক্তাৰ বৰ্ণ নকৰে গ্ৰহণ।।
মহাত্মা জনেহে পৰ গুণগ্ৰাহী হয়।
অন্যে পৰগুণ লব নোৱাৰে নিশ্চয়।

## নিৰ্ম্মল ভকত।

(৩০৮ পিঠিৰ পাছৰ পৰা)

উনবিংশ আধ্যায়।

ভকতসকলে মোক জাতিভ্ৰষ্ট মেলেচ্ছ বুলি বাহিৰ কৰাপাটতে এই দৰে এৰি তোৱাৰ পিছত মই নিশা হলত আগেয়ে কোৱা মনৰ ভাববিলাক ভাবি ভাবি মোৰ

গাৰ বৰকাপোৰ খন মেৰাই ঘুৰাই লৈ মাটিতে লঘোনে ভোকে পৰি থাকিলো; সতকাই মোৰ টোপনি নাহিল। হৃদয়ৰ তলি ফুটি, কব নোৱাৰোঁ কি গুণত ডাঙ্গৰীয়া, মোৰ মুখৰপৰা এই কেইশাৰী দেখোন আপোনা আপুনি ওলাল।

দীনবন্ধু কৃপাসিন্ধু পতিত পাবন হৰি।
মাতিছোঁ অধমে প্ৰভু! সকাতৰ কৰি।।
সংসাৰ সাগৰে হৰি ডুবিলোঁ সমূলি।
ৰাখা ৰাখা অধমক প্ৰভু বনমালী।।
মৰমৰ আই ভাই সকলোঁ হেৰালোঁ।
কৃপা কৰা প্ৰাণনাথ তুমিহে কৃপালু।।
দেশৰ কাৰণে হৰি মানেৰে যুজিলোঁ।
নিয়তী চক্ৰত পৰি সমূলি ডুবিলোঁ।।
কোনেনো কৰিব দয়া এই অভাজনে।
জাতিভ্ৰষ্ট ম্লেচ্ছ মোক দয়াময় বিনে।।
অৰ্পিলোঁ এই দেহ মোৰ তোমাৰ চৰণে।
ৰাখা ৰাখা প্ৰাণনাথ এই অভাজনে।।
জন্মাৰ্জিত কৰ্ম্ম প্ৰভু জীৱন মৰণ।
সকলো অৰ্পিলোঁ কৃষ্ণ! তোমাৰ চৰণ"।।

ডঙ্গৰীয়া। আন কেওঁ শুনোতা নহলেও নিজক নিজে গুণ গুণ কৰি চকুলো টুকি টুকি গাই থাকোতে মোৰ ঘোৰ নিদ্ৰা আহিল। বহুদিনৰ ভাগৰৰ মূৰত শান্তিৰে শুলোঁ। ৰাতি পুৱাঁও পুৱাঁও হওতে এটা বিতোপন সপোন দেখিলোঁ। দেখিলোঁ যেন মোৰ মাহী আহি ওপৰত শূন্যতে সুন্দৰ আশন এখনত বহি মোক হাঁহি হাঁহি কৈছে ঃ— "বাছা! নিৰ্ম্মল! তই নেকান্দিবি, তোৰ দুখৰ নিশা অবসান হল। এই কেইষাৰ কৈয়েই দেখোন মাহী আৰু আগৰ মাহী নাই। মাহীৰ ৰূপ বদলিল। মাহীৰ ঠিক সেই ঠাইতে যেন সিংহবাহিনী দশভূজা মা দুৰ্গা দেবী উপস্থিত। সপোনতে মই বিমোৰ হলো। মই যেন কলো ঃ—মাতৃ! তোমাকনো মই কি দৰে সেবিম? পৰমা! তোমাৰ স্তুতিয়েই বা কি! যা সিংহবাহিনী। জগৎ জননী দুৰ্গতিনাশিনী বৰাভয়দায়িনী, মই একো নেজানো। তোমাৰ স্তুতি কি? মাতৃ দেবীয়ে যেন কলে ঃ—বীৰ প্ৰবৰ, স্বাৰ্থত্যাগী, বাছা নিৰ্ম্মল! তই যি কেইষাৰ স্তুতি কৰিলি সেয়ে বহুত। বাছা! তোৰ দুখৰ অবসান হল। তোৰ কৃষ্ণে তোক দেখা দিব। এই বুলি কৈয়েই যেন দেবী অন্তৰ্ধ্যান হল। দেবী অন্তৰ্ধ্যান হোৱাৰ পিছতে আকৌ কি দেখোঁ। ডাঙ্গৰীয়া! যেন মোৰ সেই প্ৰাণৰ প্ৰাণ

কৃষ্ণ উপস্থিত। মোৰ সেই

পৰম সুন্দৰ শ্যাম মনোহৰ
ৰূপে কোটি কাম প্ৰায়।
যেন কোটি শশী আছন্ত প্ৰকাশি
মধূৰ মূৰ্ত্তি সদায়।।
কীৰিটি মুকুট চুৰামণি যত
শিৰত কৰে প্ৰকাশ।
কপালে অলকা ৰত্নৰ তিলকা
মুখে পদ্মচাৰু হাস।।
কমল নয়ন সুচান্দ বয়ান
অধৰ অলকা কান্তি।
ভ্ৰূৰ কামচাপ মধুৰ আলাপ
দশন মুকুতা পান্তি।।
কৰ্ণে জলমল মকৰ কুণ্ডল
জলে দুই ৰবি প্ৰায়।
গলে বনমালা ৰত্নৰ মেখলা
ত্ৰিভঙ্গ ভঙ্গিমা ৰায়।।

ডাঙ্গৰীয়া! এনেকুৱা ৰূপ দেখিলোঁ। মোৰ প্ৰভুৱে যেন মিচিকি মিচিকি হাঁহি মোলৈ এফেৰা সকৰুণ ভাবে চায়েই নোহোৱা হল। মোৰ চকুৰে প্ৰেম অশ্ৰু ধাৰাসাৰে বব ধৰিলে। মই সাৰ পাই কান্দিব ধৰিলোঁ। বৰ কাপোৰৰ তলৰপৰা মূৰ উলিয়াই উঠি বহি কৰাপাটৰ বাহিৰৰ ফালে যে চাওঁ মোৰপৰা ঠিক দুই টাঁৰ মানৰ আঁতৰতে মস্ত ঢেকীয়া পতীয়া বাঘ এটা মোৰ ফাললৈ চাই বাঁও ভৰি দুখন পাৰি আগভৰি দুখনৰ ওপৰত বহি আছে। চকু দুটা টল টল কৈ জ্বলিছে। জোনৰ পোহৰত গোটেইটো বাঘ দেখিলোঁ। ডাঙ্গৰীয়া! মোৰ ভাব হল! "হে প্ৰভু কৃষ্ণ, সমাজিকত তুমি সেই দৰে দেখুৱালা। এতিয়া সাৰ পালত দিঠকত বাঘ হৈ মোক ভয় দেখুৱাবলৈ বা খাবলৈ আহিছা। প্ৰভু! তোমাৰ কি ইচ্ছা সেয়ে হওক। এই দেহ তোমাত যেতিয়াই অৰ্পণ তেতিয়াই তুমি বাঘ ৰূপেও গ্ৰহণ কৰিব পাৰা এই ভাবি ডাঙ্গৰীয়া! মই সেই কৃষ্ণ ৰূপকেহে চিন্তিব ধৰিলোঁ। বাঘটোৱে দেখোন দীঘলকৈ এটা হামি মাৰিলে তাৰ পিছত দেখোন মূৰটো মাটিত লগালে। তাৰ পিছত লাহেকৈ উঠি হাবিৰ ফালেলৈ এখোজ দুখোজ কৰি গুচি গল। ঠিক সেই সময়তে ধল ফাট দিলে। কাউৰিয়ে কা কৰিলে

এনেতে দেখোন সত্ৰৰ ফালৰ পৰা খৰম পিন্ধি আগত পিছত সুদা ভৰিৰে গামোছা চুৰিয়া লৈ আন এজন আহি মোৰ ওচৰত উপস্থিত হল।

## বিংশ আধ্যয়

আগত অহাজনে মোৰ ওচৰ চাপিয়েই কলে ঃ—"নিৰ্ম্মল!" মই সুধিলোঁ "আপুনি কোন?" এনেতে পিছৰজনে মাত লগালে ঃ— ই কটা একো নেজানে। ঈশ্বৰ পুৰুষ তই দেখা নাই। ঈশ্বৰ পুৰুষ বোলা মাত্ৰেই মই দীঘল হৈ পৰিলোঁ। ঈশ্বৰে মোক "নিৰ্ম্মল উঠ উঠ" বুলি আদেশ কৰিলে। মই উঠিলোঁ। ঈশ্বৰ পুৰুষে কলে "নিৰ্ম্মল! তোৰ আঁতিগুৰি পূৰ্ব্ব বৃত্তান্ত মই সমস্ত জানিছোঁ। তই মোৰ জনাৰ্দ্দন মেধিৰ লৰা। মানৰ যুজত বন্দি হৈ মানৰ দেশত আছিলিগৈ। এতিয়া তোৰ ইহ সংসাৰত কোনো নাই। তোক কি লাগে ক"। মই কলোঁ "প্ৰভু জগন্নাথ! পতিত পাবন! এই পতিতক প্ৰভুৰ চৰণ ছত্ৰৰ ছায়া লাগে। ঈশ্বৰ পুৰুষে মিচিকিয়া হাঁহি মাৰি কলে ঃ—"নিৰ্ম্মল! মোৰ জনাৰ্দ্দন মেধিৰ বংশ নোহোৱা হল। তহঁতৰ বৰ মোৰ সাত পুৰুষীয়া সেৱক। মই তোক খৰচ ভগন কৰি উদ্ধাৰ পৰাচিত কৰোঁ। আৰু তোক টকা শিকা যি লাগে সকলোকে দিওঁ তই আকৌ বিয়া কৰাই এঠাইত গৃহস্থি কৰি, ইচ্ছা হলে এই মাজুলিতে গৃহস্থি কৰি বংশ ৰক্ষা কৰিব পাৰ। তোৰ ইচ্ছা কি ক" মই কলো ঃ—"প্ৰভু জগন্নাথ! মই সংসাৰ বিৰাসী। মোৰ আৰু বিয়া কৰি সংসাৰ কৰিবৰ ইচ্ছা নাই। দুখানি চৰণে চৰণ ছত্ৰৰ ছাঁয়া দি সত্ৰতে মোক ৰাখক। পুৱা গধূলি দুখানি চৰণ সেৱা কৰি নাম গুণ গাই ইহ জনম কটাম।" ঈশ্বৰ পুৰুষে কলে ঃ—"নিৰ্ম্মল! তেনেহলেতো তহঁতৰ বৰ মানুহৰ বংশই লোপ হব"। মই কলো ঃ—"প্ৰভু জগন্নাথ! কত বংশ এই পৃথিৱীত উপজিছে আৰু লোপ হৈছে তাৰনো কিবা সীমা সংখ্যা আছেনে? মোৰ নিচিনা এঘৰ বংশ লোপ হলেই যে প্ৰভু জগন্নাথৰ শিষ্য সেৱক কমিব সিটো নহয়। মোৰ একান্ত বাঞ্চা যে জীবনৰ বাকীডোখৰ কৃষ্ণত অৰ্পণ কৰি কটাওঁ"। ঈশ্বৰ পুৰুষে কলে ঃ—"বাছা! তই নেজান আমাৰ উদাসীন ধৰ্ম্ম কি কোমল, কি কঠোৰ। মই হলে পৰা পক্ষত কাকো উদাসীন হবলৈ নকওঁ। ঈশ্বৰৰ এই বিনন্দীয়া সৃষ্টিত সকলো প্ৰাণীৰেই সংসাৰ ধৰ্ম্ম আচৰণ কৰি জন পলু বঢ়োৱাটোহে আচল ধৰ্ম্ম। ঈশ্বৰৰো বোধ কৰোঁ অভিপ্ৰায় সেইটোৱেই। তেনেস্থলত মনক নিগ্ৰহ কৰি সমস্ত ইচ্ছা অভিলাষ মাৰি ঈশ্বৰৰ সৃষ্টিৰ বিপৰীতে চলাটো টান। যিসকলে উপৰি জন্মত সমস্ত কৰ্ম্ম সমাধা কৰি শেহ বয়সত হৰি ভজিবলৈ একান্ত ইচ্ছা কৰিও ভজিবলৈ আয়ুষ বা কাল নাপায় সেইসকল ইহ জন্মত কেৱল হৰিক ভজিবলৈকে জন্ম লৈ সত্ৰ সভা আৰু আন নানা ঠাইত উদাসীন হৈ ব্ৰহ্মাচৰ্য্য অক্ষুন্ন ৰাখি হৰি ভজি

জীবন কটাইছে। এতেকে নিৰ্ম্মল! তই আকৌ ভাবি চিন্তি চাচোন"। মই কলোঁ প্ৰভু জগন্নাথ! মোৰ এই দেহটো গল। নিশাই ঈশ্বৰ কৃষ্ণৰ চৰণত মনে মনে উছৰ্গি দিছোঁ। তাৰ ফলতে নে কি কব নোৱাৰো এই দেহটো প্ৰভু জগন্নাথ এই খিনি আহি পোৱাৰ অলপ আগখিনিতেই বাঘৰ মুখতহে আছিল। কৃষ্ণই জানিবা সেই বাঘটোক আঁতৰি যাবলৈ কোৱাত হে গল। এতিয়া আৰু সেৱকৰ এই দেহ আন কৰ্ম্মত লগাবৰ অধিকাৰ নাই। ইয়াকে জানি প্ৰভু জগন্নাথে যি ভাল দেখে কৰক"। মোৰ এই কথাত ঈশ্বৰ পুৰুষে প্ৰথমেই কলে ঃ—"কি বাঘ আহিছিলনে কি ৰাতি"? মই কলো হয় প্ৰভু! সৌখিনিতে বহি আছিল। ঈশ্বৰ পুৰুষৰ লগৰ ভকতজনে গৈ ঠাই ডোখৰ চাই কলেগৈ "হয় প্ৰভু জগন্নাথ! বৰ ডাঙ্গৰ ডাঙ্গৰ খোজ পৰি আছে"। ঈশ্বৰ পুৰুষে তেতিয়া আকৌ অলপ মিচিকিকৈ হাঁহি এটা মাৰি মোক কলে ঃ—"চাচোন নিৰ্ম্মল! আমি কেনেকুৱা বাঘ ঘোঙৰ মাজত সত্ৰ পাতি আছোঁ। ইওতে কোনো দিনেই কোনো বনৰীয়া জন্তুৱেই আমাৰ বৈষ্ণৱ বৃন্দৰ কাকো অপকাৰ কৰা নাই। নকৰিবৰে কথা। যিহেতু আমি তো হিংসা পৰায়ণ নহওঁ। বৈষ্ণৱ বুলিলেই আমাৰ "অহিংসাহে পৰম ধৰ্ম্ম"। আমি কাকো হিংসা আৰু অপকাৰ নকৰোঁ যেতিয়া এই মহা হিংসুক জন্তু সকলেও আমাক হিংসা নকৰে। তোৰ ভয় লগা নাছিল নে? মই কলো প্ৰভু জগন্নাথ! মোৰ হলে একেৰাও ভয় লগা নাছিল। মনতে ভাবি লৈছিলোঁ ঈশ্বৰ কৃষ্ণৰ ইচ্ছা হয় তেন্তে বাঘৰ হতুৱাই এই দেহটো লওক"। ঈশ্বৰ পুৰুষে তেতিয়া দীঘলকৈ হুমুনিয়াহৰ এটা কাঢ়ি কলে ঃ—"বাৰু নিৰ্ম্মল। তোৰ ইচ্ছা পূৰ্ণ হব। তই পৰম ভক্ত!" লগত অহা জনক কলে ঃ—"তই লৰি যা। ভড়ালৰপৰা ভাল কাপোৰ এযোৰ লৈ আহগৈ। পূজাৰীকো তিল তুলসীৰে সৈতে লগতে লৈ আহগৈ। ইয়াক এতিয়াই ব্ৰহ্মপুত্ৰত স্নান কৰাই একেৱা বিধি অনুসৰি পৰাচিত কৰাও, গল কালিও ই এতো খোৱা নাই। মই আৰু ইয়াৰ দুখ সহিব নোৱাৰোঁ।" ঈশ্বৰ পুৰুষৰ এই আদেশ পাই ভকত জন লৰি গল আৰু অলপ পৰৰ ভিতৰতে কাপোৰ এযোৰ লৈ আহিল। পূজাৰীও আহিল। তেতিয়া আমি এটাই বিলাক ওচৰতে নঈলৈ গলো। প্ৰভু জগন্নাথে নিজে নামি স্নান তৰ্পণ আদি কৰি কাপোৰ কানি শলালে। পূজাৰি বামুণে প্ৰভু জগন্নাথৰ আদেশ পাই মোক নঈৰ পাৰতে এক চন্দ্ৰায়ণ পৰাচিত কৰালে। তাৰ পিছত মোক সত্ৰৰ ভিতৰলৈ লৈ গৈ বুলনি ঘৰতে বহি থাকিবলৈ দি ঈশ্বৰ পুৰুষে নিজে পূজা সন্ধ্যাত বহিল। প্ৰায় দেড় ঘণ্টা মান কাল পূজা সন্ধ্যা কৰি এতাই আহি কুশাসন পাৰি খুটাত আউজি বহিল। পূজাৰি জনে আহি মোক মহা শান্তি কৰিলে। তাৰ পিছত মোক এজন বদ্ধ ভকতক গতাই দি খাব লবৰ ব্যৱস্থা কৰাই দিয়ালে।

নিজে নামঘৰলৈ গল। তাত মহাপ্ৰভু যাদবৰায়ৰ মূৰ্ত্তি আদি দৰ্শন কৰি নাম প্ৰসঙ্গ কৰালে। নিজে ভাগৱত বাখ্যা কৰি ভাগৱত অন্তে খোলেৰে সাত্বিক কীৰ্ত্তন কৰি ৰাজলৈ উলটি আহি ভোজন আদি কৰি জিৰাই সতাই বেলি ভাটি দিয়াত এই সমস্ত কৰে মানে মইও সেই ভকত জনৰপৰা প্ৰসাদ আদি পাই খাই বই জীয়াই আছিলোঁ।

## একবিংশ আধ্যায়।

ভাটীবেলা খাই বৈ উঠি ঈশ্বৰ পুৰুষে পিন্ধি উৰি মেলচৰত খাটোলত কিংখাপ পৰা বিছনাত বহিছে। অনেক ভকতে মাটিতে আঠু লৈ লৈ আছে ময়ো গৈ সেইদৰে সেৱা কৰি বহিলো। মোৰ হাতত মানৰ দেশৰ পৰা অনা যি দুই চাইটা পইচা আছিল সমস্ত অৰ্পণ কৰিলোঁ। ঈশ্বৰ পুৰুষে নিৰ্ম্মালি দিলে তাৰ পিছত সৰুকালৰে পৰা কেনেকৈ ডাঙ্গৰ হলো, কেনেকৈ মানেৰে সৈতে যুজি বন্দী গৈ মানৰ দেশত আছিলো সমস্ত কলো। ভকতসকলে আৰু মাজে মাজে ঈশ্বৰ পুৰুষেও মোক মানৰ দেশৰ স্বাভাবিক সৌন্দৰ্য্য, খেতি-বাতি, আচাৰ-ব্যৱহাৰ, বৌদ্ধ ধৰ্ম্মৰ বিষয়ে নানা কথা সুধিছিল। ময়ো যথাযৎ ভাঙিচিঙি কলো মানৰ দেশৰ বিষয় কওঁতেই সেইদিনা গধুলি হল।

পিছদিনা আকৌ সেই দৰে ঠিক তেনেকুৱা সময়তে ঈশ্বৰ পুৰুষে মোক মতাই নি মোৰ বাকী সমস্ত বৃত্তান্ত সুধিলে ঃ—ময়ো কেনেকৈ মানৰ দেশৰ পৰা উলটিলো, উলটি আহি সকলো কেনে শূন্য পালো, কি দৰে মই ৰূপহীক চাই ললো, কি দৰে সত্ৰলৈ আহিলো, কিদৰে কৰাপাটত পৰি আছিলো, কি দৰে নিশা বাঘ আহি আগতে বহি আছিল সমস্ত অকপট চিতে আন কি স্বপ্ন দৰ্শন বিষয়টোও কলো। ঈশ্বৰ পুৰুষে কৈছিল ঃ—"বাছা নিৰ্ম্মল! তই যে ৰূপহীক আৰু অনিৰামক চিনাকি দি সমাজত হুলস্থূল নলগালি এইটোৱেই তোৰ ভয়ঙ্কৰ স্বাৰ্থত্যাগ। যেই সেই মানুহেই এনেকুৱা ত্যাগ কৰিব নোৱাৰে। তই ধন্য! ইমান স্বাৰ্থত্যাগী নহবিয়েই বা কেলেই! তইতো মোৰ সাত পুৰুষীয়া জনাৰ্দ্দন মেধিৰহে লৰা! যুজাৰু বীৰেই বা নহবি কেৱেই? বাঘ দেখিও ভয় বা নকৰিবি কেলেই? তইঁতৰ ঘৰটো আগৰ ক্ষত্ৰিয়ৰ হে সন্তান, যদিও এতিয়া কলিতা নামেৰে অভিহিত হৈছ। ব্ৰাহ্মণে বহু সংযম, নিয়ম, ব্ৰত ইত্যাদি কৰিহে বহু দিন সাধনাদি কৰিহে যদি এফেৰা সিদ্ধি পাওঁ; কিন্তু ক্ষত্ৰিয়, স্ত্ৰী আন কি শূদ্ৰ, দিয়েও আমাৰ পৰা পোৱা যৎকিঞ্চিৎ এফেৰা বস্তুৰেপৰা সহজে সিদ্ধি পাব পাৰে। সহজে ব্ৰহ্মজ্ঞান পাব। বাছা! তই যি মুহুৰ্ত্তেই নিজৰ বিবাহিতা স্ত্ৰীকো সমাজৰ হিতৰ অৰ্থে আগ কৰি আহিলি সেই মুহুৰ্ত্তেই তোক সিদ্ধিয়ে লগ দিলে। নহলেনো তই এনেকুৱা সপোনেই বা দেখিবি কেলেই? এনেকুৱা। ৰূপকেই বা দেখিবি কেলেই

আমি অত বছৰ ইয়াত পৰি আছোঁ সংসাৰৰ সকলোকে ত্যাগ কৰি নাম গুণ গাই প্ৰবৰ্ত্তি আছোঁ। তথাপি আমাৰ কেইজনে এইদৰে দেখে। মই কলো! প্ৰভু জগন্নাথ! দাসৰ কোনো বল, কোনো গুণ, কোনো ত্যাগেই নাই। যি হৈছে যি কৰিছো সকলো সেই ঁযাদবৰায়ৰ ইচ্ছাতহে। প্ৰভু বনমালি দেৱৰ তেজত হে। মোৰ এই কথাত ঈশ্বৰ পুৰুষে হাঁহি হাঁহি কলে ঃ—“বাছা তই ঠিক কৈছ। আমাৰ পূৰ্ব্ব পুৰুষ প্ৰভু বনমালিদেৱ এজন সিদ্ধৰো সিদ্ধ আছিল। বাৰু যি কি নহওক তোক আজিৰ পৰা সাত দিনৰ মুৰত শৰণ দিম। তৰ পিছত সত্ৰত ছমাহমান থকাৰ পিছতহে দীক্ষা দিম।

ডাঙ্গৰীয়া, কব নেলাগে ঠিক সাত দিনৰ মুৰত মোক প্ৰভু ঈশ্বৰে শৰণ ছমাহ নামৰ মুৰত মালা মন্ত্ৰ দিলে। সেই কালৰে পৰা সত্ৰত পৰি আছোঁ। মোৰ প্ৰভু বাসুদেৱ ঈশ্বৰ পুৰুষ চলিবৰ আজি প্ৰায় ১২ বাৰ বছৰ হল। ময়ো ভাবি আছো কেতিয়া এই দেহা পৰে। ডাঙ্গৰীয়া! আমাক আপোনাসকলে মৰম কৰিব। আমাক পুতৌ কৰিব। আমি মৰমৰ হে ভিখাৰি। ডাঙ্গৰীয়া জনে কলে ঃ—আতৈ! আপোনাৰ সমস্ত বৃতান্ত সংক্ষেপে শুনিলো। কিন্তু মোৰ ৩। ৪টা বিষয় আপোনাক সুধিবলৈ আছে। আজিলৈ বাৰু এৰিলো কিন্তু কাইলৈ আকৌ দিগদাৰি কৰিমহি। আতৈয়ে কলে ঃ—ডাঙ্গৰীয়া আপুনি যি হকে সোধে তাক অকপট চিত্তে কম।

ক্ৰমশঃ

# উপাসনাৰ আদৰ্শ।

স্বস্তি! সকলো শুভ বিষয়তে উন্নত দেবকল্প মানবৰ পৰা অতি নিম্ন স্তৰৰ পশুকল্প অসভ্য বৰ্ব্বৰ পৰ্য্যন্ত সকলো মানবে যে কোনো প্ৰকাৰে হওক সৰ্ব্ব নিয়ন্তা পৰমেশ্বৰৰ উপাসনা আৰাধনা পূজা কৰি থাকে। কেৱল মানৱ নহয় নিতান্ত সম্ভৱ, সৃষ্টি প্ৰাণী মাত্ৰেই, নিজা নিজা প্ৰকৃতি ভাষা অৱস্থা অধিকাৰাদি অনুসাৰে পৰমেশ্বৰৰ সৃষ্টিৰ উদ্দেশ্য সাধনত নিযুক্ত, মহান পৰমেশ্বৰৰ পূজা আৰাধনাত নিৰত।

এক মহাসাগৰৰ জল সৌৰ কিৰণৰ আকৰ্ষণ বা অন্য যি কোনো কাৰণেই হওক—সমস্ত পৃথিবীৰ উৰ্দ্ধ অধঃ, সৰ্ব্বত্ৰ বিকীৰ্ণ হয়—ব্যাপ্ত হয়। বিকীৰ্ণ বিক্ষিপ্ত সেই অনন্ত জলৰাশি নানা প্ৰকৃতি, নানা ৰূপ, নানা অৱস্থা প্ৰাপ্ত হৈ কতো বা শীঘ্ৰ গতিত, কতো বা ধীৰ গতিত, কতো বা পান্থশালাৰ ন্যায় বিভিন্ন স্থানত অল্পকাল বা বহুকাল অবস্থান কৰি পুনশ্চ নিজৰ উৎপত্তি স্থান সেই মহাসাগৰত পতিত হয় গৈ। সচ্চিদানন্দ পৰব্ৰহ্মৰ মহাশক্তি জগজ্জননীৰপৰা সৃষ্টিৰো এই ৰূপ বিক্ষেপ বিকীৰণ

পুনশ্চ ক্ৰমে সেই শক্তিতে বিলয় সংঘটিত হয়। এতাদৃশ বাৰংবাৰ গমনাগমন যাতায়াত প্ৰতিনিয়ম অনন্ত কালৰপৰা হৈ আহিছে অনন্ত কাল যাবৎ হৈ থাকিবও।

পৰমেশ্বৰৰ সৃষ্টিকাৰিনী যি মহা শক্তিৰপৰা জাত অনন্ত জগতত বিক্ষিপ্ত বিকীৰ্ণ সৰ্ব্বত্ৰ ব্যাপ্ত অনন্ত কোটি জীব সমুহৰ সেই মহাশক্তিতে এই বিলয় এনেকুৱা চিৰন্তন যাতায়াত; কি জানে। কি এক ঐশ্বৰিক অজ্ঞেয় বা অজ্ঞাত অনিৰ্ব্বচনীয় বিধান বশতঃ, মহামায়াৰ স্নেহৰ অপৰিহাৰ্য্য আকৰ্ষণ বশতঃ, সৃষ্ট প্ৰাণী মাত্ৰৰে—সন্তান মাত্ৰৰে এই যে মহা কাৰণ লৈ মহামায়া জগজ্জননীৰ অমৃতময় দেহ মমতাৰ কোলাত আশ্ৰয় লবলৈ—সকলো জ্বালা যন্ত্ৰনা পাপতাপ, শ্ৰান্তি ক্লান্তি গুছাই মহাশান্তি পাবলৈ জ্ঞাত বা অজ্ঞাত অনুভূত বা অননুভূত আগ্ৰহ—লালসা, যত্ন অধ্যবসায়, এয়ে পৰমেশ্বৰৰ উপাসনা আৰাধনা, পূজা অৰ্চ্চনা। অতএব এই মহাশক্তি বা পৰমেশ্বৰক (শক্তি শক্তিমতোৰভেদাৎ) পূজা সেৱাদি কৰোতে আমি যি আদৰ্শ লওঁ তদ্বিষয়ক আলোচনাৰ সাৰ্থকতা আছে। কিন্তু ইতৰ প্ৰাণী জগতৰ বা বিদেশীয় বা ভিন্ন ধৰ্ম্মাবলম্বী বিভিন্ন জাতীয় জনসমাজৰ উপাসনা বা তাৰ আদৰ্শ বিষয়ে আলোচনা এই স্বল্পায়তন প্ৰবন্ধৰ উদ্দেশ্য নহয়। ইয়াত কেৱল হিন্দুৰে উপাস্য আদৰ্শৰ হে যথামতি সংক্ষিপ্ত আলোচনা কৰা হব।

এই বিষয়ে চিন্তা আৰু অনুসন্ধান কৰিলে দেখা যায় যে সো হং, ভাব, ব্ৰহ্মভাব, পিতৃভাব, মাতৃভাব, সখ্যভাব, বাৎসল্যভাব, কান্তভাব, দাস্যভাব, ইত্যাদি বিভিন্ন ভাবৰ উপসনা হিন্দু সমাজত প্ৰচলিত আছে। অধিকাংশ সম্প্ৰদায়ৰ মাজত উক্ত আদৰ্শৰ এটাই প্ৰাধান্য লাভ কৰে, অবশিষ্ট দুই বা তাতোধিক আদৰ্শে কিয়ৎ পৰিমাণে অপ্ৰধান ভাবে থাকে। কোনো সমাজত বা এটা মাত্ৰ আদৰ্শে সমাদৰ পায় বা উপেক্ষিত হয়। ভিন্ন ভিন্ন সম্প্ৰদায়ৰ মাজত এনেকুৱা এটা বা একাধিক ভিন্ন ভিন্ন ভাবৰ প্ৰচাৰ এবঞ্চ অপৰ বিলাকৰ অভাব হোৱাৰ বিশেষ কাৰণ আছে বুলি বুজিব পৰা যায়।

এই বিষয়ে নিৰপেক্ষ ভাবে আলোচনা কৰিলে দেখা যায় যে যেতিয়া আৰ্য্য হিন্দুসকল সকলো শুভ বিষয়তে প্ৰধানতঃ, আধ্যাত্মিকতাত সমুন্নত, তেতিয়া তেওঁলোকে সৰ্ব্বত্ৰ ব্ৰহ্মস্বত্ত্বা প্ৰত্যক্ষ কৰি—কৰামলকবৎ ব্ৰহ্মস্বৰূপ বুজিব পাৰি "ব্ৰহ্মবিদ ব্ৰহ্মৈবভবতি" এই নিয়মে "সো হম" "তত্ত্বমসি" প্ৰভৃতি বাক্য দ্বাৰা উপাস্য ব্ৰহ্মৰ সহিত নিজৰ একত্ব স্পষ্টকৈ ঘোষণা কৰি গৈছে। ইন্দ্ৰ, বায়ু, বৰুণ, সূৰ্য্য, অগ্নি, পুষা, বিষ্ণু, ৰুদ্ৰ প্ৰভৃতি দেবসমুহক ব্ৰহ্মভাবে প্ৰত্যক্ষ কৰি তেওঁলোকক বন্ধুভাবে সখ্যভাবে পিতৃভাবে মাতৃভাবে আহ্বান কৰি আনি বিবিধ যাগ যজ্ঞাদিত

ভোজন পানাদি প্ৰদান কৰি উৎসৱৰ অনুষ্ঠানতে কাল যাপন কৰিছিল। একমেৱাদ্বিতীয়ং সচ্চিদানন্দ ব্ৰহ্মই তদানীন্তন মাতা, পিতা, সখা ভাবে পূজকসকলৰ আগত বিবিধ দেবদেবী ৰূপে দৰ্শন দি তেওঁলোকৰ মনোৰথ পূৰণ কৰিছিল। দেবদেবী ৰূপী ব্ৰহ্ম যাৰ সখা, যাৰ মিত্ৰ, তাৰ জানো কোনো অভাব থাকিব পাৰে? সদয়া সুৰভী গৃহত অবস্থিতা হলে, গৃহস্থদ্বাৰা পূজিতা পালিতা হলে তাৰ জানো দধিদুগ্ধাদিৰ অভাব হয়? বস্তুতঃ তৎকালিক হিন্দুসকল সৰ্ব্ববিষয়ে সমৃদ্ধিশালী আছিল, গতিকে তেওঁলোক "আকাৰ সদৃশপ্ৰজ্ঞ, প্ৰজ্ঞয়া সদৃশাগমঃ আগমৈঃ সদৃশাৰম্ভ, আৰম্ভসদৃশোদয়"। অতএব প্ৰায়ই বাগ যজ্ঞাদি বিবিধ পুণ্য ব্ৰতৰ অনুষ্ঠান দ্বাৰা দেবদেবী ৰূপী উপাসনা আৰাধনা কৰি মহোৎসবতে কাল যাপন কৰিছিল। সকলো বিষয়তে যেনে উন্নত অবস্থা, সমষ্টি আৰু ব্যষ্টি ভাবে সমাজিক সকলেও তদনুৰূপ প্ৰকৃতি প্ৰাপ্ত হয় গতিকে পৰমেশ্বৰৰ সহিত মাতৃত্ব, পিতৃত্ব, সখিত্ব সম্বন্ধ স্থাপন তৎকালিক হিন্দু সমাজৰ সেই মহোচ্চ প্ৰকৃতিৰ নিতান্ত অনুকুল। সকলো বিষয়তে যেনে উন্নত জাতীয় প্ৰকৃতিও তেনে মহোচ্চ। মহোচ্চ প্ৰকৃতিৰ উপযোগী আদৰ্শও তাদৃশ মহান হয়াৰ অন্যথা হব নোৱাৰে—এই প্ৰকৃতিৰ প্ৰতিকুল দাস্যাদি ভাবে ঈদৃশ সমুন্নত সমাজত কদাপি প্ৰাধান্য লাভ কৰিব নোৱাৰে। যি ভাবে বা আদৰ্শে পূজা আৰাধনা, পৰমেশ্বৰেও উপাসকসকলক সেই "সো হম্" মাতা, পিতা, সখিৰূপে অনুগৃহিত কৰিছিল। বস্তুতঃ সেই কালত পূজা আৰু পূজক পৰস্পৰে সম্পদ্ বিনিময় দ্বাৰা স্বৰ্গ মৰ্ত্ত্য এই উভয় লোককে পৰিপোষণ কৰিছিল—এই কাৰণে হে তদানীন্তন সমাজত ধৰ্ম্মাঙ্গপূৰ্ণ-শান্তি সুখ সৰ্ব্বাঙ্গীন।।

যেতিয়া যেয়ে মাতৃভাবক প্ৰাধান্য প্ৰদান কৰি পৰমেশ্বৰক সেই ভাবে ভাবিছে, পৰমেশ্বৰেও উপাসকক স্বীয় স্নেহৰ সন্তান পুত্ৰ কন্যাৰ তুল্য কোলাত লৈ, সৰ্ব্ব বিপদৰপৰা ৰক্ষা কৰি, নিজৰ শান্তিময় স্নেহৰ কোলাত আশ্ৰয় দিছে। যেতিয়া পিতৃভাবে উপাসনা কৰিছে তেওঁত পিতাৰ তুল্য উপাসক সন্তানক ৰক্ষণাবেক্ষণ কৰি সন্তানৰ যাবতীয় শ্ৰেয়োলাভৰ উপায় কৰি দিছে। সখাৰ মত উপাসককো তেওঁ সৰ্ব্বপ্ৰকাৰে সখাৰ মত উপকাৰ কৰিছে। কান্তৰূপে উপাসনাকাৰীক তেওঁ প্ৰেমিকৰ তুল্য বক্ষঃস্থলত ধাৰণ কৰি অৰ্দ্ধাঙ্গ কৰি লৈছে। যিসকলে পুত্ৰৰূপে বাৎসল্য ভাবে তেওঁক ভাবনা কৰিছে, সুপুত্ৰ যেনেকৈ প্ৰকাৰে মাতা পিতাৰ উপকাৰ সাধন কৰি আনন্দ প্ৰদান কৰে, তেনেকৈ তেওঁ উপাসক মাতা পিতাক আনন্দ প্ৰদান কৰিছে। "শুচিৰ্দক্ষো নু ৰক্তশ্চ" ভৃত্যক দাস্য ভাবে উপাসনাকাৰীকো পৰমেশ্বৰে নিজৰ, তথা, স্বীয় পুত্ৰ কন্যা কলত্ৰ প্ৰভৃতি পৰিজনৰ সেবা শুশ্ৰূষা পৰিচৰ্য্যাদি কাৰ্য্যত নিযুক্ত

করি দাসর তুল্য ব্যৱহার করিছে। "যে যথা মাং প্রপ দ্যন্তে তাংস্তথৈব ভজাম্যহং"।— মোক যেয়ে যি ভাবে ভজে, ভাবে, উপাসনা করে, ময়ো তাক সেই ভাবে, অর্থাৎ মাতা, পিতা, সখা, কান্ত, প্রভূ প্রভৃতি রূপে অনুগৃহীত করো। ভগবন্তর এই মহা বাক্যও পূর্ব্বোক্ত সত্যরে (গীতাত) সাক্ষ্য প্রদান করিছে। গতিকে এনেকৈ কলেও অসঙ্গত নহব যে, অন্য আদর্শক গৌণ স্থান প্রদান করি, যি আদর্শক প্রাধান্য দি কোনো সমাজ বা সম্প্রদায়ে পরমেশ্বরক উপসনা করে, সেই সামাজিসকলে ক্রমে ক্রমে উক্ত আদর্শর উপযোগী জাতীয় প্রকৃতিক গঢ়ি তোলে। অর্থাৎ পিতৃভাবর পূজকসকল মহান পিতার উপযুক্ত সুপুত্র হয়, মাতৃভাবর পূজকসকল অনন্ত শক্তির আধারভূতা মহাশক্তি জগজ্জননীর শক্তিশালী সুপুত্র হয়, সখ্যভাবর পূজকসকল মহাকুলোৎ পন্ন অর্জ্জুনর তুল্য গুণগ্রাম লভি উপযুক্ত সখার স্বরূপ প্রাপ্ত হয়। "গুচি র্দক্ষো নুরক্তশ্চ দাস্য ভাবর উপাসক বিলাকেও মহাবীর হনুমানাদি তুল্য বহু দাসগুণযুক্ত দাসত্ব গুণ প্রাপ্ত হব। অর্থাৎ উপাসনার আদর্শ এবঞ্চ জাতীয় অৱস্থা আরু প্রকৃতি এই দুইয়ো মাজত, পরস্পরে কার্য্যকারণ ভাব নিয়ত বিদ্যমান।

ইয়াৰ আগতে কোৱা হৈছে যে, সমাজৰ প্ৰকৃতি বা অৱস্থা অনুসাৰে সামাজিকসকলে পৰমেশ্বৰক ভিন্ন ভিন্ন ভাবত আৰাধনা কৰে। সমাজৰ এই প্ৰকৃতিও সামাজিকসকলৰ সামাজিক অৱস্থা আৰু কাৰ্য্যাদিৰপৰা গথিত হয়। নিৰপেক্ষ বিজ্ঞসকলে স্বীকাৰ কৰিব যে মাতা পিতালৈ সন্তান বিলাকৰ ভক্তি স্নেহ সমাজৰ পৰবৰ্ত্তী কালৰ বহুবিধ কাৰণে বৃদ্ধি বা হ্ৰাস প্ৰাপ্ত হলেও মূলতঃ জনক জননীৰ দাম্পত্য প্ৰেমৰ ওপৰতেই ই নিৰ্ভয় কৰে। অত এব, যি দেশৰ বা যি সমাজৰ মানুহৰ মাজত দাম্পত্য প্ৰেম বিশুদ্ধ, দোষশূন্য যত অৰ্দ্ধনাৰীশ্বৰ পৰমেশ্বৰৰ অংশভূত পতিপত্নী বিবাহাবধি মৰণ কাল পৰ্য্যন্ত অধিক কি পৰ জন্মতো—"জগতঃ পিতৰৌ পাৰ্ব্বতী পৰমেশ্বৰৌ"ৰ তুল্য অৰ্দ্ধাঙ্গ স্বৰূপ সেই সমাজৰ মাতাপিতাৰ পুত্ৰকন্যা নিতান্ত মাতৃভক্তি আৰু পিতৃভক্তি পৰায়ণ নহৈ নোৱাৰে। এতাদৃশ সন্তানৰ মাতাপিতাৰ নিতান্ত অনুৰক্ত হোৱা স্বাভাবিক। গতিকে এতাদৃশ দেশৰ বা এনে সমাজৰ মানুহৰ মাজত মাতৃভক্তি পিতৃভক্তি অত্যন্ত অধিক, শৈশব কালৰ পৰাই জীবনান্ত কাল পৰ্য্যন্ত সন্তান সকলৰ মাতাপিতাৰ প্ৰতি ভক্তি অবিচলিত, এবঞ্চ এই ভাব বংশ পৰম্পৰাগত। গতিকে এই সমাজৰ সামাজিক সকল মৰণ কাল পৰ্য্যন্ত স্নেহ দয়াৰ প্ৰতিমূৰ্ত্তি স্বৰূপ "স্বৰ্গাদপি গৰীয়সী" জননীৰ "গগনাদপি উচ্চতৰ" পিতাৰ স্নেহ মমতা, যত্ন প্ৰাপ্ত। এই দেশৰ এই সমাজৰ মানব হৃদয়ত মাতৃভাব পিতৃভাব বিকাশ বা পূৰ্ণতা প্ৰাপ্ত হয়। গতিকে এই শ্ৰেণীৰ মানবসমূহৰ ভিতৰত পৰমেশ্বৰক মাতৃভাবে বা পিতৃ ভাবে উপাসনা কৰা

স্বভাবসিদ্ধ হৈ পৰে, অৰ্থাৎ জাতীয় প্ৰকৃতিৰ অনুকুল হৈ উঠে—মাতৃভাবে উপাসনা কৰা এতাদৃশ সমাজ স্বতঃসিদ্ধ ইয়াৰ ভিতৰত কাৰো পিতৃভাব কাৰো বা মাতৃভাব কিছু অধিক হলেও সুপুত্ৰত দুয়োটী ভাব প্ৰায় সমান ভাবে থাকে। জগজ্জননীৰ অংশভূতা মাতা সন্তানৰ শত অপৰাধ শত অত্যাচাৰ সৰ্ব্বসহা বসুমতীৰ তুল্য নীৰবে সহ্য কৰে। সন্তানৰ নিমিত্তে আজীৱন কত কত যন্ত্ৰনা ভোগ কৰে তাৰ ইয়ত্তা নাই। বাস্তবিক জননীৰ তুল্য অগাধ স্নেহ অসীম দয়াৰ আধাৰ জগতত আৰু অন্য কোনো নাই। গতিকে মাতৃভাব পিতৃভাব সমান হলেও পৰমেশ্বৰক মাতৃভাবে উপাসনা কৰা সন্তানৰ পক্ষে যে অতি মধুৰতম আদৰ্শ, মাতা পিতাৰ অধীন হলেও সন্তানৰ পক্ষে যে মহত্তৰ আদৰ্শ এই বিষয়ে সন্দেহ নাই।

যি দেশত বা যি সমাজত স্বামীৰ প্ৰতি পত্নীৰ অবিচলিত ভক্তি, শত দোষ শত উপেক্ষা শত লাঞ্ছনা সত্ত্বেও যি দেশত ভাৰ্য্যাৰ পতিভক্তি হিমাচলৰ তুল্য অবিচলিত, যত পত্নীয়ে পকিৰ প্ৰেমৰ আকাঙ্খা কৰে, পতিৰ সহিত সমানে হাব ভাব বিলাসাদি কৰে, খেলা কৰে, যি সমাজত পতিপত্নী ৰসিক পৰিহাস প্ৰিয়-সখীৰ মত পৰস্পৰে যেন সমান তদ্দেশীয়জন সমূহৰ মাজত মাতৃভাব আৰু পিতৃভাব বিকাশ হলেও কান্ত ভাবেহে প্ৰাধান্য লাভ কৰে। বাস্তবিক যি সমাজত ৰসিকতা আৰু বিলাসিতা অধিক—যি সমাজ বিলাস প্ৰকৃতিক তাৰ পক্ষে কান্তভাব নিতান্ত অনুকুল আৰু স্বাভাবিক। শুচি, দক্ষ আৰু অনুৰক্ত ভৃত্যই যেনেকৈ প্ৰভূৰ (গতিকে প্ৰভূৰ স্বজনাদিৰ) সেবা, পৰিচৰ্য্যা, পূজা কৰে, তেনেকৈ সন্তানেও মাতাপিতাক, পত্নীয়ে পতিক, সখাই সখাক আবশ্যক মতে ভৃত্যৰ কৰণীয় যাবতীয় কাৰ্য্যৰ দ্বাৰা পৰিচৰ্য্যা কৰে, সেৱাদি কৰি নিৰতিশয় আনন্দ প্ৰাপ্ত হয়। কিন্তু পাৰ্থক্য এই যে কিঙ্কৰে কিঙ্কৰ ভাবত কৰে, নিজক কিঙ্কৰ বুলি জানে, কিঙ্কৰ বুলি পৰিচয় দিয়ে, কিঙ্কৰত্বে সৰ্ব্বত্ৰ পৰিচিত হয়, পুত্ৰাদি ৰূপে পৰিচয় দিয়াৰ অভিলাষ বা চিন্তা তাৰ মনৰ বাক্যৰ অতীত, প্ৰকৃতিৰ প্ৰতিকূল। অপৰপক্ষে পুত্ৰই পুত্ৰবোধে, পত্নীয়ে পত্নীবোধে, সখাই সখীবোধে, সেই সেবা পৰিচৰ্য্যাদি কৰে পুত্ৰাদি নামে পৰিচয় দিয়ে, পুত্ৰাদি নামে সৰ্ব্বত্ৰ পৰিচিত হয়—পুত্ৰত্বে গৌৰব অনুভব কৰি মাতাপিতাৰ গ্যোৰব অক্ষুণ্ণ ৰাখিবৰ কাৰণে অযোগ্য অসৎ কৰ্ম্মত প্ৰবৃত্ত নহয়। এইৰূপ অবস্থাত কিঙ্কৰ ভাব তাৰ মহোচ্চ প্ৰকৃতিৰ নিতান্ত প্ৰতিকুল; অতএব এই অমৃতৰ পুত্ৰ বিলাকৰ মাজত দাস্যভাবৰ স্থান নাই। (১) যি দেশৰ বা যি শ্ৰেণীৰ লোক সমূহ অসভ্য বা অসভ্যকল্প বা পাৰি পাৰ্শ্বিক অন্যান্য জাতি বা শ্ৰেণীৰ অপেক্ষাৰ সৰ্ব্বপ্ৰকাৰে অত্যন্ত হীন, এবঞ্চ এই হেতু বহুকাল যাবৎ যিবিলাকে নিজৰ এই হীনতা উপলব্ধি কৰি আহিছে, সেই সমাজ, জাতি, বা

শ্ৰেণীৰ মাজত মাতা-পিতাৰ দাম্পত্য প্ৰেম থাকিলেও মাতৃস্নেহ পিতৃস্নেহ বা সন্তানৰ মাতৃভক্তি পিতৃভক্তি বিকাশ পালেও—পূৰ্ব্বোক্ত হীনতাৰ আৰু হীনতা বোধৰ আধিক্য হেতু তাত দাস্য প্ৰকৃতিয়ে—অতএব দাস্যভাবৰ উপাসনাই হে প্ৰাধান্য লাভ কৰে। এই কাৰণে জেৰতাৰ অংশাৰতাৰ হোৱা সত্ত্বেও মহাবীৰ হনুমানে প্ৰভু ৰামচন্দ্ৰক দাস্য ভাবেহে পূজা সেৱা কৰিছিল। সুগ্ৰীৱ বা বিভীষণ ৰজা আৰু ৰাজ ভ্ৰাতা, গতিকে তেওঁলোকৰ (সৰলতা বা ৰাজনীতি যি কাৰণে হওক) সখ্য ভাবত গ্ৰহণ পূৰ্ব্বোক্ত সত্যৰ ব্যতিচাৰ (Exception) নহয়। (২) যি দেশেৰ বা যি শ্ৰেণীৰ মানব পূৰ্ব্বোক্ত ৰূপ সৰ্ব্বৰপ্ৰায় আৰু যি বিলাকে বহুকাল যাবৎ দাসত্ব কৰি আহিছে, দাসৰ ভিন্ন উচ্চাদৰ্শ যাৰ স্বপনৰো অতীত, এতাদৃশ আৰু পূৰ্ব্বোক্ত সমাজত দাস্য প্ৰকৃতিয়ে অস্থিমজ্জাগত হৈ পৰে। অতএব এই স্বতঃসিদ্ধ বা উপাৰ্জিত দাস্য প্ৰকৃতিৰ প্ৰাবল্য বশতঃ সেই সামাজিক সকলৰ পক্ষে দাস্যভবে পৰমেশ্বৰক উপাসনা কৰা নিতান্ত অনুকুল—অত্যন্ত স্বাভাবিক। এই উভয় শ্ৰেণীৰ ভৃত্য প্ৰায়ই পশ্চালিখিত "শুচিদক্ষো নুৰক্তশ্চ" জাতিৰ কিঙ্কৰ হয়।

কিন্তু (১) আৰু (২) সংখ্যা চিহ্নিত উল্লিখিত দুই সমাজত যদি (ক) বিবাহ প্ৰথা প্ৰচলিত নাথাকে অৰ্থাৎ শাস্ত্ৰীয় বিবাহ ব্যতিৰেকে যদি পুৰুষৰ স্ত্ৰীগ্ৰহণ নাৰীৰ পতিগ্ৰহণ প্ৰথা প্ৰচলিত থাকে (খ) কিংবা যদি ৰমণীয়ে পূৰ্ব্ব পতিৰ পৰিত্যাগ অপৰ পতিক গ্ৰহণ কৰে (গ) অথবা বিধবাই পত্যন্তৰগ্ৰহণ প্ৰথা অত্যধিক প্ৰচলিত থাকে (ঘ) কিম্বা পুৰুষে যদি তুচ্ছ কাৰণে পূৰ্ব্বস্ত্ৰী বৰ্জ্জন কৰি অপৰ স্ত্ৰী গ্ৰহণ কৰি থাকে (ঙ) যদি উক্ত সমাজত নাৰী স্বৈৰিণী বা স্বৈৰিণীতুল্য হয়, (চ) এতাদৃশ আৰু অন্যান্য কাৰণ সমাজত বৰ্ত্তমান থাকে তেন্তে সেই দেশৰ সেই শ্ৰেণীৰ মাজত দাম্পত্য প্ৰেম থাকিব নোৱাৰে। প্ৰথমতঃ ৰিয়ৎ পৰিমাণে থাকিলেও সেই প্ৰেম (প্ৰকৃত পক্ষে কামহে) স্থায়ী নহয়। অতএব এতাদৃশ সমাজত মাতৃভাবাদিৰ তুল্য কান্তভাবেও সামাজিকসকলৰ প্ৰকৃতিৰ, অৱস্থাৰ, নিতান্ত প্ৰতিকুল। গতিকে কান্তভাব বিকাশৰ সম্ভাৱনাৰ এই মৰুক্ষেত্ৰত মুলেই নাই। সন্তান প্ৰায়েই মাতাপিতাৰ শাৰীৰিক মানসকি আৰু আধ্যাত্মিক ভাব লৈ জন্মগ্ৰহণ কৰে। গতিকে দম্পতীৰ ভিতৰত পৰস্পৰে বা অন্ততঃ অজনৰ অন্যজনলৈ প্ৰগাঢ় অনুৰাগ আসক্তি স্নেহ মমতা যি সমাজত নাথাকে তাদৃশ সমাজত সন্তান সমূহৰ পিতৃভক্তি বা মাতাৰ প্ৰতি স্নেহ সমাদৰ থকাও অসম্ভব। যি সমাজত নাৰীয়ে প্ৰায় প্ৰথম পতিৰ ঔৰষজাত সন্তান পৰিত্যাগ কৰি বা সেই সন্তান লগত লৈ অন্য পতিৰ আশ্ৰয় লয়, বিমাতাই বা মাতাৰ নতুন স্বামীয়ে সেই সন্তানক বাল্যকালৰপৰা প্ৰায় অবৈতনিক ভৃত্যবৎ ব্যবহাৰ কৰে। দৰিদ্ৰতা মাতা

পিতাৰ আলস্য বা কৰ্ম্ম বিমুখতা প্ৰভৃতি বিবিধ কাৰণেও এনে পুত্ৰক বহুবিধ পাৰিবাৰিক কাৰ্য্যত নিযুক্ত কৰিবলৈ বাধ্য। নিজৰ জনক জননী দ্বাৰা কাৰ্য্যত নিয়োজিত হলে "নিজৰ বা নিজৰ ঘৰৰে কাম" এনে বোধ থাকে দেখি সন্তানে সন্তোষৰ সহিত সেই কাৰ্য্য সম্পাদন কৰে। বিমাতা বা দ্বিতীয় পিতা দ্বাৰা নিয়োজিত হোৱাত,—বিশেষতঃ তেওঁলোকক স্নেহ বা সহানুভুতি নাপালে—নিজক নিতান্ত পৰ বুলি ভাবে—জগতত আপোন বুলিবৰ কোনো নাই এনে দাৰুণ ব্যথা হৃদয়ত সৰ্ব্বদা অনুভব কৰে। গতিকে আদিষ্ট কৰ্ম্মকো অসন্তোষৰ সহিত সম্পাদন কৰি কষ্টে কাল যাপন কৰে। নতুন ভাৰ্য্যাৰ বশীভুত পিতাই বা নতুন পতিৰ অধীনা মাতাই, কদাচিৎ ইচ্ছা কৰিলেও নতুন গৃহিনী বা পতিৰ ভয়ত বা নিজৰ অবহেলাত, কিংবা নিজেও পূৰ্ব্বে মাতাপিতাৰ স্নেহত অনভ্যস্ত হোৱাৰ কাৰণে অৰ্থাৎ পুত্ৰস্নেহৰ অভাৱৰ কাৰণে, উক্ত পুত্ৰক স্নেহ মমতাদি প্ৰায় নকৰে। বৰঞ্চ অনাদৰ উপেক্ষা উৎপীড়ন অত্যাচাৰ কৰি থাকে বা কৰিবলৈ বাধ্য হয়। এইৰূপ অবস্থাত পুত্ৰৰ মাতৃভক্তি বা পিতৃভক্তিস তেওঁলোকলৈ মমতা সমাদৰ প্ৰভৃতি প্ৰীতিৰ যাবতীয় গুণ গ্ৰাম বীজাকাৰে কিছু থাকিলেও বিকসিত বা বৃদ্ধি প্ৰাপ্ত হব কোনো মতে নোৱাৰে। পুত্ৰ যদি জাৰজ হয়, কিংবা মাতাৰ চৰিত্ৰ যদি মন্দ হয় তেন্তে পূৰ্ব্বোক্ত ৰূপ পুত্ৰই বা তাৰ সেই মাতাই অপৰ কোনো স্নেহশীলা পতিব্ৰতা পতিপুত্ৰবৎসলা "সতী মাতাৰ" উত্থাপিত হলে লাজতে ম্ৰিয়মান বা ক্ৰোধত অগ্নিশৰ্ম্মা হয়। এনে কি সেই পতিব্ৰতা পুত্ৰবৎসলা সতীলৈ উভয়তে বিজাতীয় হিংসা বা বিদ্বেষ পৰ্য্যন্ত হৈ থাকে। এইৰূপ অবস্থাত বিমাতা বা দ্বিতীয় পিতাৰ অহৰহঃ অত্যাচাৰ প্ৰাপ্ত পূৰ্ব্বোক্ত সন্তান শৈশবাবধি দাস্য ভাবত জীবন যাপন কৰা হেতু সেই অত্যাচাৰপ্ৰাপ্ত বিদ্ৰোহাত্মক দাস্য ভাবেই তাৰ পঞ্চ কোষময় শৰীৰক ওতপ্ৰোতৰূপে ব্যাপ্ত কৰে। সি এক প্ৰকাৰ দানবীয় বা ৰাক্ষস প্ৰকৃতিৰ দাস্য ভাব প্ৰাপ্ত হয়। অনুৰাগ বা স্নেহ মমতা শূন্য এনেকুৱা আসুৰিক দাস্য ভাব কেবল অন্নদাতা বা পালন কৰ্ত্তা পিতা বা প্ৰভুৰ প্ৰতিহে ভয়, অভ্যাস বা জীবিকাৰ কাৰণে কিয়ং পৰিমাণে থাকে। গতিকে এতাদৃশ ভৃত্যই প্ৰভুক এৰি তেওঁৰ প্ৰাণাপেক্ষা ও প্ৰিয়তম পুত্ৰ কন্যাদিৰ এবঞ্চ তদীয় মাতা পিতা প্ৰভৃতি গুৰু আৰু বান্ধবাদিৰো পাৰ্য্যমানে অবাধ্য হয়। তেওঁলোকৰ সেৱা পূজা বা যত্ন লবলৈও অবহেলা কৰে। এই ৰূপ অনুৰাগহীন ভৃত্যই "মই সকলোৰে চাকৰ নহয় প্ৰভুৰ হে চাকৰ, গতিকে অন্যৰ সেৱা পূজা কৰিলে মোৰ প্ৰভুভক্তি বহুগামিনী হব, ভক্তি ব্যভিচাৰিণী হব"—এই কুতৰ্ক তুলি সকলোকে উপেক্ষা কৰে। প্ৰভুৰ ন্যায় "তদীয়ানাঞ্চ সংসেবা" এই কৰ্ত্তব্য জ্ঞান তাৰ নাথাকে। এতাদৃশ অনুৰাগহীন কৰ্ত্তব্যজ্ঞানবিৰহিত

দাস্য ভাবর উপাসকক (১) কিংভৃত্য বা আসুৰিক ভৃত্য বুলি অভিহিত কৰিব পাৰি। ভৃতৰ প্ৰকৃতি জানি ক্ষমাশীল প্ৰভুৱে—উপাস্য দেবতাই—এই "কিংভৃত্যৰ" ধৃষ্টতা আৰু মূঢ়তা কিছু দিন যাবৎ সহ্য কৰে, ক্ষমা কৰে, স্বভাব পৰিবৰ্ত্তন (শাস্ত্ৰীয় উপদেশ দ্বাৰা) কৰিবলৈ সময় দিয়ে—কিন্তু তথাপি দুষ্ট সংসৰ্গ বা যি কাৰণে হওক, তাৰ সেই আসুৰিক (সুৰ বিৰোধিনী) প্ৰকৃতিৰ পৰিবৰ্তন নহলে বা উত্তৰোত্তৰ সেই ধৃষ্টতাৰ বঢ়াবাঢ়ি হলে, অবশেষত প্ৰভুৱে তাক "প্ৰহাৰেণ ধনঞ্জয়ঃ" কৰি বহিষ্কৃত কৰি দিয়ে; কাৰণ প্ৰভুৱে জানে যে "ন মূৰ্খজন সংসৰ্গঃ সুৰেন্দ্ৰ ভবনেস্বপি।" আৰু "পণ্ডিতো পি বৰং শত্ৰুঃ নমূৰ্খজন ভৃত্যতাষ বানৰেণ হতো ৰাজা" ইত্যাদি। এই প্ৰকাৰ দুৰ্ব্বৃত্ত ভৃত্যই কতো অধিক দিন আশ্ৰয় নাপায় গতিকে "ইতো নষ্ট স্ততো ভ্ৰষ্ট" হৈ পৰি শেষত চৌৰ্য্যাদি পাপ কৰ্ম্ম কৰি কাৰাগাৰত নৰক যন্ত্ৰনা ভোগ কৰাই এই "কিংভৃত্যৰ" শেষ পৰিণাম।

আগতে কোৱা হৈছে যে উল্লিখিত সমাজত (১) একতঃ জনক জননীৰ মাজত দাম্পত্য প্ৰেমৰ অভাব বা অল্পতা (২) দ্বিতীয়তঃ বিমাতাৰ বা জননীৰ দ্বিতীয়াদি পতিৰ আশ্ৰয়ত বা অন্যত্ৰ আশ্ৰয় এই দুই কাৰণে সন্তান জনক জননীৰ স্নেহৰপৰা বঞ্চিত। গতিকে উক্ত সমাজৰ সন্তানৰ হৃদয়ত মাতৃভক্তি বা পিতৃভক্তিৰ বিকাশ নহয়—হোৱা অস্বাভাবিক। বিমাতা বা দ্বিতীয় পিতাৰ অত্যাচাৰ উৎপীড়ণ নাপায় এনেকুৱা সৌভাগ্যশালী সন্তানো বিৰজ ভাবে এই সমাজত থাকিব পাৰে। এতাদৃশ সন্তান পশ্চাল্লিখিত "শুচি দক্ষো নুৰক্তশ্চ" শ্ৰেণীৰ কৈঙ্কৰ্য্য ভাব প্ৰাপ্ত হব পাৰে।*

(২) দ্বিতীয় বিধ ভৃত্য "শুচিৰ্দ্দক্ষো নুৰক্তশ্চ" ভৃত্য বা দাস্যভাবৰ উপাসক। কোন সমাজত বা কোম শ্ৰেণীৰ মানুহৰ মাজত এনেকুৱা ভৃত্যৰ জন্ম তাক আগতে উল্লেখ কৰা হৈছে। এই সাধু কিঙ্কৰে কায়মনোবাক্যে কেবল যে প্ৰভুৰ হে পূজা কৰে এনে নহয়—পৰন্তু প্ৰভুৰ ন্যায় তদীয় যাবতীয় পৰিজন, গৃহত উপস্থিত সখা, আত্মীয় স্বজনাদিৰ পূজা সেৱা, উপাসনা আৰাধনা কৰি প্ৰভুৰ অনুগ্ৰহভাজন হয়। কেৱল এয়ে নহয় এই ভৃত্যই প্ৰভুৰ পোহনীয়া হৰিণ, কুকুৰ, মেকুৰী, টীয়া, গৃহপালিত গো, অশ্ব, প্ৰভৃতি জন্তু অৰ্থাৎ প্ৰভুৰ যাবতীয় বস্তুলৈ এই সাধু ভৃত্যই প্ৰভুৰ সন্তোষাৰ্থে যথাসাধ্য, যথামতি, স্নেহ মমতা, পূজা সেৱা, কৰি থাকে। এই কিঙ্কৰে প্ৰভুলৈ ভক্তি ব্যভিচাৰিনী হোৱাৰ ফাকি বা গদাবাজী নকৰে। নিজৰ কৰ্ত্তব্যৰ বোধ আছে দেখি এতাদৃশ ভৃত্যই বুজিব পাৰে যে

"কীৰ্ত্তনং শ্ৰবণঞ্চৈব বন্দনং পাদ সেবনম্ তৎ পাদোদক সেবা চ তন্নি বেদিত ভক্ষণং তদীয়ানাঞ্চ সংসেবা * * * *।"

অৰ্থাৎ প্ৰভুৰ ন্যায়—উপাস্যৰ ন্যায়, তদীয় পুত্ৰ কন্যা কলত্ৰ, আত্মীয় স্বজনাদিৰো, প্ৰভুৰ এই সমস্ত বিভূতিৰো, "সংসেবা" (সম্যক্ সেৱা) পূজাৰাধনা কৰা, যত্ন লোৱা প্ৰভু সেৱাৰ এটা প্ৰধান অঙ্গ, প্ৰভুৰ সন্তোষ সম্পাদনৰ এটা সাধকতম কৰণ। এই অভিজ্ঞ কিঙ্কৰে জানে যে বৃক্ষই যে কৃষ্ণই পত্ৰ, পুষ্প, শাখা কাণ্ড, সমস্ত বৃক্ষদেহৰ চৰ্ম্মৰূপ বল্কল দ্বাৰাই ও ৰসাদি পান ভোজন কৰি পুষ্টি আৰু শোভাপ্ৰাপ্ত হয়। গতিকে যথাসাধ্য তৰুৰ শাখা কাণ্ডাদিৰ ওপৰত জল প্ৰদান কৰিলে বৃক্ষৰ অধিক উপকাৰ হয়—। যি পত্ৰ পুষ্প ফল শাখা কাণ্ডাদিৰ কাৰণে লোকে তৰুক আদৰ কৰে, যত্ন কৰি পৰিপালন কৰে, যি এই বিলাকেই বৃক্ষক শোভা প্ৰদান কৰে—তৰুক তৰুত্ব প্ৰদান কৰে সেই শাখা পল্লবাদিৰূপ মুখতো জলসেচনাদি কৰিব লাগে। তেতিয়া হে তৰুৰ পুষ্টি আৰু শোভা হয়। কেবল পদত খাদ্য পানীয়াদি দিলে তাক জীৰ্ণ কৰি শৰীৰত সমীকৰণ কৰা "পাদপৰ" পক্ষেও সিমান সহজ নহয়। অধিকন্তু অভিজ্ঞ ভৃত্যই জানে যে বৃক্ষ আৰু প্ৰভু বা উপাস্য দেবতা এক জাতীয় পদাৰ্থ নহয়। হলেও যেনেকৈ পৰমাণু ও "পদাৰ্থ" আৰু হিমালয়ও "পদাৰ্থ" অথচ এই উভয় পদাৰ্থতে মহৎ পাৰ্থক্য, তেনেকৈ বৃক্ষৰ আৰু উপাস্য ইষ্ট দেবতাৰ মাজত স্বৰ্গমৰ্ত্ত্য অন্তৰ। এই ৰূপ অবস্থাত ভৃত্যৰ পক্ষে, বৃক্ষৰ দৃষ্টান্তে, প্ৰভুৰ কেবল ভৰিত খাদ্য—পানীয়াদি প্ৰদান বাতুলতা মাত্ৰ। বাস্তবিক অগ্নিত দগ্ধ হলে সুবৰ্ণ উজ্জ্বল হয় দেখি কোনো অনভিজ্ঞ লোকে যদি মলযুক্ত, ৰাশীকৃত তুলাক জুইত পুৰি পৰিষ্কাৰ কৰিব খোজে তেন্তে তাক কোনে উন্মত্ত নুবুলিব? এই হেতু সুবোধ ভৃত্যই জানে যে প্ৰভুৰ অপেক্ষাও তেওঁৰ প্ৰিয়তম পুত্ৰ কন্যাদিৰ বিভূতিৰ (প্ৰভুৰ বিভূতি বোধে) পূজা পৰিচাৰ্য্যাদি কৰিলে—প্ৰভুৰ এই শাখা পল্লবাদিক যত্ন কৰিলেহে প্ৰভুৰ পৰিতোষ হয়। ইত্যাদি কাৰণে এই সাধু ভৃত্যই যথাযোগ্য, যথাসাধ্য, অনুৰাগ আৰু উৎসাহৰ সহিত প্ৰভুৰ বিভূতিসমূহতো সেবা পূজা কৰি নিজৰ কৰ্ত্তব্য পালন কৰে। এই ৰূপ ভৃত্যহে যথাৰ্থ ভৃত্য—ভৃত্যভাবৰ উপাসক, এবঞ্চ কৰ্ত্তব্যপৰায়ণ ঈদৃশ ভৃত্যই হে প্ৰভুৰ অনুগ্ৰহ আৰু প্ৰীতিৰ পাত্ৰ হয়। প্ৰভু যেতিয়া অন্যত্ৰ যায়—গোলোকাদি স্থানলৈ কিছু অধিক দিনৰ নিমিত্তে গমন কৰে, তেতিয়া পুত্ৰ কন্যাদি পৰি জনক এৰি নাযায়, লগতে লৈ যায়। গতিকে, মাতৃভাবে পিতৃভাবে উপাসক প্ৰভৃতি পুত্ৰাদিৰ তাত সেৱা শুশ্ৰূষাৰ সুবিধাৰ কাৰণে এই ৰূপ সাধুভৃত্যকহে সঙ্গী কৰে। এই কাৰণবশতঃ এনে সাধু দাসে, পূৰ্ব্বোক্ত অহৈতুকী ভক্তিৰ বলে, প্ৰভুৰ সামীপ্য" "সালোক্য" অনায়াসে লাভ কৰিব পাৰে।

প্ৰভুৰ নিবাস স্থান গোলোকাদিৰ স্থান মহাত্ম্যে উক্ত "শুচিৰ্দক্ষো নুৰক্তশ্চ"

কিঙ্কৰে পূৰ্ব্বাপেক্ষা অধিক অনুৰাগ, অধিক উৎসাহ, অধিক যত্ন আৰু তৎপৰতাৰ সহিত প্ৰভূক এবঞ্চ তদীয় পুত্ৰ কলত্ৰাদি পৰিজনক সেৱা শুশ্ৰূষা কৰিবলৈ ধৰে। কৰ্ম্ম কৰিবৰ নিমিত্তে এই ভৃত্যৰ শক্তি দ্বিগুণ বৰ্দ্ধিত হয়, ভৃত্যই যেন আৰু দুখন হস্ত প্ৰাপ্ত হয়। বৈকুণ্ঠাদি স্থানত সাধু ভৃত্যৰ এয়েই চতুৰ্ভূজত্ব প্ৰাপ্তি অন্য আৰু একো নহয়। ঢেকীয়ে স্বৰ্গলৈ গলেও ঢেকীৰ কৰ্ম্মহে কৰিব লাগে—ধান বানিব লাগে, চাউল কাৰিব লাগে, চিৰা খুন্দিব লাগে, কদাচিৎ দেবৰ্ষি নাৰদৰ বাহন ত্বত্ত কৰিব লাগে—ঢেকীৰ সৃষ্টিৰো উদ্দেশ্য এয়েই। এই দৰে, পুত্ৰৰ সৃষ্টিও পৃথিবীত যেনেকৈ তেনেকৈ বৈকুণ্ঠাদি লোকতো, পুত্ৰৰ কাৰ্য্য কৰিবৰ কাৰণে হে "পুত্ৰত্ব" গুণক perfection বা পূৰ্ণতা দিয়াহে—অতএব বৈকুণ্ঠাদি লোকত পুত্ৰৰ কাৰ্য্য কৰাই পুত্ৰৰ মুক্তি। দাসৰো সৃষ্টি উদ্দেশ্য যতে ততে দাস্যভাবে উপাসনা কৰিবৰ কাৰণে হে, দাসত্ব গুণক perfection দিয়া হে, বৈকুণ্ঠাদি লোকত সেই সেৱা শুশ্ৰূষা কৰাই—প্ৰভূৰ পুত্ৰ কন্যাদিক স্কন্ধত লৈ ফুৰিবলৈ যোৱাই সাদৰ সামীপ্য, সালোক্য মুক্তি।

যি পৰমেশ্বৰক বিচিত্ৰতাময় বিশ্ববাসীয়ে বিচিত্ৰতাৰে উপাসনাদি কৰি পবিশেষত বিভিন্ন ৰূপ সদ্গতি প্ৰাপ্ত হয় সেই—

"ত্বং স্ত্ৰী ত্বং পুমানসি ত্বং
কুমাৰ উত বা কুমাৰী।
ত্বং জীৰ্ণো দণ্ডেন সঞ্চৰসি,
ত্বং জাতো ভবসি বিশ্বতো মুখঃ।"

(শ্বেতাশ্বতৰোপনিষৎ)

পৰমেশ্বৰক জগতৰ জনক জননীক ভক্তিভৰে প্ৰণতি কৰি মোৰ এই ক্ষুদ্ৰ প্ৰবন্ধৰ উপসংহাৰ কৰিলো। ওঁ শ্ৰীকৃষ্ণাৰ্পণমস্তু।

শ্ৰীলক্ষ্মীকান্ত মিশ্ৰভাগৱতী।

## গীত।

কৰিছো কাকুতি হৰি কৰি কৰযোৰ।
নেৰিবা দুখীক বুলি পাপী মহা ঘোৰ।।
শুদ্ধ কৰি পাপ হিয়া,
দিয়া শান্তি পদ ছাঁয়া,
অৰ্পিছো সাদৰে আজি আজলি ভক্তিৰ।

প্ৰীতি ফুল উপহাৰ,
লোৱাঁ প্ৰভু তনয়াৰ,
কৰোঁ কৃপা বিতৰণ হেৰা দয়াময়।

শ্ৰীযমুনেশ্বৰী খাটনীয়াৰ।

# বিবধ বাতৰি আৰু সমালোচনা।

(কিতাপৰ সমালোচনা)

আমি শ্ৰীযুক্ত বেনুধৰ ৰাজখোৱা ডাঙ্গৰীয়া ই, এ, চিৰ পৰা আৰু দুখন ইংৰাজীলৈ তৰ্জ্জমা কৰা কিতাপ পাই গ্ৰন্থকাৰৰ শলাগ ললো। এখন অসমীয়া কুসংস্কাৰ বিলাকৰ তৰ্জ্জমা (Assamese Popular Superstition) আনখন কাণখোৱা পুথিৰ তৰ্জ্জমা (The Ear Eater) Assamese Popular Superstition নামৰ কিতাপখনিত এটা অতি সুন্দৰ পাতনি আছে। শ্ৰীযুক্ত ৰাজখোৱা ডাঙ্গৰীয়াই এই কুসংস্কাৰ বিলাক শ্ৰেণীবদ্ধ কৰি ছপাইছে। আমি তাহানিখনেই স্বামী বিবেকানন্দৰ বক্তৃতা এটাত পাইছিলোঁ যে Superstition or Most Superstitions are "Truth in Embryo" অৰ্থাৎ ভালেমান কুসংস্কাৰ সত্যৰ বীজ। ৰাজখোৱা ডাঙ্গৰীয়াই পাতনিত কুসংস্তাৰৰ বিষয়ে ভালেমান কৈছে। অবশ্যে কিছুমান কুসংস্কাৰে সময়ে সময়ে মানুহক মস্কিলতো পেলায়, কিছুমানে আকৌ মানুহৰ মনকো উন্নত কৰে এইটো সচা। কোনো বস্তুৰে অত্যাধিক বা অতি অলপ বেয়া। বেছি কুসংস্কাৰ পন্ন হলে যেনেকৈ অনেক কায কাম হানী হয়, সেই দৰে একেবাৰে কুসংস্কাৰবৰ্জ্জিত হলেও মানুহ অতি উদ্ধত হয়। সেই দেখি সকলো বিষয়ে সামঞ্জস্যৰ বাটেহে চলা উচিত। অকল আমাৰ অসমীয়াৰ হে যে কুসংস্কাৰ আছে এনেকুৱা নহয়, অতি উন্নত ইওৰোপীয়ান সকলৰ মাজতো ভালেমান কুসংস্কাৰপন্ন বিশ্বাস আছে যেনে—"১৩ অক্টোবৰেই অনেকৰ মনলৈ অমঙ্গলৰ চিন, গাত জেঠি পৰিলে গা ধুব লাগে, একেডাল জুইশলাৰে যদি তিনিজনে তিনটা চিগাৰেট ধৰাই লয় তেন্তে তিনি জনৰ এজন মৰে" ইত্যাদি ইত্যাদি। প্ৰত্যেক জাতিৰেই প্ৰত্যেক বিষয়তেই কেতথিনি নিজক বা সুকীয়া ভাব আৰু ভাবৰ বিকাশ আচাৰ, চলন ফুৰণ ইত্যাদি আছে। সেই জাতিটোৰ, ধৰ্ম্মবিষয়ৰ, আচাৰ বিষয়ৰ ভাব পালেই কব পৰা যায় সেই জাতিটো কিমান উন্নত, কেনেকুৱা মনৰ আৰু আচৰণৰ। অসমীয়া জাতিৰ Popular Superstitions, Proverbs, folk-tales এই বিলাকে অসমীয়া

মানুহৰ মনৰ ভাবৰ পৰিচয় দিয়ে। আমাৰ ৰাজখোৱা ডাঙ্গৰীয়াই যথেষ্ট অৰ্থব্যয় কৰিও, দেখাত তেওঁৰ অৰ্থ বিষয়ে কোনো লাভৰ আগন্তুক নাথাকিলেও, দেশৰ হিতৰ অৰ্থেই যে এনেকুৱা বিলাক কিতাপ উলিয়াব ধৰিছে এইটো দৰাচলতে বৰ শলাগিব লগীয়া।

কানখোৱা পুথিৰ ইংৰাজীলৈ অনুবাদ বৰ সুন্দৰ হৈছে। অসমীয়া কবিতাক এনে সুৱলাকৈ যে ইংৰাজি কবিতালৈ অনুবাদ কৰিছে এইটো বিশেষকৈ শলাগিব লাগিব।

আমি অন্তৰেৰে সৈতে শ্ৰীযুত ৰাজখোৱা ডাঙ্গৰীয়াৰ এনেকুৱাবিলাক কামত ধন্যবাদ নিদি নোৱাৰোঁ। ঈশ্বৰে তেওঁক দীৰ্ঘজীবি কৰি মঙ্গলে ৰাখক।

## মঞ্জৰী।

শ্ৰীযুত মহেশচন্দ্ৰ বৰুৱাৰ পুত্ৰ শ্ৰীমান সত্যেন্দ্ৰনাথ বৰুৱাই লিখা "মঞ্জৰী" নামেৰে সৰু কবিতা পুথি এখন পাইছোঁ। শ্ৰীমান সত্যেন্দ্ৰ বৰুৱা ১৬। ১৭ বছৰীয়া লৰা, স্কুলত পঢ়ে। তেওঁৰ মাতৃ বিয়োগ শোকেই তেওঁৰ হৃদয়ৰ কবিতা মুকলি কৰা যেন পাইছোঁ। পুথি খনত ১৫ টা সৰু সৰু কবিতা আছে। ভাষা প্ৰাঞ্জল, ছন্দ বিতোপন, ভাবো সুন্দৰ। আশা কৰোঁ অসমীয়া ৰাইজে এই পুথি খনক আদৰ কৰি ডেকা বৰুৱাক উৎসাহিত কৰিব। কাললৈ যদি এইদৰে লাগি থাকে তেন্তে শ্ৰীমান সত্য বৰুৱা এজন ভাল অসমীয়া কবি হবগৈ বুলি আশা কৰিব পৰা যায়।

## ধৃতৰাষ্ট্ৰৰ প্ৰতি সঞ্জয়ৰ উক্তি

ৰচোঁতা শ্ৰীযুত ৰামদেব শৰ্ম্মা।

ভগবদ গীতাৰ প্ৰথম দুই তিনি শ্লোকৰ বাখ্যা কৰি এই পুথিখনি কৰিছে। ৰচনা নৈপুন্যতা আৰু পাণ্ডিত্য শলাগিব লগীয়া।

## অসম সাহিত্য সম্মিলনৰ চতুৰ্থ অধিবেশনত সভাপতিৰ অভিভাষণ।

আমি শ্ৰদ্ধাষ্পদ শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীদেৱৰ বক্তৃতাটো এতিয়া পুথিৰ আকাৰে পাই বৰ আনন্দিত হৈছোঁ। সেইবাবে গোস্বামীদেৱৰ আমি শলাগ নলৈ নোৱাৰোঁ। এই বক্তৃতাত আমাৰ সাহিত্য সম্বন্ধে ভালেমান সাৰুৱা আৰু জানিব

লগীয়া কথা আছে। সকলো অসমীয়াৰে ইয়াক মনোযোগ দি পঢ়া উচিত। সাহিত্য কি বস্তু ইয়াক গোস্বামীদেৱে বিশদকৈ ব্যাখ্যা কৰি তাৰ পিছত আমাৰ হাতত কি পুজি আছে তাকো দেখুৱাইছে। তেখেতৰ মতে আমাৰ পুঁজি এইবিলাক ঃ—

১। গাওঁলীয়া গীত।

২। ভণিতা।

৩। মন্ত্ৰৰ পুথি।

৪। ধৰ্ম্ম সাহিত্য।

৫। বুৰঞ্জী সাহিত্য।

৬। নানা বিষয়ৰ পুৰণি পুথি।

গোস্বামীদেৱে এই প্ৰত্যেকটো বিষয়ৰ সাহিত্যৰ বিষয়ে যি কৈছে তাৰ উপৰি আৰু আমাৰ কব-লগীয়া সৰহ একো নাই। মন্ত্ৰৰ পুথিৰ বিষয়ে চেতনাৰ সম্পাদকে এটা criticism বা Suggestion দিছে। সেইটোৰ বিষয়ে আমি গোস্বামীদেৱৰ লগতে ভৰ দি মাথোন ইয়াকে কব খোঁজো যে যদিও আজিকালিৰ দিনত তন্ত্ৰ, মন্ত্ৰ এই দুটা বস্তু শিক্ষিত সমাজত অনাদৃত তথাপি সেই কালত আৰু বোধ কৰোঁ এতিয়াও ঠায়ে ঠায়ে অশিক্ষিতৰ মাজত তন্ত্ৰ মন্ত্ৰৰ বিশ্বাস কৰা মানুহ অসমত অনেক আছে। তন্ত্ৰ, মন্ত্ৰ কি এই বিষয়ে আমি আমাৰ দেৱদামোদৰ আৰু হিন্দু ধৰ্ম্মৰ বিষয়ৰ বক্তৃতাত অলপ কৈছিলোঁ। মন্ত্ৰ বস্তুটোৱেই হৈছে কোনো এটা বিষয়ত গোপনীয় ভাবে কিছুমান শব্দ আবৃত্তি কৰি মনক উন্নত কৰা। নিজৰ স্বাস্থ্য ভাল কৰি সৰহ চুম্বক শক্তি লাভ কাৰাৰ আৰু মনকো উন্নত কৰাৰ উপায় হৈছে চিত্ত সংযম একাগ্ৰতা, সমাধিস্থ অবস্থা পোৱা। এই সকল পাবলৈ মন্ত্ৰে যথেষ্ট সহায় কৰে। অৱশ্যে মন্ত্ৰ দুবিধ। সুমন্ত্ৰ কুমন্ত্ৰ। সুমন্ত্ৰে নিজৰো ভাল কৰে, আনৰো উপকাৰ কৰে। কুমন্ত্ৰে আনৰ অপকাৰ কৰি উঠি নিজৰো অনিষ্ট কৰে। সাপৰ মন্ত্ৰ, ডাইনী, যখিনী, পিশাচ, বিঢ়া বেতাল ইত্যাদি সাধন কৰা মন্ত্ৰও আছে; সেই দৰে ঈশ্বৰ কৃষ্ণক, ভগবতীক শিৱক সূৰ্য্যক, গণেশাদি আন আন দেব দেৱী সকলকো জপ কৰা, ভাবিব পৰা মন্ত্ৰ আছে। প্ৰভু মাধবদেৱে হৰি নামকে মুল মন্ত্ৰ বুলিছে।

আজি কালি বৈজ্ঞানিক যুগত অৱশ্যে শিক্ষিত সম্প্ৰদায়ে হয়তো সুধিব মন্ত্ৰে বা কেইটামান শব্দৰ সমষ্টিয়েনো কিটো material উপকাৰ সাধিব? ইয়াৰ উত্তৰত আমি বৰ্ত্তমান সময়ৰ Theosophy বিজ্ঞান মতেই কওঁ যে words have effects. মন সংযম কৰি তন্ময় চিত্তেৰে শব্দ উচ্চাৰণ কৰিলে আৰু প্ৰত্যেকটো শব্দ কৰপৰা উদ্ভৱ হৈছে এইটো সংযম ৰাখি শব্দ মনে মনে আবৃত্তি বা উচ্চাৰণ কৰিলে

তাৰ ফল অকৰকম হবই হব। প্ৰমাণ স্বৰূপে আমি কথা এটা চাবলৈ কওঁ। কাৰো যদি টান জ্বৰ হয়, আৰু সেই জ্বৰত ভাল সাত্বিক অৰ্থাৎ গাত সৰহ চুম্বক শক্তি থকা শ্ৰেষ্ঠ এজনৰ হতুৱাই যদি মূৰত ধৰাই বটুক বা শিতলাৰ স্তব কাৰোবা যায় তেন্তে ৰোগীয়ে অন্ততঃ সেইখিনি সময়ৰ ভিতৰত শব্দ শুনি শুনি অলপ আৰাম পাব। কেচুৱা লৰাই টোপনি নাহি কান্দিলে অনেক মাকেই যে কাণখোৱাৰ পদ মাতি লৰাক টোপনি নিয়াই এই কথা বোধ কৰোঁ এটায়ে জানে। গুণ গুণ কৰি গোৱা গীতে কাণত মধুৰতা উৎপাদন কৰি টোপনি নিনিয়াইনে? অৱশ্যে গীত যেনেকৈ ৰাগে তানে গালেহে কাৰ্য্যকৰি হয় সেই দৰে মন্ত্ৰকো ছন্দে ছন্দে উচ্ছাৰণ কৰিলেহে বা বিধি বিধান মতে মনে মনে আবৃত্তি কৰিলেহে ফলপ্ৰদ হয়। আমি তাহানিখন বৰপেটাৰ কীৰ্ত্তন ঘৰৰ দুৱাৰমুখতে বিলৰ পৰা মাছ মাৰোঁতে পানীমৰলী সাপেখুটিওৱা মানুহ এজনীক এজন ডেকাই তাইৰ খোটা ভৰিৰ আগতে মাটিত পানী ধালি মনে মনে মন্ত্ৰ আবৃত্তি কৰি মাটিত জোৰেৰে চাদৰ একন কোবাই ২ তাইক বিষ নামিছেনে এই কথা মাজে মাজে শোধাত তাই তেতিয়া কোন খিনিলৈকে নামিছে এই কথা কোৱা আৰু এই ক্ৰিয়া কৰা দেখিছিলোঁ। তাতোকৈ সৰুতে চাকৰৰ লৰা এটাক এটা ডাইল সাপে কামোৰাত এটা কোচ কুলীয়া মানুহে গধূলিৰেপৰা ৰাতি ৩টা বজালৈকে বিহ ধেকিয়াৰে মন্ত্ৰ মাতি মাতি জাৰি ভাল কৰা দেখিছিলোঁ। মন্ত্ৰ সুৰ লগাই শুদ্ধকৈ ছন্দে বন্ধে উচ্ছাৰণ কৰিলেহে যে ফলদায়ক হয় ইয়াকো দেখিছোঁ।

আমি এনেকুৱা সমালোচনাতে অসমীয়া ৰাইজক সৰহকৈ মৰ বিশ্বাস জন্মাবলৈ বা মন্ত্ৰ শিকিবলৈ উদগোৱা ইচ্ছা নহয়। মুঠতে এইটো কওঁ যে বোখ কৰোঁ words have effects মন্ত্ৰে Personal Magnetism বঢ়াব পাৰে আৰু বিশ্বাস কৰা মানুহক faith ৰ বলেৰেও বেমাৰৰপৰা আৰোগ্য কৰিব পাৰে।

শেহত আমাৰ সাহিত্য বিষয়ে কৰ্ত্তব্য কি এই কথাৰ সমিধানত কও যে গোস্বামীদেৱে কৈছে সেই সকলৰ উপৰিও আমি অসমীয়া ৰাইজক চেতনাত প্ৰকাশ হোৱা শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈদেৱে লিখা অনুবাদৰ বিষয়ে প্ৰবন্ধটো সকলোকে মন দি পঢ়িবলৈ খাটো। গোস্বামীদেৱৰ বক্তৃতা আৰু শ্ৰীযুত সন্দিকৈ দেৱৰ প্ৰবন্ধ অনুসাৰে অসমীয়া গ্ৰন্থকাৰসকলে আৰু অসমীয়া ৰাইজে কাম কৰিলে যে আমি জাতি টোৱেই টনকীয়াল হম তাত কোনো ভুল নাই। দুখৰ বিষয় আমি জাতি টোৱেই অৰ্থ সম্বন্ধে বৰ দুখীয়া। অৱশ্যে সমবেত চেষ্টা কৰিলে যে ভালে মান দুৰ আগুৱাব পাৰিম তাৰ ভুল নাই। আমি মহাকবি চেক্সপিয়াৰৰ হেম্‌লটৰ হাতে লিখা অতি সুন্দৰ আমিত্ৰকাৰ ছন্দত অনুবাদ কৰা পুথি এখন দেখিছোঁ। আৰু শুনিছোঁও যে মাহকবিৰ আৰু ২। ১ খন পুথিও অনুবাদ হৈছে। গ্ৰন্থ কাৰৰ নিজৰ ধনৰ অভাবত ছপা নহৈ পৰি আছে।

# প্ৰতি সমালোচনা।

৮ম সংখ্যা প্ৰদীপিতাক 'চেতনাত প্ৰকাশ হোৱা "নাম ঘোষা" নামক প্ৰবন্ধৰ সমালোচনা এটি ওলাইছে। লেখক শ্ৰীযুত ঘনশ্যাম দেব শৰ্ম্মাই প্ৰবন্ধটি পঢ়ি সমালোচনা কৰিবলৈ ওলাইছেনে প্ৰবন্ধটোৰ নাম শুনি লেখিছে অলপ সন্দেহৰ কথা। কিয়নো প্ৰবন্ধৰ ভিতৰত থকা বহুত কথাক তেখেতে ভুলকৈ উদ্ধাৰ কৰিছে। যি হওক তেওঁৰ প্ৰবন্ধৰ সমালোচনা তেওঁৰ নিজৰ প্ৰবন্ধৰ ভিতৰতেই আছে।

মোৰ মূল প্ৰবন্ধত আছে "শঙ্কৰ দেবৰ ভক্তিৰত্নাকৰ আৰু ভট্টদেবৰ ভক্তিবিবেক এই দুখন গ্ৰন্থ মূল সংস্কৃত শ্লোকবোৰৰ সংগ্ৰহ মাথোন। সেই দেখি ভক্তিগৌৰৱ পৰিচাৰক হালেও সেই দুখনক জাতীয় সাহিত্যৰ ভিতৰুৱা বুলি ধৰিব নোৱাৰি"।

সমালোচকে কেবল "ভক্তিবিবেকৰ" নাম উল্লেখ কৰিছে। এই দুখনক জাতীয় সাহিত্যৰ ভিতৰুৱা বুলি নধৰাৰ কাৰণ দুইখনেই সংস্কৃত ভাষাত লেখা। জাতীয় ভাষা আৰু জাতীয় সাহিত্যৰ সম্বন্ধ মঙহ ছালৰ দৰে। বঙ্গদেশৰ ৰূপসনাতন গোস্বামী সকলে সংস্কৃত ভাষাত বহুত কবিতা লেকিছিল সেই বোৰ বঙ্গীয় জাতীয় সাহিত্যৰ ভিতৰত কোনেও ধৰা দেখা নাই। তাত বাজেও ভক্তিৰত্নাকৰ আৰু ভক্তিবিবেক ভক্তি বিচাৰ মূলক ধৰ্ম্মগ্ৰন্থ, সেই বোৰ লৌকিক সাহিত্যৰ ভিতৰত নপৰে।

"নাম গোষাও" এক হিচাবত বিচাৰ গ্ৰন্থ। কিন্তু বিচাৰ গ্ৰন্থ বুলি স্বীকাৰ কৰিও ইয়াৰ ভিতৰত কিমান খিনি মাধবদেবেৰ আত্ম প্ৰকাশ (যিটো লৌকিক সাহিত্যৰ ভিতৰত ধৰা হয়) আছে, সেইটো বিচাৰ কৰাহে উক্ত প্ৰবন্ধৰ উদ্দেশ্য আছিল। সমালোচকে মন দি প্ৰবন্ধটো পঢ়ি চালে পাব যে নামঘোষাৰ ধৰ্ম্ম বা দাৰ্শনিক তত্ত্বক ইয়াৰ সাহিত্য হিচাবে মূলত গণনা কৰা হোৱা নাই।

ঘোষাৰত্নক নাম ঘোষাৰ লগত সাহিত্য হিচাবেহে তুলনা কৰা হৈছিল। হব পাৰে ঘোষাৰত্ন দাৰ্শনিক তৎথ্য থকা হিচাবে নাম ঘোষাতকৈও ডাঙৰ গ্ৰন্থ। কিন্তু যি যি গুণ বেছি পৰিমাণে থকাৰ কাৰণে নামঘোষাক ঘোষাৰত্নতকৈ ডাঙৰ গ্ৰন্থ বোলা হৈছে সেই সেই গুণ ঘোষাৰত্নত নাই বা কম পৰিমাণে আছে। সমালোচকে যদি তুলনা কৰি উলিয়াব পাৰে সেইটো ভাল কথাহে। কিয়নো মোৰ চকুত যিটো পৰা নাই সেইটো তেওঁৰ চকুত নপৰিবৰ কোনো কাৰণ নাই।

পুৰাণ বৈষ্ণৱ সাহিত্যৰ আৰু মহা পুৰুষসকলৰ চৰিত্ৰ অলপ অচৰপ আলোচনা কৰি যি সন্ধান পাইছো তাৰ পৰা মোৰ ধাৰণা হৈছে যে ঘোষাৰত্ন নামঘোষাৰ পিছত ৰচিত হৈছে। লেখকে যদি দেখুৱাব পাৰে যে ঘোষাৰত্ন নামঘোষাৰ আগত লেখা

তেনেহলে তেওঁৰ প্ৰমাণ তেওঁ দিয়া উচিত। তাৰ পিছত শব্দ ব্যবহাৰৰ ভুল "ব্ৰাহ্মণ সকলৰ সাম্প্ৰদায়িক বিদ্বেগ" ইত্যাদি। মাধবদেবৰ সম সামায়িক ঘটনা উল্লেখ কৰিছো, সাম্প্ৰদায়িক বিদ্বেষ যে আছিল সেইটো সমালোচকেও স্বীকাৰ কৰিছে। নতুনকৈ প্ৰবৰ্ত্তিত হোৱা বৈষ্ণব ধৰ্ম্মক যে ব্ৰাহ্মণ সকলে প্ৰথম আস্থাত বিদ্বেষ ভাবে কইছিল—এইটো কি শঙ্কৰ কি দামোদৰ গোটেই কেইজন মহাপুৰুষৰ তৰিততে আছে। চৰিত গত ঘটনাৰ উল্লেখ কৰাত সমালোচকৰ আপত্তিৰ কাৰণ নেদেখো। প্ৰবন্ধৰ আন এঠাইত আছে বিদ্বেষ পৰায়ণ নিন্দুক সকলৰ প্ৰতি ইত্যাদি। প্ৰবন্ধৰ ভিতৰত "নিন্দুক" শব্দ অনিৰ্দ্দিষ্ট ভাবে ব্যৱহাৰ কৰা গৈছে। নাম ঘোষাৰ ভিতৰত আছে নিন্দুক সকলৰ কথা অনিৰ্দ্দিষ্ট ভাষাত কোৱা আছে, ময়ো সেইভাবে ধৰিছো। সমালোচকে ধৰি লয় কিয় যে "নিন্দুক" মানে ব্ৰাহ্মণ?

'যাজত' শব্দটো যি ঠাইত যি ভাবে ব্যবহাৰ কৰিছো তাত এইটো খাটে। ইয়াৰ বিস্তৃত ব্যাখ্যা সমালোচকৰ মনঃপুত নহব।

যি হওক পুৰণি অসমীয়া সাহিত্য প্ৰবন্ধাৱলীৰ ভবিষ্যৎ সমালোচক সকলৰ সেইকাৰ্য্যৰ নিমিত্তে কৈ থোৱা উচিত যে অসমীয়া সাহিত্য মানে আমি অসমীয়া ভাষাত লেখা পুথিক হে ধৰিছো। আৰু 'সাহিত্য' আৰু ধৰ্ম্ম শাস্ত্ৰৰ" মৌলিক প্ৰভেদ স্বীকাৰ কৰি লৈছো। এইটো কি সংস্কৃত কি ইংৰাজী সকলোবোৰ সাহিত্য বিষয়ক শাস্ত্ৰই মানি লৈছে।

## নীলকণ্ঠ কৃত শ্ৰীশ্ৰী দেৱ দামোদৰ চৰিত্ৰ।

(৮ম সংখ্যাৰ ৩২৮ পিঠিৰ পিচৰ পৰা)

সভা বিসৰ্জ্জিয়া সবে হৰিধ্বনি কৰি।
বৈকুণ্ঠে বহৌক দ্বিজ বোলে হৰি হৰি।।
সঙ্কৰত মেলাই দামোদৰ গৃহে গৈলা।
আনো নানা ভক্ত সবে দশোদিশে গৈলা।।
শঙ্কৰ মাধব নিজ থানত বহিলা।
শুনা পাছে দামোদৰ যি কৰ্ম্ম কৰিলা।।
পিতৃৰ সম্বৎসব যেবে আসিয়া মিলিলা।
ব্ৰাহ্মণসবক আনি একত্ৰ কৰিলা।।
দধি দুগ্ধ ঘৃত মধু আনিলা কোচাই।

কদলী তাম্বুল সবে কৰি এক ঠাই।।
সভা পাতি শঙ্কৰক ভক্ত সমে নিলা।
বাসুদেব সৰ্ব্বেশ্বৰ দুইহাঙ্ক অনাইলা।।
শঙ্কৰে মাধবে হৰি কীৰ্ত্তন কৰিলা।
দামোদৰে শ্ৰাদ্ধ আদি কৰ্ম্ম সমাপিলা।।
ব্ৰহ্ম ভোজ দিয়া যচ দ্বিজক তুষিলা।
শূদ্ৰাদি লোকক সবে ভোজন কৰাইলা।।
শঙ্কৰৰ সঙ্গে যত ভক্ত আছিলন্ত।
তাসম্বাকো ষড় ৰসে অন্ন ভুঞ্জাইলন্ত।।
বস্ত্ৰমালা চন্দনে দুইহাঙ্ক তুষিলন্ত।
ভকতসবক পুষ্প চন্দন দিলন্ত।।
যাক যেন মতে লাগে সেহি মতে দিলা।
*ভক্ত সমে শঙ্কৰক বিদায় কৰিলা।।
আনো যত বিপ্ৰগণ আসিয়া আছিলা।
যথাযোগ্যৰূপে তাঙ্ক বিদায় কৰিলা।
সৰ্ব্বেশ্বৰ মাধবৰ থানক চলিলা।।
শুনা নৰনাৰী তেজা কথাৰ সংশয়।
শুদ্ধ হৈয়া দ্বিজে পাইলা বৈকুণ্ঠ নিশ্চয়।।
যেতিকালে বিপ্ৰ গৈলা বিমানিক ৰথে।
*সম্বৎসৰ সঙ্কলিলা চলি যান্ত পথে।।
এতেকে যতেক কাৰ্য্য পথে নিবৰ্ত্তিলা।
শুদ্ধ হয়া দ্বিজে গৈয়া বৈকুণ্ঠে ৰহিলা।।
† বেদ মন্ত্ৰ শ্ৰাদ্ধ আদি কৰ্ম্ম ক্ৰিয়া যত।

---

*অন্য এখন পুথীত এই শাৰীতে এই ৰূপে পাঠান্তৰ আছে :—
শঙ্কৰক ধৰ্ম্ম অৰ্থে পঞ্চ টঙ্কা দিলা।
সব ভক্ত সমে তাঙ্ক বিদায় কৰিলা।।
*মৰ্ত্ত্যলোকৰ এবছৰে দেবলোকৰ এদিন।
† এই খিনিতে বৈদিক ক্ৰিয়া আৰু হৰিনামৰ সামঞ্জস্য দেখুৱাইছে। "যেতেক কৰা বেদ বেদাঙ্গ হৰিনামে কৰে সবাকো সাঙ্গ" শ্ৰাদ্ধ অন্তে নামধৰা প্ৰথা সততে বিদ্যমান। অকল শ্ৰাদ্ধেও নহয় শ্ৰাদ্ধ এৰি অকল নামেও নহয়।
বঙ্গালী সকলেও দুৰ্গোৎসৱৰ গোসানী দশমীৰ দিনা বিসৰ্জ্জন দি আহি কীৰ্ত্তন কৰে। নাম কীৰ্ত্তন পূজা সেৱা নিত্য শ্ৰাদ্ধ বিবাহ দুৰ্গোৎসৱ এই বিলাক নৈমিত্তিক।

ভকতিৰ মতে শুদ্ধ কেবল নামত।।
যেতিক্ষণে নাম লৈয়া দেহক চাৰয়।
সবে শুদ্ধ হুয়া বিষ্ণু স্বৰূপ পাৱয়।।
এতেকে তাহাত কোন আছয় সংশয়।
বিষ্ণুৰূপে লভি গৈলা বৈকুণ্ঠ নিলয়।।
তথাৰ নিমিষে ঐত বৰিষেক গৈলা।
যেন গঙ্গ স্নানি যাইতে পথে বৃষ্টি ভৈলা।।
কৰ্ম্ম শুদ্ধি নাম শুদ্ধি দুয়ো শুদ্ধি ভৈলা।
অক্ষয় স্বৰ্গক লভি বৈকুণ্ঠক গৈলা।।
বৈকুণ্ঠৰ দিব্য ভোগ ভুঞ্জি প্ৰতিনিত।
মধুৰ আলাপে ৰাম মাধব সহিত।।
দামোদৰ প্ৰসাদত সবে সিদ্ধ ভৈলা।
নীলকণ্ঠ দাসে সংক্ষেপ ৰচিলা।।

## শ্ৰীশঙ্কৰৰ বৰপেটালৈ আগমন আৰু থান নিৰ্ম্মাণ।

### পদ।

যেখন শঙ্কৰ বৰদোৱাৰ আসিলা।
বৰভিটা থানে ৰহি সত্ৰক কৰিলা।।
তহিতে অনেক তাঁতি সুবেশ আছিলা।
তাসম্বে অনেক পাট বস্ত্ৰ বুই দিলা।
ৰাজা নৰনাৰায়ণে শ্ৰীশঙ্কৰেক।
দৰগা পাতিয়া দিয়াছিলা তাসম্বাক।।
বৰপেটা গ্ৰামৰ ভূঞাক কৰিলন্ত।
ভূঞালি কৰ্ম্মত ৰামৰায়ক দিৰন্ত।।
ৰাজাৰ পত্নীয়ে বস্ত্ৰ সকলে বোৱাইলা।
বৃন্দাবনী বসনৰ কাম কৰাইলা।।
সিয়ো বস্ত্ৰ নিৰ্ম্মি মন্ন নৃপতিক দিলা।
সেহি থানে শঙ্কৰৰ চিত্ত মগ্ন ভৈলা।।
বিষয়ৰ কাৰ্য্য ৰামৰায়ত অৰ্পিলা।

সিথানর হস্তে বৰপেটাক আসিলা।।
কীৰ্ত্তন মন্দিৰ আনো গৃহক সাজিলা।
শয়ন ভোজন গৃহ সমস্তে নিৰ্ম্মিলা।
ভিতরে বৈঠক ঘর বাজে মেলঘর।
বাটঘর বাসাঘর কপাট দুৱার।।
চতুৰ্পাশে বেঢ়ি হৰকলীয়া দিলন্ত।
বাহিৰুৱা ভিতৰুৱা কুপ করিলন্ত।।
আনো নানা প্ৰারম্ভর থান করিলন্ত।
তথাতে শঙ্কর মহারঙ্গে বঞ্চিলন্ত।।
যতলোক শঙ্করর পাশক আসন্ন।
গুরু মানি শঙ্করক কৃষ্ণত ভজয়।।
অন্যদেব ধৰ্ম্মমানে দূরতে তেজিলা।
নাম ধৰ্ম্ম লৈয়া সবে কৃষ্ণক ভজিলা।।
নিকটে আসিয়া যেবে শঙ্কর রহিলা।
শুনা দামোদরে পাছে যি কৰ্ম্ম করিলা।।
তাঁতিপুরে থাকিয়া শঙ্করে শুনিলন্ত।
আমি কৃষি কৰ্ম্মে ব্যগ্র বুলি কহিলন্ত।।
তাক দেখাই শঙ্করর পাশক যাবন্ত।
আনন্দে প্ৰসঙ্গ দুয়ো করিলা থাকন্ত।।
নাম আনন্দক শুনি হৃদয় দ্ৰবয়।
হরিষে লোতক দুয়ো নয়নে বহয়।।
এহিমতে থাকন্তে প্ৰসঙ্গ সাঙ্গ হয়।
তেবেসে গৃহক লাগি গমন করয়।।
দাসগণে কৃষি কৰ্ম্ম করন্তে থাকয়।
কিরিষির ধান্য তেহোঁ দুগুণে পাবয়।।
দামোদর শঙ্করর প্ৰীতি বাঢ়ি যায়।
যেন এক দেহ দুইরো ভিন্ন বাব নাই।।
শঙ্কর মাধব দামোদর তিনি জন।
একেলগে হরি গুণ কীৰ্ত্তন।।
রামরায় গুরু নারায়ণে সমে গান্ত।

উদাৰ গোবিন্দ আদি যতেক আছন্ত।।
প্ৰেমানন্দ হুয়া কতো লোতক ঝৰয়।
হাসন্ত নাচন্ত কতো কান্দি বাগৰন্ত।।
এহিমতে কতোদিন কীৰ্ত্তন কৰয়।
পথিকসকলে শুনি যাইবে নপায়।।
বৈকুণ্ঠ সমান সিটো বৰপেটা ভৈলা।
শঙ্কৰ মাধৱ দামোদৰ তিনি ৰৈলা।।
দামোদৰ ভাগৱত কহিয়া থাকন্ত।
একদিন শঙ্কৰে পাছে তাঙ্ক বুলিলন্ত।।
ব্ৰাহ্মণ সজ্জন লোক যতেক আছয়।
ভজাউ সবাকে তুমি নাহিকে সংশয়।।
দামোদৰে বোলে তুমি আছহা সাক্ষাৎ।
তথাপিতো ইটো ভাৰ লাগিল আমাত।।
ভজাইবোঁ লোকক মই জানা স্বৰূপত।
সৎসঙ্গ ঘটিলে তেবে শৰণ পাৱত।।
শূদ্ৰে ব্ৰাহ্মণক মন্ত্ৰ দিবাক নপায়।
এতেকেসে শিক্ষা দিয়াইবোঁহো অন্য ঠাই।।
গঙ্গাস্নান কৰি আমি নামিবো যাবৎ।
প্ৰসঙ্গ প্ৰবৰ্ত্তি তুমি পঢ়িবাহা ভাগৱত।।
মনোনিত সিদ্ধি তুমি তাৱৎ লভিবা।
আমাত অধিক তুমি ধৰ্ম্ম প্ৰবৰ্ত্তাইবা।।
এতেক কহিয়া কথা শঙ্কৰ চলিলা।
নীলকণ্ঠ দাসে পদ সংক্ষেপে ৰচিলা।।

**শঙ্কৰদেৱৰ তীৰ্থ যাত্ৰা, চৈতন্য দৰ্শন, প্ৰত্যাগমন, ৰামৰায় আৰু শ্ৰীশঙ্কৰদেৱৰ পত্নী শ্ৰীশ্ৰীদামোদৰদেৱত শৰণ।**

## পদ

ৰাম ৰাম গুৰু মাধৱক লগে লৈলা।
ভাটিদেশে যাইবাক শঙ্কৰ সাজ ভৈলা।।

নৰায়ণ ঠাকুৰ প্ৰভৃতি ভক্তচয়।
শঙ্কৰৰ লগত যে সমস্তে চলয়।।
সবে সমবিতে গঙ্গা স্নান কৰিলন্ত।
ওৰেষাক গৈয়া জগন্নাথ দেখিলন্ত।।
চৈতন্যক দেখিবাক নদীয়াক গৈলা।
সংকীৰ্ত্তন মন্দিৰত শঙ্কৰ গৈয়া ৰৈলা।।
চৈতন্যৰ ভক্তে দেখি পুছিলা তেখন।
কৈৰ তুমি সব ঐক আইলা কি কাৰণ।।
শুনিয়া মাধবে তাঙ্ক সমিধান দিলা।
পূৰ্ব্ব দেশী শঙ্কৰ চৈতন্যে গৃহে আইলা।।
বাৰ্ত্তা জনায়োক গৈয়া চৈতন্যৰ পাশে।
আসিছন্ত শঙ্কৰ দৰ্শন অভিলাষে।।
শুনিয়া বৈৰাগী গৈয়া চৈতন্যত কৈলা।
পূৰ্ব্বদেশী শঙ্কৰ দেখিবে আসি ভৈলা।।
শুনিয়া চৈতন্যে মনে আনন্দ লভিলা।
শঙ্কৰক দেখা দিবোঁ বুলিয়া কহিলা।।
শঙ্কৰ বোলন্ত সবে ভকত শুনিবা।
চৈতন্যক দেখি নমস্কাৰ নকৰিবা।।
তা ঙ্ক নমিলে দুনাই উলটি নময়।
আছোক যে ধৰ্ম্ম হেন পাতক সিজয়।।
বৈৰাগীৰ মুখে শুনি চৈতন্য উঠিলা।
শঙ্কৰৰ আগে গৈয়া উপসন্ন ভৈলা।।
চৈতন্যক দেখিয়া শঙ্কৰ উঠিলন্ত।
কৰযোৰে ভক্ত সমে দণ্ডাই ৰহিলন্ত।।
বৈৰাগী আসন দিলা চৈতন্য বসিলা।
নম্ৰভাবে শঙ্কৰত আদৰি বুলিলা।।
কতো বেলি দুইকো দুই চাবি ৰহিলন্ত।
চৈতন্যক মাতিয়া শঙ্কৰে বুলিলন্ত।।
দিয়া নামমালাক সমস্ত তযু ঠাই।
আমাৰো তোমাত পৰ আন কেহো নাই।

শুনিয়া চৈতন্যদেব তেখনে উঠিলা।
শঙ্করক আলিঙ্গিয়া অভ্যন্তরে নিলা।।
অন্তেষত দুয়োজনে সব কথা ভৈলা।
নামমালা লই দুনাই ভক্তসঙ্গ লৈলা।।
সবাক দেখাইল জপিবার মালা এই।
চৈতন্যর যেই নাম আমাসারো সেই।।
কিছু ভিন্ন নাই জানা একে নাম ধৰ্ম্ম।
নকরা সংশয় বুলি লৈয়া তযু ধৰ্ম্ম।।
ভক্তসমে সম্ভাষিয়া শঙ্কর আচন্ত।
অভ্যন্তরে চৈতন্যে পত্রক লেখিলন্ত।।
শরণ, ভজন, ভক্তি চারি গুটি নাম।
চারি পত্র লেখিলা চৈতন্য আত্মারাম।।
মিল, শিক্ষা সমস্তে লেখাত লেখিলন্ত।
লেখাক মোহয় দিয়া গুপ্ত করিলন্ত।।
জাপ্যর তুলসী মালা মেরু সমে দিলা।
শালগ্ৰাম সমে পাছে গুপ্ত করি দিলা।।
চৈতন্যে বোলন্ত রামানন্দ তুমি লোবা।
দ্বিজ দামোদরর হাতত তুমি দিবা।।
শুনি রামানন্দে লই তেখনে চলিলা।
সংস্কৃতে বিপ্রে কোন বুলিয়া পুছিলা।।
সংস্কৃতঃ বুজি রামরাম আগ ভৈলা।
চৈতন্যর আজ্ঞাক তাহান আগে কৈলা।।
নেমেলিবা কাকো পঢ়িবাক যে নিদিবা।
এহিমতে দ্বিজ দামোদর হাতে দিবা।।
এহি বুলি সেই বস্তু তান হাতে দিলা।
রামরাম গুরু পাছে সাদরে আনিলা।।
দ্বিজ রামানন্দেও চৈতন্যর পাশে গৈলা।
হরিধ্বনি করি পাছে শঙ্কর চলিলা।।
তৈরপরা ক্রমে আসি বেহারক পাইলা।
বিজয়পুরর গুরুধ্বজেও নিরাইলা।।

শঙ্কৰক শুক্লধ্বজে আগবাঢ়ি নিলা।
আপোনাৰ ঘৰে ৰহিবাক বাসা দিলা।।
আসনে বসায়া তান চৰণ ধুয়াইলন্ত।
ভক্ত সমে তাঙ্ক সকুটুম্বে অৰ্চ্চিলন্ত।।
গঙ্গাজল প্ৰসাদক শঙ্কৰে দিলন্ত।
শুক্লধ্বজ নৃপে সকুটুম্বে ভুঞ্জিলন্ত।।
শঙ্কৰক পঞ্চামৃত অন্ন ভুঞ্জাইলন্ত।
ভোজন কৰিয়া হাত সন্তোষ ভৈলন্ত।।
ভক্ত সমে শঙ্কৰক কৰিলা প্ৰণাম।
দিলা বস্ত্ৰ অলঙ্কাৰ পুৰি মনকাম।।
অগৰু চন্দন পুষ্পে ভুষিত কৰিলা।
নানা তুতি ভক্তি কৰি বিদায় কৰিলা।।
আশংসিলা নৃপতিক হৰিধ্বনি কৰি।
মহাৰঙ্গে শঙ্কৰক পঠাইলা সাদৰি।।
তৈৰপৰা আসি পাটবাউসীক পাইলন্ত।
যতেক ভকতমানে শুনি আসিলন্ত।।
শঙ্কৰৰ পত্নী ঠাকুৰাণীকো শুনিলা।
স্বামীক মাধবে সমে গৃহে মাতি নিলা।।
আসনে বসাই স্বামীৰ পাৱে প্ৰণামিলা।
পৰম সাদৰে নিয়া তাম্বুলক দিলা।।
অন্ন ৰান্ধিবাক স্নানি তেখনে গৈলন্ত।
বঢ়াৰপো অন্ন খাওক বুলি কহিলন্ত।।
মাধবে বোলন্ত হাণ্ডিশাল আগে চাইবো।
পাচে গোসানীৰ হাতৰ অন্ন খাইবো।।
এহি বুলি মাধবে তেখনে স্নানিলন্ত।
গোসানীক সেবি হাণ্ডিশালা পশিলন্ত।।
হাণ্ডিশালা গৈয়া এক ভিত্তি যে দেখিলা।
অশৰণীয়া আই তুমি বুলি বাঝ ভৈলা।।
দেৱ শঙ্কৰৰ ধৰ্ম্মে তোমক নাটিলা।
এহি ভিত্তি ধৰ্ম্মে আবে তোমাক তাৰিলা।।

উপদেশ দিয়া তেহোঁ লোকক তাৰিলা।
আপোনার গৃহর কথাক নপারিলা।।
এহি কথা কই মাধব আছা ৰই।
স্নান করি শঙ্কর গোঁসাই পাইল গই।।
মাতিলা মাধবে পুনু শঙ্করক চাই।
কেনমতে ভুঞ্জো অন্ন অশৰণীয়া আই।।
আপুনি সিঝাউ অন্ন ভুঞ্জো দুয়ো জন।
শরণ হৈলেসে তার হাতে খাইবো অন্ন।।
শুনিয়া শঙ্করে অন্ন আপুনি রান্ধিলা।
মাধবে সহিতে দুয়ো আনন্দে ভুঞ্জিলা।।
রামরাম গুরু নারায়ণ আদি যত।
অন্ন ভুঞ্জি বসিলন্ত কীর্ত্তন ঘরত।।
শঙ্কর আসিলা দামোদরে বার্ত্তা পাই।
স্নানি নিত্য কৰ্ম্ম করি গৈলা সেহি ঠাই।।
আচমন মুখশুদ্ধি করিয়া শঙ্কর।
মাধবে সহিতে চলি গৈলা নামঘৰ।।
কীর্ত্তন মন্দিরে যেবে সবেয়ো আছন্ত।
রাম রাম গুরু দামোদরক মাতন্ত।।
চৈতন্য তোমাক প্রতি দিয়াছে সন্দেশ।
লৈয়োক আপুনি হেরা করিয়া হরিষ।।
এহি বুলি দামোদর হাতে আনি দিলা।
দামোদরে লৈয়া পাছে প্রণাম করিলা।।
ঠগিত থাপিলা রঙ্গে বস্তুক রাখিলা।
শালগ্রাম মালা লেখা তিলক দেখিলা।।
ঠগি সমে মালা প্রতিমার আগে থৈলা।
গুরু মানি চৈতন্যক দণ্ডবৎ কৈলা।।
হরিধ্বনি করিলন্ত ভক্ত নিরন্তরে।
লভিলা সঙ্গ আবে বুলিলা শঙ্কর।।
থাম ভাঙ্গি পত্র পাছে দামোদরে চাইলা।
শরণ ভজন শিখা চারি নাম পাইলা।।

যট্‌চক্ৰ শালগ্ৰম লক্ষ্মীনাৰায়ণ।
পায়া দেব দামোদৰ ৰঙ্গ ভৈল মন।।
অষ্টোত্তৰ শত গোটা মালা হাতে কৰি।
জপিলা সহস্ৰ বাৰ হাতে মালা ধৰি।।
জপা সম্বৰিয়া ঈশ্বৰক নামিলন্ত।
ভকত সহিতে পাছে প্ৰসঙ্গ কৰন্ত।।
ভাগৱত পঢ়ি তাক বাখ্যাক কৰিলা।
গঙ্গাজল প্ৰসাদ শঙ্কৰে আনি দিলা।।
দামোদৰে গঙ্গাজল মাথাত কৰিলা।
গঙ্গাজল প্ৰসাদক ভোজন কৰিলা।।
জগন্নাথ তিলকক ৰঙ্গে পিন্ধিলন্ত।
সিবেলা মাধবে কহে শঙ্কৰৰ আগে।।
গোসানীক শৰণ যে কৰাইবাক লাগে।
শঙ্কৰে বোলন্ত মোত নঘটে শৰণ।।
অৰ্দ্ধঅঙ্গ নাৰী ইটো জানে সৰ্ব্বজন।।
পাৰা যেবে বঢ়াৰপো কৰায়ো শৰণ।
মাধবে বোলন্ত কেনে বোলাহা বচন।।
কিমতে মাতৃক আমি কৰাবো শৰণ।
শুনিয়া শঙ্কৰে গুণিলন্ত মনেমন।।
শঙ্কৰে বোলন্ত দামোদৰক বচন।
আমাৰ পত্নীক তুমি কৰায়ো শৰম।।
আপুনি সামৰ্থ সৎসঙ্গক আছা পাই।
কৰায়ো শৰণ আত কিছু দোষ নাই।।
দামোদৰে বোলে আমি কৰাইবো শৰণ।
আপুনি গৃহক গৈয়া কৰা আয়োজন।।
যেখনে উদ্যম ভাল উচিত বচন।।
সভা বিসৰ্জ্জিয়া পাছে শঙ্কৰ উঠিলা।
দেব দামোদৰে নিজ মন্দিৰক গৈলা।।
পূজাৰ মন্দিৰে শালগ্ৰাম থাপিলন্ত।।
চাৰিখানি পত্ৰক সাদৰে ৰাখিলন্ত।।

ভোজন করিয়া দামোদৰ গৃহে গৈলা।
শঙ্কৰৰ পাশে ৰামৰায় আসি ভৈলা।।
নানা উপহাৰ বস্তু মিলাইলন্ত আনি।
শঙ্কৰক ৰামৰায়ে বুলিলন্ত বাণী।।
ঈশ্বৰ কৃষ্ণত দদা কৰায়ো শৰণ।
শঙ্কৰে বোলন্ত ভাল কৰি আছা মন।।
পাটবাউসী থানে আছে দেৱ দামোদৰ।
অবতৰি আছে তেহোঁ পৰম ঈশ্বৰ।।
তাহান মহিমা যত কোনে পাৱে অন্ত।
ভক্তি উপদেশি তেহোঁ লোক তাৰিলন্ত।।
শঙ্কৰ মাধব আসি শূদ্ৰৰূপ হই।
বিপ্ৰ আদি তাৰিতে হেন্তে আছা দুই।।
দামোদৰ পাৱে লোক ভজিবে অপাৰ।
যত মেধি হৈব ভক্ত যতেক আমাৰ।।
দামোদৰ নামক যি জনে সুমৰে।
কোটি জনমৰ মহা পাতকিও তৰে।।
দামোদৰ দামোদৰ বোলে তিনিবাৰ।
তাৰ ভয় গুচে জানা যম অদিকাৰ।।
হেন দামোদৰ পাৱে লৈয়োক শৰণ।
কৰিয়া যতন ভাই তেজি আন মন।।
শুনি ৰামৰায় মনে মহাৰঙ্গ ভৈলা।
ৰজনী প্ৰভাতে স্নানি শীঘ্ৰে চলি গৈলা।।
দামোদৰ বসি আছে ঈশ্বৰ সেৱাত।
প্ৰবেশিলা ৰামৰায় সেহি সময়ত।।
পূজা সাঙ্গ কৰি প্ৰভু ফিৰি চাহিলন্ত।
নমি আছে দণ্ডবতে ৰামৰায় সন্ত।।
দামোদৰে বোলে ৰায় আইলা কি কাৰণ।
ৰামৰায়ে বোলে মোক কৰায়ো শৰণ।।
দামোদৰে বোলে ৰায় কৰা দৃঢ় মন।
ৰায়ে দণ্ডাতে পৰি লৈলেক শৰণ।।

শিক্ষা দিয়া ভকতিৰ উপদেশ দিলা।
শৰণ ক্ৰমিক তিনি নামক কহিলা।।
দৰিদ্ৰ প্ৰাণীয়ে যেন বহু ধন পাই।
সোহমতে কৃতজ্ঞতা ভৈল ৰামৰায়।।
প্ৰভুদেৱ তুমি মতি বুলি নমিলন্ত।
পাঞ্চ গুটি টাকা আনি আগত দিলন্ত।।
দামোদৰে বোলে আক দেহ কি কাৰণ।
ৰায়ে বোলে স্নেহ ভাবে কৰিবা ভগণ।।
প্ৰভু তাঙ্ক ভুঞ্জাই বসন বণ্টা দিলা।
গন্ধ পুষ্প মালা পিন্ধাই বিদায় কৰিলা।।
পুনৰ্ব্বাৰ নমি ৰামৰায় চলি গৈলা।
পুৰাতন হাণ্ডি চৰু সমস্তে গুচাইলা।।
দামোদৰ পাদ নমি ৰামৰায় গৈলা।
শঙ্কৰৰ পাশে গৈয়া উপসন্ন ভৈলা।।
শঙ্কৰে বোলন্ত ভাই হৰিক ভজিলা।
আজিসে আমাৰ ভাতৃ সম্বন্ধ ঘটিলা।।
শুনি ৰামৰায়ে মহা হৰিষ ভৈলন্ত।
শঙ্কৰক নমি নিজ গৃহে চলিলন্ত।।
শ্ৰীশঙ্কৰে মাধবক অনুমতি দিলা।
ঠাকুৰাণী আইত কথা কহিবে লাগিলা।।
মাধবে বোলন্ত আই ভিণ্ডিক গুচাই।
শৰণ লৈবাক বোলে দামোদৰ ঠাই।।
মাধবৰ বাক্য আই দেবী শুনিলন্ত।
গুচাইবো ভিণ্ডিক আই দেবী বুলিলন্ত।।
হৈবোঁহো শৰণ দ্বিজ দামোদৰ ঠাই।
অনায়োক তাঙ্ক ঐতে সাদৰে মতাই।।
তেখনে শঙ্কৰে ভকতক পাঞ্চি দিলা।
ভকতে তাহাঙ্ক গই তেখনে আনিলা।।
শঙ্কৰৰ গৃহে দামোদৰ উপসন্ন।
আদেশিয়া তেখনে যে ধুৱাইলা চৰণ।।

ধুপ দীপ লগাই নৈবিদ্য পাতিলন্ত।
দামোদর পাৱে আই শরণ লৈলন্ত।।
শরণ ক্রমিক কহি নামক দিলন্ত।
করমালা দেখাই তিনি নাম কহিলন্ত।।
শিক্ষা সব দেখাই শরণক সমর্প্পিলা।
দামোদর শঙ্করক আই প্রণামিলা।।
দামোদর ভুঞ্জাই অন্ন অর্চ্চা করিলন্ত।
আশংসিয়া দামোদর গৃহক গৈলন্ত।।
মাধবে বোলন্ত পাছে গোসানীক চাই।
এবে অন্ন ভুঞ্জিবো সিজায়ো গৈয়া আই।।
শুনিয়া গোসানী গৈয়া অন্নক রান্ধিলা।
শঙ্কর মাধব আদি সবেয়ো ভুঞ্জিলা।।
দেখা সর্ব্বজন দামোদৰ মহিমাক।
শঙ্করেও ভ্রাতৃ পত্নী সমর্প্পিলা যাক।।
তাহান মহিমা কোনজনে অন্ত পাৱে।
মতি অনুসারে নীলকণ্ঠে এভু গাৱে।।
শুনা সর্ব্বজন দামোদর কথা সার।
ডাকি দামোদর বুলি তরিয়ো সংসাৰ।।

## ছবি।

শুনা কথা আতপৰে পাছে দেব দামোদরে
যেন মতে সত্রক নির্ম্মিলা।
পাটবাউসি নামে থান সাক্ষাতে বৈকুণ্ঠ ধাম
দিব্য এক মন্দির বান্ধিলা।।
শঙ্করে বুলিলা চাই শুনা বড়ারপো যাই
করা সত্র সুন্দরিদিয়াত।
মোহোর আজ্ঞাক তুমি তিলেক নেরিবা মাত্র
ধর্ম্ম পালি থাকিবা সতত।।

লোক সব ভজায়োক সত্ৰ খান পাতিয়োক
সেহি ঠায়ে এতি ৰঙ্গ মনে।
শঙ্কৰৰ আজ্ঞা পাই সুন্দৰিদিয়াত যাই
সত্ৰ কৰি মাধবে যতনে।।
প্ৰসঙ্গুক কৰি তহি মাধব থাকিলা ৰহি
লোক ভজাই ধৰ্ম্ম প্ৰবৰ্ত্তায়া।
দামোদৰে বুলিলন্ত সত্ৰ তাত নিৰ্ম্মিলন্ত
বৰপেটা থানত ৰহিয়া।।
আটি বাটি পাতিলন্ত ভকতক থাপিলন্ত
দ্বিজ শূদ্ৰ অনেক বসিলা।
অনেক ৰাজ্যৰ যত দ্বিজ শূদ্ৰ নানামত
লবে দামোদৰক ভজিলা।।
পঞ্চানন্দ দ্বিজবৰ মহা বিজ্ঞ শ্ৰেষ্ঠতৰ
তেঁহে দামোদৰক ভজিলা।
দামোদৰে স্নেহে আতি ভাগৱতী তাঙ্ক পাতি
সত্ৰতে তাহাঙ্ক বাসা দিলা।।
হাজো থানে আছিলন্ত কবি চূড়ামনি সন্ত
ধনে ধন্যে মহা ভাগ্যবান।
ধান্য বাণ্ডাৰেক পূৰ্ণ দশতোলা মান স্বৰ্ণ
জগন্নাথ লাগি থৈ আছয়।।
তাৰ লগে পাঞ্চশত ধন এক টৈমনত
পোৱাল সুবৰ্ণ মনি মতি।
জগন্নাথে ইসবক দিয়া পিতৃগণাদিক
তাড়িবো আপুনি পাইবো গতি।।
হেনমনে সঙ্কল্পিয়া দ্বিজবৰে আছে থৈয়া
শুনা পাছে যেন কথা ভৈলা।
জগন্নাথে ওৰেবাত স্বপ্নক যে দেখাইলন্ত
পাণ্ডাত সমস্তে কথা কৈলা।।
কবিচূড়ামনি নামে আছে দ্বিজ হাজো গ্ৰামে
মোক প্ৰতি দ্ৰব্য আছে থই।

তান যত অভিমত হৈব সিদ্ধি স্বৰূপত
দামোদৰ থানে দেউক গই।।
পাটবাউসী নামে গ্ৰাম দ্বিজ দামোদৰ নাম
মই এবে জানা নিষ্ঠ কৰি।
তেঁহে পাইলে মই পাঁও তেঁহে খাইলে মই খাঁও
কহিবাহা বিলম্ব নকৰি।।
শুনি পাণ্ডা সচঙ্কিত কাচিয়া চলিল দ্রুত
হাতে বেত গমন কৰিলা।
বহু নদ নদী তৰি বহু গ্ৰাম দেশ এৰি
গৈয়া হাজো নগৰে পশিলা।।
কবি চুড়ামণি ঠাই প্ৰবেশিলা পাণ্ডা গই
জগন্নাথ আদেশ কহিলা।
ধনৰত্ন মনিধৰি পাণ্ডা সমে শীঘ্ৰ কৰি
কবি চুড়ামনি চলি গৈলা।।
দেব দামোদৰ ঠাই প্ৰবেশিলা ৰঙ্গে যাই
পাণ্ডা সমে গই দ্বিজবৰ।
দামোদৰে বাৰ্ত্তা পাই নিয়াইলন্ত সেই ঠাই
দুয়োজনে লৰিলা সত্বৰে।।
দামোদৰে বোলে চাহি তোৰা কৈৰ হন্তে আহি
কিবা কৰ্য্যে কহিয়ো কাৰণ।
পাছে পাণ্ডা বুলিলন্ত জগন্নাথে পাচিলন্ত
পাণ্ডা আমি এহি চাৰিজন।।
জগন্নাথে বুলিলন্ত দ্বিজ দামোদৰ সন্ত
পাটবাউসী থানে যে আছন্ত।
ভাতে মই আহা দুই তাঙ্ক দিয়া বস্তু গই
কবি চুড়ামনি যি থৈছন্ত।।
কবি চুড়ামনি এন্তে আনিলোঁ হাজোৰ হন্তে
বস্তু সমন্বিতে তযু ঠাই।
শত তোলা সুবৰ্ণক পাঞ্চশত ৰজতক
আনিয়া দিলোহো তযু ঠাই।।

ভাণ্ডাৰ সম্পূৰ্ণ ধান্য আছে আৰু তান স্থান
জগন্নাথে দিলেক তোমাক।
কবিং চুড়ামনি আনি পাঞ্চশত টকা গণি
দিলা দহতোলা সুবৰ্ণক।।
মনিৰত্ন পোৱালৰ দিলা মালা ৰুচিকৰ
প্ৰণামিয়া বুলিলন্ত বাক।
কৰা কৃপা আমাসাক কৰিয়ো গ্ৰহণ আৰু
দিবো ধান্য সব ভাণ্ডাৰক।।
কৰিয়ো কৰুণা দেব তুমি বিনে নাহি কেৱ
গতি মতি তুমি আমাসাৰ।
শুনি কৃপা উপজিলা বস্তুক ভাণ্ডাৰে নিলা
পঞ্চকো কৰিলা সতকাৰ।।
পাঞ্চো দামোদৰ ঠাই শৰণ লৈলেক পাই
দামোদৰে শিখা নাম দিলা।
অশ্বযোড়ৰসে দিলা পট্টাম্বৰে বিভূষিলা
পাঞ্চজন বিদায় হইলা।।
চাৰি পাণ্ডা ওৰেষাত চলিয়া গৈলন্ত তাত
কবি চুড়ামনি হাজো গৈলা।
ধান্য ভাণ্ডাৰক নিয়ে দিয় দামোদৰ ঠায়ে
আনো তান্ত শৰণক লৈলা।।
দুনাই সবে গৃহে আপোন থানত ৰৈল
মনে অতি কৃতকৃত্য মানি।
শুনিলাহা কথা যেন দামোদৰ লীলা কেন
তেহে আসি জগন্নাথ বাণী।।
আপোন কাৰণে যিটো পাণ্ডা পথাই বস্ত্ৰ তাতে
দিলা নিয়া দামোদৰ ঠায়ে।
হেন দামোদৰ পাৱে ভজি শুদ্ধ ভক্তিভাৱে
দাস নীলকণ্ঠে সদা গাৱে।।

# পদ

শুনা সবে দামোদর চরিত্র শোভন।
অনেক রাজ্যর লোকে লৈলেক শরণ।।
সংক্ষেপ কহিলোঁ বাহুল্যক পরিহরি।
মুখ্য মুখ্য নাম কিছু কহোঁ উক্ত করি।।
বংশীধর দেবজয় গোপাল অপর।
দুইও দ্বিজত্তম শ্রেষ্ঠ সৌমার পৃষ্ঠর।।
সৌমার রাজ্যত হেন কথা শুনিলন্ত।
দামোদৰ দেৱে ব্ৰাহ্মণক ভজাৱন্ত।।
দুয়োজনে এক বর নৌকা করিলন্ত।
অনেক সম্ভার আমি তাহাত লৈলন্ত।।
মহারঙ্গে দুয়োজনে নৌকাত চলিলা।
কতোদিন ভাটিয়াই রৌরৌয়াক পাইলা।।
তৈরহন্তে বরপেটা বিলক পাইলন্ত।
ঘাটদেখি তৈতে নৌকা খানি রাখিলন্ত।।
শঙ্করর ভক্তে স্নানিবাক আসিচয়।
তেসম্বাত শোধে কোনে শরণ করয়।।
ভকতে বোলন্ত লগে আসিয়ো আমার।
পাইবা সাক্ষাত তার আসিয়ো সত্বর।।
শুনি দুয়ো ভাটি লৈয়া লগতে চলিলা।
ভক্ত গৈয়া শঙ্করর আগত কহিলা।।
শুনিয়া শঙ্কর তেতিক্ষণে চলিলন্ত।
কৈর তুমি কৈক যাহা বুলি পুছিলন্ত।
তারা বোলে আমি দ্বিজ সৌমার পৃষ্ঠর।
শরণ লৈবাক আইলোঁ পাশক তোমার।
শঙ্করে বোলন্ত দামোদর পাশে যাবা।
ভেটি ভার দিয়া তাতে শরণক লবা।

ক্ৰমশঃ।

শ্ৰীশ্ৰীৰাম।

# নিবেদন

দেশীয় পঞ্জিকা দেশীয় সভ্যতাৰ এটা প্ৰধান নিদৰ্শন। সকলো সভ্য দেশতে পঞ্জিকা আছে, কিন্তু অসমীয়াৰ নাই। ই অসমীয়াৰ জাতীয় গৌৰৱত এটা ডাঙৰ কলঙ্ক, অসমীয়াৰ এই কলঙ্ক কিন্তু আগেয়ে নাছিল। বহুকালৰ যত্নত বেলতলাৰ স্বৰ্গীয় চন্দ্ৰনাৰায়ণ ৰজা মহোদয়ৰ অৰ্থ সাহায্যত অসমীয়া পঞ্জিকা অসমীয়া সমাজৰ আগত ধৰা হৈছিল। আৰু অসমীয়া পঞ্জিকাত শকাব্দ, অসমীয়া বৈষ্ণববৃন্দৰ আবিভাব তিৰোভাবৰ তিথি আদি যে পোনা যায় ই এই অসমীয়া পঞ্জিকাৰ গুণতে। সুবিখ্যাত বঙ্গীয় ডাইৰেক্টৰী পঞ্জীকাৰ ৰজা মন্ত্ৰী সম্বন্ধীয় মত এই অসমীয়া পঞ্জিকাৰ অভাৱত অসমীয়াৰ বহু দেব পিতৃ কাৰ্য্য যে পশু হৈছে অৰ্থাৎ দশমীৰ কাৰ্য্য একাদশীত হৈছে ইত্যাদি চিন্তাশীল ব্যক্তি মাত্ৰৰে বোধ গম্য। বঙালী পঞ্জিকাৰ কোন কোন গণনাও কথাই কাৰ্য্যে এক হোৱা দেখা নাযায়। গত ১০ কাতিৰ সৰ্ব্বগ্ৰাস চন্দ্ৰ গ্ৰহণ বঙালী পঞ্জিকা মতে কলিকতাত ঘঃ ৬।১৯ মিনিটত আৰু গুৱাহাটীত ৬।৫২ মিনিটত হবৰ কথা আছিল। কিন্তু গুৱাহাটীত আচলতে গ্ৰহণ লাগিল ৭।৩০ মিনিটত হে। অসমীয়াৰ বৰ গৌৰৱৰ কথাযে আমাৰ নিত্য সহচৰ অসমীয়া বাৰ্ষিক টোকা স্ফুট পঞ্জিকাত নিৰ্দ্দিষ্ট গ্ৰহণৰ কাল প্ৰকৃত গ্ৰহণৰ লগত হুবহু মিলি গৈছে। প্ৰথম বাৰৰ পাচত উপৰোক্ত ৰজা বাহাদুৰে দুনাই সাহাৰ্য্য কৰিব নোৱাৰাত মই উজনী নামনীৰ অনেক অসমীয়া গণ্যমান্য ভদ্ৰলোকৰ ওচৰলৈ পঞ্জিকা প্ৰচাৰ কাৰ্য্যত সাহায্য বিচাৰি গৈ গৈ নিৰাশ হৈ ইমান দিনে ক্ষুন্ন মনে বহি আছিলোঁ। পিচত এতিয়া অসমীয়াৰ এই জাতীয় উত্থানৰ সময়ত ২।৪ জন উৎসাহী মদোদয়ৰ কথাত উৎসাহিত হৈ এই বৃদ্ধ বয়সতো অসমীয়া পঞ্জিকা প্ৰচাৰ ব্ৰতত আকৌ ব্ৰতীহবৰ মানস কৰিছোঁ। কিন্তু মই দুখীয়া। এতেকে অসমীয়া ভদ্ৰবৃন্দ আৰু সবল সেৱক ছাত্ৰবৃন্দৰ ওচৰত মোৰ জীৱনৰ শেষ নিবেদন এইযে তেওঁলোকে যদি এইকাৰ্য্য অসমীয়া জাতিৰ পক্ষে আবশ্যকীয় বুলি বিবেচনা কৰে তেন্তে মোক নিমিত্তে মাত্ৰ কৰি সম্পূৰ্ন্ন অৰ্থ সাহায্য আৰু উপদেশাদি দ্বাৰা তেওঁলোকেই তেওঁলোকৰ কাৰ্য্য সাধন কৰোক আৰু অসম মাতৃৰ আশীৰ্ব্বাদ ভাজন হওক। সদ্যহতে ৰাইজৰ উত্তৰলৈ বাট চাই থাকিলোঁ ইতি।

কোষ্ঠী গণনা আজি কালি সকলো সভ্যদেশতে প্ৰচলিত। মহাত্মা এলেন প্ৰিওৰ দ্বাৰা প্ৰতিস্থাপিত আৰু মহাপয়োভৱে পৰিচালিত লণ্ডণ নগৰীৰ কোষ্ঠী গণনা কাৰ্য্যালয়ৰ কথা কোনে নাজানে? দেশ বিদেশৰ ৰজা-মহাৰজা বৈজ্ঞানিক সাহিত্যিক

সকলোৱে তেওঁৰ দ্বাৰা কোষ্ঠী কৰাই লব লাগিছে। তেওঁৰ গণনাৰ ফি অন্ততঃ ১০০ টকাৰ কম নহয়। কোষ্ঠী গণনা বৈজ্ঞানিক ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত। মানুহে কোষ্ঠীৰ দ্বাৰা ভবিষ্যতৰ সঙ্কেত বৰ্ত্তমানতে বুজিলৈ সুকলমে জীৱন যাপন কৰিব পাৰে। কোষ্ঠী গণনা কাৰ্য্যত পৰম পুৰুষৰ কৃপাত অসমত মোৰ বিশেষ সুখ্যাতি আছে। হিন্দু মুছলমান লৰা বুঢ়া সকলোৱে মোৰ দ্বাৰায় কোষ্ঠী কৰাই লব পাৰে। কোষ্ঠীৰ ফলাফল জীৱনৰ প্ৰতি বছৰতে মিলি যায় এইৰূপ যত্ন কৰি কোষ্ঠী দিয়া হয়। পৰিশ্ৰমিক ৫্ পাঁচটকা কোষ্ঠী কৰিবলৈ দিওঁতে এটকা আৰু চাৰি টকা কোষ্ঠী পালে দিব লাগিব। কশ্চিত কাৰো কোষ্ঠী নিমিলিলে বিনা বেতনে পুনৰাই পৰীক্ষা কৰি প্ৰতি বছৰ জীৱনৰ লগত যাতে মিলিযায় এইৰূপ যত্ন কৰি সঠিক কোষ্ঠী দিয়া হব। ইচ্ছা কৰিলে গুণগ্ৰাহী ৰাইজে প্ৰমান চাব পাৰে ইতি।

বিনিত নিবেদন  
শ্ৰীবেথাৰাম অধ্যাপক,  
ঠিঃ গুৱাহাটী, শিল পুখুৰী।

## শ্ৰীকৃষ্ণায় নমঃ।

ভাস্বান যথাশ্ম সকলেষু নিজেষু তেজঃ
স্বীয়ং কিয়ৎ প্ৰকটয়ত্যপি তদ্বদত্ৰ
ব্ৰহ্মা য এব জগদণ্ড বিধান কৰ্ত্তা
গোবিন্দমাদি পুৰুষং ত্বমহং ভজামি।

## ৰূপ-লহৰী।

নয়ন প্ৰকাশি প্ৰভু!
যেতিয়া যিপিনে চাও
তোমাৰ বিচিত্ৰ ৰূপ
যেনি তেনি দেখা পাওঁ।
দেখিছো তোমাক প্ৰভু
আকাশৰ নীলিমাত
বুজিছো, অমীয় ক্ষমা
ধৰণীৰ ধৈৰ্য্যতাত।
দেখিছো গাম্ভীৰ্য্য তযু
প্ৰশান্ত জলধি জলে।
বুজিছো কোমল স্পৰ্শ
বসন্ত মলয়া নিজে।
দেখিছো বিমল হাঁহি
শৰতৰ জোন্নাত
বুজিছো পবিত্ৰ প্ৰেম,
মাতৃ স্নেহ কৰুণাত।
দেখিছো নয়ন চপলা ৰাজে;

বুজিছো তোমাৰ ৰোষ
প্ৰলয় ধুমুহা মাজে।
শুনিছো তোমাৰ গুণ,
গায়ক পখীৰ মুখে;
বুজিছো অসীম দয়া
প্ৰদত্ত সামগ্ৰী মুখে।
শুনিছো জীমূতমন্দ্ৰে
তোমাৰ শাসন বাণী;
বুজিছো আদেশ তযু,
প্ৰমাণিছে দিনমণি।
তোমাৰ নয়ন আলো—
জ্বলে এই বিশ্বৰূপ।
ঋতু ভেদে দেখো ন, ন,
তোমাৰ বিভিন্ন ৰূপ।
ফুলে, ফলে, গছে, পাতে,
তোমাৰ দেহৰ কান্তি—
দেখিছো; তবুও নুবুজো
কিনো কুহকৰ ভ্ৰান্তি!
চিনিলো চিনিলো প্ৰভু!
তোমাৰ অপাৰ ৰূপ;
জীব মাত্ৰে জ্বলে তযু,
অব্যক্ত সাকাৰ ৰূপ।
তুমি সূক্ষ্ম, তুমি অণু
তুমি আত্মা, তুমি ৰেণু,
ব্যোম আলো, জ্ঞান তুমি,
তুমিয়েই বিশ্ব স্বামী;
প্ৰকাশি মহিমা তুমি,
বিৰাজিছা অন্তৰ্যামী।

শ্ৰীবানেশ্বৰ দাস।
(তেজ পুৰ)

# কৰ্ম্ম ক্ষেত্ৰত ভগবান শ্ৰীকৃষ্ণদেব।

জন্মগ্ৰহণ কৰিয়েই মানৱৰূপী আত্মাই দেহযানেৰে সংসাৰক্ষেত্ৰত প্ৰবেশ কৰে। দেহযান দহোটি ঘোৰা (বা ইন্দ্ৰিয়) লগোৱা। মন দেহযানৰ ৰথী। দহোটি ঘোঁৰা দুই সম ভাগক স্বতন্ত্ৰ কাৰ্য্যত লগোৱা। পাঁচো টিৰ কাৰ্য্য কোনো বিষয় গ্ৰহণ বা অনুভব কৰি মানোৰূপ ৰথীক খবৰ দিয়া; কৰলৈ গলে মনৰ বাৰ্ত্তাবহ বা কটকী। দ্বিতীয় বিধৰ কাৰ্য্য মনৰ আদেশ মতে কাম কৰা। অতএব দেখা গল যে মন দেহৰথৰ কৰ্ত্তা আৰু ইন্দ্ৰিয়বোৰ তেওঁৰ ভৃত্যঃ? মনোৰাজ দহোটি ইন্দ্ৰিয় চালিত দেহযানত উঠি সংসাৰ ক্ষেত্ৰত বিচৰণ কৰে।

যানাৰোহী পুৰুষে সংসাৰ ক্ষেত্ৰত সুকলমে ফুৰা-চকা কৰি ফুৰিবৰ হলে যেনেকৈ যি যানতে উঠক ঘোৰাতেই হওক বা আন বাগি-ঘোৰাই হওক তাকেই নিজৰ বশত ৰাখি চলিবলৈ শিকাব লাগে, তদ্ৰূপ মানুহৰ শৰীৰ যাত্ৰা সুস্থেৰে আৰু শান্তিৰে চলাবলৈ হলে ইন্দ্ৰিয় বৃত্তিবোৰক যথেষ্টৰূপে পৰিমাৰ্জ্জিত আৰু পৰিচালিত কৰিব লাগিব। যি জনৰ ইন্দ্ৰিয় বৃত্তিবোৰ এনেকৈ পৰিমাৰ্জ্জিত আৰু পৰিচালিত হৈছে তেৱেঁই এই সংসাৰত অনন্ত কাল ব্যাপী জিলিকি আছে। এনে পুৰুষেই সমাজৰ সংস্কাৰ কৰ্ত্তা আৰু উন্নতি সাধোতা। তেওঁতেই আত্মাৰ পূৰ্ণত্ববিকাশ।

এনেকৈ ইন্দ্ৰিয় বৃত্তি পৰিমাৰ্জ্জিত আৰু পৰিচালিত কৰিবৰ হলে বুদ্ধিৰ সহায় লব লাগিব। বুদ্ধি তেওঁৰ বলৰ সাৰথী। সাৰথীৰ সহায় নোলোৱাকৈ যদি মনোৰথীয়ে দেহৰথৰ ইন্দ্ৰিয় ঘোৰা বোৰক ছুটি মাৰিবলৈ এৰি দিয়ে তেনেহলে ঘোঁৰাবোৰে নিজ ইচ্ছা মতে লৰা ধাপৰা কৰি ৰথীক হলে জোঙ্গে পেলাই চিৰ দিনলৈ ঘূৰ্ণীয়া কৰে বা প্ৰাণকে সংহাৰ কৰে। সেই কাৰণে সংসাৰত উন্নতিকামী পুৰুষে ইন্দ্ৰিয় বৃত্তিবোৰক নিজৰ বশলৈ আনিব। সেই দেখি সৰুতে ইন্দ্ৰিয় বৃত্তিৰ জ্ঞানেন্দ্ৰিয় আৰু কৰ্ম্মেন্দ্ৰিয় উভয়ৰে যথেষ্ট ৰূপে পৰিমাৰ্জ্জিত শিক্ষা হব লাগে। তেহে শৰীৰ যাত্ৰা সুকলমে হব পাৰে। কাৰণ ইন্দ্ৰিয় বৃত্তিবোৰ যেনেতেনে বিধৰ হলে ইন্দ্ৰিয় দমন কৰা অতীব দুৰূহ হয়। সেই কাৰণে ভগবান শ্ৰীকৃষ্ণই গীতাত কৈছে ইন্দ্ৰিয় দমন বিষয়ে যত্নশীল পুৰুষৰো মনক ইন্দ্ৰিয়ই বলেৰে চলাই লৈ যায়। এনে বিধৰ ইন্দ্ৰিয়ক দমন কৰিবৰ হলে ঈশ্বৰ পৰায়ণতা ইয়াৰ এপাট আমোঘ অস্ত্ৰ। যথা

"তানি সৰ্ব্বানি সংযম্য যুক্ত আসীত মৎপৰঃ।
বশেহি যস্যেন্দ্ৰিয়ানি তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা।।"

এই অৰ্থেই ধৰ্ম্ম শিক্ষা আৰু ধৰ্ম্মাচৰণ সৰুৰেপৰা কৰিবলগীয়া কাম। কাৰণ

ধৰ্ম্মভাবে মানুহৰ মনত শান্তি আৰু সংসাৰক্ষেত্ৰত জীৱন যুদ্ধৰ সকলো শোক তাপ কষ্ট ইত্যাদি সহ্য কৰিবলৈ সমৰ্থ কৰে আৰু ইহ পৰত্ৰত কৰ্ম্মফলৰ অক্ষয় স্বৰ্গ কামনা আৰু পাপ কৰ্ম্ম নৰকযন্ত্ৰনা ভয় জন্মায়। কৰ্ম্মৰ অতিচাৰী দোষোৎপন্ন অশান্তি দমাই ৰাখে।

অজিতেন্দ্ৰিয় পুৰুষৰ বুদ্ধি নেথাকে আৰু ঈশ্বৰ চিন্তাও নহয়; গতিকে এনে লোকৰ শান্তিও নাই। যদি জীৱনৰ উদ্দেশ্য সুখ শান্তিত কাল কটোৱা, তেনেহলে জিতেন্দ্ৰিয় হৈ মনক দমাবলৈ ঈশ্বৰ চিন্তাৰ আৱশ্যক। ইন্দ্ৰিয় সুখৰ বশীভূত হৈ বিষয় উপভোগী পুৰুষৰ প্ৰজ্ঞা লোপ হয়, আৰু অশান্তিৰ অকুল সাগৰত বতাহে বলাই নিয়া নাৱৰ নিচিনা মন ইন্দ্ৰিয়ৰদ্বাৰা পৰিচালিত হৈ জীৱন নাৱৰ প্ৰজ্ঞাৰূপ বঠা হেৰুৱাই কি কৰোঁ কি নকৰোঁ ভাবি পেপুৱা লাগে। সেই কাৰণে গীতাত শ্ৰীকৃষ্ণ ভগবানে অৰ্জ্জুনক কৰ্ম্মক্ষেত্ৰত আগুৱাই শান্তি লভিবৰ হলে, মানুহে কেনেকৈ চলিব লাগে তাক কৈছে।

রাগদ্বেষ বিমুক্তৈস্তু বিষয়ানিন্দ্ৰিয়ে চৰণ।
আত্মবশ্যৈ বিধেয়াত্মা প্ৰসাদমধিগচ্ছতি।।
প্ৰসাদে সৰ্ব্ব দুখানাং হানিবস্যোপ জায়তে।
প্ৰসন্ন চেতগোহ্যাস্তু বুদ্ধি পৰ্য্যবতিষ্ঠতে।।
নাস্তি বুদ্ধিৰযুক্তস্য নচাযুক্তস্য ভাবনা।
নাচা ভাবয়তঃ শান্তিৰশাস্ত্ৰস্য কুতঃ সুখম্।।

সেই কাৰণে ঈশ্বৰ প্ৰণিধানৰ দ্বাৰাই জিতেন্দ্ৰিয় পুৰুষ হৈ খং আৰু হিংসাবৃত্তিৰ পৰা মুক্তিলাভ কৰিব পাৰে। এনে পুৰুষেই আত্মবশত থকা ইন্দ্ৰিয়ৰ দ্বাৰা বিষয় উপভোগ কৰিও নিৰ্ম্মলতা প্ৰাপ্ত হয়। চিত্ত শুদ্ধি বা চিত্তনিৰ্ম্মলতা প্ৰাপ্ত হলে কোনো ৰকমৰ দুখে মানুহক চুব নোৱাৰে। এনেকুৱা পুৰুষেই সদানন্দময়। আৰু সদানন্দ পুৰুষৰ মন পৰমাত্মাত লিপ্ত হয়, ঈশ্বৰত নিহিত চিত্ত মানুহৰেই শান্তি। অজিতেন্দ্ৰিয় পুৰুষৰ বুদ্ধিও লোপ পায় আৰু ঈশ্বৰ চিন্তাও নাই; এনে পুৰুষকে কাম আৰু ক্ৰোধে ধৰে।

যি বস্তুৰ নিমিত্তে মানুহৰ কামনা হয়, সেই বস্তুৰ সংসৰ্গেহি তেওঁৰ সুখ আৰু সেই বস্তুৰ অভাবেই ক্ৰোধৰ উদ্ৰেক কৰায়। এই ক্ৰোধেই চণ্ডীৰ মহিষাসুৰ। এই অসুৰে সংসাৰিক লোকক সহজে আক্ৰমণ কৰে। এই ক্ৰোধৰ বশীভূত হলে মানুহে হিতাহিত জ্ঞান শূন্য হৈ পৰে আৰু অন্তত পশুত্বত পৰিণত হয়। তেতিয়া তাক সহজে দমোৱা টান হয়। এনেস্থলত আদ্যাশক্তিৰ আশ্ৰয় নললে মানুহৰ কথা দূৰত থওক

দেবতাৰো গত্যন্তৰ নাই। তেওঁৰ সহায়েৰে দশেন্দ্ৰিয় ৰূপ দহ হাতৰ দহ অস্ত্ৰেৰে ক্ৰোধাসুৰক নাগ পাশত পেলাই বান্ধিব লাগিব। নহলে সজীব ৰূপ ক্ষুদ্ৰ ব্ৰহ্মাণ্ডত স্বকীয় ঠাইত দেৱতাৰ থিতি অসম্ভব। সেই কাৰণেই চণ্ডীত কৈছে ঃ—

স্বৰ্গান্নিৰাকৃতাঃ সৰ্ব্বে তেন দেবগণা ভুবি।
বিচৰন্তি যথা মৰ্ত্ত্যাঃ মহিষেণ দুৰাত্মনা।।

ক্ৰোধৰ বশীভূত হলে মানুহৰ শৰীৰস্থ বায়ু দেবতা বিকৃতি অবস্থা প্ৰাপ্ত হয়; জঠৰস্থ অগ্নি দেবতাই নিজ ঠাই এৰিব লগাত পৰে। চক্ষুস্থিত সূৰ্য্যচন্দ্ৰমা দেবতাৰ দীপ্তি নিস্প্ৰভ হৈ পৰে। কণ্ঠস্থিত বৰণ দেবতাৰ স্বাভাবিক আৰ্দ্ৰভাব আৰু ক'ত থাকে? এনে ত্ৰৈলোক্যৰ ভীতিস্থলী ক্ৰোধাসুৰৰ তলতীয়া হলেই মানুহে নিজক নিজে ভুলি যায়। এই অৱস্থাৰ নাম সম্মোহাবস্থা। যতে ভুল ততে স্মৃতিলোপ। মানুহৰ এই স্মৃতিশক্তি লোপ হলেই বুদ্ধি নাশ হয়। আৰু এই বুদ্ধি নাশেই মানুহৰ মৃত্যু চপাই আনে। সেই কাৰণে আমালোকত মানুহে কয় "নাশন কালত বুদ্ধি লোপ"। অতএব সংসাৰৰূপ কৰ্ম্মক্ষেত্ৰত লব্ধ-প্ৰতিষ্ঠা হৈ বেচি দিন জীয়াই থাকিবৰ হলে প্ৰকৃতিস্থ থাকিব লাগে। নহলে ক্ৰোধাসুৰৰ বশীভূত হৈ বুদ্ধি লোপ পাই অচিৰাৎ ধ্বংস হব লাগিব। কৰ্ম্ম ক্ষেত্ৰত কৰ্ম্মী পুৰুষ হৈ নাম জ্বলাই জীয়াই থাকিবৰ হলে বিশেষ বুদ্ধিমান হব লাগিব। বুদ্ধিমান জাতিৰেই উন্নতি আৰু সংসাৰত জয় জয় ময় ময়। নিৰ্বুদ্ধি জাতিৰেই অধঃপতন। সংসাৰত কাৰো এনে ইচ্ছা নহয় যে নিৰ্বুদ্ধি বোলাই অধঃপতিত হব। তেনেহলে যদি মানুহৰ স্বাভাবিকতে এনে প্ৰকৃতি তেনে কিয় লোকে কাম ক্ৰোধৰ বশীভূত হৈ নিজে নিজে বিপত্তিৰ খৰাহী চপাই লয়। সেই কাৰণে গীতাত কৈছে—

কাম এষঃ ক্ৰোধ এষ ৰজোগুণ সমুদ্ভবঃ।
সহাপনো মহাপাস্মা বিদ্ধ্যেন সিহবৈৰিণং।।

অতএব কৰ্ম্মক্ষেত্ৰত আগুবাই উন্নতি মাৰ্গত উধাবৰ হলে এনে কাম ক্ৰোধৰ বশীভূত হব নেলাগে। কি ধৰ্ম্মক্ষেত্ৰ কি কৰ্ম্মক্ষেত্ৰ উভয়তেই এই দুই বিধ ৰিপু দমনৰ আবশ্যক। উন্নতিকামী পুৰুষে এই দুই ৰিপুক কেতিয়াও লাই নিদিব। ইহঁতৰ কেতিয়াও হুতাশ নপলায় আৰু ইহঁত বৰ উগ্ৰস্বভাবী। ইহঁতৰ দাহত পৰি মানুহৰ বুদ্ধি বৃত্তি লোপ পায়। এই বুদ্ধিবৃত্তিৰ উৎকৰ্ষ সাধনেই শিক্ষাৰ উদ্দেশ্য। আৰু শিক্ষা শব্দৰ ধাতুগত অৰ্থও এনে বান্ধৱ। কাম আৰু ক্ৰোৰ বশীভূত নহৈ বুদ্ধি খটাই সংসাৰ পথত আগুবাটো জীৱনৰ উদ্দেশ্য। জীৱনৰ এই উদ্দেশ্য আগত ৰাখি আগুবাবৰ হলে বুদ্ধিৰ উৎকৰ্ষ তাৰ আৱশ্যক। সেই কাৰণে হিতো পদেশত কৈছে "বুদ্ধিৰ্যস্য বলং

তস্য"। শিক্ষার উদ্দেশ্যও এয়ে। এই অৰ্থেই হিন্দুর ব্ৰহ্মাচাৰ্য্যব্ৰত। দহ ইন্দ্ৰিয়ক বশত ৰাখি কাম ক্ৰোধ ৰিপুক নাগ পাশত বন্ধন ৰখার অৰ্থেই হিন্দুর অতীত কালর ব্ৰহ্মাচৰ্য্য।

এই ব্ৰতর ফলেরে সেই অতীত কালত প্ৰাচীন আৰ্য্য হিন্দুবিলাকে উন্নতি জখলার মুধচলৈকে বগাইছিল। আজি সেই ব্ৰতর অভাবতে ভারতর দৈন্যাৱস্থা। বশিষ্ঠ গৌতম বিশ্বামিত্ৰাদি মহৰ্ষিসকল, নহুষ কাৰ্ত্তবীৰ্য্য জনক ৰাম কৃষ্ণাদি কৰ্ম্মী পুৰুষসকল কত? আদি যদি ভারতর পতিত জাতিয়ে উন্নতি মাৰ্গত উধাব লাগে তেনেহলে তেনে ধাৰ্ম্মিক আৰু তেনে কৰ্ম্মী পুৰুষসকলর আদৰ্শ আৰু উপদেশ মতে আমি কাৰ্য্য করিব লাগিব। তেহে আমার উন্নতি হব। নহলে ঈৰ্ষা কপটতা ছল প্ৰবঞ্চনারে কোনেও কস্মিন কালত প্ৰকৃত মনুষ্যত্ব বোলাই লোকর আদৰ্শ ৰূপে ঠিয় হব নোৱাৰে। সংসারৰূপ কৰ্ম্মক্ষেত্ৰত আগুৱাবর হলে কৰ্ম্মক আশ্ৰয় করি কৰ্ম্মজাক জ্ঞানেরে জ্ঞানগম্য বিজ্ঞানময় আত্মা পুৰুষর ফালে আগুৱাব পারে। নহলে নিরৰ্থক যুক্তি তৰ্কে যুক্তি তৰ্কর অতীত ভূমিত থকা জ্যোতিৰ্ম্ময় জ্যোতি পুৰুষর যার তেজো বলেরেই প্ৰতি মুহূৰ্ত্তে কত শত সহস্ৰ বস্তুর অভ্যুদয় আৰু পতন হবই লাগিছে তার লেখ জোখ কোনোৱেই করিবলৈ সমৰ্থনে? এই দিব্য জ্যোতির ধ্যান ধারণাই হিন্দুর স্বৰ্গদ্বাৰ আৰু বিজ্ঞান দ্বাৰৰ সঙ্কেক নহয় নে? সেই অনিৰ্ব্বচনীয় দিব্য জ্যোতিত অনিৰ্ব্বচনীয় শক্তি। সেই দিব্য শক্তিতেই নিখিল বিশ্বব্ৰহ্মাণ্ডর নিৰ্ভর। একে শক্তিয়েই আকৌ কাৰ্য্যতঃ ত্ৰিধা অৰ্থাৎ তিমিগুণ বিশিষ্টা সৃষ্টিস্থিতি প্ৰলয়াত্মিকা। এই তিনি শক্তির মূলকারণ সবিতা দেবতা। এয়ে ত্ৰিকালৰ ত্ৰিসন্ধ্যা ব্ৰহ্মবিদ্যা। এই ব্ৰহ্ম বিদ্যাৰ উপাসনাই ব্ৰহ্মাৰ্চ্চনা। ব্ৰহ্মক ব্ৰহ্মবিদ্যাৰে জ্ঞানিব। অৰ্থাৎ ধ্যান্ ধাৰণা আৰু ধৰ্ম্ম কাণ্ডাদি ৰূপ ব্ৰহ্মবিদ্যাৰ মাজেদি যাব লাগিব। সেই কাৰণে শ্ৰীকৃষ্ণ ভগবানে কৰ্ম্মানুষ্ঠান্ বিশয়ে উপদেশ দিওঁতে কৈছে "কৰ্ম্ম ব্ৰহ্মোদ্ভবং বিদ্ধি ব্ৰহ্মাক্ষৰ সমুদ্ভবং তস্মাৎ সৰ্ব্বগতং ব্ৰহ্ম নিত্যং যজ্ঞে প্ৰতিষ্ঠতম।।" আকৌ গীতাৰ অষ্টাদশ অধ্যায়ত কৈছে—

"যজ্ঞ দান তপঃ কৰ্ম্ম।। ন ত্যাজ্যং কাৰ্য্যেসে ৰতৎ।
যজ্ঞো দানং তপশ্চৈব পাবনানি মনীষিণাম্।।"

প্ৰথমোক্ত গীতাৰ শ্লোকটি যি ভাবেই দেখা যায় সেই ভাবে দেখিলে, ভগবানে আমাক ইয়াকে উপদেশ দিছে যে কৰ্ম্মক বা কৰ্ম্মইত্যাগ কৰি সংসাৰত আগুৱাবৰ উপায় নাই। সেইকাৰণেই তেওঁ কৈছে যে

"নিয়তং কুৰু কৰ্ম্ম ত্বং জ্যায়োহ্য কৰ্ম্মণং।

শৰীৰযাত্ৰাপি চ তে নপ্ৰসিধোদ কৰ্ম্মণঃ।।

এতিয়া কৰ্ম্মোপদেশ বিষয়ে এই তিনটি শ্লোককে বহলাই দেখা যাওক। কৰ্ম্মৰ উৎপত্তি বিষয়ে তেওঁ কৈছে যে কৰ্ম্ম বেদোদ্ভৱ, বেদ ব্ৰহ্মাসমুদ্ভৱ; সেই কাৰণে সৰ্ব্বব্যাপী পৰমেশ্বৰ সদাই যজ্ঞতে প্ৰতিষ্ঠিত। অতএব নিখিল ব্ৰহ্মাণ্ডৰ অধিপতি জ্ঞানৰ আধাৰ, বেদৰ মূল যজ্ঞেশ্বৰ হৰিক জানিবৰ হলে যজ্ঞৰূপ কৰ্ম্মকাণ্ডাদিৰ মাজেদি যোৱাই শাস্ত্ৰাদিৰ উপদেশ। সেই কাৰণে বেদ বিহিত জ্ঞানোদ্দীপক কাৰ্য্যই কৰ্ম্ম। তাৰ বাহিৰে আনবোৰ অকৰ্ম্ম বা বিকৰ্ম্ম। এতিয়া অকৰ্ম্মনো কি বা বিকৰ্ম্মনো কি তাৰ আলোচনা এৰি থৈ বেদ বিহিত যজ্ঞৰ কথা আলোচনা কৰা যাওক।

শাস্ত্ৰমতে প্ৰতি দিনোচিত কৰ্ত্তব্য যজ্ঞ পাঁচ বিধ। যেনে দেবযজ্ঞ, ঋষিযজ্ঞ, ভূতযজ্ঞ, নৰযজ্ঞ আৰু পিতৃযজ্ঞ। দেব যজ্ঞত দেবতাৰ উদ্দেশে ঘৃতাহুতি আৰু বলিদান কাৰ্য্যই প্ৰধান অঙ্গ।

বেদপাঠাদি জ্ঞানচৰ্চ্চা ঋষি যজ্ঞৰ কাৰ্য্য, কাউৰি কুকুৰ ইত্যাদিক অন্ন প্ৰদানেই ভূতযজ্ঞ; অতিথিসেবাই নৰযজ্ঞ; আৰু পিতৃপুৰুষসকলৰ উদ্দেশে শ্ৰাদ্ধতৰ্পণাদি কাৰ্য্যই পিতৃযজ্ঞ। সংসাৰত উন্নতিকামী পুৰুষে প্ৰত্যক্ষে বা পৰোক্ষভাবে এনে কাৰ্য্য কৰিলে হে উধাব পাৰে।

এই পঞ্চ যজ্ঞ পৃথিবীত মানব জাতিৰে কৰ্ত্তব্য কাম। এই পঞ্চকৰ্ম্মৰ উদ্দেশ্য কি মহান্! এই যজ্ঞ সম্পাদনেই মানুহৰ নিস্বাৰ্থ কৰ্ম্ম। সেই কাৰণে শ্ৰীকৃষ্ণ ভগবন্তে অৰ্জ্জুনক দিয়া উপদেশৰ ছলেৰে জগতক্ উপদেশ দি থৈ গৈছে যে যজ্ঞ দান তপ এই তিনটি কাৰ্য্য কেতিয়াও ত্যাগ নকৰিব। কাৰণ কাৰ্য্যৰ দ্বাৰাই মানুহৰ আত্মা পবিত্ৰ হয়।

ভাবি চাওক হিন্দুৰ এই দৈনন্দিন আচৰণীয় এই পঞ্চ যজ্ঞৰ ভিতৰত কি মহতী পবিত্ৰকাৰিণী শক্তি বিদ্যমান আছে। এই পঞ্চ যজ্ঞ কায়িক বাচনিক আৰু মানসিক শিক্ষাৰ অথেই প্ৰয়োজনীয়, ইংৰাজীত যাক practical আৰু theoritical Education বোলে। তাৰে ক্ষেত্ৰ (বা field)। এনে ধৰ্ম্ম ক্ষেত্ৰ আৰু কুৰুক্ষেত্ৰ। যি দেশত practical আৰু theoritical শিক্ষাৰ কোনো সম্পৰ্ক নাই, সেই শিক্ষাৰ দ্বাৰাই কোনো দেশেই কস্মিন কালে উধাব নোবাৰে। আজি কালি আমাৰ শিক্ষা বাচনিক, বাচনিক পৰীক্ষাত উত্তীৰ্ণ হলেই শেষ হয়। কিন্তু ভাৰতত অতীত কালত শিক্ষা উভয়ৰ সংমিশ্ৰণ আছিল। বাচনিক শিক্ষাৰ লগে লগে কায়িক বা দৈহিক শিক্ষাৰ যথেষ্ট দিহা আছিল। মোটৰ ওপৰত বেছি ভাগেই practical আছিল। ব্ৰহ্মচাৰীৰ গুৰুগৃহত আবস্থিতি কালৰ কাৰ্য্য হিন্দু মাত্ৰেই জানে। তদুপৰি গুৰু গৃহত

গৰুৰ দ্বাৰাই সম্পাদিত পঞ্চ যজ্ঞ, কাম আৰু নিজেও শিক্ষা সাঙ্গ কৰি আকৌ গৃহস্থাশ্ৰমত প্ৰবেশ কৰিও এই পঞ্চ যজ্ঞাচকণৰ দ্বাৰাই তেওঁৰ theoritical আৰু practical শিক্ষাৰ ওৰ নপৰে। সদায় বেদ পাঠাদি ঋষি যজ্ঞৰ দ্বাৰাই জ্ঞানাৰ্জ্জন কৰি মানসিক পবিত্ৰ ভাব আৰু বুদ্ধি বৃত্তিৰ প্ৰাখৰ্য্যতা লাভ হয়েই। তদুপৰি দেব যজ্ঞাদি বাকী চাৰিবিধ যজ্ঞৰ অধিকাংশ ভাগেই কৰ্ম্মময় জীৱন। তদানু সাঙ্গিক কৰ্ম্মকাণ্ডত কি উদাৰ ভাব বিদ্যমান আছে! ইয়াৰ প্ৰত্যেক কাৰ্য্যই পবিত্ৰ আৰু মনৰ শান্তি বিধায়ক। এই পঞ্চ যজ্ঞত কি নিঃস্বাৰ্থ ভাব নিহিত আছে, যাৰ আচৰণৰ দ্বাৰাই বাক্য মন দেহ পবিত্ৰ হয়। বেদ পাঠ আৰু জ্ঞান চৰ্চ্চাৰ দ্বাৰাই মানুহৰ বাক্যৰূপ অগ্নিৰ বৃদ্ধি হয়। আকৌ তেজী হয়। এই শাস্ত্ৰালোচনাৰ নিমিত্তে ঋষিগণ ধাৰ্য্য কৰিছে। দেব যজ্ঞৰ অৰ্থে পবিত্ৰ অন্তঃকৰণেৰে সৈতে দেবতাৰ উদ্দেশে যজ্ঞীয় হৱিঃ ইত্যাদি সংগ্ৰহ কৰিব। নিজে দেবতাই দেবভাবেৰে দেবতাক যজিব লাগিব; ই কি দিয্যভাব; ই প্ৰকৃততে মহান নহয়নে? যি মানুহে যনেকৈ ভাবে তাৰ তেনেকৈয়ে কাৰ্য্য সিদ্ধ হয়। এই সংসাৰ তেজ আৰু ভাবৰ খোলভূমি মাথোন। প্ৰবাদ আছ যে কুমাৰণীয়ে ফৰিং ধৰি তাৰ বাহত সোমাই ওপৰত বহি জপি জপি ভাবি থাকোতে ফৰিং গুছি কুমাৰনীয়েই হয়, সেই দৰে অতীত কালত আৰ্য্য ঋষি সকলে বীৰপুৰুষসকলে ঐকান্তিক যোগৰ প্ৰভাবতে তদ্‌গত তন্ময় ভাবেৰে অনুপ্ৰাণিত হৈ সংসাৰত অলৌকিক কাৰ্য্য সাধন কৰিছিল। সকলো ঐকান্তিক ভাবৰেই ফল। বৰ্ত্তমানত ৰামমূৰ্ত্তি চেণ্ড চাহাবৰ অমানুষিক দৈহিক বল এই ঐকান্তিক ইচ্ছা শক্তিৰ পৰিণাম ফল মাথোন। সেই কাৰণেই শ্ৰীকৃষ্ণ ভগবানে গীতাত যোগী পুৰুষক শ্ৰেষ্ঠ ঠাই দিছে। মানুহক দেবভাবে দেবত্ব আৰু পশু ভাবে পশুত্বলৈ নিয়ে। ঈৰ্ষা, কপটতা, জাতিহিংসা ইত্যাদিয়েই মানুহৰ পশু ভাব। আমালোকে আজি নিজ কৰ্ম্ম ফলত হীনবীৰ্য্য হৈ পশুত্ব প্ৰাপ্ত হৈছো। সেই কাৰণে শাস্ত্ৰকাৰসকলে মানুহক দেবভাবত ৰাখিবৰ অৰ্থে আৰু দেবতাৰ নিচিনা পৰাক্ৰমী পুৰুষ হবৰ নিমিত্তে মানুহৰ কৰ্ত্তব্য দেব ঋণৰ কথা উল্লেখ কৰি গৈছে।

এই কাৰণেই শ্ৰীকৃষ্ণ ভগবানে অৰ্জ্জুনক কৰ্ম্ম যোগৰ কথা কওঁতে দেবযজ্ঞৰ আবশ্যকতা বিষয়ে গীতাৰ তৃতীয় অধ্যায়ত কৈছে ঃ—

"সহযজ্ঞঃ প্ৰজাঃ সৃষ্টা পুৰোবাচ প্ৰজাপতিঃ।
অনেন প্ৰসবিষ্যধ্বমেষ বোহস্তিষ্ট কামধুক।।
দেবান ভাবয়তানেন তে দেবাঃ ভাবয়ন্তু বঃ।
পৰস্পৰং ভাবয়ন্তঃ শ্ৰেয়ঃ পৰ মধাস্পস্যথঃ।।

ইষ্টান ভোগান হি যো দেবা।
দাস্যন্তে যজ্ঞ ভাবিতা
তৈৰ্দত্তা ন প্ৰদায়ৈভ্যো
যো ভুঙক্তেস্তেন এব সঃ
যজ্ঞ শিষ্টাশিনঃসন্তো মুচ্যন্তে সৰ্ব্ব কি দ্বিষৈঃ
ভুঞ্জন্তে তেৰঘং পাপঃ যে পচন্ত্য ত্ম কাৰণাৎ।
অন্নাদ্ভবন্তি ভুতানি পৰ্জ্জন্যাদন্নসম্ভবঃ —।
যজ্ঞাদ্ভবন্তি পৰ্জ্জন্যোঃ যজ্ঞ কৰ্ম্ম সমুদ্ভব।।
ব্ৰহ্ম কৰ্ম্মোদ্ভবং দিদ্ধি ব্ৰহ্মাক্ষৰৎ সমুদ্ভবঃ।
তস্মাৎ সৰ্ব্ব গতং ব্ৰহ্ম নিত্যং যজ্ঞে প্ৰতিষ্ঠিতং।।
এবং প্ৰবৰ্ত্তিতং চক্ৰং নানুবৰ্ত্তয়তীহ যঃ।
অঙায়ুৰিন্দ্ৰিয়াৰামো মোঘং পাৰ্থ স জীবতি

বিধাতাৰ সৃষ্ট পদাৰ্থৰ অৰ্থেই—বিশ্বসংসাৰ। সংসাৰৰ অৰ্থ আমি মোটা মুটি বুজোঁ যে এই পৃথিবীত সহজ আৰু স্থুল ভাবে চলিবৰ হলে পৰস্পৰে পৰস্পৰৰ ওপৰত নিৰ্ভয় কৰে। সংসাৰত সৰু বৰ জাতি বিভাগ আছে। তাৰ প্ৰমাণ নিজৰ দহোটা আঙুলিয়েই। ইয়াক কেৱেঁ নুই কৰিব নোৱাৰে। সেই দৰে ঈশ্বৰৰ সৃষ্ট পদাৰ্থতো জাতিবিভাগ আছে। এই জাতি বিভাগৰ অতি ওখ খাপত বিধাতাৰ সৃষ্ট দেব জাতি। হিচাপত মানুহৰ ঠাই মাজ খাপতহে, যেহেতু দেবতাৰ বাহিৰেও মানুহতকৈ ওখ খাপৰ অনেক জাতি আছে। আৰু মানুহতকৈও তল খাপত প্ৰাণীৰ সংখ্যা কম নহয়। এতিয়া এই এক জাতিৰ অস্তিত্ব আন জাতিৰ ওপৰত নিৰ্ভৰ কৰে। ই ধ্ৰুব সত্য। প্ৰকৃতিৰ ৰাজ্যই পদাৰ্থৰ স্থিতি হৈ তেওঁৰ সৃষ্টিৰ উদ্দেশ্য। এই অৰ্থেই বিশ্ব জগত। পৰস্পৰৰ স্থিতি জাতিগত আহাৰৰ ওপৰত। প্ৰত্যেক জাতিৰ আহাৰ প্ৰকৃতি ভেদে ভিন ভিন তৰহৰ। দেবতাৰ আহাৰ যজ্ঞ। যজ্ঞৰ প্ৰধান অঙ্গ আহুতি আৰু বলি বিধান। এই বলি যজ্ঞ বিশেষে ভিন ভিন পশুঘাতনৰ দ্বাৰাই সম্পাদিত হয়। শাস্ত্ৰকাৰ সকলে কৈছে যজ্ঞাৰ্থে পশবঃ সৃষ্টা স্বয়মেব স্বয়ম্ভুবা। অতস্তাং ঘাতৰিষ্যামি তস্মিন্ যজ্ঞে বধোবধঃ।। বৈদ্যৰ ৰোগ বিশেষে অস্ত্ৰ চিকিৎসা যেনে দেখোতে নৃশংস আৰু নিৰ্দ্দয় দেখায়, কিন্তু অনন্ত অস্ত্ৰ চিকিৎসাৰ দ্বাৰাৰ ৰোগীয়ে ৰোগমুক্ত হৈ দুখ কষ্টৰপৰা উদ্ধাৰ পায় সেইদৰে সংসাৰ ব্যধিয়ে ধৰা পুৰুষে যজ্ঞ কাৰ্য্য সম্পাদনৰ দ্বাৰাই পবিত্ৰ হৈ সংসাৰ ব্যাধিৰ উৎকট পীড়াৰপৰা উদ্ধাৰ পায়। এই যজ্ঞ কাৰ্য্যৰ গৰাকী আৰু যজ্ঞ ফলদাতা হৰিয়েই। যথা "যজ্ঞেশ্বৰো হৰি"। যজ্ঞ

দান বা যজ্ঞীয় কাৰ্য্য উঠাই দিয়া যজ্ঞপাতি বিষ্ণুৰ উদ্দেশ্য নহয়। তেওঁৰ কাৰ্য্য সত্বগুণেৰে সৃষ্টি পালন কৰ। মনুষ্য পশু পক্ষী ইত্যাদিৰহে মাথোন যে তেওঁ পালনকৰ্ত্তা সেইটো নহয়। দেবতাদি উৎকৃষ্ট জাতি সকলৰো তেওঁ পালন কৰ্ত্তা। এই কাৰণেই সৃষ্টিৰ কল্পতে চণ্ডীয় মধুকৈতভাদি অসুৰঘাতন মহাদেহৰ ত্ৰিপুৰঘাতন! দেবতাৰ ৰক্ষাৰ অৰ্থে দেবসেনাপতি স্কন্দৰ জন্ম আৰু ভগবান বিষ্ণুৰ দশাবতাৰ। যজ্ঞ ৰক্ষা আৰু লোক ৰক্ষাৰ্থেই ভগবানৰ অবতাৰ। এই কাৰণেই ভগবানে কৈছে—

যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভবতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহং।।

এই কাৰণে ভগবান শ্ৰীকৃষ্ণদেবে অৰ্জ্জুনক উপদেশ দিয়া ছলেৰে জগতক ইয়াকে কৈ গৈছে যে “যজ্ঞো দান তপঃ কৰ্ম্ম ন ত্যাজ্যং কাৰ্য্যমেবচ”। যজ্ঞীয় অগ্নি জানো ধোঁৱা নুঠকৈ জ্বলে। সেই দৰে ঈশ্বৰসাক্ষাৎ ধুমৰূপ চকুৰ পীড়াদায়ক বলিৰূপ কাৰ্য্যাদিৰ দ্বাৰাই সম্পাদিত হয়। ইয়াত এটি বাদ দিলে আনটি পোৱা টান। এই হেতু যজ্ঞাৰ্থে বলিদান কাৰ্য্য দোষাৰ্হ নহয়। পাঠকে দকৈ গমি চাব সকলো বিষয়ে শ্ৰেয়োলাভ বলিদানৰ ছালেৰেই। এই বলিবিধান কাৰ্য্য দোষাৰ্হ বা নিন্দনীয় হব নোৱাৰে। কাৰণ সকলো যজ্ঞ কাৰ্য্য লোকস্থিতিৰ অৰ্থে বা প্ৰাধান্য লাভৰ অৰ্থেই। গুণানুযায়ী জাতিগত ধৰ্ম্ম ৰক্ষাৰ অৰ্থে উপৰোক্ত “যজ্ঞশিষ্টাশিনঃ” এই শ্লোকটীৰপৰা বুজিব পাৰি যে দেবোদ্দেশে দত্ত মাংসাদি আহাৰ কৰি সাধুবিলাকে সকলো পাপৰপৰা উদ্ধাৰ পায়; কিন্তু যিলোকে নিজৰ নিমিত্তে মাংসাদি অৰপাক কৰে সি কেৱল পাপকেহে ভুঞ্জে। শাস্ত্ৰমতে অন্নপানাদি যদি যজ্ঞত নলগোৱাকৈ ভোগ কৰে তেনেহলে সিবোৰ সঃ এবস্তেনঃ। যি দেবদত্ত বস্তু দেবতাত লগাই ভোগ কৰে তেওঁৰ যজ্ঞাৰ্থে পশুঘাতন দোষ নহয়। কিন্তু যি নিজৰ কাৰণে পাক কৰে তাক পাপভাগী চোৰ বুলি শাস্ত্ৰে ধাৰ্য্য কৰিছে। গীতাৰ তৃতীয় অধ্যায়ৰ দশম শ্লোকৰপৰা ষোড়শ শ্লোকৰ এয়ে তাৎপৰ্য্য। সেই কাৰণে শ্ৰীকৃষ্ণ ভগবানে অৰ্জ্জুনক যুদ্ধস্থলত “কুলক্ষয় কৃতং দোষং মিত্ৰদ্ৰোহেচ পাতকম্” বুলি যুদ্ধকাৰ্য্যৰ পৰা নিবৃত্তি হবলৈ উদ্যত হওঁতে কৈছিল “কুতস্তা কস্মনমিদং বিষয়ে সমুপস্থিতম্। অনৰ্য্য জুষ্টমস্বৰ্গামকীৰ্ত্তিকৰমৰ্জ্জুন।।”

এতিয়া দেখা যাওক কিয় শ্ৰীকৃষ্ণ ভগবানে এনে যুদ্ধকাৰ্য্যৰপৰা নিবৃত্তি হোৱা কাৰ্য্যক অনাৰ্য্য সেবিত অস্বৰ্গ আৰু অকীৰ্ত্তিকৰ কাৰ্য্য বুলি কৈ

“ক্লৈব্যং মানুগমঃ পাৰ্থ নৈতৎ ত্বয্যুপপদ্যতে।
ক্ষুদ্ৰং হৃদয়দৌৰ্ব্বল্যং ত্যক্তোত্তিষ্ঠ পৰন্তপঃ।।”

বুলি পুনৰ যুদ্ধ কাৰ্য্যলৈ উদ্গায়।

ইয়াৰ কাৰণ ক্ষত্ৰিয়ৰ যুদ্ধ কাৰ্য্যই যজ্ঞ। যুদ্ধত প্ৰাণীহিংসাৰ নিমিত্তে ক্ষত্ৰিয়ৰ পাপ নহয়, বৰং সম্মুখ সংগ্ৰামত মৃত্যু হলে অক্ষয় স্বৰ্গ বুলি শাস্ত্ৰে চিঞৰি চিঞৰি কৈছে। যুদ্দও যে যজ্ঞ বিশেষ, ইও শাস্ত্ৰৰেই কথা। চণ্ডীত যুদ্ধক যজ্ঞ বুলি উল্লেখ কৰিছে। যথা

"যুদ্ধ যজ্ঞে শুম্ভং নিশুম্ভঞ্চহানিষাদি।"

ক্ষত্ৰিয় জাতিয়েই এই যজ্ঞৰ হোতা। যুদ্ধত অসংখ্য প্ৰাণী ঘাতন ও কোনো কোনোৱে অতি নৃশংস পাপ কাৰ্য্য বুলি কব পাৰে। কিন্তু প্ৰকৃত ক্ষত্ৰিয়ৰ ই যজ্ঞ। সেই কাৰণেই দেশ কাল পাত্ৰ ভেদে কাৰ্য্যাকাৰ্য্যৰ নিৰ্দ্দেশ হয়। ক্ষত্ৰিয়ৰ যুদ্ধত শত্ৰুঘাতন হলে জয়ী হলে ভূম্যাদি লাভ আৰু মৃত্যু হলে স্বৰ্গ দ্বাৰ। তাঁলৈ যি ভয় কৰে এনে কাৰ্য্যক ভগবান শ্ৰীকৃষ্ণই অন্যাৰ্য্য জুষ্ট অস্বৰ্গৎ আৰু অকীৰ্ত্তিকৰ বুলি কৈছে। অৰ্জ্জুনৰ মন যেতিয়া শত্ৰু পক্ষত নিজৰ বন্ধুবৰ্গক যুদ্ধাৰ্থে প্ৰস্তুত দেখি দয়াৰ্দ্ৰ হোৱাত হাতৰপৰা অস্ত্ৰ খহি পৰিলে তেতিয়া ভগবানে তেওঁক ক্লৈব্যভাব অৰ্থাৎ কাপুৰুষতা এড়ি ক্ষত্ৰে চিত যুদ্ধ কাৰ্য্যই যে ক্ষত্ৰিয়ৰ প্ৰধান কাৰ্য্য আৰু ধৰ্ম্ম আৰু এনে যুদ্ধ কাৰ্য্যত উপস্থিত হোৱাও ভাগ্য, এনেকুৱা যুদ্ধকাৰ্য্য তেওঁ বিলাকৰ সুখদায়ক কাৰ্য্য বুলিহে উল্লেখ কৰিছে। যথা—

স্বধৰ্ম্মমপি চাবেক্ষ্য নবিকাম্পিতু মৰ্হষি।
ধৰ্ম্ম্যাদ্ধি যুদ্ধাস্ত্ৰেংয়োণ্যেৎ ক্ষত্ৰিয়স্য ন ধিদ্যতে।।
যদৃচ্ছয়া চোপপমং স্বৰ্গদ্বাৰম প বৃতম্।
সুখিনঃ ক্ষত্ৰিয়াঃ পাৰ্থ লভন্তে যুদ্ধমীদৃশম্।।
অথচেত্ত্বমিসং ধৰ্ম্ম্যং সগ্ৰামং ন কৰিস্যসি।
ততঃ স্বধৰ্ম্মংকীৰ্ত্তিঞ্চ হিত্বা প পমবাস্প্যসি।।

অতএব যি ক্ষত্ৰিয়ই যুদ্ধকাৰ্য্য পাপ বুলি ভাবি এৰি দিয়ে সি স্বধৰ্ম্মত্যাগী পাপী বুলি শ্ৰীকৃষ্ণ ভগবানে অৰ্জ্জুনক জ্ঞান দি কয় যে

তস্মাত্ত্বমুত্তিষ্ঠ যশো লভস্ব।
জিত্বা শত্ৰন্ ভুঙ্‌ক্ষ্বৰাজ্যং সমৃদ্ধং।।
ময়ৈবেতে নিহতাঃ পূৰ্ব্বমেৱ।
নিমিত্ত মাত্ৰং ভৱসব্যসাচিন্।।

"সকলো দেহতে অবধ্য আত্মাৰ স্থিতি; এই আত্মাক কোনেও বিনাশ কৰিব নোৱাৰে; সেই কাৰণে জীৱ বিলাকৰ ধ্বংশ হলে শোক কৰা অনুচিত। অতএব যুদ্ধলৈ তুমি সাজু হোৱা। শত্ৰুকুল—ধ্বংস কৰি সমৃদ্ধিশালী ৰাজ্য ভোগ কৰা। হে পাৰ্থ তুমি

মাথোন নিমিত্ত মাত্ৰ হোৱা; আগেয়েই সকলো মোৰ দ্বাৰাই নিহত হৈ আছে। ঈশ্বৰৰ এই বাক্য ইয়াকে বুজায় যে সকলো বিধ কাৰ্য্যৰ কৰ্ত্তা প্ৰকৃততে ঈশ্বৰহেঃ আত্মভিমানী পুৰুষে অহঙ্কাৰৰ দ্বাৰাই বিমোহিত হৈ নিজক নিজে কৰ্ত্তা বুলি ভাবে। এনে কৰ্ত্তৃত্বাভিমানী পুৰুষে কৰ্ম্মত আসক্ত হৈ কৰ্ম্মৰ দোষত পৰে। সেই কাৰণে কৰ্ম্ম বন্ধনৰ দুখ কষ্টত পৰি সংসাৰ অশান্তিময় হেন দেখে। আৰু যিলোকে সকলো কাৰ্য্য ঈশ্বৰত ন্যস্ত কৰি

ঈশ্বৰঃ সৰ্ব্ব ভূতানাং হৃদ্দেশে অৰ্জ্জুন তিষ্ঠতি।
ভ্ৰাময়ন্ সৰ্ব্ব ভূতানি যন্ত্ৰাৰুঢ়ানি মায়য়া।।
তনেব শৰণং গচ্ছ সৰ্ব্ব ভাবেন ভাৰত।
তৎ প্ৰসাদাৎ পৰাং শান্তিং স্থানং প্ৰাস্প্যসি সাশ্বতম্।।

এই শ্লোকদ্বয়ৰ গুঢ় তত্ত্ব গ্ৰহণ কৰি জীৱন কাল শান্তিৰে কটাব পাৰে আৰু অন্ততো শান্তিময় দিব্য লোকত ঠাই পায়। এনে লোকেই অহঙ্কাৰ শূন্য হৈ

জানামি ধৰ্ম্মং ন চ মেপ্ৰবৃত্তি জানাম্যধৰ্ম্মম নচমে নিবৃত্তিঃ।
ত্বয়া হৃষিকেশ হৃদিস্থিতেন যথা নিযুক্তো হস্মি তথা কৰোমি।

এই শ্লোকটি সদায় শুই উঠি অতি প্ৰত্যুষতে সাংসাৰিক দৈনিক কাৰ্য্যত হাত দিয়াৰ আগতে পাঠ কৰি ঈশ্বৰক আত্মসমৰ্পণ কৰে।

এই জ্ঞান লভিবলৈকে শুই উঠি প্ৰত্যেকেই এই শ্লোকটি পাঠ কৰিবলৈ শাস্ত্ৰে হৈছে। য ইএশ্লোকটিৰ অৰ্থ এনেকৈ কৰে যে প্ৰভু মই ধৰ্ম্ম কি জানো কিন্তু সেই ধৰ্ম্ম ভাবলৈ প্ৰবৃত্তি নাই; অধৰ্ম্ম কি তাকো জানো কিন্তু তেনে কাৰ্য্যত মোৰ নিবৃত্তি নাই। অতএব হে প্ৰভু তুমি য'তে লগোৱা তাকে কৰিম। শ্লোকাৰ্থ যি এনেকৈ কৰে তাতো অহঙ্কাৰৰ ভাব বিৰিঙ্গি পৰে। কিন্তু ঈশ্বৰ প্ৰেমত অনুপ্ৰাণিত প্ৰাণী মাত্ৰেই ভাবে হে প্ৰভু মই ধৰ্ম্মও নেজানো আৰু অধৰ্ম্ম কাৰ্য্যৰো বোধ নাই; মোৰ সৎকাৰ্য্যত প্ৰবৃত্তি আৰু অসৎকাৰ্য্যত নিবৃত্তিও নাই। হে ঈশ্বৰ! তুমি যেনেকৈ মতি গতি দিয়া তেনেকৈ কৰিম। এই তত্ত্বজ্ঞান যি লভিছে তেওঁ কৰ্ম্ম ফলৰ ডোলত আবদ্ধ নহয়। এনেকুৱা *লোকে জজ্ঞ কাৰ্য্য দোষাই বুলি নধৰি কৰ্ত্তব্য বোধে সম্পাদন কৰিবলৈ কেতিয়াও* পৰাঙ্মুখ নহয়। কাৰণ তেওঁবিলাকৰ ঈশ্বৰ বাক্যত সম্পূৰ্ণ আস্থা আছে; যথা

তস্মাৎ সৰ্ব্ব গতং ব্ৰহ্ম নিত্যং যজ্ঞে প্ৰতিষ্ঠিতম্।

তেওঁবিলাকে এই কথা শাৰীৰ সত্যতা আখৰে আখৰে অনুভৱ কৰি তদনুযায়ী কাৰ্য্য কৰি শান্তিৰ অমিয়া পান কৰে।

(ক্ৰমশঃ)

# নিৰ্ম্মল ভকত।

## দ্বাবিংশ আধ্যায়।

পিছ দিনা ডাঙ্গৰীয়া জনে আকৌ আতৈক লদ ধৰি সুধিলে ঃ— "আতৈ! মোৰ প্ৰথম কথা এই ঃ— আপুনিতো নিজ ইচ্ছাত মানৱ দেশলৈ যোৱা নাছিল। আৰু গলেও আপুনি নিজে কোৱা মতে আপুনিতো তাত অখাদ্য খোৱা নাছিল। আপুনি দেশৰ ইমান হিতৈষী যে নিজৰ জীৱনকো আগ কৰি ৰজাৰ হকে দেশৰ হকে মানেৰে সৈতে যুজিছিল। অনিৰাম আৰু ৰূপহীৰ কেনেবাকৈ শাস্তি হেৰাই বুলি আপুনি কি ভয়ঙ্কৰ স্বাৰ্থকো ত্যাগ কৰিছিল; আপুনিতো বাহিৰ কৰাপাটতেই সিদ্ধি লাভ কৰিছিল, এনেবিলাক স্থলতো যে আপোনাৰ প্ৰায়শ্চিত্তৰ বিধান হল ইয়াৰ অৰ্থ মই হলে বুজিব নোৱাৰোঁ। পৰাচিতৰ আচল অৰ্থ হৈছে যে স্বইচ্ছাই কোনো এটা দোষ কৰিলেহে দণ্ড বা পৰাচিত হব লাগে। পাৰাচিত মানেই দণ্ড। কথাতে কয় "পাপৰ পৰাচিত হল।" আপুনিনো কি পাপ কৰিছিল যে পৰাচিত হব লগীয়া হৈছিল। মই হলে বুজোঁ যে এই পৰাচিতৰ নিচিনা অনুষ্ঠান কেবল বামুণে নিজৰ প্ৰাপ্তিৰ উদ্দেশ্যেহে সমৰ্থন কৰি থৈছে। মনৰ উন্নতি নহলে বাহিৰৰ সেই বামুণৰ মন্ত্ৰ কেইটাৰ আৰু কুশ দুবৰীৰে চিতোৱা পানী দুটোপাৰনো কি বলটো বা উপকাৰটো আছে। এনেকুৱা বিচাৰ বিহীন অযুক্তিকৰ অনুষ্ঠানবিলাকেই আমাৰ মনুষ্যত্ব লোপ কৰি থৈছে। আমাক গোলামৰো গোলাম কৰি ৰাখিছে। বামুণে নিজৰ পেট পুহিবৰ অৰ্থেই এইবিলাক ফাকটি সৰ্জিছে। বামুণেই এই দেশখন খালে

আতৈয়ে কলে ঃ— "ডাঙ্গৰীয়া! আপুনি বৰ ডাঙ্গৰ অভিযোগ কৰিলে। এই সমস্তৰে উত্তৰ মোৰ নিচিনা শাস্ত্ৰ জ্ঞান হীনে যে আপোনাক পৰিষ্কাৰৰূপে বুজাব পাৰিম এই আশা মোৰ নাই। তথাপি সাধাৰণ বুদ্ধিৰেই দুই চাৰিষাৰ কওঁ শুনক। বাৰু! আপুনি কেতিয়াবা হবিৰপৰা ধৰি অনা ভাটৌ পোৱালী পুহিছেনে? অথবা কাউৰ এটা ধৰি এদিন মান ৰাখি কাউৰ, আৰু ভাটৌ পোৱালী দুয়োটাকে এৰি দি চাইচেনে! প্ৰথমে সেই এৰি দিয়া কাউৰেটাক বা ভাটৌটোক বনৰীয়া কাউৰে আৰু ভাটৌৱে এদিন দুদিনলৈ লগকে নিদিয়ে। দেখিলেও খুটিবলৈ আহে। পিছত ২। ৪ দিন বা অন্ততঃ এৰাতি দুৰাতি অকলৈ থকাৰ পিচতহে বনৰীয়া জাতিবৰ্গৰ জাতিবৰ্গৰ লগ পায়। ঘৰচীয়া হাতী কেতিয়াবা ডোল চিগি মুকলি হৈ গলেও সেই হাতীয়ে সতকাই বনৰীয়া পালত লগ নোপায়গৈ। ইয়াৰ কাৰণ কি? হাতী আৰু চৰাইৰ অপৰাধ কি? সিহঁততো নিজ ইচ্ছাত মানুহৰ ঘৰত বসতি লোৱা নাছিল; তেনেস্থলতো

বনরীয়া জ্ঞাতিয়ে সিহঁতক কিয় সতকাই লগ নিদিয়ে? ইয়ার কারণ ডঙ্গরীয়া! মানুহর সংসর্গত শরীরর অনু পরমাণু বিলাকত, উপাদান বিলাকত কিবা এটা ব্যতিক্রম ঘটে। সেই ব্যতিক্রম ঘটার বাবেই সিহঁতর বনরীয়া জ্ঞাতিসকলে সিহঁতর গার গোন্ধ পায়। ঘরতীয়া জন্তুর গার বতাহে বনরীয়া জ্ঞাতির বতাহে সৈতে নিমিলে মানেই লদ নিদিয়ে। সেই দরেই এক দেশর, এক আচার অনুষ্ঠানর মানুহ যদি অন্য দেশত থাকে, আরু আচার অনুষ্ঠানত (মাজত প্রবর্ত্তোৰ কথাকে নকও) প্রবর্ত্তা মানুহর মাজত থাকে তেনেহলেও তাৰ শৰীৰৰ অণুপরমাণুবিলাকত অলপ নহয় অলপ ব্যতিক্রম ঘটে। সেই ব্যতি ক্রম নিজর দেশর মানুহর উপযুক্ত নহয়। এনেকুৱাবিলাক কারণেই লঘোনে রাখি গা ধুৱাই পরাচিত করিহে লগ দিয়ে। পরাচিতর মন্ত্রতে কৈছেঃ— "ভুক্ষ্যাভক্ষ্য স্পর্শাস্পর্শ অনেক নিষিদ্ধাচরণ জ্ঞানাজ্ঞাত কৃত পাপক্ষয়ার্থং প্রাজাপত্য ব্রতাসক্তৌ প্রাজ্যপতা ব্রত সম যথৈক চান্দ্রায়ণ ব্রত কল্প" ইত্যাদি ইত্যাদি অভক্ষ্যর তো কথাই নাই আন কি স্পর্শা, নিষিদ্ধাচরণ, অজ্ঞানকৃত পাপকো ক্ষয় করিবলৈ পরাচিতর বিধি। ইয়ার কারণ কি ডাঙ্গরীয়া জানেনে? অভক্ষ্য খালে হিন্দুৱে শরীরর অনুবিলাকর যে পরিবর্ত্তন হবই আনকি দীর্ঘকাল স্পর্শাস্পর্শয় দ্বারায়ো অভক্ষ্য নাখালেও শরীরর অণুর পরমাণুর বৈচিত্রতা ঘটে। সেই অণু পরমাণুর বৈচিত্রতাই হিন্দুর মন আরু আধ্যাত্মিকতাতো বোধ হয় সরহ নহলেও অতি সমান্যরো সামান্য পরিবর্ত্তন ঘটাব পারে। যেহেতু হিন্দুর যোগতত্ত্ব আধ্যাত্মিক তত্ত্ব অনুসারে চেতনারূপী মনর ওপরত দেবরূপী জড়ৰো একেরা আধিপত্য আছে। হিন্দুর মতে সুস্থ দেহতহে সুস্থ মন হব পারে। সেই দেখি মনর সাধন করিবলৈ হলে দেহরো সাধন লাগে। নিশা লঘোনে থাকিলে দেহর যেনেহলেও একেরা শোধন হয়, তার পিছত পানীত গা ধুই তিতা তিয়নিরে থাকি মন্ত্র উচ্চারণ করার পরাও দেহর অণু শোধন হয়। দেহর অণু শোধন হলে মনরো শোধন হয়। পরাচিতর দক্ষীণাই বা কি বেছি। দিব পরার পরা জিতেন্দ্রীয় ব্রহ্ম পরায়ণ বামুণে পারিলে ১০০ এশ দেড়শ টকাও এটা পরাচিতত লব পারে; নোৱারার পরা ফুল এটি তামোল এখান লৈও করে। কাযে কাযে এই অনুষ্ঠানক একেবারে বামুণর স্বার্থ সিদ্ধির ফাকতিকে বা বুলিম কেনেকৈ। ডাঙ্গরীয়া জনে আকৌ সুধিলে ঃ— "বারু আতৈ! আপুনি যে হিন্দুর আধ্যাত্মিকতা আধ্যাত্মিকতা কৈ চিএওরিছে অকল হিন্দুরেহে সেই আধ্যাত্মিকতা আছে আন ধর্ম্মর নায়নে? আপুনি কেতিয়াও কব নোৱারে যে বৌদ্ধ ধর্ম্মত, মচলমান ধর্ম্মত, খৃষ্টিয়ান ধর্ম্মত আধ্যাত্মিকতা নাই। বৌদ্ধর ভিতরত মচলমানর ভিতরতো মহা মহা যোগী, ঋষি, সাধুসকল আছে। আরু হিন্দুরো যিসকল পরম সাধু, পরমহংস, পরম বৈরাগী সেইসকলে দেখোন

কথাই কথাই পৰাচিত নহয়। ইয়াৰ উপৰি হিন্দুৰ আচল মহাত্মা সকলেও দেখোন জাতকুলস বৰ্ণাশ্ৰম সমস্ত এৰে। ধৰ্ম্মৰ চৰম লক্ষ্য ব্ৰহ্ম প্ৰাপ্তি। এনেস্থলত নো সামান্য পৰাচিতে কিটো উপকাৰ কৰে। আতৈয়ে কলে ঃ— ডাঙ্গৰীয়া মহাসিদ্ধ বা মহা যোগী হব পাৰিলে তেনেকুৱা জনলৈ পৰাচিতৰ বিধি, বৰ্ণাশ্ৰম বিধি নাই সেইটো সচা। কিন্তু আমাৰ নিচিনকৈ পৰাচিত উচিত। আন ধৰ্ম্মত যে আধ্যাত্মিকতা নাই মই এই কথা কব নোৱাৰোঁ। নিজ চকুৰেই মানৰ দেশত পৰম আধ্যাত্মিক ফুঙ্গিও দেখি আহিছোঁ কিন্তু তথাপি এইটো নকই নোৱাৰো যে আমি সাধাৰণ হিন্দুৰ আধ্যাত্মিকতা যেনেহলেও আমাৰ এটা সুকীয়া বস্তু, আমাৰ নিজস্ব আমি ইয়াৰ মাজেদিহে ক্ৰমশঃ ওপৰলৈ উঠিব লাগিব। মাছৰ জন্মস্থান আৰু জীয়াই থকা স্থান পানীহে। হৰিণাৰ জীয়াই থকা স্থান পানীহে। হৰিণাৰ হাবিহে। মাছেও হাবিত থলে নিজীয়ে, হৰিণাও পানীত থাকিব নোৱাৰে। অবশ্যে মানুহ সকলো জন্তুৰে শ্ৰেষ্ঠ। সেই দেখি প্ৰায় সকলো অবস্থাতে থাকিব পাৰে। জীবও পাৰে। কিন্তু হিন্দুৰে হিন্দুৰে আধ্যাত্মিকতা বিচাৰিবলৈ হলে, সহজে সুগমে পাবলৈ হলে প্ৰবৰ্ত্তিত অনুষ্ঠানৰ মাজেদিহে যাব লাগিব। আনি মাৰ্গেৰে গলে হয়তো ঢেৰ খুন্দা কাটন খাব। আমাৰ পক্ষে যিটো বাটত বেছি বাধা বিঘিনী নাই সেইটো বাটেদিয়েই যোৱাটোহে প্ৰশস্ত।

দ্বিতীয়তঃ যদি ধৰি লোৱা যায় যে পৰাচিতে কোনো আধ্যাত্মিকতা দিব নোৱাৰে, তথাপি যেতিয়াই বিদেশৰ পৰা উলটি আহি পৰাচিত নহলে আমি মৰমৰ আই, বোপাই, ভাই, ভণী, দেশৰ বন্ধু বান্ধবৰ লগ সঙ্গ নেপাও তেতিয়া এই যৎসামান্য খৰচৰ অনুষ্ঠান ফেৰা আচৰণ কৰাতেই বা হানী কি? যদি ধৰা যায়, কোৱা যায় যে "মই কোনো পাপ কৰা নাই, অন্যায় কৰা নাই মই পৰাচিত নহওঁ তেনেহলে পৰিণাম অহঙ্কাৰৰ হে কথা। ই বৈষ্ণব ধৰ্ম্ম বিৰোধী। ডাঙ্গৰীয়া জনে কলে ঃ— "আতৈ! আন মানুহে জানিবা এই পৰাচিতৰ অনুষ্ঠানত নিজৰ বিশ্বাস নেথাকিলেও ভাই বন্ধু ইষ্ট কুটুম পিতৃ মাতৃ এই সকলৰ সংসৰ্গ লভিবলৈকে পৰাচিত হয়; কিন্তু আপোনাৰতো ইহ সংসাৰত নিজৰ প্ৰায় কেৱে নাছিল। আপুনি সত্ৰত নেথাকি নিজে নিজেইতো যতে ততে এটা জুপুৰি বান্ধিও থাকিব পাৰিলে হেতেন, আৰু আপুনি যি কাঠৰ কাম জানে তাকে কৰিয়েই দেখোন নিজকো পুহিব পাৰিলে হেতেন আৰু দহজন দেশী ভাইক কাঠ মিস্ত্ৰিৰ কাম শিকাই আপোনৰ বহুদৰ্শিতাৰ পৰা ওপজা শিক্ষা দি উপকাৰ কৰিব পাৰিলে হেতেন। গোটেইটো জীৱন সত্ৰত কটাইনো আপুনি দেশৰ কি উৰকাৰ সাধিলে। আতৈ ঃ— "ডাঙৰীয়া! মোৰ মনৰ গতি তেনেকুৱা হোৱা হলে মই সেই দৰেই কৰিব পাৰিলোঁ হেতেন। কিন্তু হোৱা মোৰ নিজৰ সত্ৰৰ

বৈষ্ণৱ সকলৰ সংসৰ্গত থাকি কটোৱা। সেই বাবে মই এই সত্ৰতে ৰলোহি। দেশৰ দহজনক উপকাৰ কৰিব পৰা কথা যে কলে এই বিষয়ে মই পিছত আকৌ কম। কিন্তু আপুনি যে কলে "যেতিয়াই মোৰ ইহ সংসাৰত কোনো নাই মই পৰাচিত নোহোৱা হলেই ভাল আছিল" মই এই কথাত অলপ বেজাৰ পালোঁ; কিয়নো মোৰ আই বোপাই ভাই তিৰুতা নেথাকিলেও আপোনালোকে দহজনেই মোৰ নিজৰ নহয়নে? এই বৈষ্ণৱবৃন্দ, এই মোৰ ঈশ্বৰ পুৰুষ, এই মোৰ যাদৱৰায়, এই মোৰ ব্ৰহ্মপুত্ৰ, এই মোৰ দেশত থকা সকলো মানুহ আনকি গছ গছনি, তৰু তৃণ, পশু পক্ষী, কীট পতঙ্গ এই সকলো মোৰ নিজা নহয়নে? মোৰ এই অসম দেশ খনেই মোৰ নিজৰ দেশ নহয়নে? মইনো আন কোন ঠাইত এই নদী, এই হাবি, এই ব্ৰহ্মপুত্ৰ, এই সত্ৰ, এই বৈষ্ণৱবৃন্দ পাম। পৰাচিত নহৈ যতে ততে এঠাইত এনেয়ে থকা হলে আপুনিয়েই জানো মোক মনে মনে লেই লেই চেই চেই নকৰিলে হেতেন? এতিয়া যিফেৰা মৰম কৰিছে এই মৰম ফেৰা জানো কৰিলে হেতেন? হেজাৰ হলেও মান দেশৰপৰা উলটি আহি জধলাই মধলাই থকা জানিলে কিজানি ডাঙ্গৰীয়া! আপুনিয়েই আমাক এই ফেৰা প্ৰীতি নকৰিলে হেতেন। পৰাচিত নহলে যেতিয়াই মোৰ নিজৰ দেশী ভাই সকলৰ সম্পূৰ্ণ লগ নাপাওঁ তেতিয়াই এই পৰাচিত ফেৰা হোৱাই বা দোষ কি? বিশেষকৈ ডাঙৰীয়া! মোৰ হতুৱাই যেতিয়া ব্ৰাহ্মণে মন্ত্ৰ মাতি মাতি মোক পৰাচিত কৰিছিল সেই সময়ত দৰাচলতে মোৰ বৰ ভাল লাগিছিল। পৰাচিত হৈ উঠি কানি কাপোৰ সলাই উঠিলত মোৰ মনত এনেকুৱা লাগিছিল মই যেন এটা নতুন জীৱনহে পাইছিলোঁ, যেন মোৰ সমস্ত শোক তাপ দুখবহে শান্তি হৈছিল। তাৰ পিছত যেতিয়া ব্ৰাহ্মণে মন্ত্ৰ মাতি মাতি দুবৰীৰ আগেৰে গাত পানী চটিয়াইছিল তেতিয়া ডাঙৰীয়া মোৰ এনেকুৱা লাগিছিল যেন প্ৰত্যেক টোপ পানীৰ কণাই মোৰ মনত সোমাই বৈদ্যুতিক আলোকেৰে মোৰ এন্ধাৰ মনক পোহৰহে কৰিছিল। অবশ্যে পৰাচিত কৰোৱা জন যিমান শুদ্ধ আৰু সাত্বিক হয় সেই অনুপাতে পৰাচিত হোৱা জনৰ উপকাৰ হয়। সেই দেখি ডাঙৰীয়া! পৰাচিত্ত কৰা ব্ৰাহ্মণ জনো অতি নিৰ্ম্মল আৰু শুদ্ধ সাত্বিক হব লাগে। সত্ৰৰ উদাসীন আৰু ঈশ্বৰ কৃষ্ণপৰায়ণ ব্ৰাহ্মণ যে কিমান শুদ্ধ আৰু সাত্বিক তাকনো মই আপোনাক কি বুজাম। ডাঙৰীয়া! পৰাচিত নিচিনা অনুষ্ঠান ফেৰাও অকল ব্ৰাহ্মণৰ স্বাৰ্থ সিদ্ধিৰ নিমিত্তেই নহয়। মোৰ মনেৰে ইয়াৰ পৰা সামাজিক আধ্যাত্মিক সকলো প্ৰকাৰ উপকাৰেই আছে।

ডাঙ্গৰীয়া— আতে আপোনাৰ মুখে যি কি নহওক পৰাচিতৰ উপকাৰিতাৰ বিষয়টো শুনিলো কিন্তু এই বিষয়ে আৰু এটা কথা নুসুধি নোৱাৰোঁ। সেইটো হৈছে

যে আপুনি কলে যে ব্ৰাহ্মণে দিব পৰাৰ পৰা দক্ষীণা এশ ছকুৰিও লব পাৰে। দিব নোৱাৰাৰ পৰা তামোল পান এটাকে দক্ষীণাস্বৰূপ লৈয়ো কৰিব পাৰে। কিন্তু আমি দেখোন প্ৰায় সততে দেখিবলৈ পাওঁ যে অনেক ব্ৰাহ্মণেই দিব পৰাকহে আগ্ৰহ কৰি পৰাচিত কৰি দিয়ে। দিব নোৱাৰা দুখীয়া মানুহক দেখোন তামোলপান এটা লৈ নকৰে। বৰং তেনেকুৱা দুখীয়া মানুহ পৰাচিত হব খুজিলেও দেখোন ২। ৪ জন দেউৰে তাক দূৰতে লেই লেই চেই চেই কৰি খেদে তামোলপান এটা লৈ কৰা দূৰৈতে থাওক। আপুনিনো এই বিষয়ে কি কয়? ব্ৰাহ্মণ মহা লোভী নহয়নে?

আতৈ—ডাঙ্গৰীয়া যি ব্ৰাহ্মণে এনেকুৱা আচৰণ কৰে সি ব্ৰাহ্মণ জন্মত হলেও ব্ৰাহ্মণ নামৰ দৰাচলতে উপযুক্ত নহয়। তেনেকুৱা ব্ৰাহ্মণ ঈশ্বৰ কৃপাত বিমুখ। তেনেকুৱা লোভী ব্ৰাহ্মণৰ দ্বাৰাই পৰাচিত হোৱাৰ কোনো ফল নাই। কিন্তু ডাঙ্গৰীয়া! মই হলে ইওটো জানো যে ধনচহকী বৰ বৰ ডাঙ্গৰীয়া সকলহে বামুণক পৰাচিতৰ দক্ষীণাফেৰা দিয়াত যিমান পাৰে কেৰ জেৰ কৰে। যি সৰল দুখীয়া মানুহ সেইসকলে খুজি মাগি আনিও ব্ৰাহ্মণৰ দক্ষীণাটো গোটাই সেই দক্ষীণা সাধ্যানুসাৰে মিনতিৰে দিহে পৰাচিত হয়। অবশ্যে আজি কালি দিনক দিনে কলি প্ৰবল হৈছে সেই কাৰণে ব্ৰাহ্মণো লোভী আৰু দিব পৰা ডাঙ্গৰীয়া সকলো পৃপণ এইবিলাকৰ নিমিত্তেহে এইটো ফকৰা স্পষ্ট হৈছে, "ভক্ত ভোমাই মাই, গুৰু আশাধাৰী শিচ্ কপটীয়া জীৱৰো তৰণি নাই"।

ডাঙ্গৰীয়া—বাৰু আতৈ আৰু এটা কথা সোধো। আপুনি সত্ৰলৈ আহোঁতেই যে আপোনাক সেই নিশা কৰাপাটতে একো খাব-ব'ব নিদিয়াকৈ উদাসীনসকলে সোধ পোচ নকৰাকৈ এৰিলে এইটো জানো ভাল হৈছিল। নিশা যদি আপোনাক সেই বাঘটোৱে খালে হেতেন!

আতৈ—ডাঙ্গৰীয়া এই কতাৰ সমিধান ঈশ্বৰ পুৰুষে প্ৰত্যুষতে মোক কোৱা কথা কেইষাৰৰ পৰাই নুবুজিলেনে। উদাসীন প্ৰাণ কোমলতো কোমল কঠোৰতো কঠোৰ। সত্ৰৰ বিধনে আছে যে লেটি পেটি থকা মানুহক সুমাব নেপায়; সেই কাৰণেই মোক সেই ঠাইৰেপৰা সোমাব নিদিলে। নিশা খাবলৈকো নিদিলে। তাৰ দ্বাৰাই মোৰ ভকতিৰ পৰীক্ষাও হল উপকাৰো হল। মই নিজৰ দেশৰ নিমিত্তে প্ৰাণ আগ বঢ়ালেও মোৰ দেশী ভায়ে পূৰ্বণি শাস্ত্ৰৰ বিধান এটা একেবাৰে ত্যাগ কৰিব নোৱাৰে নহয়; আৰু দৰাচলতে ত্যাগ কৰা উচিত নহয়। অবশ্যে দেশকাল চাই, মানুহজনৰ সকলো পাৰিপাৰ্শ্বিক অৱস্থা বুজি পৰাচিতৰ মাত্ৰাৰ কম বেছিৰ ব্যৱস্থা শাস্ত্ৰয়ে দি গৈছে। শাস্ত্ৰ প্ৰবৰ্ত্তনকাৰীসকলে সেই অনুসাৰেই চলে। পৰাচিত হোৱাৰ

আগেয়ে লঘোনে থকাটো নিয়ম, সেই দেখি মোৰ সেই লঘোনটো কৰাপাটতে হৈ গল। বাঘে যদি খালেহেতেন তেন্তে খালেহেতেন। মোকতো সত্রে মাতি অনা নাছিল। মই স্বইচ্ছাত আহিছিলোঁ। মোৰ যদি আগ্ৰহ নেথাকিলেহেতেন তেনেহলে মই গধূলিতে গাৱঁলৈ গৈ আশ্ৰয় ললোহেতেন। মোৰ একান্ত ইচ্ছা হৈছিল যে দেহ যায় যদিও যাব তথাপি মই সেই ঠাইৰপৰা নুঠো। সেই কাৰণে বাঘে আহি মোক ভয় খুৱাইছিল, কিন্তু কতা মোক নেখালে দেখোন। বিশেষ পাপ নকৰিলে এনেকুৱা সিদ্ধ স্থানবিলাকত বনৰীয়া হিংসুক জন্তুৱেও কেতিয়াও বৈষ্ণৱক অপকাৰ নকৰে।

ডাঙৰীয়া—"আতৈ আপোনাৰ পৰা ভালেমান কথা জানিলো। এতিয়া আৰু উঠিলো। কিন্তু মোৰ আৰু কেটামান বিষয় আঁতি গুৰি মাৰি আপোনাক সুধিবৰ ইচ্ছা আছে।

আতৈ—বাৰু কাইলে আহিব। যি সোধে তাৰ শক্তি চাই উত্তৰ আপোনাক জনাম।

ডাঙৰীয়াজন উঠি গল। কিন্তু তেওঁৰ প্ৰাণত খেলিব ধৰিলে প্ৰভূ! দৰাচলতে নিৰ্ম্মল আতৈ ধন্য, নিৰ্ম্মল আতৈ ত্যাগী, মহাত্মা সিদ্ধ। ময়ো ধন্য যে এনেকুৱা এজন বীৰ সিদ্ধ, ত্যাগী দেশাহিতৈষী প্ৰেমিক বৈষ্ণৱেৰে সৈতে মন প্ৰাণ খুলি কথা বতৰা হবলৈ ঈশ্বৰ কৃষ্ণে মোক সুবিধা দিছে"। হাঁয়! শাস্ত্ৰৰ বিধানেই বা কেনে কোমল অথচ কঠোৰ।

ক্ৰমশঃ।

# ভিক্ষা।

জগতৰ মাজে প্ৰত্যেক অণুৱে মাগিছে একেটি ভিক্ষা,
দহণ শোষণ সবাৰো মাজত কৰা প্ৰভূ মোক ৰক্ষা।
দুঃখৰ কোবত দুখীয়ে মাগিছে তোমাত একেটি ভিক্ষা,
নোৱাৰো চলিব হেৰাল সকলো কৰা প্ৰভূ মোক ৰক্ষা।
এই ৰূপে যদি চোৱাঁ জগতৰ বিচাৰি সকলো বক্ষ,
পাবাঁ মাথো হায় একেই কথাটি ৰক্ষ ৰক্ষ মাং ৰক্ষ।

শ্ৰীভৈৰবচন্দ্ৰ খাটনিয়াৰ।

# সনাতন হিন্দুধৰ্ম্ম।

সুদুৰ অতীতৰেপৰা সনাতন হিন্দু ধৰ্ম্মই বিপক্ষৰ যিমান ঘাত প্ৰতিঘাত সহ্য কৰি আহিছে বোধকৰোঁ পৃথিবীৰ কোনো ধৰ্ম্মই সিমান ঘাত প্ৰতিঘাত সহ্য কৰিব লগা অৱস্থাত পৰা নাই। সৌভাগ্যৰ বিষয়—সুসংযত বান্ধনিৰে সুদৃঢ় ভিতিৰ ওপৰত প্ৰতিষ্ঠিত হোৱা কাৰণে চাৰ্ব্বাক, বৌদ্ধ, দিগম্বৰাদিৰ অলেখ্য ঘাত প্ৰতিঘাত সহ্য কৰিও সনাতন হিন্দুধৰ্ম্ম নিজৰ অস্তিত্ব ৰক্ষা কৰি সনাতনত্বৰ পৰিচয় দিব পাৰিছে। বিধৰ্ম্মীৰ সহস্ৰ সহস্ৰ আঘাত সহ্য কৰিও যি ধৰ্ম্ম আজিও ভাৰতৰ প্ৰধান ধৰ্ম্ম ৰূপে পৰিগণিত, যি ধৰ্ম্ম অগ্নি বায়ু আৰু সূৰ্য্য শোধিত, ত্ৰিকালদৰ্শী ভগবান মনু আদি মহৰ্ষিসকল বিধৰ্ম্মৰ প্ৰবৰ্ত্তক আচাৰ্য্য, সেই সনাতন হিন্দু ধৰ্ম্মমতৰ ওপৰতচ কিছুমান অযথা ভাবে দোষ অৰোপণ কৰি সমাজ সংস্কাৰক মঙ্গলকাঙক্ষী ধৰ্ম্মজ্ঞজন বোলাবলৈ আগ্ৰহ প্ৰকাশ কৰা বৰ অন্যায় কাম।

আজি কালিৰ দিনত পাশ্চাত্য শিক্ষাত শিক্ষিত হব নোৱাৰিলে আনদেশৰ মানুহৰ আগত নিজক মানুহ বোলাব নোৱাৰি। পাশ্চাত্য মনীষীসকলৰ আবিস্কৃত শিল্প, বিজ্ঞান কৃষি আদি উন্নতিকৰ কাৰ্য্য বিলাকত হাত দিব নোৱাৰি, পক্ষান্তৰে হাত গিবৰ উপায়ো নাথাকে, সুতৰাং যিমান পৰা যায় পাশ্চাত্য শিক্ষাত শিক্ষিত হবৈল ভাৰত বাসীয়ে কাৰবাৰ কৰক আৰু সেই শিক্ষাৰ গুণে পাশ্চাত্য শিল্প বিজ্ঞানাদিক নিজ দেশৰ শিল্প বিজ্ঞানাদিৰ উৎকৰ্ষ সাধন কৰাৰ লগেলগে দেশৰ দুখদুৰ্গতি গুচাবলৈ যত্নবান হওক। বিদেশীৰ আগত নিজক মনুহ বোলাই দেশীয় ভ্ৰাতৃ ভগিণীবৰ্গৰ হৃদয় উদ্যানৰ আশালতাত সুখদুখৰ সন্ধিৰূপে প্ৰত্যেক গ্ৰন্থিৰ জ্ঞানবৃন্তত বিকশিত প্ৰীতিকুসুমৰ অঞ্জলি গ্ৰহণ কৰক আৰু পাৰিলে হৈদেশিক ধৰ্ম্মৰো তত্ত্ব আলোচনা কৰি ভাব তুলনাৰে নিজ ধৰ্ম্মমতৰ উৎকৰ্ষ স্থাপন কৰিবলৈ যত্ন কৰক। এয়ে হলেহে সোণৰ ভাৰতস সোণৰ আসাম হব আৰু শিক্ষৰো সাৰ্থকতা আহিব।

কিন্তু তাকে নকৰি পাশ্চাত্য শিক্ষাৰ বা ধৰ্ম্মৰ অলপ আভাস পাই সেই ধৰ্ম্মমতৰ লগত নিজৰ ধৰ্ম্মমতৰ ঐক্য বিচাৰি, নিমিলিলেই নিজৰ ধৰ্ম্মমত বিলাকক বেয়া পাবলৈ আৰু নিজ ধৰ্ম্মমতৰ ওপৰত দোষ বিচাৰিবলৈ শিক্ষা কৰিলে ধৰ্ম্ম এবং সমাজৰতো দ্ৰোহী হব লাগিবই, তদুপৰি স্বধৰ্ম্মত ভক্তি আৰু বিশ্বসহীন বুলি তেনে মানুহে পাশ্চাত্য বিজ্ঞ সমাজৰো আন্তৰক শ্ৰদ্ধাভাজন হব নোৱাৰিব। যিজনে যি বস্তুক ভাল পায় সেই বস্তুত বহুত গুণ দেখিব পোৱাটো এবং প্ৰিয় বস্তুত সামান্য দোষ থাকিলেও সেই দোষটোক গুণ স্বৰূপে প্ৰমাণিত কৰিবলৈ যত্ন কৰাটো সিজনৰ

স্বভাবিক। অথচ হিন্দু ধৰ্ম্মত এনে কোনো মজ্জাগত দোষ নাই যি দোষ সমাজর অনিষ্ট করিব। এই প্রসঙ্গতে নবদ্বীপর প্রসিদ্ধ পণ্ডিত জগদীশ তর্কালঙ্কারর কথা এটা মনত পরিল।

তর্কালঙ্কার মহাশয়ে পাঠ্য অৱস্থাত নিজর দেশতে এজনা অধ্যাপকর ওচরত প্রায় সমুদায় ন্যায়শাস্ত্র অধ্যয়ন করিছিল। আরু ন্যায় শাস্ত্রত পরিপক্ক হোৱা সত্তেও মিথিলা প্রদেশর কোনো প্রসিদ্ধ অধ্যাপকর ওচরত ন্যায়শাস্ত্রর পুনরাবৃত্তি করিবর মনেরে যথা সময়ত তালৈ গৈছিল। কারণ সেইকালত ন্যায়শাস্ত্রর আলোচনার নিমিত্তে মিথিলা প্রদেশ ইমান বিখ্যাত আরু গৌরাবান্বিত আছিল যে বঙ্গদেশর অধ্যাপকর ওচরত শিক্ষালাভ করি অগাধ পণ্ডিত হলেও এবার মিথিলার পরা ঘুৰি নাহিলে দেশবাশী সৰ্ব্ব সাধারণর ওচরত সিমান পাণ্ডিত্যর গৌরর ন পাইছিল। সুতরাং ভবিষ্যতর গৌরব ৰক্ষার্থে মিথিলাত গৈ এজন নামজলা অধ্যাপকর ওচরত অধ্যয়ন আরম্ভ করিলে। দুই চারি মাহ অতীত হৈ যোৱাত এদিন অধ্যাপকে সংস্কৃতত এটা কবিতা মাতি তেওঁক সুধিলে।

অপি দিবসমনৈষীঃ পদ্মিনীসঙ্গনিষ্ঠঃ
রজনীসু নিরতো ভৃঃ কৈরবিণ্যাং রমণ্যাং
কথয় কথয় ভৃঙ্গস্বচ্ছ ভাবেন তাবৎ,
কিমঘিক সুখমাপ্ সীরত্রাবাতত্ররেতি।।

কবিতাটীর তাৎপর্য্য এইঃ—"তুমি ন্যায়শাস্ত্রর সরল ভাগ কোনো পণ্ডিতর ওচরত অধ্যয়ন করি জটিল ভাগ শিক্ষার নিমিত্তে মোর ওচরলৈ আহিছা, বারু কোৱাচোন—অধ্যয়ন বিষয়ে তুমি মোর ইয়াতে বেছি সুখ পাইছা নে পূৰ্ব্ব পণ্ডিতর ওচরতে বেছি সুখ পাইছিলা"?

নিজর দেশর শিক্ষা আরু শিক্ষা গুরুর প্রতি সেই মৈথিলী অধ্যাপক জনর এনে অবজ্ঞাভাব বুজিব পারি প্রত্যুপন্নমতি জহদীশ তর্কালঙ্কার মহাশয়ে উত্তর দিলে ঃ—

"যৎ কান্তাধর পল্লবে মধুৰিমা নান্যত্র কুত্রাপি সঃ।

অর্থাৎ দেশর অধ্যাপক জনর ওচরত সকলো বিষয়তে যিমান সুখ পাইছিলোঁ। কোনো ঠাইতে সিমান সুখ পোৱা অসম্ভব। নিজ দেশর শিক্ষা আরু শিক্ষাগুরুর প্রতি অলপ প্রেম থকাৰ কারণে তর্কালঙ্কার মহাশয়ে তার প্রতি আনর অবজ্ঞাভাব সহিব নোৱারিছিল আরু সাময়িক শিক্ষাগুরুর সেই মৈথিলী অধ্যাপক জনর আগত নিজর উৎকর্ষ দেখুৱাবলৈ পশ্চাৎপদ হোৱা নাছিল।

যিজনে যি বস্তুক ভাল নাপায় সহস্র গুণর আধার হলেও সেই বস্তুর সহস্র

দোষ হে সিজনৰ চক্ষুত পৰে। প্ৰিয়তাৰ ওপৰত হে গুণ থাকে, বস্তুৰ ওপৰত হলে কোনো গুণ নাথাকে। মহা কৰি ভাৰতিয়ে কৈছে "প্ৰোম্ন বসন্তিহিগুণা নবস্তুনি"। ধৰ্ম্মত বিশ্বাস থাকিলেহে প্ৰেম থাকে—ধৰ্ম্মগত প্ৰেমৰ মুলত বিশ্বাস প্ৰধান। দুঃখৰ বিষয় কিছুমান ভাৰতীয় হিন্দুৱে নিজধৰ্ম্মৰ প্ৰতি বিশ্বাসহীন সাধনা বিমুখ হে যাব ধৰিছে। ফলত নানা কুতৰ্ক মেঘ উঠি হিন্দুধৰ্ম্মক আচ্ছন্ন কৰি তুলিবৰ উপক্ৰম কৰিছে।

কালচক্ৰৰ আবৰ্ত্তনত অধিকাৰী সকলৰ দুৰ্ব্বলতা হেতু প্ৰাচীন আৰ্য্য ধৰ্ম্মই বৰ্ত্তমানে যদিও সম্পূৰ্ণ প্ৰাচীনত্ব ৰক্ষা কৰিব পৰা নাই তথাপি স্মাৰ্ত্ত এবং পৌৰাণিক — সাজ পাৰৰ মাহন বিকাশ শক্তিৰে অধিকাংশ ভাৰতবাসীৰ হৃদয় আলোকিত কৰি শান্তি বিতৰণ কৰিবলৈ বিৰত হোৱা নাই, এয়ে সুখৰ বিষয়। পূৰ্ব্বত কৈ অহা সুসংযত বান্ধনি আৰু সুদৃঢ় ভিত্তিয়ে ইয়াৰ কাৰণ।

বিধৰ্ম্মীৰ ঘাত প্ৰতিঘাত সহ্য কৰি হিন্দু ধৰ্ম্মই নিজৰ সনাতনত্ব ৰক্ষা কৰি আহিলেও এনে অবস্থাত স্বধৰ্ম্মীৰ ঘাত-প্ৰতিঘাত সহ্য কৰি সমাতনত্ব ৰক্ষা কৰা কঠিন যেন বোধ হয়। কাৰণ বিধৰ্ম্মীৰ আঘাত অনেক স্থলত কাৰ্য্যকৰী হব নোৱাৰে, দুই এটা বা কঠিন অঙ্গত লাগি অলপো বেদনা দিব নোৱাৰাকৈয়ে ব্যৰ্থ হৈ যায়। কিন্তু স্বধৰ্ম্মীয়ে মৰ্ম্ম স্থলাভিজ্ঞজনে কোমল অঙ্গত যেতিয়াই তেতিয়াই আঘাত কৰিলেই সেই অঙ্গৰ বেদনা বিকলতা অৱশ্যম্ভাবী।

বৰ্ত্তমানে বহু ঠাইত বহুতো সভা-সমিতি স্থাপিত হৈছে আৰু হব ধৰিছে, দুই চাৰিখন আলোচনাৰ কাকতো বাহিৰ হৈছে, ই বৰ সুখৰ বিষয়। এই সুযোগত হিন্দুধৰ্ম্মৰ মহান বিকাশ শক্তি ৰক্ষাৰ নিমিত্তে সমাজৰ শৃঙ্খলতা স্থাপনৰ জন্যে বক্তৃতা দি, প্ৰবন্ধ পাঠ কৰি, প্ৰবন্ধ ছপা কৰি বিন্দুধৰ্ম্মৰ তথ্যবিলাক সৰ্ব্ব সাধাৰণ হিন্দুৰ হৃদয়ত বিলাবলৈ চেষ্টা কৰিলেহে দেশৰ এবং সমাজৰ প্ৰকৃত হিত চিন্তা কৰা হব। নতুবা পাশ্চাত্য সভ্যতা সমাজিকতা আদিত মুগ্ধ হৈ অভিমানমুলক অনৰ্থক কিছুমান ভাবক হৃদয়ত ঠাই দি, সেই ভাববিলাকেৰে প্ৰনোদিত হৈ প্ৰবন্ধ প্ৰকাশাদিৰ দ্বাৰা অযথা ভাববিলাক সাধাৰণৰ হৃদয়ত বিতৰণ কৰিলে হিন্দুধৰ্ম্মৰ কোমল অঙ্গত তীব্ৰ আঘাত কৰাহে হব। ফলত হিন্দুধৰ্ম্মৰ অঙ্গবিলাকত বিকলতা, বিকাশশক্তিৰ অপচয় আৰু লগে লগে সমাজৰ বিশৃঙ্খলতা অপৰিহাৰ্য্য হৈ উঠিব।

হিন্দু ধৰ্ম্ম অতি উদাখ চিৰন্তন আস্তিকধৰ্ম্ম। আস্তিকবাদ অন্তৰত জাগৰিত নহলে হিন্দুধৰ্ম্ম বিষয়ক বিশ্বাস কদাপি হৃদয়ত ঠাই পাব নোৱাৰে। বেদ, স্মৃতি, দৰ্শন, এবং পুৰণাদি শাস্ত্ৰৰাশিৰ মাজেদি ধৰ্ম্মাধৰ্ম্ম, ইহলোক পৰলোক এবং ঈশ্বৰৰ অস্তিত্ব

উপলব্ধি নহলে আস্তিকবাদ জাগৰিত হোৱাও অসম্ভব। হিন্দুৰ হৃদয়ত আস্তিকবাদ জাগৰিত নাথাকিলেও হিন্দুত্ব থাকে বুলিলে সত্যৰ অপলাপ কৰা হয়। অতএব হিন্দুত্ব লাভৰ উপযোগী কথিত সামগ্ৰীবিলাক প্ৰবৃত্তি ধৰ্ম্মী হিন্দুসমাজৰ হৃদয়ত যি যি উপায়ে ৰক্ষিত মাৰ্জ্জিত হব পাৰে তেনে উপায়বিলাক বিতৰণ কৰিবলৈ যত্ন কৰাটোহে সামাজৰ আৰু দেশৰ মঙ্গলাকাঙ্ক্ষী প্ৰকৃত ধৰ্ম্মজ্ঞজনৰ কৰ্ত্তব্য কাম ইতি

তাৰিখ ১৩ ফাল্গুণ ১৩২৭।

শ্ৰীশম্ভুনাথ শৰ্ম্মা স্মৃতিতীৰ্থ,
বাহজনি সাৰদা চতুস্পাঠী কামৰূপ।

# অধ্যাপক শ্ৰীযুত বাণীকান্ত কাকতীৰ পুৰণি অসমীয়া সাহিত্য।

(পত্ৰ লিখোঁতাৰ মতামতৰ বাবে আমি জগৰীয়া নহও)।

ঘোষারত্ন নাম ঘোষা পাছৰ বুলি কৈয়েই কাকতীয়ে ঘোষারত্ন সম্বন্ধে আন একো আলোচনা করা নাই। বোধকরোঁ ৬ষ্ঠ বছৰৰ ৮ম সংখ্যা বাঁহীর সম্পাদকীয় চ'ৰাত হাৱা সিদ্ধান্ত অনুসারে কাকতীয়ে সেই মন্তব্য প্রকাশ করি তার আলোচনা সামরি থৈছে।

বাঁহীর সম্পাদকর সমালোচনা যে কেবল মহাপুরুষীয়া সম্প্রদায় লৈ টানি কোৱা হৈছে এনে নহয় দামোদর আরু দামোদরীয়াবিলাককো অন্যায় কথা কোৱা হৈছে।

বাঁহীর সম্পাদকে লেখিছে—

* * গোপাল মিশ্রর ঘোষারত্নত আছে
পূৰ্ব্ব দিশে বংশী দেৱ।
সদা যাক করে সেৱ।।

"শঙ্করদেৱ চলার তিনি বছৰৰ পাছতহে বংশীগোপালে উজনিত সত্র পাতি ধৰ্ম্ম প্রচার করিছিল। * * উজনিলৈ ধৰ্ম্ম প্রচার করিবলৈ অহার আগেয়ে তিনিবছৰ মাধবদেৱর ওচরত আছিল * * শঙ্কৰদেৱ চলারপরা অন্ততঃ তিনি বছৰৰ পাছত উজনিত ধৰ্ম্ম প্রচার করা গোপালর উল্লেখ থকা বাবে ঘোষারত্ন রুথি ১৪৯৩ শকর আগেয়ে রচিত হবর উপায় নাই" * *

* * *

(১) দামোদৰীয়া বুলি ফুৰা উজনীয়া সত্ৰ কেইখন আছলতে মহাপুৰুষীয়া হে*

* *

"বলেৰে অস্বীকাৰ আৰু ফপহুটা কথাক জাল, আৰু তাৰ উপৰিও "গুৰু মৰা বিদ্যাত" পাপৰ বাহিৰে পুণ্য নাই"।

দামোদৰ চৰিত্ৰত লিখিছে—

"দামোদৰে বোলন্ত শুনিয়ো বংশী তুমি।
অধিকাৰী পাতিলোহো আযি হন্তে আমি।
ধৰ্ম্ম প্ৰবৰ্ত্তায়া তুমি পূৰ্ব্ব যে দিশত।
অধিকাৰী হুয়া বাপ থাকিয়ো তথাত।।

* * *

(বংশী)
গদ গদ বাক্যে পাছে বুলিলন্ত বাণী।
কিনো কৃপা কৰিলাহা আমাক আপুনি।।

* *

শঙ্কৰৰ থানে যাই বিদায় মাগিলা।

* *

শুনিয়া শঙ্কৰে অনুমোদন কৰিলা।।

*

দামোদৰে তাঙ্ক পাছে বিদায় দিলন্ত।
বস্ত্ৰ মালা দিয়া অধিকাৰ পাতিলন্ত।।

*

দামোদৰ আজ্ঞা পত্ৰ শিৰত ধৰিয়া।
পদৰেণু লৈলা পাছে কলস ভৰিয়া।।

* *

মনত আনন্দে পাছে গৈলা নিজ দেশ।

* *

সত্ৰ বান্ধি ৰহিলন্ত ধৰ্ম্ম প্ৰবৰ্ত্তাই।।
পূৰ্ব্ব দিশে সুপ্ৰখ্যাত বংশী যে গোসাই"।।

এতিয়া কাকতীদেৱে "শুনিয়া শঙ্কৰে অনুমোদৱ কৰিলা" কথাৰপৰা শঙ্কৰদেৱে জীয়াই থাকোতে বংশীদেৱে উজনীত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ যোৱা কথা অস্বীকাৰ

কৰিব নোৱাৰিব। উজনীয়া সত্ৰ কেইখন মহাপুৰুষীয়া নে দামোদৰীয়া তাকো বুজিব পাৰিব। দামোদৰীয়া বিলাকলৈ টোৱাই "গুৰু মৰা বিদ্যা" প্ৰভৃতি কথা কোৱাত ধাৰ্ম্মীক মানুহৰ মনত কিমান আঘাত লাগে তাৰো বিচাৰৰ ভাৰ কাকতীৰ গাতে থাকিল।

ঁদত্তদেৱৰ বিৰচিত চৰিত্ৰেও বাঁহীৰ কথা স্বীকাৰ নকৰে। কাকতীদেৱে অবশ্যে জানে।

ঘোষাৰত্নত লিখা—

শ্ৰীমন্ত শঙ্ৰ শুভাশয়।
দামোদৰ যশ প্ৰকাশৰ।।

শ্ৰীমন্ত মাধব নাম ধৰি।
বিষয় সুখক পৰিহৰি।।

কৃষ্ণ যশ ৰস কৰিলা যিটো প্ৰচাৰ"। এই কথাৰ দ্বাৰা ঘোষাৰত্নৰ পাতনি লেখকে কৰা অনুমান ভুল বুলি কোৱা যায় কেনেকৈ? ঘোষাৰত্নৰ গ্ৰন্থকাৰ ঁগোপাল মিশ্ৰ কবিৰত্ন বিবাদৰ পূৰ্ব্বে দামোদৰদেৱত শৰণ হৈছিল। তেওঁৱেই খুদিয়া সত্ৰৰ সংস্থাপক। এজন দামোদৰী বামুণ অধিকাৰৰ পক্ষে বিশেষ একো আবশ্যক নোহোৱাতো তেনেকুৱা বিবাদৰ পাছত প্ৰসন্ন ভাবে তেনে প্ৰশংসা নকৰিবৰেই বেচি সম্ভব। বাঁহীৰ সম্পাদকে লিখিছে—

তেন্তে উজনিৰ দামোদৰীয়া ঘাই সত্ৰ কেইখনলৈ সেই পুথি (ঘোষাৰত্ন) একোখন নানি সেই পুথিৰ ঘোষা নাগাই তাৰ ঠাইত মাধৱদেৱৰ ঘোষা বংশীগোপালদেৱে, নিৰঞ্জন পাঠক আৰু বনমালীদেৱে আনি চলালে কিয়"।

মহাপুৰুষীয়া ডেকা বিলাকেনো হাৰ্ম্মনিয়াম্ বজাই ৰবি ঠাকুৰৰ "গীতাঞ্জলী" গায় কেলেই? গীতাঞ্জলী ঘোষাতকৈ আগেয়ে লিখা বুলিবনে? সেই বিলাক ডেকাকো ৰবি ঠাকুৰৰ শিষ্য বা পন্থীয়া বুলিবনেকি?

ঘোষাৰত্নত লিখা "শ্ৰীমন্ত শঙ্কৰে দামোদৰ যশ প্ৰকাশয়" পদ ফাকিৰ প্ৰতিবাদ কৰি বাঁহীৰ সম্পাদকে লিখিছে

"শঙ্কৰদেৱে ইমানবোৰ পুথি, গীতা, ভটিমা, চপয়, তোতয় লিখিছে কিন্তু কতো আমি তেওঁ দামোদৰৰ যশ প্ৰকাশ কৰাটো দেখা নাই।

আকৌ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ প্ৰশংসা থাকিলেও ঘোষাৰত্ন যে বিবাদৰ পাছৰ হব পাৰে তাক প্ৰমাণ কৰিবলৈ গৈ বাঁহীৰ সম্পাদকেই কৈছে—

* * সৰহ নেলাগে শঙ্কৰদেৱেই নিজ মুখে দামোদৰক শলাগা কথাও আছে * এ িয়া "শ্ৰীমন্ত শঙ্কৰ শুভাশয়; দামোদৰ যশ প্ৰকাশয়" পদফাকি পঢ়ি বাঁহীৰ সম্পা কৰ মনৰ অৱস্থা কেনে হৈছিল কাকতীদেৱে এবাৰ বিবেচনা কৰি দেখক। বাঁহীৰ সম্পাদকে কৈছে—

*বৰিষেক মাত্ৰ গুৰু"

অৰ্থাত "শঙ্কৰদেৱ যি তোমাৰো গুৰু মোৰো গুৰু" বাঁহীৰ সম্পাদকৰ বাখ্যা পঢ়ি আমাৰ হাঁহি উঠিছে। ৰসিক সম্পাদকৰ লেখা পঢ়িলে অৱশ্যে হাঁহিব লাগে। কিন্তু এনে হাঁহি উঠা কথা লেখি সম্পাদকে মনত আনন্দ পালেও সম্প্ৰদায় বিশেষে মনক কষ্ট পায়। বাঁহী সম্পাদকে কৈছে।

"উজানৰপৰা চোট বনমালী নামে এজন সাধু আহিব। তেওঁক তোমালোকৰ লগত ৰাখি তোমোলোকৰ শেষ কালত সেই বনমালীক এই সত্ৰৰ অধিকাৰৰ গদি অৰ্পণ কৰিবাহক"। ইয়াৰপৰা আমি পাওঁ যে দামোদৰদেৱে বনমালীক দেখাই নাছিল"।

ইয়াৰপৰা দেখোন সকলোৱে সহজে বুজিব পাৰি যে দামোদৰ দেৱৰ সৈতে বনমালী দেৱৰ এনে পৰিচয় আছিল যে তেওঁৰ বিদ্যা বুদ্ধি, চৰিত্ৰ আৰু ধৰ্ম্ম ভাব দেখি গুণগ্ৰাহী প্ৰভু দামোদৰ খুব সন্তুষ্ট আছিল। তেনে নহলেনো যি দামোদৰদেৱে নিজৰ ভতিজাকক পাটবাউসী সত্ৰৰ অধিকাৰ নাপাতি নিজৰ বংশ মৰ্য্যদাৰ নিমিত্তে একো নাৰাখি পণ্ডিত ভট্টদেৱৰ চৰিত্ৰ পাণ্ডিত্য আৰু ধৰ্ম্ম ভাৱত মুগ্ধ হৈ নিজৰ প্ৰসিদ্ধ সত্ৰৰ গাদি সমৰ্পণ কৰিছিল কিয়?

সেই দামোৰদেৱে অচিনাকী বনমালীক অধিকাৰ গদি অৰ্পণ কৰিবলৈ কব কিয়? বাঁহীৰ সম্পাদকে কৈছে।

"পাতনি লেখকেই কৈছে যে "শঙ্কুৰ দেৱে ঘোষাৰ "মুক্তিত নিস্পৃহ যিতো সেহি ভকতক নমো, ৰসময়া মাগোঁহো ভকতি" এই ঘোষাটি নিজে লিখি পুথি খনি আৰম্ভ কৰি দিয়ে। তেন্তে গুৰুৱে আৰম্ভ কৰি দিয়া শাস্ত্ৰ শঙ্কৰদেৱ চলিবৰ এবছৰৰ ভিতৰতে যে মাধৱ দেৱৰ নিচিনা নিৰহ নিপানীকৈ গুৰু বাক্য পালোঁতা আৰু প্ৰতিভা শালী লেখকে তাক সমাপন কৰিছিল এইটোলৈ যাবলৈ টান পাওঁ কিয়? *

সকলোৱে জানে যে নামঘোষাৰ প্ৰত্যেকটি ঘোষাৰে একোটা ঐতিহাসিক সজা আছে দুখৰ বিষয় বাঁহীৰ সম্পাদকে এই খিনিতে জানিও নজনা ভাও জুৰিছে। আমি কাকতীদেৱকে সুধিছো—নাম ঘোষা নিৰহ নিপানীকৈ গুৰুবাক্য পালি খৰধৰকৈ লিখা পুথিনে? ভকত সকলে ভিন ভিন্ সময়ত নিজৰ চিন্তা অনুসাৰে গুৰুৰ ওচৰত তৰ্ক

তোলাত গুৰুজনে ভকতক মনৰ সংশয় ছেদিবলৈ একোটি শাস্ত্ৰৰ শ্লোক বুজাই ঘোষা ৰচনা কৰা নাছিলনে? নামঘোষাৰ একোটি একোটি ঘোষাৰ উৎপত্তি কেনেকৈ হল, কিকাৰণে সেই ঘোষাটি ৰচনা কৰাৰ আবশ্যক হৈছিল এই বিষয় প্ৰত্যেক ঘোষাৰে একোটি গল্প নাইনে? নামঘোষাৰ হাজাৰটি ঘোষাৰ আচল ৰাখ্যা হৈ উঠিলে নামঘোষাৰ ৰাখ্যাৰে সৈতে সাঙি বান্ধি ডাঙ্গিব নোৱৰা পুথি এখন নহবনে? ভকতসকলৰ মুখত শুনিলে আনন্দ নেলাগেনে? নিৰহ নিপানীকৈ গুৰুবাক্য পালি এনেকুৱা এহেজাৰ ঘোষা কেতিয়াও হেজাৰ দিনৰ কমত লিখা হোৱা নাই। বাঁহীৰ সম্পাদকে কেৱল তৰ্কৰ খাতিৰে কৈছে। দুখৰ বিষয় কাকতীদেৱে নিজে আলোচনা নকৰি সম্পাদকৰ কথাতে এৰা বুলি এৰিছে।

বাঁহী সম্পাদকে দামোদৰীয়াসকলক ইতিকিং কৰি লিখিছে—

* *মহাপুৰুষীয়া মানুহতকৈ দামোদৰীয়া সম্পাদায়ৰ মানুহ আসামত বেছি; তেওঁলোকে ঘোষাৰত্ন পঢ়ি গাই আছে ঘোষাত কৈ আগৰ পৰা অত দিন; তথাপি হেনো এনে এখন পুথি সৰ্ব্ব সাধাৰণৰ আগত ওলোৱা নাছিল! ওলোৱা মানে ছাপা হৈ ওলোৱা বুলিলেও এইকথা খেও নাখায় * *

বাঁহীৰ সম্পাদকে এই পুথি দামোদৰীবিসকলে এতিয়া লিখি উলিয়ালে বুলি কবলৈ খোজেনেকি? বাঁহীৰ সম্পাদককতো দামোদৰীয়াবিলাকে এই পুথি গাবলৈ, চাঁবলৈ নাইবা মানিবলৈ কোৱা নাছিল। বাঁহীৰ সম্পাদকে কৈছে—"ঘোষাৰত্ন ঘোষাৰ পাছৰ।" ঘোষা আৰু ঘোষাৰত্ন লিখকৰ ভিতৰত "এজনে আন জনৰ পুথি নকল কৰিছিল"। অৰ্থাৎ আগতে লিখা ঘোষাৰ নকল হৈছে ঘোষাৰত্ন।

আমি কাকতীদেৱক সোধো ঘোষাত আছে—

"মুক্তিত নিস্পৃহ যিটো; সেহি ভকতক নমো; ভসময়ী মাগোহোঁ ভকতি" আৰু চৈতন্য পদাবলীতো আছে—

মুক্তি পদ চাইনা হৰি,<br>
ভক্তি যেন বাৰে বাৰে<br>
থাকে হৰি চৰণ তোমাৰ।

এতিয়া কোনটোনো কাৰ নকল বুলি ভাবে। নাইবা কোনটো কাৰ ভাব লৈ লিখা বুলি ভাবে?

শ্ৰীঘনশ্যামদেৱ শৰ্ম্মা।

# পদ্য কল্পলতা।

(৯ম সংখ্যা ৩৩৭ পিঠিৰ পাছৰ পৰা)

(৪১)

আশাৰ অবধি নাই ঃ—

নিঃস্বো বষ্টি শতং শতী দশশতং লক্ষং সহস্ৰাধিপঃ।
লক্ষেশঃ ক্ষিতিপাশতাং ক্ষিতিথতিশ্চক্ৰেশ্বৰতং পুনঃ।।
চক্ৰেশঃ পুনৰিন্দ্ৰতাং সুৰপতি ব্ৰাহ্মং পদং বাঞ্চতি।
ব্ৰহ্মা বিষ্ণুপদং হৰিঃ হৰপদং ত্বাশাৰধিং কোগতঃ।।

দৰিদ্ৰে প্ৰথমে শত মুদ্ৰা বাঞ্চা কৰে,
শত পালে সহস্ৰৰ বাঞ্চা হয় পৰে
সহস্ৰৰ অধিপতি লক্ষে কৰে মন,
ব্ৰহ্মাপতি বাঞ্চে যেন পায় ৰাজ্যধন।
ৰজাহলে চক্ৰবৰ্ত্তী হব হাবিলাষ,
চক্ৰবৰ্ত্তী ইন্দ্ৰ পদ কৰে অভিলাষ।
ইন্দ্ৰ হলে ব্ৰহ্মাপদ কৰয় কামনা,
ব্ৰহ্মাপদ পালে বিষ্ণু পদৰ প্ৰাৰ্থনা।
বিষ্ণু হলে হব পদে ইচ্ছা দুৰ্ণিবাৰ,
কোনেও নেপায় অন্ত পাপ দুৰাশাৰ।

(৪২)

পণ্ডিতৰ আশীৰ্ব্বাদ ঃ—

নিবসতু তব গেহে নিশ্চলা সিন্ধুপুত্ৰী,
প্ৰবিশতু ভুজদণ্ডে চণ্ডিকা বৈৰী হন্ত্ৰী।
মুখ সৰসিজ মধ্যে ভাফতী ভাতু নিত্যম্,
ন চলতু তব চিত্তং পাদপদ্মাম্মুৰাৰেঃ।।
সিন্ধুপুত্ৰী লক্ষী দেবী তোমাৰ গৃহত,
নিবাস কৰোক সদা অচলা প্ৰেমত।।
বৈৰীবৰ্গ বিনাশিনী বাহুযুগলত,
প্ৰবেশক ৰণ চণ্ডী আনন্দ মনত।
বদন কমল মধ্যে সৰস্বতী আই,

থাকোক সৰ্ব্বদা তব সুষমা বঢ়াই।
সততে, শ্ৰীহৰি পদ-কোকনদ মাজে,
মানস ষটপদ যেন তোমাৰ বিৰাজি।

(৪৩)

খলৰ স্বভাব ঃ—

অতি ৰমণীয়ে কাৰো দূষণ মম্বেষযত্যহ্যেপিশুনঃ।
ৰমণীয়তৰে বপুষি ব্ৰণমিব মক্ষিকাণাং নিকৰঃ।।

পৰম সুন্দৰ কাব্যত দুৰ্জনে
কৰে দোষ আবিষ্কাৰ,
ৰমণীয়ে দেহে মক্ষিকা যিৰূপে
ব্ৰণৰ কৰে বিচাৰ।।

(৪৪)

অসাৰে খলু সংসাৰে সাৰমেতচ্চতুষ্টয়ম্।
কান্যাং বাসঃ সত্যং সঙ্গো গঙ্গাম্ভঃ শম্ভুসেবনম্।।

অসাৰ সংসাৰে এই চাৰিটা হে সাৰ,—

(১) কাশীবাস, (২) সাধুসঙ্গ (৩) জলত গঙ্গাৰ স্নান, দান, তৰপণ (৪) প্ৰভু মহেশ্বৰ মনে-চিতে পূজা-সেৱা, সাধু মানবৰ।।

(৪৫)

সৎসঙ্গঃ কেশবে ভক্তিৰ্গঙ্গাম্ভসি নিমজ্জনম্।
অসাৰে খলু সংসাৰে ত্ৰীণি সাৰাণি ভাবয়েৎ।।

সাধুৰ সঙ্গত বাস, হৰিত ভকতি।
পবিত্ৰ গঙ্গাৰ জলে স্নান দিনে পতি।।
অসাৰ সংসাৰে মাত্ৰ এই তিনি সাৰ।
তিনি কাৰ্য্য কৰি হোৱা ভবনদী পাৰ।।

(৪৬)

জাতঃ ক্ষীৰ পয়োনিধৌ হৰ জটা জুটে প্ৰসিদ্ধোহ সি যৎ।
সৰ্ব্বস্যোপৰ দীপকোহসি বিধিনা সৃষ্টোহসি যচ্চামৃতৈঃ।।
ভ্ৰাতঃ শীত ময়ুথ! সৰ্ব্ব মধুনা গ্লানী কৃতং যত্ত্বয়া।
ৰাজীবং পৰিহৃত্য কৈৰৱ কুলংনীতং বিকাশাস্পদম্।।

জনম লভিছা তুমি ক্ষীৰ সাগৰত

সুবিখ্যাত থাকি শিব জটাৰ মাজত।
সবাৰো ওপৰে তুমি দীপক সমান,
সুধাৰসে সৃজি বিধি কৰিলে প্ৰধান।
ইসব গুণৰ চন্দ্ৰ! সাধিলা বিনাশ,
পদ্মিনীক ত্যজি কৰি ভেটত বিকাশ।।

(৪৭)

সহ্যং তেজীয়স স্তেজ স্তেন তেজীয়সো নহি।
মূৰ্দ্ধি সহ্যং ৰবেস্তেজো ন পদ্ভ্যাং তাপিতং ৰজঃ।।
আপুনি তেজস্বী যিস্তো তেজে আপোনাৰ।
অনায়াসে সহ্য হয় সেই তেজ তাৰ।।
কিন্তু, পৰতেজ হন্তে যেয়ে তেজ পায়।
তাৰ তেজ কোনো মতে সহন নাযায়।।
মস্তকতো সহ্য হয় সূৰ্য্য খৰ তাপ।
তপ্ত বালি পদেও সহিব কাৰ বাপ?

(৪৮)

কাকস্য চঞ্চুৰ্যদি স্বৰ্ণযুক্তা, মানিক্য যুক্তৌ চৰণৌ চ তস্য।
একৈক পক্ষে গজৰাজ মুক্তা, তথাপি কাকো ন চ ৰাজহংসঃ।।
যদ্যপি কাকৰ চঞ্চু স্বৰ্ণবদ্ধ হয়,
দুই পদে যদি যুক্ত মানিকে শোভয়।
সকুলো পক্ষত যদি গজমুক্তা লয়,
তথাপি বায়সে ৰাজহংস নাহি হয়।।

(৪৯)

ৰাজাৰ প্ৰতি আশীৰ্ব্বাদ ঃ—

আয়ুস্তে নৰবীৰ বৃতহতু সদা হেমন্ত ৰাত্ৰিযথা,
লোকানাং প্ৰিয় দৰ্শনো ভব সদা হেমন্ত সূৰ্য্যো যথা।
শত্ৰুণাং ৰণদুঃসহো ভব সদা হমন্ত তোয়া যথা।।
নাশং যান্ত ত বাৰয়ো হিমহতং হেমন্ত পদ্মং যথা।।

হেমন্ত ৰজনী সম নৃপমণি
বাঢ়াকাতৰ জীবন
হেমন্ত সূৰ্য্যৰ তুল্য, মনুষাৰ

হোৱা প্ৰিয় দৰশন।

হেমন্ত জলৰ সমান পৰৰ

হোৱা ৰণে অসহন,

হেমন্ত জাৰত মৰা পদ্ম মত

মৰোক বিপক্ষগণ।।

(৫০)

শ্ৰীৰাধিকাৰ চাতুৰ্য্য ঃ—

মা যাহীত্যপ মঙ্গলং ব্ৰজপতে স্নেহেন শূন্যং ব চঃ
তিষ্ঠিতি প্ৰভুতা যথা ৰুচি কুৰু প্ৰোক্ত্যোপ্যু দাসীনতা।
ইত্যালোচ্য মৃগ্ দৃগঞ্চল পুটে নাচ্ছাদ্য কিঞ্চিন্মুখং
ব্ৰীড়ানম্ৰতয়া কদম্ব মুকুলে দৃষ্টিং সমাৰেপিয়ৎ।।

নাযাবা হে ব্ৰজপতি! মমতা বিহীন স্তুতি
অমঙ্গল কথা বোলা হয়,
'তিষ্ঠ' এই আজ্ঞা কৰা যেনে ইচ্ছা তেনে কৰা—
কলে, অবহেলা কৰা ভয়;
হৰিণ নয়না ৰাধা মনে শুনি এনে বাধা
চেলাঞ্চলে বদন আবৰি
লাজে মুৰ কৰি তল কদম্বৰ টলবল
কলি দুটী চায় লক্ষ্য কৰি।।

# বিবিধ বাতৰি আৰু সমালোচনা।

(১)

অসমত বিশেষ কামৰূপত কিমান যে পুৰণি মঠ মন্দিৰ দেৱালয় আছে তাৰ সম্পূৰ্ণ এটা লিষ্টি এতিয়ালৈকে কোনোৱে কৰা নাই। এনেকুৱা এখন তালিকা কৰি যদি প্ৰত্যেক মঠ-মন্দিৰ আৰু দেৱালয়ৰ চমু চমুকৈয়ে একোটা ইতিবৃত্তি লিখা যায় তেনেহলে সেই চমু ইতিবৃত্ত বিলাকেই যে কিমান ডাঙ্গৰ পুথি এখনৰ আকাৰ ধৰিব তাক কব নোৱাৰি। সদ্যহন্তে আমি কামৰূপৰ বিশ্বেশ্বৰ দেৱালয়ৰ বিষয়ে প্ৰাপ্ত ইতিবৃত্ত এটি পাঠকৰ চিত্ত বিনোদনৰ নিমিত্তে দিলোঁ। আশা কৰোঁ আমি ক্ৰমান্বয়ে এনেকুৱা ইতিবৃত্ত পাম।

## বিল্লেশ্বৰ।

(২)

কামৰূপ জিলাৰ অন্তৰ্গত বেলশৰ নামে এখন গাওঁ আছে। ইয়াত বিল্লেশ্বৰেই প্ৰধান দেৱালয়। ইয়াৰ বিষয় লিখিত বিবৰণ পোৱা নাযায়। বুঢ়া বুঢ়ীৰ মুখত শুনা যায় যে দেড় হাজাৰ বছৰ পূৰ্ব্বে ইয়াত এঘৰ বামুণ আছিল। তেওঁৰ বহুত বিভূতি আছিল। বামুণে গৰু পুহিবলৈ বৰ ভাল পাইছিল। শুনিলে আচৰিত হব লাগে যে, তেওঁ এজনী কপিলী গাইৰপৰা কেতিয়াও গাখীৰ নেখাইছিল। গাইজনী দেখিবলৈ ধুনীয়া আৰু হৃষ্টপুষ্ট। তাই দিনৌ ওচৰত থকা বিৰিণা এজোপাৰ ওচৰত থিয় হয় আৰু তাইৰ গাখীৰ খিনি তাত সৰ সৰকৈ পৰে, জানিবা চালনিৰে গুৰাহে সৰকি পৰে। দেখি ঘৰলৈ গৈ কোৰ এখন আনিলে। তাৰ তলত মূৰ্ত্তি এটা দেখি বামুণে লৰালৰিকৈ মূৰ্ত্তিটো তোলাৰ যত্নত লাগি গল। কিন্তু কৃতকাৰ্য্য নহয়। ৰাতি সপোন দেখিলে আৰু পাছ দিনাৰপৰা তাত পূজা কৰিবলৈ ধৰিলে। এয়ে বিস্না-ঈশ্বৰ বিস্নেশ্বৰ বা বিল্লেশ্বৰ নামৰ উৎপত্তি অপভ্ৰংশ হৈ গাওঁখনৰ নাম বেলশৰ হৈছে।

সেই সময়ত কামৰূপত নাগশঙ্কৰ বা নাগাক্ষ্য ৰজাই ৰাজত্ব কৰিছিল। তেওঁ শাক্ত আছিল। এই মূৰ্ত্তিটো তুলিব নোৱাৰাৰ কথা শুনি তেওঁ হাতী লগাই যত্ন কৰে যত্নৰ ফলত মূৰ্ত্তিটো তেতিয়াই ১০ ১২ হাত তললৈহে গল। ই আজিও সিমান তলতে আছে। ৰজাই তেনে কাণ্ড দেখি দেৱালয় বুলি মানি ঘৰদুৱাৰ সজাই দিয়ে ইয়াৰ বাহিৰে সেই জনা ৰজাৰ আন কাৰ্য্য কলাপ আৰু একো জনা নাযায়। সেই সময়ত কামৰূপৰ মানুহবিলাক পূজা-সেৱাত বৰ অনুৰক্ত। তেওঁলোকে তেতিয়া বৌদ্ধ ধৰ্ম্ম নেমানিছিল।

কিছুদিন পাছত ধৰ্ম্মপাল নামে ৰজাই গুৱাহাটীত ৰাজধানী পাতে। তেওঁ এই দেৱালয়ত মঠ সজাই দিয়ে। আজিও মঠত এখন শিলৰ ফলি আছে। তাক পঢ়া টান। অনেক পণ্ডিতে তেল, এঙাৰ আদি ঘঁহি পঢ়িবৰ যত্ন কৰি কিছু কথা পাইছে। কিছুমানে কয় ফলিখন ধৰ্ম্মপালে লিখোৱা আৰু কিছুমানে কয় শিৱসিংহই লিখোৱা। আগৰটো মত সঠিক বুলিব পাৰি। কাৰণ আখৰবোৰ বহুদিনীয়া। আৰু তাৰ মৰ্ম্ম অনুসাৰে—ধৰ্ম্মপাল ৰজাৰ নাম অনুসৰি মৌজাখনৰ নাম ধৰ্ম্মপুৰ হয়। ই এখন লেখৰ মৌজা।

কেইবছৰ মানৰ মূৰত নৰনাৰায়ণ কামৰূপত ৰজা হয়। তেতিয়াই কালাপাহড়ে কামাখ্যাদি মন্দিৰ নষ্ট কৰে। নৰনাৰায়ণে সেইবোৰ মন্দিৰ নতুনকৈ সজায়। নৰনাৰায়ণ ৰজাৰ দিনতে বিল্লেশ্বৰৰ মন্দিৰ ভাগে। সঠিক কাৰণ কি কব নোৱাৰি (১) হয়

কালাপাহড়ে নষ্ট কৰে (২) নহয় সেই সময়ত হোৱা ডাঙ্গৰ ভূমিকম্পত বা মন্দিৰটো ভাগে। নৰনাৰায়ণে মন্দিৰ সজাই দেৱালয়ত অনেক বস্তু সংগ্ৰহ কৰি দিছিল। তেওঁৰ দিনৰেই হাতীদাঁতৰ সিংহকটা সিংহাসন আজিও আছে। পূজাৰ সজুলিবোৰ তেৱেঁই গোটাই দিছিল। এক হিচাপত তেওঁৰ দিনৰপৰাই দেৱালয়ৰ সৃষ্টি বুলিব পাৰি। তেওঁৰ ৰাজত্বৰ কালতে মহাপুৰুষ শঙ্কৰ দেৱ, মাধৱদেৱ, দামোদৰদেৱ প্ৰভৃতি বৈষ্ণব ধৰ্ম্ম প্ৰচাৰকসকলে আসাম প্ৰদেশ উজ্জল কৰি অসমীয়া মানুহক ধৰ্ম্মৰ পোহৰ দিছিল। কিন্তু ৰজা যদিও শাক্ত আছিল আৰু শক্তি পূজাই ৰাজধৰ্ম্ম আছিল তথাপি বৈষ্ণব ধৰ্ম্মৰ উন্নতিতো তেওঁ বৰ আনন্দ পাইছিল।

জাহাঙ্গিৰৰ মৃত্যুৰ সময়তেই কাম-ৰূপৰ সৰু সৰু ৰাজ্যবোৰ আহোমৰ তললৈ আহে। ইয়াৰ অলপ পাচতেই কামৰূপ আহোমৰ তলতীয়া হয়। সুবিধাৰ্থে আহোম ৰজাই গুৱাহাটীত বৰফুকন পাতে। সেই সময়ত ৰজাই দেৱালয়ৰ উন্নতিৰ কাৰণে বহুত মাটি বৃত্তি দান কৰি নিজৰ আৰু আহোম বংশৰ ৰজাসকলৰ অক্ষয় কীৰ্ত্তি থাপে! আহোম ৰজাসলৰ হিন্দু ধৰ্ম্মত বিশেষ আস্থা হয়। ৰজা সকলেও পূজা সেৱাতে সৰহ সময় কটাবলৈ ধৰে। তাৰ ফলেই হওক বা আন কাৰণেই হওক শিৱসিংহৰ দিনৰপৰা আহোম ৰাজকীয় ক্ষমতা ক্ৰমাৎ পৰি্ আহিবলৈ সূত্ৰপাত হয়। শিৱসিংহই মন্দিৰৰ উন্নতিৰ সাধন কৰে। বৰ্ত্তমানে যি নিয়মে দেৱালয়ৰ কায কাম সামাধা কৰা হয় তাৰ নিয়ম এই আহোম ৰজাই লগাই দিছিল। সুবিধাৰ্থে চমুকৈ কোৱা হল। ৰাজবিষয়া কামৰূপত তেতিয়া ক্ৰম অনুসৰি যথা (১) বৰুৱা (২) বৰকায়স্ত (৩) চৌধাৰী (৪) পাটোৱাৰী (৫) তালুকদাৰ (৬) ঠাকুৰীয়া। দেৱালয়ৰ বিষয়া ইয়াত অনেক। তাৰ ভিতৰত দলৈ আৰু সেৱা চলোৱাৰ বিষয়ে সকলোতকৈ মুক্ষ্য। এই ফলিত দলৈ আৰু সেৱা চলোৱাত বাজে তলত লিখা বিষয়া বিলাক দেখা যায়।

১। (।) বামুণ

(।।) কায়স্থ

২। আঠপৰীয়া।

৩। ছত্ৰধৰা।

৪। চামৰ ধৰা।

৫। দণ্ডধৰা।

৬। মালীয়া।

৭। *পানীতোলা।*

৮। ভোগৰ আলধৰা

৯। খৰিভাৰি।

১০। ঘিউধনী।

১১। তেলধনী।

১২। ভোগধনী।

১৩। পাঠ্যধনী।

১৪। চৰুযোগনীয়া।

১৫। ভণ্ডাৰী।

১৬। দাবাদাৰী।

১৭। ধুপবটা।

১৮। পদপাঠক।

১৯। গায়ন-বায়ন।

২০। ওজাপালি।

২১। ধুলীয়া কালীয়া।

২২। খলাসৰা।

২৩। গৰুৰখীয়া।

২৪। ৰাজদুৱৰী।

২৫। দৰ্জি।

২৬। মুদিয়াৰ।

২৭। সাৰা।

২৮। হাতোৱাল।

২৯। ধানবান।

৩০। চন্দন কাঠগোটাৱা।

৩২। বলিধৰা, বলিধুওৱা, বলিকতা

এই কেই বিধেই প্ৰধান। ইয়াত বাজেও বামুণৰ ভিতৰত ভাগৱতী, পাঠক, সুপকাৰ আৰু কুশতোলা বিষয়া আছিল। দৈৱজ্ঞ ব্ৰাহ্মণৰ ভিতৰত তিথিকাৰৰ বাব, (বহাগবিহুৰ কথা ঘৰ ভালকৈ কোৱা বাব আছিল। পাইকৰ কথাঃ—চাৰিটা মানুহে একগোট পাইক। গোট পাইকে খাটনিৰ বাবে বিনাখাজানায় ১২ বাৰপুৰা মাটি খাব পাইছিল।

তেলধনীৰ কথাঃ—বাৰপুৰা মাটি খোৱাৰ বাবে ৬ টকা খাজানা বা ৭২ সেৰ তেল দিয়ে। নহলে বছৰত ৬ দিন খাটি দিয়ে। সকলো পাইকে এই দৰে কাম কৰি

মাটি খাইছিল।

আজি কালি বস্তুৰ দাম বাঢ়িছে। এতেকে পূৰ্ব্বৰ নিয়ম ৰাখিব নোৱাৰি সালসলনি কৰিব লগাত পৰিছে। এতিয়া মন্দিৰৰ কথা চমুকৈ কৈ সামৰণি কৰা যাওঁক।

শ্ৰীশ্ৰীবিল্লেশ্বৰ মন্দিৰ প্ৰধানকৈ তিনিভাগে বিভক্ত। মূলমন্দিৰ, ভোগ মন্দিৰ, পাটমন্দিৰ মূল মন্দিৰত শিৱৰ মূৰ্ত্তিতো ১০ হাত তলত আছে। ঠাই খণ্ড পকী। ফাল্গুণ, চত মাহত মন্দিৰৰ বাহিৰত থকা ২০ ফুট দ কুৱাৰ পানী কলহেৰে তোলা হয়। তলৰ নলিয়েদি পানী গৈ সাং হলে শ্ৰীশ্ৰীমহাপ্ৰভুৰ মূৰ্ত্তি দেখা যায়। মাঘৰ পৰা বহাগলৈ ঢেৰ যাত্ৰী হয়। মূৰ্ত্তি থকা ঠাইলৈ শিলৰ খটখটি দিয়া আছে। তাত চিকা, শাপ থাকে। কামকৰা মানুহে লগ পায়।

সিহঁতে কাৰো অন্যায় নকৰে। বাৰিষা মঠৰ তলত পানী হয়। কিয়নো বাহিৰত থকা নদি ভৰিলে, তাৰ পৰা তলৰ নদিয়েদি পানী নেযায়। বৰষুণৰ পানীও ভিতৰত সোমাব পাৰে। সুবিধাৰ্থে মঠতো নতুন কৰিবৰ উদ্যোগ কৰিছে।

শ্ৰীশ্ৰীমহাপ্ৰভুৰ কাৰণে দিন ৰাতি ভাগ লগোৱা হয়। দিনত ৰন্ধন ভোগ আৰু ৰাতি লুচিৰ ভোগ লগোৱা হয়। নিৰামিষ ভোগ থাকেই। ভোগ লগোৱাৰ পিচত মানুহে ভোগ খায়। কোনো দিন ৩০০ শতকৈও বেছি মানুহ জমা হয়। ভোগ লগোৱাৰ পূৰ্ব্বৰ পৰাই নায়ক, নায়িকা, সজুত থাকে। দুপৰীয়া আৰু গধূলী সময়ত ওজা পালি আদিয়ে কৰিব লগা কাম শেষ কৰে। মুঠকৈ কবৰ হলে এই তিনি মন্দিৰত কৰিব লগা কাম দিনৌ সমাধা কৰা হয়। বছৰত হোৱা পৰ্ব্ববোৰ সুচাৰুৰূপে সম্পন্ন হয়। দেৱালয়ৰ কৰ্ত্তাই কৰিব লগা কাম বোৰলৈ বিশেষ মন দিয়ে তাত বাজেও বহুত মেল নিষ্পত্তি কৰে।

(১) ৬। ৭ বছৰ পূৰ্ব্বে এই দেৱালয়ত বহুত সন্ন্যাসী আছিলষ। এজন সন্ন্যাসী ড্ৰইং বিষয়ত বৰ পটু আছিল। তেওঁ বলধেৰে সৈতে দিগম্বৰৰ মূৰ্ত্তি সাজিছিল। তেওঁ সমাজিকত সেই কাম কৰিবলৈ বাধা পাইছিল। তথাপি তেওঁ সেই কামটো কৰিছিল। কেইদিন মান পাছতে তেওঁৰ মৃত্যু হয়। তেওঁৰ লগত থকা সন্ন্যাসীয়ে সেই কথাবোৰ পাচদিনা প্ৰকাশ কৰিছিল।

সন্ন্যাসীৰ শৱ স্মসানত থোৱা হল। তাত অকুৰা জুই উঠা দেখা গৈছে। অৱশ্যে আপোনালোকে প্ৰেতৰ মায়া বুলি (ধনগুলৈ বুলি) ভাবিব পাৰে। যিয়েই হওক কথাটি উৰাই দিয়া উচিত নহয়। কিয়নো ই অলপ দিনৰ কথা। তেতিয়াৰপৰা সন্ন্যাসীৰ সংখ্যা তাকৰ হৈছে। এইজন সন্ন্যাসীয়ে অন্ন নেখাইছিল। গাখীৰ, কল, ফল খাই

আছিল তেওৰ বহুত কথাৰ ফল ধৰিছিল।

(২) শিলত তেল দিলে যে সোনকালে শুহি নাযায়, এইটো কাৰো অবিদিত নাই। উক্ত দেৱালয়ৰ পদশিলাত থকা শিলটোত তেলপেৰা মানুহে তেল দি যায়। তাত থকা ১ ইঞ্চিমান দ বিন্ধাত থকা তেল খিনি শুহি যায়। এই ধুমটো আগেয়ে বৰ বেছি আছিল।

(৩) দেৱালয়ত বহুত গৰু আছে। তাৰ ভিতৰত ষাড়ৰ সংখ্যা বেছি। এটা ষাঁড়ৰ নেজ দুডাল। মানুহে কয় পিঠিৰ নেজত ধৰি সদাশিৱ ফুৰিব যায়। এই ষাঁড়টো আজিও আছে। ষাঁড়বোৰে খেতি খালে যদি কোনোৱে মাৰে তেন্তে পুনৰ তাৰ খেতিহে খায়। বাটে পথে দেৱালয়ৰ গৰুৱে মানুহক ভয় খুৱায়। কিন্তু দুৰ্গোৎসবৰ সময়ত শান্ত হয়। তেতিয়া ষাঁড়বোৰ আহি জমা হয়। ইহঁতে দিনত ঘাঁহপানী নেখায়। আনিক ৰাতি ১২ টালৈ টিং ঘৰতে শুই থাকে।

(৪) ১৮৯৭ খৃঃ হোৱা ভূমিকম্পত বহুত মানুহ ইয়াত জমিছিল। ওচৰত থকা ন নৈৰ পানীয়ে চাৰিও ফালে উৎপাত কৰিলে। ইয়াত থকা মানুহবোৰ সুখত থাকিল।

পানীৰ সুবিধা নোহোৱাৰ কাৰণ ভদ্ৰ যাত্ৰীৰ সংখ্যা তাকৰ। দেৱান পুখুৰী, পুৰণি পুখুৰী, চুৱাপুখুৰী, নামৰ পুখুৰীবিলাক মেৰামত কৰাৰ দিহা লগোৱা হৈছে। এইবিলাকৰ বহুত আখ্যান আছে। বাহুল্যৰ ভয়ত কবলৈ সাহ নকৰিলোঁ।

ই নলবাড়ৰী পৰা ৭ মাইল দূৰৈত। ওচৰতে ডাকঘৰ আছে। অলপতে টেলিগ্ৰাম অফিচ, ডাক্তৰখানা হব বুলি আশা কৰা যায়। ওচৰত নৈ নাই। উত্তৰ, দক্ষিণ আৰু পূবফালে তিনিখন হাত বহে। নলবাড়ীৰ পৰা ৰাস্তা আছে। ঠাই খণ্ড ওখ। উত্তৰে ৰূপীয়াবাথান, দক্ষিণে জাগাৰা, পশ্চিমে পিৰালীবাড়ি, পূবে বন্নি গাওঁ। বিন্নাথকা সময়তেই এইঠাইত এখন সৰু পাহাৰ আছিল। বেলশৰৰ প্ৰাকৃতিক দৃশ্য ভাল, স্বাস্থ্য খুব ভাল। মাটিৰ দাম বেছি কাৰণ বছৰত এবিঘা মাটিত (বৰ্ত্তমানেও) ৫০। ৬০ পুৰা ধান হয়। বেলশৰগাওঁ খন সৰু নহয়। বেপাৰৰ সুবিধা হলেও অৰ্থাভাবে হোৱা নাই। বাহুল্যৰ ভয়ত আজিলৈ ইমানতে সামৰিলোঁ।

শ্ৰীদণ্ডিৰাম দত্ত,
(গাওঁ হেলশৰ)।

# ঁনীলকণ্ঠ কৃত শ্ৰীশ্ৰী ঁদেব দামোদৰ চৰিত্ৰ।

(৯ম সংখ্যাৰ ৩৬০ পিঠিৰ পিচৰ পৰা)।

শুনি দুয়োজন বিপ্ৰ মহাৰঙ্গ ভৈলা।
উদ্দেশিয়া দুয়ো দামোদৰ পাশে গৈলা।।
ভাৰভেটি থৈয়া দুয়ো বাৰ্ত্তা জনা লন্ত।
শুনি দামোদৰে দুইহাঙ্কো নিয়াইলন্ত।।
দেব দামোদৰ আছে আসনে বসিয়া।
ভাগবতী আন ভক্ত বসিছে বেঢ়িয়া।।
ভকতে চিনাইলা বংশীদেবে নমিলন্ত।
ভকতৰ সঙ্গে দুয়োজন বসিলন্ত।।
দেখি দামোদৰে পাছে তাহান্ত পুছিলা।
কোন ৰাজ্যে থাকা কিবা কাৰ্য্যে বা আসিলা।।
সৌমাৰ পৃষ্ঠত থাকে শুনি তযু কথা।
শৰণ লেবাক আইলোঁ শুনি তযু কতা।।
দামোদৰে বোলে আজি থাকা বাসা লই।
সিধাবুজা পঠাই দেওঁ অন্ন ভুঞ্জাগই।।
বংশীদেবে বোলে সিধাবাসা পাইবো পাছে।
শৰণ লগায়ো ব্ৰতে আইলোঁ তযু কাছে।।
শুনি দামোদৰে পাছে ভৈল ৰঙ্গমন।
সঙ্গী দ্বিজজনে তাঙ্ক কৰাইলে শৰণ।।
শৰণ ক্ৰমিকা ভক্তি উপদেশ দিলা।
নাম দিয়া ধৰ্ম্ম প্ৰবৰ্ত্তনক কহিলা।।
আনলোক তান সঙ্গে যতেক আছিলা।
সবে দামোদৰ পাৱে শৰণ পশিলা।।
নিৰ্ম্মাল্য চন্দন প্ৰভূ সবাকো দিলন্ত।
ষোড়শ কদলি গুড় চিৰা ভুঞ্জাইলন্ত।।
ভোজন সম্ভাড় সমে বাসা দিলা নিয়া।
কৰন্ত প্ৰসঙ্গ নিতে তথাত থাকিয়া।।
একদিন দামোদৰে বুলিলা বচন।

সিদেশৰ লোক সবক কৰায়ো শৰণ।।
মঠঘৰ সজাইব সত্ৰক নিৰ্ম্মিবা।
ভকতি প্ৰচাৰি নাম ধৰ্ম্ম প্ৰবৰ্ত্তাইবা।।
তোমাৰ লগত দ্বিজ মহাবিজ্ঞ অতি।
আক এক নাম দিবা ভাগৱতী পাতি।।
তোমাৰ লগত এন্তে ধৰ্ম্ম প্ৰবৰ্ত্তাইবা।
এক থান পাতি লোক ভজাইবাক দিবা।।
এহি বুলি দামোদৰে বণ্ট আনি দিল।
পঞ্চ শত টঙ্কা দিয়া তেসম্বে নমিলা।।
বিদায় হইয়া নৌকা সনে চলি গেলা।
অসম ৰাজ্যত ধৰ্ম্ম প্ৰবৰ্ত্তাই ৰৈলা।।
মঠ ঘৰ সাজি স-থান প্ৰবৰ্ত্তাই।
দামোদৰ উপদেশ লোকক ভজাই।।
পূৰ্ব্বেদেশে যেবে বংশীদেৱক থাপিলা।
শুনিয়োক বলদেব যিমতে আসিলা।।
ইথানৰ পূৰ্ব্বে বেহাৰত আছিলন্ত।
তহিতে থাকিয়া বহু শাস্ত্ৰ পঢ়িলন্ত।
তথাতে শুনিলা হেন পাটবাউসী থান।।
দামোদৰ নামে প্ৰভু আছে বিদ্যমান।।
বাৰ্ত্তা পাই বলদেব আসিয়া মিলিলা।
দামোদৰ পাৱে দুয়ো শৰণ পশিলা।।
দামোদৰে দুইকো ভক্তি পন্থে উদ্দেশিলা।
শৰণ ভজন শিখা জপ্য মালা দিলা।।
দামোদৰ গুৰু পাই দুয়ো ৰঙ্গ ভৈলা।
প্ৰসঙ্গ কৰিয়া সঙ্গে কতো দিন ৰৈলা।।
দ্বিজ নাৰায়ণ বৰপেটা স্থানে গৈলা।
দামোদৰ পাশে তেঁহো শৰণ লভিলা।।
শৰণ ভকতি শিখা নাম লভিলন্ত।
কতোদিন থাকি প্ৰসঙ্গক কৰিলন্ত।।
ৰত্নাকৰ তিনিপুত্ৰ ক্ৰমে উপজিলা।

বিধি ব্যৱহাৰে তাঙ্ক যজ্ঞসূত্ৰ দিলা।।
ব্যাকৰ্ণক আদি কৰি শাস্ত্ৰ যত যত।
গীতা ভাগবত পঢ়ি পাৰ্গত ভৈলন্ত।।
শঙ্কৰৰ থানে পাঠ ৰত্নাকৰে পঢ়ে।
শ্ৰীকৃষ্ণক ভাগবতী কৈলা দামোদৰে।।
গধূলিত ভাগবত শ্ৰীকৃষ্ণ কহন্ত।
কটহাবাৰিৰ পৰা মিশ্ৰ আসিলন্ত।
প্ৰবাতৰ ভাগবত তেহেন্তে কহন্ত।।
পঞ্চানন্দ দ্বিজবৰ মহা বিদ্যাবন্ত।
ভাটীবেলা ভাগবত তেহেন্তে কহন্ত।।
তিনিও বক্তিয়াৰ তিনিন পঢ়ে ভাগবত।
শ্ৰদ্ধামনে বসিয়া শুনন্ত লোক যত।।
বলদেব দ্বিজবৰ মহ বিদ্যাবন্ত।
আন ভক্ত বাৰজন তান সঙ্গে দিলা।
ভাণ্ডাৰৰ আধিপতি বলদেব ভৈলা।।
পালা ধৰা দেউৰীক তাহান লগে দিলা।
আনো সকলক ভাগে ভাগে নিযোজিলা।।
একদিনা প্ৰসঙ্গত সবেয়ো আছন্ত।
সবাকে শুনাই দামোদৰে বুলিলন্ত।।
চৈতন্যৰ শুদ্ধ মত আমি আছো ধৰি।
চৈতন্যসে বন্ধু মোৰ জানা নিষ্ঠ কৰি।।
লোক ভজাইবাৰ তেঁহে পথ দেখাইলন্ত।
ৰামৰাম হাতে নাম মালাক দিলন্ত।।
শঙ্কৰ চৈতন্য ামি নাহি ভিন পৰ।
তাহান আমাৰ জানা একে কলেবৰ।।
দায়ালু শঙ্কৰ তান কি কহিবোঁ লীলা।
নিজ ভ্ৰাতৃ ৰামৰায় তাঙ্ক মোকে দিলা।।
শঙ্কৰ মহেশ তান পত্নী মহেশ্বৰী।
তাহাঙ্ক শৰণ জানা কৈলো নিষ্ঠ কৰি।।
বান্ধৱ মাধৱ অভিমত পুৰিলন্ত।

সিকাৰণে তাঙ্ক ভজাইবাক বুলিলন্ত।।
তাহান বাক্যক আমি এৰাইতে নাপাৰি।
কৰাইলোঁ শৰণ তান পত্নীক সাদৰি।।
জগন্নাথৰ বস্তু আনি দেন্ত মোৰ ঠাই।
সিয়োশঙ্কৰৰ দায়া জানা অভিপ্ৰায।।
এহি কথা সব প্ৰসঙ্গত কহিলন্ত।
গোপ্যৰূপে শঙ্কৰৰ ভক্তি শুনিলন্ত।।
সেহি কথা ভক্তে শঙ্কৰত কহিলন্ত।
ৰামৰাম মাধৱ প্ৰমুখে শুনিলন্ত।।
শুনি শঙ্কৰৰ মৰ্ম্মে হৃদয় দ্ৰবিলা।
দুইধাৰ নেত্ৰৰ লোতক বহি গৈলা।।
গদ গদ বাক্যে পাছে শঙ্কৰে মাতিলা।
দামোদৰ অনুভৱ সবেয়ো শুনিলা।।
দেখা কেনমতি তান আমাত আছয়।
তান্ত বিনে আমাৰ বান্ধৱ নাহি কেৱ।।
তেহু মোৰ সুহৃদ জনাহা সাবেসাৰ।
উপদেশ দিয়া লোক তাৰিবে অপাৰ।।
এহি কথা কহিয়া শঙ্কৰ মৌন ভৈলা।
প্ৰসঙ্গ কৰিয়া ঘৰাঘৰি চলি গৈলা।।
ঈশ্বৰৰ মায়া কোনে বুজিতে পাৰয়।
শুনা কথা আত পৰে তেজিয়া সংশয়।।

**অসম ভিন ভিন ঠাইত সত্ৰাদি স্থাপন।**

গোপাল ভবানীপুৰ হন্তে াসি ভৈলা।।
গুৰু মানি মাধৱত উপদেশ লৈলা।।
শঙ্কৰেও তাঙ্ক লোক ভজাইবাক দিলা।
সত্ৰ পাতি নাম ধৰ্ম্ম প্ৰবৰ্ত্তাইবে লৈলা।।
লেচাকোনো গোবিন্দ ভজিয়া শঙ্কৰক।
তান আজ্ঞা লৈয়া গেলা চম্পাৰতলক।।
লোক ভজাইলন্ত শঙ্কৰৰ আজ্ঞা পাই।

সত্ৰক নিৰ্ম্মিয়া তাহা ৰইলা সেহি ঠাই।।
হৰিদেবে গৈয়া পাছে আদেশক পাই।
সত্ৰক থাপিয়া ৰৈলা লোকক ভজাই।।
আনো নানা লোকক যেমতে আদেশিলা।
সেহিমতে সবেয়ো ভকতি প্ৰবৰ্ত্তাইলা।।
শঙ্কৰৰ ভক্তে যেন ৰূপে থাপিলন্ত।
সেহিমতে আজ্ঞা ধৰি লোক ভজাইলন্ত।।
দামোদৰ দেবে যাক যৈত থাপিলন্ত।
সেহি কথা শুনি আবে ভকত মহন্ত।।
একদিনা দামোদৰ সভাত থাকিয়া।
বুলিলন্ত বাক্য সন্ত দেবক চাহিয়া।।
শুনা সন্তদেৱ তুমি দক্ষীণক যাহা।
তৈতে লোক ভজাই নাম ধৰ্ম্ম প্ৰবৰ্ত্তাহা।।
নকৰা বিলম্ব এতিক্ষণ চলিয়োক।
সত্ৰক থাপিয়া তুমি তৈতে ৰহিয়োক।।
শুনি সন্তদেব সবে মহা ৰঙ্গভৈলা।
দামোদৰ পাৱে নমি শীঘ্ৰে চিল গৈলা।।
গৰেমাৰি থানে গৈয়া সত্ৰ পাতিলন্ত।
লোকক ভজাই তেঁহে তাত ৰহিলন্ত।।
দামোদৰ দেৱে ভগৱানক বুলিলা।
উত্তৰক লাগি তুমি যায়োক চলিয়া।।
লোক সব ভজাইবাহা ধৰ্ম্ম প্ৰবৰ্ত্তাই।
সত্ৰক নিৰ্ম্মিয়া তুমি থাকা সেথিঠাই।।
হেন আজ্ঞা পাই ভগবান উঠিলয়।
দামোদৰ পাৱে নমি ৰঙ্গে চলিলয়।।
নিমিষতে ভগবানে সত্ৰ পাতিলন্ত।
লোকক ভজাই ধৰ্ম্ম পালি থাকিলন্ত।।

**মনোহৰৰ দৌত্ম্য আৰু শেহত উদ্ধাৰ।**

আৰু আন কথা শুনিয়োক সৰ্ব্ব জন।

নামত বেঙ্কৰা গিৰি পৰম শোভন।।
নৃপ নৰনাৰায়ণে আদেশ দিলন্ত।
ফুলগুৰি বেজিনিৰ উজিৰ ভৈলন্ত।।
ধনেজনে সম্পূৰ্ণ যে সৰ্ব্ব গুণাকৰ।
নৃপৰ বল্লভ বিজ্ঞ পৰম সুন্দৰ।।
পুত্ৰ কামনাৰে নানা যজ্ঞ কৰিলয়।
তেবে তান পুত্ৰ মনোহৰ জন্মলয়।
মহলা নিবাক নৃপতিয়ে আদোশলা।
শুনি উজিবৰ মনে চিন্তা উপজিল।
সেহি বেলা কায়স্থ ৰমণী গৰ্ভবতী।
উজৰিত বৰ খাইলা হৈয়া অনাথিতি
উজিৰেও তাঙ্ক পাই মনে ৰঙ্গ ভৈল।
তাঙ্ক লৈ নৃপতিৰ পাশক চাপিলা।।
আনিলোঁ মহলা বুলি তাক তৈতে থৈলা।
মেৰুৰাত তৈতে তান পুত্ৰ উপজিলা।
পাছে মনোহৰক উজিৰে নিয়া দিয়া।
কৰিলোঁ উজিৰ আঙ্ক নৃপতি বুলিলা।
নৃপতিৰ আদেশে উজিৰ ৰঙ্গ ভৈলা।
উজিৰ কৰ্ম্মক কৰি মনোহৰ ৰৈলা।
সভাৰ্য্যে বেঙ্কৰা গিৰি মহাসুখে ৰৈ
কতদিন হন্তে তেঁহো পৰলোকে গৈ।
মনোহৰ পুত্ৰে প্ৰেত কাৰ্য্য সঙ্কলিলা।
বৃসোৎসৰ্গ কৰি দান দক্ষীণা কৰিলা।।
অন্নে আছ দনে সমস্তকে তুষিলন্ত।
বেঙ্কৰা গিৰিও স্বৰ্গ পন্থে চলিলন্ত।।
ফুল গুৰি বেজনিৰ পাইক লাগে যত।
ভকত ভৈলেক ভগবানৰ সত্ৰত।।
মনোহৰে তাসম্বাক পাইক নিয়া বাৱে।
এহি কথা জান দিলা দামোদৰ ঠায়ে।।
ভগবানে বোলে ধৰ্ম্ম পালো কি উপাই।

মনোহৰৰ উপদ্ৰক সহন নযাই।।
যেই সেই ভক্তে আসি থাকয় সতত।
তাক নিয়া বাৰে ধৰি পৰম ক্ৰোধত।।
শুনি দামোদৰে ভকতক পাঞ্চিলন্ত।
ধৰ্ম্ম বিঘাতয় পুৰ্ব্ব কথা পাসৰিয়া।
আপোনাক ছিনি ঐক আসোক জানিয়া
এহি বুলি দামোদৰে ভক্ত পাঞ্চি দিলা।
ভগবান সমে মনোহৰক আনিলা।।
দামোদৰ আজ্ঞা কহি ঠগি মালা দিলা।
আপোনাক চিনিচনা ভকতে বুলিলা।।
হেন শুনি মনোহৰ ভৈলা ৰঙ্গমন।
দামোদৰ পাশক চলিলা তেতিক্ষণ।।
দামোদৰ পাৱে মনোহৰ নমিলন্ত।
হাসি দামোদৰে তাঙ্ক বাক্য বুলিলন্ত।।
কেতেকি পুষ্পৰ থিতি কণ্টক ভিতৰে।
ফুলিলে কেতেকি গন্ধে আমোদিত কৰে।।
হেন শুনি মনোহৰে শৰণ লৈলন্ত।
দামোদৰে ভক্তি পন্থে থাপিয়া থৈলন্ত।।
ভগবান সমে তাঙ্ক সঙ্গ বান্ধি দিলা।
ভজারো লোকক বুলি আদেশ কৰিলা।।
প্ৰণামি চলিলা দুই এক প্ৰীতি হুই।
বেতগুৰি ফুলগুৰি সত্ৰক লাগি গই।।
লোক ভজাই মনোহৰে থাকিলা তথাত।
মেৰুইয়াত থাকে গৈয়া জননী সহিত।।
মোৰ মাতৃ বোলে তযু পিতৃ ৰাখিচয়।
পুত্ৰ সমে মোক তুমি পালিতে লাগয়।।
দদা বুলি মেৰু গই শৰণ পশিলা।
মনে হৰি ভক্তি পন্থে তাহাঙ্ক থাপিলা।।
মনোহৰে যত বস্তু ৰাজাত সম্পিলা।
কপাল পাতাক লৈয়া সত্ৰক থাকিলা।।

লোক ভজাই ভক্তি পন্থ উদ্দেশিয়া।
ভজাইলন্ত মহিষক মুণ্ডে মীলা দিয়া।।
নদীক ভজাইলা সৰ্প বিষক ঋৰিলা।
বৈষ্ণৱ মণ্ডলি সভা যিটো প্ৰহাবিলা।।
তান পুত্ৰ জগন্নাথ ৰমানাথ নাতি।
পৰিনাতি গোপাল তাহান বাশে খ্যাতি।।
এহি মানে কথা ইটো সম্বৰিয়া থওঁ।
যাক থাপিলন্ত তাৰ কথা কওঁ।।

### সত্ৰাদি স্থাপন আৰু সৰ্ব্বেশ্বৰ সুশীলা মাতৃৰ বৈকুণ্ঠ প্ৰয়াণ।

দামোদৰে দ্বিজ নাৰায়ণক পাঞ্চিলা।
সত্ৰ পাতি লোক ভজাই দৰঙ্গে ৰহিলা।।
খুদিয়াৰ দ্বিজবৰ পৰম শোভম।
তেহে দামোদৰ পাৱে লৈলন্ত শৰণ।।
তাঙ্ক সত্ৰ পাতি লোক ভজাইতে বুলিলা
দামোদৰ পাৱে নমি গৃহক চলিলা।।
সত্ৰপাতি লোক ভজাইতে যে লাগিলা।
ধৰ্ম্ম প্ৰবৰ্ত্তায়া তেহোঁ তথাতে থাকিলা।।
দামোদৰে নাম ভট্টদেৱক যে দিলা।
গোপাল মিশ্ৰ যে তান নাম খ্যাত ভৈলা।।
ৰত্নাকৰ শঙ্কৰত মেলানিক লৈয়া।
সৰ্ব্বেশ্বৰ গৃহে পাইলা মনিকুটে গৈয়া।।
সৰ্ব্বেশ্বৰে ভাগৱত পঢ়িয়া আছন্ত।
ৰত্নাকৰক দেখিয়া পাৱে নমিলন্ত।।
ভাগবত পাঠ অন্তে দুয়ো গৃহে গৈলা।
দুইহানৰ কথা যে দুয়ো জনে কহিলা।।
কতো দিন ৰত্নাকৰ তান গৃহে ৰৈলা।
সৰ্ব্বেশ্বৰ হাজো থানে পৰলোকে গৈলা।।
সৰ্ব্বেশ্বৰ ভাৰ্য্যা লগে অনুগামি ভৈলা।

দুইৰো ক্ৰিয়া কৰ্ম্ম পাছে ৰত্নেশ্বৰে কৈলা।।
ৰত্নাকৰে দুইৰো প্ৰেত কাৰ্য্য সঙ্কলিলা।
ভাৰ্য্যাসমে সৰ্ব্বেশ্বৰ বৈকুণ্ঠে চলিলা।।
অপুত্ৰক সৰ্ব্বেশ্বৰ তান বস্তু যত।
দিলাহা সমস্তে ৰত্নাকৰৰ হাতত।।
সবাতে বিদায় কৰি পাছে ৰত্নাকৰ।
পাটবাউসি থানত গৈলন্ত ৰত্নাকৰ।।
দামোদৰ ত্যাগে যত কথা কহিলন্ত।
শুনিয়া সবস্ত্ৰে প্ৰভূ স্নান কৰিলন্ত।।
জলাঞ্জলি কৰি প্ৰভূ উপবাস দিলা।
ভাতৃ মাতৃ সমে পাছে হবিস্য কৰিলা।
জ্ঞাতি বন্ধু মিলাই মৎস্য মাংস পৰশিলা।
ভকত মিলায়া প্ৰভূ মহোৎসব কৈলা।।
শুনিয়োক কথা এবে আত অনন্তৰে।
কতোদিন আছে ৰঙ্গে দেৱদামোদৰে।।
একদিনা সুশীলা প্ৰভাতে স্নানলন্ত।
ভক্তিভাবে ঈশ্বৰক সেৱা কৰিলন্ত।।
দামোদৰ ৰত্নাকৰ দুইহাঙ্ক আনিয়া।
মৃত্যুৰ মঙ্গল কৰা বুলিলা চাহিয়া।।
শুনি দুই ভাই মনে অসন্তোষ ভৈলা।
তুলসী ৰোপন আদি কৰ্ম্মক কৰিলা।।
কুশাসনে সুশীলা তথাতে বসিলন্ত।
সম্বোধিয়া তাসম্বাক বচন বোলন্ত।।
ৰত্নাকৰ দামোদৰ শুনিয়ো বচন
আসিলা বিমান দেখা চলোঁহো এখন।।
এহি বুলি মাধবক হৃদয়ে ধিয়াই।
চাৰিলন্ত দেহা দেবী ৰামগুণ গাই।।
দিব্যৰূপ ধৰি দেবী বিমানে চলিলা।
দাহন দোহন কৰ্ম্ম দুজনে কৰিলা।।
যত প্ৰেত কাৰ্য্য দুয়ো ভায়ে সঙ্কলিলা।

অষ্টাদশ দান অন্ন দক্ষীনা কৰিলা।।
সপিণ্ডন কৰি মৎস্য মাংস পৰশিলাব
সমস্তক ভুঞ্জাই মহোৎসবক কৰিলা।
শঙ্কৰ মাধব সবে যত ভক্তগণ।
তাসম্বাৰ ৰত্নাকৰে সন্তোষিলা মন।।
আনো মেধি ভকতক বস্ত্র বণ্টা দিলা।
সুগন্ধ চন্দন পুষ্প তাম্বুলে তুষিলা।।
সমস্তকে সম্ভাৰিয়া সভা বিসৰ্জ্জিলা।
বাৎস্বৰিক কৰ্ম্ম কৰি ক্রিয়া সঙ্কলিলা।।
দান দক্ষিণায়ে সব মন সন্তোষিলা।
সুশীলা স্বামিৰ সঙ্গে বৈকুণ্ঠক গৈলা।।
ৰঙ্গমনে দেব দামোদৰ থাকিলন্ত।
আচাৰ্য্য অৰ্জ্জুন দেব দুয়ো আসিলন্ত।।
দেখি দামোদরে দুইকো আশ্বাস করিলা।
দামোদর পাৱে দুয়ো শৰণ পশিলা।।
নাম শিক্ষা দিয় হেন বুলিলা বচন।
সত্রপাতি নাম ধৰ্ম্ম পালা দুয়োজন।।
হেন আজ্ঞা পায় দুয়োজনে নমিলন্ত।
সত্রপাতি ধৰ্ম্ম দুয়ো পালিয়া থাকন্ত।।

**শঙ্কৰদেবৰ বৈকুণ্ঠ প্ৰয়াণ—দামোদৰ মাধবৰ পৰস্পৰ মনোমালিন্য।**

তাত পাছে যেন কথা শুনা সবে সন্ত।
মাধবক শঙ্করে মতাই আনিলন্ত।।
শুনিয়ো মাধৱ তুমি আমাৰ বচন।
ধৰ্ম্ম প্ৰবৰ্ত্তায়া এথা থাকা ৰঙ্গমন।।
লোক নিস্তারিতে গুরুরূপে দামোদর।
থানে বানে সত্র মেরি পাতিল বিস্তর।।
আছন্ত যিমত তাতে অধিক প্ৰবৰ্ত্তাইব।
সমস্ত লোকক তেন্তে নিস্তার করিব।।

থাকোক এখাতে তেন্তে বেহাৰক যাই।
আসিবা মাধব দুনাই নামবোহো মই।।
ৰমানন্দ মাধব যে ৰামৰাম সঙ্গে।
ভেলৰাত সত্ৰ পাতি ৰৈলা মহাৰঙ্গে।।
যায়োক মাধব বুলি শঙ্কৰে পাঞ্চিলা।
শঙ্কৰক নাম পাছে মাধৱ আসিলা।।
লোক ভজাই কতোদিন আছন্ত তথাত
ভাদ্ৰ যে মাসত শুক্ল পক্ষ দ্বিতীয়াত।।
স্নানি হৰিসেৱা কৰি প্ৰসঙ্গ কৰিলা।
ভকত সবক মিলাই আনন্দে বসিলা।।
ৰমানন্দ ঠাকুৰ তথাক আসিলন্ত।
দেখিয়া শঙ্কৰে তাঙ্ক বাক্য বুলিলন্ত।।
চলো নিজথানে বাপু কৰায়ে মঙ্গল।
শুনি ৰমানন্দ ভৈল মনত বিকল।।
প্ৰনামি বোলয় বিত্ত নপালোঁ নিশ্চয়।
শঙ্কৰে বোলন্ত তযু মাতৃতে আছয়।।
ঠাকুৰে বোলয় পিতৃ তাক নকহিলোঁ।
পৰলোক ষিত মই একো নলভিলোঁ।।
শুনিয়া শঙ্কৰে তাঙ্ক আলঙ্গি ধৰিলা।
বোলন্ত আজিসে পুত্ৰ সম্বন্ধ ঘটিলা।।
এতকাল কাহাত আছিলা বাপু তুমি।
আজিৰ সময়ে কিবা বস্তু দিবো আমি।।
সকল সৰ্ব্বস্ব আছে মাধবৰ ঠাই।
পৰামৰ্শ বস্তু যত তাস্তে লৈবা যাই।।
পিতৃৰ সৰ্ব্বস্ব বুলি দন্দ নকৰিবা।
আপুনি উদাৰ চিত্তে সকলোকে দিবা।।
দামোদৰ গোঁসাইক ভেদ নকৰিবা।
মোক হেন মানি তাস্তে প্ৰীতি নছাৰিবা
আনো নানা সম্বোধন কৰিয়া পুত্ৰক।
কৃপিলন্ত তুলসী অষ্টাধিক যে শতক।।

গীতা ভাগৱত আনি আগত থাপিলা।
ভকতে চৌপাশে নাম গাইবাক লাগিলা।।
তুলসী গঙ্গাৰ মাটি শৰিৰে ঘষিলা।
পাদ্যোদক ভুঞ্জি গঙ্গোদকক ভুঞ্জিলা।।
ৰামৰাম গুৰু শালগ্ৰাম দৰশাই।
শালগ্ৰাম জল দিয়া ৰসিলা দুনাই।
আনো যত মংগল সকলে কৰিলন্ত।
মালাধৰি শঙ্কৰে আসনে বসিলন্ত।।
উত্তৰক মুখে কৃষ্ণৰূপক ধিয়াই।
ছাড়িলন্ত দেহা ৰাম কৃষ্ণ গুণগাই।।
ভকতে চৌপাশে হৰিধ্বনি কৰিলন্ত।
ৰত্নময় বিমানে শঙ্কৰ চলিলন্ত।।
দিব্য চতুৰ্ভূজ ৰুপে কৰন্ত প্ৰকাশ।
নানাবিধ বাদ্যচয় বজাবে চৌপাশ।।
সিদ্ধমনিগণে দিব্য পুষ্প বৰষিলা।
বিধ্যাধৰ অপেশ্বৰা যোগানে লৰিলা।।
পৰিষদ গণে বিমানত লৈয়া গৈল।
দিব্যৰূপ ধৰি তেঁহে বৈকুণ্ঠক গৈল।।
ৰমানন্দ ঠাকুৰেও অনেক কান্দিলা।
ৰামৰাম গুৰু বুজাই সান্ত্বনা কৰিলা।।
অগুৰু চন্দন কাষ্ঠে চিতাক নিৰ্ম্মিলা।
চৌদোলত নিয়া তাতে দেহাক তুলিলা।।
বিধিমতে ৰামানন্দে আগনি দিলন্ত।
ঘৃত ঢালি দহি তৈতে কৰ্ম্ম কৰিলন্ত।।
পিণ্ড জলাঞ্জি দিয়া নৌকাত চৰিলা।
ৰামৰাম গুৰু সমে তেখেনে লৰিলা।।
জৈনিয়াত নাৰায়ন টাকুৰক পাই।
লৈলা তাঙ্ক লগে যত বৃত্তান্ত জনাই।।
তথাহন্তে আসী হোড়াভিঠা পাইলা।
উঠিয়া মাদব আগে সকলো জনালি।।

শঙ্কর বৈকুণ্ঠে গৈলা শুনি তান মুখে।
ঠাকুরর আগে গৈলা মহা মনদুখে।।
রমানন্দে পাছে পাটবাউসীক যে পাইলা।
গৈলা নিজস্থানে দামোদৰত জনাইলা।।
শুনি দামোদরেতান লগতে গৈলন্ত।
ভাতৃত মাতৃত গৈয়া ঠাকুরে কৈলন্ত।।
স্বামী মরণ শুনি বসন খসাই।
বিলাপ করিল শোকে গুণক বৰ্ণাই।
ভকত সকলে শুনি কান্দিলে শোকত।
হাঁহকার মাত্র শুনি সমস্তে লোকত।।
দামোদরে নারায়নে মাদৱে কান্দিলা।
সমস্ত জগতে মহা সন্তাপ মিলিলা।।
পাছে দামোদৰ দেৱে সহিতে।
রমানন্দে প্রেতকাৰ্য্য করিলা তুহিতে।।
শান্তি দানোৎসৰ্গ সপিণ্ডনক কৰিলা।
দান দক্ষিনারে সব দ্বিজ সন্তোষিলা।।
জ্ঞাতি ভক্ত মেধি আনো লোক নিরন্তর।
ভুঞ্জাই বণ্টা দিয়া মন তুষিল সবাৰ।।
হাৰির কীৰ্ত্তন নবদিন নবরাত্রি।
করিল ভকত সবে প্রোকুল আতি।।
এহিমতে শঙ্করর কৰ্ম্ম করিলন্ত।
যাক যেন আদৰিয়া বিদায় দিলন্ত।।
যদ্য প নাহিকে কৰ্ম্ম ভক্ত ঈশ্বরর।
লঙ্ঘন নকরে বাক্য তথাপি বেগর।।
রামানন্দে ঠাকুর ঠানত রহিলন্ত।
শঙ্কৰৰ বৎসরিক আসি মিলিলন্ত।।
পোরাভিঠা স্থান রঙ্গিয়ালক বন্ধাই।
নিলন্ত মাধৱে রামানন্দক মতাই।।
রামানন্দ আগে হেন মাধৱ বদতি।
ঐতে শঙ্করর কৰ্ম্ম করিও সম্প্রতি।

ঠাকুৰে বোলন্ত কৰ্ম্ম কৰিবো ঐহিতি।
দমোৰ গোঁসাইত লৈয়া অনুমতি।।
মাধবে ভকত পঠাই নিমন্ত্ৰন দিয়া।
কৰ্ম্ম কৰিবাক ঐক ঠাকুৰ আসিলা।।
ৰঙ্গিয়াল ঘৰ এক আছোহো বান্ধিয়া।
আসন্তোক দামোদৰ ইহাক লাগিয়া।।
দামোদৰে বোলে ভক্ত শুনা মোৰ বাক।
ৰঙ্গিয়াল ঘৰ চাবি নযাইবো তথাক।।
পিতৃ কৰ্ম্ম কৰিবাক লাগে নিজ ঠাই।
ৰামনন্দ গৈল তৈক কিবা অভিপ্ৰায়।।
নিজ স্থানে কৰ্ম্ম আবে কৰোক আসিয়া।
কৰোঁ মহোৎসব থানে সবেয়া মিলিয়া।।
তৈতে যদি তান দুই কৰ্ম্মক কৰয়।
থানে মহোৎসব তেবে কৰো আমিচয়।।
এহি কথা ভক্তে যেবে তথা কহিলন্ত।
শুনি ৰামৰাম গুৰু বাল বুলিলন্ত।।
শুনিয়া মাধবে মাতিলন্ত ক্ৰোধ চাই
লগুণধাৰিত কিছু বিশ্বাস নপাই।।

ক্ৰমশঃ

# শ্ৰীশ্ৰী ঁ হৰগৌৰী যুগল মূৰ্ত্তি স্তোত্ৰম্।

(১)

সুৰক্ত স্ৰক্ চন্দন ভূষিতায়ৈ,
চক্ষুঃ শ্ৰবো ভস্মবিভূষিতায়।
ক্ষোমাম্বৰায়ৈ চ দিগম্বৰায়,
নমো ভবান্যৈ চ নমো ভবায়।।

(২)

মদন্মৃগেন্দ্ৰাংশ মধিষ্ঠিতায়ৈ,
বৃষেন্দ্ৰ পৃষ্ঠাৰ্পিত সৎপদায়।
সিধু প্ৰিয়ালৈ শৰধক্ প্ৰিয়ায়,
নমো ভবান্যৈ চ নমো ভবায়।।

(৩)

বন্ধুক ৰাগোজ্জ্বল বিদ্ৰহায়ৈ,
শৰন্মৃগাঙ্কোজ্জ্বল বিগ্ৰহায়।
লোলেক্ষণায়ৈ প্ৰযতে ক্ষণায়,
নমো ভবান্যৈ চ নমো ভবায়।।

(৪)

দৃগুৎপলালঙ্কৃত ভালিকায়ৈ,
ভুজঙ্গ সম্বন্দ কৰ্পৰ্দ্দকায়।
কৰীটবত্যৈ শশিশেখৰায়,
নমো ভবান্যৈ নমো ভবায়।।

(৫)

পীনোচ্চ বক্ষোৰুহ যুগ্মিকায়ৈ,
গভীৰ বক্ষোধৃত তাৰকায়।
মদোদ্ধতায়ৈ প্ৰযতাত্মকায়,

নমো ভবান্যৈ চ নমো ভবায়।।

(৬)

বিম্বাধৰোষ্ঠ দ্যুতি মণ্ডিতায়ৈ,

সিদ্ধিচ্ছদামোদ সমুৎসুকায়।

স্মেৰানানায়ৈ চ শিবপ্ৰাদায়,

নমো ভবান্যৈ চ নমোভবায়।।

(৭)

ব্ৰাহ্মাদিভিঃ শক্তিভিৰন্বিতায়।

বেতাল ভূত প্ৰমথান্বিতায়।

স্মৰাতুৰায়ৈ চ জিতস্মৰায়,

নমো ভবান্যৈ চ নমো ভবায়।।

(৮)

শ্ৰীকণ্ঠ সব্যাশ্ৰিত কামদায়ৈ,

দাক্ষায়ণী দক্ষমধিশ্ৰিতায়।

নিৰ্ব্বাণদায়ৈ সুমতি প্ৰদায়,

নমোভবান্যৈ চ নমো ভবায়।।

ইতি—শ্ৰীশম্ভুনাথ শৰ্ম্মা স্মৃতিতীৰ্থ
বিৰচিতং হৰগৌৰ্য্যষ্টক স্তোত্ৰম্।

## শ্ৰীশ্ৰীদেবদামোদৰ মহোৎসব।

নমো দামোদৰায় ঃ—

নমো দেব যাদব মাধৱ জনাৰ্দ্দন।
নমো দেব দামোদৰ যুগল চৰণ।।
ক্ৰমগত দেখা আজি বৎসৰৰ শেষ।
পুলকিত হৰ্ষে নববৰ্ষ সমাবেশ।।
সমাগত মাস যে বৈশাখ নাম ধৰি।
বাল বৃদ্ধে সবে খেলে ৰঙ্গকৰি।।
নবপত্ৰ ফুলে তৰুলতা গণ।
শোভে ধীৰে বহিছে মলয়া সমীৰণ।।

পঞ্চম সুস্বৰে পিকগণ গান গাই।
বোলে ভাই ৰসিক বসন্ত সাৰি যায়।।
গলে আৰু নোপোৱা বেগতে জনাই ঘুৰি।
কৰা সবে ৰঙ্গ খেলা আন চিন্তা এৰি।।
আহিছে অমিয়বৰ্ষা উৎসবৰ চিন।
বৈশাখিয় শুক্লাপ্ৰতিপদ তিথি দিন।।
যিদিনা সকলো হব সুখ সমাসীন।
যিদিনা থাকিব ৰাজ্য ৰাজ কাৰ্য্যহীন।।
সেই দিনা কৰা সবে শুভ কৃত্যোৎসব।
দেব দামোদৰ তিৰোভাব মবোৎসব।।
সেই দিনা কৰা যথাযোগ্য শক্ত্যাচাৰ।
সেই দেৱ প্ৰতি নতি ভকতি প্ৰচাৰ।।
কৰা স্তুতি হৰিগুণ গান সঙ্কীৰ্ত্তনে।
সাৰ্থকতা লভেযেন অনিত্য জীবনে।।
কৰিছো মিনতি দামোদৰৰ সেবিগণ।
সংক্ষেপ প্ৰাৰ্থনা মম ৰাখিব স্মৰণ।।
জগতৰে গুৰু দেবদামোদৰ নাম।
নিৰন্তৰে ডাকি সবে বোলা ৰাম ৰাম।

শ্ৰীকনক কুমুদ দেব ভাগৱতী।
শ্ৰীশ্ৰী ঁদেবসত্ৰ কলীয়াবৰ

## কৰ্ম্ম ক্ষেত্ৰত ভগবান শ্ৰীকৃষ্ণদেব।

(১০ম সংখ্যাৰ ৩৭০ পিঠিৰ পাছৰ পৰা।)

সাংসাৰিক লোক মাত্ৰৰেই বেদবিহিত—

মাৰ্গেই সত্যপথ। বেদবিহিত কাৰ্য্যৰ বাৰাই স্বকীয় আৰু সামাজিক উন্নতি সাধন কৰিব পাৰে। কিন্তু নিস্কাম ধৰ্ম্ম, যি ভাবে আম আজি কালি সৰ্ব্ব সাধাৰণে বুজো সি কেবল বান বা সন্ন্যাসীৰ হে ধৰ্ম্ম। গৃহস্তীৰ নহয়। এই ধৰ্ম্ম জীৱনৰ তৃতীয় স্থাতহে আচৰিবলৈ শাস্ত্ৰীয় বিধান ই প্ৰকৃতি সঙ্গ কাৰ্য্য। সেই শ্ৰীকৃষ্ণ ভগৱানে গীতাত কৈছে—

নহি কস্মনা মনাৰম্ভান্নে স্কৰ্ম্যৎ পুৰুষোহশ্নুতে।
নচ সনৎসনাদেব সিদ্ধিং সমধিগচ্ছতি।।

কাম নকৰাকৈ মানুহে আত্মজ্ঞান বা নিস্কাম ব্ৰহ্মজ্ঞান লভিব নোৱাৰে। সন্নাসী ধৰ্ম্ম অৱলম্বন কৰিও এনে সিদ্ধিলাভ কৰিব নোৱাৰে। অৰ্থাৎ প্ৰকৃত তত্ত্ব জ্ঞান লভিবলৈ হলে কৰ্ম্ম কৰিবই লাগিব। এনে তৃতীয়াশ্ৰমৰ ধৰ্ম্ম গাৰ্হিস্থ্যাশ্ৰমত থাকি আচৰণ কৰিলে মানুহে এলাহক প্ৰশ্ৰয় দিয়া হয় মাথোন। আৰু সমা ও শৌৰ্য্যবীৰ্য্যহীন পুৰুষৰ দ্বাৰাই ভিখাৰী জাতিত পৰিণত হয়। ই কেৱল বেদবিহিত কাৰ্য্যৰ প্ৰতি অনাস্থাৰ ফল। ই আত্মভিমানী বকো পৰম ধাৰ্ম্মিকৰ কাৰ্য্য। এনেস্থলত আমি আজি কাৰ বাক্য পালন কৰিম। আমাৰ উন্নতিৰ অৰ্থে কাক আমাৰ আদৰ্শ পুৰুষ স্বীকাৰ কৰি তদনুদৰ্শিত পন্থা অবলম্বন কৰি ঈশ্বৰত আস্থা ৰাখি কৰ্ম্মী হব পাৰিম।

আমাৰ আগত আজি সমাজৰ অস্তিৰৰ অৰ্থে ভগবান শ্ৰীকৃষ্ণদেৱেই আমাৰ শ্ৰীকৃষ্ণদেৱেই আমাৰ আদৰ্শ। তেওঁৰ কাৰ্য্য তেওঁৰ উপদেশ সমাজ স্থিতিৰ অৰ্থে। সেই অৰ্থেই তেওঁ কৈছে বিদ্বানে কৰ্ম্মাসক্ত অবিদ্যানৰ বুদ্ধিভেদ নজন্মাব। বৰং তেওঁ নিজে ঈশ্বৰ নিহিত কৰ্ম্মানুষ্ঠানৰ দ্বাৰাই সকলোকে নিজৰ কামত ৰাখিব অৰ্থাৎ স্বস্ব কৰ্ম্মৰ উন্নতি কৰিবলৈ দেখুৱাব। যথা—

নবুদ্ধি ভেদং জনবেদ জ্ঞানাং কৰ্ম্ম সঙ্গিনাং।
যোজয়েৎ সৰ্ব্ব কৰ্ম্মানি বিদ্বান্ যুক্ত সমাচৰণ্।।

বিদ্বানে নিজে Standard ত সকলোকে নুজুখিব। প্ৰত্যেক প্ৰকৃতিগত উাবলৈ কান কৰি তদনুযায়ী কামহে তাক বিহিব। আজি কালি শিক্ষা বিষয়েও এই প্ৰকৃতিগত স্বভাবলৈ আওকান কাৰাৰ পৰা আমাৰ শিক্ষা সুফল দায়ক হোৱা নাই। সেই কাৰণে ভগবানে শ্ৰীকৃষ্ণদেৱে নিজে ধৰ্ম্ম সংস্থাপনৰ অৰ্থে যেনে কৰ্ম্মাচৰণ কৰি গৈছে আৰু যেনে উপদশে দি গৈছে, সেই কাৰ্য্য, সেই উপদেশ ামাৰ শিৰোধাৰ্য্য।

তেঁ মতে বৈদিক দেবৰ্ষি পিতৃ তিথি ক্ৰিয়াই দৰ্ম্ম। দেবতাৰ উদ্দেশে ঋষিৰ উদ্দেশে পিতৃৰ উদ্দেশে আৰু সংসাৰৰ সকলো প্ৰাণীৰ অৰ্থে বেদবিহিত কাৰ্য্যই আমাৰ ধৰ্ম্ম। এতিয়া আমালোকে এই বেদবিহিত কৰ্ম্মানুষ্ঠাণলৈ আওকান কৰিলে আমাৰ ধৰ্ম্মৰক্ষা আৰু জাতিৰক্ষা হবনে? ধৰ্ম্মৰক্ষা ঈশ্বৰৰ অভিপ্ৰেত নহয়নে? ধৰ্ম্মৰক্ষাই ঈশ্বৰৰ ইচ্ছা। সেই কাৰণে শ্ৰীকৃষ্ণ ভগবানে অৰ্জ্জুনক উপদেশ ছলেৰে কৈছে যে—

যদী যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভবতি ভাৰত।
অভ্যুত্থান মধৰ্ম্মস্য তদাত্মানং সৃজাম্যহং।।

পৰিত্ৰাণায় সাধুনং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম্ম সংস্থাপৰ্ণাপায় সম্ভবামি যুগে যুগে।।

যেতিয়াই ধৰ্ম্মৰ গ্লানি হয়, অধৰ্ম্মৰ উত্থান হয়, তেতিয়াই তেওঁৰ অভিৰ্ভাৱ। তেওঁ অবিৰ্ভাব মানুহক কৰ্ম্মযোগ শিকাবৰ নিমিত্তেই। কৰ্ম্মীপুৰুষ। কৰ্ম্মীপুৰুষ হৈ সংসাৰত স্বকৰ্ম্ম পালন ব্ৰতী হলেই মানুহ মোক্ষ পৰ্য্যন্ত লাভ কৰিব পাৰে। এইয়ে তেওঁৰ উপদেশ। স্বভাবানুযায়ী সংসাৰী লোকে ফলাকাঙ্খী হৈ উন্নতিকামী হলে দেৱতা বিলাকক যজ্ঞাদি কাৰ্য্যৰ দ্বাৰাই সন্তুষ্ট কৰি তেওঁবিলাকৰ পৰা ইষ্ট লাভ কৰিব পাৰে। যথা

কাঙক্ষন্তঃ কৰ্ম্মনাং সিদ্ধিং যজন্ত ইহ দেবতা।
ক্ষিপ্ৰংহি মানুষে লোকে সিদ্ধি ভৰ্বতি কৰ্ম্মজা।।
ইষ্টান্ ভোগান্ হি বো দেবাঃ
দাস্যন্তে যজ্ঞভাবিতাঃ
তৈৰ্দত্তান প্ৰদায়েভ্যঃ
যো ভুঙ্ক্তে স্তেন এবসঃ।।

উপৰোক্ত দুটি শ্লোকৰ তাৎপৰ্য্য এই যে মানুহে শীঘ্ৰ কাৰ্য্য সিদ্ধি লভিবৰ হলে দেবতা সকলক যঞ্জেৰে সন্তুষ্ট কৰিব লাগে। শেষোক্ত শ্ৰেলাকৰ দ্বাৰাই শ্ৰীকৃষ্ণ ভগবানে ইয়াকে কৈছে যে সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই সৃষ্টি কৰিয়েই মনুষ্য জাতিক ইয়াক কৈছে যে তোমালোকে দেবতা সকলক যজ্ঞেৰে তোষিবা। তেনেহলে তোমালোকে দেবতাে সকলৰ পৰা ইষ্ট ফল লাভ কৰিবা। যদি তোমালোকে দেবদত্ত ফল ভুঞ্জি দেবতাত নলগাই উপভোগ কৰা তেনেহলে তোমালোক চোৰ মাথোন। এই সৃষ্টি কৰ্ত্তাৰ বিধানেই বেদ আৰু তাৰ পালনেই ধৰ্ম্ম। আৰু ইয়াৰ ব্যতিক্ৰমেই অধৰ্ম্ম। এই ধৰ্ম্ম পালনৰ নিমিত্তেই পালন কৰ্ত্তা ভগবান বিষ্ণুৰ দশাবতাৰ। তেওওঁ কৈছে মোৰ অৱতাৰ লোক পালনৰ অৰ্থে আৰু ধৰ্ম্ম সংস্থাপনৰ অৰ্থে। তাকে তেওঁ কৰ্ম্ম যোগ আশ্ৰয় কৰি দেখুৱাইছে। সেই কাৰণেই তেওঁ কৈছে যে—

এবং প্ৰবুৰ্ত্তিতং চক্ৰং নানুবৰ্ত্তৰতীহযঃ।
অঘাযুৰিন্দ্ৰিয়াৰামো মোঘং পাৰ্থ স জাবতি।।

এই ব্ৰহ্ম প্ৰবৰ্ত্তিত কৰ্ম্মচক্ৰ যি অনুষ্ঠাণ নকৰে তাৰ জীৱন পাপৰূপ আয়ু মাথোন। ইন্দ্ৰিয় তৃপ্তিই যাৰ উদ্দেশ্য তাৰ জীৱন মিছা। প্ৰকৃতিগত জাতিধৰ্ম্ম আৰু কুলধৰ্ম্ম ৰক্ষাই মানুহৰ কৰ্ত্তব্য। এই কাৰণে ভগবান শ্ৰীকৃষ্ণ কৈছে ত্ৰিলোকৰ ভিতৰত মোৰ কৰ্ত্তব্য এৰোৱেই নাই। তথাপি মই (কৰ্ম্মনি বৰ্ত্তএবচ) কৰ্ম্মতে আছোঁ

অৰ্থাৎ কৰ্ম্ম কৰো। কাৰণ

যিহ্যহং নবৰ্ত্তেয়ং জাতু কৰ্ম্মন্যতন্দ্ৰিতম্।
মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্ব্বশঃ।।
উৎসীদেযুৰিমে লোকাঃ ন কুৰ্য্যাং কৰ্ম্ম চেদহং।
সঙ্কৰস্য কৰ্ত্তাস্যামু পহন্যামিমাঃ প্ৰজাঃ।।

ভগবানে কৈছে ত্ৰৈলোক্যৰ ভিতৰত মোৰ অপ্ৰাপ্য বস্তু একোৱেই নাই, তথাপি লোকস্থিতিৰ অৰ্থে মই অনলস হৈ কৰ্ম্মানুষ্ঠান কৰো। কৰ্ম্মৰ উদ্দেশ্য স্থিতি, লোক উৎসন্নৰ অৰ্থে নহয়। যদি মই জাতিগত ধৰ্ম্ম আৰু কুলধৰ্ম্ম ৰক্ষা নকৰো তেনেহলে মানুহে মোকে অনুকৰণ কৰি বিভিন্ন কৰ্ম্মৰ অনুষ্ঠাণৰ দ্বাৰা বৰ্ণশঙ্কৰ জাতিৰ উৎপন্ন কৰিব? কবলৈ গলে চতুবৰ্ণৰ স্থাপন কৰ্ত্তা হৈ তদ্বিঘাতক বৰ্ণশঙ্কৰৰ কৰ্ত্তা হম। কাৰণ চাৰ্ত্তবৰ্ণ্যং ময়া সৃষ্ট গুণকৰ্ম্ম বিভাগশঃ"। মই গুণ আৰু কৰ্ম্মানুসৰি চাৰিবৰ্ণৰ সৃষ্টি কৰিছো। অতএব মই যদি জাতিগত কৰ্ম্মানুষ্ঠাণ নকৰি কৰ্ম্মত্যাগ কৰো তেনেহলে।

উৎসীদেযুৰিমে লোকাঃ নকুৰ্য্যাং কৰ্ম্ম চেদহম্।
সঙ্কৰস্য কৰ্ত্তা স্যামুপহন্যামিমাঃ প্ৰজাঃ।।

প্ৰজাবৰ্গ উৎসন্ন যাব আৰু ময়েই বৰ্ণাশ্ৰমধৰ্ম্মৰ স্থাপনকৰ্ত্তা হৈ বৰ্ণ শঙ্কৰৰ কৰ্ত্তা হম। মানুহৰ গুণ আৰু কৰ্ম্মানুসৰীয়েই জাতিধৰ্ম্ম আৰু উপৰি পুৰুষৰ আচৰিত কৰ্ম্মই আচৰিত কৰ্ম্মই কুলধৰ্ম্ম। এই জাতিগত আৰু কৌলিক ধৰ্ম্ম ৰক্ষা কৰা সকলোৰে কৰ্ত্তব্য। মানুহৰ ধৰ্ম্ম কৰ্ম্মানুষ্ঠানাদিও প্ৰকৃতিৰ অনুযায়ী হব লাগে। সেই কাৰণে ভগবান শ্ৰীকৃষ্ণই কৈছে—

সদৃশং চেষ্টতে স্বস্যাঃ প্ৰকৃতেজ্ঞানবানপি
প্ৰকৃতিং যান্তি ভূতানি নিগ্ৰহঃ কিং কৰিষ্যতি।।

জ্ঞানবান লোকে স্বস্ব স্বভাবানুযায়ী কাম কৰে। সকলো প্ৰাণীয়েই প্ৰকৃতিৰ বশীভূত। সেই কাৰণে তেওঁ কৈছে

শ্ৰেয়ান্ স্বধৰ্ম্ম বিগুণঃ পৰধৰ্ম্ময়ৎ স্বনুষ্ঠিতাৎ।
স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্ম ভয়াবহঃ।।

অতএব দেখা যায় যে প্ৰকৃতিগত ধৰ্ম্মই গৃহীৰ ধৰ্ম্ম। স্বধৰ্ম্মবিগুণ হলেও তাৰ অনুষ্ঠাণেই শ্ৰেয়ঃ। পদৰ ধৰ্ম্ম সম্যকৰূপে অনুষ্ঠাণ হলেও ভয়াবহ। সেই কাৰণে স্বধৰ্ম্মে নিধনং বুলি ধাৰ্য্য কৰিছে। কালকেতু ব্যাধেও কৌলিকব্যাধে ধৰ্ম্ম আশ্ৰয় কৰি চণ্ডীৰ বৰপ্ৰসাদ লভি ৰাজ্যলাভ কৰিছিল। আৰু অন্তত মুক্তিও লভিলে। মানুহৰ প্ৰকৃতিগত স্বভাবলৈ কাণ কৰি ধৰ্ম্ম কৰ্ম্মাদি আচৰণ বিধেয়। তাৰ ব্যতিক্ৰম হলে

কাৰ্য্য সিদ্ধি নহয়। কাৰণ ভগবানেও নিজৰ প্ৰকৃতিক আশ্ৰয় কৰি জন্ম গ্ৰহণ কৰে। যথা প্ৰকৃতিং স্বামধিষ্ঠায় সম্ভবাম্যাত্মমায়য়া"। অতএব আনৰ কথা আৰু কি? সেই কাৰণে ভগবান শ্ৰীকৃষ্ণই কৈছে "হে পাৰ্থ দোষযুক্ত হলেও স্বভাবজাত ধৰ্ম্ম পৰিত্যাগ কৰিব নেলাগে। সকলো কাৰ্য্যই ধোঁয়াঁৰে আবৃত জুইৰ দৰে দোষেৰে আবৃত। সেই কাৰণে দোষী বুলি ত্যাগ আকৰণীয়।

সহজং কৰ্ম্ম কৌন্তেয় সদোষমপি ন ত্যজেৎ।
সৰ্ব্বৰম্ভাহি দোষেণ ধুমেনাগ্নিৰিবাবৃতা।।

অতএব ব্ৰাহ্মণাদি চাৰি জাতিয়ে স্বভাব জাত কাম কৰিলে কোনো পাপ নহয়; বৰং তৎকৰ্ম্মৰ দ্বাৰাই ঈশ্বৰো—পাসনা কৰি সিদ্ধিলাভ কৰিব পাৰে। এই সংসাৰ প্ৰবৃত্তি মাৰ্গৰ। যাৰ পৰা বিশ্ব সৃষ্টিৰ প্ৰাণীবৰ্গৰ পৃথক চেষ্টা উৎপন্ন হৈছে আৰু যি জনে এই সকলো ব্যাপি আছে এনেকুৱা যি তেওঁক লোকে নিজ নিজ চেষ্টাৰ দ্বাৰাই অৰ্চ্চনাই কৰা হয় আৰু তাৰেই লিদ্ধি লাভও হয়। যথা

যতঃ প্ৰবৃত্তিফূতিাণাং যেন সৰ্ব্বমিদং ততং।
স্বকৰ্ম্মনা তমভ্যৰ্চ্চা বিন্দতি মানবঃ।।

অতএব দেখাযায় যে বেদে কৰ্ম্ম কাণ্ডৰ মাজেদি জ্ঞানাৰ্জ্জনাৰ বাট দেখুৱাইছে। শাস্ত্ৰাদি পাঠৰ লব্ধ জ্ঞানতকৈ শাস্ত্ৰবিহিত কামৰ সম্পাদনৰ দ্বাৰা লব্ধ জ্ঞানৰ মূল্য বেচি। সেই কাৰ্য্যকাৰী জ্ঞান (practical knowledge) সকলো কালতে শ্ৰেষ্ঠ। এই কাৰণে মানুহৰ উন্নতিৰ অৰ্থে এই (practical knowledge) যাতে সকলোৰে হয় তাৰ নিমিত্তে শ্ৰীকৃষ্ণ ভগবানে কৰ্ম্ম কৰি জ্ঞান আৰ্জ্জি মুক্তি লভিবৰ কথা কৈ গৈছে। সংকাৰত প্ৰবৃত্তি মাৰ্গস্থ উন্নতিকামী পুৰুষেই এই কৰ্ম্মকাণ্ডক আশ্ৰয় কৰি জ্ঞান আৰ্জ্জিব। কাৰণ

"সৰ্ব্বং কৰ্ম্মাখিলং পাৰ্থ জ্ঞানে পৰি সমাপ্যতে।" এনেকুৱা জ্ঞানেহে সংসাৰৰ কৰ্ম্মবন্ধন ছেদ কৰি মোক্ষকাঙ্ক্ষীক মোক্ষ দিব পাৰে।

জ্ঞানাগ্নি সৰ্ব্ব কৰ্ম্মানি ভষ্মসাৎ কুরতে তথা।

এনে জ্ঞানৰ তুল্য্য আৰু পবিত্ৰ নাই আৰু এনেকুৱা জ্ঞান উপলব্ধি কৰিবৰ হলে কৰ্ম্মমাৰ্গৰ মাজেদি যাব লাগিব। যথা

নহি জ্ঞানেন সদৃশং পৰিত্ৰমিহ বিদ্যতে।
তৎস্বয়ং যোগসংসিদ্ধঃ কালেনাত্মনি বিন্দতি।।

জ্ঞানৰ সমান পবিত্ৰবস্তু আৰু জগতত নাই। এনে জ্ঞান অৰ্জ্জাই সকলো শিক্ষাৰ মূল। কিন্তু প্ৰকৃত জ্ঞান সেইহে যি কৰ্ম্মোৎপন্ন। সেই কাৰণে বৈদিক কৰ্ম্মকাণ্ড। এনে

কৰ্ম্মকাণ্ডৰ মাজেদিহে সকলো জ্ঞানৰ বিধান ব্ৰহ্ম দৰ্শন। সেই কাৰণে শ্ৰীকৃষ্ণ ভগবানে কৈছে

কৰ্ম্ম ব্ৰহ্মোদ্ভবং বিদ্ধি ব্ৰহ্মাক্ষৰসমুদ্ভবং।
তস্মাৎ সৰ্ব্ব গতং ব্ৰহ্ম নিত্যং যজ্ঞে প্ৰতিষ্ঠিতং।

শ্ৰীকৃষ্ণ ভগবানে সকলো কাৰ্য্যতে বেদৰ প্ৰধান্য দেখুৱাই চলিবলৈ কৈছে; আৰু নিজেও তদনুৰূপ বেদবিহিত কাৰ্য্যানুষ্ঠানৰ দ্বাৰাই নিজৰ অপ্ৰাপ্য বস্তু ত্ৰৈলোক্যৰ ভিতৰত নেথাকিলেও লোকসংস্থিতিৰ অৰ্থে অতন্দ্ৰিত হৈ কৰ্ম্ম পথ দেখুৱাই গৈছে। সেই কাৰণেই তেওঁ কৈছে কৰ্ম্ম ব্ৰহ্ম বা বেদোৎপন্ন। এই ব্ৰহ্ম বা বেদ অক্ষৰ পুৰুষৰ পৰা উদ্ভৱ। সেই কাৰণে সৰ্ব্বব্যাপী। পৰমেশ্বৰ যজ্ঞতে প্ৰতিষ্ঠিত।

এতিয়া পাঠক সকলে দেখক। প্ৰকৃত জ্ঞানৰ দ্বাৰ বেদেই। কৰ্ম্মানুষ্ঠাণ কৰোতে কৰোতে কালতহে যোগ সংসিদ্ধ হৈ আত্মতত্ত্ব বা পৰমাত্ম জ্ঞান লাভ হ্ব। শাস্ত্ৰৰ দুটামান পাত লুটিয়াই তত্ত্বজ্ঞানী পুৰুষ হ্ব নোৱাৰে।

তত্ত্বজ্ঞানী পুৰুষ ৰাজৰ্ষি জনক কৰ্ম্ম কাণ্ডৰ মাজেদিহে কৰ্ম্মীষ্ঠ হৈ আধ্যাত্ম জ্ঞান লভিছিল । যথা

কৰ্ম্মনৈব হি সংসিদ্ধ মাস্থিতা জন কাদয়ঃ ইত্যাদি। এই পবিত্ৰ জ্ঞান লভি বৰ হলে আত্ম শুদ্ধিৰ আৱশ্যক। তাৰ অৰ্থে প্ৰভু ভগবানে কৈছে,

ব্ৰহ্মাণ্যাধায় কৰ্ম্মানি সঙ্গং ত্যক্ত্যা কৰোতিবঃ।
লিপ্যতে নচ পাপেন পদ্মপত্ৰমিবাম্ভসী।।
কায়েন মনসা বুদ্ধ্যা কেবলৈৰিন্দ্ৰিয়ৈৰপি।
যোগিনঃ কুৰ্ম্ম কৰ্ব্বন্তি সঙ্গং ত্যক্তাত্মশুদ্ধয়ে।।

যেতিয়াই যি কৰ্ম্মকৰে, সেই কৰ্ম্ম ঈশ্বৰক ন্যস্ত কৰি অভ্যাসৰ দ্বাৰাই সেই সেই কৰ্ম্মত আশক্তিশূন্য হ্বলৈ শৰীৰযন্ত্ৰটি সাধন কৰিব। আৰু তেনেহলে "অহঙ্কাৰ বিমূঢ়াত্মা কৰ্ত্তাহমিত্তিমন্যতে" এনেকুৱা কৰ্ম্মৰ ওপৰত কৰ্ত্ত্বত্ত্বভিমানোৎ পন্ন কৰ্ম্মৰ পাপফালে পদুমপাতৰ পানীৰ নিচিনাকৈ সংক্ৰমিত কৰিব নোৱাৰে।

ঈশ্বৰন্যস্ত কৰ্ম্মযোগীয়ে জানে যে স্বভাবিক কাৰ্য্যত মানুহৰ হাত নাই। এই কথাজানি তেওঁ শাৰীৰিক্ মানসিক আসক্তিহীন ইন্দ্ৰিয়কাৰ্য্য আৰু বুদ্ধিকাৰ্য্য আত্মশুদ্ধিৰ অৰ্থেহে কৰে। যেনে দৈহিক বায়ুগ্ৰহণ পাক্স্থলিৰ কাৰ্য্য ইত্যাদি মানুহৰ নিদ্ৰিতাবস্থাতো চালি থাকে। মানুহৰ স্বভাবিক কাৰ্য্যত্ মোটৰ ওপৰত হাত নাই। সেইকাৰণে ভগবানে কৈছে

"সদৃশং চেষ্টতে স্বদ্যাঃ প্ৰকৃতেঃ জ্ঞানবানপি।"

জ্ঞানীলোকে নিজ প্ৰকৃতি অনুযায়ী চেষ্টা কৰিব। একমাত্ৰ বেদেই লোক সংস্থিতিৰ কাৰণে সৃষ্টপদাৰ্থৰ অন্যোহন্য সম্বন্ধ ৰাখি কৰ্ম্মকাণ্ডৰ মতে কাৰ্য্য বিধান কৰি জ্ঞান মাৰ্গত প্ৰবেশহৈ মোক্ষৰ উপায় স্থিৰ কৰি দিছে। অতএব ধাৰ্ম্মিক লোকে বেদবিহিতি কৰ্ম্মমাৰ্গ মতে কাৰ্য্য কৰি ঈশ্বৰত কৰ্ম্মফল ন্যস্তকৰি যজ্ঞৰ দ্বাৰাই শান্তিলাভ কৰে। শান্তিলাভেই সমাজৰ মোক্ষ উদ্দেশ্য। আন পক্ষে যি কেৱল ফললাভৰ অৰ্থেহি কামকৰে সি কৰ্ম্মফলত আবদ্ধহয়। অহঙ্কাৰ বিমূঢ়াত্মা কৰ্ত্তাহমিতিমন্যতে এনে ভাবেৰে কাম কৰা পুৰুষেই পাপপূণ্যৰ ভাগীহৈ কৰ্ম্মৰ শকত ডোলেৰে বন্ধ খায়। এইয়ে দাম্ভিক আৰু কৰ্ম্মপৰায়ন ধাৰ্ম্মিক লোকৰ বিভিন্নতা। যথা

যুক্তঃ কৰ্ম্মফলং ত্যক্তা শান্তিমাপ্নোতি নৈষ্ঠিকিম্।
অযুক্তঃ কামকাৰেণ ফলে,ক্তো নিবধাতে।।

সেই কাৰণে মানুহে আত্মাশুদ্ধিৰ অৰ্থে যজ্ঞদান "দানং তপশ্চৈব পাবনানি মনীষিণাং" ইয়াৰ তত্ত্ব সম্যকৰূপে কাৰ্য্যৰ দ্বাৰা অবগত হৈ ঈশ্বৰক যজ্ঞ আৰু তপস্যাৰ প্ৰতিপালক সকলো লোকৰ মহেশ্বৰ আৰু সৰ্ব্বভূতৰ সুহৃদ এই তত্ত্বলভি শান্তিলাভ কৰে। যথা—

ভোক্তাৰং যজ্ঞতপমাং সৰ্ব্বলোক মহেশ্বৰং।
সুহৃদং সৰ্ব্বভুতানাং জ্ঞাত্বা মাং শান্তিমুচ্ছতি।।

অতএব গীতাৰ এই বাক্যৰ দ্বাৰাই বুজা যায় যে ঈশ্বৰ যজ্ঞ তপস্যাৰ প্ৰতিপালক সবৰ্বলোকৰ মহেশ্বৰ। তেওঁ যে কেৱল মানুহৰেই ঈশ্বৰ এনে নহয়; তেওঁ দেবতাদি উৎকৃষ্ট উৎকৃষ্ট জাতিৰো ঈশ্বৰ; তেওঁ সৰ্ব্ব ভূতৰ সুহৃদ্ অৰ্থাৎ যাৰ যি মনৰ অভিপ্ৰায় সেই মতে কাৰ্য্য কৰোতা এই মহৎভাব এই মহৎতত্ত্ব লাভ হলেহে লোকে শান্তি লাভ কৰিব পাৰে। এই অৰ্থেহি বেদৰ দৈনদিন পঞ্চ মহাযজ্ঞ।

যজ্ঞই মানুহক পবিত্ৰকৰে এই মহা বাক্য ফেৰি বিশেষ আলোচনা কৰি দেখা যক।

যজ্ঞকাৰ্য্য সাধ ন কৰিবলৈ হলে মানুহৰ কৰ্ম্মেন্দ্ৰিয়ত আঘাত হয়। যেন আঘাত পৰিল, আঘাত পৰা মাত্ৰে কৰ্ম্ম ক্ষেত্ৰত কৰ্ম্মেন্দ্ৰিয়ৰ কাম আৰম্ভ হল। তাৰ দ্বাৰাই তমোগুণৰ বিমোৰ অৱস্থা দুৰীভূত হল। এলাহ নিহালী এৰি হাতে ভৰিয়ে নোহোৱাৰ কাম হল, বিবেক শূন্যৰ বিবেকোদ্ৰেক হল, মোহাচ্ছন্নৰ অজ্ঞান আন্দাৰ ভাগি গল, নিষ্কৰ্ম্মা পুৰুষৰ বিষাদ অৱস্থা আতঁৰিলে। আৰু কৰিম কৰিম বুলি পেলাই থোৱা কথাটোও গুচিল।

সেই কাৰণে গীতাত কৈছে

অযুক্তঃ প্ৰাকৃতঃ স্তব্ধঃ শঠোনৈষ্কৃতিকোহলসঃ
বিষাদী দীৰ্ঘসূচীচ কৰ্ত্তা তামস মুচ্যতে।।

দেখক কৰ্ম্ম যোগী হলেহে প্ৰকৃত জ্ঞানাৰ্জ্জনয় দ্বাৰা যজ্ঞ সম্পাদনত সমৰ্থ হয়। অতএব দেখা গল যে মানুহৰ তমোগুণ ৰজোগুণৰ দ্বাৰাই দুৰীভূত কৰিব লাগিব। আজি কালি নিজৰ কৰ্ম্ম দোষত তমোগুণাক্ৰান্ত তমোগুণৰ কি প্ৰাধন্য! ইয়াৰ দ্বাৰাই দেশৰ কি দুৰৱস্থা। ইয়াৰ কাৰণেই আজি আমি পশু। জ্ঞান বিজ্ঞান লোপ পালে। ঈৰ্ষা কপটতা, ঠগামি ইত্যাদি যতবোৰ তমোবৃত্তি তাহাতৰ আশ্ৰয়েৰে আজি কুকুৰ শিয়ালৰ দৰে জীবিকা নিৰ্ব্বাহ কৰিছো। আজি বশিষ্ঠ গৌতম বৰদ্বাজ কাত্যায়ন বিশ্বামিত্ৰ জনকাদি মহৰ্ষি ৰাজৰ্ষি সকলৰ সন্তান হৈ ব্ৰহ্মবিদ্যা ক্ষত্ৰবিদ্যা পাহৰি নীচবৃত্তিৰে জীবিকা আৰ্জ্জছো। ব্ৰাহ্মণৰ ব্ৰহ্মত্বই বা ক'ত ক্ষত্ৰিয়ৰ শৌৰ্য্যবীৰ্য্য পৰাক্ৰমই বা ক'ত? আজি ব্ৰাহ্মণ সন্তান হৈ ব্ৰহ্মবিদ্যা ত্যাগকৰি নীচবৃত্তিৰে জীবিকা আৰ্জ্জিছো। মহান্ নিস্বাৰ্থী উচ্ছবৃত্তিধাৰী ব্ৰাহ্মণ আজি ক'ত? এনেকুৱা সমাজৰ শীৰ্ষ স্থানীয় জাতিৰ অভাবতে আজি দেশৰ ইহেন বিলাই। আজি তাৰ বীপৰিত হৈ সমাজৰ শীৰ্ষ স্থানত থাকিবলৈ তুমি কেনেকৈ পাবা। তুমি আজি ব্ৰহ্মত্ব হেৰুৱাই পতিত হৈছে। ইও শাস্ত্ৰয়ে কথা। অতএব তুমি যদি শীৰ্ষস্থান ইচ্ছা কৰা, আত্মস্বাৰ্থী নহৈ বশিষ্ঠ গৌতমাদি প্ৰদৰ্শিত পন্থা অবলম্বন কৰি সকলোৰ পৰা দেবোপম ভক্তি পাবলৈ চেষ্টা কৰা। শ্ৰদ্ধা ভক্তি মানুহৰ গুণতহে। নিৰ্গন্ধা ইব কিংশুকা হৈ লোকৰপৰা মান সৎকাৰেই বা কৰ পৰা আৰু দেশৰে বা নিঃস্বাৰ্থ ভাবে কি উন্নতি সাধিবা।

ক্ষত্ৰিয় হৈ বিলাস ব্যসনত গা ঢালি দি ক্ষত্ৰ নামত কলঙ্ক ঢালিছে। আজি লোকৰ দুখ দেখি গা নোপোৰে বৰং সুখহে বোধ হয়। আজি সমাজৰ শীৰ্ষ স্থানীয় ব্ৰাহ্মণ ক্ষত্ৰিয়ৰ এনে দশা। নিজৰ অতিচীৰী দোষত তমোগুণাক্ৰান্ত হৈ নিজৰে সৈতে সমাজক পতিত জাতি ৰূপে পৰিণত কৰিলে। আজিও বৈশ্যৰ বৈশ্যবৃত্তি দেশীয় মানুহৰ হাতত কেইজনৰ? আজি শূদ্ৰৰ শূদ্ৰবৃত্তিয়েই বা কত? অৰ্থাৎ সেৱা ধৰ্ম্মই বা কত? দেশত "হা অন্ন! হা অন্ন" হাঁহাকাৰ ধ্বনি। আজি দেশ দৈন্য দাৰিদ্ৰ্যেৰে পূৰ্ণ। কিয় পাঠক! চতুস্পাদযুক্তা কামধেনু আমাৰ মাতৃভূমিৰ আজি পাদপীড়া অৰ্থাৎ পাৱৰ বিকাৰ হৈছে। বৰ্ণাশ্ৰম ধৰ্ম্মৰ অভাবেই আজি পাৱৰ বিকাৰ। এই বিকাৰত উঠিব নোৱাৰা হৈ আমাৰ কামধেনুৰ নিচিনা খুজিলে যিহকে লাগে তাকে পোৱা আইমাতৃৰ কায়াটি আহাৰৰ অভাবত ক্ষীণাই শুকাই হাড়ছালতহে পৰিছে। স্বাৰ্থত অন্ধলা মইমতীয়া বান্ধৰ কুপুত্ৰৰ দোষত আইৰ এনে বিলায়। একে

আইর সন্তান হৈ তেওঁর ৰক্ত মাংসৰে বৰ্দ্ধিত হৈ তামসিক জালৰ তমোগুণেৰে আক্ৰান্ত হৈ ঈৰ্ষা কপটতা, জাতিহিংসা ইত্যাদি পশুভাবত থাকি নিজক নিজে ভূলি গৈছো। পাঠক ভাবি চাওক এনেকুৱা পুত্ৰ সন্তানক আইয়ে আশীৰ্ব্বাদ কৰিব নে শাও দিব। আজি আমি মাতৃশাপত। এই মাতৃ শাপৰপৰা উদ্ধাৰৰ এক উপায় বেদবিহিত বৰ্ণাশ্ৰম ধৰ্ম্ম স্থাপন। গুণ নাই তথাপি মই ব্ৰাহ্মণ, মই বৰ মানুহৰ লৰা ইত্যাদি ভেমপুৰীয়া গপ কত ৰজে। গুণহীন হৈ গুণৰ পূজা লবলৈ যোৱা নিৰ্ব্বোধৰ কাম মাথোন। মানুহৰ জাতি বিভাগ, উৎকৃষ্ট আৰু অপকৃষ্ট ইত্যাদিৰ নিৰ্দ্ধাৰণ গুণ আৰু কাম অনুসৰি। ই শাস্ত্ৰৰ মত। এই গুণানুসৰে আৰু কৰ্ম্মানুসাৰে বেদত চাৰি জাতিৰহে কথা কৈছে। এতিয়াৰ দৰে সহস্ৰ জাতিৰ উল্লেখ নাই আৰু এনে সহস্ৰ জাতি বিভাগ কেতিয়াও শুভজনক নহয় আৰু হৈ বেদৰ বহিৰ্ভূত কাৰ্য্য।

বেদৰ মতে হিন্দুৰ জাতীয় মণ্ডব চাৰিটি স্তম্ভৰ ওপৰতহে স্থাপিত। কিন্তু এতিয়া সেই জাতীয় স্তম্ভ ভগা ঘৰত ঢোকা দিয়াৰ নিচিনাকৈ সহস্ৰ ধৰণীৰে ভৰা। ই শুভ লক্ষণ নহয়। ইয়াৰ মূল কাৰণ তমোগুণৰ মোহজালেই। তামসিক তমোগুণত মানুহৰ হৃদয়ত ঈৰ্ষা কপটতাই ঠাই লয়। পৰস্পৰ বিৰোধী হৈ এক জাতিয়েই ভিন ভিন অংশত বিভক্ত হৈ মহাকালৰ ৰৌদ্ৰ মূৰ্ত্তি পুৰি ডেই যায়।

সমাজৰ এই ঢোকা ভেজা গুছাবলৈ হলে তমোগুণ এৰি ৰজোগুণাবলম্বী হব লাগিব। কাৰণ সংসাৰত সকলোৱে খাপে কাপেহে উদাব পাৰে। একেবাৰে ওপৰ খাপলৈ জপিয়ালে হাতমুৰ ভাগি চিৰকাললৈ ঘূণীয়া বা মৃত্যু মুখত পৰিব লাগে। তমোগুণৰপৰা সত্বগুণলৈ যোৱা কাৰ্য্যটো কলজাগ দি পকোৱা আপইতা কলৰ নিচিনা। এই উপায়েৰে পকোৱা কলে কাকো তৃপ্তি দিব নোৱাৰে। কল পুৰঠ হবলৈ যিখিন কাৰ্য্যৰ দৰ্কাৰ তাৰ নিমিত্তে যি সময় অপেক্ষা কৰিব লাগিব তাক কৰিলেহে যথাকালত পৈনত হৈ পকা কলৰ সুস্বাদ পাব পাৰি। তাৰ বিপৰীতে ফলো বিপৰীতে হব ই থিয়াং। সেই দৰে আজি আপি তমোগুণৰ দৈন্যাবস্তাৰ পৰা উধাবলৈ হলে ৰজোগুণৰ কৰ্ম্মক আশ্ৰয় কৰিব লাগিব।

বেদে পুৰাণে সকলো শাস্ত্ৰই তাকেহে কয়। কল্প ক্ষয়ত ব্ৰহ্মাৰ ৰৌদ্ৰ মূৰ্ত্তিয়ে বিশ্ব সংসাৰ ধ্বংস কৰাৰ পাছত আকৌ কল্পৰ আদিতে ৰজোগুণেৰে ব্ৰহ্মাই সৃষ্টি পাতনি াৰম্ভ কৰে। তেওঁৰ সেই সৃষ্টি কাৰ্য্য ব্ৰহ্মাৰ সাত্বিক মূৰ্ত্তিৰে অৰ্থাৎ বিষ্ণুৰূপে পালন কৰে। ৰজোগুণী ব্ৰহ্মা মূৰ্ত্তিয়ে সৃষ্টি কাৰ্য্য আৰম্ভ কৰে। তাৰ পাছত সত্বদগুণী বিষ্ণু মূৰ্ত্তিয়ে জ্ঞানৰ আধাৰ সৰ্ব্ব যজ্ঞেশ্বৰ হৈ সৃষ্টি পালন কৰে ই শাস্ত্ৰীয় স্বতঃসিদ্ধ। ইয়াক কেনেও নুই কৰিব নোৱাৰে। তেনেকৈ আজিও আমি ধৰ্ম্মক্ষেত্ৰৰ মাজেদি

কৰ্ম্মক্ষেত্ৰত আগুৱাব লাগিব। সেই কাৰণেই গীতাত ধৰ্ম্মক্ষেত্ৰে কুৰুক্ষেত্ৰে বুলি আৰম্ভ কৰিছে। কাম আৰম্ভ কৰোতেই ঈশ্বৰক সুৱঁৰি বা ঈশ্বৰৰ কাৰ্য্য বুলি কৰিব লাগিব। ৰজোগুণ আশ্ৰয় কৰি কৰ্ম্ম কৰিলেহে জ্ঞানময় সত্বগুণ লাভ কৰিব পাৰি। আৰু এনেকৈ সত্বগুণী হলেহে জ্ঞানৰ আধাৰ সৰ্ব্ব যজ্ঞেশ্বৰ হৰিক চিনিব পাৰি আৰু তেতিয়াহে মুক্তি। এনেকৈ কেৱল বাক্যৰ দ্বাৰাই সকলো জ্ঞানৰ আধাৰ হৰিক দেখা দুৰ্লভ। তমোগুণৰ পৰা ৰাজোগুণ আৰু ৰজোগুণৰ পৰা সত্বগুণ অবলম্বন কৰিলেহে সবৰ্ব গুণাকৰ সচ্চিদানন্দ পুৰুষৰ জ্যোতি দেখিব পাৰি।

গীতাত শ্ৰীকৃষ্ণ ভগবানে কৈছে বিশ্ব সংসাৰৰ যত প্ৰাণী সকলোৰে বীজ প্ৰদপিতা ময়েই আৰু এই মহৎ ব্ৰহ্ম প্ৰকৃতি দেবীৰ বিশ্বজনীন মাতৃ। এতিয়া এই বিশ্ব সংসাৰত সৰ্ব্ব যোনিত জন্ম গ্ৰহণ কৰা সকলো প্ৰাণীয়ে মাতৃগুণাক্ৰান্ত হৈ, গুণৰ তাৰতম্যানুসাৰে বিভিন্ন পৰে। ইয়াৰ ওপৰতেই জাতি বিভাগ যেনে দেবতা ব্ৰাহ্মণ কুকুৰ শিয়াল ইত্যাদি।

সকলোৰ বীজপ্ৰদ পিতা নিৰ্বিকাৰ আত্মা পুৰুষ এক, কেৱল সত্ব ৰজাঃ তমোগুণাক্ৰান্ত আইৰ সাময়িক গুণৰ এটি আন কেইটাৰ ওপৰত প্ৰদান্য লাভ কৰি বা সিহঁতৰ সংমিশ্ৰণৰ দ্বাৰাই বিভিন্ন শ্ৰেণীৰ প্ৰাণী সংসাৰত জন্ম গ্ৰহণ কৰে। প্ৰাণীৰ ইতৰ বিশেষ কেৱল প্ৰকৃতিৰ সত্বৰজস্তম গুণৰ প্ৰাধানাৰ ওপৰত নিৰ্ভৰ কৰে। অতএব সকলোৰ হৃদিস্থিত আত্মাপুৰুষ এক। এনেস্থলত বিভিন্ন মূৰ্ত্তিধাৰী এক আত্মা পুৰুষে প্ৰকৃতিৰ তাৰতাম্যানুসাৰে জ্ঞান বিষয়ে ইটে সিটে তাৰতাম্য দেখি নিন্দা বা ঘিণ কৰাই তমোগুণৰ কাৰ্য্য।

সকলোৱেই যে এক; গুণানুসৰে বিভিন্ন দেখায়; এই কথা শ্ৰীকৃষ্ণ ভগবানে গীতাৰ চতুৰ্দ্দশ অধ্যায়ত ভালকৈ দেখাই। যথা

মমযোনি ৰ্মহদ্ব্ৰহ্ম তস্মিন্ গৰ্ভং দধাম্যহং।
সম্ভবঃ সৰ্ব্ব ভূতানীং ততো ভবতি ভাৰত।।
সৰ্ব্ব যোনিষু কৌন্তেয় মূৰ্ত্তয়ঃ সম্ভবন্তি যাঃ।
তাসাং ব্ৰহ্ম মহদ্ যোনি ৰহং বীজপ্ৰদঃপিতা।।
সত্বং ৰজস্তম ইতি গুণী প্ৰকৃতি সম্ভবঃ।
নিৰধ্নন্তি মহাবাহো দেহে দেহিনমব্যয়ং।।

এতিয়া এই শ্লোকটিৰপৰা বুজা যায় যে অব্যয় আত্মাও প্ৰকৃতিৰ মায়াজালত নিবদ্ধ হৈ সংসাৰৰ জ্বালা যন্ত্ৰনাদি উপভোগ কৰিব লগাত পৰে। পাঠক! আজি আমি প্ৰকৃতিয় মায়াজালত পৰে। আমাক অজ্ঞান আন্ধাৰে ঢাকি আছে। আমি বিবেকান্ধ,

আমি নিৰুৎসাহী, কৰ্ত্তব্যানুষ্ঠানত পৰাঙ্মুখী। আৰু বুদ্ধি চলাব নোৱৰা জাতি। দীতাৰ মতে তমোগুণাক্ৰান্ত জাতি আমিয়েই। অপ্ৰকাশোহ প্ৰবৃত্তিশ্চ প্ৰমাদো মোহ এবচ। তমস্যে হানি জায়ন্তে বিবৃদ্ধে কুৰুনন্দন।।

এই অৱস্থাৰপৰা উদ্ধাৰ পাবৰ হলে সদগুৰু আৰু সদগ্ৰন্থৰ আশ্ৰয় লব লাগিব। তেওঁক আমাক অজ্ঞান অন্ধাকাৰ গুছাই দি প্ৰকৃত মাৰ্গ দেখাই দিব। তেওঁ এনেকুৱা জাতিৰ উদ্ধাৰাৰ্থে মোহ জালত পৰি থকা নিস্কৰ্ম্মা জাতিটোক ক্ৰমাৎ কৰ্ম্মযোগৰ দ্বাৰাই জ্ঞানাৰ্জ্জনৰ বাট দেখুৱাই দিব। মুঠতে কবলৈ গলে তেওঁ তমোগুণৰপৰা ৰজোগুণলৈ বিৰ দিহা কৰিব। তেওঁ সকলো কাৰ্য্য ঈশ্বৰেৰে সৈতে সংযোগ কৰি জ্ঞানাধাৰ বিষ্ণুৰ ওচৰ পোৱাবগৈ। তমোগুণৰ পৰা ৰজোগুণলৈ যোৱাই মানুহৰ স্বাভাবিক কাৰ্য্য হলেও মানুহে অতি সাৱধানে চালিব লাগিব। কৰ্ম্মফল ঈশ্বৰত ন্যষ্ট কৰিব লাগিব। কৰ্ম্মৰ মাজেদি ঈশ্বৰ ভাব দিব লাগিব। কৰ্ম্মৰ মাজেদি ঈশ্বৰ ভাব দিব লাগিব। নহলে কৰ্ম্মক কৰ্ম্মোদ্দেশে আশ্ৰয় কৰি অহঙ্কাৰাবিমূঢ়াত্মা হৈ মায়েই কৰ্ত্তা বুলি ভাবি ঘুৰি তমোগুণত নপৰিবৰ কাৰণেই শ্ৰীকৃষ্ণ ভগবানে বেদবিগিত কৰ্ম্মকামগুৰ আশ্ৰয় লবলৈ কৈছে। যথা

ৰজো ৰাগাত্মকং বিদ্ধি তৃষ্ণা সঙ্গসমুত্তৰম্।
তন্নিধাতি কৌন্তেয় কৰ্ম্মসঙ্গেমন দেহিনাম্।।
লোভঃ প্ৰবৃত্তিৰাবম্ভঃ কৰ্ম্মনাযশমঃস্পৃহা।
ৰজোস্যতানি আৰন্তে বিবৃদ্ধে ভাৰতবৰ্ষভঃ।।

ৰজোগুণবলৰী লোকৰ কৰ্ম্মৰ নিমিত্তে অশমস্পৃহা লোভ আৰু প্ৰবৃত্তি মাৰ্গৰ। অতএব এই প্ৰবৃত্তি মাৰ্গৰ কৰ্ম্মৰ মাজেদি ঈশ্বৰলৈ লক্ষ্য ৰাখি উধাব লাগে।

এই কাৰণেই তেওঁ অৰ্জ্জুনক কৈছিল যে

যদহঙ্কাৰমাশ্ৰিত্য নয়োৎসৎ ইতি মনাসে।
মিলৈব ব্যৱসায়ন্তে প্ৰকৃতিস্তাং নিযোক্ষ্যতি।।

যদি অহঙ্কাৰ কৰি পাপযুক্ত বেদবিহিত ক্ষত্ৰোচিত যুদ্ধকাৰ্য্য এৰিলেও তোমাৰ প্ৰকৃতিয়ে তোমাক টানি নিব আৰু তোমাৰ অহঙ্কাৰ মিছা হব।

এনে দ্বাৰ মুকলি হব তেতিয়া আৰু কামৰ নিমিত্তে স্পৃহা নাথাকিব। যথা

সৰ্ব্বদ্বাষু দেহেস্মিন্ প্ৰকাশ উপজায়তে।
জ্ঞানং যদা তদা বিদ্যাবিবৃদ্ধং সত্বমিত্যুত।।

যেতিয়া দেহৰ চকু কাণ ইত্যাদি সকলো দ্বাৰতে জ্ঞানৰ প্ৰকাশ হব অৰ্থাৎ শৰীৰৰ নব দ্বাৰৰ কাৰ্য্য জ্ঞানাৰ্থেই নিয়োজিত হব তেতিয়াই সত্বগুণৰ প্ৰকাশ বা

প্ৰাদুৰ্ভাব। এই সত্বগুণ সুখৰ কথাৰে পাব নোৱাৰি। ইয়াক পাবলৈ হলে সকলো কাৰ্য্য দেবতা ঈশ্বৰ উদ্দেশ্য সম্পাদনা কিৰোতে কৰোতে যথাসময়তহে পাব পাৰি। এক জন্মৰ সুকৃত ফলেৰে উৎকৃষ্ট গতি পাব নোৱাৰি। সেই কাৰণে শাস্ত্ৰেও কৈছে—

অনেক জন্ম সং সিদ্ধিততো ৰাতি পৰাংগতিং।

অতএব মনুষ্য মাত্ৰেই সৎকাৰ্য্যৰ অনুষ্ঠান দ্বাৰাই তমোৰজোগুণৰ যুক্ত হৈ শুদ্ধসত্ব সাত্বিক পুৰুষহে জ্ঞান সহকাৰে সকলো জ্ঞানৰ আধাৰ যজ্ঞেশ্বৰ হৰিৰ সচ্চিদানন্দ মূৰ্ত্তিক উপলব্ধি কৰিব পাৰে। এয়ে বেদাবহিত কৰ্ম্মানুষ্ঠানৰ উদ্দেশ্য। এই অৰ্থেই দেবযজ্ঞৰ আৱশ্যক।

ব্ৰহ্মৰ এক নাম সৎ। অথবা সদ্ভাবে সাধুভাবেচ সদিত্যেতৎ প্ৰযুয্যতে প্ৰশস্তে কৰ্ম্মণি তথা সচ্ছব্দ পাৰ্থ যুজ্যতে যজ্ঞে তপসিদানেচ স্থিতিঃ সদিতি চোচৰে কৰ্ম্ম চৈৰ তদৰ্থীয় সদিত্যেবাভিধীয়তে।

অতএব ও পৰত দিয়া শ্লোক কেইটিৰপৰা বুজিব পাৰি যে সৎ আখ্যা সদ্ভাব অৰ্থাৎ যাৰ নিত্যবৰ্ত্তন সধুভাবত প্ৰশস্ত কৰ্ম্মত আৰু যজ্ঞ (তপস্যা আৰু দান কাৰ্য্যতো প্ৰয়োগ হয়।

ইয়াৰ দ্বাৰাই ইয়াকে বুজায় যে সৎশব্দ ঈশ্বব্যঞ্জক। এই শব্দ যাতে প্ৰয়োগ কৰিব পৰা যায় তাৰ দ্বাৰাই মানুহে ঈশ্বৰ সাক্ষাৎ হব পাৰে। আৰু সৎশব্দ প্ৰয়োগৰ কাৰ্য্যবোৰ যি মানুহেই আচৰণ কৰে তেওঁতেই চিন্ময়ী প্ৰকৃত ৰা চিৎ শান্তি জাগি উঠে। কৰ্ম্মৰ উদ্দেশ্য এই চিন্ময় শক্তি জগোৱা। এই চিন্ময়ী শক্তিৰেই জ্ঞানশক্তি বিকাশিত হৈ উঠে। এই কৰ্ম্মলব্ধ জ্ঞানেই মানুহৰ আনন্দদায়ক।

এই জ্ঞানানন্দ মনুষ্য জীৱনৰ মুখ্য উদ্দেশ্য। এই বেদবিহিত দেবযজ্ঞাদিৰ মহত্ত্ব গুৰুত্ত্ব বিষয়ে যৎকিঞ্চিৎ আভাসহে মাথোন দিয়া গল। ইয়াত কি গুঢ় তত্ত্ব নিহিত আছে। তাক সকলোৰে যেন গমি বেদৰ অপেৰিষেত্ব প্ৰচাৰত যেন কুণ্ঠিত নহয়। দেবযজ্ঞৰ প্ৰয়োজনীয়তা বিষয়ে কথাৰ ইমানতে সামৰনি মাৰি বাকী কেইটিৰ বিষয়ে যথা সময়ত আলচ কৰা হব।

শ্ৰীকেশব কান্ত বৰুৱা।

## সম্পাদকৰ বুলনি

আমি ৭ম সংখ্যা প্ৰদীপিকাত কৈছিলোঁ যে আমি আৰু বাঁহীৰ সম্পাদকেৰে সৈতে আৰু ভবানন্দ পাঠকেৰে সৈতেও তৰ্ক নকৰোঁ। কিন্তু দুখৰ বিষয় যে জৰে

এৰিলেও কৰ্পটিয়ে নেৰে। ছাত্ৰ মণ্ডলীক আমাৰ ওপৰত এফেৰা exparte jndgment পাছ কৰিবলৈ কোৱাতহে আমিও Self defence ত ছাত্ৰ মণ্ডলীৰ ওচৰতে এটা counter appeal ৮ম সংখ্যা প্ৰদীপিকাত দিছিলো। ভাষা বষিয়ে বাঁহী সম্পাদকে গত কেই সংখ্যা বাঁহীত সিবিলাক কথা লেখিছে আৰু আমাক যে Insincere বুলিছে সেই বিষয়ে ইমানকে কওঁ যে প্ৰথমতে ১৯১০ চনত যেতিয়া বাঁহীত ওলোৱা জাননী আৰু লিখাৰপৰা ভাষা লৈ উজনী আৰু নামনিৰ বিবাদ আৰম্ভ হয় সেই সময়ত আমি এই সংসাৰত এটা মহাশোকত আবদ্ধ থকা বাবে কত কি হৈছিল তাৰ খবৰ ৰখা নাছিলোঁ। সেই বাবেই বাঁহীক বন্ধুভাবে ভিতৰুৱাকৈ জনাবলৈ নহল। ভাষা লৈ দলাদলি কৰিলা বুলি তেওঁক চাৰ্জ কৰি আমি তেওঁক বেজাৰ দিয়া বোলাত apology ও দিছিলোঁ; কিন্তু দুখৰ বিষয় বাঁহীৰ সম্পাদকে আমাৰ apology ওলাই মানে ছাত্ৰ বন্ধুসকলক এটা আপিল দিলে; সেই বাবে আমিও counter appeal Self defence ত দিছো। আমি গত বিষয় লৈ বিশেষ ভাষাৰ কথাটো লৈ আৰু তৰ্ক নকৰোঁ। আশা কৰিলোঁ বাঁহীৰে সৈতে আমাৰ এই ভাষা লৈ বাদানুবাদৰ এয়ে শেষ। "বেনামী প্ৰবন্ধ ছপোৱাটো নীতি বিগৰ্হিত কাম" বুলি আমাৰ শ্ৰদ্ধাস্পদ বন্ধু শ্ৰীযুত বাণীকান্ত কাকতীদেৱে এটা Dictum দিছিল। আমি সেই Dictum দেখি আশা ৰাখিছিলোঁ যে আমি এই বিষয়ে যি জগৰ লগালোঁ লগালোঁ, আমি জানিবা বেয়াকেই কৰিলোঁ। কিন্তু আমাৰ বন্ধুবৰৰ কাগজে এনেকুৱা নীতি বিগৰ্হত অৰ্থাৎ বেনামী প্ৰবন্ধ ছপোৱা কামটো নকৰিব। কিন্তু দুখৰ বিষয় যেতিয়া দেখিলোঁ যে বাঁহীয়েও আমাকে দেখাক দেখি সেই পন্থকো ধৰিলে তেতিয়াই আমি অবশ্যে আমাৰ শ্ৰীযুত কাকতীদেৱকে সুধিছিলো যে বাঁহীৰ এইটো বেয়া কাম হোৱা নাইনে? অন্ততঃ তেওঁ দিয়া Moral Dictium ৰ বিৰোধী নহয়নে। তাত আমাৰ বন্ধুবৰ শ্ৰীযুত বেজবৰুৱা ডাঙ্গৰীয়াই আমি তেওঁক নোশোধা বাবে বেজাৰ কৰিব নেলাগে।

আমি বৰ সুখী হৈছোঁ যে প্ৰদীপিকাৰ লিখাৰপৰা ভবানন্দ পাঠকৰ অবতাৰ হল। পাঠকদেৱে ঢেৰ পুৰণি তথ্য ঘাটি অসম বাসীক সুখী কৰিছে। আমাৰ বন্ধুবৰ শ্ৰীযুত বেজবৰুৱা ডাঙ্গৰীয়াই এইবিলাক লিখালৈ আঙুলিয়াই দি আমাক আকৌ ৰণং দেহি ৰণং দেহি বুলি আহ্বান কৰিছে। আহ্বান কৰিলে অবশ্যে যথা সাধ্য নিমন্ত্ৰণ গ্ৰহণ কৰা উচিত। এইটোকে বুজি আমি সাধাৰণ বুদ্ধিৰে দুই চাৰিষাৰ বিজুলীৰ বিষয়ে কব ওলালোঁ। আশা কৰোঁ পাঠক দেৱে যেন বেজাৰ নেপায়। আমাৰ লিখাৰ উপৰিও আমাৰ শ্ৰদ্ধাস্পদ অগাধ পণ্ডিত পূজনীয় শ্ৰীযুত যশম্পতি দেউৱেও এফেৰা দিছে। পাঠকসকলে দকৈ গমি চাব। আৰু আমাৰো বাকী কেইখন চৰিত্ৰৰ সমালোচনা

ওলাব। আমি আশা কৰোঁ আগেয়ে লাগি শেহত ভাগিব আৰু বৰ সুন্দৰ সামঞ্জস্যৰ সন্ধি স্থাপিত হব। অসমৰ বৈষ্ণব ধৰ্ম্ম উজ্জ্বলিত হব। প্ৰভু দামোদৰ, প্ৰভু শঙ্কৰ, প্ৰভু হৰিদেৱ, প্ৰভু মাধবদেৱ এইসকল মহা পুৰুষৰ অসমীয়া সমাজৰ প্ৰতি কৃপা বঢ়িব।

# বিজুলী আৰু আমি।

বাঁহীৰ শবদৰ আৰু প্ৰদীপিকাৰ পোহৰৰ পিছে পিছে যোৱা ইংৰাজী নজনা আৰু ঠেঙা, কোট বা ছাপকন টুপি ইত্যাদি সাজেৰে সৈতে একো এলেকা নৰখা আমাৰ নিভাজ নিখুত শ্ৰীযুত ভবানন্দ পাঠকদেৱৰ দাখন প্ৰদীপিকাৰ পোহৰত বিজুলীৰ দৰে মাজে মাজে চিক্‌মিক্ কৰি উঠা দেখিবলৈ পাইছোঁ। দাখনৰ চিক্‌মিক্‌নি দেখি আমাৰ বংশীবাদক আপ্লুত হৈ মাজে মাজে কব লাগিছে "অসমীয়া ৰাইজ চোৱা চোৱা পঢ়া পঢ়া তাৰ লগতে কৈছে প্ৰদীপিকা এতিয়া উত্তৰ নিদিনা কেলেই? নাইঁহা কেলেই ফেঁচাটি হৈনো কিয় বহি আছা" ইত্যাদি। আমি জানো যে বিজুলী টৈৰা বেকা আৰু ক্ষণিক। এই দাখলৰ চকমকনিও সেইদৰেই টৈৰা বেকা আৰু ক্ষণিক যেনহে আমি দেখিছোঁ। আমি দা ধৰা জনক সতৰ্ক কৰিছিলোঁ দা খন যেন সাৱধানে পছুৰ গলত "জয় মা দুৰ্গা বা কালী" বুলি বহায়—যেন ভুলত বংশীবাদকৰ গাত নলগায়। পাঠকদেৱে ভয় কৰিছে কি জানি প্ৰদীপিকাতো পৰে। প্ৰদীপিকাৰ হলে সেই পাকে ভয় নাই যেহেতু অসমৰ দলা চিকাৰটোৰ বিষয়ে কেচুৱা লৰা এটাইও বুঢ়া মাকৰ মুখে শুনি থৈছে যে এএনকুৱা চিকাৰত দুৰ্ঘটনা ঘটে সেই ঘঁণ্টা কোবোৱা বা বাঁহী বজোৱা জনৰহে। দলা লোৱা জনৰ হলে হোৱা শুনা নাই। ঘঁণ্টা কোবোৱা বা বাঁহী বজোৱা জন দলাৰ এন্ধাৰতহে যায় যাতে পছুৱে মানুহজনক নেদেখে। দলা লোৱা জনৰ মূৰৰ ওপৰতে জুই কুৰা, সেই দেখি দলা লোৱা জন মৰা নপৰে। বিশেষ এই ক্ষেত্ৰত দলাৰ পোহৰটি প্ৰদীপিকাহে অৰ্থাৎ দেৱীহে। দেৱীয়ে কস্মিন কালেও কাৰো হাতত হৰা নাই। যদি দা ধৰা জন ইমান বিতত যে পছু, বংশী বাদক দলা লোৱা জন সকলোৰে যাকে যতে পায় তাকে ঘপিয়াব খোজে তেন্তে সেই জনে দাখন থৈ দি ঘৰত শুই থকাই ভাল অথবা তেওঁৰ হাতত যিসকলে দাখন দিছে সেই সকলে তেওঁৰ হাতৰ পৰা দাখন কাঢ়ি লৈ তেওঁক বুজাই বৰাই শুৱাই থোৱাই ভাল। কেচুৱা লৰাৰ হাতত খুৰ এখান দিয়া যেনে দা চলাব নজনাৰ হাতত দলা চিকাৰ কৰিবলৈ দা এখান দিয়াও তেনে।

পছুৰ গলত বা কোনো জন্তুৰ গলত ঘা মাৰিবলৈ হলেও 'জয়মা দুৰ্গা বা কালী"

হে উচ্চাৰিত হয়। "জয় প্ৰভু কৃষ্ণ" হে উচ্চাৰিত হয়। "জয় প্ৰভু কৃষ্ণ" উচ্চাৰিত হোৱা কথা হলে আমি নেজানোঁ। পাঠকদেৱ দেখোন থোৰ ঘোৰ বৈষ্ণৱ। তেওঁৰ এই শাক্ত পন্থিৰ দলা চিকাৰটোলৈ মনত পৰিব নেলাগিছিল। তেওঁৰ এই কথাটোলৈ মনত পৰা বাবেহে আমি তেওঁক শাক্ত বা দেৱী উপাসক বুলিছিলোঁ। কিন্তু নহয়। তেওঁ এলামেলা শাক্ত নহয়। ঘোৰ কাপালিক! পশু চিকাৰ কৰি আনি পূৰ্ণাহুতি দিবলৈ বা দিয়াবলৈকো ৰাজি! চাবাছ পাঠক দেৱ। তুমি পৰম মাতৃভক্ত।

## কোৰ দামোদৰ।

প্ৰভু দামোদৰ দেৱক তেওঁৰ পন্থী সকলে কোৰ দামোদৰ নোবোলে। অপৰ পক্ষেহে প্ৰভু শঙ্কৰদেৱৰ মাহাত্ম্য বঢ়াবলৈ প্ৰভুক "এ কোৰ মাৰি খোৱা বামুণহে আছিল আমাৰ শঙ্কৰ দেৱেহে মানুহ কৰিলে" এই দৰে কয়। আমি দেখুৱাইছোঁ চৰিত্ৰেও কৈছে যে প্ৰভু শঙ্কৰদেৱ আৰু প্ৰভু দামোদৰদেৱৰ পৰস্পৰ প্ৰীতি, সৌহাৰ্দ্দ্যত বাজে আন একো নাছিল। প্ৰভু দামোদৰদেৱৰ অনুগ্ৰহ ও ভট্টদেবৰ সহায় নোহোৱা হলে, আসনত প্ৰভু শঙ্কৰদেবৰ 'বৈষ্ণৱ" বৈষ্ণৱ ধৰ্ম্ম থপাই মস্কিল হল হেতেন এইটো চৰিত্ৰ মাত্ৰই জানে। সেই দেখিয়েই আমি আমাৰ বক্তৃতাত উভয়কেই উভয়ৰ সহায়কাৰী বুলিছিলোঁ। প্ৰভু শঙ্কৰদেৱে যেনেকৈ শুদ্ধ সত্ব বৈষ্ণৱ ধৰ্ম্ম থাপিলে, প্ৰভু দামোদৰ দেৱেও আন পক্ষে সেই ধৰ্ম্মক বৈদিক আচৰণৰ বাহিৰলৈ যাব নিদি অসমৰ বৈষ্ণৱ ধৰ্ম্মক বেদবিহিত, শ্ৰুতি বিহিত, স্মৃতি বিহিত কৰি ৰাখিলে। যদি বৈষ্ণৱ ধৰ্ম্মৰ পৰা শ্ৰুতি স্মৃতি বাদ দিয়া যায় তেন্তে বৈষ্ণৱ ধৰ্ম্ম কেনেহলেও বৌদ্ধ ধৰ্ম্মত পৰেগৈ। ধৰ্ম্মে কয় "যত্ৰজীব তত্ৰশিব" অথবা ৰাম ঘট ঘট বৈঠা" সকলো জীবেই সেই এক পৰমেশ্বৰৰ হে অংশ। যদি সেইটোৱে হয় তেন্তে আৰু খোৱা লোৱা ইত্যাদি সকলো কামতে জাত বিচাৰ উঠিয়ে যাব লাগে সকলো মানুহেই ঈশ্বৰ সৃষ্ট সকলো ভাই ভাই তেনেহলেনো আৰু বামুণ শূদিৰেই বা কোন, নগা মিৰি মিকিৰেই বা কোন, শূদিৰ, নগা, মিৰি মিকিৰৰ ৰন্ধা ভাতো বামুণে খাব পাৰে আৰু বামুণৰ ভাতো সিহতে খাব আৰু বিয়া বিহু আদান প্ৰদান সমস্তকে পৰস্পৰে কৰিব পাৰে। আচল ধৰ্ম্মে এনেকুৱাত নিও পেলাব পাৰে; কিন্তু বেদ শ্ৰুতি স্মৃতিয়ে কয় যে যদিও মনুষ্য মাত্ৰকে। অতি হীনতো হীন মানুহকো এনেয়ে ঘৃণা কৰিব নাপায়, সকলোৱে সকলোকে দয়া কৰাহে ধৰ্ম্ম, তথাপি খোৱা লোৱাত, আহাৰ বিহাৰত বৰ্ণাশ্ৰম ৰক্ষা কৰিবই লাগিব। বৰ্ণাশ্ৰম ৰক্ষা নকৰিলে ধৰ্ম্ম যায় আচাৰ ভ্ৰষ্টহৈ

ব্যভিচাৰা হৈ মহা অধৰ্ম্মত পৰিবগৈ। রুচিয়েও কয় যে তুমি যিমানেই শিক্ষিত ব্ৰহ্মবাদি হোৱা, হে জাৰ জাতকুল বৰ্ণাশ্ৰম নমনা হোৱা তথাপি তুমি নগাৰ লগত গৈ নগাই আধা পোৰা কৰি খাবলৈ লোৱা হাতীৰ মঙ্গহ খাবগৈ নোৱাৰা। যিসকলে একেবাৰে সংসাৰ বৰ্জ্জন কৰি পৰম বৈৰাগী বা পৰমহংস হৈছে অৰ্থাৎ যি লোকৰ শত্ৰু মিত্ৰ, মান অপমান, সুখ দুখ, ঘৃণা প্ৰীতি ইত্যাদি সকলোতে সমভাব থাকে সেই মহা মহা পুৰুষসকলে ধৰ্ম্মৰ এইটো প্ৰকৃত অৰ্থ বুজি একেবাৰে জাতকুলৰ বিচাৰ বিহীন হৈ যতে ততে যাৰে তাৰে হাতে নিজৰুচিকৰ বস্তু খালেও খাব পাৰে; কিন্তু হেজাৰ বৈষ্ণব বা বা শাক্ত হওক সংসাৰত আবদ্ধ থাকে মানে বৰ্ণাশ্ৰয ৰক্ষা কৰি চলিবই লাগিব নহলে ব্যভিচাৰ ঘটে। হিন্দু ধৰ্ম্ম বৌদ্ধ ধৰ্ম্মত পৰেগৈ। ভাৱে বা দৰ্শনে হিন্দু মানুহক বৌদ্ধ ধৰ্ম্মত নেপেলায়; কিন্তু আচাৰে খোৱা লোৱাই পেলায়। অৱশ্যে আমি এইটো জানো যে সম্পূৰ্ণ বৌদ্ধ ভাব বা মহাজ্ঞানৰ ভাব লভাৰ উদ্দেশ্যেই অনেক গুপ্ত বৌদ্ধ আচাৰো প্ৰবৰ্ত্তই দিয়ে যত নীহ কুলায়া মানুহো নিশা মহত হৈ বহে আৰু দুই চাৰিজন ওখ কুলীয়াও শিক্ষাৰ্থী হৈ বহে আৰু আহাৰ বিহাৰতো বৰ্ণাশ্ৰমৰ কোনো এলাকা নেৰাখে। কিন্তু সেই লোক সকলৰো সম্পূৰ্ণ বৌদ্ধ ভাব বা ব্ৰহ্মজ্ঞান লভাৰ কথা দূৰতে থাওক, বেদ উলঙ্ঘা কৰি বৰ্ণাশ্ৰমত আঘাত কৰা বাবে প্ৰত্যাবায়হে জন্মে, এইবিলাক কাৰ্য্য সদৰি কৰাতকৈয়ো গুপুতত কৰা অতিশয় গৰ্হিত। যি হেতু গুপ্ত পাপৰ সংসৰ্গ দোষে নিৰ্দ্দোষী সন্ত মহন্ত সকলকো দূষিত কৰি তোলে। বৰ্ণাশ্ৰম মতে হলে নিহকুলৰ পক্কান্ন "বিশেষ ভাত মাছ" ওপৰ কুলিয়াই খাব নোৱাৰে। শূদিৰৰ ৰন্ধা ভাত বামুণে খাব নোৱাৰে। বামুণৰ ৰন্ধা ভাত শূদিৰে খাব পাৰে। আৰু তলতীয়া জাতৰ পৰা ওপৰীয়া জাতে মন্ত্ৰ লোৱাও বিধি নাই। অৱশ্যে সৃষ্টিৰ প্ৰাৰম্ভৰ পৰা এতিয়ালৈকে হিন্দু ধৰ্ম্ম যিটো, সেইটো দ্বিজ জাতিসকলৰ দ্বাৰায়হে গঠিত, আৰু দ্বিজজাতি বুলিলে হিন্দুৰ আৰ্য্য তিনি জাতিকেই বুজায়। যথা ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য। হিন্দু ধৰ্ম্মটো কস্মিন কালেও অনাৰ্য্যৰ দ্বাৰায় গঠিত হোৱা নাই। কাযে কাযেই বেদ পুৰাণে হিন্দু ধৰ্ম্মৰ ওপৰত ব্ৰাহ্মণ ক্ষত্ৰিয়, বৈশ্যৰ সম্পূৰ্ণ হাত ৰাখি থৈছে। এইটো সকলোৱে জনাজাত কথা। এই কলি যুগত প্ৰভু চৈতন্যদেৱ আৰু নিত্যানন্দ প্ৰভৃতিয়ে মিলিজুলি যেনেকৈ বঙ্গদেশত বৈষ্ণব ধৰ্ম্মৰ সোঁত বোৱাই দিছিল সেই দৰে প্ৰভু দামোদৰদেৱ আৰু হৰিদেৱ প্ৰভু শঙ্কৰদেৱ এই তিনি জনে মিলি জুলিহে অসম দেশত পবিত্ৰ বৈষ্ণব ধৰ্ম্ম চলাব পাৰিছিল। এই কাৰণে প্ৰভু দামোদৰদেৱ প্ৰভু শঙ্কৰদেৱ উভয়ে হৰিদেৱ আত্মাৰ দৰে আছিল। উভয়ে কেনেকুৱা হৰিহৰ আত্মা সেইটো সন্ত চৰিতত প্ৰভু দামোদৰদেৱে কেনেকৈ কৈছে পাঠকসকলে

জানিবৰ নিমিত্তে আমি আকৌ তুলি দিলোঁ।

যিটো মহাজ্ঞানী লোকে তুমি আমি দুহান্তক
দেখিবেক এক কলেবৰ।
আনো সন্ত সাধুজন পশু পক্ষী পতঙ্গত
ব্ৰহ্মময় দেখিব সংসাৰ।।
তোমাক আমাক যিটো ভিন্নভাৱ কৰে মনে
শুনা কহোঁ তোমাৰ আগত।
সিটো নৰ আত্মঘআতী তাৰ আৰু নাই মুক্তি
সদায়ে থাকিব নৰকত।

কথাখিনি ঠিক সাইলাশ বৈকুণ্ঠতহে যেন বিষ্ণুৱে শিৱক কৈছে। এনেকুৱা বিলাক তত্ত্ব জানিয়েই দামোদৰীয়া পন্থৰ সকলে কস্মিন্ কালেও প্ৰভু শঙ্কৰদেৱৰ নাম কোনো দিনেই অশ্ৰদ্ধাৰে উল্লেখ কৰা শুনা নাই; কিন্তু প্ৰভু দেৱ দামোদৰৰ নাম লওঁতে আমি কোনোজন মহাপুৰুষীয়াৰ পৰা শুনিছিলোঁ যে "এ দামোদৰ কোৰ মাবি খোৱা বামুণহে আছিল, শঙ্কৰদেৱেহে মানুহ কৰিছিল।" আন কি ঠিক এইষাৰ কথা জৰ্জ স্কুলত আমি বক্তৃতা দিওঁতে এজন শিক্ষিতৰ মুখেও ওলাবৰ পৰাহে প্ৰদীপিকাৰ জন্ম হল। আমি বৰাবৰ সামঞ্জস্যহে দিছোঁ কৈছোঁ যে প্ৰত্যেক পন্থই নিজ নিজ জনক বিশেষকৈ শ্ৰদ্ধা কৰক তেহে কলিৰ বল ভাগিব। দুখৰ বিষয় আমাৰ এই ফেৰা মিনতি অপৰ পক্ষৰ ভাল নালাগি আমি ৰূপক ছলেৰে কোৱা কলি প্ৰবেশ কথাটোকে ধৰি আমাৰ অল্প বুদ্ধিৰ ওপৰত কিমান যে ঠাট্টা আৰু পেংলাই কৰিছে তাক বাঁহী পঢ়োন্তা সকলেই পাব। আমি জানোঁ যে কলি মানেই পাপ। সেই পাপৰ এটা আদিও নাই অন্তও নাই। যেতিয়াই কোনো এটা সজ কথাত বা কামত অসজ সোমায় তেতিয়াই কলিৰ বা পাপৰ প্ৰবেশ বুলি মানুহে কয়। দুখৰ বিষয় বাঁহীয়ে এইফেৰা ৰূপকো নুবুজিলে।

দামোদৰীয়াই প্ৰভু দেৱ দামোদৰৰ হাতত কোৰো দিয়া নাই, তৰোৱালো দিয়া নাই। কোৰ দিছে মহাপুৰুষীয়া ভ্ৰাতৃসকলে, এতিয়া তৰোৱালখনো দেখোন দিব খোজে ভবানন্দ পাঠকদেৱে। দৈত্যাৰি ঠাকুৰৰ চৰিত্ৰত যি যি কৈছে তাক উল্লেখ কৰাৰ বাবেই লাগিল আমাৰ গাত জগৰ।

## পদ্মপাদর নৃসিংহ সাধন

সেই ব্যাধজন শূদ্র আছিল নে নিজেই নৃসিংহই ব্যাধরূপে আহিছিল সি কথার কিবা মিমাংসা করিলেনে! আমি জানো যে ঈশ্বরে এনেদরে ছদ্মবেশ ধরি অনেক ভকতক পরীক্ষা করিহে অনুগ্রহ করিছে। অর্জ্জুনেও পাশুপাত সাধন কৰোঁতে এজন কীরাটহে আহিছিল।

## মহাপুরুষ মাধব দেবর চক্রান্ত।

আমি নিজে এই সর্ব্বত্যাগী মহা পুরুষক কস্মিন কালেও কোনো অযথা কথা কোৱা নাই, নকৰোঁ। দৈত্যারিযে যিদরে বর্ণাইছে তাকেহে কৈছিলোঁ। দৈত্যারি ঠাকুরর নিচিনা জনে লিখা পুথির কথা কলে যদি মহাপুরুষীয়া ভ্রাতৃসকলে বেয়া পায় তেন্তে সেই পুথিখন ছাপা করা তেখেতসকলর মহা ভুল হৈছে। এতিয়া বিষাদ করিলে বা হব কি? বাস্তবিকে চরিত্রখন যেনেহলেও দুয়ো ফালে ধার থকা। নিজর অস্ত্রে নিজকে মরা বিধর। হয়নে নহয় ভ্রাতৃ সকলে ভাবি চাওক। ইয়ার উপরিও আমি দৈত্যারি ঠাকুরক জনা-বুজা বিধর বুলিবলৈ নোৱারোঁ। প্রভূ মাধবদেৱ প্রভূ শঙ্কৰ দেৱর মন্ত্র শিষ্য। পুত্রতুল্য। এনে স্থলত প্রভূ শঙ্করদেৱে মাধবদেৱক বিবাহ করিবলৈ অনুরোধ করি নিজর কন্যা বিষ্ণুপ্রিয়াক মাধবদেৱক যঁচা কথাটো নিতান্ত দোষাবহ।

প্রভূ মাধবদেৱৰ গুণ গৰিমা বঢ়াবলৈ গৈ দৈত্যাৰি ঠাকুৰে কেনেকুৱা পাপাচাৰী কথা স্রজন কৰিছে তাকে সুধি পাঠক বর্গে চাওক। ৰামচৰণ কৃত চৰিত্রতো ঢেৰ অসংলগ্ন কথা আছে। অন্যায় কথাও আছে। হয়নে নহয় মহাপুরুষীয়া ভ্রাতৃসকলেই ভাবি চাওক।

## আমার ওচরত পাঠকদেবর ক্ষমা মাগনি।

পাঠকদেৱে এইফেৰা নকৰা হলেও ভাল আছিল। তেৱোঁ বোধ কৰোঁ নিজৰ কর্ত্তব্যকামটো যৎকিঞ্চিৎ এৰি ওকালতিহে কৰিছে। তেওঁ বা কি ফিজ পাইছে আমি কব নোৱাৰোঁ। আমি হলে এতিয়ালৈকে তেওঁৰ পৰা অজা (সুখৰ বা দুখৰ বিষয় বাঁহীৰ সম্পাদকেও) এই বিশেষণটো পাইছোঁ এয়ে আমাৰ যথেষ্ট ফিজ হৈছে।

## দ্বিজ ৰামানন্দৰ সাক্ষ্য।

আমি জানোঁ প্ৰভু শঙ্কৰদেৱ বিষ্ণুৰেই অৱতাৰ বুলি। আমি বক্তৃতাত কৈছোঁ এক বিষ্ণু চাৰি অংশে অৱতাৰ বুলি। আমাৰ মত সেয়ে। কিন্তু কি কৰিম দ্বিজভূষণেও কয়, দৈত্যাৰিয়েও কয় শিবৰ বৰতহে প্ৰভু শঙ্কৰদেৱ জন্মিছিল। নীলকণ্ঠ আৰু ৰামৰায়ে কয় বিষ্ণুৱে দেখা দি বৰ দিয়াতহে প্ৰভু দেৱদামোদৰ জন্মিছিল। সেই দেখি দামোদৰীসকলে প্ৰভু দামোদৰক বিষ্ণুৰ অৱতাৰ বোলে। আমি সামঞ্জস্য দিছোঁ "হৰি হৰায় নমঃ" "অভেদ শিব ৰাময়োঃ।" যি কি নহওক আমাৰ শেহত এইফেৰা লাভ হৈছে যে পাঠক দেৱৰ মতেই প্ৰভু দামোদৰদেৱক ব্ৰাহ্মণ ৰাম ৰাম গুৰুৱেহে দীক্ষা দিছিল। প্ৰভু শঙ্কৰদেৱে দীক্ষা দিয়া নাই। প্ৰভু দামোদৰদেৱৰ চৰিত্ৰ পুথিয়ে কয় প্ৰভুয়ে বীজ পাইছিল কোনো মাহযোগী ব্ৰাহ্মণ সন্ন্যাসীৰ পৰা, আচাৰ্য্য পদবী পাইছিল চৈতন্যৰ পৰা। পিছত প্ৰভু শঙ্কৰদেৱে বীজ কৰপৰা পাইছিল এইটো হলে আমি নাজানিলোঁ। ঈশ্বৰ হৈও যদি মনুষ্য লীলা ধৰে তেন্তে সেইজনৰো এজন গুৰু লাগে, হিন্দু ধৰ্ম্মৰ মত এইটো। সেই অনুসাৰে আমি চৈতন্যৰ গুৰু পাওঁ, দামোদৰ হৰিদেৱ আদিৰো গুৰু পাওঁ। ৰামচন্দ্ৰৰ পাওঁ, কৃষ্ণৰো পাও। পোৱা নাই প্ৰভু শঙ্কৰদেৱৰ।

## ভট্টদেৱ আৰু এই দীনহীন জন।

পাঠকদেৱে আমাক ইমানফেৰাকৃপা নকৰা হলেই ভাল আছিল। আচল ঈশ্বৰ সেই নিৰঞ্জন নিপাকাৰ জন তেওঁকে কোনোৱে প্ৰভু, স্বামী, পিতৃ ইত্যাদি বোলে কোনোৱে মাতৃ বোলে আই বোপাই উভয়ে সমান। প্ৰভু শঙ্কৰদেৱ, প্ৰভু চৈতন্যদেৱ, প্ৰভু দামোদৰদেৱ এইসকলো মহাপুৰুষেই এই কথা জানিছিল। প্ৰভু ভট্টদেৱ আৰু প্ৰভু মাধৱদেৱ যেতিয়া কেচুৱা অৱস্থা আছিল সেই সময়ত ঈশ্বৰক মাতৃ বুলিহে সুখ পাইছিল, অৰ্থাৎ উভয়ে শাক্ত আছিল। প্ৰভু শঙ্কৰদেৱৰ পিতৃ পুৰুষসকলো শাক্তহে আছিল। চৈতন্য প্ৰভুৰো সেয়ে। আন কি চৈতন্যৰ গুৰুস্থানীয় সকলো পুৰী ভাৰতী ইত্যাদি দশনামী সন্ন্যাসীহে আছিল। মুলত, শুদ্ধাচাৰত শাক্ত বৈষ্ণৱৰ একো বিভিন্নতা নাই। যেহেতু উভয় পক্ষেই আৰ্য্য হিন্দুৰহে সম্পত্তি। প্ৰবু দামোদৰৰ লগ পাই ভট্টদেৱৰ আৰু প্ৰভু শঙ্কৰৰ লগ পাইহে মাধবদেৱৰ মাতৃভাব ক্ৰমে ক্ষীণ হৈ পিতৃভাবত আস্থা বেছি আহুকাল হৈছিল। অৰ্থাৎ বয়সত গৈ আইলৈ মৰমতকৈ

বোপাইলৈ বেছি হৈছিল। সেই বুলি এই মহাপুৰুষসকলৰ গোড়ামি নাছিল। চৈতন্যদেৱে দক্ষীণাত্যৰ বিষ্ণু মন্দিৰাদিত যেনেকৈ সেৱা সৎকাৰ কৰি ফুৰিছিল সেইদৰে শিব শক্তি এইবিলাক মন্দিৰলৈ গৈও সেৱা সৎকাৰ কৰিছিল আকৌ সেই ঠাইতে হৰি সংকীৰ্ত্তনো কৰিছিল। ব্ৰাহ্মণ বুলিলেই মাতৃভাৱ একেবাৰে ত্যাগ কৰিব নোৱাৰে। প্ৰভু দামোদৰ প্ৰভু ভট্টদেৱে মাতৃভাৱটো প্ৰচাৰ নকৰিলেও বিৰোধী কস্মিন কালেও নাছিল। সেই বাবেহে প্ৰভু দামোদৰ দেৱে লক্ষ্মীনাৰায়ণ ৰজাই গোসানী পূজা কৰিবলৈ (অৱশ্য ধূপ দীপ নৈবদ্য পাঠা বলিৰে নহয়) আদেশ খোজাত আদেশ দিছিল। বঙ্গদেশত এতিয়াও আজি কালিও বৈষ্ণৱ গোস্বামীসকলে কোনোৱা আদি বলি দিও গোসানি পূজা কৰে। সন্ন্যাস ধাৰণ কৰি প্ৰভু চৈতন্যদেৱে দেহটো দহনামত বিকি দশ সন্ন্যাস শিকি আৰু তেওঁৰ জীবন্ত দেবী শচী মাতাক সন্তুষ্ট ৰাখিহে মাতাৰ আজ্ঞা পালন কৰি দশনামী গিৰী, পুৰী ভাৰতী ইত্যাদি সকলোৰে মুখেও কৃষ্ণনাম লোৱাইছিল। শচীমাতাৰ কৃপাৰ বলতহে দিগ্বীজয় কৰিছিল। এইবিলাক কাৰণে আমি আগেয়ে মাতৃক স্তুতি কৰোঁ ঃ—

দেবি প্ৰপন্নাতিহাৰে! প্ৰসাদ প্ৰসীদ মাতৰ্জ্জগতো খিলস্য প্ৰসীদ বিশ্বেশ্বৰী দোষ" ইত্যাদি ইত্যাদি আৰু এইদৰে স্তুতি কৰি লইহে গাঁও

"কৃষ্ণ এক দেব দুঃখহাৰী
কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে দেব নাহি নাহি নাহি আৰ
সৃষ্টি স্থিতি অন্তকাৰী দেৱ
তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুৱে কেৱলে জগতে সাৰ।

আৰু এনেকুৱা ভাবৰ পবাহে আমাৰ ওলাব খেআজে নিজ মনৰ পৰা

'আহিলে বসন্ত সুমধুৰ ঋতু
জগত শীতল কৰি
জগত শীতল মলয় সৰাৰে
কৈক লাগি গৈল হৰি।

ইত্যাদি ইত্যাদি।

আৰু এনেকুৱা ভাবৰ পৰাহে প্ৰায়ে
সততে গাঁও
মই দুৰাচাৰ কেবলে তোমাৰ

অপৰাধী নাৰায়ণ।
ক্ষমিয়োক হৰি, লৈয়ো দাস কৰি
পশিলেণা হেৰা শৰণ।।
হে কৃষ্ণ স্বামী তযু পাৰে আমি
কেৱলে শৰণ লওঁ।
কৰা অনুগ্ৰহ, মায়াৰ নিগ্ৰহ
তেবেসে প্ৰভু এৰাওঁ।

পাঠক দেৱ! আমাৰ মতেৰে হলে আমাৰ এই ভাব সত্য সনাতন পথৰ। এই ভাববো হে আমি ব্যাস্তিত সমষ্টি পাওঁ। অৰ্থাৎ Unity পাওঁ। বেদৰো মত এনেকুৱাহে অৰ্থাৎ সমস্ত দেব, দেবী, ইন্দ্ৰ, অগ্নি, জল, বায়ু ইত্যাদি সমস্তৰ মাজেদিহে পৰমব্ৰহ্ম কৃষ্ণক পাওঁ, তেনেহলেই আপুনি যি কয় কওক। আমি নিঃকিনে হলে নতুনকৈ কোনো ধৰ্ম্মকে উলিয়াব নোৱাৰো; উলিয়াবৰ সাধ্যও আৰু উলিয়াব খোজাও নাই। কিন্তু আমি হলে আপোনালোকৰ ফালৰ দুই চাৰিজনৰ পৰা পবিত্ৰ মহাপুৰুষীয়া ধৰ্ম্মৰ মূৰ্ত্তি পূজা Idolatry বুলি ব্ৰাহ্মণ অনাবশ্যক বুলি উৰাই দিব খোজা ইচ্ছা অলপ অচৰপ দেখিহে এইবিলাকৰ বিৰুদ্ধে দুই চাৰিষাৰ আজি ইমান দিন কৈছোঁ।

ওঁ নমো দামোদৰায় নমঃ

## প্ৰাৰ্থনা।

(১)

সংসাৰ বনত মই,
ঘুৰি ঘুৰি ফুৰো হৰি;
পথভ্ৰষ্ট পথিকয় দৰে।
ব্যাঘ্ৰৰূপী ৰিপু বোৰে,
দেখি এই অভাগাক;
ভীম নাদে আৰ্ত্তনাদ কৰে।।

(২)

যদিও সাহসে মোক
দিয়ে উত্তেজিত কৰি,

এই বাটে যা ভ্ৰান্ত নৰ
তথাপিও খোজ মোৰ,
নেযায় বাটৰ পিনে;
অগুৰেহি হিংস্ৰ জন্তু বোৰ।।

(৩)

ইপিনে সিপিনে চাও,
নেপাও লগৰী কাকো;
খায় দেখো জন্তুবেৰে মোক।
কাকুতি কৰিছো হৰি,
বিপদবাৰণ তুমি;
ৰক্ষা কৰা ভাগা দাসক।।

(৪)

এতিয়া বুজিছো মই,
তুমি বিনা ৰক্ষা কৰ্ত্তা;
নেপাও কেনিও দেখা কাক।
দন্তে তৃণ ধৰি মই,
মাতিছো কাতৰে হৰি;
কৰা ত্ৰাণ দীন অভাগাক।।

শ্ৰীৰামদেৱ গোস্বামী,
পাটি বাউসী,
১৮ চ'ত।

শ্ৰীশ্ৰীৰাধামাধৱো জয়তি।

## "বিজুলীৰ গতি"

১। বিজুলীৰ গতি বক্ৰ বুলি সকলোৱো জানে; বিজুলী জনসমাজৰ অস্বাস্থ্য জনক, তাৰ প্ৰমাণ "বাতায় কপিলা তাড়ৎ আতপায় লোহিনীবিদ্যুত" ইত্যাদি। কাজে কাজে কেতিয়াও বিজুলীয়ে সোঁ বাতে কথা নকয়। বেদ মন্ত্ৰাবিলাক ঋষিসকলে আৰু কিছুমান তিৰুতাই আন কি গুটিদেক শূদ্ৰদাসী পুত্ৰয়ো ৰচনা কৰিছে বুলি বিজুলীয়ে কৈছে। আমাৰ বোধে ইকথা উন্নতমানলোকে মনা দূৰে থাওক গৰু ৰখীয়া লৰায়ো

নেমানে। বেদ যে অনাদি ব্ৰহ্মা পৰি কল্পিত, তাৰ এটি অক্ষৰো কোনোৱে ৰচনা কৰা নাই। সেই গতিকে বেদৰ অপৰ নাম 'ব্ৰহ্ম'। যেতিয়া জলশায়ী নৰায়ণৰ শৰীৰৰ পৰা ব্ৰহ্মা বাহিৰ হৈ সৃষ্টি কৰিবৰ উৱাহিহে নেপায় ঠাঁহ মোঁহ খাই আছিল তেতিয়া অনাদি ব্ৰহ্মে, সেই বেদব্ৰহ্মাক ব্ৰহ্মাৰ হৃদয়ত যোগবলেৰে আবিস্কাৰ কৰি দিয়ে।। "তেনে ব্ৰহ্মাহৃদায় আদি কবয়ে" ইতি শ্ৰীমদ্ভাগৱতে। পাচত ব্ৰহ্মাই চাৰিও মুখেৰে বেদৰ সৃষ্টি কৰি, নিজৰ পুত্ৰ মহৰ্ষিসকলক পঢ়াইছিল। ধৰ্ম্মাৰক্ষাৰ নিমিত্তে ব্ৰহ্মাদিয়ে প্ৰাৰ্থনা কৰাত, দ্বাপৰৰ আদিত সত্যবতীৰ গৰ্ব্ভত জন্ম ধৰি ভগবানে বেদবিভাগ কৰে। মানুহে যেনেকৈ মনিৰ খনিৰ পৰা নানা মনি আনে, সেইদৰে ব্যাস দেবেও ঋক্ ষজু, অথৰ্ব্ব, আৰু সাম, এই মন্ত্ৰবিলাক উদ্ধাৰ কৰি বহবৃচ নিগম, ছন্দোগ আৰু আঙ্গীৰসী এই চাৰিখন সংহিতা কৰি চাৰিজন শিষ্যক পঢ়াইছিল। ইফালে যাজ্ঞবস্ক্যৰ স্তবত তুষ্ট হৈ সূৰ্য্যদেবে ঘোৰাৰূপ ধৰি কোনেও নজনা যজুমন্ত্ৰ বিলাক মহৰ্ষি যাজ্ঞবল্কাক দিয়ে। ঘোৰাৰ বাজস অৰ্থাৎ কেশৰপৰা বাহিৰ হোৱা বাবে 'বাজসনী" নাম পায়। সেই বাজসনী যজুঃ সকলক, কান্ব প্ৰভৃতি মহৰ্ষিসকলে ভাগ কৰি নিয়া বাবে কম্ব প্ৰভৃতি অনেক শাখাৰ সৃষ্টি হয়, ই কথা ভাগবতাদি নানা গ্ৰন্থত প্ৰমাণ আছে। যথা "দ্বাদশকন্ধে"

তেনাসৌ চতুৰো বেদান চতুভিৰ্ব্ব দনৌৰ্ব্বিভুঃ। সব্যাহৃতিকান্ মোঙ্কাৰাণ চতুৰ্হোত্ৰ বিবক্ষয়া" পুত্ৰানধ্যাপয়ৎতাং স্তুব্ৰহ্মৰ্ষীণ ব্ৰহ্মা কোবিদান। পৰাশৰাৎ সত্যবত্যামাং শাং সকলয়া বিভুঃ।।

অবতীৰ্ণো মহাভাগ বেদাং চক্ৰেচতুৰ্ব্বিধম।
ঋগথৰ্ব্ব যজুঃ সাম্নাং ৰাশীৰুদ্ধৃতা বৰ্গশঃ।।
চতস্ৰঃ সংহিতাশ্চক্ৰে মন্ত্ৰৈৰ্ম্মানি গণাইব।
একৈকাং সংহিতাং ব্ৰহ্মান্নৈকেক স্মৈদদৌবিভুঃ।।
এবংস্তুতঃ সভগবাণ বাজি ৰূপধৰোৰবিঃ।
যজুঃয্যযাতযামানি মুনয়ে দাৎপ্ৰসাদিতঃ।।
জগৃহু ৰ্বাজসন্যাস্তঃ কাম্বমাধ্যন্দিনাদয়ঃ।।

এই হেন বেদকো মানহে ৰচনা কৰা বুলি প্ৰগাঢ় বুদ্ধি পাঠকদেৱে কয়। তেখেতে যিবিলাক মন্ত্ৰ ঘোষাদিয়ে ৰচা বুলি কৈছে প্ৰকৃত পক্ষে ঘোষা দিয়ে সেইবিলাক মন্ত্ৰ ৰচা নাই। সেই বিলাক বেদমন্ত্ৰৰ উপাসনা দ্বাৰায় ঘোষা সিদ্ধিলাভ কৰিছিল; এইহে আচল স্থূল কথা। ঘোষাদি বেদ মন্ত্ৰৰ ৰচায়িত্ৰী নহয়। বেদ জানিছিল বুলি বেদাবাদিনী বা বেদবক্তী বোলে। পাঠকদেউ! আই যশোদায় কৃষ্ণক বান্ধিছিলে,

গন্ধৰ্ব্বকন্যা মালাবতীৰ ভয়ত ত্ৰিদশ কোটি দেবতা কম্পিত হৈছিল; স্বয়ং বিষ্ণুৱে ব্ৰাহ্মণ বেশ ধৰি আহি মালাবতীৰ স্বামীক জীয়াই দিয়ে। সাবিত্ৰীৰ হাতত জব্দ হৈ যমে সত্যবানৰ জীৱন এভোটাই দিছিল। অপুত্ৰক অশ্বাপতিৰ শত পুত্ৰলাভ অন্ধক দুমৎ সেনৰ চক্ষু এবং ভ্ৰষ্টৰাজ্য প্ৰপ্তি, সাবিত্ৰীৰ গৰ্ব্ভত যথাক্ৰমে, যথাকালত সত্যবানৰ ঔৰষেৰে শতপুত্ৰ লাভ, বৰো দিয়ে, ইত্যাদি। এনে অসাধ্য সাধন সৰ্ব্ব সাধাৰণ তিৰুতাই কৰিব পাৰিবনে? যদি পাৰে তেনেহলে বেদ পঢ়াটো আমাৰ একো আপত্তি নাই। প্ৰাতঃ স্মৰণীয় হওঁ বুলি অহল্যা, দ্ৰৌপদী, কুন্তী, তাৰা, মন্দোদৰীৰ চৰিত্ৰৰ অনুকৰণ কৰি, সৰ্ব্ব সাধাৰণ তিৰুতাই চলিবলৈ হলে ধৰ্ম্মনো আৰু ক'ত থাকিল! আমাৰ বাক পটু পাঠকদেৱে এই বোৰ কি গায় কব নোৱাৰো। আমোঘবীৰ্য্য ঋষি সকলৰ ঔৰষেৰে যদি শুকান কাঠৰ নাৰত ব্ৰহ্মজ্ঞান সম্পন্ন সন্তান হৈছিল, আৰু আৰু হৰিণীৰ গৰ্ব্ভতে বিপক্ৰিম জ্ঞআন গতি পুত্ৰও জন্মিছিল। তেন্তে তেনেকুৱা ঋষিৰ ঔৰষেৰে শূদ্ৰানীৰ গৰ্ভত ব্ৰাহ্মণ সন্তান জন্মাতনো পাঠক দেউৰ কি চকু পুৰিল। ইদৃক অসাধাৰণ শক্তিমান ঋষিসকলক উদ্দেশ কৰি মনুৱে কি কৈছে, ৰাইজে শুনি লওঁক।

"যাস্মাদ্বীজ প্ৰভাবেন তিৰ্য্যগজা ঋষয়ো ভবন। পূজিতাশ্চ তস্বাদ্বীজ প্ৰশস্যতে"

যিহেতু বীজৰ প্ৰভাবত হৰিণীৰ গৰ্ব্ভজাত মনুষ্য সন্তান ঋষি হৈ পূজিত আৰু প্ৰশস্ত হৈছিল সেই হেতুকে বীজক প্ৰশংসা কৰিব লাগে। ব্ৰহ্মৰ্ষি সকলে যেন ৰজাৰ শবদেহ মথন কৰি, "পৃথু" ৰাজাক উৎপাদন কৰিছিল সুদ্যুম্নক তিৰুতা গুছাই পুৰুষ কৰিব পাৰিছিল অগ্নিক সৰ্ব্বভক্ষ অগাধ সমুদ্ৰক অপেয়, চন্দ্ৰকো ক্ষয়ী কৰি থৈছে। গঙঅগা আৰু সমুদ্ৰকো গণ্ডুষ কৰি খাব পাৰিছিল। সেই ব্ৰহ্মৰ্ষিসকলৰ ক্ষত্ৰিয়াদিৰ অন্নভোজন ও কন্যা গ্ৰহণত একো দোষ জনক বুলিব নোৱাৰি। ৰাজৰ্ষি সসকলৰো অতিশয় বিস্ময়জনক চৰিত্ৰৰ কথা পুৰাণ মভাভাৰতাদিত সকলোৰে জনা শুনা আছে।

এই বোৰ কথালৈ মন নকৰি দাসী পুত্ৰ হৈয়ো ঋষিহৈ বেদ পঢ়িছে বুলি আদৰ্শ কৰি সৰ্ব্ব সাধাৰণ শূদ্ৰক, ব্ৰাহ্মণ বা বেদৰ গৰাকী পাতিব খোজাতো একান্ত নিৰ্ব্বোধতাৰ পৰিচয় মাথোন। শিবে বিহ খাইছিল পাঠকদেৱে দেখোন নিজ কলমেৰে ভাগবতৰ শোলোকটো লেখিছে।

ধৰ্ম্মব্যতি কৰোদৃষ্ট ঈশ্বৰনাঞ্চ সাহসম্।

তেজীয়সাং নবোষায় বহ্নেঃ সৰ্ব্বভুজোযথ।।

সাহসঞ্চদৃষ্টং প্ৰজাপতীন্দ্ৰসোম বিশ্বামিত্ৰাদিনাং তচ্চতেজিয়সাং ন দোষায় ভবতীতি শ্ৰীধৰস্বামি কৃত তৎটীকা।।

অসমীয়া অৰ্থঃ—ঈশ্বৰ সকলৰ ধৰ্ম্মব্যতিক্ৰম আৰু সাহস দেখা হৈছে।

তেজস্বীলোকৰ তাত একো দোষ নহয়। যেনে, অগ্নিয়ে সকলো দ্ৰব্যক ভোজন কৰিও দোষ ভাগি নহয়। সদাশয় পাঠক ডাঙ্গৰীয়াসকলে ভাগবতে আৰু কি কি কৈছে শুনক? নৈতৎসমাচৰেজ্জাতুমনসাপি হ্যনীশ্বৰঃ। বিনশত্যো চৰন্মৌঢ়াদ যথারুদ্রোব্ধিজং বিষম।।

অনীশ্বৰ লোকে কেতিয়াও মনেৰেও এনেকুৱা আচৰণ নকৰিব। ৰুদ্ৰৰ বাজে আনলোকে মূঢ় ভাবাপন্ন হৈ বিহ খালে নিশ্চয় মৰিব।

"ঈশ্বৰাণাং বচঃসত্যংতৰ্থৈবা চৰিতম্‌কৃচিৎ? তেষাং যৎস্ববচো যুক্তং বুদ্ধিমাংস্তৎ সমাচৰেৎ।।

ঈশ্বৰ সকলৰ কথা হলে সত্য কিন্তু আচৰণ কেতিয়াবাহে সত্য। অতএব বুদ্ধিমান লোকে ঈশ্বৰ বাক্যযুক্তকাৰ্য্য কেহে আচৰণ কৰে। ঈশ্বৰে আচৰণ কৰা কাৰ্য্যৰ আচৰণ নকৰে।

কুশলা চৰিতেনেষা মিহস্বাৰ্থো নবিদ্যতে।
বিপৰ্য্যায়েণ বানৰ্থো নিৰহঙ্কাৰিনাং প্ৰভো।।

নিৰহঙ্কাৰী লোকৰ মঙ্গল আচৰণ দ্বাৰায় এই পৃথিবীত কোনো অৰ্থ নাই। অমঙ্গল আচৰণ দ্বাৰায়ো একো অনৰ্থ নাই। এতিয়া বিবেচনা কৰক ঐশ্বৰিক শক্তি সম্পন্ন ঘোষাদিৰ বেদ সূক্তপাঠ, কবষকাদি ব্ৰাহ্মণত্বলাভ, ৰাজৰ্ষি সকলৰ পৰা ব্ৰহ্মৰ্ষি সকলৰ জ্ঞান শিক্ষা নীহ কুলিয়াৰ অন্ন ভোজন ও স্ত্ৰীগ্ৰহণ, ইত্যাদিৰ উদাহৰণ দি সৰ্ব্ব সাধাৰণকে, সেই কাৰ্য্যলৈ টনাটনি কৰাতো ভালনে! এইগতিকে আমি চতুৰ্থ সংখ্যাৰ 'প্ৰদীপিকাত' কৈয়ে আহিছোঁ যে অলৌকিক শক্তি সম্পন্ন ঋষিসকলৰ সৈতে শঙ্কৰদেব বা দামোদৰ দেবকস তুলনা কৰা উচিত নহয়। কৰিলেও মহাপুৰুষ সকলক ব্যঙ্গ কৰাহে হয়। সেই সম্বন্ধে সম্প্ৰতি বহুলায় নকও, প্ৰয়োজন হলে পাছতো কব পৰা হব। ধৰ্ম্ম একেদৰে থকা হলে, সত্য, ত্ৰেতা, দ্বাপৰ কলি বুলি যুগৰ প্ৰভেদ নহল হেতেন। যুগ ভেদে ধৰ্ম্মৰো প্ৰভেদ। যথা মনুঃ—

অন্যকৃত যুগেধৰ্ম্মাস্ত্ৰেতায়াং দ্বাপৰেপৰে।
অন্যেকলিযুগে নৃণাং যুগদ্ধাসানুৰূপতঃ।।

এতিয়া বিবেচনা কৰি চাওক, যুগান্তৰীয় ধৰ্ম্মটোক আনি এই কলিযুগত থাপিব খোজা "বিজুলীৰ" বক্ৰ গতি নহয়নে? পাঠকদেৱ! আপোনাৰ প্ৰবন্ধৰ নামে গুণে মিলি পৰিছে। ইতি।

# ভট্টদেৱ আৰু বৰদলৈ।

২। ভবানন্দ পাঠকদেৱে ভট্টদেৱৰ অভিপ্ৰায়লৈ ভালকৈ মন দিয়া নাই বা মন দিও বুজিব পৰা নাই। সেয়েহে ভট্টদেৱৰ কথাৰ লগত বৰদলৈৰ কথাৰ অনৈক্য দেখিছে।

হৰিহৰং বিধাতাৰং যঃ পশ্যেদেকৰূপিনম্।
স যাতি পৰমানন্দং শাস্ত্ৰাণামেষনিৰ্ণয়ঃ।।

অস্যাৰ্থ ঃ—

যেয়ে হৰি, হৰ আৰু ব্ৰহ্মাক একৰূপ দেখে সেয়ে মুক্তি পায়, এয়ে শাস্ত্ৰৰ নিৰ্ণয়। শ্লোকটিৰ ভট্টদেৱৰ অভিপ্ৰেত অৰ্থ হৈছে এই যে, "যথা স্বাঙ্গ, নাম ভেদে পি, মুখেনৈব ভোজনং কৰে নৈবা দানম্। তথা ত্ৰায়াণাম ভেদে পি বিষ্ণুৰেব মুক্তিপ্ৰদ ইতি"। অৰ্থ ঃ—যেনেকৈ নিজৰ অঙ্গৰ অভেদ থাকিলেও "মুখেৰে ভোজন, কৰেৰে গ্ৰহণ" সেই দৰে "ব্ৰহ্মা, বিষ্ণু, শিৱ," এই তিনি জনাৰ অভেদ থাকিলেও বিষ্ণুৱেহে মুক্তি দিব পাৰে। বিষ্ণুৱে মুক্তি দিয়ে সত্য; কিন্তু অঙ্গৰূপে ব্ৰহ্মা, শিৱ আদিক পুজিলে তেওঁলোকে নিৰ্ব্বিঘ্নে প্ৰধান মুক্তিদাতাৰ ওচৰ চপাই দিয়েগৈ। এয়ে নহলে মুক্তিদাতাৰ ওচৰ পোৱাই টান। যেনে—খোৱা দ্ৰব্যক হাতেৰে নি মুখত সুমাই দিলেহে খোৱা হয় নিদিলে ভোজনৰ বাধা পৰে। ভট্টদেৱৰ অভিপ্ৰেত অৰ্থ এয়েহে। নহলে মুখেৰে ভোজন, হাতেৰে গ্ৰহণ এই উপমাৰ সাৰ্থক দেখা নেযায়। বিষ্ণুক দেখিলে মোক দেখা হয় বুলি কাৰ্ত্তিকৰ আগত শিৱই যি দৰে কৈছে আন পক্ষে সেই দৰে মহা বিষ্ণুৱে ব্যাসৰ আগত কৈছে "তুমি যদি মোৰ শুভ বাঞ্চা কৰা, এতিয়া শিৱক স্তুতি কৰা, কেতিয়াও শিৱক হেয় জ্ঞান নকৰিবা।

"ইদানীং স্তুতিহং শম্ভুং যদি মে শুভমিচ্ছসি। অন্যদাপিনবৈকাৰ্য্যা ভবতাশে মুষীদৃশী"

শিৱ বিষ্ণুৰ কথাৰ দ্বাৰায় এইটো বোধ হয় যে বিষ্ণুক বন্দনাদি কৰিলে শিৱৰ সন্তোষ। শিৱক বন্দনাদি কৰিলে বিষ্ণুৰ সন্তোষ; কিন্তু শিৱক হেয় কৰিলে বিষ্ণু ৰুষ্ট হয়। বিষ্ণুক হেয় কৰিলে শিৱ ৰুষ্ট হয়। তেনেহলে 'হৰিহৰং বিধা তাৰং" এই শ্লোকৰ সহিত আৰু সেই শ্লোকৰ ভট্টদেৱৰ অভিমত অৰ্থৰ সৈতেও একো বিৰুদ্ধ দেখা নেযায়। শিবাদাক পূজা কৰিব নেপায় বুলি ভট্টদেৱে কোৱা নাই। পাঠকদেৱেহে ওলোটাই বুজিছে। এতিয়া ৰাইজসকলে ভাবি চাওঁক, বৰদলৈ ডাঙৰীয়াই "শিৱ আৰু শক্তিক পূজা কৰিহে বিষ্ণুক নিৰাপদে পূজিব পৰা যায়" বোলা কথাৰে সৈতে ভট্টদেৱৰ কথাৰ মিল নে অমিল?

দামোদৰীয়াসকলে অন্য দেবতাৰ সৈতে মূল দেবতা শ্ৰীবিষ্ণুৰ অৰ্চ্চনা কৰে।

দামোদৰীয়াই কেবল তুলসীক শ্ৰদ্ধা কৰি বেল পাতক অনাদৰ নকৰে। আজিকালিৰ কিছুমান লোকেহে বেল পাতৰ নাম তিনি-ঠেঙ্গীয়া দি উপহাস কৰি বেলপাতক দেখিলে তিন দেও মাৰে। প্ৰভূ শঙ্কৰদেৱৰ নিদত হলে, এনেকুৱা নহয়; যিহেতু বিষ্ণুৱে শিবৰ আগত "তোমাৰে মোৰে একে কায়া" বুলি কোৱা কথা ফাকি শঙ্কৰদেৱে কীৰ্ত্তনত এইদৰে লেখি গৈছে—

"আত নকৰিবা খেদ, কিঞ্চিতো নাহিকে ভেদ, তোমাৰে আমাৰে একে কায়া" আৰু শিব বিষ্ণুৰ গুণনাম প্ৰভেদ কৰাটো নামৰ মহা অপৰাধ বুলিও কীৰ্ত্তনত লেখি গৈছে। "গুণনাম যত বিষ্ণু শিবৰ, তাক ভিন্ন বুদ্ধি কৰে যি নৰ।। নামৰ সিয়ো মহা অপৰাধী। নৰকত পৰে দৈবে নৱাধি"। শিষ্টাচাৰতো দেখা যায়, পৰমহস শ্ৰীধৰ স্বামীয়ে গীতা, ভাগবতৰ টীকাৰ প্ৰাৰম্ভতে অভেদ শিব বিষ্ণুৰ বন্দনা কৰিছে, যথা—

"উমাধৰং প্ৰণম্য মাধৰম্" ইত্যাদি সুবোধ ন্যাম"
মাধবো মাধবো বিশৌ" ইত্যাদি "ভাবাৰ্থ দীপিকায়াম"

ভেদজ্ঞান কৰি ব্যাস হেন পুৰুষৰ কি অবস্থা হৈছিল বোধ হয় পাঠক দেউৰ জনা থাকিব পায়। শক্তি সম্বন্ধে মাৰ্কণ্ডেয় পুৰাণে কৈছে—

"সাবিদ্যা পৰমা মুক্তেৰ্হেতু ভূতা সনাতনী
সংসাৰবন্ধ হেতুশ্চ সৈব সৰ্ব্বেশ্বৰেশ্বৰী"

সনাতনী সৰ্ব্বেশ্বৰেশ্বৰী সেই দেবীয়ে সংসাৰবদ্ধ আৰু মুক্তিৰ কাৰণ।

"যামুক্তি হেতুৰ বিচিন্ত্য মহা ব্ৰতাচ অভ্য স্যসে মুনিয়তেন্দ্ৰিয় তত্ত্বসাৰৈঃ মোক্ষা, থিভি স্মুনিভিৰস্ত সমস্ত দোষৈঃ। বিদ্যাসি সা ভগবতি পৰমাহি দেবি।।

হে দেবি? ইন্দ্ৰিয়ক দমন কৰি মোক্ষাৰ্থী মুনিসকলে মুক্তিৰ হেতু বুলি যাক উপাসা কৰে সেই পৰমা বিদ্যা তুমিয়েই। সদাশয় পাঠক ডাঙ্গৰীয়া সকল! মুক্তিৰ কাৰণ যদি শক্তিও হল, তেন্তে শক্তিক পূজা কৰাটো যুগুত নে অযুগুত; কাৰণ নহলে জানো কাৰ্য্য হয়? দামোদৰী ধৰ্ম্ম শ্ৰুতি, স্মৃতি, পুৰাণ ও তন্ত্ৰাদিবিহিত। সজা ধৰ্ম্ম নহয়। গতিকে দামোদৰ পন্থীৰ সম্প্ৰদায়িক সজা গ্ৰন্থও নাই। আছে মাথোন শ্ৰুতি, স্মৃতি আদিহে। আৰু বৰদলৈ ডাঙ্গৰীয়াৰ পিতৃ পিতামহসকলেও কেই খনমান সাম্প্ৰদায়িক গ্ৰন্থ কৰি থৈ যোৱা নাই। পাঠকদেৱে দামোদৰ পন্থীৰ সাম্প্ৰদায়িক গ্ৰন্থৰ পদ বা শ্লোক তুলিবৰ কথা কলেনো কৰ পৰা দিব। বৰদলৈ ডাঙ্গৰীয়াই দিব পাৰে শ্ৰুতি, স্মৃতি সংহিতা, পুৰাণ আৰু তন্ত্ৰাদিৰ মতকেহে। বৰ্ত্তমানে সেই বিলাকৰ মতকে দিয়েই আছে; দি থকাও হৈছে।

ইতি।

# কোৰ দামোদৰ আৰু হালোৱা শঙ্কৰ।

মানুহে কথাতে কয় যে ছায়াটোক কিল ডাঙ্গিলে ছায়াটোৱেও ডাঙ্গে। যদি কোনোবা মহাপুৰুষীয়াই ঈৰ্ষাৰ বশ হৈ প্ৰভু দামোদৰদেৱক "কোৰ দামোদৰ" বুলিছিল তাৰ প্ৰত্যুত্তৰত কোনোবা দামোদৰীয়ায়ো "হালোৱা শঙ্কৰ, বোলাটো অসম্ভবপৰা নহয়। সেই কথাকে ভক্তিৰ উদ্ৰেক কৰি বেচেৰা বৰদলৈয়ে আধ্যাত্মিক ভাবে উভয় শব্দৰ ব্যাখ্যা দিয়াতে দেখোঁন কাৰো একো হানি হোৱা নাছিল? আৰু উভয় মহাপুৰুষৰে ঐশ্বৰিকত্বও দূৰ হোৱা নাই? এনে সামঞ্জস্য কথা কোৱাতো বাক শ্লক্ষ্ণ পাঠকদেৱে সেই কথাৰ পুনৰায় উল্লেখ কৰি বাক্ জাল বঢ়াবৰ একো কাৰণ দেখা নেযায়? যাইউক ভবানন্দ পাঠক দেৱে সেই ব্যাখ্যা কৰ্ত্তন কৰি ব্যাখ্যা কৰিছে যে, "পৌৰাণিক অবতাৰ মতেও হালোৱা অবতাৰ শাস্ত্ৰসম্মত। মহা বিষ্ণুৱে হলিৰাম ৰূপে হাল ধৰিছিল। কোৰ অবতাৰ শাস্ত্ৰত নাই, আছে মাথোন কুঠাৰ আৰু দা। দামোদৰ বিষ্ণুৰ অবতাৰ নহয়। কিয়নো তেওঁৰ হাতত দা বা কুঠাৰ নাছিল" এতিয়া সৰুৰেপৰা উপনিষদ চৰ্চ্চা কৰি মূৰৰ চুলি শুকুলা কৰোঁতা ভবানন্দ পাঠক দেৱৰ ব্যাখ্যাৰপৰা আমি জানিব পাৰিলোঁ যে, যত হালোৱা আছে সকলো ঈশ্বৰৰ অংশ। অবতাৰ হলিৰাম। কুঠাৰ ধৰা সকলো বোৰেই ঈশ্বৰৰ অংশ। অৱতাৰ পৰশুৰাম। দা ধৰা সকলোবোৰেই ঈশ্বৰৰ অংশ। অবতাৰ কল্কী। অবতাৰ নহয় মাথোন "কোৰ" ধৰা সকলেহে। এইটো কথা আগেয়ে আমাৰ জনা নাছিল, মনস্বী পাঠকসকলেও মনত ৰাখি থওক। এই বিষয়ে আমাৰ আৰু বক্তব্যৰ শেষ হৰি বোলা হৰি।

# বিশ্বামিত্ৰ আৰু গায়ত্ৰী।

বেদৰ ভিতৰত যি মন্ত্ৰ সৰ্ব্ব শ্ৰেষ্ঠ বুলি বিপ্ৰসকলে এতিয়াও জপ কৰে সেই গায়ত্ৰী মন্ত্ৰ ৰচয়িতা হেনো ক্ষত্ৰিয় বিশ্বামিত্ৰ বুলি সাস্ত্ৰৰ পাৰদৰ্শী দ্বিতীয় ব্যাস ভবানন্দ পাঠক দেৱে কয়। যদি সেয়ে হয়, বিশ্বামিত্ৰৰ পিতৃ পিতামহৰ দিনত গায়ত্ৰী নাছিল? সেই কালৰ দ্বিজ জাতিটো গায়ত্ৰীহীন আছিল? পাছত বিশ্বামিত্ৰৰ দিনৰ পৰাহে গায়ত্ৰী ফেৰা দ্বিজ জাতিয়ে পালে? ক্ষত্ৰিয় বিশ্বামিত্ৰ সপ্তৰ মন্বন্তৰৰ লোক নহয়নে? প্ৰথম স্বায়ম্ভুৱ মন্বন্তৰত জড় বিপ্ৰক গায়ত্ৰী শিক্ষা দিয়া পঞ্চম স্কন্ধৰ এই কথাটো নহয়নে?

"চন্দাং স্য ধ্যা পয়িয়্যণ সহব্যা হৃতিভিঃ স প্ৰণবশিৰস্ত্ৰি পদাং সাবিত্ৰীম্ গ্ৰৈস্ম বাসন্তি কান্ মাসান ধীয়ানমপ্য সমবেত ৰূপং গ্ৰাহয়ামাস"

আৰু বিশ্বামিত্ৰৰ জন্মৰ পূৰ্ব্বে বামন অবতাৰ সূৰ্য্যদেৱে বামনক গায়ত্ৰী দান দিয়া বুলি অষ্টম স্কন্ধে কোৱা নাইনে? "তসোপনীয়ম নস্য সাবিত্ৰীম সবিতাব্ৰবীৎ"

এই কথাবিলাক ভুলি বা বামুণে ৰচা পুথিৰ কথা বুলি ষ্টৰিৰ ভিতৰত ৰখা হবনে কি? আমি জানো যে, গায়ত্ৰী ৰচক বিশ্বামিত্ৰ ঋষি ব্ৰাহ্মণহে ক্ষত্ৰিয় বিশ্বামিত্ৰ নহয়। এই সম্বন্ধে যাজ্ঞবল্ক্য ঋষিয়ে কৈছে,,

বিশ্বস্য জগতা মিত্ৰং বিশ্বামিত্ৰং প্ৰজাপতিঃ। বিনিয়োগ উপনয়নে প্ৰাণায়ামে জপে তথা। তপসা সুসমৃদ্ধস্য আদি সৰ্গে স্বয়ম্ভুবঃ। ওঁকাৰ পূৰ্ব্বা গায়ত্ৰী নিৰ্জ্জ গামততো মুখাৎ।।

অৰ্থঃ—জগতৰ মিত্ৰ বাবে বিশ্বামিত্ৰ শব্দে প্ৰজাপতি "ব্ৰহ্মাক" বুজায়। উপনয়ন, প্ৰাণায়াম আৰু জপত, বিনিয়োগ কৰিব লাগে। তপস্যা দ্বাৰায় সমৃদ্ধি লাভ কৰোতা ব্ৰহ্মাৰ মুখৰপৰা ওঁ কাৰ পূৰ্ব্বা গায়ত্ৰী ওলাইছে। মনু আৰু বৃহদ্বিষ্ণুয়েও কৈছে "ওঁ কাৰ পূৰ্ব্বি কাস্তিব্ৰো মহা ব্যাহৃতয়ো ব্যায়াঃ। ত্ৰিপদা চৈৰ গায়ত্ৰী বিজ্ঞেয়ং ব্ৰহ্মণোমুৰম।।

অৰ্থঃ—ওঁ কাৰ পূৰ্ব্ব তিনিটা ব্যাহৃতি আৰু তিনিপাদ গায়ত্ৰীক ব্ৰহ্মাৰ মুখ বুলি জানিব লাগে 'চন্দোগ পৰিশিষ্টে কয়"

"সৰ্ব্বেসামেব বেদানাং গুহ্যোপনিষদ স্তথা। সাৰ ভূতাতু গায়ত্ৰী নিৰ্গতা ব্ৰহ্মণো মুখাৎ"।

সকলো বেদৰ আৰু গোপ্য উপনিষদৰ সাৰভূতা গায়ত্ৰী ব্ৰহ্মাৰ মুখৰপৰা বাহিৰ হৈছে। এতিয়া ৰাইজ সকলো কি বুজে বুজক।

## দ্বিজ ৰামানন্দৰ সাক্ষ্যত প্ৰদীপিকাৰ স্তুতি।

দেবি প্ৰদীপিকে? আমি মনুষ্য শৰীৰে তোমাক কি স্তুতি কৰিম স্বয়ং ব্ৰহ্মাই কৈছে—"বিষ্ণুঃশৰীৰ গ্ৰহণ মহমীশান এবচ। কৰিতাস্তে যতো তস্ত্বং কঃস্তোতুং শাক্তমান ভবেৎ"

হে দেবি! তুমি বিষ্ণুক মোক আৰু শিবকো শৰীৰ গ্ৰহণ কৰাইছা। এতেকতে, কোনেনো তোমাক স্তুতি কৰিব পাৰে। মাত! তোমাৰ উদ্দেশ্য সিদ্ধ হল, এতিয়া তুমি ক্ষান্ত থাকিলেও থাকিব পাৰা? ব্ৰহ্মময়ী! প্ৰভূ "দামোদৰদেব শঙ্কৰদেবৰ শিষ্য" এই অলীক কথাটো শুনি শুনি অসহ্য হোৱাত "প্ৰদীপিকা" ৰূপে অবতীৰ্ণা হবৰ দিন ধৰি কৈ আহিছা, দেবদামোদৰদেব আনৰ শিষ্য নহয়, দামোদৰদেব যে ব্ৰাহ্মণৰ শিষ্য ই কথা নিৰ্ভুল। বহু পৰিযত্ন দ্বাৰায় বিপক্ষসকলে তোমাৰ কথা ৰদ কৰিব নোৱাৰি,

পৰিশেষত "দ্বিজ ৰামানন্দক" স্যক্ষী মান্য কৰি, নিজে নিজে জব্দত পৰি কৈছে যে, "শঙ্কৰদেৱে দামোদৰ দেৱক মন্ত্ৰ দিয়া নাই। মন্ত্ৰ দিছিল ব্ৰাহ্মণে "ৰামৰাম" গুৰুৱে"। হে অমোঘ বীৰ্যে? যি মুখেৰে প্ৰভু দেৱদামোদৰ দেৱক আনৰ শিষ্য বুলিছিল আজি আমাৰ আগত পৰি সেই মুখেৰেই প্ৰভু দেৱদামোদৰদেৱক ব্ৰাহ্মণৰ শিষ্য বুলি কৈ সিপাৰ কৰিলে। এতিয়া সি পক্ষৰ মতেও প্ৰভু দেৱদামোদৰদেৱ যে ব্ৰাহ্মণৰ শিষ্য অপৰৰ নহয়, এইটি ষ্টৰিৰ পৰা হিষ্টৰিলৈ অবাধে প্ৰমোচন পালে। প্ৰভু শঙ্কৰদেৱৰ চৰিত্ৰৰ মতেও দেখোঁন প্ৰভু দেৱদামোদৰদেৱ প্ৰভু শঙ্কৰদেৱৰ শিষ্য নহয়? এনেস্থলত অযথা ৰূপে প্ৰভু দামোদৰদেলক শঙ্কৰ দেহৰ শিষ্য বোলাসকলৰ কিমানদূৰ অসাম্প্ৰদায়িক বিদ্যা বুদ্ধিৰ প্ৰচুৰ্যতা, মনস্বী পাঠকসকলে এবাৰ গমি চাওক। "হৰি মন্দিৰত ৰাম ৰাম গুৰুৱে হে দামোদৰ দেবক শৰণ দিছিল" বুলি দ্বিজ ৰমানন্দে ক'লে শঙ্কৰদেৱে দিয়া বুলি নকলে। বৰদলৈ ডাঙ্গৰীয়া? আপুনি ধন্য হল, আপোনাৰ সকলো পৰিশ্ৰম আজি বলবান হৈ উঠিল। আপুনি আতজৰপৰা "সদায় সত্যৰ জয়" বুলি কোৱা কথাষাৰ আজি ৰমানন্দ দ্বিজৰ মুখতে চুড়ান্ত নিষ্পত্তি হৈ গল। দ্বিজ ৰমানন্দৰ কথাৰপৰা আমি স্পষ্টকৈ জানিবলৈ পালো যে শঙ্কৰদেৱে দেব দামোদৰ দেবক গুৰু তুল্যকৈ মানিছিল। নহলে কিয় গুৰু বুলি অভিভাষণ কৰিব? ৰমানন্দে কৈছে "বুলিলন্ত ৰাম ৰাম গুৰু শুনিয়োক। দামোদৰ গুৰুক শৰণ কৰায়োক" বোলোহে গুৰুৱে শিষ্যক "গুৰু বোলা" কোন দেশব নীতি বা কোন শাস্ত্ৰব মতহে? হে দামোদৰীয়া ভ্ৰাতৃসকল এবাৰ মুখভৰি জয় হৰি বোলা হৰি"।

শ্ৰীযশস্পতি শৰ্ম্মা।

## শ্ৰীগুৰু ৰূপ মালা।

নমো দামোদৰ, গুণৰ সাগৰ,
ৰূপ মনোহৰ,
গৌৰ কলেবৰ।।
ভকত বৎসল, কীৰিতি নিৰ্ম্মল,
জগত মঙ্গল,
বেশ সমুজ্জল।।
ৰাতুল চৰণ, সেবে যিতো জন,
তাপ বিনাশন,

আঙ্গুল সুঠান।।
নখ চন্দ্ৰ ৰুচি, প্ৰকাশয় শুচি,
দুখক নিমুচি,
দেখি মন খুচি।।
জঙ্ঘা মনোৰম, তাপ উপসম,
উৰু নিৰুপম,
কৰি কৰ সম।।
নাভি সৰোবৰ ললিত উদৰ,
পৃথু তুঙ্গতৰ,
হৃদয় সুন্দৰ।।
বাহু দুই থান, মৃণালৰ ঠান,
আজানু লম্বন,
পৰম শোভন।।
কিশলয় সৰি, কৰকান্তি কৰি
সুদীৰ্ঘ আঙ্গুৰি,
চম্পাৰ পাকৰি।।
নখ পুৰ্ণ চন্দ্ৰ, যেন অৰবিন্দ,
দেখি হৰে দ্বন্দে
মিলে মহা নন্দ।।
কমলৰ পৰ্ণ, সুদীৰ্ঘ নয়ন,
নাসিকা শোভন,
সম দুই কৰ্ণ।।
দন্ত মুক্তা পান্তি, কুণ্ডকৰি কান্তি,
জিনি প্ৰকাশন্তি
মন উপাসন্তি।।
হাস্য নিৰিমল, অধৰ ৰাতুল,
যেন বিম্ব ফল,
দেখন্তে উজ্জ্বল।।
মধুৰ বচন, গম্ভীৰ গমন,
মুৰুকি মদন,

সজ্জন ৰঞ্জন॥
হেনয় মুৰুতি চিন্তে যিতো নিতি,
মিলয় ভুকুতি,
পাৱয় মুকুতি॥
ভকতৰ মায়া, দুখক দেখিয়া,
বৈকুণ্ঠ ছাৰিয়া,
অৱতাৰ হুয়া॥
ভকতি অপাৰ, কৰিয়া বিস্তাৰ
লোকক নিস্তাৰ,
কৰিলা ইবাৰ॥
এ ভব ভঞ্জন, ভকত ৰঞ্জন,
তোমাৰ চৰণ.
পশিলো শৰণ॥
মোৰ ইষ্ট গুৰু, যেন কল্পতরু.
দান্তে তৃণ ধৰো,
দণ্ডৱতে পৰো॥
নেৰিবাহ নাথ, মই হে অনাথ,
নমো দমাই নাথ,
প্ৰভু জগন্নাথ॥
স্মৰা সৰ্ব্বজন, গুৰুৰ চৰণ,
নেৰিবা সঘন,
ভকতি বৰ্দ্ধন॥
দেব দামোদৰ, বিষ্ণু অৱতাৰ,
ভজা সৰ্ব্ব নৰ,
গুচে কৰ্ম্ম জ্বৰ॥
গোপালে ভণিলা, গুৰু ৰূপ মালা,
দামোদৰ বোলা,
বৈকুণ্ঠক চলা॥

গোপাল মিশ্ৰ।
(ঘোষাৰত্নৰ ৰচক)

টোকা। এই পদ্যটি মই পাটবাউসী সত্ৰৰ বৰ্ত্তমান অধিকাৰ পূজ্যপাদ শ্ৰীশ্ৰীযুত গোবিন্দদেৱ গোস্বামীৰপৰা পাইছিলো। আগেয়েই প্ৰকাশ হোৱা নাছিল। পাটবাউসী সত্ৰৰ অধিকাৰে কবিবৰ গোপাল মিশ্ৰৰ এই লুপ্তপ্ৰায় সুন্দৰ কবিতাটি উদ্ধাৰ কৰাৰ বাবে তেখেত আমাৰ অশেষ ধন্যবাদৰ পাত্ৰ। এই দৰে কত জন কবিৰ সুন্দৰ সুন্দৰ কৃত্য যে আমাৰ দেশত লোপ পাইছে তাৰ ঠিক নাই। সেই গুণে সকলোৱে চেষ্টা কৰিব লাগে যাতে অন্ততঃ নাম জনা তবিসকলে লিখাবিলাক লোপ নাপায়।

শ্ৰীহেমচন্দ্ৰ গোস্বামী।

# নিৰ্ম্মল ভকত।

ত্ৰয়োবিংশ আধ্যায়া

পিছ দিনা ডাঙ্গৰীয়জন আকৌ যথা সময়ত আতৈৰ ওচৰত আহি বহিল। আতৈয়ে কলে ঃ—"ডাঙ্গৰীয়া! আপুনি কি সুধিব খুজিছে সোধক। ডাঙ্গৰীয়াজনে কলেঃ—"আতৈ! মোৰ কথাটো এই। আপুনি কৰাপাটতে শপোনত আপোনাৰ কৃষ্ণক যেতিয়াই দেখিছিল তেতিয়াইতো আপোনাৰ সিদ্ধি হৈয়ে গৈছিল, এনেস্থলত নো আপোনাৰ আকৌ গুৰু লৈ শৰণ, দীক্ষা, ভজন ইত্যাদি লবৰ কি দৰকাৰ আছিল? মোৰ মনেৰে হলে এই গুৰুগুৰ গুৰুসকলৰ ৰোজগাৰ বঢ়োৱাৰহে বাট। ক্ষমা কৰিব মই এইফেৰা টান কথাও কলোঁ।

নিৰ্ম্মল ঃ—"ডাঙ্গৰীয়া! আপুনি বৰ অন্যায় কথা কলে। হিন্দু ধৰ্ম্মৰ বাটত যাবলৈ গলেই গুৰু নহলে নচলে। ধৰ্ম্মৰ বাট বৰ জটিল। সেই বাটেদি যাবলৈ হলেই বাট দেখুৱাওতা এজন লাগিবই। বাট দেখুৱাঁওতা নহলে এন্ধাৰত ধৰকৈ খুন্দা কাটল খাই কৰাত ইতি ভৰিও ভাঙ্গিব পাৰে আনি কি প্ৰাণো নাশ হব পাৰে। "গু" মানে অন্ধকাৰ আৰু "ৰু" মানে যি সেই অন্ধকাৰ হৰণ কৰি পোহৰ দেখুৱাই দিয়ে। গুৰুৱে দেখুৱাই নিদিলে বা চলাই নিনিলে কি কৃষ্ণ বিষ্ণু, কি শিব দুৰ্গা, কি সূৰ্য্য গণেশ কাকো পোৱা নেযায়। মোৰ নিচিনা নিঃকিনৰ কথাটো এৰকেই। যি সকল অৱতাৰী পুৰুষ হৈ গৈছে সেই সকলকো গুৰুৰ আৱশ্যক হৈছিল। বিনা গুৰুৱে অন্ততঃ হিন্দুৰ হিন্দু ধৰ্ম্ম কেতিয়াও লাভ নহয়। হিন্দু ধৰ্ম্মটোৱে গুৰু, ব্ৰাহ্মণ, এই দুটা ভেটিৰ ওপৰতহে স্থাপিত। এই দুটা বাদ দিলে হিন্দু ধৰ্ম্ম নেথাকে। বাৰু আপুনি কৈছে যে মই যেতিয়াই কৰাপটিতে ঈশ্বৰ কৃষ্ণক সপোনত দেখিলো মোৰ তো সিদ্ধিয়ে হল। মোক আৰু কেলেই গুৰু লাগিছিল। ডাঙ্গৰীয়া! আপুনি নিজৰ মনতে, নিজৰ অভিজ্ঞ তাৰ

ওপৰতে নিৰ্ভৰ কৰি ভাবি চাওকচোন মন বোলা এই বস্তুটো কেনে চঞ্চল। আজি আপোনাৰ মনত, সংসাৰত কিছু ঠেলা হেচা খাই বৰ বৈৰাগ্য উপস্থিত হল। কাইলৈ বা পৰহিলৈ সংসাৰৰ ঠেলা হেচা আঁতৰি গৈ আপোনাক বৰ সুখৰ আবস্থাত তুলিলে, তেতিয়া আপোনাৰ মনত সেই দুখৰ অবস্থাত ওপজা বৈৰাগ্য ভাবটো থাকেনে বা থাকিব খোজেনে? আপুনি পাৰ পায় গীতাত অৰ্জ্জুনৰ নিচিনা ভক্তেও প্ৰভু কৃষ্ণক কৈছে ঃ—"চঞ্চলং হি মনঃ কৃষ্ণ প্ৰমাথি বনবদ্দৃঢ়ং তস্যাহং নিগ্ৰহং মন্যে বায়োৰিব সুদুষ্কৰং"। ডাঙ্গৰীয়া! মন এনেকুৱা চঞ্চল বস্তু। অবশ্যে তিৰুতাজনী দেখি অহাৰ পাচত মই বৈৰাগ্যৰ ভাবত শপোনত কৃষ্ণ দেখিছিলোঁ; কিন্তু সিমানতে যদি ভাবি গুৰুধাৰণ নকৰিলোঁ হেতেন, বা শৰণ ভজন নললোঁ হেতেন, তেনেহলে ডাঙ্গৰীয়া! আপুনি ডাঠি কব পাৰেনে যে মই আজি এই অৱস্থাতে থাকিলোঁ হেতেন। মোৰ মনৰপৰা সেই কৃষ্ণ কিজানি কিমান দূৰলৈ গল হেতেন আৰু কৃষ্ণৰ ঠাই ফেৰা হয়তো কত ৰকম ভূত প্ৰেতে, অৰ্থাৎ পাপ ভাবে অধিকাৰ কৰিলে হেতেন তাকনো কোনে কব পাৰে? ডাঙ্গৰীয়াজনে সুধিলেঃ—"আঁতৈ! মই কথাটো নুবুজিলোঁ। গুবধাৰণ নকৰা হলেও কিজানি আপুনি শুদ্ধ মনেই থাকিল হেতেন। গুৰু ধাৰণ কৰিহে যে আপুনি শুদ্ধমনে ৰইছে তাৰনো প্ৰমাণ কি?"

নিৰ্ম্মল আতৈ—"ডাঙ্গৰীয়া! বাৰু আপোনাক সহজ ভাবেৰে কওঁ। শপোনত কৃষ্ণ যেন নিধি অকস্মাৎ কেতিয়াবা পালেও দখিলেও দিঠকত সেই নিধি, প্ৰায় পাহৰা যায়। গুৰুধাৰণৰপৰা অৰ্থাৎ গুৰুত শৰণ, আৰু গুৰুৰপৰা নাম মন্ত্ৰ, ভজন ইত্যাদি লোৱাৰপৰা এইটো হয় যে যি ইষ্ট তুমি শপোনত দেখিলা সেই ইষ্টৰ ধাৰণা গুৰুৱে দিয়া নাম মন্ত্ৰ, দীক্ষা শিক্ষাৰপৰা হৃদয়ত দকৈ বহে। অন্ততঃ গুৰুৱে দিয়া মন্ত্ৰ নিতৌ সংগোপনে আবৃত্তি কৰিলে, আৰু শ্ৰৱণ কীৰ্ত্তন, মনন, নিদিধ্যামেন ইত্যাদি নিতৌ কৰিলে তোমাৰ ইষ্টৰ নাম আৰু ৰূপ হৃদয়ৰপৰা অতি সহজে আঁতৰি যাব নোৱাৰে। আঁতৰিব খুজিলেও এইবিলাক নিত্য ক্ৰিয়াই বাট ভেটি ধৰিব—অৰ্থাৎ প্ৰভু কৃষ্ণৰ নাম তোমাৰ অন্তৰৰপৰা, তেওঁৰ ৰূপ তোমাৰ হৃদয়ৰপৰা যাব নোৱাৰিব। এইদৰে এই সমস্ত নিত্যক্ৰিয়া কৰোঁতে কৰোঁতে অভ্যাসৰ বলত সেই নাম তোমাৰ জীৱনৰ, আমাৰ অংশ স্বৰূপ হৈ পৰিব। জীৱনত এই নাম আৰু ৰূপ তোমাৰ মনৰ অংশৰ নিচিনা হৈ গলে মৰণ কালত সেই নাম তোমাৰ মুখেৰে আহিব আৰু সেইৰূপ তোমাৰ হৃদয়ত অঙ্কিত হব। সেয়ে হলে তুমি মৃত্যুৰ সিপাৰলৈ গৈ তোমাৰ হৃদয়ৰ ধন সেই কৃষ্ণক পাবাগৈ। শাস্ত্ৰে ইয়াকে কয়। "যাদৃশি ভাবনাযস্য সিদ্ধিৰ্ভবতি তাদৃশি"। গুৰু সকলেও ইয়াকে শিকায়। শ্ৰীকৃষ্ণেও গীতাত কৈছে "অসংশয়ং

মহাবাহো মনো দুৰ্নিগ্ৰহং চলং অভ্যাসেন তু কৌন্তেয়, বৈৰাগ্যেন চ গৃহ্যতে"। মই শপোনত কৰাপাটত যি ৰূপ দেখিছিলোঁ সেই ৰূপকে ধ্যান কৰিবলৈ, সেই ৰূপকে গাবলৈ, সেই ৰূপকে স্তুতি কৰিবলৈ, সেই ৰূপৰে কীৰ্ত্তন কৰিবলৈ মোক মোৰ প্ৰাণৰ গ্ৰুৰুদেৱে উপায় দিছে আৰু লগত পাৰ্ষদ স্বৰূপে ৰাখিও শিকাইছে। ডাঙ্গৰীয়া! চাওক গুৰু কেনে পৰম বস্তু। তোমাৰ কেনে বন্ধু পিতা, আশ্ৰয়দাতা। গুৰু সাক্ষাৎ ভগবান। আনকি সাকাৰ কৃষ্ণ বুলিলেও হানি নাই। মোলৈ হলে বৰং কৃষ্ণকে নালাগে তথাপি মোক গুৰু লাগে। গুৰুক পালেহে কৃষ্ণক পাম। গুৰুক নাপালে কৃষ্ণকো নাপাওঁ। গুৰু তুষ্ট হলেহে মোৰ কৃষ্ণ তুষ্ট হয়। ডাঙ্গৰীয়া! হিন্দুৰ গুৰু পৰম ধন—বিশেষ মন্ত্ৰদাতা গুৰু। ডাঙ্গৰীয়া! এই খিনিতে মই আকৌ নাগাই নোৱাৰিলোঁ—"অ গুৰু মোকে দয়া নছাড়িবা এ। মই বৰ পাতকীৰ পাপী গুৰু চৰণে ৰাখিবা এ"। ডাঙ্গৰীয়া জনে কলেঃ—আতৈ! কথা এটা সোঁধো। শপোনত কৃষ্ণক দেখা এটা মায়া বা মৰিচিকা নহয়নে? আৰু সেই মৰিচিকাটোৰ অৰ্থে সমস্ত জীৱনটোকে এই পৃথিবীৰ সুখ ভোগ ত্যাগ কৰি দুখেৰে কটোৱাটো নো কি ভাল? ছাঁয়া এটাফ পিছে পিছে ফুৰি জীৱন কটোৱাৰ লাভ কি? সংসাৰলৈ আহিছোঁ খাম লম সুখেৰে থাকিম, তাকে নকৰি কৃষ্ণ কৃষ্ণ বুলি বা দুৰ্গা দুৰ্গা বুলি ছায়া এটা খেদি ফুৰাৰ লাভ কি?

আতৈ—ডাঙ্গৰীয়া! বৰ অন্যায় কথা আকৌ আপুনি কলে। অবশ্যে আপুনি যেতিয়াই মোত নিৰ্ভয়ে কথা সুধিবলৈ আগেয়ে অনুমতি লৈছে অবশ্যে তেতিয়াই মই আপোনাৰ এনেকুৱা নাস্তিক ভাবৰ প্ৰশ্নৰো উত্তৰ যথাসাধ্য দিওঁ শুনক। আপুনি দেবীৰ ৰূপটে বা কৃষ্ণৰ ৰূপটো ছাঁয়া বুলিলে। বাৰু মই সোধো আপোনাৰ এই গোটেইটো জীৱন কিজানি ছাঁয়াহে। ধন ঐশ্বৰ্য্য বিভূতি পুত্ৰ কন্যা স্ত্ৰী ইত্যাদি সকলো অনিত্য নহয়নে? আপোনাৰ মোৰ নিজৰনো কোনটো? বাপেকৰ আগতে পুতেক মৰি যায় বাপেকে ৰাখিব পাৰেনে? সেই দৰে পতিৰ আগত পত্নী, পত্নীৰ আগত পতি অকালতে মৰি যায়; কাক কোনে ৰাখিব পাৰে। ধনীও দুখীয়া হয়, দুখীয়াও ধনী হয়, কাযে কাযে এই সমস্তই মায়াহে। মোৰ বিবেচনাৰে আন কি সকলো ধাৰ্ম্মিক মানুহৰ মনেৰে ঈশ্বৰহে সত্য। সেই ঈশ্বৰক যেসে যি ভাবে ভাল পায় সেই ভাবে মাতে বা চিন্তে। যদি ঈশ্বৰক নিচিন্তি কেবল খোৱা শোৱা পিন্ধা উৰাত জীৱনটো কটোৱা যায় তেনেহলেনো মানুহৰে আৰু পশুৰে প্ৰভেদ কি থাকিল? আৰু সংসাৰত সকলো জাতৰ মানুহেইনো ধৰ্ম্ম আছে, ঈশ্বৰ আছে বুলি কেলেই কয়? ডাঙ্গৰীয়া, মানবী জনমটো অকল বিষয় সুখতে কটোৱাটো উচিত হোৱা হলে মাধবদেৱৰ নিচিনা মহাপুৰুষেও নাগালে হেতেন।

"বিষয় সম্বন্ধ ইন্দ্ৰিয়ৰ সুখ
সমস্ত যোনিতে পায়
পৰম দুৰ্ল্লভ হৰিৰ ভকতি
মনুষ্যত পৰে নাই।।"

খোৱা লোৱা থকাই মনুষ্য জীৱনৰ চৰম লক্ষ্য হোৱা হলে ধৰ্ম্ম ঘোলা এটা বস্তু, ঈশ্বৰ বোলা এটা ভাব পৃথিবীত নেথাকিল হেতেন আৰু এই ধৰ্ম্ম আৰু ঈশ্বৰৰ অৰ্থে অসংখ্য মহা মহা পুৰুষসকলে সকলো নৰনাৰীয়ে নিজৰ নিজৰ জীৱনবিলাক উছৰ্গা নকৰিলে হেতেন।

ডাঙ্গৰীয়া জনে সুধিলে ঃ—আতৈ! মই যে কৈছিলোঁ গুৰুৱে যে শৰণ ভজন ইত্যাদি দিয়ে এইবিলাক প্ৰথাও গুৰুসকলৰ ৰোজগাৰৰ বাট বহল কৰাৰহে ফাকতি। ইয়াৰ উত্তৰ কি? শিষ্যৰ জানিবা ঈশ্বৰ কৃষ্ণলৈ যাব পৰা বাটটো চিনাই দিয়াৰ বাবে শিষ্যৰ লাভ হল। গুৰুৰনো নিজৰ কিটো লাভ?

নিৰ্ম্মল আতৈ ঃ—ডাঙ্গৰীয়া! গুৰুৱে যদি শৰণ দিয়া, শিক্ষা দিয়া বা নাম মন্ত্ৰ দিয়া এইবিলাক কাৰ্য্য কেবল নিজৰ জীবিকাৰ উপায় কৰা বা ৰোজগাৰ বঢ়োৱাৰ বাট বুলি ভাবে তেন্তে দৰাচলতে গুৰুগিৰি দোকানদাৰিত পৰে। কিন্তু যদি গুৰুসকলে শিষ্যৰ নিস্তাৰৰ কাৰণে এই সমস্ত দিয়ে তেন্তে দৰাচলতে এইবিলাকে শিষ্যৰ যে উপকাৰ কৰেই গুৰুৰো উপকাৰ কৰে। কাৰণ ধৰ্ম্মৰ প্ৰধান অঙ্গ এটা দান। ধন সোণ দিয়া, মাটিবৃত্তি দিয়াও দান, ঈশ্বৰৰ নাম মন্ত্ৰ দিয়াও এটা দান। আগৰ বিধৰ দানতকৈ পিছৰ বিধৰ দান শ্ৰেষ্ঠ, যেহেতু আগৰ বিধৰ দানে দান গ্ৰহণ কৰোতাজনৰ ক্ষণিক অথবা এই জীৱন কালটোৰহে উপকাৰ সাধিব পাৰে। কিন্তু ঈশ্বৰৰ নাম মন্ত্ৰ দানে এই জীবন, পৰজীবন উভয় জীবনৰে উপকাৰ সাধে। সেই দেখি এনেকুৱা স্থায়ী দান দিওঁতাজন ঈশ্বৰৰ প্ৰিয় হয়। এই দানে গুৰুক অক্ষয় বৈকুণ্ঠ দিয়ে।

ডাঙ্গৰীয়া ঃ—"আতৈ! আপোনাৰ বাখ্যা অতি মনোৰম। কিন্তু আৰু এটি কথা সোধোঁ। গুৰুনো কেই প্ৰকাৰ? মূল গুৰুনো কোন?

আতৈ ঃ—ডাঙ্গৰীয়া! প্ৰত্যেক মানুহৰে হিন্দু ধৰ্ম্ম মতে আদি গুৰু পিতৃ মাতৃ। পিতৃ সাক্ষাৎ কৃষ্ণ, মাতৃ সাক্ষাৎ দেবী ভগবতী এই সাকাৰ পিতৃ মাতৃৰ ভাবৰেপৰা নিৰাকাৰ পিতৃ মাতৃৰ ভাব উৎপন হয়। যিসকলৰ পিতৃ মাতৃ আছে সেই সকলে একান্ত মনে পিতৃ মাতৃৰ অৰ্চ্চনা কৰিলেই সমস্ত ধৰ্ম্ম লভিব। নিৰাকাৰ পিতৃ বা মাতৃ ভাবৰ বীজ যিজনে দিয়ে সেই জনেই দীক্ষা গুৰু। যিসকলে এই পিতৃ বা মাতৃক কেনেকৈ ভাবিব লাগে, কেনেকৈ পূজিব লাগে ইত্যাতি কৰ্ম্ম আন কি লিখা পঢ়া

শিক্ষায় বা কোনো বিষয়তে জ্ঞান দান কৰে সেইজন শিক্ষা গুৰু। দীক্ষা গুৰু এক, শিক্ষা গুৰু অনেক হ্ব পাৰে।

ডাঙ্গৰীয়া জনে আকৌ কলে "আতৈ! আপুনি যদি বিয়া বাৰু কৰাই ঈশ্বৰ কৃষ্ণক চিন্তাৰ লগে লগে সতি সন্তান ঘটিলে হেতেন তেনেহলে আপুনি মোৰ বিবেচনাৰে দেশৰ মহৎ উপকাৰ সাধিলে হেতেন। তাকে নকৰি আপুনি এই দীঘল জনমটো উদাসীন ভাবে কটাই আপুনি জানিবা নিজৰ গতি সাধিলে, আপোনাৰ মৰমৰ অসমৰ অৰ্থে কি কৰিলে?

আতৈ (হাঁহি হাঁহি)—ডাঙ্গৰীয়া। আপুনি সেই একেটা কথাতেই বাৰে বাৰে হেচা দিছে। বাৰু! মই যদি আকৌ বিয়া কৰাই সতিসন্তান কেতশোপামান তুলিলোহেতেন তেনেহলেসই মই দেশৰ মহৎ উপকাৰ কৰা হল হেতেননে? মনত কৰক মই জানিবা সাত বেটাৰ বাপেক হলো হেতেন, কিন্তু মোৰ সেই ৭টা লৰাৰ এটা বাঘে খোৱা, এটা দগধা চোৰ, এটা ডকাইত, এটা গোবধী, এটা ব্ৰহ্মবধী, এটা নৰহত্যাকাৰী ইত্যাদি হল হেতেন তেনেহলেনো মই সসংসাৰ কৰি দেশৰ উপাকাৰ সাধিলেণা হেতেন নে অপকাৰ সাধিলো হেতেন তাকে কওকচোন। আপুনি ডাঠি কব নোৱাৰে যে মোৰ লৰা কেইওটা লক্ষ্মীবন্ত, গুণবন্ত হলহেতেন। বিশেষ ডাঙ্গৰীয়া! মই যেতিয়া এবাৰ বিবাহ কৰায়ে সুখী নহলোঁ তেনেস্থলত আকৌ বিয়া কৰাই জানো সুখী হলো হেতেন? সুখীয়েই হও বা দুখীয়েই হওঁ মোৰ মনৰ গতি এই দৰে চলিল যেতিয়াই এইদৰেই হল। ইয়াত অমূলক কথা এটা ধৰি বিষাদ কৰিবৰ একো নাই।

এই কথা বতৰাৰ পাছত ডাঙ্গৰীয়া জনে কলে "আতৈ! আজি আৰু বেলি হল। মোৰ আৰু সুধিব লগীয়া আছে। কাইলৈ আকৌ সুধিমহি। বেজাৰ নেপাব"। আতৈয়ে "কোনো কথা নাই সুধিবহি। অকপট চিত্তে উত্তৰ দিম"।

## অনুভূতি।

পুৱাৰ বতাহ বলিলে ঘনাই
স্মৃতি জাগে জানো কাৰ?
নিৰৱ হিয়াৰ নিৰৱ প্ৰান্তত
অনুভূতি হয় যাৰ।
প্ৰভাত কিৰণ অৰুণ বৰণ
ৰঞ্জি আকাশত উঠিলে তপন

ভক্তি বই যায় পৰাণ কঁপাই
উদ্দেশে জানানে কাৰ?—
নিরব হিয়াৰ নিৰব প্ৰান্তত
অনুভূতি হয় যাৰ।
দুপৰ বেলিকা সুনীলে আকাশে
অতুল প্ৰভাৱে পুন্য আভাসে
উজলি যেতিয়া দিগন্ত প্ৰকাশে
জগাই মহান স্মৃতি,
জানানে যেতিয়া কাৰ পুনুময়
বিৰাজে কিৰীতি গীতি।
সন্ধ্যা সুৰুযৰ সোণৰ মুকুট
বিৰাজিলে অস্তাচলৰ বুকুত,
বিৰিঙ্গে তাতে যে প্ৰতিভা গুপুত
মধুৰ চিত্ৰটি কাৰ?
নিৰৱ হিয়াৰ নিৰৱ প্ৰান্তত
অনুভূতি হয় যাৰ।
সুপ্ত থাকে যেতিয়া জগত
নাবাজে যেতিয়া বাঁহীটি প্ৰাণত
নিয়ৰ ৰূপেৰে চোঁৱেহি মৰত
জানানে আশীষে কাৰ?
নিৰৱ হিয়াৰ নিৰৱ প্ৰান্তত
অনুভূতি হয় যাৰ।

শ্ৰীকমলেশ্বৰ চলিহা।

## প্ৰভূ শ্ৰীশ্ৰী ঁদেবদামোদৰ দেবৰ তিৰোধান তিথি উপলক্ষে ঃ—

১।

এইবাৰ প্ৰভূ শ্ৰীশ্ৰী ঁদেবদামোদৰ দেবৰ বৈকুণ্ঠ প্ৰায়াণ তিথি ২৫ বহাগত পৰিছে। আশা কৰোঁ অসমৰ সকলো ঠাইতে, বিশেষকৈ সকলোবিলাক সত্ৰতে প্ৰভুৰ

তিথি পূৰ্ব্বাপৰ নিয়ম মতে পালন কৰা হব। গাৱেঁ গাৱেঁ নগৰে নগৰে সভা সমিতি পাতি প্ৰভূৰ বিষয়ে বক্তৃতা আলোচনা হব আৰু প্ৰভূৰ গুণ বৰ্ণন নাম কীৰ্ত্তনাদিও নামঘৰে নামঘৰে হব। সকলো সম্প্ৰদায়েই আন সকলো বিলাক অসামঞ্জস্য এৰি যেন ভ্ৰাতৃ ভাবে মিলি মহাপুৰুষসকলৰ তিথি পালন কৰে। মহাপুৰুষসকলৰ তিথি পালনৰ দ্বাৰাই আমাৰ বিশ্বাস যে প্ৰত্যেক অসমীয়াৰ প্ৰাণত ভ্ৰাতৃ ভাব বিশেষকৈ জাগৰিত হব। আৰু এই ভাব জাগৰিত হলেই আমাক—অসমীয়া জাতিটোক বৈকুণ্ঠৰে পৰা এই মহাপুৰুষ সকলে কৃপা দৃষ্টিৰে চাই, কুশল বিধান কৰিব। ৰামৰায় দ্বিজে লিখা চৰিত্ৰত এই দৰে আছে ঃ—

"প্ৰভূৰ বৈকুণ্ঠে যাত্ৰা শুনিয়া সমস্ত পাগ হাণ্ডি পেলাই সৰে লঘনক দিলা মৎস্য মাংস তৈল আদি সামিষ তেজিলা তিনিয়ো ভুবনে মহোৎসব কৰিল সেহি কাল হন্তে মহোৎসব প্ৰবৰ্ত্তিল ইদানাকো তিনিয়ো লোকত প্ৰবৰ্ত্তয় বৈশাখৰ প্ৰতি পদ তিথিৰ সময় সত্ৰে সত্ৰে অধিকাৰ যতেক আছন্ত মহোৎসব প্ৰভুৰ সবেও কৰন্ত বাতো নিতিভুবনৰ গুৰু দামোদৰ তান পাৱে ভকতি ৰহৌক সমস্তৰ" ৮২৭। এই খিনিতে আমি আৰু এফেৰা কথা অসমীয়া ৰাইজক সোঁৱৰাই দিওঁ। প্ৰভুৰ বৈকুণ্ঠ প্ৰায়াণৰ দিন ধৰি প্ৰবুৰ পাদুকা কোচ বেহাৰতে আছিল। এতিয়া যেই সেই কাৰণ বশতঃ সেই পাদুকা আকৌ প্ৰভুৰ বৌবন আৰু আদহীয়া কালৰ কামৰূপলৈকে আহিল। সেই পাদুকা কামৰূপৰ আঠঘৰীয়া গ্ৰামত ধাম বান্ধি ৰক্ষা কৰা হৈছে। যি সকলে পাৰে সেই সকলে এই তিথি উপলক্ষে সেই ধাম দৰ্শন কৰিলে ভাল হয়।

## বিবিধ বাতৰি আৰু সমালোচনা

৮ম সংখ্যা প্ৰদীপিকাৰ ৩১৯ পিঠিত আমাৰ কায়স্থ জাতিটোক অম্বষ্ঠ ক্ষত্ৰিয়া বোলা বাবে কায়স্থ ভ্ৰাতৃসকলে আমাৰ দোষ ধৰিছে। কায়স্থসকলৰ মতে হেনো আমাৰ কায়স্থ জাতিটো চিত্ৰগুপ্তজ মনিজীবি ক্ষত্ৰিয়হে। আমি অৱশ্যে এই বিষয়ে সম্পূৰ্ণ মতামত দিবলৈ অক্ষম যেহেতু আমি এই বিষয়ে আলোচনা কৰা নাই। কাৰো মনত বেজাৰ দিয়া আমাৰ উদ্দেশ্য নহয় সেই কাৰণে আমি অম্বষ্ঠ শব্দটো প্ৰত্যাহাৰ কৰিলোঁ। আমাৰ মতেৰে অসমৰ কায়স্থ কলিতা উভয় জাতিয়েই ক্ষত্ৰিয়। সেই কাৰণেই দ্বিজ। কিন্তু দুখৰ বিষয় আজি কালি আমাৰ এই দুই দাতিৰ অনেকেই দ্বিজৰ যিটো প্ৰধান আচাৰ অৰ্থাৎ উপনীত গ্ৰহণ কৰা প্ৰথা এৰি পেলাইছে। অৱশ্যে অনেকে হয়তো খৰাচৰ ভয়তে এইটি কৰে। কিন্তু ক্ষত্ৰিয়ত্বৰ, বিশেষ দ্বিজত্বক দাবী কৰিলে,

সেই দৰে স্বাৰ্থ ত্যাগী হৈ দ্বিজোচিত কাৰ্য্য উত্তৰী গ্ৰহণ কৰা প্ৰথাটি ত্যাগ কৰা উচিত নহয় হবলা। যি কি নহওক এই বিষয়ে আমি আৰু বিশেষ একো আলোচনা কৰিব নোখোজোঁ।

## পোৱা কিতাপৰ সমালোচনা।

ফুল—গুৱালপাৰাৰ বগৰিবাৰি স্কুলৰ শিক্ষক শ্ৰীযুত হৰিদয়াল পাঠক দ্বাৰা ৰচিত। এই পুথি খনিত ৫০ টা ভাবযুক্ত সুন্দৰ কবিতা আছে। কিছুমান কবিতা সুন্দৰ original বা মৌলিক। দুই এটি মাথোন আন ভাষাৰপৰা ভাঙনি কবিতাও আছে। কবিতা এটাইবিলাকৰে ভাব শুৱলা আৰু ওখ বিধৰ। দৰাচলতে "ফুলৰ মালা" ফুলৰ মালাকে বুলিব পৰা যায়। ছাপা, সাজ-পাৰ সুন্দৰ। পুথি খনৰ কবিতা বিলাকত কামৰূপৰ ফালৰ শব্দ আৰু Idiom ও আছে। এই শব্দ আৰু Idiom বিলাকে আমাৰ মনেৰে হলে জেউতীহে বঢ়াইছে। কামৰূপত ঠায়ে ছঠায়ে বৰ সুৱলা সুৱলা শব্দ আৰু Idiom আছে, যাক আমি সকলো অসমীয়ায়ে সামৰি ললে আমাৰ ভাষা চহকীহে হব।

## ঁনীলকণ্ঠ কৃত শ্ৰী ঁদেব দামোদৰ চৰিত্ৰ।

(১০ সংখ্যাৰ ৪০২ পিঠিৰ পিচৰ পৰা)।

শুনিয়ো ঠাকুৰ মোৰ বাক্য নবাধিয়ো।
আমি নহোৎসব কৰোঁ ঐতে পিণ্ড দিয়ো।।
শুনি ৰমানন্দে বাক্য নপাৰি বাধিত।
কৰিলন্ত কৰ্ম্ম তৈতে মাধব সহিত।।
শুনি দানোদৰে সবে ভকত মিলাই।
কৰিলন্ত মহোৎসব থানত তথাই।।
লগাইলা ভকতে যত বস্তু কৰিছিলা।
সঙ্গে হৰিচৰণে সভাক বিসৰ্জ্জিলা।।
দামোদৰ গোঁসাইক যে অৰ্চ্চনা কৰিলা।
মান্য কৰি ভক্তসবে বিদ্যায় কৰিলা।।
এহিমতে শঙ্কৰৰ কৰ্ম্ম সাঙ্গ ভৈলা।

পাটবাউসী নিজস্থানে দামোদৰ গৈলা।।
ৰমানন্দ মাধব গোঁসাই ৰাম ৰাম।
নাৰায়ণ আদি সবে সাঙ্গ কৰি কাম।।
কৰ্ম্মসাঙ্গে মেলপাতি সবে বসিলন্ত।
পিতৃৰ আদেশ ৰমানন্দে কহিলন্ত।।
পৰমাৰ্থ বস্তু লৈবা মাধবৰ ঠাই।
পিতৃ মোক আজ্ঞা কৰি আছন্ত তথাই।।
সবাৰে কন্দলি এহি পোৱা ভিঠাস্থান।
ধৰ্ম্ম পালি মাধব থাকিবা বিদ্যমান।।
লোকক ভজাই পন্থ উপদেশ দিবা।
গুৰুৰূপে সমস্তে লোকক নিস্তাৰিবা।।
ঠাকুৰৰ মুখে আজি দন্দভাগি গৈলা।
এহি বুলি নাৰায়ণে হৰিধ্বনি কৈলা।।
সবেয়ো শুনিয়া আতি আনন্দ লভিলা।
কটাদিয়া মাধবে সভাক বিমৰ্জ্জিলা।।
ঠাকুৰে বিদায় কৰি নিজ স্থানে গৈলা।
পোৱাভিটা ঠানত যে মাধব ৰহিলা।।
কতোদিন থাকি বেহাৰক চলি গৈলা।
মথুৰাদাসক পোৱাভিটা স্থানে গৈলা।।
মধুদ্বাৰ সত্ৰপাতি তথাতে থাকিলা।
বৈকুণ্ঠক গৈলা নৰনাটক ছাৰিয়া।।
এহিমানে ইসব চৰিত্ৰ সম্বৰিয়া।
ভট্টদেব কথাকহোঁ থাকিয়ো শুনিয়া।।
বঢ়া টুটা দোষ যত খেমিবা আমাৰ।
মহন্তৰ পাৱে আমি কৰোঁ নমস্কাৰ।।
পৰম অজ্ঞানী মোত পৰে আন নাই।
কৰিলোহোঁ পদ সাধু অনুমতি পাই।।
হৃদিশ্বৰ কৃষ্ণৰ কৃপা অনুসৰি।
কহে নীলকণ্ঠে ডাকি বোলা হৰি হৰি।।

# দুলড়ি।

রজনী মধ্যত বিছান কুচিত
কবি সরস্বতী নাম।
বিপ্র মহাসন্ত পরম মহন্ত
রূপে গুণে অনুপাম।।
সমস্ত শাস্ত্রত পরম পার্গত
জগতে যিটো প্রখ্যাত।
জয় সরস্বতী ভট্টদেব খ্যাতি
দুখয় তাত হন্তে জাত।।
জয় সরস্বতি জ্যোষ্ট মহামতি
কনিষ্ঠ বৈকুণ্ঠ দেব।
রূপে গুণে সন্ত ধার্ম্মিক মহন্ত
তার সম নাহি কেৱ।।
দুয়ো তনয়র যতেক সংস্কার
পিতৃ রঙ্গে করাইলন্ত।
যজ্ঞ সুত্র দিয়া রঙ্গে আশ্বাসিয়া
পঢ়িবে লাগি দিলন্ত।।
জ্যেষ্ঠজন যাই শাস্ত্র পঢ়ি পাই
জয় সরস্বতি নাম
গৃহক আনিয়া বিবাহ করিয়া
গৈলা পাছে নিজ স্থান।।
অপার কনিষ্ঠ বৈকুণ্ঠ বিশিষ্ট
পঢ়িলন্ত বহু ঠাই।
সমস্তে শাস্ত্রত ভৈলন্ত পার্গত
বিষ্ণু যাক সম নাই।।
হরি মিশ্র ঠাই তন্ত্রসার পাই
পঢ়ি মন্ত্র লভিলন্ত।
কৃষ্ণ গোপনর ভক্ত অৰ্চ্চাপর
ভৈলা দেব মহাসন্ত।।
দুয়ো নগরর বরণীয়া বরে
সাদরে তাঙ্গ আনিলা।

শুনি ভাগৱত আনন্দ মনত
কবিরত্ন নাম দিলা।।
নয়ানগরত বর পেটিয়াত
কবিরত্ন যেবে আছে।
আম যে গুরিত রাজপুরোহিত
কৃষ্ণও মিশ্রে শুনিয়াছে।।
আপন দুহিতা গুণে আনন্দিতা
রূপে সম নোহে আন।
তাহাঙ্ক আনিয়া সো র্ঘে অর্চ্চিয়া
করিলন্ত কন্যাদান।।
কবিরত্নে পাই আনন্দে বিহাই
তৈতে কতো দিন রৈলা।
ভার্য্যা সমনিতে ঢুৰা কুচিতে
ঐর পরা থিতি ভৈলা।।
তান কথা যত মথুরা দাসত
কৈলা ভক্ত সবে যাই।
শুনিয়া মথুরা দাস তৈর পরা
সাদরে নিলা মতাই।।
আমার এথাত কহা ভাগবত
শুনো ভক্ত সবে রঙ্গে।
কবিরত্নে শুনি ভাগবত আনি
শাস্ত্র পঢ়িলন্ত রঙ্গে।।
বাখ্যা তত্ত্বভেদি সংশয়ক ছেদি
করন্ত আতি শোভন।
মথুরা আতায়ে শুনন্ত সদায়ে
ভক্ত সমে তুষ্ট মন।।
যত সন্তরিয়া ভক্ত সঙ্গে গৈয়া
ভাগবতি যত যত।
শুনি ভাগৱত কৌতুকমনত
প্ৰসঙ্গ করে সতত।।
পোৰা ভিটা থানে কতোদিন মানে
পঢ়ি আছা ভাগৱত।

ক্রমশঃ।

# শ্ৰীশঅৰীমদ্‌যাদব স্তোত্ৰং।

সমঃ শ্ৰীশ্ৰীযাদববেন্দ্ৰায় ঃ—
নমো বিষ্ণবে বৈষ্ণবানন্দদায়।
নমো জিষ্ণু ভক্তিপ্ৰদায়।
নমো যাদবেন্দ্ৰায় যজ্ঞেশ্বৰায়।। ১
জগবন্ধবে বান্ধবায়ো ওমায়।
জগদ্বন্দা পাদৰবিন্দেশ্বৰায়।।
জগদ্ব্যাপকায় স্বভক্তাত্মকায়।
নমো যাদবেন্দ্ৰায় যজ্ঞেশ্বৰায়।। ২
নবীনা ভ্ৰণীলায় বৈ সুন্দৰায়।
নমো নিৰ্ম্মল শ্যামলাজ্ঞেক্ষণায়।।
নমো নীলকান্ত প্ৰভালঙ্কৃতায়।
নমো যাদবেন্দ্ৰায় যজ্ঞেশ্বৰায়।। ৩
জগত্তাৰিণে জন্মভী নাশনায়।
নমো যোগী যোগেশ যোগাসনায়।।
মুনীনাং মনোহাৰিণে সম্ভৃতায়।
নমো যাদবেন্দ্ৰায় যজ্ঞেশ্বৰায়।। ৪
নমো নিৰ্গুণায়া খিলৈৰ্ব্বন্দিতায়।
নমো ৰাধিকা ৰাধিতায় স্মিতায়।।
নমো মাধবায় প্ৰজাপালকায়।
নমো যাদবেন্দ্ৰায় যজ্ঞেশ্বৰায়।। ৫
সমঃশ্চক্ৰিনে পঙ্কজানন্দ কায়।
নমঃ শ্ৰীগদাপানয়ে চিন্ময়ায়।।
নমেঃ শঙ্খ হস্তায় মুক্তিপ্ৰদায়।

নমো যাদবেন্দ্ৰায় যজ্ঞেশ্বৰায়।। ৬
নমঃ পাণ্ডবেন প্ৰধানাৰ্চ্চিতায়।
নমঃ স্বশ্ৰিয়া চন্দ্ৰমঃ শ্ৰীজিতায়।।
নমঃ সৰ্ব্ব পুণ্য প্ৰদাধীশ্বৰায়।
নমো যাদবেন্দ্ৰায় যজ্ঞেশ্বৰায়।।৭
অচিন্ত্যায় বৈ সচ্চিদানন্দ কায়।
নমো জ্ঞানদাত্ৰে জগৎ কাৰণায়।।
নমো জ্ঞানদাত্ৰে জগৎ কাৰণায়।
নমো নিত্য নাৰায়ণ শ্ৰীধৰায়।
নমো যাদবেন্দ্ৰায় যজ্ঞেশ্বৰায়।।৮

জয়তি মঙ্গল প্ৰায় ৰাজসূয় যজ্ঞে পাই
পূজে যাক যুধিষ্ঠিৰ ৰায়।।
দক্ষিণপাট পুণ্য ঠাই জয়তি যাদবৰায়
ৰত্ন সিংহাসনে শোভা পায়।।
অমি অতি মুঢ়মতি নাজানো ভকতি নতি
যদুপতি ক্ষমা নিজ গুণে।
হলে কৃপা কণা তব বুদ্ধি শুদ্ধি অনুভব
দাসে গতি দিয়া শ্ৰীচৰণে।।

বিনীত
শ্ৰীকনক কুমুদ দেব শৰ্ম্মা।
ভাগবতী,
শ্ৰীশ্ৰী দেবসত্ৰ কলীয়াবৰ।

## গীত

শ্ৰীশ্ৰী দেবদামোদৰদেবৰ তিথি উপলক্ষে। (বাগেশ্ৰী আড়াঠেকা)

মিলিছো সকলে আজি দামোদৰ শ্ৰীচৰণে, ভক্তি পুষ্প উপহাৰে পূজিবো বাসনা মনে। ঈশ্বৰৰ প্ৰিয় পাত্ৰ মানবগণৰ মিত্ৰ, তব পদে ঋণী আছো প্ৰতিজনে শত ঋণে। জ্ঞান ভক্তি কৰ্ম্ম দানে তুষিলা ভকত জনে বিয়াপিছে সেই ধৰ্ম্ম এবে এভৱ ভবনে জ্ঞান দয়া সহিষ্ণুতা ধৰ্ম্ম কৰ্ম্ম উদাহৰণ দেখুৱাই শিক্ষা দিলা স্বদেশ হিতসাধনে।

# বছৰ বিদায়।

নিজ ইষ্ট গুৰু আৰু জগদীশ্বৰৰ কৃপাত প্ৰভু দেৱ দামোদৰদেৱৰ আশীৰ্ব্বাদত আজি প্ৰদীপিকা দেবীৰ এবছৰ পুৰ হল। এই গোটেইটো বছৰ দেবীয়ে কি দৰে কটালে এই বিষয়ৰ বিবেচনাৰ ভাৰ অসমীয়া ৰাইজৰ ওপৰত। দেবীৰ জন্মৰ উদ্দেশ্য আছিল অসমীয়া ৰাইজক বৰ্ণাশ্ৰম ধৰ্ম্মৰ মাজেদি সত্য সনাতন হিন্দু ধৰ্ম্মৰ বাট দেখুউৱা। এই বিষয়ে দেবী কিছু দূৰ কৃতকাৰ্য্য হোৱা যেন যদিও লাগিছে তথাপি পোহৰ দেখুৱাবলৈ এতিয়াও ভালেমান বাকী। জন্মৰ দিনৰে পৰা দেবীয়ে নানা কোলাহল, ধোল খোলৰ শবদ নিন্দা, স্তুতি শুনিছে। শুনিবৰে কথা। এটো পূৰ্ব্বাপৰৰে ৰীতি। ধৰ্ম্মৰ বিষয়ে দেবীয়ে আৰম্ভৰে পৰা সামঞ্জস্যহে বিচাৰি আহিছে। আগধৰি কাকো কেটেৰা জেঙেৰাকৈ মতা নাই। অপৰে কটু কাটৰ কৰাত অলপ-অচৰপ মিথা মিথাকৈ উত্তৰ মাথোন দি আহিছে আৰু আজিলৈকে সেই দৰে চলিব। যি সকলে দেবীক স্তব স্তুতি কৰিছে সেই সকলৰ প্ৰতি দেবী যে অঘোৰ আশীৰ্ব্বাদ হব তাত অকণো ভুল নাই।

গ্ৰাহক অনুগ্ৰাহকৰ ভিতৰত যদিও প্ৰায় পাচ ভাগৰ এভাগে অলপ নিকৰূণ ৰূণ ভাবে ব্যবহাৰ কৰিছে অৰ্থাৎ দেবীৰ বৰগুনি ফেৰা খোজাৰ সময়ত দেবীক ওলটাই পথাইছে তথাপি প্ৰায় ভাগেই মৰম দেখুৱাইছে। আশা কাৰো যে আগলৈকো অসমীয়া ৰাইজে দেবীক এই দৰে আদৰিবলৈ শ্ৰদ্ধা ভক্তি কৰিব। দেবীয়ে অসমৰ ৰাইজক ইয়াতকৈ আৰু উজ্জ্বল পোহৰ দেখুৱাব। যদি অসমীয়া ৰাইজে সেই পোহৰ ভাল নেপায় তেন্তে ৰাইজৰ মাজত থাকিবলৈ ইচ্ছা নকৰি অন্তৰ্ধ্যানো হব পাৰে। দেবীক তেল শলাকানিৰ যোগাৰ দি ৰখা নৰখা ভাবটো ৰাইজৰ ওপৰতহে। ইতি—

সম্পাদক।

শ্ৰীশ্ৰীকৃষ্ণো জয়তি

# বৰ্ণাশ্ৰম বা জাতি বিভাগ

জাতি ভেদ যে আমি চলিছে এনে নহয়, অনেক যুগ যুগান্তৰৰপৰা চলি আহিছে। চলিও থাকিব। যিজনা অনাদি ভগবন্ত ব্ৰহ্মাৰপৰা এই বিশ্ব ব্ৰহ্মাণ্ডৰ সৃষ্টি হৈছে, সেই জনে প্ৰথমে সত্ত্ব ৰজ, তম, এই তিনিটী গুণ আবিষ্কাৰ কৰি, সেই গুণানুৰূপে জাতিৰ প্ৰভেদ চলাইছে। জাতিভেদ যে অকল মানুহৰ ভিতৰতে এনে

নহয়, চাৰি বিধ জীবৰ ভিতৰতো আছে। তদনুযায়ি গুণৰো পাৰ্থক্য আছে। গতিকে কাৰো ধৰ্ম্মত কাকো মিহলি কৰিব নোৱাৰি। যেনে এক বৃক্ষ জাতিৰ ভিতৰত নিম, আৰু কুঁহিয়াৰৰ ৰস যদি মিহলি হয়, তেনেহলে উভয়ৰ তিক্ত মাধুৰ্য্য গুণ ক্ষোভিত এটী বিলক্ষণ গুণৰ সৃষ্টি হৈ উভয়ৰ মূল ঘাটন হয়। সেইদৰে উভয় কুল ভ্ৰষ্ট আমিও ধোবাৰ নীল পানিত পৰা শিয়ালৰ দৰে প্ৰবল পৰাক্ৰান্ত কৰি হাতত অচিৰে প্ৰাণ হেৰুৱাব লাগিব। জাতিভেদ মানুহে কৰা নহয়, সি যে বেদধৰ্ম্ম। বেদ যে ত্ৰিগুণময় তাক সব২সৰ্ব্ব সাধাৰণে জানে। গতিকে তিনি গুণৰ ভিতৰত থকা মানুহে বেদ ধৰ্ম্মত প্ৰবৰ্ত্তি থাকিবই লাগিব। ই কথা শ্ৰুতি, স্মৃতি, পুৰাণ, তন্ত্ৰ, প্ৰমাণিত। তিনি গুণৰ ভিতৰত থাকি বেদ ধৰ্ম্ম উলঙ্ঘা কৰা মানুহক পাষণ্ড বুলিহে পৰিগণিত কৰা হয়। মহাপুৰুষ শঙ্কৰ মাধবেও পদ্যছন্দে লিখি থৈ গৈছে— "পাষণ্ডে যে নিন্দে বেদৰ

ৰাণী। তাৰ সম্ভাষণ এৰিবা জানি"।

ইত্যাদি "কীৰ্ত্তন"।

হৰিনাম ধ্বজ কৰি, বেদপথ পৰিহৰি, ফুৰে

অতি পাষণ্ডসকল।

ইহ পৰলোক ভ্ৰষ্ট, হুয়া পেট পুষি মাত্ৰ,

ফুৰিবেক পৰম নিস্খল"।।

ইত্যাদি "নামঘোষা"।

এইবিলাকৰ দ্বাৰা ফটফটিয়াকৈ জনা হয় যে, শঙ্কৰ, মাধবে, তিনিগুণৰ ভিতৰত থকা মানুহক কেতিয়াও জাতি ভেদ এৰিবলৈ কোৱা নাই, কবই বা কিয়? যদিওবা তেওঁলোক কায়স্থ আছিল, তথাপি বেদৰ ভিতৰৰ লোকহে। আৰু তেওঁলোকৰ উপাস্য দেবতা শ্ৰীকৃষ্ণ হে। সেই দেখি তেওঁ বিলাকে "নমো ব্ৰহ্মণ্য দেবায় গো ব্ৰাহ্মণ হিতায়চ" ইত্যাদি বুলি সেৱা কৰিছিল। যদি উপাস্য দেবতা ব্ৰহ্মণ্য ও ব্ৰাহ্মণৰ হিতকৰ হল, তেন্তে উপাসক যে ব্ৰহ্মণ্য আৰু ব্ৰাহ্মণৰ হিতকৰ তাৰ কথা লিখা বাহুল্য। শঙ্কৰ, মাধবে, গোপনে জাতি ভেদ কৰা নাছিল বুলি কৈ, আজি কালিৰ শিক্ষিত সকলে আসামৰ ৰত্ন শঙ্কৰ মাধবক নিজৰ শাৰীলৈ নমাব খোজে নে কি? ই কি কথা, ধোবাই ধোৱা কাপোৰত, গোবৰৰ চেকা লগোৱা নিতান্ত দুঃখৰ বিষয়। আমি অনুৰোধ কৰো যেন আজি কালিৰ লিখকসকলে যেন পুনৰায় শঙ্কৰ, মাধবক, তেখেত সকলৰ লগলৈ নেটানে। মহাপুৰুষীয়া সকলৰ ধুতি, বধুতি, চুৱা, নিকা, যিমান দেখা পাওঁ, অন্য বিলাকৰ সিমান নেপাওঁ। আনকি কৱলীয়া আতৈ সকলে নিজৰ মাকে ৰান্ধি দিয়া ভাতকে নেখায়। এনেস্থলত লিখসকলে লিখে যে মহাপাৰুষীয়া ধৰ্ম্মত

জাতি বেদ দেখিবলৈ নেপাও, লিখসকলৰ এইটো কি? যি কি নহওক ই কথাৰ মিমাংসাৰ ভাবব আমি নলৈ বিজ্ঞ পাঠকসকলৰ ওপৰতে দিয়া গল।

অপৰ যিজনে কুকুণ্ডলিনীক জগাই সেই কুলকুণ্ডলিনীৰ সহিত হৃদয়ৰপৰা জীবাত্মাক সহস্ৰ দললৈ নি জন্ম মৃত্যু হাত সাৰিব পাৰে, তেওঁ জীৱণমুক্ত হৈ জীৱেৰাপাধিক এৰি দি ব্ৰহ্মোপাধি পায় সেই নিৰ্ব্বিকাৰ পুৰুষৰ চুমা খালে যি সুখ চৰ মাৰিলেও সেই সুখ। এইজনেই গুণাতীত। এওঁক কেতিয়াও সত্ব, ৰজ, তমো গুণে অবিভব কৰিব নোৱাৰে। এনেজন মহাপুৰুষৰ পক্ষে জাতি বিজাতি, ভাল, বেয়া, একো প্ৰভেদ নাই। হিন্দু শাস্ত্ৰ মতে এৱেঁ প্ৰকৃত ব্ৰহ্মজ্ঞানী।

পৰম কাৰুণিক শ্ৰীশ্ৰী ̊ দেবদামোদৰ দেৱে মায়া মোহিত সসাৰী সকলৰ প্ৰতি কৃপা কৰি সকলো বেদ পুৰাতন্ত্ৰৰ মৰ্য্যদা নেভাঙ্গি যি ধৰ্ম্ম চলাই থৈ গৈছে সেয়ে সনা ন ভাগবতী ধৰ্ম্ম। ই সৰ্ব্ব দেশব্যাপক অব্যয়, অক্ষয় পূৰ্ব্বে নাৰদ প্ৰহলদাদিয়েও ইয়াকেহে চলাইছিল। আৰু কলিৰ শেহত কল্কী অবতাৰ হৈ অনাচাৰী পাষণ্ড বিলাকক কাতি, চিঙ্গি, এই বেদৰত্বকেহে ৰাখিব। পাঠক! কালৰ গতি অনুসাৰে সময়ে সময়ে একোটি হেচা পৰে। ই হেচা আজিৰ নহয়, ওপৰ যুগ বিলাকতো এই দৰে পৰিছিল। কত পৰ্ব্বত পাহাৰ ইয়াৰ ওপৰত পৰি চূৰ্ণ বিচূৰ্ণ হৈছে তাক কৈ ওৰ পেলাব নোৱাৰি। তথাপি এই সূতাডালিৰ আঁহ অকনো উঠা নাই। বৰ্ত্তমান যুগত এবাৰ বৌদ্ধে এবাৰ বাত চাই আক্ৰমণ কৰিনো কি কৰিলে? আজি কালি সেই বৌদ্ধ বাতচা কত? সেই সনাতন ধৰ্ম্মৰ মৰ্য্যদা ভাঙ্গিবলৈ যত্ন কৰা বামণে চন্দ্ৰলৈ হাত মেলাৰ দৰে লাগে।

## বৰ্ণ বিজ্ঞান

বৰ্ণবিজ্ঞান বিশ্বৰ ভাৱে লিখি বা বৰ্ণন কৰি সমাজৰ প্ৰীতি উদ্ভাবন কৰা লিখকৰ দৰে মূঢ় মানুহৰ কাম নহয়। কিয়নো এই বিষয়টী আধ্যাত্মিক বিজ্ঞানমূলক, এই বিষয় আলোচনা কৰাৰ যোগ্য হৈছে। যিবিলাক মহাত্মাৰ দিব্য দৃষ্টি খুলি গৈছে, আৰু যিবিলাক মণীষীৰ জ্ঞান অপ্ৰতিহত, আৰু যি সকলৰ অন্তৰ জগতৰ জ্ঞান বহিৰ্জগতৰ দৰে হৈছে এই কাৰ্য্য সেই জ্ঞানী সকলৰ। আৰ্য্য সমাজত আধ্যাত্মিক বিজ্ঞানবিদ্ বহুত মনীষী আছে; কিন্তু তেওঁবিলাকে কাৰ্যটি হাতত নোলোৱা দেখি স্তুতি নিন্দা উপেক্ষা কৰি আগবাঢ়িলো। পাঠক সকলৰ ওচৰত জনাও যে প্ৰবন্ধত যি বঢ়াটুটা দোষ হয় তাক নিজ কৰুণাৰে মৰষণ কৰে যে। বৰ্ণৰ বিষয় লিখিবলৈ গলে প্ৰথমতঃ অস্ত্ৰৰ সহায় লৈহে কাম আৰম্ভ দিব পাৰি। এতেকে অস্ত্ৰনো কি তাক আলোচনা কৰা যুগুত। বৰ্ত্তমান কালত কাল মাহাত্ম্যতে হওক বা পাশ্চাত্য শিক্ষা দীক্ষাৰ বাবেই হওক আৰ্য্য

শাস্ত্ৰবিলাকৰ ওপৰত অবিশ্বাস হৈ পৰিছে। পাশ্চাত্য দেশত তেওঁবিলাকৰ ধৰ্ম্ম গ্ৰন্থবোৰক ভক্তি শ্ৰদ্ধা কৰে আৰু ঈশ্বৰ প্ৰণীত বুলি স্বীকাৰ কৰে। মুছলমান বিলাকৰ ধৰ্ম্ম গ্ৰন্থ পবিত্ৰ কোৰাণকো পবিত্ৰ আৰু ঈশ্বৰ প্ৰেৰিত বুলি স্বীকাৰ কৰে; কিন্তু ভাগ্য দোষত আৰ্য্য সন্তান হিন্দু বিলাকে তেওঁ লোকৰ ধৰ্ম্ম গ্ৰন্থ বেদ, তন্ত্ৰৰ প্ৰতি ভক্তি শ্ৰদ্ধা এৰিছে, আৰু ঈশ্বৰপ্ৰেৰিত বুলি স্বীকাৰ কৰিব নোখোজে। ওপৰত কৈ অহা কাৰণত আৰু সাংসাৰিক নানা তৰহৰ অসুবিধাত যদিও এই প্ৰবন্ধটী ১৯১১ ইং সনত গৌহাটীত বহা অঃ ভাঃ উঃ সাঃ সভাত পাঠ কৰা হৈছিল, তথাপি প্ৰকাশৰ যত্ন কৰা হোৱা নাই। আজি কালি দেশৰ বতাহ আৰ্য্য ভাবৰ শুভ ধৰণৰ আৰু শুষ্ক তৰ্কহীন। এইসময় সকলোৰে চকু আৰ্য্য ৰীতি নীতিৰ ওপৰত। গতিকে আশা কৰো যে প্ৰবন্ধ ভাল হওক বা বেয়াই হওক, আৰ্য্যদৃষ্টি প্ৰবন্ধৰ ওপৰত পৰিব। তন্ত্ৰ বুলিলেই সাধাৰণতঃ ধাৰণা হয় যে আদ্যাশক্তি মহামায়াৰ পূজাৰ বিধি মাথোন? ই বেদ নহয় ইয়াত সমাজ হিতকৰ বা মূল্যবান কথা একো নাই। বাস্তবিত চাবলৈ গলে তন্ত্ৰ আৰু বেদ অভিন্ন অদাৰ্থ, বেদৰ অংশ বোৰকে তন্দ্ৰ বোলে। শ্ৰুতি শাখা বিশেষ। শ্ৰুতিৰ শাখা বিশেষ বা বেদৰ অংশ বিশেষ লক্ষণলৈ আহিলেও স্পষ্ট উপলব্ধি হয় যে বেদ আৰু তন্ত্ৰ এক। তন্ত্ৰৰ লক্ষণ—সৃষ্টিশ্চ প্ৰলয়শ্চৈৰ দেবতা নাম যথাৰ্চ্চনম্ সাধনশ্চৈব সৰ্ব্বেষাং পুৰঃশ্চৰণ মেৰচ। ষটকৰ্ম্ম সাধনশ্চৈব ধ্যান যোগ চতুৰ্ব্বিধাঃ। অৰ্থ—যি শাস্ত্ৰত সৃষ্টিস্থিতি প্ৰলয়ৰ কথা দেবতাৰ সাধনা, মন্ত্ৰৰ পুৰঃশ্চৰণ চাৰিবিধ ধ্যান যোগ আৰু ষট কৰ্ম্মৰ উপদেশ আছে তাৰ নাম তন্ত্ৰ। বেদ লক্ষণ—ঈশ্বৰ মুখ নিসৃত বাণী বা মন্ত্ৰবিলাক সৃষ্টিকৰ ব্ৰহ্মাই লভি সৃষ্টি স্থিতি প্ৰলয়ৰ মূল তত্ত্ব আৰু জ্ঞান জ্যোতি পাই লোকৰ কল্যাণৰ নিমিত্তে মন্ত্ৰ দ্ৰষ্টা ঋষি সকলক দিয়ে। তেওঁ বিলাকে অসীম জ্ঞানৰ ভাণ্ডাৰ শ্ৰুতি সৰ্ব্ব ব্ৰহ্মবাণী বা মন্ত্ৰ সমষ্টিক বেদ আখ্যা দি লিখি থৈ গৈছে। বেদ মন্ত্ৰ বিলাকত সৃষ্টি জ্ঞান, স্থিতি জ্ঞান, প্ৰলয়ৰ জ্ঞান বিস্তৃত ভাবত বৰ্ণিত আছে, আৰু যাগ যজ্ঞৰ দ্বাৰা দেবতাৰ তুষ্টি সাধন, তপঃ , সন্তোষ, দান, ঈশ্বৰ পুজন, ধ্যানযোগ কৰ্ম্মযোগ সুন্দৰ ভাবত নিহিত আছে। অতএব তন্ত্ৰ আৰু বেদ এক পদাৰ্থ। কেৱল কিছুমান শব্দগত ভিন্ন পৰিলক্ষিত হয় মাথোন সাৰ মৰ্ম্ম এক। পৰমাৰাধ্য আৰ্য্য ঋষি মুনিবিলাকৰ বেজ যেনেকুৱা আদৰৰ বস্তু তন্ত্ৰও তেনেকুৱা আদৰৰ সামগ্ৰী ও মাননীয়। পবিত্ৰ আৰু জীৱণৰ প্ৰধান সোপান বেদ এবং তন্ত্ৰাদিত অবিশ্বাসেই হিন্দু জাতিৰ অধঃপতনৰ মূল কাৰণ। যি দিনৰপৰা পূণ্য ভূমি ভাৰতত আৰ্য্যশাস্ত্ৰবিলাকৰ ওপৰত বিশ্বাস আৰু সদযুক্তি স্থাপিত হব সেই দিনৰপৰা আৰ্য্য বংশধৰবিলাকৰ পূৰ্ণ জীৱন লাভ হব। তৈল তন্ত্ৰ, কাম ধেনু তন্ত্ৰ, বনোদ্ধাৰ তন্ত্ৰ আৰু নাড়ীবিজ্ঞান তন্ত্ৰত

বৰ্ণ বিজ্ঞান বিষদ ভাবে বৰ্ণিত আছে। ওপৰত কোৱা তন্ত্ৰ বিলাকৰপৰা অলপ অচৰপ বিবৰণ প্ৰবন্ধত দিয়া হল। মানব শৰীৰত সাড়ে তিনিকোটী নাড়ী আছে। তাৰ মাজত ৭২০০০ হাজাৰ নাড়ী গতিশীল। ৭০০ সাত শ নাড়ী ৰসবহ। তাৰ ভিতৰত ২৪ টা প্ৰাণবহ। ইয়াৰ ভিতৰ তিনিটা শ্ৰেষ্ঠ নাড়ী ইড়া, পিঙ্গলা আৰু সুষমা। জীৱ শৰীৰত মেৰু দণ্ডৰ মাজেদি ওপৰে মুৰলৈকে, তলৰ পিনে শৌচাচাৰৰ দ্বাৰলৈকে দীঘলীয়া ভাবে সুযুম্মা নাড়ী অবস্থান কৰে। সোঁহাতৰ পিনে উদৰৰ কাষেদি পিঙ্গলা নাড়ীৰ স্থান। বাও হাতৰ পিনে উদৰৰ বাওঁফালে ইডা নাড়ী বিয়পি আছে। জীবিত মানুহৰ গাত যেতিয়ালেকে এই নাড়ী বিলাকৰ কাৰ্য্য ভালকৈ চলি থাকে তেতিয়ালৈহে মানুহে মৃত্যুৰ হাত এড়াই থাকে। এই নাড়ী বিলাকৰ গতি ৰহিত হলে তেতিয়া চৰম অৱস্থা উপস্থিত হহয়। ওপৰত কৈ অহা সুযুম্মা মাজেদি চিত্ৰা, বজ্ৰা আৰু ব্ৰহ্ম এই তিনিডাল নাড়ী আছে। এই নাড়ীবোৰত ছয়টী চক্ৰ আছে, সেই চক্ৰবোৰৰ প্ৰত্যেক পাহিত এটী বৰ্ণ আছে। এই পদ্ম বা চক্ৰ বোৰত ৫০ পঞ্চাশটী পাহি আছে, সেই অনুপাতে বৰ্ণও পঞ্চাশটী। আৰ্য্য ঋষি মুনিবিলাকে অন্তৰ জগতত দেখি বৰ্ণবোৰৰ ব্যৱহাৰ জগতৰ কল্যান কামনায় বৰ্হিজগতত কৰে। আৰ্য্য বিলাকে কোন সময়ত এই আধ্যাত্মিক চিন্তাত মনোনিবেশ কৰিছিল ইয়াৰ বিস্তৃত বিবৰণ "ভাষা প্ৰবন্ধত" দিয়া হৈছে। গতিকে তাৰ আলোচনা প্ৰবন্ধত নকৰি কেৱল কোন কোন চক্ৰত কোন বৰ্ণ উদ্ভৱ হৈছে তাৰ বিবৰণ দিয়া হল। মূল্যধাৰ চক্ৰ গুহ্য ও জনন্দ্ৰেয়িৰ মধ্য স্থলত। ইয়াৰ ব, শ, ষ, স, এই চাৰিটী বৰ্ণ আছে। স্বাধিষ্ঠান চক্ৰ জননেন্দ্ৰিয়ৰ মূল দেশত ব, ভ, ম, য, ৰ, ল, এই ছয়টী বৰ্ণ আছে। মনিপুৰ চক্ৰ সাধিষ্ঠানৰ ওপৰত নাভিমূলত ড, ঢ, ণ, ত, থ, দ, ধ, ন, প, ফ, এই দহটা বৰ্ণ আছে। অনাহত চক্ৰ নাভিমূলৰ ওপৰত হৃদয়ত অবস্থান কৰে। ইয়াত ক, খ, গ, ঘ, ঙ, চ, ছ, জ, ঝ, ঞ, ট, ঠ, এই বোৰ বৰ্ণ যুক্ত আছে। বিশুদ্ধ চক্ৰ কণ্ঠদেশত অ, আ, ই, ঈ, উ, ঊ, ঋ, ৠ, ঌ, এ, ঐ, ও, ঔ, অং, অঃ, এই ষোড়শ স্বৰবৰ্ণ যুক্ত, আজ্ঞা চক্ৰ ভ্ৰূযুগলৰ মাজত হং ক্ষং এই দুই বৰ্ণ নিহিত। তিত্ত সংযত কৰি দকৈ গমি চালে বুজিব পৰা যায় যে মনব দেহটী এখন সৰু ব্ৰহ্মাণ্ডৰ দৰে। ইয়াৰ লগত বিৰাট ব্ৰহ্মাণ্ডৰ পূৰ্ণ সম্পৰ্ক। দেহটীত যেনেকৈ মূলাধাৰৰপৰা সহস্ৰালৈ ৭ টী স্থান বা লোক বা চক্ৰ আছে সেই দৰে বিৰাট ব্ৰহ্মাণ্ডতো সাক লোক আছে। যেনে মূলাধাৰ ভূলোক, সাধিষ্ঠানে—ভূৱলোক, মুনিপুৰ—স্বলোক, অশহত চক্ৰ—মহলোক, বিশুদ্ধ চক্ৰ জনলোক, আজ্ঞা চক্ৰ—তপলোক, সহস্ৰদল—সত্যলোক। পৰিদৃশ্যমান বিৰাট ব্ৰহ্মাণ্ডত গঙ্গা, যমুনা, সৰস্বতী এই তিনটী শ্ৰেষ্ঠা নদী। ক্ষুদ্ৰ ব্ৰহ্মাণ্ড জীৱ শৰীৰতো ইড়া, পিঙ্গলা, সুষুম্মা এই তিনটী

শ্ৰেষ্ঠা নাড়ী। সৌৰ জগতত গঙ্গা, যমুনা, সৰস্বতী এই তিনিৰ মিলন স্থানকে ত্ৰিবেণী বোলে। ক্ষুদ্ৰ জগত শৰীৰতো ইড়া, পিঙ্গল, যুষুম্মা এই তিনিটীৰ মিলন স্থানকে ত্ৰিবেণী বোলে। বৰ্হিজগতত যি প্ৰকাৰ বহুত তীৰ্থ স্থানৰ বিবৰণ পোৱা যায়, আৰু যত্ন কৰিলে কোন তীৰ্থ ঠাই বোৰত ধৰ্ম্মানুস্থানানুসাৰে ক্ৰিয়াবোৰ নিৰ্ব্বাহ কৰিব পৰা যায়। অন্তৰ জগততে এই দৰে নানা তীৰ্থ ঠাই আছে। এই ঠাইবিলাক দেখিবৰ বাঞ্ছা বা বিচাৰৰ ইচ্ছা হলে সৎগুৰুৰ ওচৰত দীক্ষা লৈ (উৎসাহাৎ সাহসাৎ ধৈৰ্য্যাৎ তত্ত্ব জ্ঞানশ্চ নিশ্চয়াৎ জল সঙ্গ পৰিত্যাগাৎ ষড়ভিঃ যোগ প্ৰসিদ্ধতি)—সাহস, উৎসাহ, ধৈৰ্য্য, নিশ্চয়ত্মিকা, তত্ত্ব জ্ঞান সম্বল লৈ কৰ্ম্ম ক্ষেত্ৰত নামিলে দৰ্শন বা উপলব্ধি হব বুলি জ্ঞানীসকলে কয় আৰু ইয়াত ধ্ৰুববিশ্বাস ক্ৰিয়াৰ ফল অবশ্য ফলে। মণীষী বিলাকৰ মুখৰপৰা শুনিবলৈ পোৱা যায় যে চিত্ৰসংযমীৰ পক্ষে অন্তৰ জগতত বৰ্ণ দৰ্শন কৰাৰ নিমিত্তে দীৰ্ঘ কাল কঠোৰ ব্ৰত কৰিবৰ আবশ্যক নাই। অলপদিন সত্য, অহিংসা, চৌৰ্য্যশূন্য ভাব, ব্ৰহ্মচৰ্য্য আৰু ক্ষমা ধৃতিৰ সহায় লৈ ক্ৰিয়া তৎপৰ হলেও ইবিলাক কৰ্ম্ম সুসপন্ন হয়। যম নিয়মৰ কথালৈ বেশী কাল কটাবৰ ইচ্ছা নাই এতিয়া বৰ্ণ বিলাকৰ লিখিবৰ প্ৰণালী আৰু তাৰ ধ্যানাদি কিঞ্চিত আলোচনা কৰাৰ আৱশ্যক। অ লিখিবৰ বিধি আৰু ধ্যান ঃ—

দক্ষতঃ কুণ্ডলী ভূত্বা কুঞ্চিতো ৱামতো গতা
তত্তোৰ্দ্ধ সঙ্গতৰেখা, দক্ষাৰ্দ্ধাতা সু শঙ্কৰঃ।
বিধি নাৰায়ণশ্চৈব সন্তিষ্ঠেৎ ক্ৰমতঃ সদা।।
অৰ্দ্ধ মাত্ৰা শক্তি ৰূপা ধ্যানমস্যচ কথ্যতে।।
ধ্যান—শৰচ্চন্দ্ৰ প্ৰতি কাশং পঞ্চ কোণ ময়ং সদা,
পঞ্চ দেবময়ং বৰ্ণং শক্তিত্ৰয় সমন্বিতং
নিৰ্গুণ ত্ৰিগুণোপেতং স্বয়ং কৈৱল্য মুৰিমান।
বিন্দু তত্ত্বময়ং বৰ্ণ স্বয়ং প্ৰকৃতি ৰূপিনী।।

(কামধেনু তন্ত্ৰ)

অৰ্থ—সোহাতে ঘুৰণীয়া কৰি বাওনাপিনে কুঞ্চিত কৰি লিখিব আৰু সোহতৰ অৰ্দ্ধ ৰেঘাক শঙ্কৰ বুলি জানিব। তাৰ পিছত বিধি আৰু নাৰায়ণ থকা বুলি চিন্তা কৰিব। হেবৰ্ণ! শৰৎ কালৰ চন্দ্ৰৰ দৰে তোমাত সদায় পাঁচটী কোন বিদ্যমান তুমি তিনিটী শক্তি যুক্ত, পঞ্চদেবময়, তুমি কৈৱল্যৰ আধাৰ নিৰ্গুণ আৰু সগুণ ব্ৰহ্ম ভাবত আৰু বিন্দু তত্ত্বত তুমি প্ৰকৃতিৰূপা। আকাৰৰ দৰে আটাইবোৰ বৰ্ণৰ ধ্যান আৰু পূজা আছে। এই প্ৰবন্ধত সকলোবৰ্ণৰ বিস্তাৰিত বিবৰণ দিয়া সম্ভবপৰ নহয়। গতিকে

কেৱল অকাৰৰে দিয়া হল। বৰ্ণবিজ্ঞান লৈ নানা তৰহৰ তৰ্ক বিতৰ্ক অনুমান কৰা ইতিবৃত্ত আলোচনা কৰা শুনা গৈছে। কিছুমানে কয় যে বৰ্ণ লিখিবৰ প্ৰণালী পোন প্ৰথমে ইজিপ্তত শিখে। তাৰ লোক সকলে স্বাভাবিক মূৰ্ত্তি ইত্যাদি দেখি তাৰপিছত সেই মূৰ্ত্তি আঁকিবলৈ শিকে আৰু লাহে লাহে বৰ্ণ লিখিবলৈ শিকে। কিন্তু ইতো সম্পূৰ্ণ যুক্তিৰ বিপৰীত। কাৰণ মানুহৰ স্বাভাবিক ধৰ্ম্ম হৈছে উজুকাম প্ৰথমে শিকে, তাৰ পিচত টান আৰু কৌশল পূৰ্ণ কাম বোৰ শিকে। ক, খ, বা অ, আ, লিখাতকৈ হাতী, ঘোৰা গছ ইত্যাদিৰে মূৰ্ত্তি অঙ্কিত কৰা বৰ টান কাম, খনিকৰী কামত পাৰ্গত হলেহে অঙ্কিত কৰা কাম সম্পূৰ্ণ ভাবে কৰিব পাৰে। এটা লৰাক লিখিব দিয়ক আন এটা লৰাক বাঘ, হাতী, ঘোৰা, আঁকিব দিয়ক। যিটো লৰাক লিখিব দিয়া হয় সেই লৰায়ে দুগমে অলপ মেহনতত লিখিব শিকিব। যিটো লৰাক আঁকিব দিয়া হয় সেই লৰাটোৱে বহু যত্ন কৰি বহু দিনৰ মূৰতহে এই কাৰ্য্যত প্ৰবেশ কৰিব পাৰিব। অতএব লিখা পঢ়া তাৰ লগতে নৈসৰ্গিক জ্ঞান লৈহে খনিকৰী কামত প্ৰবেশ কৰি সুবলা ভাৱত কাম সম্পূৰ্ণ কৰিব পাৰিব। ঐতিহাসিক বিবৰণলৈ চালে বুজিব পৰা যায় যে সৌৰ জগতৰ আদি গ্ৰন্থ ঋকবেদ, মনুসংহিতা প্ৰভৃতি এই পবিত্ৰ গ্ৰন্থবিলাক লিখিত হল কি বৰ্ণৰ দ্বাৰা। যদি ধৰি লোৱা হয় যে ইজিপ্তৰপৰা বৰ্ণ ধাৰ কৰি আনি এই গ্ৰন্থবোৰ লিখিছে, তাৰ উত্তৰ এই দৰে দিব পাৰি যে যি দেশত এই বৰ্ণবোৰৰ উদ্ভৱ হল তাত ব্যৱহাৰ নহল বা গ্ৰন্থাদি ৰচিত বা কোন প্ৰকাৰে ব্যৱহাৰ নহল। উদ্ভৱ হোৱা মাত্ৰই ভাৰতত আহি পৰিল। ঋষিবিলাক তাক ব্যৱহাৰত লগাই ওপৰত কৈ অহা পবিত্ৰ গ্ৰন্থাদি ৰচিত কৰিলে। এইবোৰ যুক্তি কিমান সাৰুৱা আৰু মূলবান তাৰ সহজে অনুমান হয়। গতিকে অকাৰণ কিছুমান কথাৰ অবতাৰণা কৰি আমনি লগাবৰ ইচ্ছা নাই। পুজ্যতম উদাৰ ঋষি মুনিবিলাকে জগতৰ কল্যাণ কামনায় আধ্যাত্মিক চিন্তা কৰে, আৰু এই চিন্তাৰ ফল স্বৰূপ অন্তৰ জগতত এই বৰ্ণ দেখে। বৰ্ণ বিলাক সৌৰ জগতত ব্যৱহাৰ কৰিলে সমাজৰ অশেষ কল্যাণ হব ভাবি সাজি গুজি পৰিদৃশ্যমান জগতত ব্যৱহাৰ কৰে, আৰু পবিত্ৰ বেদাদি গ্ৰন্থ লিখে। দেব প্ৰসাদত এই বৰ্ণবোৰ অন্তৰ জগতত দেখিছিল, দেখি এই বৰ্ণবোৰৰ নাম দেবনাগৰ আৰু আত্মা সংস্কাৰৰ ফিচত দেবপ্ৰসাদ লব্ধ বৰ্ণৰ দ্বাৰা যি ভাষা লিখিত হল তাৰ নাম সংস্কৃত বুলিলে। সংস্কৃত ভাষাই আমাৰ মাতৃভাষাৰ মূল বা খনি। অতএব বৰ্ত্তমানত আমাৰ মাতৃ ভাষাৰ পৰা ১।২ টাকৈ বৰ্ণবোৰ এৰি দিলে উন্নতি সোপান আধ্যাত্মিক বিজ্ঞানৰ অঙ্গহীন হৈ দিনকে দিনে লুপ্ত হবৰ বাট বিচাৰি লব। আমাৰ আজিকালি কোনো কোনো বৰ্ণ উচ্চাৰণ নহয়, সেই বাবে সেই সেই বৰ্ণ তুলি দিব লাগে এয়ে আমাৰ

ধাৰণা যদি হয় তেনেহলে মাজে মাজে হৰিৰ ঠাইত হলি লিখিবৰ যত্ন কৰা উচিত। কিয়নো কোনো কোনো মানুহে জিহ্বাৰ জাত্য দোষত হৰিৰ ঠাইত হলি বোলে। ইয়াৰপৰা স্পষ্টই উপলব্ধি হয় যে উচ্চারণে ভাষাৰ অনুগমন কৰে, ভাষা উচ্চারণৰ পিছত ঘুৰি নুফুৰে। শিক্ষিত সমাজত উপদেশ বাক্য বা অদেশ বাক্য কোৱাৰ অধিকার লিখকর নাই; কিন্তু দুঃখত কাতর হলে আৰ্ত্তনাদ করি দুঃখ জনোৱাৰ অধিকার সরু ডাঙর সকলোরে আছে। এই যেহেতু প্ৰবন্ধটী দি সমাজর ওচরত নিবেদিলে যি যুগুত হয় তার বিধান করে যেন।

শ্ৰীকৃষ্ণকান্ত অধিকাৰীৰ

# যশস্পতি দেউ আৰু বাঁহী।

আজি চত মাহৰ ২৫ তাৰিখে, বহা-গৰু বিহুলৈ মুঠে ছয় দিন আছে। গাঁৱে গাঁৱে বিহু লাগিছে। ভথলীত পাওৰা তুলিবলৈ ডেকাসকলে গোট খাই হাতত দা কটাৰি লৈ দিন ৰাতি নোহোৱাকৈ বাঁহনীয়ে বাঁহনীয়ে জিপনা বিচাৰ কৰিবলৈ ধৰিছে। মাইকী বিলাকে বিহুৱান দিবলৈ দিনৰাতি নোহোৱাকৈ খটৌ খটৌ তাঁত বাইছে। গৰখীয়াবোৰে পাতিদৈ তৰা বিচাৰি ফুৰিছে। নতুন দৰাসকলৰ গাত ততেই নাই। তেওঁলোকে শহুৰেকৰ ঘৰত বিহুৰ ভাৰ দিবৰ কাৰণ গাখীৰ কল বিচাৰি কৰোতেই তধামুৰি খাইছে। আমিহে মাথোন বিহুৰ বিষয় চিন্তা নকৰি পঢ়াশালীৰ ঘৰৰ পিৰালিত বহি ছাত্ৰ এটাক শকুন্তলা পঢ়াই আছিলো। এনেতে আমাৰ ওচৰ চুবুৰীয়া দুটি শূদিৰৰ লৰাৰ হাতত প্ৰিয় বন্ধু এজনে তেখেতলৈ অহা বাঁহী কাকতখন দি পঠালে। আমি কাকতখন এপাত দুপাত কৰি চকু ফুৰাই আহি সম্পাদকৰ চৰাৰ বুলনী পাই দেখিলো যে বাঁহীয়েও মন প্ৰাণ ভৰি একান্ত মনে বিহুৰ গান গাইছে। "মাখিয়তি মাখি পাত মাৰি মাৰোঁ জাত জাত" ইয়াকে শুনি আমাৰ ওচৰত থকা সেই শূদিৰৰ লৰা দুটাই মহা উল্লাসেৰে গাবলৈ ধৰিলে—"দীঘ লটি দীঘল পাত গৰু কোবাও জাত জাত। মাৰ সৰু বাপেৰ সৰু তই হবি বৰ গৰু। লাও খা বেঙ্গেনা খা বচৰে বচৰে বাঢ়ি যা।" ইতি—

১। "আমাৰ পৰিচয়" আমি যিদিনাই প্ৰদীপিকাত গ্ৰন্থ লেখিবলৈ আৰম্ভ কৰিলো সেই দিনা কামৰূপী পৰিচয় দিয়াই হৈছিল। তথা বাঁহীয়ে আমাৰ পৰিচয় বিচাৰি হাবাথুৰি খাই ফুৰিছে। অতএব অলপ ˌবহুলাই চিনাকি দিও। যশস্পতি বেনামী নাম নহয়। কামৰূপ জিলাৰ গোগ মৌজাত আমাৰ ঘৰ। নল বাড়ীৰ পড়া

অগ্নিকোণৰ ফালে ১১।১২ মাইল আহিলে আমাৰ ঘৰ পায়। সংস্কৃত অধ্যাপনা আণাৰ ব্যবসায়। আমাৰ বয়স ৩০ বছৰ্ব্বৰ ওপৰ হৈছে। আমি কাকো গালি পৰা নাই। আগে আগে কৈ যোৱা কথাৰ হে উত্তৰ দিছো। সুতৰাম কেতিয়াও আমাৰ নীতি বিগৰ্হিত কাম হোৱা নাই।

২। "উকা শব্দ"

আমি লৌকিক আৰু শাস্ত্ৰীয় উভয় যুক্তিৰ অনুসাৰে উকা শব্দৰ অৰ্থ বাহিৰ কৰি অসমীয়া ৰাইজৰ আগত দাঙি ধৰিছিলোঁ। "জম্বল" শব্দৰ অৰ্থ যে জাম্বুবান ইয়াৰ প্ৰতি ভাষাবিদ বিদ্যাবিনোদ বাঁহীয়ে একো যুক্তি নেদেখৱাই পাৰে মানে বিদ্ৰেষ হে কৰিলে। যদিও "কৰ্ণাটে বালকাদ্ ঘোণ্ডঘঃ" বুলি পৰাক ভয় লগোৱাৰ দৰে আমাকো ভয় খুৱাবৰ নিমিত্তে জম্বল শব্দৰ অৰ্থ বাম্বুবান বুলি কৈছে তথাপি আমি ভয় নাখাও। যিহেতু জুই দেখিলে ভালুক দুৰতে বিদুৰ হয়। আমাৰ হাতত প্ৰজ্বলিত প্ৰদীপিকা থকাৰ বাবে ভালুকলৈ অকনো ভয় নকৰো।

৩। লগুণ দিয়নীৰ নিমন্ত্ৰণ। আধুনিক ব্ৰাহ্মণ বাপুসকলৰ পূৰ্ব্ব পুৰুষসকলক অঙ্গিৰা দেবল প্ৰভৃতিৰ লগুণদিয়নিত পৌৰহিত্যত নবহুৱাই, বৈদ্য কায়স্থাদিক বহুৱাইছিলেনে? এবাৰ দেখোন টং কৰি চালেই হয়। তেতিয়াৰপৰা এতিয়ালৈকে গোত্ৰ লগুণ কাৰপৰা চলি আহিছে।

৪। আমি সৰ্ব্বজ্ঞ।

মানুহে অতীত কালৰ কথা বৃদ্ধ পৰম্পৰা আৰু শাস্ত্ৰৰ দ্বাৰাই জানে। সেই বিষয় সৰ্ব্বজ্ঞ শুকদেব হৈ উপজিব নেলাগে। "সৰ্ব্বস্য লোচনং শাস্ত্ৰম" চানক্যৰ এই শ্লোকটিও বাঁহীয়ে নেজানে নে কি? জনাহলে সৰ্ব্বজ্ঞ হৈ উপজিছে শুকদেবৰ নিচিনা গৰ্ভতে ইত্যাদি কটু কাটব্যত নকৰিলো হেতেন। আমি ৪।৫ শ বছৰৰ পূৰ্ব্বৰ কথা শঙ্কৰ দেব বামুণৰ শিষ্য আছিল বুলি লেখা বাবে যে সৰ্ব্বজ্ঞ শুকদেব হব লগাত পৰিলো, তেওঁ দেখোন যুগান্তৰীয় নানা তৰহৰ কথা লেখিবই লাগিছে। তেওঁ মাতৃ গৰ্ভত বেদাধ্যয়ণ কৰোতা পৰাশৰ নে ভাগবতী ধৰ্ম্মজ্ঞ প্ৰহ্লাদ? পাঠকসকলে এবাৰ বিবেচনা কৰি চাওকছোন। উলুৱনিত নিজৰ গোধা ভৰি লুকাই আনক গোধা কোনে বুলিছেহে। বৰদলৈয়ে নে বেজবৰুৱাই? কাব্যা দৰ্শত দণ্ড্যাচাৰ্য্যে কৈছে। আদিৰাজ যশোবিম্ব আদৰ্শং পশ্য বাঙ্ময়। তেষা সমন্নিধানেপি ন স্বয়ং পশ্য নশ্যতি। মনু মান্ধাতা প্ৰভৃতি আদি ৰাজাসকলৰ কথাকো সৰ্ব্বজ্ঞ নোহোবাকৈয়ে জানিব পাৰি, কিন্তু শঙ্কৰদেৱৰ গুৰু যেৱা হলে সৰ্ব্বজ্ঞ হৈ হে জানিব পাৰি।

৫। সুত খেমটাৱালী।

আমি সূতক বাইজী বা খেমটাৱালী বোলা নাই। আমি কৈছিলো সূতো বাইজী খেমটাৱালীর দরে এজন গারকহে। পদ্মর ন্যায় চকু বুলিলে জানো চকু গুছি পদ্ম হয়। আরু সিংহো মানবকঃ চন্দোমুখম ইত্যাদি প্রয়োগ ব্যৱহার করোতা সকলক কোনোবা ধৈৰ্য্যবান লোকে লরীকে সিংহ বুলিলে ঐ, এই বুলি পেংলাই করেনে? পাঠকসকলর ভিতরত কোনোবাই করবাত দেখি ব শুনিবলৈ পাইছেনে? রসভাবুক বাঁহীয়ে হলে আমার লেখা বাইজী খেমটাৱালী শব্দটো দেখা মাত্রে "সূতক বাইজী খেমটাৱালী বুলিলে ঔ বুলি বজাই নাচিবই ধরিছে। আরু কৈছে "তই দুটা চাইটা খেমটা বা গজল গা, দুই চারি পাক মাচিবও পার, নাচিলে সুখীও হম, বরম মই ঘুঙ্গুর আরু শারীর দিহা করি দিবলৈকো প্রস্তুত" ইত্যাদি। আমি এইটো আগেয়ে নাজানিছিলে। জনা হলে বাজী খেমটাৱালীর উপমা সূতক নকরি আন প্রকারে করিবলৈ পারিলো হেতেন। বাস্তবিকতে ভদ্রলোক জনর অবস্তাত আরু কাতর উক্তিত আমারো পুতৌ লাগিছে। দয়ালু পাঠক সকলে ামাক এইবিষয়ত জগর ধেরিলেও মান্তি আছোঁ।

৬। শ্ৰীমান বোপাটি।

আমি শ্ৰীমান কণ বোপাটিৰে পৰা প্ৰদীপিকার লেখকৰ শারীত ভৰ্ত্তি হৈ শ্রীযুক্ত হোবালৈকে যদি লেখা পঢ়া করি নাহিলো হেতেন তেনেহলে আজি বাঁহীয়ে আমাৰ 'মধুৰিমা' ফেৰা কেনেকৈ পালেহেতেন। হওক প্ৰদীপিকা পাঠক সকলৰ ভি তৰত দুই চাৰি জন যদি কলিতালৈ গৈছিল কিন্তু তেওঁলোক গাত ৰাইজীৰ বতৰা নেলাগি। সেইটো মধুৰিমা নেপালে। কি কৰিব দেউতা সকলো আপোনাসকলৰ দৈব। মানুহে কথাতে কয় বোলে "ভাগ্যবানৰ ভাগ ভগবানৰ" হাতত।

৭। চাতুৰিমা।

চাতুৰিমা গুণজাতৰ পদাৰ্থ, চাতুৰিমা চাতুৰ্য্যং চাতুৰি চতুৰতা চতুৰত্বমা এইবিলাক শব্দ ভাবাৰ্থ চতুৰ শব্দৰ পৰা ওলাইছে। অত এব সকলো কোষৰ অন্তৰ্গত আছে। অনেক কোষ ফঁহি য়াওতাসকলৰ ফঁহিয়নিত উঠি যাবও পাৰে। আমি হলে ইয়াকে জানো যে ব্যাকৰণাচাৰ্য্যসকলে চতুৰ শব্দটিক দৃঢ়াদি শব্দর লগত পাঠ কৰি চাতুৰিমা আদি প্ৰয়োগবিলাক সাধিছে। "বিদগ্ধ চতুৰ মধুৰৰাদ্যা আকৃতি গণ্যা ৰাইজে যি ভাৰ ভাবক।

৮। আমালৈ বৰ মৰম

আমাৰ মৰমত আবদ্ধ হৈ বাঁহীয়ে কাকুতি মিনতি কৰি বৰদলৈ ডাঙ্গৰীয়ে জনাইছে যে আমাক হেনো অকলৈ ইফালে সিফালে ফুৰিবলৈ যাব দিব নালাগে, বিশেষকৈ মাছটো পাচলিটো কিনিবলৈ আমাক হেনো অকলৈ এৰি দিয়া ভাল নহয়।

আমি কওঁ আমাৰ বিষয় চিন্তা কৰি মূৰৰ ঘিউ শুকাই টোপনি খতি কৰিব নেলাগে। বসন্তকালত যদি বায়ু পিত্ত উজাৰ খায় তেন্তে জীবনলৈকে টনাটনিত পৰিব। পৰিব। সাধাৰণতঃ আজি কালি বসন্ত কলেৰা প্ৰভৃতি নানা ৰোগ বসন্ত থাকে। আমি ভাবুক হলেও উৎকট ভাবুক নহও। আমাৰ এই ভাবে কেতিয়াও বেয়া নকৰে। কৰা হলে ভৰ ডেকা বয়সতে নবদ্বীপ কোছ বিহাৰত পঢ়িবলৈ গৈ উভতি খাবৰ তাৰকাৰি খাবলৈ আকৌ আসামলৈ নাহিলোহেতেন। ভাৰত মজি, ৰূপত ভুলি, আশাত ওে লমি তাতে থাকিলো হেতেন। এতিয়া বয়সতো আমি আদহীয়া। "কলৌ ষষ্ঠি পৰমং হয়ঃ" তই মতেও আমি অৰ্দ্ধ বয়স অতি বাহিত কৰিলো। এতিয়া লাহে লাহে বুঢ়াসলকৰ শাৰীলৈহে প্ৰমোচন পাবলৈ আগ বাঢ়িছোঁ। এতিয়া আৰু ৰসে.ৱকে আমাৰ পিতৃপিতামহৰ বাটৰ পৰা বিচলিত কৰি দুঃখিনী জন্ম ভূমিক পৰিহাৰ দিয়াই বিদেশ আশ্ৰয় কৰোৱাৰ সম্ভব নাই। আমাৰ জন্মভূমি দুখিনী হলেও জননী ভূমিশ্চ স্বৰ্গদপি গৰিয়সী" বুলি দিবাৰাত্ৰি পূজনীয়াহে। আৰু "যেনাস্য পিতৰো যাতা যেন পিতামহাঃ তেন যায়াৎ" ইত্যাদি মনুৰ কথাও অলপ আচৰণ জানো। এতেকতে আপুনি নিশ্চিন্ত হৈ টোপনি যাওক মৰমৰ ডাঙ্গৰীয়া।

৯। বলৰামৰ প্ৰায়শ্চিত্তম।

গুণ কৰ্ম্মৰ দ্বাৰাই সূতে ব্ৰহ্মত্ব লাভ কৰিছিল। সেই সূতক মৰা বাবে বলৰামে ব্ৰহ্মবধৰ প্ৰায়শ্চিত্ত হোৱাৰ কথা ভাগৱতে কোৱা নাই। ভাগৱতে কৈছে"অস্যব্ৰহ্মা সনং দত্ত মস্মভিৰ্যদুনদন আয়ুশ্চাত্মা ক্ৰমং তাবৎ যাবৎ সত্ৰং সমাপ্যতে। অজ্ঞানতে বাচৰিত স্তয়া ব্ৰহ্মবধো যথা" এই শ্লোকটিক শ্ৰীধৰ স্বামীয়ে কেনেকুৱা আকাঙ্ক্ষা উত্থিত কৰি ব্যাখ্যা কৰিছে ৰাইজে এবাৰ মন কৰি চাওক। অধৰ্ম্মিক প্ৰতিলোমজ বধঃ কোয়হমধৰ্ম্মঃ ইতি চেৎ তত্ৰাহ অস্যেতি। অৰ্থাৎ অধাৰ্ম্মিক প্ৰতিলোমজ সূতক মৰাত কি অধৰ্ম্ম আছে। এই আকাঙ্ক্ষা উত্থিত কৰি কৈছে যে হে যদুনন্দন যজ্ঞ শেষ নোহোৱালৈ এই সূতৰ সম্বন্ধি আমালোকে ব্ৰহ্মাসন আৰু ক্লান্তি ৰহিত আয়ুষ দিছিলোঁ। আপুনি নাজানি সূতক হত্যা কৰিলে এতেকে আপুনি ব্ৰহ্ম হত্যাৰ দৰি প্ৰায়শ্চিত্তাচৰণ কৰক। বলৰামেও ঋষিসকলৰ সম্মান ৰক্ষাৰ্থ সেই কথাত মান্তি হৈ প্ৰায়শ্চিত্তআচৰণ কৰিছিল। এয়ে হৈছে ভাগৱতৰ মত। এতিয়া পাঠক হলে ভাগৱতৰ মতৰপৰা ইয়াকে বুজোঁ। আজিকালি যজ্ঞুৎসৱ দুৰ্গোৎ সৱত গান কৰিবলৈ মাত্তি অনা গানোৱালৰ গানত যদি কোনোলোকে প্ৰতি বন্ধকতা কৰে তেন্তে সেইলোকৰ ওপৰত গিৰিহঁতে দৱল ক্ষতি পূৰণ লোৱা দৰে বলৰামে সূতক মাৰি ঋষিসকৰ নিয়ম ভঙ্গ আৰু পুৰাণ শ্ৰৱণত ব্যাঘাত কৰাৰ বাবে বলৰামৰ ওপৰত গুৰুতৰ প্ৰায়শ্চিত্ত

বিহিছিল। বলৰামেও ঋষি সকলৰ সম্মান ৰাখি সেই কথাত ৰাজি হৈছিল। গুণ কৰ্ম্ম ধৰি সূতে ব্ৰহ্মত্ব লাভৰ গন্ধও ভাগৱতত নাই। এই নিমিত্তেই আমি পূৰ্ব্বৰপৰাই লেখি আহিছোঁ যে গুণ কৰ্ম্মৰ দ্বাৰাই কোনো বৰ্ণেই কোনো বৰ্ণ পাব নোৱাৰে। আন আন পুৰাণৰ মত অনুধাবণ কৰি বলৰামাৰ প্ৰায়শ্চিত্তৰ সম্বন্ধে যিটো স্থিৰ কৰিব পাৰিছিলোঁ সেইটো অষ্টম সংখ্যা প্ৰদীপিকাত লেখি দিয়া হৈছে। আমাৰ ভাৰত ইঈয়াকেহে পাওঁ।

১০। ভবানন্দ পাঠকৰ সৈতে আকৌ যৎকিঞ্চিত।

ভবানন্দ পাঠক দেৱে উপাধি ললে সত্য। কিন্তু পাঠক হবলৈ গলে যি কেইটা দোষৰ হাত সাৰিব লাগে সেই দোষ কেইটা হলে সাৰিব পৰা নাই। যদ্যপি অন্যবিলাক দোষৰ কথা নেজানো "নিৰৰ্থী চক্ৰকৰ্ষিচ যড়েভে পাঠকাধমঃ" এই দোষটি সম্পূৰ্ণৰুপে আছে বুলি আমি বেছকৈ জানিব পাৰিছোঁ। তেখেতে নবম সংখ্যা বাঁহীত কৈছে আমি হেনো নিজেই ঘোৰ অন্ধকাৰত থাকি আনকো নিজেই ঘোৰ অন্ধকাৰত থাকি আনকো অন্ধকাৰলৈ আনিছোঁ। ক'ত আমি হলে ন্ধকাৰত থকা নাই। আমি দেখোন প্ৰজ্বলিত প্ৰদীপিকাৰ আগতে। নিজেহে প্ৰীপিকাৰ ছায়াত ভৰিদি খুলি খুপি আগলৈ পাচলৈ ডিঙি মেলি মেলি চায় ফুৰা যেন দেখো। ক্ষত্ৰীয় বৈশ্যও বামমুণৰ শিক্ষাগুৰু হব পাৰে, দীক্ষাগুৰু হলে ব্ৰাহ্মনেইহে, চতুৰ্থ সংখ্যা প্ৰদীপিকাত কোৱা আমাৰ এই কথাটি ইতিকিং কৰি ক্ষত্ৰিয়ক ব্ৰাহ্মণৰ দীক্ষাগুৰু পাতিবৰ কাৰণে অহো পুৰুষাৰ্থী হৈ পাৱে মানে উপনিষদৰ ভাৰবান্ধি কান্ধৰ বগল নমাবলৈ ধৰিছে। মূৰকত লাভং পৰং পৰিশ্ৰমং। সকলো যত্নই বৃথা বালিয়া বান্ধ। গুণুং সনীলোৎপল পত্ৰ ধাৰয়া শমীলতাং চতু মহো ব্যৱতস্যভি নিশ্চয় তেখেতে নীল বেটৰ পাতৰ ধাৰেৰে শমীধৰ ডালি কাতিবলৈ কাৰবাৰ কৰিছে। পাঠকে যি কালৰ কথা লেখিছে সেই কালত পুৰাণ আৰু তন্ত্ৰৰ সৃষ্টি হোৱা নাছিল। সুতয়া তেতিয়া বৈদিক গায়ত্ৰী ব্ৰহ্ম দীক্ষাৰ বাজে আন দীক্ষা নাছিল। ইকথাকৈ নিঃসৃত "যি সময়ত ব্ৰাহ্মণ নামক বৈদিক গ্ৰন্থবোৰত ৰামুণ সকলে" ইত্যাদি কথাৰ পৰাই সুকলমে বুজিব পাৰি।পাঠক দেৱে যি সকলবামুণ ঋষিয়ে ক্ষত্ৰিয়ৰপৰা জ্ঞান লাভৰ কথা লেখিছে সিসকলে ব্ৰাহ্মণ ক্ষত্ৰিয় প্ৰথমে নিজ নিজ দীক্ষাগুৰুৰ পৰা গায়ত্ৰী দীক্ষা গৈ বেদাধ্যয়ণৰ অধিকাৰী হোৱায় পাচতহে ক্ষত্ৰিয়ৰ পৰা জ্ঞান শিক্ষা কৰিছিল বুলি পাঠক দেৱে দিয়া উপনিষদ বোৰৰ পৰা স্পষ্ট জনা যায়। হয় নহয় পাঠক সকলে এবাৰ গধুৰাই বাৰি চাওক। পাঠক দেৱে আৰু সুধিছে "বোলো বাপু উপনয়ন শিক্ষা নে দীক্ষা সংস্কাৰ" আমি হলে পাঠকে দেউ কি জাতৰ লোক এতিয়ালৈকে চিনি পোৱা নাই। আমাৰ বিশ্বাস

তেখেতে উপযনয়ন লোৱা সকলৰ লগৰ হব নেলাগে। উপনয়নৰ সম্বন্ধ পোৱা হলে এনে ধৰণৰ প্ৰশ্ন নকৰিলে হেতেন। উপনয়নীত নোহোৱা কৈ যজ্ঞ কাষ্ঠ হাতত লৈ হোম ক্ৰিয়া সম্পাদন নকৰি গৌতমাদি ব্ৰাহ্মণ সকলে ক্ষত্ৰিয়ৰ পৰা ব্ৰহ্ম জ্ঞান লভাৰ কথা তাতে থা ক পঢ়িবই নোৱাৰে। উপনীত হলেহে বেদ পঢ়িব পাৰে। এই সম্বন্ধে মনুৱে কৈছে। "কৃতো নয়ন স্যাস্য ব্ৰতা দেশ নমিষ্যাত, ব্ৰহ্মণো গ্ৰহণঞ্চেব ক্ৰমেণ বিধি পূৰ্ব্বকম। অৰ্থ—উপনয়ন কৰা লোকৰ সমন্ধিহে ব্ৰত। আৰু বিধি পূৰ্ব্বক বেদ গ্ৰহণৰ আদেশ কৰা হৈছে। বিধি পূৰ্ব্বক মুপনিত স্যোপ দিশ্যাতে তস্মাদুপনয়নাৎ ভট্টকৃত তৎ টিকা। অতত্ৰ উপবৰ্ণ নহলে যে বেদ পঢ়িব নাপায় এইটো ধ্ৰুৰূপ কথা। উপনয়ন দিয়া গৰাকী আচাৰ্য্য পদৰ বাচ্য হৈ মহা গুৰুত্বত পৰিগণিত হয় বুলি হিন্দু সাস্ত্ৰে কয়। যথা—এয়ঃ পুৰুষস্য মহাগুৰবো ভবন্তি মাতা পিতা আচাৰ্য্যশ্চেতি।—বিষ্ণুসূত্ৰম পিতা মাতা আচাৰ্য্য এই তিন জন পুৰুষ মহাগুৰু বুলি বিষ্ণুৱে কৈছে। "উপনীয় দদ বেদ মাচাৰ্য্যঃ স উদাহৃতঃ" ইতি যাজ্ঞবল্কঃ। অৰ্থ— উপনয়ন দি বেদ গায়ত্ৰী দান যেয়ে কৰে সেয়ে আচাৰ্য্য হয় বুলি যাজ্ঞবল্ক ঋষিয়ে কৈছে। আৰু যাৰ গুৰিত বেদ অধ্যয়ন কৰা হয় তেওঁক উপাধ্যায় বোলে। "যথা স্মৃতিঃ উপেত্যা ধীয়তে যস্মাদুপাধ্যায়ঃ সবৈমতঃ।" আপদ কালত ব্ৰাহ্মণ অধ্যাপকৰ অভাবত অব্ৰাহ্মণৰ, ক্ষত্ৰিয়ৰ বৈশ্যৰপৰা ব্ৰাহ্মণে অধ্যয়ন কৰিব পাৰি। কিন্তু যেতিয়ালৈকে অধ্যয়নৰ সমাপ্তি নহয় তেতিয়ালৈকেহে গুৰু মানি অনুগমনাদি শুশ্ৰুষা কৰিব। পাদপ্ৰেক্ষালনাদি নকৰিব। পঢ়ি এ তালে পুনৰাই সেই ব্ৰাহ্মণেহে সেই ক্ষত্ৰিয়ৰ গুৰু হৈ উঠিব। "অব্ৰাহ্মনাদধ্যয়ণমাপৎকালে বিধীয়তে। অনুব্ৰজ্যাচ শুশ্ৰুষা যাবদ্ ধ্যয়নং গুৰুঃ'। ইতি মনুঃ। "প্ৰাপ্ত বিদ্যো ব্ৰাহ্মনস্তু পুনস্তস্য গুৰুঃ স্মৃতঃ" ইতি ব্যাসঃ। নএৰ সাদৃশ্য অৰ্থ হোৱাৰ বাবে "অব্ৰাহ্মণ" পদে ক্ষত্ৰিয় বৈশ্যক বুজাইছে। এতিয়া দীক্ষাৰ শিক্ষাৰ আৰু স্বাধিকাৰ প্ৰমত্ত অপ্ৰমত্তৰ বিষয় মিমাংসা কৰি পাঠক ডাঙ্গৰীয়াসকলে কি বুজে বুজক?

১১। যশস্পতি বাপুৰ খেমটা।

চতুৰ্থ সংখ্যা প্ৰদীপিকাত "গায়ক" শব্দৰ অৰ্থ কৰিবলৈ গৈ যশস্পতি বাপুৰ "খেমটাবলিৰ" নাচ মনত পৰিলে বুলি ভবানন্দ পাঠক দেৱে কৈছে। কিন্তু আমি হলে কোনো সংখ্যাৰ প্ৰদীপিকাতে খেমটা গান গোৱা নাই। আৰু খেমটাবালীক কোনেও নাচিবৰ কথাও কোৱা নাই। "কোথি যাউছি ৰসবতী ডাকি অছন্তি যশস্পতি" বুলি খেমটা গান কোনে গাইছিল? আৰু "তই নাচিবও পাৰ নাচিলে সুখীও হয়। বৰং মই ঘুঙুৰ, শাৰী বিচাৰ কৰি দিবলৈ প্ৰস্তুত" বুলি নো কোনে লিখিছিল? এটিনো তেখেতৰ

কম ঔদাৰ্য্য দগুণৰ পৰিচয় নে? আৰু আমি হেনো গায়ত্ৰী শব্দৰ প্ৰকৃতিগত অৰ্থ পাহৰিলোঁ। তেখেতে ভানুজী দীক্ষিতৰ অমৰকোষৰ টীকাৰ পৰা গায়ত্ৰী শব্দৰ ব্যাখ্যা উদ্ধাৰ কৰি গায়ক আৰু গায়ত্ৰী উভয় শব্দৰ একাৰ্থ বুলি প্ৰতিপাদিত কৰিছে। আমি কওঁ যে তেখেতৰ আদৌ শব্দ জ্ঞানেই নাই। শব্দাৰ্থ জ্ঞান পাচৰ কথা ভানুজী দীক্ষিতে কৰা গায়ত্ৰী শব্দৰ ব্যাখ্যায়ে তেখেতে বুজা নাই, ইকথা খাটাং। দিঙ্গিত শিল বান্ধি মাথো বন্ধু বান্ধবৰ শোকাহ হে হৈছে। গায়ত্ৰী শব্দ বিচ্ছেদ কৈছে। গায়ৎ আৰু স্ত্ৰী গৈ গানে গৈ ধাতুৰ পাঁচ শতৃ প্ৰত্যয় হৈ গায়ৎ শব্দ সিদ্ধ হৈছে। তাৰ অৰ্থ হৈছে গানকৰ্ত্তা। ত্ৰৈঙৰ ক্ষণে ত্ৰৈ ধাতুৰ পাচত ড প্ৰত্যয় হৈ স্ত্ৰী শব্দৰ সিদ্ধি হয়। তাৰ অৰ্থ ত্ৰাণক স্ত্ৰী। উভয়ে অৰ্থাৎ গায়ৎ আৰু স্ত্ৰী শব্দে লগ লাগি গায়ত্ৰী শব্দ হয়। কাযেই গায়ত্ৰী শব্দৰ অৰ্থ গান কৰ্ত্তাক ত্ৰাণ কাৰিণী এই অৰ্থ হব লাগে। আৰু গায়ত্ৰী পক্ষে গায় এই দুটা হৈছে শব্দ বিচ্ছেদ। গৈ ধাতুৰ পাচত ভাব বাচ্যে ঘঞ প্ৰত্যয় হৈ গায় পদৰ সিদ্ধি হয়, উভয় শব্দ মিলি গায়ত্ৰী শব্দৰ সৃষ্টি হয়। এই কাৰণে গানেৰে ত্ৰানকাৰিণী এনেকুৱা অৰ্থ গায়ত্ৰী শব্দ হবলৈ একো বাধা দেখা নেযায়। গৈ ধাতুৰ পৰা প্ৰত্যয় বিশেষে বাহিৰ হোৱা গায় গান গীতি দগীত ইত্যাদি শব্দে সকলো ধৰণৰ গানকে কব পাৰে। যেনে, বামুণে বেদ গাইছে, ওঝাই পদ গাইছে, সূতে পুৰাণ গাইছে, বাইজী খেমটাৱালীয়ে খেমটা বা গজল গাইছে, ইত্যাদি। তাৰ ভিতৰত কিছু মান গানত বাদ্য যন্ত্ৰৰ আবশ্যক থাকিলেও বাপুসকলৰ গায়ত্ৰী গানত একো আবশ্যক নাই। এতিয়া বেচকৈ বুজিব পাৰিলোঁ যে ভবানন্দ পাঠক দেউ কেতিয়াও উপনয়ণ লোৱা সকলৰ সঙ্গৰ নহয়। সেইহে বাপুৱে 'গায়ত্ৰী' গান কৰোতে সৰু তাল বজাই" বুলি লেখিছে। কৰ্ত্তৰি বাচ্যে অকন প্ৰত্যয় হৈ সিদ্ধ হোৱা গায়ক শব্দৰ অৰ্থ গানকৰ্ত্তাৰ বাজে আন একো নাই। প্ৰবন্ধ লেখোতা পাঠক দেৱে জ্বৰ বিকাৰি ৰোগীৰ দৰে যিহকে পাইছে তাকেই গাইছে।

১২। মাধদেৱৰ চক্ৰান্ত।

ভবানন্দ পাঠক দেৱে ৰামচন্দ্ৰ শঙ্কৰাচাৰ্য্য ৰামনুজ নিত্যানন্দ আৰু বুদ্ধদেৱৰ কাৰ্য্যৰে সৈতে শঙ্কৰদেৱক বৃন্দাবনলৈ যাব নিদি ঘৰলৈ ওভোতাই অনা (দৈত্যাৰি ঠাকুৰৰ চৰিত্ৰৰ মতে) মাধব দেৱৰ এই কাৰ্য্যটি মিল কৰি দেখাইছে। কিন্তু অলপ মন কৰি চালে দেখি যে কথাটো পানী আৰু তেলৰ দৰে মিহলি নহৈ উপঙ্গি ফুৰিছে। প্ৰভু শ্ৰীৰাম চন্দ্ৰ "সম্ভাবিতস্য চাকীৰ্ত্তিৰপাদতি বিদ্যতে" নিজৰ এই ভৱিষ্যৎ বাণীলৈ মন ৰাখি লোকাপবাদ দূৰ হবৰ কাৰণে নিৰ্দোষিণী সীতা দেৱীক বনবাস দিছিল। কিন্তু মাধবদেৱে দৈত্যাৰি ঠাকুৰৰৰ চৰিত্ৰ মতে হলে সম্পূৰ্ণে তাৰ বিপৰীত হে আচৰণ

কৰিলে। মানুহে মানুহক তীৰ্থলৈ যাবৰ নিমিত্তে উপদেশ দিয়ে আৰু সাধ্য অনুসাৰে তীৰ্থ যাত্ৰীক অৰ্থ দিও সহায় কৰে। এনে স্থলত শঙ্কৰপত্নী গোঁসানীৰ কথা ধৰি বৃন্দাবন হেন তীৰ্থলৈ যাব নিদি শঙ্কৰদেবক ঘৰলৈ ওভোটাই অনাটো মাধৱদেৱৰ কেনে কাৰ্য্য হস সদৌ অসমীয়াই আৰু পাঠকদেৱেও অলপ মন কৰি চাওকচোন? শ্ৰীৰাম চন্দ্ৰৰ সুকীৰ্ত্তিৰ সৈতে তুলনা গৈছেনে?

মাতৃৰ বিনা অনুমতিত সন্ন্যাস গ্ৰহণ কৰিলে পাচত মাতৃৰ শাপত পৰি উভয় কুলেই হেৰাব পাৰে ইফালে মাকেও সহজে সন্ন্যাসী হবলৈ নিদিয়ে দেখি মহাত্মা শঙ্কৰাচাৰ্য্যে গা ধুবলৈ পানীত নামি আই মোক ঘৰিয়ালে ধৰিছে, তুমি যদি মোক সন্ন্যাসা হবলৈ হুকুম দিয়া তেহে ঘৰিয়ালে এৰি দিব এই বুলি কৈ প্ৰকাৰান্তৰে মাকৰপৰা সন্ন্যাসৰ অনুমতি লৈ সন্ন্যাস ধৰ্ম্ম ধৰি পিতৃ মাতৃ উভয় কুলৰ সদগতি সাধিছিল। কিন্তু দৈত্যাৰি ঠাকুৰৰ লিখিত চৰিত্ৰ মতে মাধবদেৱৰ দৰে কাৰো ধৰ্ম্ম পথত অথালি পথালি লগোৱা নাছিল। বুদ্ধ দেবে নিজৰ অনিচ্ছা স্বত্বেও এজন বামুণ শিষ্যৰ অনুৰোধত তৃষ্ণাৰ সামগ্ৰী তিৰোতাক তৃষ্ণাশূন্য বৌদ্ধ মন্দিৰত স্থান দিয়া বাবে হে বৌদ্ধদেবৰ তিৰোভাবৰ পাচত তেখেতৰ শিষ্যসকলে বুদ্ধদেবৰ প্ৰবৰ্ত্তিত ধৰ্ম্মত নানা বিভীষিকা চলাই সনাতন বৈদিক ধৰ্ম্মৰ লগত কন্দল লগাই থৈছে। শ্ৰীচৈতন্যে সন্ন্যাস ধৰা অবধি বাৰ দিন মাতা শচী দেবীয়ে আদি ভোজন নকৰি পুত্ৰ শোকত অত্যন্ত ব্যাকুল থকা দেখি নিত্যানন্দে চৈতন্য দেৱক বৃন্দাবনলৈ যাৰ নিদি শান্তিপুৰৰ অদ্বৈত্যচাৰ্য্যৰ ঘৰলৈ আনি শচী দেবীৰ সহিত সাক্ষাত কৰাইছিল। শচী মাতাই প্ৰাণ পুত্ৰ গৌৰাঙ্গক কোলাত লৈ শৰীৰ শীতল কৰিছিল। প্ৰভু চৈতন্যেও সময় নাই কপিলে মাকক সাংখ্য জ্ঞান কোৱাৰ দৰে তত্ত্ব কথা কৈ শচী মাতাক প্ৰবোধিতা কৰিছিল। সেই দিনৰপৰা সচী দেবীয়েওধৈৰ্য্য ধৰে। আৰু স্বহস্তে পাক কৰি ভক্তগণৰ সহিত গৌৰাঙ্গক ভোজন কৰাই নিজেও বোজন কৰি প্ৰাণৰ গৌৰক বিদায় দিছিল। প্ৰভু গৌৰেও শ্ৰীক্ষেত্ৰ বৃন্দাবনাদি তীৰ্থ পৰ্য্যটন কৰি ফুৰিছিল। "বৰদলৈৰ খোদ প্ৰভু নিত্যানন্দে" চৈতন্যপত্নী বিষ্ণু প্ৰিয়াৰ কথা সুমৰি বৃন্দাবনত আছে কিটো? কৃষ্ণৰ লগৰ বিনোদ লগতে গৈছে, "ইত্যাদি কপট বাক্য কৈ মাধব দেৱৰ দৰে চৈতন্য দেবক গৃহস্থী কুপত পেলাবলৈ না নাছিল। বৰং অভাগিণী বিষ্ণুপ্ৰিয়াৰ হৃদয় ভেদি করুণা বিলাপলৈ কাণ নিদি চৈতন্যৰ সন্নাস গ্ৰহণত সহায় হে কৰিছিল।

অবলা তিৰোতাক এটা আশ্ৰয় নলগোৱাকৈ যদি সন্ন্যাস ধৰো তেন্তে ভবিষ্যতেনো কাৰ আশ্ৰয়ত প্ৰতিপালিত হব? ৰাখোতা নহলে মনৰ আবেগত আত্মহত্যাও কৰিব পাৰে। কিন্তু আমি যদি তেওঁৰ পিত্ৰালয়ত তেওঁক থৈ যাওঁ তেনে হলে আমাক একো

দোষে নাপাব। এই ভাবি ৰামানুজে সৰু ভণীয়েকৰ বিবাহ শহুৰেকৰ নাম দি চিঠি লেখি ঘৈণীয়েকৰ হাতত দি ঘৈণীয়েকক বাপেকৰ ঘৰলৈ পঠিয়াই সন্নাস ধৰিছিল মাধবদেৱৰ দৰে তেখেত কাৰো পূণ্য পথৰ কণ্টক হোৱা নাছিল।

গণক ওজাপালী।

পাঠক দেৱে কামৰূপৰ মাথোন গণক ওজাপালী ওলোৱাৰ কথাহে শুনি বেজ প্ৰবৃতিৰ ওজাপালী ওলোৱা শুনাই নাই। শঙ্কৰদেৱৰ বংশীয় বুলি পৰিচয় দিওঁতা মহন্তসকলে ভাৱনাৰ চোঁ মুখা সাজি কান্ধত খোল লৈ ধেমালী সৰু ধেমালী বজায় নাছি নাছি কৰা অপৰ আসামৰ ভাৱনাও দেখা নাই। আৰু গাঁৱে গাঁৱে সেই সকলে ভাৱনা শিকাই ফুৰা শুনিচেনে নাই। আমি হলে দেখি শুনি আছো দেওঁ। গণক ওজাপালীসকলে পদো গায় মানুহৰ মঙ্গল কামনায় শিলাৰূপী নাৰায়ণৰ আগত বহি গ্ৰহৰূপী নাৰায়ণৰ পূজা কৰে। বেজ ওজাপালীয়ে হলে দহা ঘৰৰ ভিতৰ সোমাই ক্ৰিয়া ধৰোতাৰ মূৰ খুৰায় আৰু পিণ্ড দিয়া কাপোৰ জোৰৰে সৈতে স্পৰ্শশুদ্ধিৰ দ্ৰব্য বিলাক নিয়ে। ঠায়ে ঠায়ে মহন্ত নাম ধাৰী শূদ্ৰ সকলেও মৰা গৰুৰ চামৰা আনি দবা আৰু খোলো তৈয়াৰ কৰে। এই ওজা পালীয়ে নিজে নিজে ব্যবহাৰক কৰ্ম্ম কৰিয়েই আছে।

পুথি পূজা।

পুথি ঈশ্বৰৰ অংশ নহয় বুলি আমি কোৱা নাই। আমি কৈছো একাদশ স্কন্ধত উদ্ধবৰ আগত শ্ৰীকৃষ্ণ দেৱে পূজাৰ আধাৰবিলাক কওঁতে পুথিতো মোৰ পূজা কৰিব বুলি কোৱা নাই। সেইবাবে পুথি ঈশ্বৰ পূজাৰ আধাৰ হব নোৱাৰে। কাজে কাজে পুথিত শ্ৰীকৃষ্ণৰ পূজা সাস্ত্ৰ সঙ্গত নহয়। পাঠক ডাঙ্গৰীয়াসকল। এতিয়াৰপৰা আৰু এনেকুৱা অকথ্য বেহুচ কথাৰ উত্তৰ দিবলৈ গৈ নিজৰ সময় নষ্ট নকৰো। সেই বাবে আমি হাৰিলোঁ বুলি ভাবিলে ভাবিব পাৰে। সিপালৰ পৰা যদি গালি শপনি দ্বাৰাই "যথা মেৰু গিৰেঃ শৃঙ্গং তোয় বৰ্ষেণতোৰদং" কৰিয়ে থাকে তথাপি "মহিম্নো তৎ প্ৰযত্নতঃ" কৰি নিজৰ আলোচ্য বিষয় আলোচনা কৰি থাকিম। শিবমিতি।

শ্ৰীযশস্পতি শৰ্ম্মা।

# নিৰ্ম্মল ভকত

## চতুৰ্বিংশ অধ্যায়।

পিছ দিন যথা সময়ত ডাঙ্গৰীয়া জনে আকৌ আহি আতৈক সুধিলে :— 'আতৈ! মোৰ শেহৰ প্ৰশ্ন এই দুটি। প্ৰথমতঃ আপুনি সেই ৪৫ বছৰ বয়সৰে পৰা

সত্ৰত আশ্ৰয় লবৰ দিনৰে পৰা দীৰ্ঘ কালটো ব্ৰহ্মচৰ্য্য ৰাখিব পাৰিছেনে? যদি পাৰিছে কি উপায়েনো প্ৰবৃত্তিক অথবা বিশেষকৈ কাম ৰিপুটোক কৰিলে। দ্বিতীয়ঃ আপুনিনো অসম মাতৃৰ কি উপকাৰ সাধিলে অৱশ্যে আপুনি হয়তো নিজৰ উপকাৰ কিন্তু দেশৰ হকেতো মৰিলে হবলা।

আতৈয়ে হাঁহি হাঁহি কলে ঃ— "ডাঙ্গৰীয়া। আপোনাৰ প্ৰথম প্ৰশ্নটোৰ উত্তৰত ইয়াকে কওঁ যে ঈশ্বৰত একান্ত ভক্তি কৰি মনক লয় কৰিব পাৰিলেই প্ৰবৃত্তিবিলাকৰ আপোনা-আপুনি দমন হয়। প্ৰকৃতিয়েও জীবক প্ৰতিহিংসা নকৰি বৰং সহায়হে কৰে। এই সত্ৰতপুৰা গধূলি দুপৰীয়া প্ৰায় সকলো সময়তে ভগৱন্ত পুৰুষৰ উদ্দেশ্যে নাম গুণ চলিবই লাগিছে। ইয়াৰ উপৰিও আন আন সময়ত আমাৰ ভকতৰে সেতে পৰস্পৰ কথা বতৰা পাতোঁতেও আন কি ঈশ্বৰ পুৰুষৰ ধৰ্ম্মৰ বিষয় লৈহে আলাপ হয়। আহাৰ বিহাৰতো আমি কঠোৰতাৰে চলোঁ। প্ৰকৃতিৰ বিশেষ স্ত্ৰীজাতিৰ সত্ৰৈ সমাগমো সৰহকৈ হব নিদিয়ে এইবিলাক কাৰণে আৰু আচাৰ অনুষ্ঠানে আমাৰ মন প্ৰায় সততে কৃষ্ণতে আবদ্ধ ৰাখে। কাযে কাষেই প্ৰবৃত্তিয়ে বিশেষ কামৰিপুৱে আহি মনক আকৰ্ষণ কৰিবলৈ সময়কে নাপায়। নামলোৱা পূজা পাটল কৰা সময় খিনি সেইবিলাক কৰোঁতেই যায়। কিছু সময় নিজৰ চাউলমুঠা বান্দি খুন্দি লৈ সিজাই পকাই খাওঁতে যায়। কিছু সময় ঈশ্বৰ পুৰুষৰ ওচৰত বহি দৰ্ম্মৰ আলাপ, ধৰ্ম্মৰ তত্ত্ব লওঁতে যায়, আৰু মোৰ নিজৰ বিষয়ে হলে এইবিলাকৰ উপৰি সি সময় পাইছিলোঁ সেই সময় বিলাকত মই নিজ সত্ৰ, আন কি আন আন সত্ৰতো ঈশ্বৰ পুৰুষৰ আদেশ মতে নামঘৰ বিলাকৰ চৌতি মাৰলি ইত্যাদি ধুনীয়াকৈ কাটি আটাই মিস্ত্ৰি কাম কৰিছিলোঁ। মই আন কি নিজৰ পূৰ্ব্বকালডোখৰৰ কথাকে ভাবিবলৈ সময় নাপাইছিলোঁ। এই দৰেই জীৱন কটাওঁতে প্ৰবৃত্তি আপোনা আপুনি দম খাই গৈছিল। আপুনি জানিবই পাৰে যে মই প্ৰায় দুসাজ ভাত নেখাৱেই। ২৪ ঘণ্টাৰ ভিতৰত কোনো ৰকমে এসাজ নিৰামহীয়া ভাত খাই প্ৰায় জীৱনটোক কটালোঁ।

ডাঙ্গৰীয়া—আতৈ। বাৰু কওকচোন কেতিয়াও কম্মিন কালেও কেতিয়া ৰাতি শবৰ সময়তো আপোনাৰ ৰূপহী বিশেষ আসক্তি বা প্ৰবৃত্তিৰ বস্তু তিৰুতা জাতিলৈ মনত পৰা নাছিল নে?"

আতৈ ঃ— "ডাঙ্গৰীয়া। বেয়া নেপাব। আপুনি বৰ বিষম ধৰণৰ লোক। আপুনি মোৰ মনৰ গুপুতা গুপুত খোচাৰিছে। অৱশ্যে মই যেতিয়াই আপোনাক বাক্য দিছো যে অকপট চিত্তে কম তেতিয়াই আপোনাক কওঁ যে ৪৫ ৰ পৰা ৬০ বছৰলৈকে মাজে মাজে যে মনলৈ প্ৰবৃত্তিৰ ভাব নাহিছিল এনেকুৱা নহয়। সত্ৰত সোমোৱাৰ

প্রথম তিনি বছৰ মানলৈকে মোৰ মনত সেই নবঘন স্যাম কৃষ্ণহে অহর্নিশে আছিল। ৩ বছৰৰ পাছৰপৰা অবশ্যে সেই মূর্ত্তি অলপ অলপ আঁতৰিছিল। কিন্তু ৰূপ আঁতৰিলে নাম হলে আতৰ হব নোৱাৰিছিল। যেহেতু আমাক ঈশ্বৰ পুৰুষে নামৰ ওপৰতে ২৪ ঘণ্টা ৰবলৈ শিকাইছিল। ৪।৫ বছৰৰপৰা অৱশ্যে কাঁচিৎ মাজে মাজে প্রকৃতিৰ ভাব আহিলেও তৎক্ষণাৎ সেই মোৰ মৰমৰ মাহী ৰৰূপে আৰু মাহীৰ ৰূপৰ লগত দেবীৰ ৰূপে লোভৰ সামগ্রী প্রকৃতিক খেদি দিছিল। কাষে কাষে ডাঙ্গৰীয়া। অব্যাসৰ দ্বাৰাই ধীৰে ধীৰে শেহত প্রকৃতি দেবী মোৰ ওপৰত সন্তুষ্ট হব লগীয়াত হে পৰিছিল। প্রকৃতি দেবীয়ে মোক কৃষ্ণ পাবলৈহে সহায় কৰিছিল। ডাঙ্গৰীয়াজনে কলে ঃ— তেন্তে আতৈ মই আপোনাৰ কতাৰপৰা ইয়াকে বুজিমনে যে প্রকৃতিৰ পৰিশোধৰ পৰা হাহ সাৰি ব্রহ্মাচার্য্য অক্ষুন্ন ৰাখিবলৈ এই কেইটাই উপায়?

১ম—ঈশ্বৰৰ নাম আৰু ৰূপত মন লয় কৰা।

২য়—লয় নহয় মানে ধর্ম্মৰ আচাৰ অনুষ্ঠানত আবদ্ধ থকা।

৩য়—আচাৰ অনুষ্ঠান কৰা সময় বাদ দি যিফেৰা সময় থাকে সেই সময় ফেৰাত দিনৰ ভাগত হলে খুব শাৰিৰীক কামত আবদ্ধ থকা।

৪র্থ— নিশা ইমান বিলাকৰ ওপৰতো প্রকৃতিৰ উত্তেজনা হলে দেবীক আৰাদনা কৰা অথবা নিজৰ মাক মাহীয়েকলৈ চিন্তা কৰা। আতৈয়ে কলে ঃ— হয় ডাঙ্গৰীয়া। প্রকৃতিক দমাবলৈ হলে এই চাইটাই প্রধান পায়। এই চাৰি ৰকম উপায়েৰেই হিন্দুৰ ঋষি মুনি যোগী মহাত্মা সকলে প্রকৃতিক জয় কৰিছিল।

ডাঙ্গৰীয়া ঃ— আতৈ। বাৰু আপুনি জানিবা সত্ৰত সোমোৱাৰ আগেয়েই সংসাৰত বৰ কষ্ট পাই এই দৰে প্রকৃতিক জয় কৰি ব্রহ্মাত মন সমর্পণ কৰিছে। কিন্তু এটাইবিলাক উদাসীনেই এই দৰে কৰেনে?

নির্ম্মল ঃ— ডাঙ্গৰীয়া। এটাইবিলাকৰ কথানো কেনেকৈ কব। কাৰনো কিদৰে জিত হয় তাকে বা কেনেকৈ কম। মাত্র এইটোকে কওঁ যে যি দাসীনৰ মন কোনো ৰকমেই ব্রহ্মাতর্য্যত স্থিতি নহয় সেই উদাসীনকেই আমাৰ সত্ৰত হলে সত্ৰৰপৰা উলিয়াই দিয়ে।কেতিয়াও জোৰ কৰি নেৰাখে। বিশেষ এই সত্ৰত প্রভু বনমালীদেৱৰ মাহাত্ম্যত শক্তিৰো এফেৰা বল আছে। অর্থাৎ ঈশ্বৰৰ মাতৃ ভাবটোও শুদ্ধচাৰ বাবে থকাৰ কাৰণে ইয়াত উদাসীনৰ ব্রহ্মাচার্য্য প্রায় অক্ষুণ্ণ থাকে। আন সত্রাদি কি হয় কব নোৱাৰোঁ।

ডাঙ্গৰীয়া—আতৈ। আপুনি কব পাৰেনে ৰূপহী এতিয়াও জীয়াই আছে।

নির্ম্মল—ডাঙ্গৰীয়া। সেইটোনো কেলেই লাগিছে? মই শুনাত শুনিছোঁ ৰূপহী

এতিয়াও জীয়াই আছে। গিৰিয়েকো জীয়াই আছে। তাই এতিয়া নাতি নাতিনী লৰা ছোৱালীৰ ভৰপুৰ।

ডাঙৰীয়া—অনিৰাম আৰু তাইও এই সত্ৰৰে নহয় জানো?

নিৰ্ম্মল—হয়।

ডাঙৰীয়া—তেন্তে তাইনো আপুনি জীয়াই থকা বুলি শুনা নাইনে?

নিৰ্ম্মল—অবশ্যে নাই। বিশেষ ঈশ্বৰ পুৰুসে সকলো ভকতকে দঢ়াই দঢ়াই হুকুম দিছিল যে গাঁৱলৈ ভকত গলেও এই বিষয়ে যেন অপকাৰ নকৰে।

ডাঙৰীয়া—বাৰু ৰাসৰ সময়তচ অনি ৰাম ৰূপহী এই সত্ৰলৈ কেতিয়াও অহা নাইনে? আপুনি সিহঁতককেতিয়াও দেখা নানিনে?

নিৰ্ম্মল— আজি এই তিনি কুৰি বছৰৰ সিহঁত ৩।৪ বাৰ আহিছিল। অহিলেও মই সিহঁতক দেকা দিয়া নাছিলোঁ। মই সেই কেইবাৰ ঈশ্বৰ পুৰুষৰ অনুমতি ক্ৰমে আন চহৰৰ ফালেহেগৈছিলোঁ।

ডাঙৰীয়া—সিহঁতকদেখা হলে আপোনাৰ মনত কোনো বিকাৰ হল হেতেননে?

নিৰ্ম্মল—ডাঙৰীয়া। কব নোৱাৰো। মোৰ নহলেও কিজানি সিহঁতৰ হল হেতেন। আৰুসিহঁতৰ তেনেকুৱা কোনো বিকাৰ হলেই সিহঁত হয়তো অসুখী হল হেতেন। মোৰ কাৰণ সিহঁত অসুখী হোৱা হলে মোৰ গাত পাপ লাগিল হেতেন। সেই দেখি মোৰ পৰম দয়ালু সিদ্ধ গুৰু বাসুদেৱ প্ৰভুৱে মোক আঁতৰাই আঁতৰাই থৈছিল।

ডাঙৰীয়া — আতৈ, বাৰু মোৰ প্ৰথম প্ৰশ্নৰ সমাধান পালোঁ। মোৰ দ্বিতীয় প্ৰশ্নৰনো উত্তৰ কি?

নিৰ্ম্মল—ডাঙৰীয়া। মইনো দ্বিতীয় প্ৰশ্নৰ উত্তৰ কি দিম। মুঠতে ইয়াকে কব পাৰো যে মই প্ৰায় অনেক সত্ৰত কাঠৰ কাম কৰি ফুৰিছিলোঁ। শিকিব খোজা ২।৪ জন মানুহক কাঠৰ কাম শিকাইছিলো আৰু ঈশ্বৰ পুৰুষৰ আজ্ঞাত ঠায়ে ঠায়ে জটিল মেল মকদ্দমা নিষ্পত্তি কৰি ফুৰিছিলোঁ। ভাৱনাৰ সাজপাৰ সাজি ফুৰিছিলো আৰু সত্ৰ সম্পৰ্কীয় যি যি কামতে ঈশ্বৰ পুৰুষে লগাইছিল তাকে কৰিছিলোঁ। অকালত সত্ৰৰ উৎপনৰ ধান চাউল টকাৈ কড়িও ঠায়ে ঠায়ে মানুহক ঈশ্বৰ পুৰুষৰ আজ্ঞামতে দি সহায় কৰিছিলোঁ। ডাঙৰীয়া এইবিলাকৰ ওপৰেনো মই আৰু কি কৰিব পাৰিলো হেতেন? আতৈৰ এই কথাত ডাঙৰীয়া জনে দীঘলকৈ হুমুনিয়াহ কাঢ়ি নিৰ্ম্মল ভকতক সেৱা সৎকাৰ কৰি সত্ৰৰ পৰা নিজ স্থানলৈ উলটিল।

সামৰণি

তিনি বছৰৰ মূৰত ডাঙৰীয়াজন আকৌ সত্ৰলৈ এবাৰ গৈছিল। তাত গৈ নিৰ্ম্মল

ভকতৰ কথা সোধোতে ভকত আৰু ঈশ্বৰ পুৰুষে কলে যে আজি প্ৰায় বছৰেক হল নিৰ্ম্মল আতৈ বৈকুণ্ঠী হৈছে। ডাঙ্গৰীয়াজনে এই কথা শুনি প্ৰভূ শুভদেউ ঈশ্বৰ পুৰুষক সুধিলে "প্ৰভূ জগন্নাথ আতৈৰ বৈকুণ্ঠৰ প্ৰয়াণৰ বিবৰণটো কওকচোন। প্ৰভূ জগন্নাথে চকু চলচলীয়া কৰি কলে কি কম মোৰ নিৰ্ম্মল ভকতৰ মহিমা।

তেওঁ যাবৰ পৰা মোৰ সত্ৰৰ যেন ধৰণী এটাহে গল। তেওঁৰ বয়স এশৰ ওপৰ হলেও সদায় সেই নিয়মত গা ধোৱা নিয়মমতে প্ৰসঙ্গ কৰা সকলো কামকে কৰি আছিল। আনকি বৈকুণ্ঠী হবৰ দিনাও পুৱাৰেপৰা মই আহাৰ কৰি উঠালৈকে সমস্ত কাম কৰিছিল। পিছত সেইদিনা মই আৰু সমস্ত বৈষ্ণৱ বৃন্দে আহাৰাদিকৰি জিৰাইছিলো। এনেতে নিৰ্ম্মল আতৈব বহাৰ পৰা মোলৈ খবৰ আছিল যে নিস্মচ্ছুল আতৈয়ে মোক দেখা কৰিব খোজে। মই কলো আহক বাৰু। ভকতজনে কলেনহয় প্ৰভূ। আতৈয়ে ঠিয় হব নোৱাৰো বুলি কৈছে। তেওঁ আজি প্ৰঙ্গ কৰি আহিবৰ পৰা তেওঁৰ বহাৰ আগৰ চোতালত থকা তুলসীৰ গুৰিতে বহি আছে। শ্ৰীচৰণক তাতে দেখা পাব খুজিছে। এই কথাত মই লৰালৰিকৈ গৈ সুধিলোঁ "আতৈ। আপুনি মোক কেলেই মাতিছে।" নিৰ্ম্মলে কলে "প্ৰভূ জগন্নাথ "এফেৰা পদোদক দিয়ক, দাসৰ যাবৰ হল"। মই কলো "কি। তোমাৰ যাবৰে হলনেৎ কতা তোমাৰ দেখোন বেমাৰ আজাৰ হোৱা নাছিল। আতৈয়ে কলে নহয় প্ৰভু, আদেশ হৈছে। সৌৱা মই ৰথ দেখিছোঁ। এফেৰা পাদোদক দিয়ক। এই কথাত মই মণিকুটৰপৰা অনাই যাদবৰায়ৰ চৰণামৃত দিয়ালোঁ। তাক খাই মোৰ পাদোদক শিৰত লৈ কলে।

পৰম সুন্দৰ শ্যাম কলেবৰ  
ৰূপে কোটি কাম প্ৰায়।  
যেন কৌটি শশী আচন্ত প্ৰকাশি  
মধুৰ মূৰ্ত্তি সদায়।  
কীৰিটি মুকুত চুৰামণি যুত  
শিৰত কৰে প্ৰকাশ।  
কপালে অলকা ৰন্তে তিলকা  
মুখে পদ্মচাৰু হাস।।  
কমল নয়ন সুচন্দ বয়ান  
অধৰ অৰুণ কান্তি।  
ভ্ৰূব কামচাপ মধুৰ আলাপ  
কুণ্ডকড়ি দন্ত পান্তি।।

এই সুবলা গীতটি গায়েহুঁ কলে গুৰু,প্ৰভু, জগন্নাথ, সৌৰা মোৰ কৃষ্ণ, সৌৰা মোৰ কৃষ্ণ, সৌৰা ৰথ, সৌৰা ৰথ, প্ৰভু আহিলোঁ এই বুলি কৈয়েই তৎক্ষনাৎ প্ৰাণ বায়ু তেজিলে। ডাঙ্গৰীয়া। মই এনেকুৱা সিদ্ধ ভকত মুক্ত পুৰুষ আজিলৈকে দেখা নাই। এই বুলি ঈশ্বৰ পুৰুষ আৰু আন আন সকলেও চকু চলচলীয়া কৰিলে। তাৰ পিছত ঈশ্বৰ গুৰুযে অনেক কলে "আমি ভকত লগোৱাই অন্ত্যেষ্টি ক্ৰিয়া কৰি বলৈ শবটো পতালো, কিন্তু কি আচৰিত, বাটতে সেই দিনা সিফালে বোকাখাটৰ পৰা বুঢ়া বুঢ়ী অনিৰাম ৰূপহীও সত্ৰলৈ আহোঁতে বাটতে শবটো লগ পাই সৱশেষে জানিলে যে সেই শবটো নিৰ্ম্মল ভকতৰ. ৰূপহী প্ৰথম পক্ষৰ গিৰিয়েকৰ। ৰূপহী অনিৰামে চকুৰ লো টুকি টুকি শ্মশানলৈ গৈছিল আৰু ভকতৰ আঁতি গুৰি সমস্ত বৃত্তান্ত জানি লৈ উভয়ে পাৰে মানে কান্দিছিল। আৰু কৃষ্ণ কৃষ্ণ বুলিহে মনক সান্ত্বনা কৰিছিল। পিছত আমি সত্ৰৰপৰা যি হয় খৰচ কৰি শ্ৰাদ্ধ বিধি কৰাই নাম গুণ ধৰাইছিলোঁ। ৰূপহী আৰু অনিৰামেও হেনো সিহঁতৰ গাৱত সিহঁতৰ বৰ পুতেকৰ হতুৱাই বৰ আন্তিকেৰে শৰাধ কৰাইছিল আৰু সিহঁতে আমাৰ ইয়াৰপৰা ভকত নিয়াই নিৰ্ম্মল ভকতৰ নামে এটা নামঘৰ সজাই এটা পুখুৰি খনাই উছৰ্গি দিছিল। ঈশ্বৰ পুৰুষৰপৰা এই কথা শুনি ডাঙ্গৰীয়াজনেও চকুৰ লো টুকি টুকি কলে ঃ— ধন্য বীৰপ্ৰবৰ স্বদেশ প্ৰেমিক, বিশ্বপ্ৰেমিক পৰমত্যাগী মহাপুৰুষ নিৰ্ম্মল। তুমি আসাম মাতৃৰ নিমিত্তে মনৰ লগত বুজিছিলা। তুমি নিজে ত্যাগ স্বীকাৰ কৰিও অপৰক সুখী কৰিছিলা। ৰূপহী অনিৰামৰ কেনেবাকৈ অশান্তি হব ইয়াকে ভাবি নিজকে গোপন কৰিছিলা। ঈশ্বৰ কৃষ্ণত প্ৰাণ সপি নিজকো ধন্য কৰিলা। আন কি তোমাৰ প্ৰাণৰ অসমকো ধন্য কৰিলা। নিশ্চয় নিশ্চয় তুমি মৃত্যুৰ আগৰেপৰা তোমাৰ সেই কৃষ্ণক দেখিছিলা আৰু মৃত্যুৰ পিছতো সেই কৃষ্ণৰ ওচৰলৈকে গৈছা। মহাপুৰুষ,তুমি যেন তোমাৰ অসমবাসীৰ প্ৰতি সদায় কৃপাল থাকা। তোমাৰ আৰ্হিয়ে যেন অসমীয়াক ত্যাগৰ বাটেৰে দেশৰ হিত চিন্তিবলৈ, হিত কৰিবলৈ শক্তি সামৰ্থ্য দিয়ে। অসমীয়া বৈষ্ণৱ হিন্দুৰ প্ৰাণ যেন কৃষ্ণত মগ্ন হয়।

ওঁ শান্তি। শান্তি।। শান্তি।।।

## বন্দনা (গীত)

জয় তিমৰ হাৰক,
হৃদয়য়ে পূৰ্ণ কান্তি বিকাশী।
নমো অনন্তশান্ত,

পৰশে নিতান্ত কলুবনাশী।।
ভূধৰ ধাৰী ধাৰী,
জলধৰ শ্যাম তনু।
কিৰণ উজ্জ্বলকদম্ব মুলে,
গোলোক আলোক ভানু ।।
ৰাধিকা পিন পয়োধৰ যুগ,
চিত্ৰ বিচিত্ৰ কাৰি।
নৰক হাৰী কৃষ্ণ চন্দ্ৰ,
নামত ত্ৰিতাপ হাৰী।।

শ্ৰীদেবেন্দ্ৰ নাথ চক্ৰবৰ্ত্তী
তৰাজান। যোৰহাট।

## ১১৬ বছৰৰ আগৰ দলীল। (প্ৰত্ন তত্ত্ব)

### চিঠি

শ্ৰীহৰি

গুৱাহাটী
৭।৪।২১

সবিনয় নিবেদন,

সম্পাদক মহাশয়। মই ইয়াৰ লগত ১১৬ বছৰৰ আগৰ অৰ্থাৎ ইংৰাজে আমাৰ দেশ লোৱাৰো কুৰি বছৰ মানৰ আগৰ এখন অসমীয়া দলীল পঠালো। দলীলখন সাঁচী পাতত লিখা আৰু দলীলখনত ৯ জন সাখী আছিল। তেওঁ বিলাকৰ নামবোৰ খতৰ লিখক জনেই লিখা। নিজে নিজে দিয়া দস্তখন নহয়। লিখকৰ নামটো কতো বেলেগে লিখা নাই। সম্ভবতঃ সাখীৰ ভিতৰৰ এজনেই তাক লিখিছিল। কিন্তু বিশেষকৈ চাব লগীয়া কথা হৈছে যে দলীল দিয়া মানুহটোৰ হাতচহি বা আঙ্গুলিকটপাও লোৱা নাছিল। দলীলত সাখী ৯ জনৰ যি নাম পোৱা গৈছে, কামৰূপত তেওঁ বিলাকৰ বংশ পৰীয়াল এয়িও আছে। যি মানে দলীল লিকা হৈছে তাৰ স্বীকাৰ এটা উক্তি মাথোন উল্লেখ কৰা হৈছে অথচ তাত তাৰ নিজৰ নাম নাই। সি মিচা মাতিলে বা অস্বীকাৰ কৰিলে, এই মানুহটোককেনেকৈ বাধ্য কৰিলেহেতেন বা তাৰ ওপৰত নালিচ কেনেকৈ প্ৰমাণ কৰিলেহেতেন তাৰ একো তত ধৰিব নোৱাৰি। কিন্তু এইটো

সচা কথা যে আগৰ দিনত আমাৰ দেশত মানুহে মুকে মুখেই সকলো ব্যৱহাৰ কৰিছিল; কশ্চিৎ হে খত পত্ৰ লোৱা হৈছিল। ইয়াৰ মানে হৈছে আগৰ দিনত আমাৰ মানুহে মিচা কথা কব নেজানিছিল। সেই গুণ বন্ধাচটো ৰকমৰ কোনো খত পত্ৰ নাছিল। মানুহৰ যেতিয়া সচাৰ প্ৰতি মিান আদৰ আছিল, তেতিয়া এজন নহয়, দুজন নহয় ৯ জন সাখীৰ কি আৱস্যক আছিল বুজিব নোৱাৰি। সম্ভবতঃ এই ৯ জন মানুহে সাখী বুলি লেখিলেও আচলতে তেওঁ বিলাক এখন গাৱঁলীয়া পঞ্চায়তৰ সমজুৱা হে আছিল। গাঁৱৰ ভিতৰৰ ৯ জন মুখীয়াল মানুহ লৈ এজন পঞ্চায়ত বহিছিল আৰু গাৱঁৰ সকলো লিখা পঢ়া সেই পঞ্চায়তৰ আগত হৈছিল। এখন খতৰ পৰা এনেবিলাক সিদ্ধান্ত কৰা ঠিক নহয়। সেই গুণে আপোনাৰ মূল্যবান আলোচনীৰ জৰিয়তে মই সকলো অসমীয়া মানুহৰ ওচৰত গোহাৰি কৰিছোঁ, কোনোবাই পুৰণি দলীল পত্ৰ পালে যেন তাক হুবহু প্ৰদীপিকাত ছপাই দিয়ে, যাতে আগৰ দিনৰ নিয়ম কাৰণবিলাক সম্বন্ধে সঠিক কৈ বুজিব পাৰি। আপুনিও অনুগ্ৰহ কৰি এই বিষয়ে ৰাইজক খাটনি কৰি এই বিষয়ে ৰাইজক খাটনি ধৰিলে ফলিয়াবৰ সম্ভবঃ দলীল খন তলত দিয়া হল।

বিনয়াবনত
শ্ৰীহেমচন্দ্ৰ গোস্বামী।

## শ্ৰীৰামঃ

নিবন্ধ পত্ৰমিদং ১৭২৬ শকত ফাগুণৰ ৩ দিন থকাত বাইঁইৰ সতৰামে ফহে, শ্ৰীলখী কটকীৰ শয়নী বেটীত মই পতিত হৈ চোব পৰিলো। চোৰ দাঁড়ৰ ৰুপ ২০ কুৰি দি মই ওলাই জাম। জোৱা সময়ত মই একো কথা কব নাপাওঁ।

অত্ৰাৰ্থে সাখিনঃ।

| | |
|---|---|
| শ্ৰীবৰাগি কটকী | ১ |
| শ্ৰীপশু কটকী | ১ |
| শ্ৰীপিজলি কটকী | ১ |
| শ্ৰীমধুৰী কটকী | ১ |
| শ্ৰীদণ্ডি কটকী | ১ |
| শ্ৰীব্ৰজনাথ কটকী | ১ |
| শ্ৰীচোৰা তলীয়া বেজ | ১ |

| | |
|---|---|
| শ্ৰীআত্মাৰাম | ১ |
| শ্ৰীৰঘু | ১ |

ওঁ নমো দামোদৰায় নমঃ—

## পূৰাৰ গীত।

মোক উপদেশ দিয়া হে গুৰুদেৱ,
মোক উপদেশ দিয়া।
(ও হৰি এ) প্ৰভাত সময়ে নিদ্ৰা পৰিহৰি,
ৰাত্ৰি বাস দুৰ কৰি
সহস্ৰেক দল শুক্ল পৰা মধো
যোগী চিন্তে নাম ধৰি।।১
(ও হৰি এ) প্ৰসন্ন বদন সুন্দৰ নয়ন,
বৰাভয় কৰ যুগ
আনন্দ মূৰতি সুপ্ৰসন্ন কান্তি,
দেখি মিলে মনোৰঙ্গ।।২
(ও হৰি এ) অন্তৰ্য্যামী হৰি, গুৰুৰূপ ধৰি,
কলিযুগে বিশেষত।
দামোদৰ নাম অতি অনুপম,
লোকত ভৈলন্ত খ্যাত।।৩
(ও হৰি এ) গুৰুৰ চৰণ সংস্যা তাৰণ,
যোগী চিন্তে সদা মনে।
অতি অল্পমতি হুয়া অৱনতি,
দ্বিজ ভট্টদেবে বনে।।৪

শ্ৰীৰামদেৱ গোস্বামী।

পাটবাউসী।

এই গীতটী অসমীয়া গদ্য ভাষাৰ জীৱণ দাতা মহাপুৰুষ শ্ৰীশ্ৰী ভট্টদেব প্ৰভুৰ বিৰচিত বুলি প্ৰবাদ আছে। বৰ্ত্তমান এই গীতটী লিখা অৱস্থাত নেপালেও উক্ত মহাপুৰুষৰ কৃত আৰু কেবাটিও গীত আমাৰ অসমীয়া সমাজৰ মুখে মুখে চলি আহিছে। এনেকৈ অসমীয়া প্ৰাচীন কবিসকলৰ ৰচিত গীত, পদ, ইত্যাদি কিমান

মূল্যবান বস্তু যে লুপ্ত হৈছে, তাৰ ইয়াত্তা নাই। আমি অসমীয়া ৰাইজক কৰযোড়ে প্ৰাৰ্থনা কৰে। যেন সেইবিলাক পাঁলে সোনকালে প্ৰকাশ কৰি আমাৰ ভাষাৰে উন্নাত সাধন কৰে। ইতি

লেখক।

# বিজ্ঞান ৰহস্য

বিজ্ঞান মানে আমি কি বুজো। অভিধানৰ মতে। 'জ্ঞা' ধাতুৰ লগত 'অনট' প্ৰত্যয় হৈ 'জ্ঞান' শব্দ হৈছে আৰু জ্ঞান শব্দৰ আগত 'বি' উপসৰ্গ যোগ হৈ বিজ্ঞান শব্দ হৈছে। 'জ্ঞা' ধাতুৰ অৰ্থ জনা। সেইগুণে 'জ্ঞান' মানে বোধ। আমাৰ চকু, কাণ, নাক, জিভা, ছাল, এই পাচোটাক জ্ঞান ইন্দ্ৰিয় বোলে। চকুৱে দেখে,কাণে শুনে, মাৱে গোন্ধ পায়, জিভাই সোৱাদ কৰে, ছালে তপত চেচা মিহি খহটা আদিৰ গম ধৰে। এই কেইটা ইনিগ্ৰয়ৰ সহায়ত আমি জগতৰ সকলো বস্তুৰ বিষয়ে সকলো বিধৰ জ্ঞান লাভ কৰোহক গুণে ইহঁতক জ্ঞান-ইন্দ্ৰিয় পালে। চকুৰপৰা আশাৰ ৰূপৰ জ্ঞান, কাণৰ শব্দৰ জ্ঞান, নাকৰপৰা গন্ধৰ জ্ঞান, জিভাৰপৰা ৰসৰ জ্ঞান, জিভাৰপৰা ৰসৰ জ্ঞান, আৰু ছালৰপৰা স্পৰ্শৰ জ্ঞান হয়। চকু, কাণ আদি ইন্দ্ৰিয়বিলাকৰ লগত যেতিয়ালৈকে মনৰ সংযোগ নহয়, তেতিয়ালৈকে সিহঁতে কোনো জ্ঞান গ্ৰহণ কৰিব নোৱাৰে; তেতিয়া আমি আন-মন হৈ থাকোঁ, তেতিয়া আমাৰ চকুৰ আগেদি এটা হাতী গলেও আমি তাক নেদেখোঁ; সেই দৰে মন আন ঠাইত থাকিলে ওচৰতে এটা ঢোল কোবালেও আমি তাক নুশুনা; আন মনা হৈ বস্তু খালে আমি তাৰ সোৱা দৰ একো তত ধৰিব নোৱাৰোঁ। মনৰ লগত যোগ নহলে আন বিলাক ইন্দ্ৰিয়ই নিজ নিজ কাম কৰিব নোৱাৰে দেখি মনকো এটা জ্ঞান ইন্দ্ৰিয় বুলি ধৰা হয়। বাস্তবিক চাবলৈ গলে জ্ঞান লাভ কৰা বিষয়ত মনেই সকলো। মনপুতি পঢ়িলে এটা কথা যেনেকৈ সোনকালে বুজিব পাৰি আৰু মনত থাকে, মন নিদিয়াকৈ অনেক কাল পঢ়িলেও সেই কথা বুজিব নোৱাৰি আৰু মনতো নেথাকে। এদিন এটা লৰাই "হিমালয় পৰ্ব্বত— ভাৰতবৰ্ষৰ উত্তৰ ফালে" "হিমালয় পৰ্ব্বত—ভাৰতবৰ্ষৰ উত্তৰ ফালে" এই বুলি অনেক বাৰ আওৰাই থকা শুনি আন এটা লৰাই জানিলে যে তাৰ মন কৰবাতহে আছে; নহলে ইমান এটা ডাঙৰ কথা এবাৰ মনদি পঢ়োতেই তাৰ মনত বলহেতেন। এনে ভাবি হঠাৎ গৈ সিটো লৰাৰ হাতত ধৰি সুধিলে—"তই কি আওৰাইছে কছোন বাৰু"? লৰাটোৱে একো কব নোৱাৰি আবাক হৈ ৰল। ই পৰ কাৰণ কি? ইয়াৰ কাৰণ আন একো নহয়, কেৱল অমনযোগীতা। সেই গুণ সকলো লৰাই মনক নিজৰ বশত

ৰাখিবলৈ শিকিব লাগে। যি লৰাই লগাওঁ বুলি যতে ততে মন লগাব নোৱাৰে সি কেতিয়াও কোনো বিষয়তে জ্ঞান লাভ কৰিব নোৱাৰে।

তেনেহলে, আমি জ্ঞান ইন্দ্ৰিয়ৰ সহায়েৰে জগতৰ বস্তুবিলাকৰ বিষয়ে যি বোধ লাভ কৰোঁহক সেয়েই জ্ঞান, আৰু সেই জ্ঞানকে ভালকৈ ঘঁহি মাজি চাফ্ চিকন কৰি ললে সেয়েই বিজ্ঞান; অৰ্থাৎ ঈশ্বৰে স্ৰজন কৰা জগতৰ সকলো বস্তুৰ ৰূপ, ৰস আদি সকলো বিষয়ৰ সূক্ষ্ম জ্ঞানকে বিজ্ঞান বোলে। এই সংসাৰত সুখে স্বচ্ছন্দে কাল নিয়াবৰ নিমিত্তে বিজ্ঞান এটা লাগতিয়াল বিষয়।

অনেক ভাবে যে বিজ্ঞান আৰু বিশেষজ্ঞ মানুহ বাজে আনে তাতদাত ফুটাব নোৱাৰে; কিন্তু তেনে ভাব নিচেই অমূলক। যেতিয়া ৰাতিপুৱা উত্তৰ ফালে ফটপটীয়া আকাশত হিমালয় পৰ্ব্বতৰ বৰফে ঢাকি থোৱা টিংবিলাক সূৰ্য্যৰ কিৰণত চকমকাই দেখা দিয়ে, তেতিয়া সেই দৃষ্যই কাৰ মন আনন্দ নিদিয়ে? যেতিয়া ফুলনি পুৱা বিচিত্ৰ বৰণীয়া ফুল ফুলি প্ৰকৃতি নতুন সাজেৰে সজায় আৰু সুগন্ধত সকলো দিক আমোদিত কৰে তেতিয়া কাৰ মন উলাহত নাচি নুঠে? যেতিয়া আকাশ ভেদি পৰ্ব্বতৰ টিঙ্গৰপৰা নিচেই সৰু সৰু কণিকা হৈ ভৈয়ামলৈ পানী বাগৰি আহে, তাক দেখিলে কাৰ মন ভয় আৰু ভক্তিত দোঁ নেখায়। ঈশ্বৰৰ সৃষ্ট জগতজ্ঞান সুদা চকুৰে চাওঁতেই কেনে চন্দ্ৰ সূৰ্য্য গ্ৰহ নক্ষত্ৰ তলৰ পৃথিবী আৰু তাৰ বুকত নগৰ, সাগৰ পৰ্ব্বত ভৈয়াম, গছ্ গছনি, পশু পক্ষী পোক পৰুৱা মানুহ এনেই কেনে ধুনীয়া, কেনে বিনন্দীয়া; এনে ৰূপহ সৃষ্টিৰ বিজ্ঞানৰ বিট চকুৰে চাবলৈ শিকিয়ে সি যে আৰু ধুনীয়া আৰু বিতোপন দেখাব তাক কোৱাৰে সকাম নাই। বিজ্ঞানৰ চকুৰে চাব জানিলে দেখিবা তুমি যেন কোনোবা পৰীৰ দেশতহে আছাঁ; তাৰ সকলো সুন্দৰ, সকলো আচৰিত, সকুলো প্ৰাণ মন মুহি নিয়া আৰু সকলো আনন্দময় আৰু কবিতা ময়। সেই পৰীৰ ৰাজ্যত সোমাই যদি এবাৰ প্ৰকৃতিৰ চোঁ-ঘৰ চাব খোজা তেনেহলে মনৰপৰা সকলো মিছা ভয় ভ্ৰান্তি পেলোৱা আৰু ককালত টঙ্গালি বান্ধি বুকুত সাহ লৈ আগবাঢ়া।সেই ৰাজ্যত যি দেখিবা সকলো আচৰিত, সকলো অপৰূপ। কেতিয়বা তোমাৰ আনন্দত মতলীয়া হব, কেতিয়াবা ভয় ভক্তিত দোঁ কাই যাব। কেতিয়াবা উলাহত নাচি উঠিব, কেতিয়াবা বা মৰমৰ হিয়া কমি যাব খুজিব। সেই ৰাজ্যত সোমায়েই তুমি শক্তি বিচিত্ৰ লীলা দেখি আচৰিত হবা; জড় আৰু চেতনাৰ ভিতৰত ধেমালি দেখি তবধ মানিবা।

জয় জয়তে চকু মেলিয়েই দেখিবা যে আমি এই জগতৰ যি নানা বস্তু দেখিবলৈ পাওঁ, সেইবোৰ সকলো মিছা। আচলতে বস্তু তিনি বিধহে। এবিধ গোটা, এবিধ জুলীয়া আৰু এবিধ ভাপৰ নিচিনা পাতল। আকৌ তিনিও বস্তু কিছুমান অণু

আৰু পৰমাণুৰ গোট খেৱা অবস্থা মাথোন। আমি চাৰিও ফালে যিবোৰ গড় বস্তু দেখিবলৈ পাওঁহক, সেইবোৰ যিমানেই ডাঙৰ নহক, এটাইবোৰ অসংখ্য পৰমাণু গোট খাই খাই হৈছে। এই পৰমাণু বিলাক ইমান সৰু যে তাক চকুৰেটো দেখিয়েই, উলমূলা অণুবীক্ষণযন্ত্ৰৰ বোৰেও নেদেখি; অতি ক্ষমতাশালী ৰক্ষণাবেক্ষণেৰেহে সিহঁতক দেখিব পাৰি। আমি যে সদায় নানা বস্তু মৰি জাহি খহি পচি নাশ হোৱা দেখোঁ, সেই বোৰ আচলতে নাশ হোৱা দেখোঁ, সেই বোৰ আচলতে নাশ নহয়, কেৱল আকৌ পৰমাণুৰ অবস্থা পায় মাথোন। এই পৰমাণুবিলাকৰ কেতিয়াও বিনাশ নাই, পৰিবৰ্ত্তন ঘটে, মাথোন। সেই দুণে ঈস্বৰৰ সৃষ্ট জগতত কোনো বস্তুৰে বিনাশ নাই। পূৰ্ব্বে কোৱা গোটা বস্তুবিলাকত পৰমাণুবিলাকৰ এটাই আনটোক ইমান্ বলেৰে টানি ধৰি তাকে যে সিহঁতক আঁতৰা আঁতৰি কৰিবলৈ হলে বিশেষ বাবে বল প্ৰয়োগ কৰিব লগীয়া হয়। সেই গুণেই এডোখৰ শিল ভাঙ্গিবালৈ বা কাঠ ফালিবলৈ ইমান টান। জুলীয়া বস্তুৰ পৰমাণুবিলাকৰ ভিতৰতো এনে আকৰ্ষণ আছে। কিন্তু সেই আকৰ্ষণ ঢিলা হোৱা বাবে পানীৰ পৰমাণুবিলাকক অতি সহজে আঁতৰা আঁতৰি কৰিব পাৰি। পানীৰ পৰমাণুবিলাক ঢিলা ভাবে লগা লগি হৈ থকা বাবেই তাক যি আকৃতিৰ বাচনতে খোৱা যায়, সি সেই আকৃতিকে লয়। ভাপৰ নিচিনা বস্তুত হলে পৰমাণুবিলাকৰ ভিতৰত কোনো ৰকমৰ আকৰ্ষণ নাই। বৰং বাপৰ এটা পৰমাণু আন এটা পৰমাণুৰপৰা আঁতৰি যাবৰ নিমিত্তে সদায় চেষ্টা কৰে। সেই গুণেই বাপক ৰাখিবলৈ হলে, তাক এটা বটলত ভৰাই তাৰ মুখ আঁটি বন্ধ কৰি থব লাগিব। নহলে সি গোটেইটো ঘৰতে বিয়পি পৰিব। তেনেহলে এতিয়া দেখিলা যে এই জগতত আমি তিনি বিধ মাথোন জড়বস্তু দেখিবলৈ পাওঁ আৰু তিনিও বিধ বস্তুত শক্তিৰ তিনি বিধৰ বিকাশ দেখিবলৈ পাওঁ আৰু তিনিও বিধ বস্তুত শক্তিৰ তিনি বিদৰ বিকাশ দেখিবলৈ পাওঁ। গোটা বস্তুৰ পৰমাণুবিলাকৰ ভিতৰত বৰ টান ৰকমৰ আকৰ্ষণ; জুলীয়া বস্তুৰ পৰমাণুবিলাকৰ ভিতৰত নিচেই ঢিলা ৰকমৰ আকৰ্ষণ আৰু ভাপৰ নিচিনা বস্তুৰ পৰমাণুবিলাকৰ ভিতৰত ঠেলাঠেলি বা বিকৰ্ষণ মাথোন হে দেখিবলৈ পোৱা যায়।

তোমালোকে বৰষুণ অনা সদায় দেখিছা। কেতিয়াবা ভাবি চাইছেনে বৰষুণৰ টোপালবিলাক কৰপৰা কেনেকৈ আহে? তোমালোকে আকাশত মেঘ দেখিছা কিন্তু মেঘ কেনেকৈ কৰপৰা হয় জানানে? পানীত যেতিয়া তাপ লাগে, সি ভাপ হয় আৰু সেই ভাপ মুকলি অবস্থাত থাকে গুমে যিমান দুৰ উধাব পাৰে ওপৰলৈ উঠি আকাশত ওলমি থাকে আৰু আমি তেতিয়া তাক মেঘ বোলোঁ। যি তাপৰ নিমিত্তে পানী হয় সেই তাপ এটা বৰ আচৰিত শক্তি। জগতত এই শক্তি নথকা হলে জগতখন এক মুহূৰ্ত্তও থাকিব নোৱাৰিলে হেতেন। এই শক্তিৰ বিষয়ে আমি আন

এদিন কম হক। পাচে যেতিয়া মেঘৰূপে ওলমি থকা পানীৰ কণীবিলাকত ঠাণ্ডা বতাহ লাগে, তেতিয়া আৰু এটা শক্তি বলত সিহঁত গোট খাই একোটা সৰু টোপ বান্দে। এইদৰে এটা টোপৰ লগত আৰু এটা টোপ গোট খাই এটা ডাঙৰ টোপ বান্ধে। যেতিয়া টোপটো গধুৰ হৈ আকাশত ওলমি থাকিব নোৱৰা হয় তেতিয়া সি আৰু এটা শক্তিৰ বলত মাটিত পৰেহি। এইদৰে ধাৰাসাৰে টোপালবিলাক পৰিবলৈ ধৰাকে আমি এজাক বৰষুণ বোলোঁ। যি শক্তি বলত পানীৰ টোপবিলাক মাটিত পৰেহি সেই শক্তি মধ্যাকৰ্ষণ শক্তি বোলে। এই শক্তিৰ বলতে চন্দ্ৰই পৃথিৱী আৰু পৃথিৱীয়ে সূৰ্য্যৰ চাৰিওফালে ঘূৰিছে, আৰু গ্ৰহ উপগ্ৰহ, নক্ষত্ৰ, ধুমকেতু আদিয়ে আকাশত ওলমি থাকি নিজ নিজ বাটত অহা যোৱা কৰিছে।

বৰষুণ গল; বৰষুণৰ লগে লগে মেঘো নাইকিয়া হল। বৰষুণৰ পাচত ৰদ ওলাল; মাটি শুকাই ফৰকাল হল। তেনেহলে মাটিত পৰা বৰষুণৰ পানী কলৈ গল বাৰু কোৱাছোন, তোমালোকে হয়তো কবা, বৰষুণৰ পানী কিছুমান মাটিত সোমাল আৰু কিছুমান ৰদত শুকাই গল। ঠিক কথা। কিন্তু কেনেকৈ শুকাল? সূৰ্য্য, পৃথিৱীৰ পৰা ৯ কোটি ১০ লাখ মাইল দূৰত থাকি বৰষুণৰ পানী কেনেকৈ চুবলৈ পালে। তোমালোকে জানানে যে সূৰ্য্য আৰু পৃথিৱীৰ মাজৰ ঠাই ডোখৰত সগায় অসংখ্য ঢৌৱে তোল পাৰ কৰিব লাগিছে। সেই ঢৌ বিলাক সূৰ্য্যৰ চৰৰ নিচিনাকৈ মনে মনে মাটিত পৰা বৰষুণৰ টোপাল বিলাক ফালি ছিৰি অকণ অকণ কৰি আকৌ আকাশলৈ উৰুৱাই নিছে। বিজ্ঞানৰ বন্তি হাতত লৈ চালে তোমালোকে কিমান আচৰিত আচৰিত কথা দেখিবা শুনিবা, আৰু জানিবা তাক কৈ ওৰ পেলাব নোৱাৰি। জড় আৰু চেতনাৰ ধেমালী দেখি তোমালোকে তবধ মানিবা ভিতৰত আৰু নানা ৰকম শক্তি লীলা খেলা দেখি সকলো শক্তি মূলাধাৰ সেই মহাশক্তিক অনুভৱ কৰি তোমালোকৰ কুমলীয়া মনত ভক্তি আৰু আনন্দৰ পাৰ নাইকিয়া হব। অকণ।

## শ্ৰীশ্ৰী দেব দামোদৰ।

পাগুলা দামোদৰ দজামৰ ৪ৰ্থ বাৎসৰিক ধিঝবেশনত পঠিত। ২৬।৩।২১

ভাৰতৰ শেষ প্ৰাগজ্যোতিষ দেশ
চিৰ ধন্য গৌৰবত।
প্ৰসিদ্ধ নাম নানা নিবন্ধত
পুৰাণত ভাৰতত।।

লক্ষ্মী সৰস্বতী সুপত্নীত্ব এৰি
সদা ই ৰাজ্যত থাকে।
অতি সুন্দৰী সদা ই ৰাজ্যত
অলেখ সুচিত্ৰ আকেঁ।।
ভগদত্ত ভূপ আদিয়ে ইয়াতে
সাধিলে অদ্ভুত কাৰ্য্য।
অতি অপৰূপ কামাখ্যা যৌতুক
এয়ে কামৰূপ ৰাজ্য।।
সপ্ত শতিকাৰ ভাস্কৰ বৰ্ম্মাৰ
কাহিনী মনত পৰে।
হিউৱেন চাঙৰ প্ৰশংসা বাণীয়ে
পৰাণ আকুল কৰে।।
ভাস্তক পাচতো কতনো ভূপত্তি
শাসিলেসুন্দৰ দেশ।
অবশেষে কিন্তু ধৰিলে জননী
ক্ৰমাৎ মলিন বেশ।।
ৰাষ্ট্ৰীয় বিপ্লৱে ধৰ্ম্মৰ বিপ্লৱে
ঢাকিলে অসম হায়।
অসমৰ নৰে হাহাকাৰ কৰে
দৰ্ম্মপথ হেৰুৱাই।।
ধৰ্ম্ম গ্লানি হলে অবতীৰ্ণ হৰি
গীতাৰ নিশ্চিত বাণী।
শঙ্কৰ দামোদৰ হৰিদেৱ ৰূপে
পেলালে অসম জ্বানি।
এজুপী হগছতে জকমক কৰি
ফুলিলে তিনটি ফুল।
সৌন্দৰ্য্য দৰাসি সৌৰভৰ আশে
বতাহিয়া বিয়াকুল।।
যথা সময়ত শ্ৰীমন্ত শঙ্কৰে
কৰিলে সৌৰভ দাস।

কিন্তু ইকি হায় ব্ৰহ্মস্ত্ৰী ৰাজাই
নাপালে প্ৰায়েই ঘ্ৰাণ।।
অসংখ্য অসম পৰামে নাপালে
অলপো ধৰ্ম্মৰ স্বাদ।
উগুল থুগুল প্ৰাণ বিয়াকুল
নুগুছিল অবসাদ।।
প্ৰেম অবতাৰ দেব দামোদৰ
ব্যথিত ইদৃশ্য চাই।
পাতি দৰ্ম্মহাট বিলালে ধৰম
দিলে হিয়া উদঙাই
তৃষিত পৰাণ কত অগণন
আহি চৌদিশৰ হন্তে।
ধৰ্ম্মামৃত লোভে শ্ৰীদামোদৰৰ
পৰিলা চৰণ প্ৰান্তে।।
আগুৰি অসম গিৰি নদ নদী
বলিল মলয়া ধীৰে।
দামোদৰ দানী বিলালে অমিয়া
হৰ্ষে সবে পান কৰে।।
উচ্চ নীচ জাতি ব্ৰহ্ম স্ত্ৰী ৰজায়ো
বুজিলে ধৰ্ম্মৰ লয়।
সজীৱ অসম সবে মিলি গালে
"জয় দামোদৰ জয়।।"
কিনো অদভুত সদানন্দ সুত
কিনো অদভুত শক্তি।
প্ৰশান্ত উদাৰ প্ৰেম অবতাৰ
যেন মূৰ্ত্তিমান ভক্তি।।
শিলৰ ৰেখাৰ সংক্ষেপ উত্তৰ
সৰ্ব্ব সিদ্ধান্তৰ সাৰ।
নৃপ পৰীক্ষিত হল ভয় ভীত
সিদ্ধান্ত শুনি তোমাৰ।।

ভক্ত প্ৰাণধন সুশীলা নন্দন
বৈষ্ণব মুকুট মণি।
অসম মাতৃৰ হৃদয় তন্ত্ৰীত
তুলিলা ধৰ্ম্মৰ ধ্বনি।।
তব আজ্ঞাবাণী বেদ বাণী মানি
তব পাৰিষদ দল।
কৰতোয়া হন্তে দিক্কৰ পৰ্য্যন্ত
তুলিলে ধৰ্ম্মৰ ঢল।
শ্ৰীভট্টদেৱ ভগবান দেৱ
সন্তদেৱ বলৰাম।
গোপাল অৰ্জ্জুন পাৰিষদবৰ্গে
বিলালে অমিয় নাম।।
তব পদ স্পৰ্শি গোপালৰ বংশী
হল আৰু সুমধুৰ।
মোহন সুৰত উজনী ৰাজ্যত
পৰিল হৃদয় জুৰ।।
সেই উজনীত শঙ্কৰ প্ৰতিত
প্ৰতিস্থা নহল য'ত
বংশীগোপালৰ দামোদৰী ধৰ্ম্ম
পৰম বিজয়ী ত'ত।।
বুজায়ো ধৰিলে প্ৰজায়ো ধৰিলে
আগ্ৰেহে তোমাৰ ধৰ্ম্ম।
ৰজা প্ৰজা মাজে তুলি ধৰ্ম্ম ঢল
দৰ্শালা অদ্ভুত কৰ্ম্ম।
বিহাৰ নৃপতি চৰণত পৰি
পূজিলে ভজিলে গুৰু।
অসম বিহাৰ ৰাজ্যৰ প্ৰজা
তুমি ভক্তি কল্পতৰু।।
অসম বিহাৰ বৈষ্ণব বৃন্দৰ
ত্ৰিভাগৰ দুই ভাগে।

ধৰিছে হে দেব। তোমাৰ ধৰ্ম্মকে
হৃদয় অনুৰাগে।।
তব শিষ্য ভূপ গণ দত্ত বৃত্তি
ভুগিছে অনেক সত্ৰ।
অসম বিহাৰ ধৰ্ম্মৰ ৰাজ্যৰ
তোমাৰেই এক ছত্ৰ।।
সবাৰো আগতে ৰুদ্ৰ সৰস্বতী
মাধব কন্দলী কবি।
সবাৰো আগতে শ্ৰীভট্ট আঁকিলে
আদৰ্শ গদ্যৰ ছবি।
তোমাৰে কৃপাত গীতা ভগবত
প্ৰাচীন গদ্যত পাই।
ভূভাৰত মাজে চিৰ গৌৰবিণী
হইছে অসম আই।।
তোমাৰে কৃপাত শত শত সত্ৰ
অসম সমাজে পালে।
তুমিয়ে কৰিলা ধৰ্ম্ম সমন্বয়
নগই 'অতি'ৰ ফালে।।
সন্তগুৰু সমে ঈশ্বৰক ভিন্ন
নকৰিবা কদাচিত।
হৰি নামে ৰতি ভকতত প্ৰীতি
কৰিবা একান্ত চিত।।
ভক্তি ভক্ত জানা ভগবন্ত এক
বস্তু কৰিবাহা সাৰ।
ইত্যাদি অশেষ সুশিক্ষা সদায়
দিলা প্ৰভু দামোদৰ।।
মনুহস্তে খংকৰ বাণ
চন্দ্ৰ শক গণ্য কৰি।
শতাধিক দশ বৰষ ধৰাত
বিলালা ধৰম হৰি।

অলেখ ভক্তৰ　　হৃদি মন্দিৰৰ
পুষ্পিত পূত আসন।
চৌদিশে কুসুম　　তুলসীৰ মালা
ধূপদীপ অগণন।।
কুসুমৰ গন্ধ　　তুলসীৰ গন্ধ
ঘৃত প্ৰদীপৰ গন্ধ।
শংখ ঘণ্টা ৰোল　　ধূপৰ ধোৱাঁই
চৌদিশে কৰিছে অন্ধ।।
এনে সুদৃশ্যৰ　　হৃদি আসনত
প্ৰেমপূত চিত্ত হই।
থাপিছে তোমাক　　পূজিছে তোমাক
তোমাৰেই নাম লই।।
ফুল্ল পদ্মবৎ　　তব চৰণত
শতবাৰ শিৰ থই।
চোৱা দেববৰ।　　ভকতে তোমাৰ
কৃপা মাগে কেনেকৈ।।
হে শিব সুন্দৰ।　　মধুৰ মূয়তি
মধুৰ মুৰলীধৰ।
দৰ্শিম সৰ্ব্বদা　　সৰ্ব্বত্ৰ দেবেশ।
দিয়া দিয়া এই বয়।।
দৰ্শিম সৰ্ব্বত্ৰ　　ব্ৰহ্মাৰ বিকাশ
লভিম প্ৰাণত স্ফূৰ্ত্তি।
হম শান্তিময়　　দিয়া এই বৰ
হে প্ৰভু প্ৰশান্ত মূৰ্ত্তি।।
পুনঃ অবতাৰ　　ধৰা দামোদৰ
জীৱৰ অশান্তি হৰা।
ই সন্ধি ক্ষণত　　অবতীৰ্ণ হই
বিশ্ব শান্তিময় কৰা।।

(হে দেব ইবাৰ) জগদগুৰুৰূপ ধৰা।

শ্ৰীজ্যোতি ৰাম লহকৰ　　৬।৩।২১

# বিবিধ বাতৰি আৰু সমালোচনা

অন্য বারর দরে এই বারো প্রভূ দেৱ দামোদরদেৱর তিথি মহোৎসব ডিব্রুগৰত হৈ গল। এই বার রাজহুৱা নামঘরত হরি সংকীর্ত্তনেরেই তিথি পালন হল।

অন্য বারর দরে এই বারো শ্ৰীশ্ৰী ঁদক্ষিণপাট সত্রত প্রভু ঁদেবদামোদর দেবর তিথি মহোৎসব মহা সমারোহো সমাধা হৈ গল। রাতি পুৱা নিত্য নামর অন্তত হরি সংকীর্ত্তন গাই প্রদক্ষিম করে। পাচত পূর্ব্বর নিয়ম মতে পূজ্যপাদ শ্রীশ্রীযুক্ত অদিকার প্রভূৱে স্বয়ং ভাগৱত ব্যাখ্যা করি আগ পরর প্রসঙ্গ সমাধা করি থয়। তদন্তর এক বজারপরা তিনি বজালৈকে মহোৎসব ঘরীয়া "হীরানাম গায়, নামর অন্তত বৈরাগী নাম হয়, বৈরাগী নামর শেহত শ্রীশ্রীযুক্ত অধিকার প্রভূর অনুমতি মতে উক্ত গোস্বামী প্রভূর অনুমতি মতে উক্ত গোস্বামী প্রভূর বংশীয় শ্রদ্ধাস্পদ শ্রীযুক্ত নিত্যানন্দ গোস্বামীদেবে প্রভূ দামোদরদেবর প্রচলিত ধর্ম্ম সম্বন্ধে কেইটিমান সাৰুৱা সাৰুৱা বস্তু দি সকলো শ্রোতৃবর্গর মনোরঞ্জন করে। সেই বাবে তেখেতক সকলোৱে ধন্যবাদ জ্ঞাপন পূর্ব্বক সলাগ লয়। বায়ন বাপুসকলে আহি প্রভূ দামোদৰ দেবর এটি ভটিমা গাই নাছ গান আরম্ভ করে। তার পাছত ওঝা ও ওঝা পালী বাপুসকল াহি প্রথমে দামোদৰদেবর ভট্টিমা এটি আরম্ভ করি পদ গায়।

ছয় বজাত দিনর উৎসৱ সমাপ্তি করি রাত্রি চারে সাত বজারপৰা ন বজালৈ পুনরায় হীরানাম গায়, মানর শেহরপরা চারে তিনি বজালৈ "ঘটোৎকচ বধ" অভিনয় করি আদিগুরু প্রভূ দামোদরদেবর চরণত প্রগাঢ় ভক্তি জনাই বৈকুণ্ঠপ্রয়াণ মহোৎসৱ সমাধা করে। ইতি

২৮ বৈশাখ ১৮৪৩
শ্ৰীলক্ষ্মীনাথ বড়দলৈ
ব্রাঞ্চ পোষ্ট মাষ্টর
পাটবাসী সত্র।

যোৱা ২৪ বহাগ শনিবারে আবেলি এটা বজাত স্থানীয় স্কুল ঘরত শ্রীশ্রী ঁদেবদামোদর দেৱর স্মৃতি সভার তৃতীয় অধিবেশন বহিছিল তলত দিয়া মতে সভার কার্য্য শেষ হয়। সভাত বরপেটাৰ ৪।৫ জন গণ্য মান্য ভদ্রলোক আহি যোগ দিছিল।

১। শ্রীযুত নবিন চন্দ্র দাস ডাঙ্গৰীয়ার সমর্থন আরু সর্ব্ব সম্মতি ক্রমে শ্রীযুত ধনীরাম তালুকদার বি, এচ, চি,বি, এল,ডাঙ্গীয়াই সভাপতির আসন গ্রহণ করে।

২। সম্পাদক ২য় অধিবেশনৰ কার্য্য বিবরণী পাঠ করে.

৩। শ্ৰীযুত বামদেৱ গোস্বামী প্ৰভুৱে শ্ৰীশ্ৰী "দেবদামোদৰ দেৱ" স্তোত্ৰ পাঠ কৰি সভাৰ মঙ্গলাচৰণ কৰে।

৪। শ্ৰীযুত মহেশ্বৰ দেৱ অধিকাৰী ডাঙৰীয়াই ঈশ্বৰপুৰুষৰ জন্ম খণ্ড বৰ্ণনা কৰা এটি পদ্য পাঠ কৰে।

৫। শ্ৰীমান হৰিশ্চন্দ্ৰ দাসে ঈশ্বপপুৰুষৰ লীলা বৰ্ণনা কৰি এটি সুদীৰ্ঘ ৰচনা পাঠ। বাস্তবিকে ৰচনা খনি লেকাত বৰ ভাল নহল।

৬। সভাপতি ডাঙৰীয়াই স্থানীয় সভ্য মহাশয় সকলক লক্ষ্য কৰি গুৰুদেৱৰ স্থাপিত সত্ৰ পাটবাউসীৰ দুৰ্দ্দশাৰ কাৰণ প্ৰশ্ন কৰে। আৰু ৩।৪ জন সভ্যাই তাৰ যথাযথ উত্তৰ দিয়ে। আৰু সেই বিষয়ে পলমে এখন সবা বহিব বুলি সভাপতি ডাঙৰীয়াই জনায়।

৭। সম্পাদকে সভাপতিলৈ শলাগৰ শৰাই আগ বঢ়োৱাৰ পাচত ৫১/২ টা বজাত সভা ভঙ্গ কৰা হয়। ইতি

বিনীত

১লা জেঠ শ্ৰীখগেন্দ্ৰ নাত দাস

সত্ৰ পাটবাউসী সম্পাদক।

পাণ্ডুলা দামোদৰ দাম—শ্ৰীশ্ৰীদামোদৰ দামত "গুৰুদেৱ দামোদৰৰ তিথি মহোৎসৱে পালন কৰা হল। তিথিৰ আগৰাতি দামত উপস্থিত প্ৰায় ৭। ৮শ মানুহে ঢুলিয়া, খুলিয়া আৰু ওজাপালী চাই গোটেই ৰতিটো উৎসৱতে কটাইছিল। নানাজনে নানা মানস কৰি জ্বলোৱা ১০০। ১২০ আৰিয়াৰ (উজ্জ্বল বস্তী) পোহৰত দশোদিশ উজলি উঠিছিল। তিথিৰ দিনা পুৱাতে তিথিৰ নিয়মীত পুৱাৰ কৃত্য হৈ যোৱাৰ পাচত ৮টা বজাৰপৰা ১১টা মানলৈ পালনাম, ১১টাৰ পৰা দুটা বজালৈ শ্ৰীশ্ৰীগুৰুদেৱৰ শ্ৰাদ্ধকাৰ্য্য, হোম, ভগৱত পাঠ আৰু দেব দামোদৰ গুৰু চৰিত্ৰ পাট হয়। তাৰ পাচত সন্ধ্যাৰ পাচত আকৌ ওজাপালি উঠিছিল। ধাম স্থাপিত হবৰ আজি ৪। ৫ বছৰে গুৰুৰ তিথিত এই বাৰৰ সমান মানুহ এবাৰো হোৱা নাচিল; প্ৰায় ১৫। ১৬ শ মানহ গোট খাইছিল। প্ৰায় এক পইচা কৰি দিয়া প্ৰণামীৰ পৰা চাৰি মান টকা উঠিছিল। অসংখ্যমানুহে তন্ময় হৈ নাম কীৰ্ত্তন কৰা দৃশ্যটো দেখিবলৈ বৰ অপূৰ্ব্ব হৈছিল। নামৰ ধ্বনিত চাৰিওফাল খলক লাগিছিল।

গুৱাহাটী—গুৱাহাটী নগৰৰ টকৌবাড়ীৰ দক্ষিণপাট সত্ৰত "গুৰু দামোদৰৰ তিথি ভালৰূপে পালন কৰাহৈ গল। নিয়মিত ৰূপে হোম আদি হৈ যোৱাত ভাগৱত পাঠ আৰু কৃষ্ণমিশ্ৰ কৃত শ্ৰীগুৰু চৰিত্ৰ পাঠ হয়। তাৰ পাচত সন্ধ্যা পৰ্য্যন্ত নাম কীৰ্ত্তন

হয়। গুৱাহাটীর আৰু ওচৰ কাষৰ দুইশ আঢ়েশ মান মানুহ গোট খাইছিল। গুৰুৰ তিথিৰ সকলো কাৰ্য্যই প্ৰীতিপ্ৰদৰূপে সমাহিত হৈ গৈছে। কিন্তু এই পবিত্ৰ সত্ৰ খনৰ জৰা জীৰ্ণ দশাৰ দৃশ্যই বহুতক ব্যথিত কৰিছিল। দক্ষিণ পাটৰ কোনোবা জনা অধিকাৰ ঈশ্বৰ পুৰুষে কোনোবা ফালত এই সত্ৰ স্থাপন কৰিছিল। এনে এখন জনকীৰ্ণ প্ৰধান নগৰত এনে এখন পবিত্ৰ সত্ৰৰ আবশ্যকতাও যথেষ্ট আছিল। কিন্তু বৰ্ত্তমানে সত্ৰ খনৰ দুৰৱস্থা দেখিলে অনুমান হয় যে ইয়াৰপৰা এতিয়া বিশেষ একো উদ্দেশ্যই সাধিব হব পৰা নাই। দক্ষিণ পাটৰ বৰ্তমান জনা অধিকাৰ ঈশ্বৰ পুৰুষে ইয়ালৈ এবাৰ কৃপা দৃষ্টি কৰিলেই ই সঞ্জীবিত সংস্কৃত আৰু বলবান হৈ উঠিব বুলি মনে প্ৰাণে বিশ্বাস কৰো। আশাকৰো অ বা বছৰৰ তিথিৰ দিনা সত্ৰখন সমুজ্জ্বল হৈ উঠা দেখা পাই কৃতাৰ্থ হম।

নলবাড়ী খুদীয়া সত্ৰ—ঁদেবদামোদৰৰ দ্বাদশ পাৰিষদৰ এক পাৰিষদ, ঘোষাৰত্নৰ ৰচয়িতা ঁগোপাল মিশ্ৰৰ দ্বাৰা স্থাপিত এই সত্ৰ এখন প্ৰসিদ্ধ দামোদৰীয়া সত্ৰ। এই সত্ৰৰ শিষ্য সংখ্যাও বহুত। বুঢ়া অধিকাৰৰ তিৰোধান হোৱাত বৰ্ত্তমান অধিকাৰ কম বয়সৰ যদিও, তথাপি সত্ৰৰ আবশ্যকীয় কাৰ্য্যাদি ভাল ৰূপেই চলাব লাগিছে। ইয়াতো ঁগুৰুদেবৰ তিথি সুচাৰু ৰূপে পালন কৰা হৈ গৈছে। বৰ্ত্তমান অধিকাৰ কম বয়সৰ হলেও উৎসাহী। আগৰ কীৰ্ত্তন মন্দিৰ অগ্নিসাৎ হোৱাত ভালকৈ নতুন মন্দিৰ বান্ধিব খোজা আৰু গোপাল মিশ্ৰৰ পুত্ৰ লক্ষ্মীপতিৰ "লক্ষ্মীপতি লীলাবলী" নামৰ চৰিত্ৰ খন ছপাব খোজা বুলি শুনিব পোৱা গৈছে।

## শ্ৰীশ্ৰীদামোদৰ ধামৰ ৪ৰ্থ বাৰ্ষিক অধিবেশনৰ সংক্ষিপ্ত কাৰ্য্য বিৱৰণী।

২৬। ৩। ২১ তাৰিখে পাগুলা ঁদেব দামোদৰ ধামৰ ৪ৰ্থ বাৰ্ষিক অধিবেশনৰ কাৰ্য্য সুচাৰু ৰূপে হৈ গৈছে। কামৰূপৰ কেইবা খনো সত্ৰৰ অধিকাৰ সকল আৰু অনেক ভদ্ৰলোক ইয়াত উপস্থিত আছিল পাটবাউসীৰ ডেকা সত্ৰাধিকাৰ প্ৰভু শ্ৰীযুক্ত ৰামদেব গোস্বামী আৰু ঁদেবদামোৰৰ পাদুকা স্থাপনৰ প্ৰথম উদযোগ কৰ্ত্তা বাৰাদি সত্ৰৰ শ্ৰীযুক্ত গোবিন্দদেব গোস্বামী এই দুজনাই সভাক অলঙ্কৃত কৰিছিলহি। গুৱাহাটীৰপৰা শ্ৰীযুক্ত কালীচৰণ সেন ৰায় বাহাদুৰ, শ্ৰীযুক্ত নদীয় বিহাৰী দাস স্কুল ডিপুটী ইনস্পেক্টৰ, শ্ৰীযুক্ত কৃষ্ণকান্ত অধিকাৰী কবিৰাজ, শ্ৰীযুক্ত ৰামদেব শৰ্ম্মা মোক্তাৰ, শ্ৰীযুক্ত জলতি ৰাম লহকৰ আদি কেইবাজনো ভদ্ৰলোকে যোগ দান

দিছিল। মুঠৰ ওপৰত ৪০০ শ মান মানুহ এই সভাত গোট খাইছিল। ঁদেৱদামোৰৰ কিপাত আৰু দামৰ সম্পাদক শ্ৰীযুক্ত হৃদয় চন্দ্ৰ পটোৱাৰীৰ ঐকান্তিক যত্নত ধামৰ কাৰ্য্য লাহে লাহে হলেও সুন্দৰে আগবাঢ়িব ধৰিছে। এই পৰ্য্যন্ত প্ৰায় হাজাৰ হাজাৰ টকা কাৰ্য্য হৈ গৈছে; অথচ নগদ আদায় হৈছে এই পৰ্য্যন্ত প্ৰায় ৪ হাজাৰ টকাহে। বাকীখিনি কাৰ্য্য হৈছে ধামৰ নিকটবৰ্ত্তী গ্ৰাম বাসী সকলৰ, ঘাইকৈ পাগুলা গ্ৰামবাসী সকলৰ নিঃস্বাৰ্থ দান শাৰীৰিক খাটনিৰ গুণত

এশ বা তাতোধিক টকা চাদা দাতা সকলৰ নাম শিলৰ ফলিত কাটি মন্দিৰৰ গাত লগাই থোৱা যি এটা নিয়ম আছে, সেই অনুযায় স্বীকৃত চাদা দাতাৰ সংখ্যা এতিয়ালৈকে ১৯ জন হৈছে। তাৰে ২।৩ জনে সমুদায় আৰু বাকী সকলে আংশি বাবে সেই চাঁদা আদায় কৰিছে। গল বছৰৰ ঘাই বছৰৰ কাৰ্য্য মন্দিৰৰ অৰ্থে ইটা পোৰা এতিয়ালৈকে ৫০ হাজাৰ ইটা পোৰা হৈছে।

সভাৰ সকলো কাৰ্য্য সুচাৰুৰূপে হৈ গৈছে। আগৰ দিনা ৰাতি আৰু সভাৰ ৰাতি স্থানীয় ৰামায়ণ গোৱা ওঝাপালীয়ে ৰামায়ণৰ সুললিত গীত গাগিাইুপস্থিত সকলোকে আনন্দ চিছিল। শ্ৰীযুক্ত জ্বলিতিৰাম লহকৰৰ "শ্ৰীশ্ৰীদেৱদামোদৰ" নামৰ কবিতা এটি সভাত পঠিত হৈছিল।

## ঁনীলকণ্ঠকৃত শ্ৰীশ্ৰী ঁদেৱদামোদৰ চৰিত্ৰ

পোৰাভিটা থানে কতো দিন মানে
পড়ি আছা ভাগৱত।
কবিৰত্নে পাছে দামোদৰ কাছে
গৈলন্ত ৰঙ্গে মনত।।
দামোদৰ পাৱে নমি ভক্তি ভাৱে
কঠ পাৰি বসিলন্ত।
সাদৰ কৰিলা কি কাৰ্য্যে আসিলা
পুছিলা প্ৰভু তাহাত।।
কবিৰত্নে শুনি মাতিলন্ত গুণি
প্ৰভু দেৱ স্বামি।

তযু চৰণত সেৱি নিত্যাগত
থাকিবে খোজোহোঁ আমি।
শুনি দামোদৰে বোলন্ত সাদৰে
আসা কবিৰত্ন তুমি।
পঞ্চ আননয় ভাটি বেলীয়াৰ
অৰ্দ্ধ পাঠ দিবো আমি।।
দামোদৰ বাণী কবিৰত্নে শুনি
মেটুৰাকুচিক এৰি।
কহি মথুৰাত আসি ই থানত
ৰৈলা অৰ্দ্ধ পাঠ পঢ়ি।।
পঞ্চ আননত ধিক ভাগবত
অনুক্ষণে পঢ়ি যান্ত।
ভাগৱতী যত স্থানৰ ভকত
ধন্য ধন্য বুলি বখানন্ত।।
হৰি মন্দিৰৰ আগত পুৰৰ
তাতে তাঙ্ক বাসা দিলা।
গহীন গম্ভীৰ গুণৰ মন্দিৰ
আনন্দে তাত থাকিলা।।
শুনা নৰলোক ক্ষমিয়োক মোক
বুঢ়া-টুটা কথা চাই।
ভক্ত মুখে শুনি ৰচিলোঁ আপুনি
সঙ্কেপিয়া নবঢ়াই।।
লীলা তাসম্বাৰ সংক্ষেপে পযাৰ
কহিবে কাৰ শকতি।
শুনা বুদ্ধমতি সঙ্কেপে সম্প্ৰতি
নীলকণ্ঠে নিগদতি।।

শ্ৰীশ্ৰীভট্টদেৱৰ প্ৰভু দামোদৰ দেৱত শৰণ, প্ৰভুদেৱৰ বেহাৰ গমন; ভট্টদেৱৰ কথা ভাগৱত ৰচনা আৰু পাটবাউসীত অধিকাৰৰূপে স্থিতি, বলোদেৱে সৈতে সখিত্ব বন্ধন।

আছা কবিৰত্ন তৈতে অৰ্দ্ধ পাঠ কৰি।
দিনেক বুলিলা দামোদৰ পাৱে ধৰি।।
কৰায়ো শৰণ মোক দিয়া নাম দান।।
গোপালৰ মন্ত্ৰ লৈবো কহো তযু খান।
দামোদৰে বোলে তেহে অৰ্চ্চা মন্ত্ৰ নাম।
বিশিষ্টতো বিশিষ্ট জানিবা ইটো কাম।
নলাগে শৰণ আৰ ঘটিছে শৰণ।
শুনি কবিৰত্নে পাছে বুলিলা বচন।
সৰ্ব্বভাবে গুৰু মই তোমাক মানিলো।
কায়মনোবাক্যে মই শৰণ পশিলো।
শুনিয়ো প্ৰভুৰ মহা করুণা মিলিল্য।
শৰণ কৰায়া তাঙ্ক নাম দান দিলা।।
দামোদৰ বদতি শুনিয়ো কবিৰত্ন।
ঈশ্বৰ সেবাৰ তুমি নেৰিবাহা যত্ন।
প্ৰসঙ্গ কৰিয়া তুমি পঢ়ি থাকা ভাগৱত
সকলো লভিবা পাছে বোলো স্বৰূপ।
শৰণ করায়া প্ৰভু এহি বাক্য কৈলা।
দামোদর পাৱ সেবি কবিরত্ন ৰৈলা।
শুনা আত পরে পাছে যেন কথা কৈছ
যি কারণে প্ৰভুদেৱ বেহারক গৈল'।
নারায়ণ পুত্ৰ লক্ষ্মীনাৰায়ণ
চিলারায় নাতি পরীক্ষিত যিটো জন।।
সীমা করি দুয়োজনে রাজ্য বাটি লৈলা।
কামরূপ দেশে পরীক্ষিত রাজা ভৈলা।
বেহারত রাজা লক্ষ্মীনারায়ণ ৰৈলা।

দুইজনে ৰাজ্য ভোগ কৰি যেবে ৰৈলা।।
পৰীক্ষিত পাশে অভকত মানে গৈলা।
হিংসাৰূপে মিছা সবে খলক লগাইলা।
দামোদৰ নামে দ্বিজে শুদ্ধ মত এৰি।
নীতি দৰ্ম্ম আচায় বেদক পৰিহৰি।।
আছে পাটবাউসী থানে জিজ্ঞাসিও আনি।
দুত পাঞ্চিলন্ত ৰাজা হেন বাণী শুনি।।
আনিও দ্বিজক বিচাৰিয়া মোৰ ঠাই।
দুত চলি গৈলা নৃপতিৰ আজ্ঞা পাই।।
দামোদৰ আগে নৃপতিয় আজ্ঞা কৈলা।
বলোদেব সমে প্ৰভুদেব চলি গৈলা।।
ভতিজা পাঠক চন্দ্ৰ সংগতে গৈলন্ত।
ৰাজ নগৰত গৈয়া প্ৰবেশ ভৈলন্ত।।

---

টোকা ঃ— আন এখন অতি পুৰণি সাঁচিপতীয়া পুথত এই খিনিৰে পৰা এই দৰে আছে ঃ—

তাম্বুলক ভুঞ্জি প্ৰভু হৰি গুণ গাই।।
প্ৰতি গোট বঞ্চি প্ৰভু নিতা কৰ্ম্ম কৰি।
শয়ণ কৰাইলা দৈবজ্ঞক অনুসৰি।।
নাম দান দিয়া চাৰি টীকাক বুজাইলা।
বাজাজ্ঞায়ে প্ৰভুক টঙ্কা বস্ত্ৰ দিলা।
বানী বিপ্ৰ দৈবজ্ঞক প্ৰসংসি দামোদৰ।
হেনবেলা দুতে কৈলা ৰাজাৰ গোচৰ।
লক্ষ্মী নাৰায়ণে প্ৰভুক সাদৰি নিলন্ত।
বেহাৰ ৰাজ্যত প্ৰভু প্ৰবেশ ভৈলন্ত।।
আগবাঢ়ি আসি ৰাজা পদ্মে পূজা কৈলা।
বাদ্যভাণ্ড বজাই গৃহে প্ৰবেশিলা।।
প্ৰভু দামোদৰ আশীৰ্ব্বাদ কৰিলন্ত।
প্ৰভু মোহৰ দিয়া শৰণ লৈলন্ত।।
ভিতৰুৱা ধাপৰ খণ্ড এক দিয়া।
থাকিলন্ত প্ৰভু তাত সত্ৰক নিৰ্ম্মিয়া।।

রাজেন্দ্ৰ নামে এক দৈবজ্ঞ কুলত।
সাদৰিয়া বাসী দিলা আপোন গৃহত।।
ভোজন করাইলা ভক্তি করি নানামত।
পাত পেলাইবাক ছান্তে দিলেক শপত।।
পেলাবোঁ আমিসে পত্ৰ বসিয়োক যাই।
"বাজত বসাই দিলে গৰুক সুমাই।।*

---

সম্পাদকৰ টোকা ঃ— ৰামৰায় দ্বিজকৃত গুৰু লীলাত আছে প্ৰভুক কামেশ্বৰ গিৰি আৰু শিববৰ দৈবজ্ঞে হিংসা কৰিছিল। নীলকণ্ঠৰ এই দুয়ো খন চৰিত্ৰতে কামেশ্বৰ গিৰিৰ নামেই নাই। শিববৰো নাম নাই। শিববৰ থলত দুয়োকনতে ৰাজেন্দ্ৰ দৈবজ্ঞৰ নাম আছে। এখনত কয় যে এই ৰাজেন্দ্ৰে হিংসী প্ৰভূৰ এই দৰে খল লগাইছিল। আন খনত (যিখান বেছি পুৰণি সাঁচিপতিয়া পুথি) কয় ৰাজেন্দ্ৰ প্ৰভুক ভক্তি কৰি শৰণহে লইছিল। পিছত ৰজা লক্ষ্মীনাৰায়ণে প্ৰবুৰ গুণগৰিমা শুনি ভক্তিভাৱে পৰীক্ষিতক খুজি প্ৰভুক বেহাৰলৈ নিলে। গুৰুলীলাত প্ৰভুক পৰীক্ষিতে এবছৰমান ৰখাৰ কথা আছে। অকল শিববৰ আৰু কামেশ্বৰ গিৰিৰ কথাতে খেদা কথা নাই। প্ৰভূৰ ওচৰত যেতিয়া পৰীক্ষিতক প্ৰায় সকলো প্ৰজা আৰু আন কি অন্দৰমহলৰ ৰাণীসকলেও বৰকৈ ভক্তি কৰিব ধৰিলে তেতিয়াহে পৰীক্ষিতে প্ৰভুক খেদি পেলোৱা বিবৰণ আছে। ইয়াৰ উপৰিও প্ৰভুক খেদা বাবে বিজয়পুৰ ৰাজ্যৰ ঢেৰ অমঙ্গল উৎপাতৰ কথাও আছে। পৰীক্ষিতৰ বংশৰ ওপৰত গুৰুৰ এক প্ৰকাৰ শাপৰ কথাও আছে। সেই শাপ মোচনৰো এফেৰা আছে। প্ৰকৃত বুৰঞ্জিৰ সত্যটো কি আমি হলে ধৰিব পৰা নাই। সম্ভৱতঃ দৰঙ্গ আৰু বেলতলাৰ ৰাজন্যবৰ্গে আন কি বিজনিৰো ৰাজন্যবৰ্গে বিশেষ কিবা জানেনে নেজানে কব নোৱাৰোঁ। ৰাজবংশৰ চৰিত্ৰত কিবা আছে নে নাই আমি নাজানো। ইত্যাদি কাৰণে আমি সদ্যহতে দুয়োটা বিবৰণ দিলোঁ। নীলকণ্ঠ কৃত আমি আৰু চৰিত্ৰ পুথি পালে ৰিজাই চাই এটা সিদ্ধান্তলৈ আহিব পাৰিম বুলি আশা কৰি থৈছোঁ। অসমীয়া ৰাইজক আমি এইটোও জনাই থওঁ যে নীলকণ্ঠ কৃত প্ৰভূৰ চৰিত্ৰ আমি ইয়াৰ পিছত পুস্তক আকায়েও ছপাবলৈ যুগুত কৰি ৰাখিছোঁ। আমি যি দুখন কপি পাইছোঁ দুয়ো খনতে ঢেৰ সংযোগ বিয়োগ আছে। একোটা চৰিত্ৰ কাৰক সকলেই নিজ নিজ মনৰ ৰহন সানি সানি চৰিত্ৰ লেখিছে ইয়াৰ উপৰিও ইকনৰ পৰা সিখন নকল কৰোঁতেও নকলকাৰক সকলে নিজ নিজ ভাব নিজ নিজ ৰহণ সানি সানি থৈছে। প্ৰকৃত বুৰঞ্জীৰ তথ্য পোৱাটো টান কৰি থৈ গৈছে।

সম্পাদক

গৰুৱে খসিয়া খাই কদৰ্য্য কৰিলা। পাছে দুষ্টগণে নৃপতিক জামন দিলা।। দুত পঠাই প্ৰমাণ দেখিয়ো নৰৰায়। ভাত খাই যিয়োজনে পাত নেপাইলাই।। ৰাজদূত পটাই পাছে তাঙ্কে সত্য মানি। মোৰ ৰাজ্যে নাথাকিবা বুলিলন্ত বাণী।। এহি কথা লক্ষ্মীনাৰায়ণ শুনিলন্ত। সাদৰি নিলেক প্ৰভূ তৈক চলিলন্ত।। বেহায় ৰাজ্যত প্ৰভু দামোদৰ গৈধ্য। ৰাজাৰ আগত গৈয়া দূতে জান দিলা।। শুনি ৰাজা তেতিক্ষণে ঘোটকত চৰি সসৈন্যে নৃপতি পাছে নিলা আগবাঢ়ি।

## শ্ৰীশ্ৰীযাদবেন্দ্ৰো জয়তি

যে যজ্ঞে পৰিপূজিতো যদুপতিৰ্য্যস্মিন্ জগন্নায়কঃ।
ভক্ত্যাৰাজযুধিষ্ঠিৰেণ পৰয়া বৈ ৰাজসূয়ে সতি।।
শ্ৰীমদ্দক্ষিণপাটসত্ৰ কুমনিৰ্দ্দেদীপ্যমানো হৰিঃ
শ্ৰীশ্ৰীযাদব দেব ধৰ্ম্মশিবদ স্তৎসৎ পদাব্জং ভজে।।

বিনীত

শ্ৰীকনক কুমুদ দেব ভাগবতী।

## শ্ৰীশ্ৰীদামাদৰং স্তোত্ৰম।

বন্দে গুৰু দামোদৰম।
ভক্তজন সমাবৃতম।
দুৰীতপ্ৰণাসনম।
দেব দেব পৰাৎ পৰম।
ভবদীয় গুণ তত্বম।
বেদ বেদাঙ্গ পুৰাণম।
নিখিল জগচ্চিন্তনীয়ম।
প্ৰভুকৃপাময়ং গুৰুম।
ইদংসৰ্ব্বং গুৰুময়ম।
নাস্তি গুৰোপৰং চান্যৎ।
তয়া বিনা অসাৰম।
কলি কলুষদলনম।।
জন মনোৰঞ্জনম্।।
ভব ভয় তাৰণম।।
যম ভয় হৰণম।।

সুৰমুনি গণ গীতম।।
শ্ৰুতি তন্ত্ৰ প্ৰণিতম।।
তন্মুখ নিৰ্গত নাম।।
যস্য নিৰ্ম্মল সঙ্গম।।
ব্ৰহ্মাবিষ্ণু শিৱাত্মকম।।
তস্মাৎ সংপূজয়েদ গুৰুম।।
দেহি কৃপাময় সাৰম।।
নাশয়ন কলিকলুষম।
নাহংজানে কৃপাময়।
কৰ্ত্তাহৰ্ত্তা চ সৰ্ব্বজ্ঞো।
সাক্ষীভোক্তা পৰমাত্মা।
নাস্তিগুৰু পৰং কিঞ্চিৎ।
নিৰ্লেপং নিৰ্গুণং শান্তম।
শ্ৰীকৃষ্ণ ৰসতত্বজ্ঞমা
গৌতম বংশ সম্ভুতম।
তব পদ্যেস্যাম্মে ভক্তিঃ।
নয়ভবাব্ধি পাৰম।।
ত্বাং বিনা ইহ সংসাৰম।।
মোক্ষ প্ৰধান কাৰণম।।
বন্দে শ্ৰীদামোদৰম।।
ত্ৰৈলোক্যে ত্ৰাণকাৰকম।।
প্ৰণমামি বিদাম্বৰম।।
কৃষ্ণ মন্ত্ৰাশয়ং গুৰুম।।
বন্দে ক্লেশ বিনাশনম।
দেহি শিৰসিত্বচ্চৰণম।।

শ্ৰীশ্ৰীমৎদামোদৰ স্তোত্ৰং সায়ং প্ৰাতঃ
পঠেৎযস্তু সোভিষ্ট ফলমাপ্নুয়াৎ, ওঁ তৎসৎ।

শ্ৰীনিত্যানন্দ দেৱ গোস্বামী।

শ্ৰীশ্ৰীযাদবো জয়তি।

## আশীৰ্ব্বাদ।

ৰূপে গুণে অনুপমা আসাম ধৰণী ধন্যা
স্বৰ্গাদপি মাতা গুৰুতৰা।।
ত্ৰিভুবনে সুলক্ষণা শস্যে মৎস্যে বিতোপনা।
চতুৰ্ব্বিধ প্ৰাণী মাত্ৰে ভৰা।।১।।
তথাপি নাহিক জৰা সৰ্ব্বংসহা নিৰন্তৰা
মাত্ৰ দুষ্ট হস্তে ভয়াতুৰা।
নাজানি ঈশ্বৰমায়া ৰজাপ্ৰজা মত্ত হয়া
বোলে মোৰ এই বসুন্ধৰা।।২।।
নোহোৱা কাহাৰো তুমি হে মাতৃ জন্মভূমি
চিৰকাল আছে একেথৰায
মনজন পৰিহৰি যায় নাম শেষকৰি
যমলোকে ইথানৰ পৰা।।৩।।
তব মনোগতা সুতা এই বৰ্ষে সমুদ্ভূতা
যাৰ নাম অসম প্ৰদীপিকা।
সেইনামে মূৰ্খজন হয় ঠৰহৰি
জ্ঞানীৰ সমীপে প্ৰশংসিকা।।৪।।
শ্ৰুতি স্মৃতি ৰক্ষা কৰি সত্যধৰ্ম্ম উদ্ধাৰ
পুৰাতনাচাৰ প্ৰচাৰিকা।
গুণৰ নাহিক সমা ভুমণ্ডলে লঘু
অধৰ্ম্মৰ পথ বিলোপিকা।।৫।।
মাসে মাসে হয়া বাজ লোক কৰে কৰি
সৰ্ব্বোপৰি হোৱা শ্ৰেষ্ঠতৰা।
তুমি হেম মুক্তাফলে যশোৰাশি
প্ৰকাশ কৰোক বসুন্ধৰা।।৬।।
বিনিৰ্ম্মল যশ তব দেশে দেশে
সৰ্ব্বক্ষণে প্ৰকাশ কৰোক।
এইমাত্ৰ আশীৰ্ব্বাদ কৰিয়োক জনসেৱা
জননী ভূমিৰ তনয়াক।।৭।।

# সম্পাদকৰ কথা।

নিজ ইষ্টগুৰু প্ৰভু যাদৱৰায় আৰু দেৱদামোদৰৰ কৃপাত, আমাৰ সন্ত, মহন্ত সকলো বৈষ্ণববৃন্দ আৰু ৰাইজৰ আশীৰ্ব্বাদত অসম প্ৰদীপিকা মাতৃয়ে সুখে দুখে ৰাইজক এবছৰ যৎকিঞ্চিৎ সনাতন ধৰ্ম্মৰ পোহৰ দেখুৱাই দ্বিতীয় বছৰত ভৰি দিছেহি। ৰাইজে এই যৎকিঞ্চিৎ পোহৰ কেনে হইছে সেইটো প্ৰদীপিকাই নিজে একো কব নোৱাৰে। তাৰ বিচাৰ কৰোঁতা ৰাইজহে।

অসম প্ৰদীপিকাই কাৰো ধৰ্ম্মভাবৰ ওপৰত আক্ৰমণ কৰি কাকো দুখ দিবলৈ জন্ম লোৱা নাই। প্ৰদীপিকাই অসামঞ্জস্যৰ ভিতৰত বৈষম্য দেখুৱাবলৈহে সদায় যত্ন কৰি আহিছে; কিন্তু দুখৰ বিষয় কোনো কোনোৱে প্ৰদীপিকাৰ এই উদ্দেশ্য আৰম্ভৰেপৰা অলপ হাই উৰুমি কৰে। অবশ্যে প্ৰদীপিকায়ো সেই বিষয়ে উৰুমিত আত্মসমৰ্থন কৰিবলৈ যাওতে দুষাৰ এষাৰ বাটৰ কথা কৈছে। এই বাটৰ কথা কওঁতেও প্ৰদীপিকাই বোধ কৰোঁ কস্মিন্ কালেও চোকা বা কটু উক্তি কৰা নাই। সদায় মিহি ভাবেৰেহে কৈ আহিছে আৰু আগলৈকো সেই ভাবেৰেই কব লাগিলে কব!

অসমৰ মহাপুৰুষ সকলে ৪৫০ বছৰৰ আগেয়ে, যি সময়ত ৰাজ্যত প্ৰায় বিপ্লব আদি ঘটিছিল, প্ৰায় মানুহৰে ধনপ্ৰাণৰ আশা নাছিল, যি সময়ত এফালে প্ৰবল পৰাক্ৰান্ত আহোম সকলে নিজৰ ৰাজ্য আৰু শাসন বিস্তাৰ কৰিব ধৰিছিল, আনফালে অৰ্থাৎ মাজ আসমত কছাৰি ৰাজ্যেও নিজৰ স্বত্ব বজায় ৰাখিবলৈ ঠায়ে ঠায়ে উৎপাত আদি আৰম্ভ কৰিছিল, আৰু এই দুই ৰাজত্বৰ সংঘৰ্ষণত আগৰ হিন্দু ক্ষত্ৰিয় বংশৰ ভূঞাসকলৰ ৰাজত্ব অলপ অলপ কৰি ধ্বংশ পাব ধৰিছিল, আৰু আনফালে যি সময়ত কোচ ৰাজ সকলে আহোমেৰে সৈতে প্ৰতিদ্বন্দী হৈ যুদ্ধ বিপ্লব আদি কৰিছিল, যি সময়ত কাৰ ঠেলাত কোন পৰি উৎপন্ন হয় তাৰ ঠিকনা নোহোৱা হৈছিল, যি সময়ত ভাল আলি পদুলি বাট পথ সুগম নাছিল, দেশত সাধাৰণ মানুহৰ ভিতৰত শিক্ষা বিস্তাৰ দূৰতে থাকক মানুহৰ মনত শান্তিও নাছিল, ঠিক তেনে সময়তে অসমৰ মহাপুৰুষ সকলে জন্মগ্ৰহণ কৰি নিজে নিজে অশেষ দুখ কষ্ট যন্ত্ৰণা উৎপীড়ন ভোগ কৰিও কেনেকৈ বিমল সত্য সনাতন ধৰ্ম্ম প্ৰতিষ্ঠিত কৰিছিল সেইবিলাক কথা মহাপুৰুষসকলৰ চৰিত্ৰ পুথি বিলাক পঢ়িলেই তধা মানিব লাগে। বৰদোৱাত কছাৰিৰ উৎপীড়নত ৰব নোৱাৰি প্ৰভু শঙ্কৰদেৱে নিজ জন্ম ভূমিকো ত্যাগ কৰি নিজৰ ৰাজত্বকো জলাঞ্জলি দি আজি অত কালি তত থাকি থাকি শেহত কোচবেহাৰ ৰজাৰ ৰাজ্য পাটবাউসী, বৰপেটা, কোচবেহাৰ এইবিলাক ঠাইতহে গৈ স্থিতি লভিছিল।

কিদৰে ভূএগ্ৰাসকলক উচ্ছেদ কৰিবলৈ আহোম ৰাজে হাঁতী ধৰা ফান্দ উলিয়াই প্ৰভু শঙ্কৰৰ জোৱাঁইক কাটিলে আৰু প্ৰভু মাধবদেৱেই বা কেনেকৈ ৰংগ পাল চৰিত্ৰ পাঠক মাত্ৰেই জানে। চৰিত্ৰয়ে দেখুৱাইছে কি দৰে প্ৰভু দেবদামোদৰক ধৰি নি বন্দি কৰিছিল আৰু কি দৰে প্ৰভুৱেও নিজক নিজে উদ্ধাৰ কৰি শেহত পিতৃ মাতৃ সমন্বিতে সবংশে উজনি অসম এৰি পাটবাউসী আৰু বেহাৰত থিত হৈছিলগৈ। চৰিত্ৰ পুথিবিলাক পঢ়িলেই অসমীয়া ৰাইজে পাব যে যদিও চৰিত্ৰলিখক সকলৰ প্ৰত্যেক জনেই নিজ নিজ মনৰ ৰহন চালিহে পুথিবিলাক লিখি থৈ গৈছে তথাপি যিবিলাক মূল ঘটনা আছে সেই মূল ঘটনাবিলাকে সুন্দৰকৈ দেখুৱাই থৈছে যে প্ৰভুসকলৰ প্ৰত্যেক জনেই কিমান নিগ্ৰহ দুখ ভুগিছিল। সেই সকলে কিদৰে নিজৰ মনত, আছে কোনো মান অপমান মিছা ভেম গৌৰম নেৰাখি নিজক তৃণাদপি সৰু ভাবি নিজে খোজ কাঢ়ি কাঢ়ি ভাব তীৰ্থবিলাকত ভ্ৰমিছিল আৰু অত কালি তত, আজি ইঘৰত কালি সিঘৰত নাম ধৰি, গাই, প্ৰসঙ্গ কৰি, কীৰ্ত্তন কৰি, গীতা ভাগবত পঢ়ি শুনাই পবিত্ৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। দ্বিজ ৰমানন্দকৃত চৰিত্ৰত পোৱা যায় যে আনকি ৰামৰাম গুৰুয়ে ওজা হৈ গ'ল গোপাল আটাই পালি হৈ ওজা পালি গাইছিল আৰু ভাৱনা পাতি মাধবদেৱে নিজেই ভাবনাৰ নৃসিংহ ভাও লৈছিল। সেই কাৰণে প্ৰভু জন গুৰু আৰু প্ৰত্যেকজন শিব যে কিমান প্ৰকৃত গীতাৰ অৰ্থ বুজি ত্যাগী হৈছিল তাক পঢ়িলে তধা মধা লাগে। কি প্ৰভু দামোদৰ দেৱ কি শঙ্কৰদেৱ কি প্ৰভু হৰিদেৱ কি মাধবদেৱ প্ৰত্যেকজনেই বেদশাস্ত্ৰৰ স্মৃতি অনুষ্ঠিত মতক বাহাল ৰাখি পবিত্ৰ, প্ৰেম পৰিপূৰ্ণ বৈষ্ণৱ ধৰ্ম্ম ৰাইজক বিলাইছিল। সেইটো কাল কেনেকুৱা আছিল। ৰাইজৰ সুখ শান্তি নাছিল। মানুহৰ ধন প্ৰাণৰ স্থিৰতা নাছিল। তাৰ পিছতো আমাৰ অসম ভূমিত মোৱামৰীয়া মান ইত্যাদিৰ উৎপাততো অশমীয়া ৰাইজৰ যে কি বিলাই হৈছিল তাক বুৰঞ্জী পাঠক মাত্ৰেই জানে।

ইয়াৰ পিছত ঈশ্বৰৰ অনুগ্ৰহত আমাৰ দেশ বৃটিশ সিংহে মানক খেদি উদ্ধাৰ কৰিলে। আজি গত ৯১। ৯২ বছৰে অসমীয়া ৰাইজে বৃটিশৰ সুশাসনৰ তলত থাকি শান্তি সুখ সমস্ত ভুগিলে; কিন্তু এতিয়া এই পৃথিবী ব্যাপি মহাযুদ্ধ হৈ যাবৰেপৰা আকৌ ৰাইজৰ মনত সুখ শান্তি নোহোৱা হৈছে। শিক্ষাৰ পোহৰ পাই Freedom আৰু Liberty ভাব বুজি এদলে একালে আজি কালি স্বৰাজ স্বৰাজ কৰি চিঞঁৰি হুলস্থূল লগাইছে, আনফালে আকৌ সেই চিএৰত কেনেবাকৈ দেশত অশান্তি হব বুলি আন দলে ভয় কৰি তাৰ বিৰুদ্ধে প্ৰতিকাৰ কৰিবলৈ ওলাইছে। যেনেকৈ ৰাজনীতি ক্ষেত্ৰত এই দুই ভাবৰ প্ৰবল টৌৱে পৰস্পৰ ঘাত প্ৰতিঘাত কৰিবলৈ ধৰি

অশান্তি কৰিছে সেইদৰে আনফালে ধৰ্ম্মজগততো (বিশেষ আমাৰ হিন্দুৰ ধৰ্ম্ম জগতত) বিশৃঙ্খল দেখা গৈছে। এফালে ধৰ্ম্মপ্ৰাণ হিন্দুসকলে, সন্ত মহন্ত সকলে, আমাৰ ঘাই বস্তু সত্য সনাতন হিন্দু ধৰ্ম্মটোক যেনেকৈ অক্ষুণ্ণ ৰাখিবলৈ বিচাৰিছে আনফালে সেইদৰে পাশ্চাত্য শিক্ষাৰ দৰ্শন বিজ্ঞানৰ সোৱাদ পাই স্বাধীনতাৰ পোহৰ দেখি শিক্ষিত হিন্দুৰ অনেকেই গুৰু গোঁসাই হিন্দুৰ সত্য সনাতন পথ নমনা হৈছে। শিক্ষিত সকলে কয় এইবিষয়ে হেনো আমাৰ গুৰুসকলহে জগৰীয়া। সেই সকলে পূৰ্ব্বৰ মহাপুৰুষসকলৰ, প্ৰথম ধৰ্ম্ম প্ৰবৰ্ত্তক সকলৰ আৰ্হি এৰি ৰাইজৰ পৰা মান গৌৰব পাই পাই আত্মম্ভৰি হৈ নিজক নিজে ওফন্দি থকা হৈছে, মানুহক মানুহ জ্ঞান নকৰাত পৰিছে (বাঁহীত এই কথা আছে) ধৰ্ম্মশিক্ষাতো নিদিয়েই বা বৰ্ত্তমান নিয়মে দিব নেজানেই তাৰ উপৰিও সত্ৰ সভালৈ গলেও মাটিত চুচৰিব দিয়ে। এইবিলাকৰ উপৰিও কোনো কোনোৱে নিজে হলে পচিমীয়া জগতৰ বিলাসৰ বস্তুবিলাক ব্যৱহাৰ কৰে, কিন্তু শিষ্যক হলে সেইবিলাক কৰিবলৈ বাধা দিয়ে (বাঁহীৰ ভবানন্দ পাঠকৰ উক্তি)। গুৰুসকলৰ ফালৰ সকলে কয় যে বৰ্ত্তমান ইংৰাজি শিক্ষাত শিক্ষিত সকলহে জগৰীয়া। তেওঁবিলাকে সত্ৰ সভালৈ নাহে; গুৰু গোঁসাই নেমানে, আনকি আজি কালিৰ শিক্ষিত সকলে নিজগুৰুত শৰণ ফেৰাকে নলয়। আহাৰ বিহাৰত, বাক্য বচনত, চলন ফিৰণত, আচাৰ অনুষ্ঠানত কোনো সংযমকে নেৰাখি দেশকো কঙাল কৰি তুলিছে আৰু অধৰ্ম্মও বঢ়াইছে।

আমি এনেকুৱা কথা দুয়ো পক্ষৰে পৰা শুনিছোঁ—দেখিছোঁ। যাতে এই বিলাকৰো সামাজস্য হয় তাকো প্ৰদীপিকাই বিচাৰিছে। আৰু ধীৰে সুস্থিৰে এইবিলাক বিষয়েও আলোচনা কৰিবলৈ আসা ৰাখিছে।

গতবছৰো ধৰ্ম্ম বিষয়েহে চৰ্চ্চা কৰিব। লগতে সাহিত্য, বিজ্ঞান, দৰ্শন, শিল্প, কৃষি, বানিজ্য এইবিলাকো আলোচনা কৰিব। ৰাজনীতি প্ৰদীপিকাই আলোচনা নকৰে। সমাজনীতিও চাই চিন্তিহে মাজে মাজে আলোচনা কৰিব। এই দুই বিষয় আলোচনা কৰিবলৈ জগদীশ্বৰৰ কৃপাত অসমীয়া মাহিলী আৰু সাপ্তাহিক আন আন কাগজ আছে। এতেকে নিজৰ ইষ্টদেৱক স্মৰণ কৰি, সমস্ত অসমীয়া ৰাইজৰ তিথাৰিণী হৈ প্ৰদীপিকা মাতৃয়ি ২য় বছৰ আৰম্ভ কৰিলে । গতবছৰ সময়ে সময়ে প্ৰেছত মানুহৰ অভাৱত আৰু আন আন নানা কাৰণত প্ৰদীপিকা ওলাওঁতে পলম হৈ গৈছে। আশা কৰোঁ এইবছৰ তেনেকুৱা নহব। আমি এই আবাৰ মাহৰে পৰা প্ৰদীপিকাৰ ২য় বছৰ আৰম্ভ কৰিলোঁ।

# ব্ৰহ্মাচাৰ্য্যালয়

১৭-২-২৮

শাৰদা চতুষ্পাঠী,

বাঁহজানী।

দেশহিতৈষী ভদ্ৰসকলৰপ্ৰতি।

ভদ্ৰমহোদয় সকল! বৰ্ত্তমানে নতুন যুগ আহি আসামত বুমুকি মাৰিছে। আৰু দেশত নানা ৰকম সভাসমিতি পাতি দেশৰ উন্নতি কৰিবলৈ যত্ন কৰিছে। প্ৰত্যেক সভাতে মহাত্মা সকলে কয় যে দেশৰ উন্নতি কৰিবলৈ, আৰু নিজে উন্নতিৰ পথত াগুৱাবলৈ হলে আমাক শিক্ষা আমাৰ সমাজত যেনেকৈ বেচি পৰিমাণে সোমায় তাৰ বাবে ঠায়ে ঠায়ে স্কুল কলেজ পঢ়াশালি স্থাপন কৰিব লাগে। সকলোৱে নিজ স্বাৰ্থলৈ পাচ দি সেই বিষয় কৃতকাৰ্য্য হ'বলৈ বিশেষ চেষ্টা কৰিব লাগে। এই আতাইবিলাক কথা বাস্তবিকে সচাঁ, আৰু কৰিব লগীয়া বুলি স্বাকীৰ নকৰি নোৱাৰি এতিয়া ভাবিবলগীয়া আমাৰ মাথোন এইখিনিহে যে শিক্ষা লবলৈ শিক্ষাৰ্থী সকল কেনেদৰে কি নিয়মে চলিব লাগে। ডাক্তৰ কবিৰাজে আদি মহাত্মাসকলে কয় যে শিক্ষা কৰিবলৈ হলে স্বাস্থ্য ভালে ৰাখিব লাগে তেনেহলেহে ধৰ্ম্ম আৰু শিক্ষা লাভ কৰিব পাৰি। কিয়নো শৰীৰৰমাদ্যং খলুধৰ্ম্মসাধং। শৰীৰ ভালে ৰাখিব নোৱাৰিলে কোনোমতে ধৰ্ম্ম আৰু শিক্ষালাভ কৰিব নোৱাৰি! ইহ সংসাৰত মনুষ্যত্ব লাভ কৰি ধৰ্ম্মচৰণ নকৰিলে পশুতুল্য সামান্যমেতৎ পশুভিৰ্ণ ৰানাং ইত্যাদি কোৱাও আছে। শৰীৰ ভালে ৰাখিবৰ ইচ্ছা কৰিলে জলবায়ু খাদ্যদ্ৰব্য পৰিষ্কাৰ পৰিচ্ছন্ন হব লাগে। বাসকৰা ঠাই আলি পদুলি বাট ঘাট ভাল হব লাগে। এই আটাইবিলাক কথাও সচা আৰু প্ৰাণপনে কৰিব লগীয়া নহয় বুলিব নোৱাৰি। আমাৰ দয়ালু ৰজা আৰু দেশহিতৈৰী ভদ্ৰ সকলে ঠায়ে ঠায়ে পদুলি বাট ঘাট জল ইত্যাদিৰ বিশেষ সুবিধা কৰি ৰাইজৰ মনতচ সুখ শান্তি দিছে। কিন্তু স্বাস্থ্য ৰক্ষাৰ প্ৰধান আনশ্যকীয় যে ব্ৰহ্মাচাৰ্য্য তাৰ শিক্ষাৰ বাবে এহেনকালতো কোনো মংহাত্মাৰ ধোকা লগা নাই। ব্ৰহ্মাচাৰ্য্য ৰক্ষা নকৰি অকল জলবায়ু থকা ঠাই আলি পদুলি ভাল হলে যে স্বাস্থ্য ভালে ৰাখিব নোৱাৰি ইয়াক দঢ়াই দঢ়াই আৰ্য্যঋষি মুনিসকলে কৈ গৈছে। বৰ্ত্তমান কালতো মহাত্মা সকলে সভা সমিতিত বক্তৃতা দি ব্ৰহ্মাচাৰ্য্য ৰক্ষা কৰিব লাগে কৰিব লাগে বুলি চিঞৰি আছে। বক্তৃতা দি নাইবা চিঞৰি থাকিলেতো ব্ৰহ্মাচাৰ্য্য ৰক্ষা নহয়। ব্ৰহ্মাচাৰ্য্য ৰক্ষা কৰিবলৈ প্ৰথমে অৰ্থাৎ লখাকালত কিছুমান কৌশল অভ্যাস বা শিক্ষা কৰিব লাগিব,

তেনেহলে ব্ৰহ্মাচাৰ্য্য ৰক্ষা কৰিব পাৰিব। স্কুল কলেজত ব্ৰহ্মাচৰ্য্য শিক্ষা নহয় ারু কৰিবও নোৱাৰে। কৌশল আদি শিক্ষা কৰিবৰ আবশ্যক হলে ব্ৰহ্মাচৰ্য্যালয়ৰ অতি আবশ্যক। স্কুলকলেজত পঢ়া ছাত্ৰসকলৰ পিনে চকু ঘুৰাই চালে কব পাৰি, তেওঁ লোকৰ কেতিয়াও ব্ৰহ্মাচৰ্য্য ৰক্ষা নহয়। কাৰণ তেওঁলোকে ব্ৰহ্মাচৰ্য্যৰ কৌশল বিলাক শিকা নাই। এতেকে আমি দেশবাসী ভদ্ৰমহোদয় সকলক অনুৰোধ কৰো, যদি ব্ৰহ্মাচৰ্য্যালয় নহলে নহয় বুলি স্বীকাৰ কৰে তেন্তে সকলো ৰাইজে শাৰীৰিক আৰু আৰ্থিক সহায়েৰে কাৰ্য্যত পৰিণ ত কৰিবলৈ যত্নবান হওক, ঠায়েঠায়ে ব্ৰহ্মাচাৰ্য্যালয় স্থাপন কৰক। বাতৰি কাকতত লিখা লিখি কৰি সকলো ৰাইজক জাগৰীত কৰক। বৰ্ত্তমান যিসকলে কাৰ্য্য কৰিবলৈ আগ বাঢ়িছে, তেওঁলোকক উৎসাহ দিয়ক। আৰ্থিক আৰু শাৰীৰিক সহায়েৰে সহায় কৰক। তেনেহলেহে দুৰৰ গঙ্গা ওচৰতে পাব। শিক্ষাৰ নিমিত্তে আমাৰ শৰীৰ শকত আবত হৈ উপযুক্ত হব। দেশৰ উন্নতি উপচি পৰিব। স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ এই গীতাত কোৱা ভগবান শ্ৰীকৃষ্ণৰ কথা আষাৰৰ ৰস সকলো ৰাইজে পিব পাৰিব এই আমাৰ ৰাই জৰ ওচৰত শেষ গোহাৰি।

শাৰদা চতুষ্পাঠী
বাইজনী।

শ্ৰীবংশীধৰ দেব শৰ্ম্মা।

## ঈশ্বৰলৈভক্তি।

কৰিছে যিজনে এই জগত সৃজন। যাৰ কৃপাত জীয়াই আছে জীৱগণ।। হেঙ্গুলীয়া সূৰ্য্যদেৱ উঠি আকাশত। পোহৰ চালিছে সদা যাৰ শাসনত।। শীতল চন্দ্ৰই যাৰ কৃপালেশ পাই। প্ৰকাশি বিমল জ্যোতি জগত জুৰায়।। যাৰ আদেশত বয় শাতল *পবন। ওচায় দেহৰ তাপ কৰি সুযতন।। যাৰ কৃপাতেই নিদ্ৰা দেবী প্ৰতি ধৰে। শান্তিৰ বিচনি মাৰি ক্লান্তিদূৰ কৰে।। সূক্ষ্মপৰমাণু আৰু সাগৰ পৰ্ব্বতে। অতুল মহিমা যাৰ* ঘুষিছে সততে।। অসংখ্য তৰাই যাৰ থাকি অধীনত। ভ্ৰমিছে শূন্যত নিজ-কক্ষে অবিৰত।। গোটেই ব্ৰহ্মাণ্ড যাৰ মুঠিত লুকায়। যিজনে খেলিছে তাৰে বেগুপ চাই।। তেওঁ হৈছে বিশ্বকৰ্ত্তা দয়াৰ আকৰ। পৰম আৰাধ্য দেব, জগত-ঈশ্বৰ।। সকলো ঠাইতে থাকি তেওঁ বিদ্যমান। প্ৰত্যেক কামতে কৰে মঙ্গল বিধান।। ভক্তি ভাৱে মনে চিতে যুৰি দুই হাত। সদায় তেওঁক তুমি কৰা প্ৰণিপাত।

শ্ৰীদামোদৰ হাজৰিকা।

শ্ৰীশ্ৰীনাৰায়ণো জয়তি।

# ঈশ্বৰভক্ত মন্ত্ৰি।

(১)

হিন্দুস্থানত কোনো ৰজাৰ এজন মন্ত্ৰী আছিল। যৌবন কালৰপৰাই মন্ত্ৰীৰ কাম কৰি তেওঁ এতিয়া বৃদ্ধ। বহু কাল যাবৎ সংসাৰৰ কাৰ্য্য দেখি তেওঁৰ এই দৃঢ় বিশ্বাস হৈছে যে পৰমেশ্বৰে যেতিয়া যি কৰে তাক জগতৰ মঙ্গলৰ নিমিত্তেহে কৰে। প্ৰতি কথাতে "নাৰায়ন জী যো কিয়া সো আচ্ছা যি কিয়া" বুলি কোৱা তেওঁৰ এটা অভ্যাস হৈ পৰিছিল সদায় এই কথা কয় দেখি অনেক তেওঁক উপহাস আৰু ভক্ত বুলি হিংসাও কৰে। কিন্তু বৃদ্ধ মন্ত্ৰীয়ে তাৰ ক্ৰুদ্ধ নহয়। বৰং তেওঁ সিবিলাকৰ বিশ্লেষ বিদ্ৰূপ দেখিও নেদেখা আৰু শুনিও নুশুনাৰ দৰে থাকে।

বৰ্ষা কালত এদিন সভা ভঙ্গ হোৱাৰ পাচত অন্তঃপুৰলৈ যাওঁতে। ৰজাই খট্‌খটিত পিচল খাই পৰি গল। মোটোকা খাই আঠু ভাগিল। ভৃত্যবিলাকে দৌউৰি গৈ বৃদ্ধ মন্ত্ৰীক মাতি আনিলে। তেৰোঁ অভ্যাস আৰু বিশ্বাস বশতঃ নাৰায়ণ জী যো কিয়া সো আচ্ছাহি কিয়া" বুলি কৈ অস্ত্ৰবিদ্যাত নিপুণ এজন ৰাজবৈদ্য অনাই চিকিৎসা কৰিবলৈ নিযুক্ত কৰিলে। এনে মাৰাত্মক ঘটনাতো--"ঈশ্বৰে যি কৰে ভালকে কৰে"—শত্ৰুৰ গালিৰ দৰে মন্ত্ৰীৰ এনেকুৱা কথা শুনি ঘাইকৈ অন্যান্য কৰ্ম্মচাৰী আৰু ভৃত্যবিলাকে তেওঁৰ বিৰুদ্ধে সজাই কোৱা বহু কথাত প্ৰত্যয় কৰি ভূপতিয়ে সেই মন্ত্ৰীৰ প্ৰতি অত্যন্ত ক্ৰুদ্ধ হল। প্ৰজাবিলাকে ৰজাক বৰ ভাল পাইছিল। গতিকে, নিন্দাৰ ভয়ে দেখাদেখিকৈ মন্ত্ৰীক একো কৰিব নোৱাৰি ৰজাই গোপনে তেওঁক মাৰিবলৈ চক্ৰান্ত কৰিলে।

নৃপতিয়ে সম্পূৰ্ণ আৰোগ্য হৈ এদিন সসৈন্য মৃগয়া কৰিবলৈ ওলাই সেই বৃদ্ধ মন্ত্ৰকো লগত ললে। পাচে অৰণ্যৰ এভাগত, সৈন্যবিলাকক এৰি, তেওঁ মন্ত্ৰীৰ সহিত ঘন বনৰ মাজত সোমাল। দৈবক্ৰমে তাত এটা নাদ দেখি মন্ত্ৰীক চাবলৈ কলে। তলমুৱা হৈ চাওঁতে তেওঁ পাচৰ পৰা ঠেলা মাৰি দি মন্ত্ৰীক নাদত পেলাই দিলে। মন্ত্ৰীয়ে সেই কুপত পৰিও "নাৰায়ণ জী যো কিয়া সো আচ্ছা হি কিয়া" বুলিহে চিঞৰি কলে। পৰোতে পৰমেশ্বৰৰ কৃপাত তেওঁ বৰ দুখ পোৱা নাছিল আৰু গভীৰ হোৱা সত্তেও নাদত পানী নথকাৰ কাৰণে মন্ত্ৰীৰ জীৱন ৰক্ষা পৰিল।

মন্ত্ৰীক নাদত পেলাই পাপ কৰাত ভয়তে ওলাই আহোতে ৰজাই বাট হেৰুৱাই নিবীড় অৰণ্যতহে প্ৰবেশ কৰিলে। সূৰ্য্যও অস্ত যোৱাত ঘোৰ অন্ধকাৰে দশদিক

ঢাকিলে, বন্য জন্তুৰ গৰ্জ্জন শুনা গল, ৰজাই ভয়তে আটাহ্ ধৰিলে। তেওঁৰ চিঞৰ শুনি কেইজন মান বনবাসী কিৰাট তালৈ আহিল। সিহতৰ আকৃতি ভয়ঙ্কৰ, হাতে হাতে জ্বলন্ত জোৰ—এইটো ভাল বলি ঔ বুলি বান্ধি ভূপতিক নিজৰ পৰা ঘৰলৈ লৈ গ'ল। পাপ কৰ্ম্ম কৰি ৰজাই এনে ভীত হৈছিল যে তেওঁ পলাবলৈও বুদ্ধি নাপালে। যি হওক সিহঁতে তেওঁক গা ধুৱাই বলি দিবলৈ ৰখা গাহৰিৰ লগত থৈ দিলে।

পূজাৰ ঠাইত পুৰোহিতে শুকৰৰ দৰে ৰজাৰ গাত সিন্দুৰ আৰু মুৰত ফুল দিলে। পাচে তাৰ কিবা কথা মতে এজন বুঢ়া কিৰাতে প্ৰদীপৰ আলোকত ৰজাৰ গা ভালকৈ চাব ধৰিলে। এনেতে খটখতিত পৰি হোৱা আঠুত সেই আঘাতৰ চিন দেখি আঙ্গুলিয়াই দেখুৱাই দিয়াত সিহঁতে বেজাৰ মনেৰে ৰজাৰ গাত থু দি গতিয়াই উলিয়াই দিলে। পৰি হোৱা আঘাতে হে তেওঁ প্ৰাণ ৰাখিলে দেখি ৰজাই মন্ত্ৰীৰ "নাৰায়ণজী যো কিয়া সো আচ্ছাহি কিয়া"—কথা সম্পূৰ্ণ সত্য বুলি বুজিব পাৰিলে। তেওঁৰ বৰ পৰিতাপ হল। মন্ত্ৰীৰ লগতে পাপ শৰীৰ এৰিবলৈ পুনশ্চ সেই কূপৰ ওচৰলৈ আহি উচ্চৈস্বৰে 'মন্ত্ৰী' 'মন্ত্ৰী' বুলি মাতিব ধৰিলে। ৰজাৰ মাত শুনি মন্ত্ৰীয়ে কি হৈছে বুলি সোধাত তেওঁ আদ্যান্ত কথা কৈ বাৰংবাৰ মন্ত্ৰীৰ ওচৰত ক্ষমা মাগিলে। মন্ত্ৰীয়ে কলে "মহাৰাজ, আপোনাৰ কোনো অপৰাধ নাই, ঈশ্বৰে যি কৰে ভালৰ নিমিত্তে হে কৰে। সম্প্ৰতি নাদৰপৰা মোক তোলক"। ৰজাই পাগুৰিৰ কাপোৰ ওলোমাই দি মন্ত্ৰীক টানি তুলি আনি চৰণত ধৰি পুনশ্চ ক্ষমা প্ৰাৰ্থনা কলিলে।

মন্ত্ৰীয়ে কলে মহাৰাজ; মোৰ গাত কোনো আঘাতৰ চিন নাই। দস্যুহতে মোক পালে অবশ্যে বলি দিলে হেতেন, অতএব এই কূপত পেলাই দি ঈশ্বৰে মোক আপোনাৰ দ্বাৰা ৰক্ষা হে কৰিলে। তেওঁ যে জগতৰ মঙ্গলৰ নিমিত্তে হে সকলো কাজ কৰে এই কথা বুজিব নোৱাৰি আমি মিছামিছি কষ্ট পাওঁ আৰু তেওঁক ভক্তি নকৰো। ভালকৈ পোহৰ হৈছে, এতিয়া আহক আমি ঘৰলৈ যাওঁ "নাৰায়ণ জী যো কিয়া সো আচ্ছা হি কিয়া।" ইতি শিবং।

শ্ৰীলক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী।

শ্ৰীশ্ৰীৰাধামাধৱে জয়তি।

## দামোদৰী সম্প্ৰদায়ৰ মুল ক'ত?

আজিকালি ঘোৰ কলিত প্ৰচলিত বৈষ্ণব ধৰ্ম্মৰ ভিতৰত পবিত্ৰদায়ক চাৰিটি প্ৰধানম সম্প্ৰদায় আছে। যথা, শ্ৰীসম্প্ৰদায়, মাধবী সম্প্ৰদায়, কৃষ্ণ সম্প্ৰদায় আৰু

সনক সম্প্ৰদায়। "কলৌমলু ভবিষ্যন্তি চত্বাৰঃ সম্প্ৰদায়িণঃ। শ্ৰীমাধব ৰুদ্ৰ সনকাঃ সৰ্ব্বে এতে ভুবিপালকাঃ।।" এই চাৰি সম্প্ৰদায়ৰ ভিতৰত দামোদৰী সম্প্ৰদায়টো আছেনে নাই? এই কথাৰ সমালোচনা কৰিবৰ নিমিত্তে সংক্ষেপ ৰূপে চাৰিও সম্প্ৰদায়ক ফঁহিয়াই চোৱা যাওঁক। মান্দ্ৰাজিৰ উত্তৰ পশ্চিম অংশৰ নামক স্থানত কেশবাচাৰ্য্যৰ ঔৰষে ভূমী দেবীৰ গৰ্ভত মহাত্মা ৰামানুজ উৎপন্ন হৈ শ্ৰীসম্প্ৰদায় প্ৰবৰ্ত্তায় গৈছে। এখেতৰ মতে বিষ্ণুৱেই পৰম ব্ৰহ্ম, লক্ষ্মীয়েই তেওঁৰ শক্তি। উভয়ৰ সমন্ধৰ দ্বাৰাই সৃষ্টি স্থিতি প্ৰলয় হয়। সুপতৰং বিষ্ণু আৰু লক্ষ্মীও সকলোৰে উপাস্য দেৱতা। শ্ৰীসম্প্ৰদায়ৰ বৈষ্ণৱসকলে বিষ্ণু ও লক্ষ্মীৰ পৃথক বা যুগল ৰূপেই পূজা কৰে। লক্ষ্মী তিৰোতা বুলি হেয় নকৰে। ৰামানুজৰ শিষ্য দেবানন্দ, তেওঁৰ শিষ্য হৰ্‌হুৰিনন্দ, তৎশিষ্য ৰাঘবানন্দ, তেওঁৰ শিষ্য ৰামানন্দ। এই ৰামানন্দৰ দ্বাৰাই ৰামাৎ সম্প্ৰদায়ৰ প্ৰতিষ্ঠা হয়। ৰামাৎ সম্প্ৰদায়ীসকলে ৰাম, সীতা, লক্ষ্মণ, হনুমান ইত্যাদিৰ আৰাধনা কৰে। ৰামাৎ সম্প্ৰদায় শ্ৰীসম্প্ৰদায়ৰ অন্তৰ্গত। কবলৈ হলে শ্ৰীসম্প্ৰদায়ৰ এটি শাখা মাথোন। ত্ৰৈলঙ্গ প্ৰদেশী লক্ষ্মণ ভট্টৰ পত্ৰি বল্লভাচাৰ্য্যে ৰুদ্ৰ সম্প্ৰদায় নামে এটি বৈষ্ণৱ সম্প্ৰদায় চলাই গৈছে। কোনো কোনো লোকে এই সম্প্ৰদায়টিক বল্লভাচাৰী সম্প্ৰদায়ো বোলে। বল্লভাচাৰ্য্যাৰ মতে ঈশ্বৰৰ উপাসনাত নিৰ্জ্জন স্থানত বহি কঠোৰ তপস্যা ধৰাৰ একো বিশেষ ফল নাই। অন্নবস্ত্ৰাদিৰ ক্লেশৰো আবশ্যক নাই। সংসাৰত থাকি নিত্য নৈমিত্তিকাদি কাৰ্য্যৰে সৈতে বিষয় ভোগাদি কৰিও ঈশ্বৰ আৰাধনাৰ যথেষ্ট ফল পোৱা যায়। পূৰ্ব্বে জন কাদি ৰাজৰ্ষিসকলে নিৰ্ব্বাণ মুক্তি লাভ কৰিছিল। এখেতৰ মতে "অনাশ্ৰিতঃ কৰ্ম্মফলং কাৰ্য্যাং কৰ্ম্ম কৰোতি যঃ।। সন্যাসী চ যোগিচ ননিৰাগ্নি নচাক্ৰিয়াঃ।।" গীতাৰ এই শ্লোকটিয়ে সৰ্ব্ব মূল। অৰ্থঃ— যি লোকে কৰ্ম্মফলক ত্যাগ কৰি কৰিব লগা কৰ্ম্মবিলাক কৰে, তেওঁকে যোগী ও সন্যাসী বোলা হয়। প্ৰবাদ আছে এখেত হেনো পূৰ্ব্বে সন্ন্যাসী হৈ পাচত গৃহস্থী হৈছিল। অকল হৰি নামত ভিৰ দি ভৱ তৰণীৰ টিঙত উঠি পাৰ হবলৈ বল্লভাচাৰ্য্যই উপদেশ দিয়া নাই। মহাপুৰুষ নিমাদিত্যে চলোৱা বৈষ্ণৱ সম্প্ৰদায়িটিৰ দাম সনকাদি সম্প্ৰদায়। এই সম্প্ৰদায়ৰ অপৰ নাম নিমাৎ সম্প্ৰদায়। নিমাদিত্য মতে কাপোৰ সুতাৰ নিচিনা ৰাধাকৃষ্ণৰ অভেদ। সেই গতিকে নিমাদিত্য পন্থীসকলে ৰাধাকৃষ্ণৰ যুগল মূৰ্ত্তিৰ উপাসনা কৰে। শক্তিৰ প্ৰতিমূৰ্ত্তি ৰাধাদেবীৰ ভজনাত ভুক্তি ব্যভিচাৰ হব বুলি তেওঁলোকে ৰাধাদেবীৰ ভজনাৰ উপেক্ষা নকৰে। দক্ষিণপথৰ অন্তৰ্গত তুলৱ দেশত মহাত্মা মাধবাচাৰ্য্য জন্ম গ্ৰহণ কৰি মাধৱী নামে আন এটি বৈষ্ণৱ সম্প্ৰদায় আবিষ্কাৰ কৰিছিল। মাধৱী সম্প্ৰদায়ৰ অপৰ নাম মধবাচাৰী বা ব্ৰহ্মসম্প্ৰদায়।

মাধবাচাৰ্য্যৰ পিতাৰ নাম মধিজি ভট্ট। মাধবী সম্প্ৰদায়ৰ বৈষ্ণৱসকল শ্ৰীবিষ্ণুৰ উপাসক হলেও তেওঁলোকৰ দেব মন্দিৰত বিষ্ণুমূৰ্ত্তিৰ সহিত হৰপাৰ্ব্বতী প্ৰভৃতি দেবদেবী সকলৰ মূৰ্ত্তিও পূজিত হৈ থাকে। প্ৰভু দামোদৰ দেব মাধবীসম্প্ৰদায় ভুক্ত লোক আছিল। সেই হেতু দামোদৰী সম্প্ৰদায়ত সকলো দেব দেবী শ্ৰীবিষ্ণুৰ অঙ্গৰূপে পুজিত হয়। মৎসকুৰ্ম্মাদিৰ দৰে দেৱদেবী সকলো বিষ্ণুকলা অংশ বুলি ভাব কৰি বৈষ্ণৱাচাৰে দেবদেবী সকলক পূজা কৰাত দামোদৰীয়া সকলৰ ভক্তিত ব্যভিচাৰ ঘটিবৰ একো কাৰণ দেখা নেযায়। বৰং নকৰিলে দেবতা অবমাননা দোষৰ হাত সাৰিব নোৱাৰিব। এই সমন্ধে এটা দৃষ্টান্ত দেখুৱা যাওক। যদি কোনো উচ্চ জাতৰ মানুহৰ ঘৰত হীন জাতৰ মানুহ আহি অতিথি ৰূপে উপস্থিত হয়, তেন্তে সেই অতিথি জনক খেদি দিবনে? খেদি দিলে দোষে নাপাবনে? যদি সেই লোকৰ সৈতে পৰ্শাদ ব্যবহাৰ কৰে তেন্তে সংসৰ্গ দোষে দূষিত নহবনে? এনেস্থলত গৃহস্থৰ কৰ্ত্তব্য কি? গৃহস্থৰ কৰ্ত্তব্য এই যে, জাতোচিত আচাৰ ব্যবহাৰেৰে তাৰ শুশ্ৰষা কৰিব। অৰ্থাৎ নীচ জাতিৰ। প্ৰতি উৎকৃষ্ট জাতি যেনেকুৱা আচাৰ ব্যবহাৰ শাস্ত্ৰত নিৰ্মিত আছে, সেই প্ৰকাৰ কৰিলে সকলো দোষৰ হাত সাৰিব। উক্ত আছে "পূজনীয়ো যথা যোগ্যঃ সৰ্ব্ব দেবন তিথিঃ" এইদৰে দামোদৰীয়াসকল বৈষ্ণৱৰ আচাৰ ব্যবহাৰৰ মতেৰে দেবময়ো হৰিঃ" এই ভাবকে সকলো দেবতাৰ অৰ্চ্চন বন্দন কৰি নিৰাপদে সকলো প্ৰত্যবায়ৰ হাত সাৰে। ইয়াকে নকৰিলে কেতিয়াও তেওঁলোকদেবতা অবমাননা দোষৰ হাত সাৰিব নোৱাৰিলেহেতেন। যদি শৈবশাক্তাদি আচাৰ ধৰি পশুঘাটানাদি কৰে তেনেহলে নিশ্চয় দামোদৰীয়াৰ ভক্তিত ব্যভিচাৰ ঘটিবই ঘটিব। ভাবে মানুহক বেয়া নকৰে। মানুহক বেয়া কৰাৰ ঘাই কাৰণ আচাৰেইহে। আচাৰ সমন্ধে মানুৱে কৈছে "আচাৰ পৰমোধৰ্ম্মঃ শ্ৰুকুল স্মাৰ্ত্তএবচ। তস্মাদস্মিন্ সদাযুক্তো নিলস্যাদাত্মবান দ্বিজঃ। আচাৰাদ্ধি আচাৰাদ্বিচ্যুতো বিপ্ৰো ন বেদ ফলমশ্নুতে আচাৰে সংযুক্তঃ সম্পূৰ্ণ ফলভাগ ভবেৎ"। শ্ৰুতি স্মৃতিয়ে কয় যে আমাৰ পৰম ধৰ্ম্ম। আত্মাৰ হিতাকাঙক্ষী সকলে সৰ্ব্বদায় আচাৰযুক্ত থাকিল। আচাৰচ্যুত ব্ৰাহ্মণেও সম্পূৰ্ণ বেদনা নেপায়, আচাৰযুক্ত লোকেহে সম্পূৰ্ণ বেদৰ ফলভাগী হয়। এই নিয়ম প্ৰভু দামোদৰ দেৱে নৰনাৰায়ণ ৰজাক শক্তি আচাৰেৰে শক্তি পূজা কৰিবলৈ নিদি বৈষ্ণৱাচাৰেৰে শক্তিপূজা কৰিবলৈ অনুমতি দিছিল। মাধবী সম্প্ৰদায়ৰ গুৰুপ্ৰণালী বৈষ্ণৱ গ্ৰন্থত এই মতে পোৱা যায়। যথা, ব্ৰহ্মা, নাৰদ, ব্যাসদেব, মাধবাচাৰ্য্য, পদ্মনাভাচাৰ্য্য, নৰ হৰি অক্ষোভ, জয়তীৰ্থ, জ্ঞানসিন্ধু, মহানিধি, বিদ্যানিধি, ৰাজেন্দ্ৰ, জয়ধৰ্ম্ম, পুৰুষোত্তম, ব্ৰহ্মণ, ব্যাসতীৰ্থ, লক্ষ্মীপতি, মাধবেন্দ্ৰ পুৰী, শ্ৰীমদীশ্বৰ পুৰী, শ্ৰীমৎচৈতন্যদেব, প্ৰভু

দেৱদামোদৰদেৱ। শ্ৰীযুক্ত ৰজনীকান্ত বৰদলৈ ডাঙ্গৰীয়াই দেখুৱা গুৰু সম্প্ৰদায়টো চৈতন্য দেৱৰ সন্যাস গুৰুৰ সম্প্ৰদায়। সুতৰাং বৰদলৈ ডাঙ্গৰীয়াৰ কথাক আমি নুই বা ভুল বুলিব নোৱাৰো। চৈতন্যদেৱে সন্যাস ধৰ্ম্ম ধৰাৰ পাচত নে আগতে" দেৱ দামোদৰদেৱক ধৰ্ম্মাচাৰ্য্য পাতিছিল তাৰ স্পষ্ট প্ৰমাণ পোৱা নাযায়। দামোদৰ দেৱৰ চৰিত্ৰৰ ভাব গভীৰ ৰূপে সমালোচনা কৰিলে সন্যাস ধৰাৰ পাচত পতা যেন লাগে। গতিকে উভয় সম্প্ৰদায়ে দামোদৰী সম্প্ৰদায়ৰ গুৰু প্ৰণালী হব পাৰে। কাজে কাজে উভয় প্ৰণালীৰ ভিতৰত যেই সেই এটা প্ৰণালী দেখালেই হয়। সি কথাক নুই বা ভুল বোলাটো বুদ্ধিমান লোকৰ কাৰ্য্য নহয়। চৈতন্যদেৱ প্ৰথম বাৰ গয়াধামলৈ যাওঁতে ঈশ্বৰ পুৰীৰ সহিত সাক্ষাত হয়। যথা, "অথ স গৌৰ কিশোৰ সুধাকৰঃ, প্ৰথিতমীশ্বৰ পূৰ্ব্ব পুৰী তিতম" ইত্যাদি, চৈতন্য চৰিতা মৃত। তাৰ পাচত চৈতন্য দেৱ ঈশ্বৰ পুৰীৰ ওচৰত হৰি ভক্তিৰ অভিলাস প্ৰকাশ কৰাত ঈশ্বৰ পুৰীয়ে গোপী জন বল্লভৰ মন্ত্ৰ দি চৈতন্যৰ মনোভিলাস পূৰ্ণ কৰিছিল। যথা, ইতি নিমস্য মহা প্ৰভু ভাষিতম, মুদমৰাপ্য যতিঃ সমহাশয়ঃ। মনুমদাত প্ৰভবে কৰুণা নিধিঃ কৃত দয়ং তদয়ং তমমন্যত। অমুমবাপ্য মনু ব্ৰজ ভাবিনী, জনপতেঃ পুলকা ক্ষুৰ শোভিনা। বিগল দশ্ৰুভিতা বিনয়াদয়ং নিজ গদে জগদেক কৃপাবতা। চৈতন্য চৰিতামৃত। গিৰি, পুৰী, ভাৰতী ইত্যাদি দিশ বিধ উপাধি সন্ন্যাসীৰ বাজে আনৰ থাকিব নোৱাৰে। কিন্তু কলিকালত বেদোক্ত মতে সন্ন্যাসী হব নেপায়। যথা, নাৰদ পঞ্চৰাত্ৰে "কলৌচ দণ্ডগ্ৰহণং নৈব নিৰ্ব্বাণ কাৰণং। পৰং বেদ বিৰোদ্ধঞ্চ ৰিপৰীতায় কল্পতে"। কলিত তান্ত্ৰিক অবধূতাশ্ৰম ধৰাৰ নামেই সন্ন্যাস। যথা, মহা নিৰ্ব্বান তন্ত্ৰে অষ্টমোল্লাসে "ভিক্ষুকেপ্যাশ্ৰমে দেবি বেদোতং দণ্ড ধাৰণং কলৌ নাস্ত্যেৱ তত্বজ্ঞে যত স্ত্ৰত শ্ৰৌত সংস্কৃতিঃ। শব্য সংস্কাৰ বিধিনা বধুতাশ্ৰমধাৰণং। তদেব কথিতং ভদ্ৰে সন্ন্যাস গ্ৰহণং কলৌ।" অতএব ঈশ্বৰ পুৰী যে তান্ত্ৰিক মতাবলম্বি সন্ন্যাসী আছিল, ইকথা একেবাৰে নিঃসন্দেহ। আৰু তেখেতে চৈতন্য দেৱক যিটি মন্ত্ৰ দিছিল, সেই মন্ত্ৰটিও তান্ত্ৰিক। "গোপীজন বল্লভ" এই পদ সংযুক্ত মন্ত্ৰটি তন্ত্ৰোক্ত বুলি বিজ্ঞলোক মাত্ৰৰে জনা শুনা আছে। গতিকে চৈতন্য দেৱ যে পূৰ্ব্বৰ পৰাই পৌৰাণিক ও তান্ত্ৰিক উভয় মতাবলম্বী ইকথা কোনেও নুই বুলিব নোৱাৰে। পৌৰাণিক ও তান্ত্ৰিক মতাবলম্বী শ্ৰীচৈতন্য দেৱে ধৰ্ম্মাচাৰ্য্য পতা শ্ৰীশ্ৰী "দেৱদামোদৰ দেৱো যে, পৌৰাণিক ও তান্ত্ৰিক মতাবলম্বী আছিল, ইকথা একেবাৰে নিৰহ নিপানী বুলি জানিব লাগে। সনত কুমাৰ সংহিতাত বৈষ্ণৱে সকলো পক্ষৰ মন্ত্ৰ দিব পাৰে বুলি লিখা আছে। যথা, "বৈষ্ণবঃ সৰ্ব্বমন্ত্ৰণা মুপদেষ্টানশংশয়ঃ"। অতএব প্ৰভু দামোদৰ দেৱে অন্য পক্ষীয় শিষ্যক অন্য দেৱতাৰ মন্ত্ৰ দিয়াৰ কথা

কেতিয়াও অসম্ভব বুলিব নোৱাৰি। মানুহে এই কথাটিও জানি ৰখা উচিত যে দীক্ষা তিনি বিধ। বৈদিকী, তান্ত্ৰিকী, পৌৰাণিকী। কি দামোদৰী, কি অদামোদৰী সকলো দ্বিজ জাতি মাত্ৰেই বৈদিকী দীক্ষা কৰিব লাগে। কিয়নো, বৈদিকী দীক্ষাৰ অবাব হলে দ্বিজত্ব হানি হয়। অতএব বৈদিকী দীক্ষাক সাধাৰণ দীক্ষা বুলি সকলোৱে জানে। তান্ত্ৰিক ও পৌৰাণিক এই বিশেষ দীক্ষা দুটি অতিজৰ পৰাই দামোদৰী সম্প্ৰদায়ত চলি আহিছে। "ঈশ্বৰ দেব দামোদৰ দেবে তান্ত্ৰিক মত চলোৱা নাছিল, কেবল পৌৰাণিক মতকেহে চলাইছিল, আৰু অন্য পক্ষৰ লোকক অন্য পক্ষৰ মন্ত্ৰও নিদিছিল। কিন্তু দক্ষিণপাট সত্ৰ প্ৰতিষ্ঠাতা প্ৰাতঃ স্মৰণীয় প্ৰভু বনমালী দেৱেহে দামোদৰ পন্থত তান্ত্ৰিক মত সুমাই, শাক্ত শৈতত্ত্বদিকো মন্ত্ৰ দিয়া প্ৰথা চলালে" বুলি কোৱা কথা নিতান্ত ভ্ৰমমূলক। দামোদৰ সম্প্ৰদায়টি মাধবী সম্প্ৰদায়ৰ পৰম্পৰাৰ প্ৰতিশাখা সম্প্ৰদায় মাত্ৰ। দামোদৰৰ ভ্ৰাতৃসকলৰ ভিতৰত কোনো কোনো লোকে যদি দামোদৰী সম্প্ৰদায়ৰ আতি গুৰি নজনাকৈ আছে, তেন্তে তেখেত সকলে উভয় (আমি আৰু বৰদলৈ ডাঙ্গৰীয়াই দেকুৱা) সম্প্ৰদায়ক অনুধাবণ কৰি ৰাখক। নাৰাখিলে এদিন মাতৃ এদিন পিতৃ পিতামহাদিৰ নাম নমস্য লোকৰ দৰে সাধু সমাজত অনুতাপ কৰিব লাগিবই লাগিব। শাস্ত্ৰে কৈছে "জন্ম পৰম্পৰয়া গুৰু শিষ্য পৰম্পৰা বা এক বুদ্ধি ব্যাপ দেশ্যেসগু নো বংশাদি অতএব আমি আমাৰ জন্ম সম্প্ৰদায় আৰু গুৰু সম্প্ৰদায় উভয়কে অক্ষুণ্ণভাবে জানি ৰখা ুচিত। তাকে নাৰায়ণাদি আমাৰ গুৰু বংশৰ লাঘবতা হব, কোনো কোনো শিক্ষিত সমাজে আমাৰ প্ৰামাণ্যতা স্বীকাৰ কৰিবলৈ আগ নেবাঢ়িব। ইতি।

শ্ৰীযশস্পতি শৰ্ম্মা।

## বিদৰ্ভ নগৰৰ আনন্দ বজাৰ।

বিদৰ্ভ অতি পুৰণি নগৰ। মহাকাব্য মহাভাৰতত এই নগৰৰ পৌৰাণিক কাহিনী শুনিবলৈ পোৱা যায়। যি নগৰত ৰুক্মিণীৰ জন্ম হৈছিল, যি নগৰত ঈশ্বৰ অৱতাৰ দ্বাৰকেশ্বৰ শ্ৰীকৃষ্ণই ৰুক্মিণীক গান্ধৰ্ব্ব মতে বিবাহ কৰিছিল সেই নগৰ সচাঁকৈয়ে ধন্য, তাৰ অধিবাসী ধন্য। এই পুন্যভুমি লৈয়েই আজি অসমীয়াই গৌৰব কৰিব পাৰোহক যে আনৰ নিন্দিত, সুবিস্তিৰ্ণ পৰ্ব্বত ৰুক্মিণীৰে ঘেৰা আৰু শ্যমল তৰুৰাজীৰে ৰুৱা দেশতো শ্ৰীকৃষ্ণৰ যোগ্য পাত্ৰীৰ জন্ম হৈছিল।

অতি পুৰণি কালত বিদৰ্ভ নগৰত দানব অসুৰ আৰু ক্ষত্ৰিয় ৰজাসকলে ৰাজত্ব

কৰিছিল। সেই ৰজা সকলৰ অতীব সুন্দৰ সুন্দৰ কাহিনী সুন্দৰকৈ মহাকাব্য মহাভাৰতত বৰ্ণোৱা আছে। আজি কালি বিদৰ্ভ নগৰৰ নাম লোপ পাইছে। কালৰ প্ৰভাবত ভীষণ অৰণ্যও সেই নগৰীত পৰিবৰ্ত্তিত হৈ মানুহৰ আবাস ভূমি হয় আৰু সুশোভিত ভূমিও ভীষণ স্মশানত পৰিবৰ্ত্তিত হৈ মানুহৰ জন্তুৰ বাসস্থান হয়। ই প্ৰাকৃতিক পৰিবৰ্ত্তন। এনেকুৱা পৰিবৰ্ত্তনৰ কাৰণেই অতীজৰ অনেক সমৃদ্ধিশালী সুশোভিত নগৰ কালৰ সোঁতত বিলীন হৈছে। অনেকে অনুমান কৰে যে, বৰ্ত্তমান সদিয়া নগৰৰ ওচৰতেই পুৰণি কালৰ কুণ্ডিল বা বিদৰ্ভ নগৰ আছিল। কুণ্ডিত নৈয়ে তাৰ বিশেষ প্ৰমাণ। আজিও কুণ্ডিল নৈয়ে বিদৰ্ভ নগৰৰ বিজয় স্তম্ভৰূপে অতীত স্মৃতি জাউতি যুগীয়াকৈ ৰাখি একেভাবে অনন্ত গতিৰে লুইতত মিলিবই লাগিছে।

শোৱণশিৰী নৈৰ দাঁতিত সোণাগিৰি পাহাৰত ভীষ্মক ৰজাৰ বংশৰ নিচেই টোকোনা ছুটীয়া পৰিয়াল এটা আছিল। বীৰবল পৰিয়ালৰ মূল গৃহস্থ। কোনো বস্তু আদিৰ অভাব হলে জগৰ মূল গৃহস্থৰ। বীৰবলে সদায় এই জগতৰ জগৰীয়া হব লগীয়া হৈছিল দেখি সকলো দায় দোষ নীৰবে সহ্য কৰিছিল। সদায় খোৱা-পিন্ধা আদি অন্ন বস্ত্ৰৰ অভাৱত গোটেই পৰিয়ালটোৱে বৰ কষ্ট পাইছিল। অভাৱৰ আক্ৰমণ যে কিমান প্ৰবল তাক আজি কালি সকলো মানুহে বেচকৈ জানে আৰু বুজে। ইয়াৰ মূল হৈছে—ভোগ বাসনা চৰিতাৰ্থ কৰিবৰ প্ৰবল ইচ্ছা। এই ইচ্ছা যাৰ যিমান প্ৰবল তাৰ অভাবো সেই পৰিমাণে সিমান অধিক। এই ইচ্ছাৰ অল্পতাই অভাবৰ অল্পতাৰ কাৰণ আৰু যাৰ এই ইচ্ছা সমুলি নাই সি কেতিয়াও অভাব জনিত কষ্টত পৰিব নালাগে। বীৰবলৰ যদিও এই ইচ্ছা সিমান প্ৰবল নাছিল তথাপি এই কথা তেওঁৰ মনত দৃঢ় হৈ বহিছিল যে,—অভাবে যেতিয়া মানুহৰ হৃদয় ৰাজ্য অধিকাৰ কৰি বহে, তেতিয়া বিমল আনন্দ উপভোগ কৰিবৰ অবসৰ নাথাকে। জীৱনটো এটা অসহনীয় দুখৰ গধূৰ বোজা বুলি বিশ্বাস হয়। সেই নিমিত্তে বীৰবলে জীৱনৰ আশা ভৰষা, ভোগ বিলাস সকলো অশান্তিৰ মাজেদি কটাব লগীয়াত পৰিছিল। বীৰবলৰ অভাব কি? অভাব পৰিয়ালৰ দুখ মোচন কৰা; দুখ মোচনৰ উপায়? উপায় ধন। ধন বিত্তৰ অভাৱত গোটেই পৰিয়ালৰ ভিতৰত সদায় গৃহ কন্দল উপস্থিত। এই গৃহ কন্দলৰ প্ৰজ্বলিত অগ্নি শিখাই বীৰবলৰ অন্তঃকৰণ দহি পুৰি ছাই কৰিছিল। যি ঘৰত সদায় গৃহ কন্দল নুগুছে সেই ঘৰ সুখ সূৰ্য্যৰ সুপ্ৰভাৰ পৰা বঞ্চিত হয়। এই পৰিয়ালটোৱেও যে, সুখসূৰ্য্যৰ সুপ্ৰভাৰ পৰা বঞ্চিত হৈছিল ই ধ্ৰুব নিশ্চয়। পিচে এদিন তেওঁলোকৰ ভাগ্য সুপ্ৰসন্ন হল; সুখৰ উষা দেখা দিলে। এজোপা গছৰ তলত কিছুমান কুবেৰ দত্ত সম্পত্তি পালে, তেতিয়াৰেপৰা ক্ৰমাৎ বীৰবলৰ অবস্থা ভালৰ ফালসৈ আহিব

ধৰিলে। কুবেৰ দত্ত সম্পত্তি পোৱাৰ কিছু দিনৰ পিচত বীৰবলৰ ঘৈণীয়েক ৰূপৱতীয়ে এটা সুলক্ষণীয়া পুত্ৰ প্ৰসব কৰে। সুশ্ৰী আৰু সুলক্ষণীয়া দেখি সৰাটিৰ নাম গৌৰনাৰায়ণ ৰাখিলে। এৱেঁই ছুটীয়া ৰাজ বংশৰ আদি বংশধৰ। এওঁৰ পৰা ক্ৰমান্বয়ে আঠ জন ৰজাই ৰাজত্ব কৰাৰ পিচত ধৰ্ম্মধ্বজ ৰজা ৰাজ পাটত উঠে।

এই জনা ৰজাৰ মনত ৰাজ-ভোগ ঐশ্বৰ্য্য-বিভুতি, বিলাস-বাসনা সকলো তুচ্ছ বোধ হৈছিল। সদায় ৰাজ সুখ উপভোগ কৰি, সুখৰ মাধুৰীমাৰ মাজেৰে দুখৰ মৰিচীকাহে দেখিছিল। তেওঁৰ কিবা এটা প্ৰিয় বস্তুৰ অভাব। সেই অভাবে সদায় তেওঁক দগ্ধ কৰিছিল। অভাব! অভাব কিহৰ? তেওঁ ৰজা, ৰজাৰেই বা অভাব কি? অভাব, সন্তানৰ মুখ দৰ্শনৰ লিপ্সা। বহুকাল অনুত্ৰক থাকি অন্তৰ নিহিত দয়া-মায়া-মমতা উদীপ্ত হৈ তেওঁক সকলো সুখৰ পৰা আঁতৰাই নিছে। যাৰ চলনা চাতুৰীত বিঘুৰ্ণিত হৈ ৰজা ধৰ্ম্মধ্বজে ৰাজ কাৰ্য্য ভূলি কৰ্ম্ম জীৱনৰ আওবাটে খোজ লৈছে সিয়েই হৈছে সংসাৰৰ চলনা-চাতুৰী মায়া। মায়াৰ ফাঁকটিত যিয়ে এবাৰ ভোল গৈছে তেৱেঁই নিজে নিজেই তাৰ দ্বাৰাই বান্ধ খাইছে। এনেকি যি সংসাৰ বিবাগী বিশ্ব প্ৰেমিক, বিশ্ব প্ৰেমত বিভোল, সেই বিশ্বপ্ৰেমিকো যদি এবাৰ মায়াৰ ফাঁকটিত বান্ধ খায় তেন্তে তেওঁ কেতিয়াও নিজক বিশ্বত প্ৰকাশ কৰিব নোৱাৰে। গতিকে সংসাৰিক ৰজাৰ মন যে, এই মায়াই টানিব নোৱৰিব তাত সন্দেহ কি? সেয়েহে তেওঁ ৰাজসুখৰ মাজেদি দুখৰ মৰিচীকা দেখিছিল, ধন ধান, ঐশ্বৰ্য্য বিভূতি সকলো অসাৰ বোধ কৰিছিল।

শেষত সন্তানৰ মুখ দৰ্শনত লালায়িত হৈ অনেক তীৰ্থ পৰ্য্যটন কৰিব ধৰিলে, অনেক দেব দেবীৰ পূজা উপসনাত মন মেলিলে। তাৰ ফল স্বৰূপ পৰিশেষত তেওঁৰ বাঞ্ছা সিদ্ধি হল; অতি বুঢ়া বয়সত এটি কন্যাৰত্ন লাভ কৰিলে। বহু সাধনাৰ ফলত এই কন্যাৰত্ন লাভ হোৱাৰ কাৰণে কন্যাটিৰ নাম সাধনা ৰাখিলে।

আজি বিদৰ্ভ নগৰী আনন্দ ৰজাৰ হৈ উঠিছে। চাৰিও ফালে আনন্দৰ কোলাহল। কুসুম লতাৰ সাজ সজ্জাৰে নগৰ সুশোভিত। গীত বাদ্যৰ মধুৰ ধ্বনিৰে কৰ্ণ আকৰ্ণিত। বুঢ়া-বুঢ়ী যুবা-যুবতী কৈশোৰ কৈশোৰীৰ মুখত মুখ সূৰ্য্যৰ অৰুণালোক উদ্ভাষিত হৈ নব প্ৰস্ফুটিত কুসুমৰ নিচিনা শোভা পাইছে। আজি সুৰক্ষিত ধনাগাৰাৰ দুৱাৰ মুকলি। দুখীয়া কঙালৰ মুখ প্ৰফুল্লিত। বিদৰ্ভ নগৰ আজি সঁচকৈয়ে নতুন যেন বোধ হৈছে। যি পিনেই চোৱা যায় সেই পিনেই নতুনৰ নতুনত্বৰে ভৰপুৰ।

ৰজাৰ অপাৰ আনন্দ। যাৰ অভাৱত তেওঁ জীৱনৰ সকলো সুখ-ভোগ বিসৰ্জ্জন দিছিল সেই ৰত্ন পাই প্ৰাণত এক অভূত পূৰ্ব্ব সুখৰ ছবি প্ৰতিবিম্বিত হল। সুপ্ত

অন্তৰৰ গুপ্ত গুহাত প্ৰেমৰ নিজৰা বৈ অজ্ঞ মনৰ চিত্ত-মৰু উদ্ভাষিত হল; আক্ৰন্দ প্ৰাণত অবৰ্ণনীয় সুখৰ ছায়া পৰিল। বহুকাল অপুত্ৰক থাকি ৰাজ্য, ধন, মান, যশ এনেকি নিজৰ জীৱন পৰ্য্যন্ত অসাৰ বোধ কৰি, অশান্তিৰ ভাব সমুদ্ৰত ডুব গৈ থকা আকুল প্ৰাণত শান্তিৰ মাধুৰীমা দেখা দিলে। সেয়েহে নগৰ জুৰি আনন্দৰ কোলাহল, কুসুম লতাৰ সাজ সজ্জাৰে নগৰ সুশোভিত, সঙ্গীতৰ মধুৰ ধ্বনিৰে কৰ্ণ আকৰ্ণিত, সুৰক্ষিত ধনাগাৰৰ দ্বাৰ উদ্ভাষিত। দুখী কঙালৰ দান গ্ৰহণ, ৰজাৰ ভবিষ্যৎ মঙ্গল কামনা।

ৰজাৰ একমাত্ৰ সন্তান সাধনা। তেৱেঁই ৰজাৰ ইকুল সিকুল দুয়ো কুল। ৰজাই কেতিয়াবা সাধনাকেই, লৰাব নিচিনাকৈ কাপোৰ আদি পিন্ধাই, পুত্ৰ পুত্ৰ বুলি পৰম প্ৰীতি অনুভব কৰিছিল। বয়সৰ লগে লগ লৰালি খেলা অন্ত পৰিল, সাধনাই যৌবনত ভৰি দিলে।

ছুটীয়া ৰাজকুমাৰী সাধনা দৈবিক শক্তিসম্পন্না। অলৌকিক দৈবিক তেজোৰাশিৰ দ্বাৰা গঠিত, শৰীৰৰ কান্তি প্ৰভা অবৰ্ণনীয়। তাতে পূৰ্ণ যৌবনত ভৰি দিছে। পাঠক! পূৰ্ণ যৌবন প্ৰাপ্তা ৰাজকুমাৰী সাধনাৰ ৰূপ লাবন্যলৈ মন কৰক! সাধনাৰ আলোক সামান্য ৰূপ মাধুৰীৰ কথা দিক বিদিক ৰাষ্ট্ৰ হলত অনেক ৰাজকোঁৱৰে পানি গ্ৰহণ কৰিবলৈ মন মেলিলে। কিন্তু ধৰ্ম্মধ্বজে কাৰো প্ৰস্তাব গ্ৰহণ নকৰিলে। নাজানো কাৰ ভাগ্যাকাশত ইহেন ৰূপ মাধুৰী জ্যোৎস্নাই প্ৰকাশ পায়।

কুণ্ডিল নৈৰ পাৰত ৰজাৰ কুঞ্জবনত নৱ বসন্তৰ সমাগম। নৱঘন দুৰ্ব্বাদলৰ দ্বাৰা নদীতীৰ শ্যাম বৰ্ণ। শ্যাম বৰ্ণ তৰু ৰাজী। তাৰ মাজে মাজে যেন নীলিম আকাশৰ তৰা ৰাজী প্ৰস্ফুটিত। কোকিলে কুহু কুহু মাতেৰে মধুকৰক বসন্তৰ জাননী দিছে। শান্তিৰ অমিয়া মাখা মলয়া পবনে তাপিত প্ৰাণত শান্তিৰ অমিয়া ঢালিছে। ঠিক এনে সময়তে ক্ষণিক কৰ্ম্ম জীৱনৰ অৱসান লবলৈ বুলি ৰজা ধৰ্ম্মধ্বজ কুঞ্জবনৰ মাজত উপস্থিত হল। ৰজাই ইফালে সিফালে ঘুৰি ঘুৰি কুঞ্জবনৰ শোভা চাই থাকোঁতে হঠাৎ তেওঁৰ চকুৰ দৃষ্টি গৈ পাল বংশৰ শ দিয়া মৈদামৰ ওপৰত পৰিল। মৈদামৰ ওপৰত কেৰ্কটুৰা এটা, তাৰ নেজৰ আগ ভাগ বতাহত ফিৰ ফিৰকৈ যেন উৰি যাব ধৰিছে। এই দৃশ্য দেখি ৰজা বৰ কৌতুহলাক্ৰান্ত হল। কিন্তু এই কৌতুহলে তেওঁৰ অন্তৰত বেছি সময় ঠাই নাপালে; মৈদামৰ অতীত স্মৃতিয়ে নিমিষতে সকলো বিস্মৃত কৰিলে। তেওঁ কবলৈ ধৰিলে :—"সংসাৰ প্ৰহেলিকাময়। মোৰ আত্মীয়, বন্ধু ভ্ৰাতা, ভগিনী, স্নেহময়ী জননী যাৰ আশ্ৰয় ভিন্ন এক মহূৰ্ত্তত জীয়াই থাকিবৰ উপায় নাছিল তেওঁলোকনো কলৈ গল! সেই মনোহৰ অট্টালিকা, সেই অতিথিশালা সেই দেৱ

মন্দিৰ, এই সুশোভন উদ্যান ইয়াত পৰি থাকিল; এতিয়া শেষ চিহ্ন ৰৈছে গৈ মৈদামৰ স্মৃতিকণা! হায়! প্ৰভু তোমাৰ লীলা! তোমাৰ প্ৰভাৱতে সকলো জন্মিছে আৰু তোমাৰ প্ৰভাৱতে সকলো বিলুপ্ত হৈছে। মিছাকৈয়েহে আমি আমাৰ আমাৰ বোলো।" এই দৰে তেওঁ মৈদামৰ স্মৃতিত বিভোল হৈ অনন্ত ভাবৰ, অনন্ত ঢিউৰ কোবাল সোঁতত মৈদামৰ ওচৰ পালে। কিন্তু মৈদামৰ ওপৰত থকা কেৰ্কেটুৱাটো তেতিয়াও মৈদামৰ ওপৰতে ৰৈ আছে। নাজানো, কি কাৰণত কেৰ্কেটুৱাটোৱে একে ঠাইতে ৰৈ আছে আৰু খেদি দিলেও কোনোফালেই লৰচৰ নকৰে। কেৰ্কেটুৱাৰ ভাব গতি লক্ষ কৰি ৰজাই প্ৰতিজ্ঞা কৰি উঠিল যে, "যিয়ে নিৰূপিত ঠাইৰ পৰা এই কেৰ্কেটুৱাটো এপাত কাঁড়েৰে শালি মাটিত পেলাই ধনুৰ্দ্যিাৰ পৰিচয় দিব, তেৱেঁই মোৰ সাধনাৰ ধন সাধনা আইদেওক লাভ কৰিব পাৰিব। তেওঁ ৰজাই হওক বা খুদখোৱা ভিকহুৱেই হওক, কনাই হওক বা খোৰাই হওক, ৰূপবানেই হওক বা কুৰূপেই হওক তাত অলপো দ্বিধা বোধ নকৰোঁ। মানুহে কয় বিধাতাৰ লিখন নাযায় খণ্ডন" সাধনা আইদেওৰো সেয়েই হওক।

ৰজা কুঞ্জবনৰপৰা উভতি আহি সয়ম্বৰৰ দিন ধাৰ্য্য কৰিলে। নগৰ জুৰি সয়ম্বৰৰ কথা ৰাষ্ট হল। বৰ সমৰোহেৰে সয়ম্বৰৰ যো-যা হৈ উঠিল। চাৰিও ফালে সয়ম্বৰৰ জাননী দি কটকী পঠিয়ালে। দূৰ দূৰণিত থকা ৰাজকোঁৱৰসকলো সয়ম্বৰলৈ নিমন্ত্ৰিত হল। বহুদিন আগৰে পৰা সাধনাৰ আলোক সামান্য ৰূপ মাধুৰী জ্যোৎস্নাই, অনেক ৰাজকোঁৱৰ আৰু কৃতবিদ্য লোকৰ নয়ন আলোক উদ্ভাসিত কৰিছিল। নিমন্ত্ৰণ চিঠিয়ে জানিবা তেওঁলোকৰ ইচ্ছা নৈৰ ঢলহে তুলিলে। এনেকি স্খলিত দন্ত আৰু পক্ক কেশ, যি সকলক মৃত্যুৰ জান দিছে, সি সকলকো এই বায়ুৱে এৰা নাছিল। সেয়েহে মানুহে কয় যে,—"মুখে শুভ্ৰ ডাঁৰি গুম্ফ, মাঠাত পক্‌ক কেশ; ইচ্ছা নৈৰ উঠিলে ঢল, সাজে ডেকাৰ বেশ।"

সচাঁকৈয়ে সয়ম্বৰৰ কথা শুনি বহুত বুঢ়ালোকে জেকাৰ বেশেৰেই সাজি আহিছিল। আগৰে পৰা ৰজা, ৰাজকোঁৱৰ আৰু অনেক কৃতবিদ্য লোকেৰে সয়ম্বৰ মণ্ডপ ভৰি পৰিছিল।

যথা সময়ত ৰজাৰ আদেশ অনুসাৰে ৰজা আৰু ৰাজকোঁৱৰসকলে লক্ষ্য বিন্ধিবৰ কাৰণে ধনু শৰ হাতত ললে। এজন এজনকৈ ৰজা আৰু ৰাজ কোঁৱৰ সকলে লক্ষ্য বিন্ধিবলৈ গৈ নিজৰঅপাৰগতা লুকুৱাবলৈ কোনোৱে ধনুক কোনোৱে গুণক দোষ দি লাজে অপমানে শূন্য আসন পূৰণ কৰিলেহি। তাকে দেখি ধৰ্ম্মধ্বজ বিমোৰ হৈ সাধাৰণ শ্ৰেণীৰ মানুহকে লক্ষ্য বিন্ধিবৰ কাৰণে আদেশ কৰিলে। ৰজাৰ আদেশ

পাই নিতাই নামে এটা ছুটীয়া লৰাই এপাত কাঁড়েৰে নিৰূপিত লক্ষ্য শালি মাটিত পেলালে। টোকোনা ছুটীয়া লৰাটিৰ এই অদ্ভুত কাৰ্য্য দেখি ৰজা ও ৰাজকোঁৱৰসকল মৰ্ম্মাহত হল। সকলোৰে মুখ জঁয় পৰিল। সভাজন মাটিৰ পুতলিৰ নিচিনা নিৰ্ব্বাক নিস্পদ ও স্থিৰ হল। সাধনাৰ মুখৰ ছবিও বৃন্তচ্যুত পুষ্পৰ নিচনা বিবৰ্ণ হৈ উঠিল। ইপিনে সখীদলৰ মাজত অনুশোচনাৰ ৰোল লঠিল—"ৰজা হয় ৰাজ্যহীন, ভিক্ষাজীবি হয় উৰ্ব্বিপতি; ৰাজকুমাৰী "সাধনা" পতিপালে ভিক্ষাজীবি"। সখীদলৰ এই দাৰুণ অনুশোচনাই সাধনাৰ হৃদয় মৰ্ম্মে মৰ্ম্মে গাঁঠি পেলালে।

যাৰ তৰুণ জীৱনত কোনো দিন সংসাৰৰ কঠোৰতাৰ ছাব পৰা নাছিল, দুখ কি কোনোদিন অনুভৱ কৰিব পৰা নাছিল, যাক তেওঁ কবিৰ কল্পনা বা কাব্য সৃষ্টিৰ মছলা বুলি ভাবিছিল; আজি তাৰ প্ৰত্যক্ষ প্ৰতিমূৰ্ত্তি, সদ্যপ্ৰস্ফুটিত জীৱন কণিকাৰ মাজত উপস্থিত। এফালে বাপেকৰ পণ আন ফালে লজ্জাৰ আবৰণেৰে ঢকা অনিচ্ছাৰ প্ৰবল বাধা। কি ভীষণ সঙ্কট! কি বিষাদ কালিমা! কি কৰি হৃদয় খুলি লোক চক্ষুৰ সম্মুখত তুলি ধৰিব! উভয় সঙ্কটত পৰি বৰমাল্য হাতত লৈ সাধনা নীৰব হল। তেতিয়া নিজৰ পণ ব্যৰ্থ হয় ভাবি ৰজাও অস্থিৰ হৈ উঠিল। কিন্তু

বুদ্ধিমান ৰজা
বুদ্ধিত নিপুণ,
    বুজিলে কন্যাৰ মন,
বিষয়ৰ ভোগ,
বিষয়তে ৰাখি
    ৰাখিলে, নিজৰ পণ।

সয়ম্বৰৰ সভাৰ মাজতে ৰাজ আভৰণ সোলোকাই নিতাইক ছুটীয়া ৰাজ্য সাধনাৰে সৈতে সমৰ্পণ কৰিলে। মুহূৰ্ত্ততে চাৰিওফালে আনন্দৰে কোলাহলে দিগমণ্ডল বিদিৰ্ণ কৰি অনন্তত জয় জয় ৰবে মাৰ গল। বিদৰ্ভ নগৰ আনন্দ বজাৰত পৰিণত হল।

শ্ৰীবাণেশ্বৰ দাস।

# ব্ৰাহ্মধৰ্ম্মৰ বিষয়ে আমাৰ পুৰণি স্মৃতি

আমাৰ বাঁহীৰ দশম বছৰৰ দ্বাদশ সংখ্যাত আৰু একাদশ বছৰৰ ১ম সংখ্যাত ব্ৰাহ্মধৰ্ম্মৰ বিষয়ে অসমীয়া ৰাইজক দুই চাৰিষাৰ মান কথা জানিব দি বৰ ভাল

কৰিছে। অসমীয়া হিন্দু ৰাইজে নিজৰ ইষ্ট আৰু পন্থ ঠিক ৰাখি আন আন ধৰ্ম্মৰ বিষয়ে যিমান দূৰ জ্ঞান লভিব পাৰে আমাৰ মনেৰে সিমান মঙ্গল, যেহেতু জ্ঞানৰ নিচিনা পবিত্ৰ বস্তু নাই। "নহি জ্ঞানেন সদৃশং পবিত্ৰমিহ বিদ্যতে"। আজিকালিৰ শিক্ষিত সমাজে যুক্তিহীন বিচাৰহীন কথাৰ ওপৰত জধা মুধাকৈ বিশ্বাস ৰাখি ধৰ্ম্মাচৰ্চ্চা নকৰে বুলি আমাৰ বিশ্বাস। সেই দেখি যিমান পৰা যায় পৃথিবীৰ আন আন ধৰ্ম্মৰ বিষয়ে জানি লৈ পৰক নিজৰে সৈতে ৰিজাই লোৱা ভাল। যদিও আমি ব্ৰাহ্মধৰ্ম্মটো চৰ্চ্চা কৰিবলৈ দৰাচলতে অধিকাৰী নহও তথাপি জীবনৰ আদি ছোৱাতে পিতৃ পিতামহৰ সনাতন ধৰ্ম্ম ত্যাগ নকৰাকৈয়ে ৪ বছৰ কলিকতাত তিনিও পন্থৰে ব্ৰাহ্মসমাজত কৃষ্ণ বিচাৰি ফুৰাৰ বাবে আৰু এতিয়া আমাৰ সেই কালৰ লগৰীয়া বন্ধুবৰ শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াৰ আলোচনা পঢ়ি আমাৰ পুৰণি স্মৃতি জাগৃত হোৱা বাবে আমিও আজি দুষাৰ মান কথা অসমীয়া ৰাইজক জনাবলৈ ওলালোঁ। অসমীয়া ৰাইজে আৰু বিশেষকৈ বন্ধুবৰে আমাৰ যেন ধৃষ্টতা মাৰ্জ্জনা কৰে।

আমি ৭ম সংখ্যা প্ৰদীপিকাতে জনাই থৈছোঁ আমাৰ কলিকতালৈ যোৱাৰ আগেয়েই এই দেহটো আৰু মনটোৰো যৎকিঞ্চিৎ অংশ নিজ গুৰুৰ মাৰফতে শৰণ পন্থেৰে কৃষ্ণত অৰ্পণ কৰিছিলোঁ। কলিকতালৈ গৈ নিজৰ পঢ়া শুনা কৰাৰ লগে লগে আমাৰ জ্যেষ্ঠ আৰু শ্ৰেষ্ঠ বৰ্ত্তমান হাইকোৰ্টৰ ট্ৰেনচলেটৰ শ্ৰদ্ধাস্পদ শ্ৰীযুত ৰমাকান্ত বৰকাকতী বি এল ডাঙৰীয়ৰ লগত কেইওখন ব্ৰহ্মাসমাজলৈ কেতিয়াবা পুৱা গধূলী গৈছিলোঁ আৰু উপাসনাতো যোগ দিছিলোঁ। আমাৰ বছৰেকৰ পিছৰে পৰা বাঁহীৰ সম্পাদকৰ লগতো মাজে মাজে যোৱা মনত পৰে। এই দৰে সমাজলৈ অহা যোৱাৰ বাবেই হওক বা নিজৰ পূৰ্ব্ব জন্মকৃত সংস্কাৰৰ কাৰণেই হওক ব্ৰাহ্ম সমাজে দৰাচলতে কলিকতাৰ নিচিনা ঠাইৰ প্ৰলোভনবিলাকত এফেৰাকে পৰিবলৈ নিদি আমাৰ নৈতিক জীৱন ঠিক ৰাখিছিল। আমি অকপট চিত্তে এতিয়া এই বৃদ্ধ বয়সতো কওঁ যে আমি ব্ৰাহ্ম সমাজৰ ওচৰত ঋণী। আমি তেতিয়াও জানিছিলোঁ আৰু এতিয়াও জানো যে ৰাজা ৰামমোহন ৰায়ৰ ওচৰত প্ৰকৃততে সমস্ত ভৰতবৰ্ষ ঋণী। কিয় ঋণী এই বিষয়ে আমি মুঠতে ইয়াকে কৈ থওঁ যে ৰাজা ৰামমোহন ৰায়ে ব্ৰাহ্মধৰ্ম্ম প্ৰচাৰ কৰাৰ আগলৈকে অনেক উচ্চ ইংৰাজী শিক্ষিত হিন্দুৱে নিজৰ ধৰ্ম্মা চৰ্চ্চা এৰি পাশ্চাত্য বিজ্ঞান, পাশ্চাত্য দৰ্শন, পাশ্চাত্য ধৰ্ম্ম আলোচনা কৰি নিজৰ হিন্দুধৰ্ম্মক কু-সংস্কাৰেৰে ভৰপূৰ যেন পাই হিন্দুধৰ্ম্ম ত্যাগ কৰি খৃষ্টিয়ান বা খৃষ্টধৰ্ম্মাবলম্বী হবলৈ ধৰিছিল। ৰাজা ৰামমোহন ৰায়ৰ হৃদয়ত হিন্দুৰ পুৰণি ঋষিসকলৰ এফেৰা তেজ স্থিতি হৈ ইংৰাজী শিক্ষিত ভাৰতবাসীক খৃষ্টধৰ্ম্মাবলম্বী

হবলৈ বাধা দিয়ালে। ৰাজা ৰামমোহন ৰায়ে দেখিলে সাৰ্ব্বভৌমিক হিন্দু ধৰ্ম্মত নোহোৱা বস্তু একোৱেই নাই। সেই দেখি ধৰ্ম্ম বিষয়ে তেওঁ মূৰ্ত্তি পূজা, সাকাৰ উপাসনাৰ স্থলত বেদান্ত ঘাঁটি বেদান্তৰ সুন্দৰ মনোৰম নিৰাকাৰ ঈশ্বৰ উপাসনাৰ মন্ত্ৰ "সত্যং জ্ঞান মনন্তং ব্ৰহ্মাং যদিভাতি শান্ত শিব মদ্বৈতং শুদ্ধং অপাপা বিদ্ধং" শিক্ষিত হিন্দু সমাজৰ আগত ডাঙ্গি ধৰিলে। পাশ্চাত্য শিক্ষিত শিক্ষিত হিন্দুৱেও এই মহা বচন ফেৰা পাই খৃষ্ট ধৰ্ম্মলৈ নোযোৱা হল। দলে দলে শিক্ষিত হিন্দু ব্ৰাহ্ম সমাজ ভুক্ত হল। আৰু নিৰাকাৰ পৰমব্ৰহ্মৰ এই ধ্যানত মগ্ন হৈ নিজৰ জীৱনক সাৰ্থক যেন ভাবি ললে। আধ্যাত্মিকৰ আকৰ হিন্দু ধৰ্ম্মৰ মানুহ এক প্ৰকাৰ হিন্দু ধৰ্ম্মৰ ভিতৰতে বল অথবা আমাৰ সাধাৰণ ভাষাত কোৱাৰ দৰে ঘৰৰ লৰা ঘৰতে ৰল। দৰাচলতে ৰাজা ৰামমোহন ৰায়ে এইটো নকৰা হলে হয়তো আজি আৰু অনেক শিক্ষিত ভাৰতবাসী নিজৰ পিতৃ পিতামহ আদিৰ অমূল্য ৰত্ন এৰি খৃষ্ট ধৰ্ম্মাবলম্বী হলহেতেন। ৰাজা ৰামমোহন ৰায়ৰ ওচৰত বাস্তবিকে হিন্দু সমাজ ঋণী।

আচাৰ ব্যবহাৰ বৰ্ণাশ্ৰম ধৰ্ম্ম আদি পালনৰ বিষযে আমাৰ বন্ধুবৰে কোৱাৰ দৰে ৰাজা ৰামমোহন ৰায়ে শিক্ষিত হিন্দু সমাজক যত দুৰ পাৰে মানে পুৰণি নিয়মকেহে পালন কৰিবলৈ দিয়া যেন লাগে। তাৰ প্ৰমাণ তেওঁ বিলাতত থকাকালতো নিজৰ যজ্ঞসূত্ৰডাল এৰা নাছিল। আনকি তেওঁৰ মৃত শৰীৰটো দাহ কৰিবলৈ নিয়াত হিন্দু খৃষ্টান মুচলমান সকলো বন্ধুবৰ্গই তেওঁৰ গলত সেই যজ্ঞসূত্ৰডাল পাইছিল। এই সূত্ৰডালৰ কথাকে লৈ আৰু উচ্চ শিক্ষাত শিক্ষিত হৈও শোভাবাজাৰৰ ৰাজবাটিত কৰম খাবলৈ অনেক ব্ৰাহ্মণ কায়স্থ আন কি ব্ৰাহ্মবন্ধুপকো যোৱা দেখি তাহানিখনৰ বিখ্যাত হেষ্টি পিগত মকৰ্দ্দমাৰ পাদুৰি চাহাব হেষ্টিয়ে Hindu Idolatry and Christian Reformation নামৰ কিতাপ একনত কিদৰে হিন্দুক ইতিকিং আৰু পেংলাই কৰিছে তাক সেই পুথি খানতে (যদি পুথিখান বিচাৰি খোচাৰি পায়) পাব।

ব্ৰাহ্মধৰ্ম্মৰ "সেই একমেৰাবাদ্বিতীয়ং" বোলা মূল মন্ত্ৰটি ব্ৰাহ্মসমাজ বিল্যাকত এতিয়ালৈকে অক্ষুন্ন থাকিলেও, আচাৰ অনুষ্ঠানত, আন কি ধৰ্ম্মভাবতো পূৰ্ব্বৰ ব্ৰাহ্মসমাজত প্ৰথমতে দুভাগত তাৰ পিচত তিনি ভাগত বিভক্ত হল। এদলে বামুণৰ উপনয়ন বিধি বৰ্ণাশ্ৰমৰ অলপ অচৰপ অনুষ্ঠান একেবাৰে পৰিত্যাগ কৰিবলৈ ৰাজি নহল। আন দলে এইবিলাক অৰ্থাৎ উপনয়ন, বৰ্ণাশ্ৰম, সবৰ্ণ বিবাহ একেবাৰে দলিয়াই পেলাই ব্ৰাহ্মধৰ্ম্মৰ ভিতৰত হিন্দু ধৰ্ম্মৰ একেৱাকে নেৰাখি পাটি পৰিল। পূৰ্ব্বৰ দলৰ নাম হল আদি ব্ৰাহ্ম সমাজ, শেষৰ দলৰ নাম হল সাধাৰণ সমাজ। আদি সমাজৰ প্ৰথম নেতা মহৰ্ষি দেবেন্দ্ৰ নাথ ঠাকুৰ আৰু সাধাৰণ সমাজৰ প্ৰধান হল

*কেশবচন্দ্ৰ সেন। ইয়াৰ কিছু দিনৰ পিচত ব্ৰহ্মানন্দ কেশবচন্দ্ৰ সেনে যেতিয়া জীয়েকক কোচ বিহাৰৰ ৰজালৈ বিয়া দিওঁতে কোচবেহাৰৰ ৰাজমাওৰ হুকুম এৰাব নোৱাৰি বাধ্য হৈ হোম পুৰিব লগা হল তেতিয়া* পণ্ডিত শিৱনাথ শাস্ত্ৰীকে প্ৰমুখ্য কৰি উচ্ছ সংস্কাৰক দলে*কেশবচন্দ্ৰ সেনৰ এই কাৰ্যক Reversion to idolatry and Superstition অৰ্থাৎ "আগৰ পৌত্তলি, কতা আৰু কুসংস্কাৰলৈ উলটি যোৱা" বুলি ফাটি আন এদল হল। ফাটি যোৱা দলৰ নাম হল সাধাৰণ সমাজ।*কেশব চন্দ্ৰ সেনৰ দলৰ নাম হল নববিধান।

আমি যেতিয়া কলিকতা পাওঁগৈ সেই সময়ত*কেশবচন্দ্ৰ সেন বৈকুণ্ঠি হলেও তিনিও ব্ৰাহ্ম সমাজৰে বৰ জয় জয় অবস্থা। তিনিও সমাজে তিনি ঠাইত বেলেগ বেলেগ মন্দিৰ খুলি ব্ৰহ্ম উপাসনা কৰিছিল।*কেশব সেনৰ মন্দিৰ মেচুৱা বজাৰত, সাধাৰণ সমাজৰ মন্দিৰ কৰ্ণওৱালিছ ষ্ট্ৰীটত আৰু আদি সমাজ জোৰাশাকোঁতে। আমি প্ৰায় সততে সাধাৰণ ব্ৰাহ্ম সমাজলৈকে গৈছিলোঁ; মাজে মাজে আদি ব্ৰাহ্ম সমাজ আৰু নববিধান সমাজলৈকো গৈছিলোঁ। কোন সমাজত আমাৰ কেনেকুৱা impression হৈছিল তাক কওঁ। আদি সমাজত আমি মাজে মাজে উপনিষদ বাখ্যা, উপদেশ ইত্যাদি শুনিছিলো। ব্ৰাহ্ম ধৰ্ম্মটিৰ মূল মন্ত্ৰৰ আবৃত্তি শুনিছিলোঁ। আৰু মাজে মাজে চেতাৰ এছৰাজত ওখ ওখ ধৰণৰ গাম্ভীৰ্য্য পৰিপূৰিত সঙ্গীত শুনি পুলকিতও হৈছিলোঁ। আদি ব্ৰাহ্ম সমাজত উপনিষদ বাখ্যা শুনি আৰু দুজন শুভ্ৰ যজ্ঞসূত্ৰধাৰী বাবুৱে চেতাৰ এছৰাজত ওখ ধৰণৰ ওখ ৰাগ ৰাগিনীৰ সঙ্গীত কৰা বাবে আমাৰ এনেকুৱা লাগিছিল আমি যেন ঠিক তাহানিখনৰ ঋষিসকলৰ নিৰাকাৰ ব্ৰহ্ম ধ্যান আৰু উপাসনাৰ মাজতহে পৰিছিলোঁ। ওখ ধৰণৰ সঙ্গীতে আমাৰ মনত এনেকুৱা লগাইছিল আমি যেন বেদৰ সেই সাম গীতহে শুনিছিলোঁ। কল্পনা দেবীয়ে আমাক এনেকুৱা ভাবলৈ লৈ গৈছিল। কিন্তু যেতিয়া ঘৰ পালোঁ আৰু দিঠক পালোঁ তেতিয়া এনেকুৱা পবিত্ৰ কল্পনাৰ আনফালে আমাৰ এইটোও মনত খেলিছিল যে আদি সমাজত উপনিষদ বাখ্যা আৰু উচ্ছ সঙ্গীত থাকিলেও যি ঠাইত এই বিলাক চৰ্চ্চা হৈছিল সেই ঠাই দেখোন তপোবন নহয়। তপোবনৰ পৰিবৰ্ত্তে দেখোন উপাসনা হৈছিল এটা ত্ৰিতল অট্টালিকাত। বহিছিলেণা দেখোন বেঞ্চিত। দিঠকে আমাক কল্পনা দেবীৰ পৰা দেখোন ভালেমান আঁতৰলৈ নিলে। কৃষ্ণৰ নাম দেখোন তাত নাপালোঁ। নববিধান সমাজত উপাসনা আৰু বক্তৃতাদিৰ লগে লগে আমি ঈশ্বৰক মাজে মাজে "মাতৃ" বুলি সম্বোধন কৰাও শুনিছিলোঁ। ভাবত গদ গদ হৈ আচাৰ্য্যে ভক্তিভৰে "মা মা ব্ৰহ্মময়ী" বোলা শুনি আমাৰ এনেকুৱা লাগিছিল যে এই সমাজত আই দুৰ্গা আছে। এদিন

চিৰঞ্জীব শৰ্ম্মাই যেতিয়া এই গীতটো গাইছিলঃ—"প্ৰাণেৰ আশা কহিব। যদি মনে প্ৰভু পথ হাৰাই কভু তোমাৰি নাম লয়ে ডাকিব সখা গো" তেতিয়া আমাৰ এনেকুৱা লাগিছিল যে এই সমাজতে কিজানি কৃষ্ণ আছে। বৃন্দাবনত গৰু চাৰোঁতে পথ হেৰুৱাই কিজানি কোনো গোপালে কৃষ্ণৰ উদ্দেশেহে এই গীত গাইছিল। বাস্তবিকে ভাবত বৰ আপ্লুত হৈছিলোঁ। কল্পনা দেবীয়ে আমাক বৃন্দাবনলৈ নিয়া যেন পাইছিলোঁ। সমাজ ভাঙি যোৱাত দুই এজন ব্ৰাহ্ম বন্ধুৰ আগত যেতিয়া আমি আমাৰ এই মনোভাবটি কলোঁ আমাক বন্ধুজনে দূৰতে বিদূৰ কৰি কলে—তোমাৰ পৌত্তলিক ভাবটো এতিয়াও যোৱা নাই। বন্ধুৰ কথাৰ পৰা বেছকৈ বুজিলোঁ যে এই সমাজতো কৃষ্ণ নাই। ঈশ্বৰক আই বোলা শব্দটো থাকিলেও দৰাচলতে শাক্ত হিন্দুৱে যি দৰে মাতৃ ভাব কৰি মাতৃ উপাসনা কৰে সেই দৰে ইয়াত নকৰে। মাতৃ পূজাত ধুপ নাই ধুনা নাই নৈবিদ্যও নাই। আছে কেবল মুখেৰে মাজে মাজে বোলা 'আই শব্দটী"। ব্ৰাহ্ম ইতিহাস চৰ্চ্চা কৰি জানিলোঁ যে ব্ৰহ্মানন্দ কেশবচন্দ্ৰ সেনে হিন্দুৰ পৰমহংস ৰামকৃষ্ণ দেৱে সৈতে অনেক দিন সৎসঙ্গ কৰাৰ ফলত নববিধানত এফেৰা মাতৃ ভাব সোমাইছিল। প্ৰভু ৰামকৃষ্ণ দেৱে প্ৰথমে কালীক পূজি পূজি শেহত একেবাৰে সোহং ব্ৰহ্ম ভাবত উঠিছিল। তেওঁৰ চুম্বক শক্তি ব্ৰহ্মানন্দ কেশবচন্দ্ৰ সেনত সোমাই নববিধানক এফেৰা আইৰ ফাললৈ ধাল খুৱাইছিল। আদি সমাজৰ নেতা পূজ্যপাদ মহৰ্ষি দেবেন্দ্ৰ নাথ ঠাকুৰেও হেনো এজন তিব্বতত অনেক কাল থকা ৰাজ যোগী পৰমহংসেৰে সৈতে সৎসঙ্গ কৰি ব্ৰহ্মানন্দ লাভ কৰিছিল। আমি এইদৰে আদি সমাজত ব্ৰহ্ম নববিধানত শক্তি এই দুয়ো জনৰে এফেৰা নাম পাইছিলোঁ কিন্তু কোনো খনতেই কৃষ্ণ আৰু তেওঁৰ বৃন্দাবন যমুনাৰ সেই কুলু কুলু লহৰী পোৱা নাছিলোঁ। এতিয়া যদি আদি সমাজত মোৰ কৃষ্ণ সোমাইছে পূজনীয় ৰবি ঠাকুৰৰ গীতাঞ্জলীত যমুনাৰ কুলু কুলু লহৰী বৈছে তেন্তে দৰাচলতে বৰ ভাল হৈছে। ধন্য মোৰ কৃষ্ণ। প্ৰভু! সোমোৱা সোমোৱা।

সধাৰণ ব্ৰাহ্ম সমাজত আমি সেই কালত পণ্ডিতাগ্ৰগণ্য শিৱনাথ শাস্ত্ৰীক, দাৰ্শনিক নগেন্দ্ৰনাথ চাটুৰ্যি আচাৰ্য্যক ভক্তপ্ৰবৰ ৰামকুমাৰ বিদ্যাৰত্নক, প্ৰভু বিজয় কৃষ্ণ গোস্বামীক পাইছিলোঁ। এই প্ৰত্যেক জনৰেই উপদেশ উপাসনা শুনিছিলোঁ বক্তৃতা শুনিছিলোঁ। কোন জনক কেনেকুৱা পাইছিলোঁ তাক জনাওঁ। আমি প্ৰভু বিজয় কৃষ্ণ গোস্বামীক উপদেশ দি থাকোতে থাকোতে মাজে মাজে প্ৰভু চৈতন্যদেৱৰ দৰে ব্ৰহ্মভাবত মূৰ্চ্ছিত হোৱা দেখিছিলো। তেওঁৰ সেই মূৰ্চ্ছাক আমাৰ কাষত বহা দুই চাৰি জন ডেকা ব্ৰাহ্মই নিন্দা কৰাও শুনিছিলোঁ। প্ৰভু বিজয় কৃষ্ণ গোস্বামীক সেই

কালতেই এজন ওখ ধৰণৰ বৈৰাগী যেন বোধ হৈছিল। শ্ৰীৰামকুমাৰ বিদ্যাৰত্নক তেওঁৰ বুকলৈকে বৈ পৰা ডাঢ়িয়ে তেওঁৰ ভক্তিপৰিপূৰ্ণ উপদেশে আমাৰ মনত তেওঁ এজন ঋষি বুলি বোধ হৈছিল। নগেন্দ্ৰ নাথ চাটুযি আচাৰ্য্যৰ গভীৰ দাৰ্শনিক বক্তৃতাই এদিন আমাক দৰাচলতে জীৱ ব্ৰহ্ম ইত্যাদি গভীৰ দাৰ্শনিক ভাবলৈ লৈ গৈ ততশুৰ্ত্তি হেৰুৱাই দিছিল। পণ্ডিত প্ৰবৰ শিবনাথ শাস্ত্ৰীৰ ধৰ্ম্মবাখ্যা, নিৰাকাৰ ঈশ্বৰৰ প্ৰাৰ্থনা শুনি তেওঁ সাক্ষাৎ সদাশিব যেন অনুমান হৈছিল। তেওঁ যেন পঞ্চ মুখেৰেহে ব্ৰহ্মাৰ স্তুতি কৰিছিল।

এই দৰে চাৰি বছৰ ব্ৰাহ্ম সমাজলৈ গৈ এই গীতটি শুনিছিলোঁ "শিব সুন্দৰ চৰণে মন মগ্ন হৈয়ে ৰওৰে"। গীতটি বৰ মধুৰ বৰ ভালে যেন লাগিছিল। গীতৰ পিচত উপাসনা বক্তৃতাদি হল। সমাজ ভাঙিলত আমি ওচৰৰ লগৰ ব্ৰাহ্ম এজনক কলোঁ "ভাই আজি গীতটো বৰ ভাল লাগিছিল। "শিবসুন্দৰ চৰণ" বোলাত মোৰ মনত এনেকুৱা লাগিছিল যে "কৃষ্ণসুন্দৰ চৰণে মন মগ্ন হৈয়ে ৰওৰে" যেনহে শুনিলোঁ"। ভ্ৰাতৃজনে কলে "কি তোমাৰ পবিত্ৰ নিৰাকাৰ ব্ৰহ্মাৰ সঙ্গীত শুনিও সেই বেটা লম্পটলৈহে মনত পৰিলনে? সেই কৃষ্ণ বেটাৰ নামটোকে লোৱা অন্যায়। সেই বেটাই ভাৰতবৰ্ষৰ যত অনিষ্ট কৰিলে।" মই কলো "ভাই। "তেন্তে ঈশ্বৰক আইকে বুলিমনে কি? নব বিধানত দেখোন "মা মা" কৰে। ভ্ৰাতৃয়ে কলে "ছিঃ। তোমাৰ পৌত্তলিক ভাব কুসংস্কাৰ নগল। আজি ৩।৪ বছৰে ব্ৰাহ্ম সমাজত ঘুৰি ফিৰিও তোমাৰ একো নহল ইয়াৰ কাৰণ মই বুজিছো যে তুমি এতিয়াও ব্ৰাহ্ম ধৰ্ম্মত দীক্ষিত Initiated হোৱা নাই। মই সুধিলোঁ "ভাই দীক্ষিত হবলৈনো কি কৰিব লাগে।" ভ্ৰাতৃয়ে সুধিলে তুমি বামুণনে? মই কলোঁ হয় মই বামুণেই। সৰুতে এজন পিতৃব্যাই লগুণ ডাল দি ব্ৰহ্ম গায়ত্ৰী টো দি থৈছে। ভাতৃজনে কলেঃ—"সেই বিলাকেই হৈছে কুসংস্কাৰ আৰু পৌত্তলিকাত"। যদি ব্ৰাহ্মধৰ্ম্মত দীক্ষিত হব খোজা তেন্তে তৎক্ষণাৎ কাইলৈ লগুণডাল দলিয়াই পেলাবা বা চিঙি পেলাবা। সেই লম্পট বেটাৰ নাম নলওঁ বুলি প্ৰতিজ্ঞা কৰি কাইলৈ সমাজলৈ আহিবা, মই শাস্ত্ৰী মহাশয়ক আজিয়েই কৈ থম। তোমাক ব্ৰাহ্ম ধৰ্ম্মত দীক্ষিত কৰিব।" কথাবিলাক শুনি মেছলৈ আহিলোঁ। ইয়াৰ আগেয়ে শুনিছিলো যে যেতিয়া পৰম ধাৰ্ম্মিক শাক্ত হিন্দুৱে কালী বা দুৰ্গাক পূজি পূজি সিদ্ধি লাভ কৰি অনেক বছৰ মন্ত্ৰ হঠ লয় এই ৩টা যোগ কৰি এটাই ৰাজযোগত উঠে তেতিয়া হেনো এটা যজ্ঞ কৰি লগুণ ডাল পুৰি পেলায়। বৈষ্ণব হিন্দুৱেও বিশেষ সত্য সনাতন বৈষ্ণবেও মন্ত্ৰযোগ হঠযোগ লয়যোগ সমাধা কৰি ৰাজ যোগত উঠি পৰম বিৰক্ত বৈৰাগী হৈহে লগুণ পেলায়। মই দেখোন সেইবিলাকৰ একোকে

নাজানোঁ। ভ্ৰাতৃয়ে দেখোন "কৃষ্ণক" নামকে লবলৈ হাক দিছে। কিন্তু মোক দেখোন মোৰ কুলগুৰুৱে (যি গুৰুসকলে সংসাৰৰ সকলো সুখকে ত্যাগ কৰি উদাসীন হৈ কৃষ্ণৰ নাম লৈ কৃষ্ণৰ ৰূপ চিন্তি জীৱন কটায়) ক-স্কন্ধত শৰণ দি থৈছে। আৰু যি স্থলত কৃষ্ণক সাকাৰ ভাবেই হওক অৰ্থাৎ গোকুলৰ কানাই, ব্ৰজৰ বালক, ৰাধাৰ বল্লভ, গোপীজন ৰঞ্জন, অৰ্জ্জুনৰ সখা, পাণ্ডৱৰ সাৰথী, উদ্ধৱৰ প্ৰভু ইত্যাদী ভাবেৰে অথবা নিৰাকাৰ পৰমব্ৰহ্ম ভাবেৰে ভাবিয়েই হওক পৰম সুখ পাওঁ সেই কৃষ্ণক মই এৰো কেনেকৈ? এৰিব নোৱাৰো। সেই দিনাৰপৰাই ব্ৰাহ্ম সমাজলৈ যাব এৰিলোঁ। ঘৰৰ লৰা ঘৰলৈ উলটিলোঁ। মাজে মাজে বাটে পথে দুই এজন ব্ৰাহ্ম বন্ধুৱে লগ পাই "সমাজলৈ কেলেই নাহা" এই কথা সোধাত উত্তৰ দিছিলোঁ "মই সমাজ এৰিলোঁ"। আমি ব্ৰাহ্ম সমাজ এৰাৰ ২ বছৰ কি ৩ বছৰ মানৰ মূৰত শুনিছিলোঁ যে প্ৰধান ব্ৰাহ্ম আচাৰ্য্য প্ৰভু বিজয় কৃষ্ণ গোস্বামীয়েও ব্ৰাহ্ম সমাজ এৰি আহি হিন্দু হল আৰু অবশেষত জটীয়া নাম ধৰি জগন্নাথ ক্ষেত্ৰত গৈ দেহা ৰাখিলে। এতিয়াও জগন্নাথ ক্ষেত্ৰত জটীয়া বাবাৰ সমাধি মন্দিৰ বিদ্যমান। ৫। ৬ বছৰৰ মূৰত শুনিলোঁ ব্ৰাহ্ম আচাৰ্য্য ৰামকুমাৰ বিদ্যাৰত্নেও হেনো কাশীলৈ গৈ কোনোবা এজন ভয়ানক তালিকা হাতত পৰি কাশীত আকৌ উপনীত হল অৰ্থাৎ আকৌ লগুণ ললে আৰু বাঘচাল চিমটা ধাৰণ কৰি মহা তান্ত্ৰিক মাতৃভক্ত খ্যাত হৈহে কাশীত সমাধিস্থ হল। ইয়াৰ পিচত আকৌ ১৯১১ চনত ধুবুৰীত চাকৰি কৰি থাকোঁতে শুনিবলৈ পাইছিলোঁ যে সাধাৰণ ব্ৰাহ্ম সমাজ তৃতীয় আচাৰ্য্য মহা দাৰ্শনিক শ্ৰীনগেন্দ্ৰনাথ চট্টোপাধ্যায়ে হেনো এই হুলস্থূল লগাইছিল। তেওঁ কৈছিল তেওঁৰ টোপনি আহিলে হেনো তেওঁৰ আত্মাটোৱে দেহটো এৰি নানা ঠাই ভ্ৰমিবলৈ যায়। তেওঁৰ সেই অশৰীৰ Astral Body টোক হেনো কোনো কোনো ঠাইত দুই এজনে দেখি ভুত বুলি ভয় খাইছিল। মুঠতে তেওঁ হিন্দু যোগীয়ে নিজৰ দেহ এৰি ওলাই যাব পৰা আন কি পৰকায়ত প্ৰবেশ কৰিব পৰা কথাটো যে সত্য সেইটোৰ পুনৰুদ্ধাৰ কৰিবলৈ বিচাৰিছিল। Astral Body নমনা হিন্দুৰ যোগত আস্থা নৰখা, নব্য যুগত শিক্ষিত ডেকা তৰপৰ ব্ৰাহ্ম সকলে বাখ্যা দিছিল যে চাটুৰ্যি মহাৰাজ অতি বৃদ্ধ হৈছিল। বৃদ্ধাবস্থাত পৰি নিজৰ দেহটো ৰক্ষা কৰিবলৈ হেনো অলপ অলপ তেওঁ কানি খাইছিল—সেই কানিৰ ৰাগীয়ে তেওঁৰ কল্পনা শক্তিক জাগৃত কৰি এইদৰে মিছামিছি সপোন দেখুৱাইছিল। আমি কলিকতালৈ যোৱাৰ আগেয়ে হেনো শিলঠৰ দ্বিজদাস মহাশয়েও ব্ৰাহ্মধৰ্ম্ম ত্যাগ কৰি আকৌ হিন্দু ধৰ্ম্মত দীক্ষিত হৈছিল, আৰু তেখেতে হেনো আজিকালিও কাশীত আছে।

এইবিলাক ইতিহাসৰপৰা আৰু আমাৰ নিজৰ অভিজ্ঞতাৰ পৰাও বেছিকৈ জানিছিলোঁ যে কোনো দল ভাগি সমাজতে কি কৃষ্ণ কি কালী কি সদাশিব নাই। ব্ৰাহ্ম সমাজত একক নাপায়েই। প্ৰভু বিজয় কৃষ্ণ গোস্বামী জগন্নাথ পালেগৈ। কালীক নেপায়ে ৰাজকুমাৰ বিদ্যাৰত্নৰ নিচিনা আৰু ব্ৰাহ্ম আচাৰ্য্য ঘোৰ কালীভক্ত মানিক হৈ বাঘছাল আৰু ত্ৰিশূল ধাৰণ কৰিহে বৈকুণ্ঠি হ'ল। বোধ কৰোঁ শিবক নেপাইহে দ্বিজদাস কাশীৰূপী হৈ ৰৈছে। এই সকলৰে এই দশা আৰু আমাৰ নিচিনা নিঃকিনে ব্ৰহ্ম সমাজত কৃষ্ণ কালী শিব নাপাই ব্যৰ্থ মনোৰথ হৈ ঘৰৰ পৰা ঘৰলৈ উলটিলোঁ ইয়াত একো আচৰিত নাই।

কিন্তু এতিয়া এই বৃদ্ধ বয়সত বেজ বৰুৱা ডাঙৰীয়াৰ প্ৰবন্ধৰ পৰা জানিলোঁ যে আন সমাজত নহলেও আদি ব্ৰাহ্ম সমাজত হেনো কৃষ্ণ সোমাইছে। পূজ্যপাদ কৰিবৰ শ্ৰীযুত ৰবীন্দ্ৰ নাথ ঠাকুৰৰ কবিতাবিলাক হেনো যমুনাৰ কুল কুল শব্দৰ মধুৰ লহৰী। কৃষ্ণ সোমৰো শুনি আমি জনাত হলে ইয়াকে পাওঁ যে আদি ব্ৰাহ্ম সমাজত কৃষ্ণই যদিও মাজে মাজে দুই এবাৰ ভুমুকি মাৰিছে তথাপি সম্পূৰ্ণে সোমোনা নাই। এতিয়াও তেওঁৰ লগৰীয়া ৰাখাল বালক সকল, গোপীসকল ধেনুসকল, তেওঁৰ বাঁটিহী এই সমস্ত বিভবেৰে সৈতে কৃষ্ণ সোমাব পৰা নাই।

আদি ব্ৰাহ্ম সমাজত কৃষ্ণৰ প্ৰবেশটি যেনেকুৱা বিধৰ, নব বিধানতো মাতৃৰ প্ৰবেশটি প্ৰায় তেনেকুৱাই। তাতো মাতৃয়ে দুই এবাৰ ভুমুকি মাৰিলেও সম্পূৰ্ণে সোমোৱা নাই। সাধাৰণ সমাজততো কালী কৃষ্ণ এই দুজনৰ এজনো নায়েই। সদাশিব বা মহাদেৱে এফেৰা সোমাইছেনে নাই তাকো কব নোৱাৰোঁ। "সত্যং শিবং সুন্দৰং ভাতি হৃদি মন্দিৰে" এই গীতটি শুনিলে আৰু বিশেষকৈ পণ্ডিত শিবনাথ শাস্ত্ৰীয়ে আন ফাললৈ ধউতি নেদেখুৱাকৈ বৈকুণ্ঠী হোৱাৰ বাবে সাধাৰণ সমাজত শিবই এফেৰা ভুমুকি মাৰিলেও শিবেও তাত সম্পূৰ্ণ স্থান পোৱা নাই।

আজি প্ৰায় ৪ বছৰ হ'ল আমি এজন পুৰণি ব্ৰাহ্ম উপদেশকক পাই সুধিছিলোঁ যে নিৰাকাৰ ভাবে ব্ৰাহ্ম সমাজত কৃষ্ণৰ নাম ললে কি দোষ হব? নিমাই সন্ন্যাসৰ কথকতা আজি কালি ব্ৰাহ্ম সকলে কৰে। কিন্তু কৃষ্ণৰ ঠাইত হৰি বোলে। কৃষ্ণ শব্দটি উচ্চাৰণ নকৰে। আমি এটি শ্লোক ডাঙ্গি ধৰিলোঁ। শ্লোকটী এই ঃ—কৃষ্ণং কৰুণাময়ং গুণনিধিং ৰাধাপ্ৰেমবল্লভং শ্যামং কামজিত তনুং প্ৰসন্ন বদনং বংশীধৰং মোহনং ভালে চন্দনবিন্দুং ইন্দু সদৃশং কৰ্ণে কুণ্ডলং দব্যাঙ্গং বৰভূষণং নটবৰং ত্ৰৈলোক্যনাথং ভজেৎ"। শ্লোকটীৰ অৰ্থ আমি কৰি দেখুৱালো এই দৰে ঃ—ঈশ্বৰ কৃষ্ণ অৰ্থাৎ কলা। সৃষ্টিৰ আদিতেই কলা। Bible এ কৈছে In the begining there was nothing but

darknes and Lord said let there be light and there was light, কাৰ্য্যে প্ৰাৰম্ভে আদিতে পৰম ব্ৰহ্ম কলাহে। পৰমব্ৰহ্মক কৰণাময় বুলি বিশেষণ দিলেও হানী নাই যদি তেওঁ সত্যং শিবং সুন্দৰ হয় বা Merciful হয় তেন্তে আমি সেই কৃষ্ণক করুণাময় গুণ নিধি বিশেষণ দিয়াত জগৰ হব নোৱাৰে। ৰাধাপ্ৰেমবল্লভ মানে আমাৰ এই জীবৰূপী ৰাধাৰ প্ৰেম বস্মাই সদায় বিচাৰে। ৰাধা মানে এইটোহে। তেওঁ শ্যামং অথবা ভাৰতবৰ্ষৰ শ্যামল শস্যৰো ৰূপ তেওঁতেই। কুৰ জিত তনুং, শৰীৰটো কামজিত। প্ৰসন্ন বদনং, বদন প্ৰসন্ন বা হাহি মুখ। বংশী ধৰং মোহনং, তেওঁ বংশী বজাই অধীৰ সৃষ্টিৰ আদিতেই মহাব্যোমৰ সঞ্চালন হোৱাত যি ওঙ্কাৰধ্বনি হয় সেই ধ্বনিৰে সৈতে পৃথিবীত যত ধ্বনী যত শব্দ এইবিলাককে তেওঁ বংশীৰে গায় অৰ্থাৎ ব্ৰহ্ম শব্দ বা ধ্বনি ৰূপীত। ধ্বনি হলে সৃষ্টিয়েই নহয়। বতাহ বইছে নদী কুল কুল কৰি চলিছে, জীবজন্তুৱে মাতিছে, এই সমস্ত ধ্বনি সেই পৰম ব্ৰহ্মাৰে। কপালত ইন্দুসদৃশ চন্দন বিন্দু অথবা পৰম ব্ৰহ্মাৰ কপালত সেই চন্দ্ৰটি, কৰ্ণত নানা কুণ্ডল অৰ্থাৎ অসংখ্যতাৰকাৰাজি। দিব্যাঙ্গং বৰভূমি অৰ্থাৎ হালধীয়া কাপোৰ পিন্ধা, মানে ভাৰতবৰ্ষৰ জীবৰ ৰক্ষাৰ হেতু যি অন্ন সিও পকিলে হালধীয়াহে হয়। নটবৰং অৰ্থাৎ তেওঁ সদায় নাচি আছে creation বা সৃষ্টিয়েই হৈছে motion বা গতি বা নাচনৰ ওপৰত। তেওঁ ত্ৰৈলোক্য নাথ এনেকুৱা কৃষ্ণক ভজো। এই বাখ্যাটো দি আমি উপদেশক জনক কলো যে কৃষ্ণৰ এই ভাব লৈ ব্ৰাহ্ম সমাজত দেখোন কৃষ্ণকো সুন্দৰে লব পাৰি। উপদেশক বন্ধুৱে কলে "ভাই! লব নোৱাৰি। তুমি টানি আজুৰি এনেকুৱা বিশদ বাখ্যা কৰিলেও কৃষ্ণ নামটোৱেই দোষাবহ। কৃষ্ণ বুলিলেই যমুনা, ৰাসলীলা, বস্ত্ৰহৰণ, বৃন্দাবন সমস্ক বেয়া অশ্লীল কথা আহি পৰিল। পবিত্ৰ ব্ৰাহ্ম ধৰ্ম্ম কলঙ্কিত হব। সেই হেতু ব্ৰাহ্মসমাজত কৃষ্ণক লব নোৱাৰি।

আমি উপদেশকৰ এই কথা শুনি হতাশ হলো। জানিলো যে আমাৰ বন্ধুবৰে বাঁহীত আজি ৫।৬ বছৰ আগেয়ে আৰু এতিয়াও কৃষ্ণৰ কথা লেখিলেও ব্ৰাহ্ম ধৰ্ম্মত কৃষ্ণৰ ঠাই নাই। ব্ৰাহ্মসকলে কৃষ্ণক নলয়। লবও নোৱাৰে। আমিও জানো যে কি শাক্ত, কি শৈব, কি বৈষ্ণব এই সকলেও ব্ৰাহ্মধৰ্ম্মটোক নিজৰ ভিতৰত সুমাই লব নোৱাৰে। অবশ্যে ব্ৰাহ্মধৰ্ম্মৰ মূল মন্ত্ৰটি হিন্দুৰ ৰাজযোগৰ অদ্বৈতবাদেই। কিন্তু হিন্দুৱে সেই অদ্বৈতবাদ লয় কেতিয়া? যেতিয়া নাম, মন্ত্ৰ, হঠ, লয় এই সমস্ত যোগ কৰি উঠি সংসাৰৰ বাহিৰ হয়, সুখ দুখ শীত উষ্ণ ইত্যাদি অনুভবৰ পৰাও বাহিৰ হয়। অৰ্থাৎ ত্ৰৈলঙ্গ, ভাস্কৰানন্দ, তিব্বতী বাবা ইত্যাদিৰ দৰে ১০০।২০০ ৩০০ বছৰ জীয়াই থাকি শেহত সোহং বা শিবোহং বুলিব পৰা হয় তেতিয়াহে এই অদ্বৈত

ভাৱত উঠে। কিন্তু এই অদ্বৈত ভাৱত উঠাৰ আগেয়ে নানা সংযম, তপস্যা, আচাৰ, অনুষ্ঠান কৰিছে দুখ সুখ ভুগিছে সিমানলৈ গৈহে জাতি বৰ্ণ, নাম ৰূপে ইত্যাদিৰ ওপৰলৈ উঠে। পোনেই মুখতে "সত্যং জ্ঞানমনন্তং" ইত্যাদি বুলি আচলত পাশ্চাত্যসকলক অনুকৰণ কৰি অদ্বৈতবাদী হোৱাটো হিন্দু ধৰ্ম্মৰ মতৰ ভিতৰৰ নহয়। সেই কাৰণেই আমি দঢ়াই দঢ়াই কওঁ যে মহাপুৰুষীয়া ধৰ্ম্ম মহাপুৰুষীয়া ধৰ্ম্ম হৈয়ে ৰওক। ইটোৰ লগত সিটোক সানি পুতকি একাকাৰ কৰি খিচুৰি কৰা উচিত নহয়। আমাৰ বন্ধুবৰে সেইটো কৰিব খুজিলেও যে আনবিলাক ব্ৰাহ্মে সেইটো কৰিব আমাৰ এনেকুৱাটো বিশ্বাস নহয়। আৰু ই পক্ষে মহাপুৰুষীয়া ভ্ৰাতৃসকলেও যে মহাপুৰুষীয়া ধৰ্ম্মটোক তেখেতৰ ব্ৰাহ্ম ধৰ্ম্মৰে সৈতে সানিব পুতকিব এৰি দিব ইওটো আমাৰ বিশ্বাস নহয়।

## প্ৰাচীন ভাৰতত ৰাজতন্ত্ৰ শাসন

(১২।১২।২০ তাৰিখে কলিকতাৰ এ, এচ্ অল্ ক্লবত পঠিত)

ভাৰতৰ প্ৰাচীন ইতিহাসৰ যে পুনৰুদ্ধাৰ হব পাৰে এনে ধাৰণা পঞ্চাশ বছৰৰ আগেয়ে অনেকৰেই নাছিল। প্ৰফেছৰ কাৱেলে ১৮৬৬ খৃষ্টাব্দত কৈছিল যে মুছলমানৰ আগৰ ভাৰতৰ ইতিহাসৰ বিষয়ে যদি কিছু জানিব পৰা যায় তেনেহলে সি মাথোন সেই সেই সময়ৰ আৰু সেই সেই বিষয়তহে, যি যি সময়ত আৰু যি যি বিষয়ত ভাৰত বাহিৰৰ অন্যান্য জাতিৰ সংস্পৰ্শত আৰু সম্পৰ্কত আহিছিল। কিন্তু আজি কালি এনে মতৰ বহুত পৰিমাণে খণ্ডন হৈছে। বৰ্ত্তমান পণ্ডিতসকলৰ অনুসন্ধানৰ ফলে ভাৰতৰ প্ৰাচীন ইতিহাসৰ ইমান উপাদান গোট খাইছে যে, সংগঠিত হলে, বেছি নহলেও খৃঃ পুঃ সপ্তম শতিকাৰপৰা এখনি ভাল ইতিহাস প্ৰস্তুত হব। প্ৰাচীন ভাৰতৰ সকলো বিষয়তে— ৰাজনীতি, সমাজ, বেপাৰ, ব্যবসায়, ধৰ্ম্ম, শিক্ষা আদি সকলোৰে লোকে কিছু নহয় কিছু জানিব পাৰিছে। অৱশ্যে অলপ দিনৰ পৰাহে এই দৰে আগুৱাব পৰা হৈছে। কৌটিল্যৰ অৰ্থ শাস্ত্ৰ, যৰপৰা প্ৰাচীন ভাৰতৰ শাসন প্ৰণালীৰ বিষয়ে আজিকালি অনেক তথ্য সংগৃহীত হৈছে, সেই অৰ্থ শাস্ত্ৰত মাথোন পোন্ধৰ বছৰৰ আগেয়েহে আবিস্কৃত হল। অলপ দিনৰ চেষ্টাৰ ফলতে প্ৰাচীন ভাৰতৰ লুপ্ত ইতিহাসৰ ইমান পৰিমাণে উদ্ধাৰ হৈছে যে আবিস্কৃত তথ্যাবলীৰ বহুতো ভাৰতবাসীৰ মনতো আচৰিত আচৰিত যেন লাগে। ই অৱশ্য দুখৰ বিষয় যে আজিকালি ভাৰতবাসীয়ে কোনো উন্নত ধাৰণা কৰিব খুজিলে ভাৰতৰ বাহিৰৰ

অন্যান্য দেশলৈ নিৰীক্ষণ কৰিব লাগে। উন্নত সমাজৰ ধাৰণা কৰিব লাগিল, উন্নত শাসন-প্ৰণালীৰ ধাৰণা কৰিব লাগিছে। উন্নত শিক্ষাৰ ধাৰণা কৰিব লাগিলে আজি ভাৰত-বাসীয়ে ভাৰতৰ বাহিৰে গৈ চকু দিয়ে। ভাৰতৰ ইতিহাস আজি ভাৰত বাসীৰ মনৰপৰা ইমান আঁতৰিছে যে উদ্ধাৰ হোৱা তথ্যবিলাকো বিশ্বাসৰ অযোগ্য যেন হৈ পৰিছে। আজি ভাৰতৰ মানুহেও কব পাৰে যে ভাৰতত অতিজৰে পৰা ওখ despotic government এইযে প্ৰচলিত আছিল। তেওঁলোকক যদি কোৱা যায় যে ভাৰতত উন্নত ধৰণৰ সকলো ৰকমৰ শাসন প্ৰণালীয়েই বিকাশ পাইছিল, যে ভাৰতত উন্নত Monarchy, উন্নত Oligrchy, উন্নত Republic তেওঁলোকে আচৰিত মানিব। কিন্তু গ্ৰীক ঐতিহাসিক সকলৰ বৰ্ণনাৰপৰা ভাৰতৰ গণতন্ত্ৰৰ (Republic Democracy Oligrachy) বিষয়ে যথেষ্ট প্ৰমাণ পোৱা যায়। ভাৰতত এসময়ত অতি ওখ খাপৰ স্বায়ত্ত শাসন প্ৰচলিত আছিল। স্বৰ্গবেদতো সভা-সমিতিৰ উল্লেখ পোৱা যায়, আৰু প্ৰজাবৰ্গৰ দ্বাৰাই নিৰ্ব্বাচিত ৰজাৰো উল্লেখ আছে। এইবোৰ ঐতিহাসিক তথ্য। এই তথ্যবোৰৰ আবিৰ্ভাবত মুখ্যৰূপে গণ্য পাশ্চাত্য পণ্ডিত সকল, আৰু ই এক সৌভাগ্যৰ বিষয় কিয়নো তেওঁবিলাকৰ পৰা আমি যি শিকো তাক ভালকৈ শিকোঁ যে লাগে আমি আজিৰ প্ৰবন্ধত প্ৰাচীন ভাৰতত হিন্দুৰ Monarchy অৰ্থাৎ ৰাজতন্ত্ৰ শাসন প্ৰণালীৰ বিষয়ে অলপ আলোচনা কৰিম। অৱশ্যে গণতন্ত্ৰৰ বিষয়ে আলোচনা কৰা হেতেন বেছি কৌতুহলজনক হলহেঁতেন। কিন্তু monarchy ত Despotism বেছি থাকিব পাৰে আৰু এই Despotic Monarchy নিচেই তল খাপৰ শাসন প্ৰণালী বুলি ধৰা হয়। এই কাৰণে প্ৰাচীন ভাৰতত Monarachy কেনে ধৰণৰ আছিল আৰু আগতে ই কি আছিল, ঐতিহাসিক তথ্যৰ ওপৰত আৰু আধুনিক অনুসন্ধানৰ ওপৰত প্ৰতিষ্ঠিত কৰি তাৰেহে অলপ আভাস দিয়া হব, আৰু ঠায়ে ঠায়ে আন আন Monarchy ৰ লগত তুলনা কৰিবলৈ চেষ্টা কৰা হব। অৱশ্যে এটা প্ৰবন্ধত হিন্দু Monarchy ৰ আলোচনা কৰা অসম্ভৱ; আমি সেই কাৰণে কোনো কোনো বিশেষ বিষয়তহে লক্ষ্য ৰাখিম।

আৰম্ভণতে আমাৰ প্ৰশ্ন হব পাৰে যে আমি কৰপৰা বা কি উপায়েৰে হিন্দুৰ প্ৰাচীন শাসন প্ৰণালীৰ বিষয়ে জানিব পাৰোঁ? দুটা উপায়েৰে জানিব পৰা যায়। প্ৰথম হৈছে এনে পুথিবিলাক যিবিলাক হৈছে এনে পুথিবিলাক যিবিলাকে নিয়ম-আইন দি শাসন প্ৰণালী পৰিচালিত কৰিছিল, অৰ্থাৎ অৰ্থশাস্ত্ৰ বিলাক (woks on polotical Science) দ্বিতীয়তঃ প্ৰচলিত শাসনত সংঘটিত বাস্তৱিক কাৰ্য্যবোৰ আৰু প্ৰকৃত ঘটনাবোৰ। অৱশ্যে দ্বিতীয় বিধৰ বহুতো প্ৰথম বিধৰ পৰাহে জানিব পৰা যায়; আৰু

বাস্তবিকে অৰ্থশাস্ত্ৰবোৰৰ যথাৰ্থ আলোচনা নহলে সেই সময়ৰ শাসন-প্ৰণালীৰ বিষয়ে বিশেষ বেছি জানিব নোৱাৰি। আমি আজিৰ প্ৰবন্ধত প্ৰাচীন অৰ্থশাস্ত্ৰৰ আলোচনা কৰিব নোৱাৰোঁ; কিন্তু প্ৰাচীন ভাৰতত ৰাজনীতিৰ কেনে চৰ্চ্চা হৈছিল তাৰ বিষয়ে অলপ উল্লেখ নকৰাকৈ নোৱাৰি। আমি অৱশ্যে খৃষ্টাব্দৰ পূৰ্ব্বে ৰচিত অৰ্থশাস্ত্ৰ বোৰহে ধৰিম যাক নিশ্চয় প্ৰাচীন বুলিব লাগিব।

আজিকালি আমাৰ মনত এনে ধাৰণা হয় যে পাশ্চাত্য দেশতহে ৰাজনীতিৰ বিশদ আলোচনা আৰু গবেষণা হৈছে; পাশ্চাত্য পণ্ডিত সকলৰেইহে ধীশক্তি ৰাজনীতিক্ষেত্ৰত সম্যক পৰিচালিত হৈছে। কিন্তু খৃষ্টাব্দৰ পূৰ্ব্বেও যে ভাৰতত এনে আলোচনা আৰু গবেষণা হৈছিল তাক অলপ মন কৰিলেই বুজিব পাৰি। কোনো কোনোৰ মনত ই বিশ্বাসজনক নহয় যেন লাগিব পাৰে কিন্তু খৃষ্টাব্দৰ আগেয়েই প্ৰচলিত অৰ্থ শাস্ত্ৰ ৰাশিৰ ফালে চকু দিলে তেওঁলোকৰ প্ৰত্যয় হব; কিমান পুৰণি কালৰপৰাই যে ৰাজনীতিত ভাৰতীয় ধীশক্তি পৰিচালিত হৈছিল তাক দেখি তেওঁলোক আচৰিত হব। আমি ওপৰত কৈ আহিছোঁ যে প্ৰায় পোন্ধৰ বছৰ মান আগেয়ে কৌটিল্যৰ অৰ্থশাস্ত্ৰ আবিস্কৃত হল। সপক্ষে বিপক্ষে অনেক আলোচনা হোৱাৰ পাছত এতিয়া প্ৰায় নিৰ্দ্ধাৰিত হৈছে যে এই পুথি খনি খৃঃ পূঃ চতুৰ্থ শতিকাৰ শেষ ভাগত সঙ্কলিত। এই পুথি খনিৰপৰা আমি সেই সময়ৰ শাসন প্ৰণালীৰ বিষয়ে যে জানিব পাৰোঁৱেই, তাৰ আগৰো শাসন প্ৰণালীৰ আৰু আগেয়ে প্ৰচলিত অৰ্থ শাস্ত্ৰবিলাকৰ বিষয়েও কিছু জানিব পাৰোঁ। কৌটিল্যই তেওঁৰ আগেয়ে প্ৰচলিত পাঁচ প্ৰকাৰৰ বিভিন্ন মতৰ অৰ্থশাস্ত্ৰৰ উল্লেখ কৰিছে আৰু তাৰ উপৰিও তেৰ জন বিভিন্ন অৰ্থশাস্ত্ৰকালৰ নাম নিৰ্দ্দেশ কৰিছে। এইবিলাক নাম মহাভাৰততো পোৱা যায়। আমি এই খিনিতে অলপ ভাবি চাওঁ; পাঁচ প্ৰকাৰৰ বিভিন্ন অৰ্থ শাস্ত্ৰই (five schools of politics) কিমান এই প্ৰকাণ্ড বস্তু বুজায়। এটা মতৰ অৰ্থ শাস্ত্ৰ মানেই বংশ পৰম্পৰায় বা হস্ত পৰম্পৰায় প্ৰচলিত আৰু সংবৰ্দ্ধিত এই মতৰ চৰ্চ্চা আৰু আলোচনা। তেৰজন অৰ্থশাস্ত্ৰকাৰৰ নাম কৌটিল্যয়ে নিৰ্দ্দেশ কৰিছে। তাৰ উপৰিও কত অৰ্থশাস্ত্ৰকাৰৰ নাম মহভাৰতত আছে। আন ঠাইত নাই, বা আন ঠাইত আছে মহাভাৰতত নাই। কৌটিল্যৰ আগতে অনেক অৰ্থশাস্ত্ৰ লোপ পাইছিল আৰু কৌটিল্যই সেই বিষয়ে তেওঁৰ গ্ৰন্থত উল্লেখ কৰি গৈছে।

ভাৰতত অৰ্থশাস্ত্ৰৰ আলোচনা হৈ কিমান প্ৰাচীন তাক এটা প্ৰবাদৰ পৰাই বুজিব পৰা যায়। মহাভাৰতত আছে যে ব্ৰহ্মাই প্ৰথম অৰ্থ শাস্ত্ৰ ৰচনা কৰিছিল আৰু প্ৰচলিত কৰিছিল, আৰু পাচত অন্যান্য দেৱতাসকলে বেলেগ বেলেগ সময়ত মানুহৰ

উপযোগী কৰি সংক্ষেপ বা সংস্কৰণ কৰে। বাৎসা কামসূত্ৰতো এনে প্ৰবাদ পোৱা যায় কৌটিল্য অৰ্থশাস্ত্ৰ। এনে দৈবিক উৎপত্তিৰ উল্লেখ আছে। অৱশ্যে আমি পাহৰা নাই যে ই এটা প্ৰবাদ মাত্ৰ; কিন্তু তাৰপৰা আমি অন্ততঃ অইটো বুজিব পাৰোঁ যে মহাভাৰত ৰচনাৰ কালতো, অৰ্থাৎ খৃঃ পূঃ চতুৰ্থ, পঞ্চম শতিকাতে অৰ্থশাস্ত্ৰ অতি প্ৰাচীন বুলি ধাৰণা আছিল। ভাৰতৰ অৰ্থশাস্ত্ৰৰ বিষয়ে অনেক লিখিব পাৰি। কিন্তু সি আমাৰ প্ৰবন্ধৰ উদ্দেশ্য নহয়। ইয়াত যি উনুকিউৱা হল তাৰপৰাই ধাৰণা কৰিব পাৰি যে অতি প্ৰাচীন কা পৰাই ভাৰতৰ অৰ্থশাস্ত্ৰৰ বহুল আলোচনা আৰু গবেষণা হৈছিল; অনেক অৰ্থশাস্ত্ৰ বিস্তৃত পুথিৰ আকাৰে বিস্তাৰিত হৈছিল; অনেত বহুত দিনৰ আগতেই হেৰাল, অনেক আমি একে বাৰেই পাহৰি পেলালোঁ।

ক্ৰমশঃ।

# বিবিধ বাতৰি আৰু সমালোচনা

(১)

এইবাৰ একাদশ বছৰৰ ২য় সংখ্যা গৃহীত সম্পাদক বেজবৰুৱা ডাঙ্গৰীয়াই আমাক লেটিয়াই সুৰুচি আৰু সুযুক্তিৰ চিনাকি ভালকৈয়ে দিছে। নিজেই কৈ লৈছে যে তেওঁ হেনো নোৱাৰাতহে ঘৰুৱা personal attack কৰিছে। আমাৰ হলে কথা এটা মনত পৰিল। একে মাক বাপেকৰ ২টা পুতেকৰ ভিতৰত কেতিয়াবা দন্দ লাগে। সাধাৰণতঃ কনিষ্ঠটোৱে জ্যেষ্ঠটোক গাৰ বলেৰে নোৱাৰে। জ্যেষ্ঠটোৱে বেছি গালি গালাজ নকৰে, মাজে মাজে দুই এটা গেমেহা কিল মাথোন শোধায়। কিন্তু সৰুটোৱে হাতেৰে বলে নোৱাৰি মুখেৰে যিমান পাৰে তাৰ পোটক লয়। একে সংহাদৰৰ ভিতৰতে যেতিয়াই এনেকুৱা তেনেস্থলত আমি দুইও দেশী ভাইৰ ভিতৰতো সেয়ে হলে তাত একো আচৰিত নাই। আমাৰ বাঁহীৰ সম্পাদকৰ সেয়ে গতি হোৱা যেন দেখিছোঁ। আমি তেখেততকৈ বয়সতো ২।৩ বছৰৰ ডাঙ্গৰ। কলিকতাত পঢ়োতেও দুবছৰৰনে এবছৰৰ আগ। সম্পাদক দেৰে হুই বোলে নে নুই বোলে?

(২)

আমি ৪ৰ্থ সংখ্যা প্ৰদীপিকাতে কৈছিলোঁ যে আজিকালি মহাপুৰুষীয়া সম্প্ৰদায়লৈ সহানুভূতি থকা দুই এজনৰ অস্ত্ৰ হৈছে গালি গালাজ। আমাৰ কোৱা কথা অক্ষৰে অক্ষৰে ফলিয়াইছে, উদাহৰণ বাঁহী সম্পাদক। বাঁহীত মহাপুৰুষীয়া পন্থৰ নব্য ভব্য গব্য বাখ্যাকাৰক সকলৰ যুক্তিৰ পোহৰ দেখি নিৰপেক্ষী পাঠকসকলে কি ভাবিছে

কৰ নোৱাৰোঁ; কিন্তু আমাৰ মনেৰে হলে এই বঁহীয়া দলৰ নব্য গব্য ভব্য ৰাখ্যাই পবিত্ৰ মহাপুৰুষীয়া ধৰ্ম্মৰ গ্লানিহে কৰিছে যেন পাইছোঁ।

(৩)

আমি দেখুৱাইথোঁ যে দৈত্যাৰি ঠাকুৰৰ পুথিখন বেয়া—তেওঁ যেনেকুৱা অন্যায় কথা কৈছে—(যেনে প্ৰভু শঙ্কৰদেৱে নিজ মন্ত্ৰশিষ্য মাধবদেৱক নিজৰ জীয়েক বিষ্ণুপ্ৰিয়াক বিয়া দিব খোজা অলীক কথাটো) তাৰ দ্বাৰাই আমি তেওঁক জনা বুজা বিধৰ বুলিব নোৱাৰোঁ। আমাৰ এই অভিযোগৰ হলে কোনো উত্তৰ নাই। হিন্দুৰ ভিতৰত ধৰ্ম্মীয়া ভাই ভনীৰো বিবাহ নিষিদ্ধ। এনেস্থলত যিজনে এনেকুৱা এটা নিষিদ্ধ পাপাচাৰী কথা প্ৰভু শঙ্কৰদেৱৰ গাত সানে, আহোম ৰজাৰ নামত ব্ৰাহ্মণক কাউৰী শগুণ, ছিলা বোলে সেই জন জনা বুজা মানুহজনে? এই প্ৰশ্নৰ উত্তৰকে নকৰি আমাৰ ভাতৃয়ে আকৌ সেই special pleading লগাইছেঃ—যেনে ৰামচৰণ ঠাকুৰৰ ভাগিণীয়েক বৈষ্ণৱ দৈত্যাৰি ঠাকুৰক আমি কেলেই নজনা বুলিম তেওঁ লাগে যিহকে লেখক।

(৪)

দীক্ষাগুৰু শিক্ষাগুৰুৰ বিষয়ে আমি আজি এবছৰে কৈ আহিছোঁ। কৈ কৈ আমনি লগাত পৰিল। প্ৰভু শঙ্কৰদেৱ সকলোৰে শিক্ষাগুৰু আছিল আৰু হবও পাৰে; কিন্তু ব্ৰাহ্মণৰ দীক্ষাদাতা বা শৰণাদাতা গুৰু হলে হোৱা নাছিল। দ্বিজভূষণত প্ৰভু শঙ্কৰদেৱে দামোদৰক শৰণ দিয়া বিষয়ে একো নাই। দৈত্যাৰিয়ে দ্ব্যৰ্থবোধক কৰি থৈছে। ৰমানন্দ দ্বজে কৈছে প্ৰভু দামোদৰ দেৱক ৰামৰাম গুৰুৱে শৰণ দিছিল। কোনোখনতে আনকি ৰামচৰণৰ চৰিত্ৰতো প্ৰভু শঙ্কৰদেৱে প্ৰভু দামোদৰদেৱে নিজে শৰণ লগোৱা বা মন্ত্ৰ দিয়া কথা নাই। কিন্তু বঁহীয়া সম্প্ৰদায়ে সেই কথা কেলেই মানিব? ৰামচৰণে কৈ থৈছে নহয় যে ৰামৰাম গুৰুক শঙ্কৰদেৱে আগেয়ে নিজে শৰণ দি পিছত সেই ৰামৰাম গুৰুৰ হতুৱাই এই দামোদৰ আৰু আন আন বামুণক দান দিয়াইছিল। এইখিনিতে সোধো ব্ৰাহ্মণ ৰামৰাম গুৰুক নো শঙ্কৰদেৱে কেনেকৈ নিজৰ ঠেঙ্গত পেলাই শৰণ লগালে এইটো বঁহীয়া Exception নে কি? যজমানে আগেয়ে কুল পুৰোহিতৰ ভৰিত পেলাই লয় পিছে আকৌ ভৰিত ধৰেনে কি? সত্য সনাতন পথৰ হিন্দুৱে এনেটো কথা শুনিলেও কাণ এৰি দিব। আমি জানো যে পূজ্যপাদ দীননাথ বেজবৰুৱা কমলাবাড়িৰ শিষ্য। তেখেতে হেনো খাৰিজা সত্ৰখান পাতিছিল। কমলাবাড়ি সত্ৰ থকাতো কেলেই এই খাৰিজা সত্ৰখান পাতিছিল তাৰ কাৰণ আমাক ভাতৃবৰে কবনে?

(৫)

ভাতৃয়ে আমাৰ dense ignorance দেখিছে। দেখিবৰে কথা। আমি অনেক কাল বহল কলিকতা এৰি আহি অসমৰ জননী জন্মভূমিৰ হাবিৰ মাজত আছোঁ। আমাৰ তো ভাতৃৰ দৰে কলিকতা সম্বলপুৰৰ নিচিনা Enlightened ঠাইত থাকিবলৈ, কলৰ পাঙ্খাৰ হাওৱা খাবলৈ, Electric Light দেখিবলৈ কপালত নাই। কাযে কাযেই আমাৰ Enlightened হৈয়ো নেজানিলে যে কামৰূপৰ আল্লিবাটি, পুখুৰিপাৰ, মঙ্গলদৈৰ বামুন্দি আৰু নগাঁওতো এখন সত্ৰৰ অধিকাৰীসকল গ্ৰহবিপ্ৰইহে। সাৰ্ব্বভৌম ভট্টাচাৰ্য্যকো আমি জানো সেই গ্ৰহবিপ্ৰ বা গণক বুলিয়েই। বঁহীয়া সকলে জানিও নজনাৰ ভাও ধৰিলে আমাৰনো উপায় কি? শোৱাৰ ভাওধৰা জনক জগোৱা অসম্ভৱ।

(৬)

ভাতৃবৰে আমাক আৰম্ভনতে শুধিছিল আমি জানো শ্ৰুতি স্মৃতিৰ ব্যবস্থা দিবৰ অধিকাৰী। আমি কৈছিলোঁ আমাৰ গাত যোগ্যতা নাথাকিব পাৰে। কিন্তু অধিকাৰী হওনে নহও এইবিষয়ে ককা দেউতা আৰু বুঢ়ী আইৰ সাধুকথাৰ ওপৰতে নিৰ্ভৰ নকৰি ২।৪ খান শাস্ত্ৰ নিজে লুটিয়াই চাব। এতিয়া পূজ্যপাদ শ্ৰীযুত যশস্পতি দেউৱে আমাৰ সেই অধিকাৰ পিতৃ পিতামহৰ দিনৰে পৰা আছে বুলি কোৱাত দেখোন ভাতৃৰ মনত বিষয় সমস্যা উপস্থিত হৈ স্মাৰ্ত্ত পণ্ডিতৰ খাটনি ধৰিছে। নিজে দেখোন স্মাৰ্ত্ত হৈ বহি কৈছে আমি (বৰদলৈয়ে) হেনো ধৰ্ম্মৰ কথা কলেই সনাতন ধৰ্ম্মত বৌদ্ধাচাৰ হয়। নিজে গণকত্ব লভিও দেখোন গ্ৰহৰ ফলাফল বাখ্যা কৰিছে। আমি ভাতৃবৰক সুধিব পাৰোনে "হে ভাতৃ তুমিনো কেতিয়া স্মাৰ্ত্ত ব্ৰাহ্মণ হলা; আৰু গণকালি বিদ্যাটোনো কাৰপৰা শিকিলা? তুমি জানো আদি ব্ৰাহ্মসমাজ ভুক্ত নোহোৱা? তোমাৰ জানো এতিয়া হিন্দু ভাতৃ সকলক শ্ৰুতি স্মৃতিৰ ব্যবস্থা দিবৰ অধিকাৰ আছে? গণক বোলাব খোজা অধিকাৰটোও জানো আছে?" তোমাৰ শ্ৰুতি স্মৃতিৰ ব্যবস্থা গ্ৰহৰ শুভাশুভ ফলৰ বৰ্ণনা কোনো জাতৰ হিন্দুয়েই যে মানিব এনে কথা হলে আমাৰ মনে নধৰে।

(৭)

আমি কইছিলোঁ যে শঙ্কৰদেৱৰ বৈকুণ্ঠপ্ৰয়ানৰ পাছত যি তাৰিখৰ পৰা প্ৰভু দামোদৰৰ লগত মাধৱদেৱৰ বিৰোধ লাগিল সেই দিনৰে পৰা কলি প্ৰবেশ হল, তাৰ পিছত এফালে ৰামচৰণ আৰু দৈত্যাৰিয়ে যেতিয়া ব্ৰাহ্মণক বিৰোধ কৰিব ধৰিলে, বামুনক শূদিৰৰ ভৰিত পৰি শৰণ লোৱা বুলি কলে, আৰু আনফালে সম্ভচৰিত সৎসম্প্ৰদায় ইত্যাদি পুথিত থকা কথাবিলাক প্ৰকাকশ হল তেতিয়াই কলি বলি হল।

তাৰ পিছত যেতিয়াৰ পৰা বাঁহীত আমাৰ বঁহিয়া সম্পাদকে শঙ্কৰদেৱ শঙ্কৰদেৱ কৰি চিঞৰি অসমৰ ব্ৰাহ্মণ, সন্ত, মহন্ত সবাৰো ওপৰত সুৰুচি পূৰ্ণ, সুশ্ৰাব্য, সুললিত বাক্যবাণ বৰ্ষিব ধৰিলে, তাৰ পিছত তেওঁৰ দশম বছৰৰ বাঁহীৰ predeessor (পূৰ্ব্বপুৰুষ) জনে প্ৰভু দামোদৰক কোবমাৰি খোৱা নিঃকিন বামণ বুলিলে, শঙ্কৰৰ শৰণীয়া বুলিলে তেতিয়াৰে পৰা কলি বৰ প্ৰবল হৈছে। আমি এই কলিক দমিবলৈ উভয় পক্ষৰ ওচৰত মিনতি দিছোঁ—আশা ৰাখিছোঁ ভাল হব। এই আশা কৰাটোৱেই হেনো আমাৰ Vanity হল। ধন্য বঁহিয়া সম্প্ৰদায়ৰ বুদ্ধিবল!

(৮)

ভাতৃবৰ আমি মিনতিৰে সুধিব পাৰোনে ব্ৰাহ্ম ধৰ্ম্মত হিন্দুৰ গুৰবাদটো আছেনে? আমি জনাত হলে ব্ৰাহ্ম ধৰ্ম্মত গুৰুবাদ নাই। আচাৰ্য্যবাদ এটা আছে হবলা। সিও ব্ৰাহ্মধৰ্ম্মৰ আচাৰ্যবাদ আৰু হিন্দু ধৰ্ম্মৰ গুৰুবাদটো বহুৎ তফাৎ। ব্ৰহ্মধৰ্ম্মৰ আচাৰ্যবাদটো হিন্দুৰ শিক্ষক গুৰুবাদটো বুলি ধৰিব পাৰি; কিন্তু হিন্দুৰ শৰণ দাতা মন্ত্ৰদাতা গুৰু হলে হিন্দুৰ মন্ত্ৰৰ ঈষ্টদেৱ। কথা ঃ—"গুৰু ব্ৰহ্মা ত্বং বিষ্ণু গুৰু মহেশ্বৰ, চৰাচৰ জয়ত গুৰু সে ঈশ্বৰ।" ইষ্ট দেৱতা আৰ্হিৰ দেবতা ৰুষ্ট হলেও হানী নহব পাৰে; কিন্তু গুৰু ৰুষ্ট হলে হিন্দুৰ সৰ্ব্বনাশ। এনেস্থলত তুমি একমাত্ৰ বাঁহীত ব্ৰাহ্মধৰ্ম্মৰ বাখ্যা কৰা দেখিয়েই আৰু আনফালে "জয় গুৰু শঙ্কৰ বোলা দেখিলে আমি বৰ বিমোৰত পৰোঁ। তুমি আমাক দুই নাৱত দুখন ভৰি দিয়াই মাৰিব খুজিছা দেখোন। ঠিককৈ কোৱাচোন ভাতৃ তোমাৰ অন্তৰত কি মতলব গাঠিছা?

আমি আদিৰে পৰা কই আহিছো যে আমি আমাৰ সন্ত মহন্ত সমস্ত কৈ বৃন্দৰ দাসহে। কাৰো দীক্ষা বা শৰণ লগোৱা গুৰু হবলৈ খাজা নাই। কিন্তু দৰকাৰ হলে কাৰবাৰ কৰবাত শিক্ষা গুৰু হব পাৰো, আৰু বৰ্ত্তমান যুগৰ গুৰু গোঁসাই নমনা ডেকা দুই এক জনক (শুনক বা নুশুনক) কব পাৰে "সোনাইহঁত! এফেৰা তোমালোক নিজৰ ধৰ্ম্মলৈ মতি কৰা। তোমালোক নিজ নিজ কুলগুৰুত শৰণ বা দীক্ষা লোৱা। যদি তোমালোকৰ নিজ কুলগুৰু আগৰে পৰা নাই বা তোমাৰ কুলগুৰুৰ বংশ নোহোৱা হৈছে তেন্তে অসমৰ গোঁসাই মহন্তৰ (শাক্তপন্থিয় হওক বা বৈষ্ণৱ পন্থীয় হওক) যি জনতে হয় শৰণ বা দীক্ষা লোৱা। তেহে সুস্থ, বলীষ্ঠ আৰু দীৰ্ঘায়ু হবা। অসমৰ কেউদল বৈষ্ণৱ সম্প্ৰদায়ৰ চৰণত ধৰি জনাব পাৰো প্ৰভুসকল! বাপ সকল! যদিও আগেয়ে মহতে মহতে এফেৰা যৎসামান্য বিৰোধো হইছিল, তথাপি এতিয়া এই যুগত পৰস্পৰ বিৰাধ কৰক। মহতৰ আচৰণ নকল কৰাটো সময়ত বৰ সাংঘাতিক হৈ পৰে (যেনে হৰক বিহ খোৱা দেখি বিহ খালে যি হয়) মহতৰ

উপদেশ লওক। কৃষ্ণৰ চৰণ পঙ্কজত নিগাজিকৈ আশ্ৰয় লওক অথবা পৰমব্ৰহ্মৰ মাতৃভাবটোৰে শুদ্ধ সাত্বিক সেৱা ধৰক। এনেকুৱাবিলাক উপদেশ দিয়াত বাজে আমাৰ আন অধিকাৰ নাই। কাজে কাজে আমি Messiah নহওঁ। যদি কোনেও নপত্য বৰফুকনৰ দৰে কোনোবা নপতা Messiah হৈছে তেন্তে সেইজন আমাৰ ভাতৃ শ্ৰীযুত বেজবৰুৱা ডাঙ্গৰীয়াহে। তেওঁ Messiah ই হওক বা Monseur য়েই হওক তাত কেৰে আপত্তি নকৰিলে হেতেন যদি আমাক সকলো ব্ৰাহ্মণে কোৱা আৰু দুই চাৰিজনে লিখাৰ দৰে নিজৰ পিতৃকুলটোক আজি ইমান দিনে টান টান চোকা চোকা কথা নকলে হেতেন।

(১০)

ভাতৃয়ে আমাক শুধিছে সৎসম্প্ৰদায়ৰ নিচিনা পুথি, এখনি ভট্টদেবৰ নিচিনা বৈষ্ণৱ পণ্ডিত এজনে লিখা হব পাৰেনে? আমি কও দন্দ লাগিলে অৰ্থাৎ মাধব দেৱে প্ৰভু দামোদৰ দেৱক মাতি নি কথা শুনুৱা বেজাৰত প্ৰভু ভট্টদেৱে লেখিলেও লেখিব পাৰে। এই বিষয়ে কিছু কথা প্ৰভু শঙ্কৰদেৱৰ ভাগিণীয়েক নৃসিংহে কৰা পুথিত আৰু কৃষ্ণ ভাৰতীয়ে লিখা পুথিত আছে। বৰ্ত্তমান যুগত মহাপুৰুষসকলৰ বিৰোধলৈ মন ৰাখি আমাৰ নিচিনা সাংসাৰিক নিঃকিনিৰ চলাটো উচিত নহয়। প্ৰভু দামোদৰ আৰু মাধবদেৱৰ বিৰোধৰ পৰাই এফালে যদি সৎসম্প্ৰদায়, সন্তচৰিতৰ নিচিনা পুথি ওলাইছে তেনেকৈ আনফালে দৈত্যাৰি ঠাকুৰৰ নিচিনা চৰিত্ৰ পুথি, ৰামচৰণ ঠাকুৰৰ নিচিনা চৰিত্ৰ পুথিও ওলাইছে। আমি উভয়পক্ষকে সাম্প্ৰদায়িক বিৰোধ এৰিবলৈহে কাবৌ কোকালি কৰিব লাগিছোঁ। প্ৰদীপিকাৰ ভাব আগৰ পৰা গুৰিলৈকে সেইটোহে। বাঁহীৰ দলেহে আমাক বাৰম্বাৰ অযথা গালি পাৰিছে। ব্যক্তিগত আক্ৰমণো কৰিছে।

(১১)

প্ৰদীপিকা জন্মিবৰে পৰা আচল point হৈছিল মহাপুৰুষিয়া ধৰ্ম্মত আজি কালি শ্ৰুতি স্মৃতি, বেদ বৰ্ণাশ্ৰম আছেনে নাই। আমি জানো যে আগৰ সকলৰ ভিতৰত বিশেষ সংসাৰী গৃহস্থলৈ আছিল. মহাপুৰুষীয়াৰ ঘাই সত্ৰ বৰপেটাৰ অধিকাৰি প্ৰভু ৰামৰাম গুৰুৰ বংশধৰ সকলহে। শৰণ লব লাগিলে ব্ৰাহ্মণে সেই অধিকাৰৰ ওচৰতহে শৰণ লয়। কথা উপদেশ, আনকি বৰবাহাৰ যোগাদিৰ তত্বও বুঢ়া ভগীয়া যেই সেই ভকতৰ ওচৰত লব পাৰে। বামুণে বামুণৰ ভৰিত বাজে কায়স্থ মহন্তৰ ভৰিত শৰণ লব নোৱাৰে বুলি বেজবৰুৱাৰ বৰ্ণৰ সকলেই কয়। সেই বাবেই আমি জনা শুনাত হলে পূজ্যপাদ দীননাথ বেজবৰুৱা ডাঙ্গৰীয়াই ব্ৰাহ্মণ এজন আনি খাৰিজা সত্ৰ পাতিছিল। আমাৰ যদি এই বিষয়টো ভুল হৈছে তেন্তে অনুগ্ৰহ কৰি

ভাতৃয়েই আমাক সুধৰাই দিব। বৰ্ত্তমান সময়ত মহাপুৰুষীয়া পন্থত বামুণক কাৰ হতুৱাই শৰণ লগাই; প্ৰভু শঙ্কৰদেৱেওনো বামুণক কাৰ হতুৱাই শৰণ লগাইছিল? Point আছিল এই বিলাক। এইবিলাকৰতো কোনো উত্তৰেই নাই। আমি চৰিত্ৰ ঘাটিব লাগিছোঁ। পূজ্যপাদ যশম্পতি দেউৱে শ্ৰুতি স্মৃতি দিবই লাগিছে কিন্তু ফল কি হৈছে? আমাক তৰ্ক যুক্তিত বলে নোৱাৰি জাত উভালি গালি পৰাটো। ইয়াৰ উপৰিও বাঁহীৰ point হৈছে প্ৰভু শঙ্কৰদেৱ আৰু প্ৰভু দামোদৰদেৱৰ ধৰ্ম্ম একে আছিলনে নাই। আমি কওঁ vaisnavism যিটো সেইটো একে আছিল; কিন্তু প্ৰভু শঙ্কৰদেৱে ব্ৰাহ্মণ ৰজা, গুৰু, স্ত্ৰী এই সকলক শৰণ লগোৱা নাছিল, কিন্তু প্ৰভু দামোদৰে এই সকলক শৰণ লগাইছিল, কোচবেহাৰত নিজ শিষ্য ৰজা লক্ষ্মীণাৰায়ণক পঠা ধৰ্ম্ম নিদিয়াকৈ ধুপ দীপ নৈবিদ্যৰে গোঁসাই পূজাও কৰিব দিছিল, প্ৰভু ভট্টদেৱৰে যাবৰ পৰত কইছিলেঃ— "ব্ৰাহ্মণৰ নিয়ম নৈমিত্তিক নেৰুয়াবা, আপুনিও হলে সন্ধ্যা পূজা আচৰিবা" এয়ে History এয়ে fact ইয়াতেই সত্য সনাতন ধৰ্ম্ম ভেটি। এই ভেটিতে স্থাপিত হৈ ধৰ্ম্ম শাক্তপন্থৰ ব্ৰাহ্মণ গোঁসায়ে বিষ্ণুৰ মন্ত্ৰ দিয়ে বা দিব পাৰে, তেনেহলে বৈষ্ণৱ পন্থৰ আমাৰ দক্ষীণপাটীয় গোঁসাই প্ৰভুয়েও বলীবিধান অৰ্থাৎ পঠা নকটাকৈয়ে দেবীক পূজিবলৈ, শিবক পূজিবলৈ বিধি ব্যবস্থা দিব পাৰে। যেহেতু ব্ৰাহ্মণ গুৰু পঞ্চ দেৱতাৰেই উপাসক যদি মূলতহে লক্ষ্য ৰাখে। ইয়াত হলে আমি কোনো হানী বিঘিণী নেদেখোঁ। যদি ভাতৃয়ে কোৱাৰ দৰে আমাৰ ব্ৰাহ্মণ বৰ্গক বা মাতৃভাব ভাল পোৱা হলে আন হিন্দুকো পৰ্ব্বতীয়া গোঁসাই সকলৰ ওচৰলৈ যাব নিদি নিজব দেশৰ মানুহৰ নিজৰ গুৰুতে থাকিবলৈহে এই পন্থা উলিয়াইছিল তেনেহলেও এইটো স্বদেশ প্ৰেমৰহে কাৰ্য্য হইছিল। ইয়াত সকলো অসমীয়ায়ে ৰঙ্গহে পাব লাগে। অযথা দক্ষীণপাটৰ কথাটো বাঁহীত গ্লানি ভাবেৰে নুলিওৱাটোহে উচিত আছিল। ভাতৃয়ে কয় ইয়াৰ দ্বাৰায় মূল দামোদৰ দেবৰ ধৰ্ম্মৰ ব্যাঘাত হৈছে। আমি কও নাই হোৱা, যেহেতু প্ৰভু দামোদৰৰ ওপৰত দিয়া সেই দুই উপদেশৰ ভিতৰতে এই গোটেইখিনি নিহিত আছে আৰু যেহেতু ব্ৰাহ্মণ পঞ্চ দেবতাৰেই উপাসক। সকলো মানুহ অকল একে পন্থতে থাকিব নোৱাৰে। মজ্জাগত ৰুচি অনুসাৰে দেবতা আৰু আচাৰ লয়। যদি প্ৰভু শঙ্কৰদেৱ আৰু মাধৱদেৱৰ সৰ্ব্ব সাধাৰণীয় বৈষ্ণৱ ধৰ্ম্মতে সকলো অসমবাসী তুষ্ট থাকিলহেতেন, তেন্তে প্ৰভু মাধবদেৱৰ নাম দি বঙ্গদেশত কৰ্ত্তা ভজা, কিশোৰী ভজা দলৰ লেখিয়া অসমতো গোপীধৰা, বিসম্বৰী, পূৰ্ণভগীয়া ইত্যাদি গুপ্ত সম্প্ৰদায় নহল হেতেন। ভবানন্দ পাঠকে আস্ফালন কৰিছিল যে ৰাধাভাব প্ৰকাৰ পৰা বঙ্গদেশীয় বৈষ্ণৱ ধৰ্ম্মত কৰ্ত্তাভজা কিশোৰী ভজা ইত্যাদি গুপুত সাম্প্ৰদায় হল;

কিন্তু পাঠকদেৰে বা ভাতৃবৰেও নেজানে যে আসামতো গোপীধৰা, দিগম্বৰী, পূৰ্ণভগীয়া ইত্যাদি গুপুত সেৱা আছে আৰু সেইবিলাক গুপুত সেৱা আছে আৰু সেইবিলাক গুপুত সেৱাত—বিশেষ হেনো গোপীধৰাটোত—গোপী ভাব ৰাধাভাব আছে। অবশ্যে এই সমস্ত কোনে চলাইছিল আমি সঠিককৈ এতিয়াও কব পৰা নৌ হওঁ। কিন্তু আমি এইটো হলে জানো যে এইবিলাক গুপুত সেৱাত প্ৰভূ দামোদৰ দেবৰ নাম গোন্ধেই নাই। কিন্তু মাধবদেৱৰ আৰু সময়ে সময়ে প্ৰভূ শঙ্কৰদেৱৰ ভনিতা বিলাক যে গায় এই কথা হলে শুনিছোঁ। বিশেষ এই সমস্ত সেৱাত চলা সকলক হেনো কালসংহতি বোলে।

## ঁনীলকণ্ঠকৃত শ্ৰীশ্ৰী ঁদেবদামোদৰ চৰিত্ৰ।

তুমি পাৰ হুয়া পাছে নৃপে নামিলন্ত।
প্ৰভূ দামোদৰে আশীৰ্ব্বাদ কৰিলন্ত।।
পৰম আনন্দে ৰাজা নানা অৰ্চ্চা কৰি।
বৈকুণ্ঠপুৰত থান দিলন্ত সাদৰি।।
তুমি আনন্দ ভৈলা সেহি ঠান পাই।
থাকিলা তথাতে মঠ মন্দপ সজাই।।
ধনে ধান্যে সমে নৃপতি অৰ্চ্চিলা।
ধৰ্ম্ম প্ৰবৰ্ত্তায়া প্ৰভূ তথাতে ৰহিলা।।
দিশ বিদিশৰ ছোট বড় যত জন।
দামোদৰ পাৱে আসি লৈলেক শৰণ।।
বৈকুণ্ঠ পুৰত প্ৰভূ সত্ৰক নিৰ্ম্মিলা।
বলদেৱক প্ৰভূ সেহি থান সমৰ্পিলা।।
লোকক ভজাইবে দামোদৰে আজ্ঞা দিলা।
বলদেৱ তৈতে থাকি লোকক ভজাইলা।।
লক্ষ্মীনাৰায়ণ পুত্ৰ পত্নী যত যত।
লৈলন্ত শৰণ দামোদৰ চৰণত।।
ৰাজা লক্ষ্মীনাৰায়ণে গৌৰৱে সাদৰি।
থাকিলা আনন্দে সদা ৰাজ্যভোগ কৰি।।
ভকতি প্ৰচাৰি দজামোদৰ ৰৈল তথা।

আত অনন্তৰে যেন ভৈলা আৰা কথা।।
একদিন দামোদৰে ভক্ত পঠাই দিলা।
কবিৰত্ন শ্ৰীকৃষ্ণত সন্দেশ খুজিলা।।
দামোদৰ আজ্ঞায়ে ভকত চলি গৈলা।
কতোদিনে হস্তে গৈয়া পাটবাউসী পাইলা।।
দামোদৰ আজ্ঞা ভক্তে তাহান্ত কহিলা।
খুজিছে সন্দেশ প্ৰভু বুলি দুইটো কৈলা।।
দামোদৰ শুভ কথা দুয়ো পুছিলন্ত।
প্ৰভুৰ যতকে কথা ভক্তে কহিলন্ত।।
শ্ৰীকৃষ্ণে সন্দেশ কৰিবে আদেশিলা।
চিৰা লাডু উত্তম প্ৰকাৰ কৰি দিলা।।
কবিৰত্নে কিছুদিন ভক্তক ৰাখিলা।
সাত কন্ধ বোলয় ভক্ত কথাক শুনিবা।
খুৰাৰ আগত হেন বাৰ্ত্তাক কহিবা।।
ধৰ্ম্ম পালিবাক মোৰ নাহিকে উপায়।
যি পায় খৰচা ঐক দিবন্ত পঠাই।।
দুহান সন্দেশ ৰঙ্গে ভকতে লৈলন্ত।
ভাৰে নিয়া দামোদৰ আগত দিলন্ত।।
শ্ৰীকৃষ্ণ গোঁসাই খৰচ খুজিছন্ত।
এহি বুলি তান চিৰা লাডুক দিলন্ত।।
শ্ৰীকৃষ্ণৰ চিৰা লাডু সবেও ভুঞ্জিলা।
কবিৰত্ন সন্দেশক পাছে নিয়া দিলা।।
(কথা ভাগবত পাই তথাতে পঢ়িলা।)
ই বস্তু কিমান আস্বাদ প্ৰভু পুছিলন্ত।।
সবে বোলে চিৰা লাডু কি কাম আছন্ত।
পৰম অমূল্য কথা অমৃততো ধিক।।
ইহাক শুনিলে পাপ সবে খণ্ডিবেক।
শাস্ত্ৰ বিচাৰিবে বলদেৱক বুলিলা।
বিচাৰিয়া বঢ়া দুই অক্ষৰ লভিলা।।
বলদেৱ বদতি শুনিয়ো প্ৰভু বাক।

দুই গুটি চোৰ পাইলোঁ কাটোহোঁ ইহাক।
দামোদৰে বোলে কথা নপাৰোঁ তৰ্কিব।
বন্দী কৰি থৈয়া নিও নালাগে কাটিব।।
বিচক্ষণ কবিৰত্ন বিজ্ঞ মহাশয়।
কোনবা অৰ্থত তাঙ্ক নিয়োজি আছয়।।
শুনি বলদেবে অক্ষৰক বেঢ়ি থৈলা।
শুনা আত পৰে এবে যেন কথা ভৈলা।।
বেহাৰ ৰাজ্যত আছা দেব দামোদৰ।
পাটবাউসী থাকে কবিৰত্ন দ্বিজবৰ।।
আছন্ত ক্ষণেক হৰি মন্দিৰ নেৰয়।
ভকত সহিতে সদা প্ৰসঙ্গ কৰয়।।
শ্ৰীকৃষ্ণে কতো ভক্ত লৈয়া ঠাই ঠাই।
ধনক কোঞ্চাই ফুৰে আদৰক খাই।।
থানৰ প্ৰসসঙ্গ যত সবে এৰিলন্ত।
লোকৰ আদৰ সদা বিচাৰি ফুৰন্ত।।
ইসব কথাক দামোদৰে শুনিলন্ত।
ভকত পঠাই হেন বাক্য বুলিলন্ত।
শ্ৰীকৃষ্ণ ধৰ্ম্ম পালিবাক নপাৰিব।
কবিৰত্ন সিটো থানে ধৰ্ম্মক পালিব।

ক্ৰমশঃ।

# শ্ৰীশ্ৰীযাদবো জয়তী।

ৰাগ—সাৰঙ্গ, তাল—চুতা।

## গীত

ভজভাই আদিগুৰুৰ অভয় পাই।

মোৰ নিজ ইষ্ট গুৰু, গুৰুৰো পৰম গুৰু, দেবদামোদৰ দেবতাই।।
কলিহত জীবগণে, কৃপাকৰি কৃপাগুণে, কৃপাময় আশিয়া ইচ্ছাই।
দেবদামোদৰ নামে, সদানন্দ দ্বীজ ধামে, অবতাৰ লভিলা ধৰাই।।
প্ৰচাৰি আপোন মত, প্ৰকাশি ভক্তিৰ পথ, নিস্তাৰিলা লোকক দেখাই।
ভজি তান গুণ নাম, ধৰ্ম্ম অৰ্থ মোক্ষ কাম, সাধে অপ্ৰয়াসে সমুদাই।।
যাৰ নামে কৰি ৰতি, পাৱয় পৰম গতি, গুচে নৰ জনমৰ দাই।
দামোদৰ দামোদৰ, যিটো গাৱে নিৰন্তৰ, সিতোজনে মহা পুণ্য পাই।।
দেবদামোদৰ মত, অতিসে সুগম পথ, নিৰ্ম্মল সাৰদ শশী প্ৰাই।
জীব তাৰণৰ হেতু, বান্ধিলে অখণ্ড সেতু, হৰি নাম প্ৰদীপ জলাই।।
সেহি নৰ ৰূপধৰ, বন্দো দেবদামোদৰ, সনাতন দৰ্ম্ম মুল ঘাই।
কৃপা কৰা দামোদৰ, তুমি গুৰু জগতৰ, মগো তজু পদতলে পাই।।

শ্ৰীভদ্ৰশ্বৰ দত্ত।

শ্ৰীশ্ৰী দামোদৰায় নমঃ।

স্তোত্ৰ।

নমো নমো গুৰু দেবদামোদৰ।
দিয়া গতি প্ৰভু মই অধমক।।
অভয় চৰণে পশিলো শৰণ।
কৃপা কৰি মোক কৰা পৰিত্ৰাণ।।
তুমি নিত্য শুদ্ধ দেব সনাতন।
ব্ৰহ্মা বিষ্ণু শিব ৰূপে অধিষ্ঠান।।

মত্ত কলি জীৱ বিষয়ৰ কামে।
নাভাবি নিজৰ গতি পৰিণামে।।
তাসম্বাক মুক্তি দিবৰ কাৰণে।
বৈকুণ্ঠক এৰি আহি ধৰা ধামে।।
সুশীলা দেবীও হুয়া প্ৰাদুৰ্ভাব।
তাৰিলা সবাক দিয়া ভক্তি ভাব।।
নববিধ ভক্তি প্ৰচাৰিলা তুমি।
পবিত্ৰ কৰিলা অসম ভূমি।।
মই অভাজন মোৰ মন্দ।
নভজিলো তযু চৰণাৰ বিন্দ।।
নিজ গুণে দায়া কৰিহে মুকুন্দ।
উদ্ধাৰিও মোক কহে নিত্যানন্দ।।

শ্ৰীনিত্যানন্দদেব গোস্বামী।

শ্ৰীশ্ৰীধৰ্ম্মো জয়তি।

## ধৰ্ম্মস্য সূক্ষ্মাগতি। (১)

মহাৰাজ * * * *

যেতিয়া প্ৰাগজ্যোতিষপুৰ ৰাজধানীৰ পৰা কামৰূপ ৰাজ্য শাসন কৰে তেতিয়া এই নগৰৰ ওচৰতে সত্যব্ৰত দেব শৰ্ম্মা নামে এ জন ব্ৰাহ্মণ বাস কৰিছিল। তেওঁ পণ্ডিত আৰু বৰ সাধুপুৰুষ াচিল। ব্ৰাহ্মণ জাতিলৈ আই লক্ষ্মীৰ চিৰকালে বৰ কোপ, তাতে ব্ৰাহ্মণ যদি আই সৰস্বতীৰ ভক্ত হয়—পণ্ডিত হয়— তেন্তে তেওঁ দৰিদ্ৰ নোহোৱাকৈ প্ৰায় নাথাকে। এই কাৰণে সত্যব্ৰত দেও যে দৰিদ্ৰ আছিল তাক নকলেও পাৰি। তেওঁ এনেকুৱা দুখিয়া আছিল যে ভিক্ষা কৰিছে কোনোমতে এবেলা এমুঠি খাবলৈ পাইছিল। এদিন ভিক্ষাত তেওঁ অলপহে চাউল পালে। তেওঁৰ পত্নীয়ে তাকে ৰান্ধি খাবলৈ দিয়াত ব্ৰাহ্মণে তাৰে আধামান বাকী ভাত ভাৰ্য্যালৈ এৰি অৰ্দ্ধভুক্ত

(১) “সংস্কৃত চন্দ্ৰীপা” অবলম্বনলৈ লিখিত।

হৈ উঠি আহিল। ব্ৰাহ্মণী বৰ বিদ্যাবতী আৰু স্বামীৰ প্ৰতি অত্যন্ত ভক্তিমতী আচিল। তেওঁ পতিক আধাখোৱাকৈ উঠি অ হা দেখি শোকে খুন্দা মাৰিব ধৰিলে আৰু কান্দি কলে “নাথ! আমাৰ জীৱন এনেকুৱা দুঃখতে যাবনে? আপুনি সকলো

শাস্ত্ৰতে বিদ্বান, আপুনি সাধু পুৰুষ, আপোনাৰনো আৰু কষ্ট নুগুছিবনে? আমাৰ মহাৰাজৰ ওচৰত কিমান দেশী বিদেশী মানুহ কিমান পণ্ডিত আহি কৰ্ম্ম কৰি প্ৰতিপালিত হৈছে আপোনাক জানো তেওঁ সাহাৰ্য্য কৰিব নোৱাৰে? ৰাজসভালৈ গৈ শাস্ত্ৰালাপ কৰি আৰু কথা ৰাজসভালৈ গৈ শাস্ত্ৰলাপ কৰি আৰু কথাবাৰ্ত্তায় ভূপতিক তুষ্ট কৰিব পাৰিলে মোৰ বিশ্বাস তেওঁ অৱশ্যেই সাহায্য কৰিব। ৰাজসাহাৰ্য্য বিনা পণ্ডিতৰ উন্নতি বা আদৰৰ অন্য উপায় নাই। ৰজাই মান কৰিলেহে অপৰেও সন্মান কৰে। এই কথা মই আপোনাক অনেক বাৰ কৈছো"। ব্ৰাহ্মণে কলে "প্ৰিয়তমে! ৰাজা, ভূস্বামী প্ৰভৃতি ধনী লোকক তুষ্টকৰা বৰ টান। মিছা, কপটতা, বঞ্চনা প্ৰবৃতি নকৰিলে, অপমান সহিব নোৱাৰিলে, তেওঁলোকক তুষ্ট নোৱাৰে। ধৰ্ম্ম বা শাস্ত্ৰৰ আলোচনা আৰু ভাল কথাবাৰ্ত্তা দ্বাৰা সন্তুষ্ট হোৱা ধনবন্ত লোক অতি বিৰল! মন্দ উপায়ে ধনৰ উপাৰ্জ্জন কৰা অপেক্ষা ভিক্ষা খোৱা, নহলে মৰণেই শ্ৰেয়ঃ বুলি ভাবো।

ব্ৰাহ্মণীয়ে কলে "নাথ! উত্তম কথা কৈছে। কপটতা বা অন্য মন্দ কৰ্ম্মৰ সংস্ৰবেও আপুনি নাযাব। কিন্তু আশাৰ্ব্বাদ কৰাই ব্ৰাহ্মণৰ প্ৰধান উপায়। আমাৰ ভূপতি বৰ সজ্জন আৰু গুণজ্ঞ। আশীৰ্ব্বাদ কৰিলে তেওঁ আপোনাক অৱশ্যে কিঞ্চিৎ অৰ্থ সাহায্য কৰিব। বাৰু, ৰজাক আশীৰ্ব্বাদ কৰি সভাৰ পণ্ডিত সকলক "ধৰ্ম্মস্য সুক্ষ্মগতিঃ" এই সমস্যাটো (সাঁথৰ) পূৰণ কৰিবলৈ দিবছোন; তেতিয়া ৰজাই পুৰস্কাৰ বিবেনে নিদিয়ে এ বাৰ প্ৰমাণকে চাওক।"

"নিজে শঠতা নকৰিলেও অপৰে মোক বঞ্চনা কৰিব আৰু সঙ্গদোষত ময়ো দোষী হব লাগিব। যিহত তথাপি তোমাৰ কথা অন্যথা নকৰো" এই বুলি সত্যব্ৰত দেউ ৰাজসভালৈ যাবলৈ সন্মত হল। পিছদিনা প্ৰতঃস্নান, সন্ধ্যাপূজাদি শেষ কৰি, ইষ্টদেবতাৰ নাম জপি ব্ৰাহ্মণে যথাসময়ত ৰাজসভাত উপ স্থিতি হলগৈ, আৰু "মহাৰাজ, জয়োহস্তু" বুলি আশীৰ্ব্বাদ কৰি "ধৰ্ম্মস্য লুক্ষ্মাগতিঃ" এই সমস্যা পূৰাবলৈ দিলে। ভূপতিয়ে সভাৰ পণ্ডিত সকলক সাথৰটো বেগতে পুৰাবলৈ কোৱাত এজন পণ্ডিতে এই দৰে পূৰাই দিলে। "বামণৰূপী শ্ৰীহৰিক সমস্ত পৃথিবী দান কৰাতো দৈত্যৰাজ বলিৰ পাতাললৈ হে গতি হল। শ্ৰীকৃষ্ণক এমুঠি পিঠাগুড়ি দিয়াত সাধু দামোদৰ বিপ্ৰই স্বৰ্গলৈ যাব পাৰিলে, কুন্তীয়ো স্বৰ্গত স্থান পাইছিল, পৰম পতিব্ৰতা সীতাই হলে পাতাললৈহে গল। অতএব কোন ধৰ্ম্ম কৰিলে কেনেকুৱা ফল হলে হয় তাক সহজে বুজা বৰ কঠিন, যিহক ধৰ্ম্মৰ ফল ভাল নোহোৱাকৈ নাথাকে। ৰজাই এই শ্লোক শুনি বৰ আনন্দিত হল আৰু সত্যব্ৰতৰ আলাপত সন্তুষ্ট হৈ তেওঁক

বহুত ধন দিয়াই কলে "আপুনি দিনে দুই টকা কৰি বৃত্তি পাব; কিন্তু যদি কোনো দিন নাহে তেন্তে সেই দিনৰ পৰাই বৃত্তি বন্ধ হব।"

ব্ৰাহ্মণ সত্যব্ৰত সম্মত হৈ গৃহলৈ আহিল আৰু পত্নীৰ হাতত ধনখিনি দি আদ্যান্তসকলো কথা কলে। ভূপতিৰ কথা মতেব্ৰাহ্মণে পতিদিনে ৰাজসভালৈ গৈ "ধৰ্ম্মস্য সূক্ষ্মগতিঃ" বুলি আশীৰ্ব্বাদ কৰে আৰু তেওঁৰ সহিত আলাপ কৰি বৃত্তিৰ টকালৈ কিছুদিন সুখেৰে আচে কিন্তু অহহ! ৰাজসভাৰ পৰশ্ৰীকাতৰ কেইজনমান মানুহে সত্যব্ৰতৰ এই ভাগ্য সহিব নোৱাৰা হল। "কব পৰা এই বামুণটো আহি ৰজাক বশ কৰি লৈ, জোকৰ দৰে ৰাজভড়ালৰ ধন প্ৰতিদিনে শুহিব দৰিছে। এই দৰে যদিই আৰু কিছুদিন ৰাজসভাত থাকে তেন্তে আমাৰ সৰ্ব্বনাশ হব"। এনেকুৱা ভাবি তেওঁক কেনেকৈ ৰজাৰ অপ্ৰিয় কৰা যায় তাৰে মন্ত্ৰণা কৰি এদিন যাব ধৰিছে, এনে সময়তে বাটত ৰজাৰ নাপিতৰ লগত দেখা হল। নাপিতে তেওঁলোকক ফাহাফুহা কৈ মন্ত্ৰণা কৰা দেখি সুধিলে "আপোনালোকে কি আলোচনা কৰিছে মোৰ আগত কক! কি কৰিব লাগে মই কৰি দিওঁ। সৎ বা অসৎ যি কৰ্ম্মই হক, মোৰ একো অসাধ্য নাই"। নাপিতৰ প্ৰতাপৰ কথা তেওঁলোকৰ জনা আছিল গতিকে তেওঁলোকে নাপিতৰ আগত সকলো কথা কলে। নাপিতেও "আজিৰ পৰাই মই সত্যব্ৰত বামুণৰ সৰ্ব্বনাশ কৰিম! আপোনালোকে মোৰ প্ৰতাপ চাব" বুলি শপথ কৰি ৰাজভৱনলৈ গল।

ৰজাৰ ক্ষৌৰ কৰ্ম্ম কৰোতে কৰোতে তেওঁৰ মুখৰ ওচৰলৈ নিজৰ মুখ নি শুঙি চাই, নাপিতে আপোনা আপুনি কলে "যি শুনিছো সিটো সচা নহয়।" নাপিতৰ কথা ৰজাৰ কাণত পৰিল, তেওঁ সুধিলে "কি কৈছ, কি সঁচা নহয়? এতিয়াই সঁচা কথা ক, নহলে শাস্তি পাবি।" ৰজাৰ প্ৰশ্নত নাপিতে ভয় পোৱা যেন ভাও ধৰি কলে "মহাৰাজ! ৰাখকে বা মাৰকে যি জানো তাকে কওঁ শুনক। সিদিনা সত্যব্ৰত দেউৰ তালৈ গৈছিলো। তাত কথায় কথায় মহাৰাজৰ কথা ওলোৱাত তেওঁ কলে হোলে "মহাৰাজে বৃত্তি দিয়াত সুখেৰে আছো হয় কিন্তু তেওঁৰ লগত আলাপ কাৰোতে তেওঁ মুখৰ পৰা পিয়াঁজ নহৰুৰ যি দুৰ্গন্ধ ওলায় তাতে বাঁতি আহিব খোজে। দুৰ্গন্ধত তিষ্ঠিবকে নোৱাৰি?" তেওঁৰ সেই কথা মিছা জানিব পাৰি হে মই তেনেকৈ কৈছো।

নাপিতৰ কথা শুনি ৰাজাই সেই কথা প্ৰকাশ কৰিবলৈ নিষেধ কৰি "মিছা টৌৱেও মানুহৰ সুনাম নষ্ট কৰে; কাৰণ নিৰ্ব্বোধ লোকে মিছাকো সচাঁ বুলি মানে। সত্যব্ৰতক মই এনে দুষ্ট শঠ বুলি জনা নাছিলো, যিহক, তাৰ বাট মাৰিব লাগিল। সি এদিন নাহিলেই পূৰ্ব্বৰ কথা মতে বৃত্তি বন্ধ হব, আৰু সেয়ে হলে আহিবলৈ এৰিব"। এনেকৈ ভাবি সত্যব্ৰতৰ সভাত সোমাব নিদিবলৈ দুৱৰীক হাক দিলে। দুই চাৰিদিন

আগৰ পৰাই সত্যব্ৰতৰ অলপ অলপ জ্বৰ হৈছিল, সেই দিন মুৰৰ বিষ আৰু জ্বৰ বেছি হোৱাত নগলেও বৃত্তি বন্ধ হব জানি ওৰেই গাত কাপোৰ লৈ মুৰত পাগ মাৰি আৰু কপালে গালে ৰঙা চন্দন লিপি ৰাজসভালৈ ওলাল। দুৱৰীয়ে তেওঁক চিনিব নোৱাৰি হাক নিদিলে গতিকে সভালৈ গৈ "জয়ো স্তু মহাৰাজ" (মহাৰাজৰ জয়হওক) বুলি আশিৰ্ব্বাদ কৰি "ধৰ্ম্মস্য সূক্ষ্মাগতিঃ" এই কথা ফাকি মাতি বহিল। অন্তৰত ক্ৰোধ হলেও মুখেৰে ক্ৰোধ নেদেকুৱাই ৰজাই তেওঁৰ দুৱৰীক আৰু সাবধান কৰি দিলে। কিন্তু সিদিনা ব্ৰাহ্মণে জ্বৰত বাট বুলি অহিব নোৱাৰি পাঙ্কিত আহিল। দুৱৰীয়ে কোনো ভদ্ৰমহিলা যায় বুলি লক্ষ নকৰিলে গতিকে সত্যব্ৰতে আগৰ দৰেই গৈ বহিলগৈ সভাভঙ্গ হোৱাত ভূপতিয়ে তেওঁক এখন পত্ৰদি কলে "জ্বৰ নেৰালৈকে আপুনি কষ্ট কৰি আহিব নালাগে, আপোনাৰ ওচৰতে যি শঙ্খনিধি নামে বেপাৰী থাকে তেওঁক পত্ৰখন দেখুৱালেই আপোনাৰ বৃত্তিৰ টকা দিব।" এই কথা কৈ সত্যব্ৰতক বিদায় দিে। পাছত ৰাতি বেপাৰীক মাতি আনাই গোপনে আদেশ দিলে যে তেওঁৰ পত্ৰ লৈ পিছ দিনা যদি কেৱে টকা আনিবলৈ যায় তেন্তে যেন তাৰ নাক কাণ কাটি এৰি দিয়ে আৰু কাৰো আগত যেন সেই কথা প্ৰকাশ নকৰে।

পাছদিনা ৰাজদত্ত দানপত্ৰ লৈ ব্ৰাহ্মণে শঙ্খনিধি বেপাৰীৰ ঘৰলৈ যাব ওলাইছে এনেতে ৰজাৰ পূৰ্ব্বোক্ত নাপিত আহি পাই কলে "দেউ, দেউ! ঔষধৰ মূল্য খিনি আজিলৈকে নিদিলে দেখোঁন, আজি দিয়ক"। ব্ৰাহ্মণে কলে "মোৰ শৰীৰ আজিও অসুস্থ, তুমিয়ে বেপাৰীৰ পৰা টকা দুটি লৈ যোৱাগৈ, মহাৰাজৰ এই পত্ৰখন দেখুৱালেই তেওঁ ধন দিব।" নাপিতে পত্ৰ লৈ শঙ্খনিধি বেপাৰীৰ ওচৰত ধন খোজা মাত্ৰকে জনচেৰেক মানুহে ধৰি নি তাৰ নাক কাণ কাটি দিয়াত আটাহ পাৰি দাউৰি ঘৰলৈ আহিল। গিৰিয়েকক তেনে দেখি কৰবাত কিবা চুৰ কৰিবলৈ কি কিবা অপকৰ্ম্ম কৰিবলৈ যোৱাত তাৰ তেনে দশা হৈছে ভাবি ারু নগৰপালে (পুলিছে) ঘৰৰ আন আন বিলাককো কষ্ট দিব ভাবি 'হেৰ হত শ্ৰী হোৱা নিৰ্ব্বংশ হোৱা ওলাই যা" বুলি বাঢ়নাৰে কোবাই উলিয়াই দিলে।

পাছদিনা ৰজাই নাপিতক নহা দেখি মানুহ পঠাই তাক বিছাৰি অনাত নাক কাণ কটা দেখি আচৰিত মানি কাৰণ সেধাত নাপিতে নিজৰ পাপৰ ফল বুলি কৈ নিৰ্দ্দোষা সত্যব্ৰতৰ বিৰুদ্ধে কৰা চক্ৰান্তৰ যাবদীয় কথা আদ্যান্ত কলে। ভূপতিৱেও প্ৰতি দিনে ধৰ্ম্মৰ জয় দেখি "ধৰ্ম্মস্য সূক্ষ্মগতিঃ" এই কথাৰ প্ৰমান পাই যত্যব্ৰত ব্ৰাহ্মণক আৰু অধিক আদৰ কৰিবলৈ ধৰিলে আৰু ব্ৰাহ্মণেও ৰাজানু গ্ৰহত সুখেৰে কাল নিয়াব ধৰিলে।

পৰিশেষত সদাই "ধৰ্ম্মৰ জয় হয়" এই কথা মনত ৰাখি ধৰ্ম্মপথত চলিলে সংসাৰ সুখময় হয়। ইতি শিবং।

শ্ৰীলক্ষ্মিকান্ত মিশ্ৰ ভাগৱতী।

## পঞ্চকন্যা।

গৌতম ঋষিৰ ভাৰ্য্যা অহল্যা, পাণ্ডৱৰ পত্নী দ্ৰোপদী, পাণ্ডুৰাস্ত্ৰী কুন্তী, বালাৰ ভাৰ্য্যা তাৰা আৰু ৰাৱণৰ ভাৰ্য্যা মন্দোদৰী এই পাঁচ জনা নাৰাৰত্নকে পঞ্চকন্যা বোলে।

"অহল্যা দ্ৰোপদী কুন্তী তাৰা মন্দোদৰী তথা। পঞ্চকন্যা স্মৰোনিত্যং মহা পাতক নাশনম্।।"

কি লৰা, কি বুঢ়া, প্ৰত্যেক হিন্দুৱেই নিতৌ ৰাতিপুৱা শুই উঠি মাটিত ভৰি দিযাৰ আগেয়েই পুণ্য শ্লোক এই পাঁচত জনা আদৰ্শ নাৰীৰ নাম স্মৰণ কৰিব লগা বিধান আছে। হিন্দুৰ মানত তেওঁবিলাকৰ নাম এনে পবিত্ৰ যে তাক স্মৰণ কৰিলে মহাপাতক পৰ্য্যন্ত নাশ হয়। অৱশ্যে আজি কালি অনেক ইংৰাজী শিক্ষা পোৱা মানুহে পুৱাতে পঞ্চকন্যাৰ নাম লোৱাটো এটা বুপা ককা দিনৰ কুসংস্কাৰ বুলি বাদ দি তাৰ ঠাইত 'পালেংচাহৰ' বিধান কৰিছে সঁচা; কিন্তু তথাপত্তি এতিয়াও ভাৰতবৰ্ষৰ লাখকৌটি মানুহৰ ভিতৰত এই পঞ্চকন্যাৰ নাম নিতৌ ভক্তি ভাবেৰে উচ্চাৰিত হ'ব লাগিছে আৰু তেওঁবিলাকৰ পবিত্ৰ চৰিত্ৰৰ আহিয়ে হিন্দু পৰিষদৰ ভিতৰত স্বাধীন ভাৰতৰ শিক্ষা আৰু সভ্যতা সজীব ৰাখী গৃহস্থ জীবনৰ সুৰ আৰু আশ্ৰয় কৰি ৰাখিছে। এই পঞ্চকন্যাৰে এজনা দ্ৰোপদী বিষয়ে শ্ৰীমদ্ভাগৱতে কি কৈছে তাকে প্ৰদীপিকাৰ পাঠক সকলক উপহাৰ দিয়া হয়। ভাৰতীয় আৰ্য্য শিক্ষাৰ উৎকৰ্ষতা এই পাঁচ জনা আৰ্য্যনাৰীৰ চৰিত্ৰত কেনেকৈ ফুলি উঠিছে তাক দেখুৱাবৰ নিমিত্তে এই প্ৰস্তাৱৰ অবতাৰণা কৰা হৈছে। আন কেইজন কন্যাৰ বিষয়েও আলোচনা কৰিবৰ মন থাকিল।

## (১) দ্ৰোপদী।

কুৰুক্ষেত্ৰৰ যুদ্ধৰ শেষ সময়ত ভীমে গদাৰে টঙ্গনিয়াই যেতিয়া দুৰ্য্যোগময় তপিনা ভাঙ্গিলে, তেতিয়া দ্ৰোণৰ পুত্ৰ অশ্বত্থামাই তেওঁৰ প্ৰবু দুৰ্য্যোধনে ভাল পাওক

বুলি ৰাতি চোৰাংচোৰৈক গৈ পাণ্ডৱৰ চাউনীৰ ভিতৰত সোমাই দ্ৰোপদীৰ শুই থকা পাঁচোটি লৰাৰ মুৰ কাটি আনি দুৰ্য্যোধনক উপহাৰ দিলেহি। অশ্বত্থামাই ভাবিছিলে এই কাৰ্য্যত দুৰ্য্যোধনে বৰ ভাল পাব কিন্তু দুৰ্য্যোধনে ভাল পোৱা দূৰত থাওক, তেওঁক তাৰ নিমিত্তে বৰ বেয়া বুলিলে। বেয়া বুলিবৰেই কথা "জুগুপ্সিতং কৰ্ম্ম বিগৰ্হয়ন্তি"—ঘিনলগা কাযক সকলোৱে বেয়া বোলে। দুৰ্য্যোধন এজন আদৰ্শ ক্ষত্ৰিয় বীৰ; অশ্বত্থামা এজন মহাবীৰ হলেও স্বধৰ্ম্মত্যাগী ব্ৰাহ্মাণ। কাজেই অশ্বত্থামাৰ এই ঘৃণিত কাৰ্য্য দুৰ্য্যোধনে সমৰ্থন কৰিলে।

পাচদিনা পুৱা এই বিপদৰ কথা শুনি দ্ৰোপদীয়ে কান্দি কাতি অস্থিৰ হল। এনেকুৱা নৃশংস কথা শুনি সকলোৱেই আচৰিত হল আৰু সকলোৱে দ্ৰোণ পুত্ৰৰ নিন্দা কৰিবলৈ ধৰিলে। দ্ৰোপদীৰ ব্যাকুলতা দেখি অৰ্জ্জুনে তেওঁক প্ৰবোধ দি কলে যে তেওঁ গাণ্ডীব ধনুৰে সেই অধম ব্ৰাহ্মাণে অশ্বত্থানাৰ মূৰটো কাটি আনি তেওঁক দিব আৰু দ্ৰোপদীয়ে সেই মূৰৰ ওপৰত উঠি গা ধুব। দ্ৰোপদীক এই দৰে কৈ অৰ্জ্জুনে ধনুশৰ লৈ অশ্বত্থামাক বিচাৰি গল। শিশুঘাত অশ্বত্থামাই দূৰতে অৰ্জ্জুনক দেখি ভয়ত কপিবলৈ ধৰিলে আৰু প্ৰাণৰ ভয়ত পলায় লৰ মাৰিলে; কিন্তু পলায় সাৰিব নোৱাৰে যেন দেখি অৰ্জ্জুনৰ প্ৰতি ব্ৰাহ্মাস্ত্ৰ ক্ষেপণ কৰিলে। অশ্বত্থামাই ব্ৰহ্মাস্ত্ৰ মাৰিব জানিছিল। হয় কিন্তু সামৰিব নেজানিল তথাপি আন উপায় নেদেখি ব্ৰহ্মাস্ত্ৰকে মাৰি দিলে। সেই ব্ৰহ্মাস্ত্ৰই আকাশলৈ উঠি দশোদিশ প্ৰজ্বলিত কৰি তুলিলে। অৰ্জ্জুণে ব্ৰহ্মাস্ত্ৰৰ তেজ দেখি প্ৰাণৰ ভয়ত শ্ৰীকৃষ্ণ ভগৱানক স্তুতি কৰি উপায় সুধিলে। শ্ৰীকৃষ্ণে কলে ব্ৰহ্মাস্ত্ৰই ব্ৰহ্মাস্ত্ৰ নিবাৰণ নকৰিলে আৰু আন কোনো অস্ত্ৰই কৰিব নোৱাৰে। শ্ৰীকৃষ্ণৰ উপদেশ মতে অৰ্জ্জুনেও ব্ৰহ্মাস্ত্ৰ মাৰি পঠিয়ালে। দুয়ো অস্ত্ৰৰ সঙ্ঘৰ্ষণত যেতিয়া প্ৰলয় উপস্থিত হোৱাৰ নিচিনা হল, তেতিয়া অৰ্জ্জুনে দুয়ো অস্ত্ৰকে সংহাৰ কৰিলে ।ৰু নিষ্ঠুৰ অশ্বত্থামা অৰ্জ্জুনে ডিঙ্গিত ৰজু লগাই তেওঁ বিলাকৰ চাউনীৰ ফালে নিবলৈ উদ্যত হল। তেতিয়া শ্ৰীকৃষ্ণই অৰ্জ্জুনক দিহা দিলে যে এই পাপী ।ৰু নীচ। ৰামুণৰ প্ৰাণ বধ কৰাই উচিত। শাস্ত্ৰমতে শিশু, তিৰোতা, অচল আৰু ভয়াতুৰ মানুহক কেতিয়াও বধ কৰিব নেপাই। এই পাপাত্মাই শু থিকা শিশুক হত্যা কৰিছে; সেই গুণ তাক বধ কৰিলেহে তাৰ পাপৰ পৰাচিত হব আৰু বিশেষতঃ অৰ্জ্জুনে দ্ৰোপদীৰ আগত অশ্বত্থামাৰ মূৰটো আনি দিম বুলি গাত লৈছিল। এই দৰে বুজাই শ্ৰীকৃষ্ণে অৰ্জ্জুনক পুত্ৰঘাতী অশ্বত্থামাক বধ কৰিবলৈ কলে। অৰ্জ্জুনে কিন্তু তাক নকৰি অশ্বত্থামাক ডিঙ্গিত ডোল লগাই দ্ৰোপদীৰ ওচৰলৈ লৈ গল। অশ্বত্থামাৰ নিচিনা নিষ্ঠুৰ মহাপাপী পুত্ৰহন্তা শত্ৰু এটাক এই দৰে ধৰি বান্ধি আনি আজি কালিৰ

মাকৰ আগত আনি দিলে তেওঁ কি দিহা লগালে হেতেন তাক সহজে বুজিব নোৱাৰিনে? কিন্তু প্ৰচীন ভাৰতীয় শিক্ষাই যি দ্ৰোপদীৰ অন্তঃকৰণৰ সজ বৃত্তিবিলাক ফুলাই তুলিছিল আৰু অসজ বৃত্তিবিলাক উভালি পেলাইছিল, তেওঁ পুত্ৰঘাতী অশ্বত্থামাক সেই দৰে গৰুৰ দৰে ডিঙ্গিত ডোল লগাই অনাত লজ্জিত মৃয়মান দেখি দ্ৰোপদীৰ হিয়া দয়াৰে উপচি পৰিল; সেই দয়াত পুত্ৰ শোকৰ দাৰুণ বেদনাও কৰবালৈ উতি ভাহি গল। দ্ৰোপদীয়ে লাহেকৈ গৈ পুত্ৰঘাতীৰ চৰণত পৰি সেৱা কৰিলে আৰু তেওঁৰ পতি অৰ্জ্জুনক কলে "নাথ! এই ব্ৰাহ্মণক এৰি দিয়ক। এওঁ আমালোকৰ গুৰু। যি গুৰু দ্ৰোণৰ ওচৰত আপুনি ধনুৰ্ব্বেদ শিকিছিল, তেৱেঁই পুত্ৰৰূপে এওঁৰ গাত বিৰাজ কৰিছে। গুৰু দ্ৰোণৰ পত্নী আৰু অশ্বত্থামাৰ মাক কৃপী এতিয়াও জীয়াই আছে। গুৰুকুলক অপকাৰ কৰা আপোনাসকলৰ নিচিনা ক্ষত্ৰিয়ৰ কেতিয়াও উচিত নহয়। তেওঁবিলাক আমাৰ পূজনীয় আৰু বন্দনীয়।" ভাৰতবৰ্ষত বাজে কোন দেশৰ সভ্যতাই দ্ৰোপদীৰ নিচিনা নাৰী ৰত্ন প্ৰসব কৰিব পাৰিছে? দ্ৰোপদীৰ ক্ষমা, দ্ৰোপদীৰ উদাৰতা, দ্ৰোপদীৰ হৃদয়ৰ প্ৰসস্ততা ইয়াতে অন্ত পৰা নাই। দ্ৰোপদীৰ নিজৰ পাঁচ জনকৈ পুত্ৰৰ অকাল মৃত্যু হৈছে। পুত্ৰশোকৰ কি দাৰুণ যন্ত্ৰণা তাৰ তেওঁ বেচকৈ বুজিছে আৰু বুজিছে। গুণেই অৰ্জ্জুনক কৈছে "হে নাথ অশ্বত্থামাক বধ নকৰিব যাতে তেওঁৰ মাকে যেন মোৰ নিচিনাকৈ পুত্ৰ শোকত পীড়িতা হৈ চকুৰ পানী টুকিব লগা নহয়।" দ্ৰোপদীৰ এনে উদাৰতা দেখি সকলোৱে দন্য ধন্য কৰিবলৈ ধৰিলে। আনকি ভগবান শ্ৰীকৃষ্ণও তেওঁৰ হৃদয় আৰু ন্যায়নিষ্ঠা দেখি প্ৰশংসা কৰিবলৈ ধৰিলে। ভীমে মাত্ৰ তেওঁৰ সেই মত সমৰ্থন নকৰিলে আৰু কলে যে এই পাপীষ্ঠক বধ কৰাইছে তাৰ উপযুক্ত দণ্ড। অৰ্জ্জুনে অশ্বত্থমাৰ মূৰৰ মণিটো কাটিলৈ তেওঁক এৰি দিলে। দ্ৰোপদীৰ ইচ্ছা পৰিপূৰ্ণ হল।

ধন্য দ্ৰোপদী, ধন্য তোমাৰ দয়া, ধন্য তোমাৰ ক্ষমাগুণ, ধন্য তোমাৰ ধৰ্ম্ম জ্ঞান। সেই গুণেই তুমি আজিও মানুহৰ মুখে মুখে। সেই গুণেই তুমি আজিও মানুহৰ মুখে মুখে। সেই গুণেই আজিও মানুহে তোমাৰ স্মৃতিক পূজা কৰি আছে। হে দেৱী তোমাৰ সাধু দৃষ্টান্তে যেন ভাৰতীয় মহিলাৰ অন্তঃকৰণৰ বৃত্তিবিলাক পৰিশোধিত কৰি ভাৰতবৰ্ষক আকৌ উন্নতিৰ বাটলৈ লৈ যায়। মাতৃ এই আশীৰ্ব্বাদ দিয়া।

শ্ৰীহেমচন্দ্ৰ গোস্বামী।

# মহাপুৰুষীয়া পথত জাতি ভেদ।

আমি ভালকৈ জানো মহাপুৰুষীয়া পথত জাতিভেদ পুৰা মাত্ৰাই আছে। জাতিভেদ আছে বাবেই আজি কালি বৃত্তিয়াল আৰু নদীয়াল জাতৰ মানুহ বিলাকে কোনো কোনো মহন্তক এৰি দিবৰ ভয় দেখুৱাই জাননী দিছে। সেই মহন্তসকলে জাতিৰ বিচাৰ নকৰা হেতেন একো কথাই নাছিল। তথাপি আজি কালিৰ বঁহীয়া দলে কয় যে মহাপুৰুষৰ পথত আমাৰ জাতি অজাতি নাই। আমি এক ঈশ্বৰৰ পুত্ৰ, সকলো একে জাতৰ আৰু সকলো সমান। বঁহীয়া দলে আৰু কব খোজে যে মহাপুৰুষীয়া ধৰ্ম্মচ্ছুটো চাৰি বেদৰ বাহিৰ কিয়নো বেদে বামুণ মানে, গৰু মানে, দেব দেবী মানে, কিন্তু মহাপুৰুষীয়াই তাকে নেমানে, ইত্যাদি, ইত্যাদি। আমি কওঁ, হে সকলোকে হজম কৰিব পৰা বহীয়া ভ্ৰতাসকল! আপোনালোক গুণাতীত গুণে এইবোৰ কথা আপোনা সকলত নেখাটিব পাৰে কিন্তু মহাপুৰুষসকল গুণাতীত নোহোৱা বাবে তেওঁ বিলাকে থৈ যোৱা ধৰ্ম্মত এইবোৰ বেদ বিধি খাটে। সেই গুণে আমি খাটিছো এতিয়াৰ পৰা আপোনাসকলে মহাপুৰুষীয়া শুদ্ধ নামটো টানি আজুৰি খাস্তাং নকৰি আপোনালোকৰ এই নিৰ্ব্বিকাৰী মহষীয়া দলটোক বহীয়া সম্প্ৰদায় নাম দি আমাৰ নিচিনা সৰু বুধিৰ নৰ মনিচয় জ্ঞান গম্য কৰক। তাত আপোনাসকলৰ বাহাদুৰী বেচিহে হব, কিয়নো এটা নতচুন সম্প্ৰদায়ৰ পয়দা কাৰক বুলি জগতত ঘোষণা থাকিব আৰু নিজেও কেতিয়াবা মহাপুৰুষ বুলি জগতত ঘোষণা থাকিব আৰু নিজেও কেতিয়াবা মহাপৰুষ বুলি নিশ্চয় খ্যাত হব—অন্ততঃ মহৰ্ষী খিতাপটো পাবই পাব।

তলত লিখা চিঠিখন এজন খাঁতি মহপুৰুষীয়া মহন্তই লিখিছে। পঢ়ি চাই, বঁহীয়া সম্প্ৰদায়ৰ তত্ত্ববেত্তা সকলে ততালিকে বুজিব পাৰিব যে মহাপুৰুষীয়া সকলৰ ভিতৰত জাতি বিচাৰ একোৱেই নাই। তাত 'সৰ্ব্বং খলু মিদং ব্ৰহ্মং" কিয়নো শঙ্কৰদেৱে কীৰ্ত্তনৰ প্ৰথম ফাকিত কৈছে নহয়—"প্ৰথমে প্ৰণামো ব্ৰহ্ম ৰূপী সনাতন।" চিঠিখন তলত দিয়া হব।

## চিঠি।

"যথা বিহিত সন্মান—

পত্ৰে সমাচাৰ বিশেষ এই যে আমাৰ ইয়াত কাটনী বুলি এজাত মানুহ আছে,

সিহঁতে হালবাই খেতি কৰে, পাট পলু পুহি সুটা কাতে : সিহঁতে কেনে মানুহ, কোন জাতৰ লগত মিল আমি তাক নাজানো, আমাৰ কোনো মহন্তে, কোচ কলিতা জাতৰ লোকেও সিহঁতৰ পানী ও কটা তামোল ব্যবহাৰ নকৰে। এতিয়া ধনৰ লোভত কেজনমান মহন্তে কাটনীৰ সবাহত বহিছে, সিহঁতৰ পানী ব্যবহাৰ কৰিছে কোমল চাই মাহপ্ৰসাদ চুইছে। গতিকে আমাৰ মনত সন্দেহ হৈ আপোনাৰ ওচৰত জনালো সেই কাম কৰা মহন্তসকলৰ কিবা দোস হৈছেনে নাই, যদিহে হৈছে তেওঁলোকৰ জাতি নষ্ট হৈছেনে অৰ্থাত পুনৰ সংস্কাৰ হব লাগিব নালাগে আৰু অধিকাৰ পদত নিযুক্ত থআকিলে বা আগলৈ সেই পদ পাষ্ঠ ক্ষমতা থাকিলে পদভ্যুত হবনে নহয় (ইয়াৰ উত্তৰ) আৰু আমাৰ মাজত এজনে মহন্তৰ ছোৱালী আনিলে তেওঁ পূৰ্ব্ব জাতি নষ্ট হবনে নহব? যদি হব, তেন্তে সেই মহন্তক আমাৰ ছোৱালী বিবাহ দিব পাৰিবনে নোৱাৰে? যদি নোৱাৰে, দিলে সেই ছোৱালী ও দৰা পতিত হবনে নহয়? সেই মহন্তক পূৰ্ব্ব মালীৰ বংশ বুলি কয়। তেলি মালী আদি কোন কেনে আপুনি বিশেষ জানে গতিকে আপোনাৰ ওচৰত প্ৰাৰ্থনা কৰি জনালোঁ যেন আমালৈ অনুগ্ৰহ কৰি চালে বাকনিয়ে নেসানি বিশ্বাস কৰি শাস্ত্ৰ চাই শিঘ্ৰে উত্তৰ দিবলৈ অনুৰোধ কৰিলো। ইতি।

আপোনাৰ একান্ত বাধ্য,
শ্ৰী ........................মহন্ত।”

## প্ৰাচীন ভাৰতত ৰাজতন্ত্ৰ শাসন।

(পূৰ্ব্বে প্ৰকাশ হোৱাৰ পাছৰ পৰা)

এই অৰ্থশাস্ত্ৰবোৰৰ পৰাই আমি প্ৰাচীন ভাৰতৰ শাসন প্ৰণালীৰ বিষয়ে বিশেষকৈ জানিব পাৰোঁ। অৱশ্যে বহুত হেৰাল, তথাপি আছে তাৰপৰাই আৰু অন্যান্য উপাদানৰপৰা প্ৰাচীন ভাৰতত ৰাজতন্ত্ৰ কেনে আছিল আৰু তাৰ বিষয়ে কেনে ধাৰণা আছিল তাক অলপ আলোচনা কৰিম।

প্ৰথমতে প্ৰশ্ন হব পাৰে এজন ৰজাৰ কিয় আৱশ্যক? অৰ্থশাস্ত্ৰবিলাকে এই প্ৰশ্নৰ এটা প্ৰচলিত উপমাত প্ৰায় একে উত্তৰে দি মহাভাৰতৰ শান্তিপৰ্ব্বত ৰজাৰ আৱশ্যকতাৰ বিষয়ে যিবোৰ কাৰণ দিয়া আছে তাৰ শাৰাংশ হৈছে—যেনেকৈ ডাঙৰ মাছবোৰে পানীত সৰু মাছবোৰ খাই পেলায়, সেইদৰে ৰজা নহলে প্ৰজাবোৰৰ ভিতৰত বলীয়ে নিৰ্ব্বলীৰ ওপৰত অত্যাচাৰ কৰে। পৰিভাষিক কথাত ইয়াক

মৎস্যন্যায় বোলা ব্যয়। অনেক অৰ্থশাস্ত্ৰতে এই বাখ্যান্যায় কথাৰ উল্লেখ পোৱা যায়। সহস্মৃতিত এটা শ্লোক আছে—

যদি ন প্ৰণয়োদ্ৰাজা দণ্ডং দণ্ড্যেস্বতন্দ্ৰিতঃ।
যি মৎস্যামিবাহিংস্যন দুৰ্ব্বলান বলবত্তৰা।।

ৰামায়ণৰ অযোধ্যাকাণ্ডতো অৰাজক জনপদৰ বৰ্ণনাত এই মৎস্যন্যায় কথাফাকিৰ উল্লেখ আছে।

"নাৰীজকে জনপদে স্বক্ ভবতি কস্যচিৎ।
মৎস্যা ইৰ জনা সিত্যং ভক্ষয়ন্তি পৰস্পৰম।।

এজন ৰজাৰ কিয় আৱশ্যক। তাৰ বিষয়ে এই অৰ্থশাস্ত্ৰবোৰত অন্যান্য কাৰণো বহুত দিয়া আছে। কিন্তু আমি সেইবোৰক উল্লেখ কৰিব নোখোজোঁ, বা এই মৎস্যন্যায় কথাফাকি বা কিয় সকলোতে পোৱা যায় তাকো আলোচনা কৰিব নোখোজো। মুঠতে আমি ইয়াকে বুজি লব পাৰোঁ যে অৰাজকতা অতি আৱশ্যকীয় বুলি প্ৰাচীন ভাৰতত লোকৰ দৃঢ় ধাৰণা আছিল।

মানুহৰ মাজত ৰাজপদ কেনেকৈ সৃষ্টি হল (Origin of Kingship) তাৰ বিষয়ে প্ৰাচীন ৰাজনীতিজ্ঞ অৰ্থশাস্ত্ৰকাৰ সকলৰ কি মত আছিল তাক এতিয়া আমি চাব খোজোঁ। প্ৰথমতে সেই মতকে ধৰা যাওক যিটো মতক পাশ্চাত্য পণ্ডিত সকলে Social contiact theory বোলে। ইউৰোপৰ ইতিহাস যিসকলে পঢ়িছে তেওঁবিলাক Social contiact theory কি ভালকৈ বুজি পাব। এই মত প্ৰথমতে Hobbes এ প্ৰচাৰ কৰে, আৰু পিছত Locke আৰু Russean দ্বাৰাই সংবৰ্দ্ধিত আৰু সংশোধিত হয়। ইউৰোপৰ ইতিহাসত আমি এই মতৰ বিষয়ে ইমান পঢ়িবলৈ আৰু শুনিবলৈ পাওঁ, যে আমি ভাবিব খোজোঁ যে অকল ইউৰোপতেইহে এই মতৰ প্ৰচাৰ হৈছিল, আৰু প্ৰাচীন ভাৰচৰ ৰাজ নীতিক্ষেত্ৰত এনে মতৰ উদ্ভৱ হোৱা নাছিল। কিন্তু অৰ্থশাস্ত্ৰৰ ফালে চকু দিলেই এই ভ্ৰমৰ সংশোধন হব। Social contract theory কৌটিল্যৰ জনা আছিল। তেওঁ এই মতক সমৰ্থন কৰিছিল আৰু কয় যে এই মত বহুত দিনৰ আগৰেপৰা প্ৰচলিত আছিল। তেওঁ এঠাইত কৈছে অৰাজক অৱস্থাত মৎস্যন্যায়ৰ মানুহবিলাক প্ৰপীড়িত হৈ প্ৰথমতে বিবস্বতৰ পুতেক মনুক ৰাজপদত নিৰ্ব্বাচন কৰে। মানুহ বিলাকে নিজৰ শস্যৰ ছভাগৰ এভাগ আৰু বেপাৰ ব্যৱসায়ৰ দহ ভাগৰ এভাগ ৰজালৈ দিবৰ নিয়ম কৰিলে। এই বেতনৰ ওপৰত সম্ভৃত হৈ ৰজাই প্ৰজাবৰ্গক নিৰাপদে আৰু পাপৰ পৰা মুক্ত কৰি ৰাখিবলৈ সমৰ্থ হয়। এই কাৰণেই তাপস সকলেও তেওঁলোকৰ গোটোৱা শস্যৰ ছভাগৰ এভাগ দিছিল আৰু কৈছিল যে এই

"টেক্স" দিব লগীয়া কাৰণ ৰজাই ৰক্ষা কৰে।

মহাভাৰতৰ শান্তি পৰ্ব্বতো ঠিক এনে এটা গল্পকে পোৱা যায় আৰু তাৰ সাৰাংশ হৈছে যে মানুহবিলাকে অৰাজকতা অৱস্থাত থাকিব নোৱাৰি মণুক ৰজা নিৰ্ব্বাচন কৰি লয় আৰু সিহঁতৰ শস্যৰ পৰা এক অংশ দিবলৈ নিৰ্দ্ধাৰিত কৰে। বৌদ্ধ সাহিত্যতো ৰাজপদৰ উৎপত্তিৰ বিষয়ে এনে ধাৰণাকে পোৱা যায়। দীঘনিকায়ৰ অগন্ন সূত্তন্তত মানুহ আৰু সমাজৰ ক্ৰমোন্নতি আৰু ক্ৰমবিকাশৰ বিশদ বৰ্ণনা আছে। তাত পোৱা যায় যে মানুহ জাতি প্ৰথমতে ন্যায়পৰায়ণ আৰু সজচৰিত্ৰৰ আছিল; কিন্তু লাহে লাহে অনেক প্ৰকাৰ মানুহৰ সমাজৰ মাজত পাপ, অসদ্ব্যৱহাৰ, চুৰকৰা, মিছা কথা কোৱা ইত্যাদি সোমাবলৈ ধৰিলে। তেতিয়া মানুহবোৰ একেলগে গোটখাই পৰস্পৰৰ পৰামৰ্শলৈ, সিহঁতৰ ভিতৰত পৰা অতি সুশ্ৰী, ক্ষমতাশালী আৰু সজ চৰিত্ৰৰ এজনক সিহঁতৰ ওপৰত ৰজা পাতিলে আৰু ৰজাক কলে হে সৎপুৰুষ আহা, আমাৰ ভিতৰত প্ৰায়বোৰ দুষ্ট আছে আৰু শাস্তি পাবৰ যোগ্য, সিহঁতক শাস্তি দিয়া, দণ্ডদিয়া বা নিৰ্ব্বাসন কৰা। আমি তোমালৈ আমাৰ শস্যৰ এক অংশ দিম।" তেতিয়া ৰজাই নিজৰ কৰ্ত্তব্য হাতত ললে আৰু তিনটা উপাদান পালে। সকলোৰে সম্মতত নিৰ্ব্বাচিত হোৱাৰ কাৰণে তেওঁৰ মহাসম্মত নাম হল, ক্ষেত্ৰবোৰৰ গৰাকী কাৰণে তেওঁৰ নাম ক্ষত্ৰিয় হল আৰু "ধৰ্ম্মেণপৰে ৰঞ্জে, তীতি" অৰ্থাৎ ধৰ্ম্মৰে পৰক ৰঞ্জন কৰে কাৰণে তেওঁৰ নাম ৰজা হল। উত্তৰ ভাৰতৰ বৌদ্ধবিলাকৰ মহাবস্তু নামে এখন গ্ৰন্থতো প্ৰায় এনে ধাৰণৰ বৰ্ণনাকে পোৱা যায়। বৌদ্ধবিলাকৰ ভিতৰত ৰজাৰ উৎপতিৰ বিষয়ে এনে ধাৰণা ইমান বিস্তাৰিত হৈছিল যে মহাসম্মতৰ এই গল্পটো চিলন, বৰ্ম্মা, তিবেতৰ নিচিনা আঁতৰ আঁতৰ দেশবোৰৰ বৌদ্ধ সাহিত্যতো পোৱা যায়।

ওপৰত আমি যি কৈ আহিছিলোঁ, তাৰ পৰা বুজিব পাৰি যে প্ৰাচীন অৰ্থশাস্ত্ৰকাৰ সকলৰ মতে এটা সমাজৰ বন্দবস্তৰ পৰা ৰজাৰ শাসনৰ আৰম্ভ হয়। আদিতে মানুহবোৰে প্ৰত্যেকেই নিজে নিজে নিজৰ নিমিত্তে যিমান পাৰে লবলৈ চেষ্টা কৰি খোৱা-কামোৰা কৰি আছিল, আৰু সিহঁতৰ সুখ-শান্তি নাইকিয়া হৈছিল। মানুহৰ একেবাৰেই স্বাধীন অৱস্থাত এদিৰে যুজ-বাগৰ বৈ আছিল, আৰু সকলোৱে যেতিয়া অন্ত হৈ এজন ৰজাৰ শাসনৰ তললৈ আহিল তেতিয়া সিহঁতে এই যুজ-বাগৰৰ পৰা মুক্তি পালে। এই খিনিতে নকলেও হব যে সমাজৰ আৰু ৰজাৰ শাসনৰ উৎপত্তিৰ বিষয়ে এই মতটো সচাকৈয়ে অৰ মত সৈতে প্ৰায়ে মিলে। Hobbes অৰ মতে এই সামাজিক বন্দবস্তৰ দ্বাৰাই ৰজাৰ হাতত সম্পূৰ্ণ সৰ্ব্বেসৰ্ব্বা ক্ষমতা (absolute

power) দিয়া হয়। হিন্দু অৰ্থশাস্ত্ৰৰ কিন্তু যি Social Contract Theory সি ইয়াক নুবুজায়। এই মতেৰে যদিও ৰজাক সকলোৰে ওপৰত শাসন কৰিবলৈ দিয়া হৈছিল তথাপি ৰজা ভৃত্যস্বৰূপ আছিল। নিয়ম প্ৰণালীৰ ওপৰত ৰজাৰ একো হাত নাছিল; ৰজাই নিজে প্ৰজাৰ নিয়ম প্ৰণালী মানি চলিব লাগিছিল। প্ৰাচীন ভাৰতৰ ৰজাক আজিকালিৰ Republic President অৰ নিচিনাই বুলিব পাৰি, এটা বিশেষ প্ৰভেদ এই যে President সময়ে সময়ে নিৰ্ব্বাচিত হয় কিন্তু ৰজা পিতৃপুত্ৰানুক্ৰমে হয়। প্ৰাচীন ভাৰতৰ ধাৰণাত ৰজাই প্ৰজাৰ পৰা যি কৰ পাইছিল সি মাথোন তেওঁৰ বেতনহে আছিল। অকল অৰ্থশাস্ত্ৰবোৰৰে এনে মত নাছিল, ধৰ্ম্মশাস্ত্ৰকাৰ সকলৰো এই মতেই আছিল। খৃঃ পূঃ পঞ্চম শতিকাত বৌধায়নে তেওঁৰ ধৰ্ম্মশাস্ত্ৰত কৈছিল "ষড় ভাৰতৰ শান্তি পৰ্ব্বত এঠাইত বেতন' শব্দটোৰ ব্যবহাৰ কৰা আছে; তাত আছে যে ৰজাই ৰক্ষা কৰাৰ বাবে বেতন কৰ আদি প্ৰজাৰপৰা পাব। শান্তি পৰ্ব্বত আৰু লিখা আছে যে যদি কোনো প্ৰজাৰ ধন বস্তু চোৰে চুৰ কৰি নিয়ে, আৰু যদি ৰজাই তাক উলিয়াই দিব নোৱাৰে তেন্তে ৰজাই নিজৰ পৰা তাক দিব লাগিব। কৌটিল্যয়ো অৰ্থশাস্ত্ৰত এই নিয়ম বান্ধি গৈছে। ধৰ্মশাস্ত্ৰকাৰ গৌতমেও এই নিয়ম প্ৰচাৰ কৰিছিল। ইয়াৰ পৰা স্পষ্ট বুজিব পাৰি যে ৰজাই যি কৰ আদি পাইছিল সি প্ৰজাবিলাকৰ কাম কৰি দিয়াৰ বাবে বেতন স্বৰূপেহে পাইছিল। প্ৰজাৰ কোনো ক্ষতি হলে ৰজাই আন ৰকমে ক্ষতি পূৰণ কৰিব নোৱাৰিলে নিজৰ পৰাই ক্ষতি পূৰণ কৰিব লাগিছিল। ইয়াৰ পৰা আমি কেতিয়াও ভাবিব নোৱাৰোঁ যে ৰজাৰ ক্ষমতা সৰ্ব্বেসৰ্ব্বা (absolute) আছিল। আৰু ইয়াতেই হিন্দুৰ Social Contarct Theory ৰ আৰু Hobbes অৰ Social Contract Theory ৰ পৃথকত্ব, আৰু ইয়াৰ পৰাই হিন্দুৰ theory বিশেষ উন্নত বুলি বোধ হয়।

ৰজাৰ শাসন যে এটা সামাজিক বন্দবস্তৰ পৰা আৰম্ভ হয় ইয়াৰ বিষয়ে হিন্দু অৰ্থশাস্ত্ৰকাৰ সকলৰ কি মত আছিল তকা আমি দেখিলো। এতিয়া আমি আন এটা মতৰ আলোচনা কৰোঁ, যাক পাশ্চাত্য পণ্ডিতসকলৰ মতে Divine origine of Kingsnip বুলি জনা যায়। এই মতটো হিন্দু অৰ্থশাস্ত্ৰকাৰ সকলৰ অবিদিত নাছিল। শান্তিপৰ্ব্বত যুধিষ্ঠিৰে ভীষ্মক প্ৰশ্ন কৰে—"ই কি আচৰিত, যে আনবোৰৰ নিচিনা এটা মানুহেই সমস্ত মানুহবোৰৰ ওপৰত শাসন কৰে?" তেতিয়া ভীষ্মই উত্তৰ দিয়ে যে সত্যযুগত সকলো মানুহেই ধাৰ্ম্মিক আৰু ন্যায়পৰায়ণ আছিল। কিন্তু পিছত লোভ, মোহ, ক্ৰোধ আদিৰে অভিভূত হোৱাত সিহঁতৰ মাজত অসুখ অশান্তি হবলৈ ধৰিলে। তেতিয়া দেৱতা সকলে ভয় কৰি বিষ্ণুক আৰাধনা কৰিলে, আৰু বিষ্ণুৱে তেওঁৰ অংশজাত পৃথু বৈণ্যক পৃথিবীত ৰজা হবলৈ অনুমতি কৰিলে। সকলো

দেৱতা, সকলো ঋষিয়ে আহি তেওঁক ৰাজপদত অভিষিক্ত কৰে। ৰজা নৰদেৱ; এই নৰদেৱ আৰু দেৱৰ ভিতৰত কোনো প্ৰভেদ নাই। ৰজা দেৱতাৰ অংশ বুলিয়েই সকলোৰে ওপৰত শাসন কৰিবলৈ সমৰ্থ হয়। শতপথ ব্ৰাহ্মণতো ৰজা যে দেৱতাৰ অংশ এই ধাৰণাটো পোৱা যায়।

এই খিনিতে এটা প্ৰশ্ন হব পাৰে। ৰজাই দেৱতাৰ অংশ বুলি গৰ্ব্বিতা হৈ যিহকে ইচ্ছা তাকেই কৰিব পাৰিছিল নে? ৰজাই যাতে ন্যায়ে অন্যায়ে, যথেচ্ছা একো কৰিব নোৱাৰে এনে কিবা বাধা আছিল নে? যিবিলাকে সামাজিক বন্দবস্তৰ মত মানিছিল তেওঁবিলাকেতো ৰজাৰ ক্ষমতাৰ অপব্যৱহাৰ মুঠেই সহ্য নকৰিব। আৰ্য্যদেৱৰ নিচিনা এজন সংসাৰত্যাগী বৌদ্ধ সন্ন্যাসীয়েও এজন ৰজাৰ সামান্য দৰ্প দেখি কৈছিল 'গণদামস্য তে দৰ্পঃ বড ভাগেন ভূতস্য কঃ?" যিবিলাকে ৰজাক দেৱতাৰ অংশ বুলি মানিছিল, সিবিলাকেও ৰজাৰ অত্যাচাৰ মুঠেই নসহিছিল। ইউৰোপতো Christian Fathers আৰু Appstles বিলাকে Divine right of Kings বুলি এটা মত প্ৰচাৰ কৰিছিল, আৰু আমি জানো এই মতৰ পৰা কেনে অন্যায় আৰু অনিষ্ঠকৰ ফল ফলিছিল। ইংৰেলণ্ডৰ ৰজা দ্বিতীয় জেমচে ১৬৮৯ খৃষ্টাব্দত পাৰ্লিয়ামেণ্টত যি কৈছিল তাক শুনিলে আচৰিত হব লাগে। তেওঁ কৈছিল—"Kings are justly called Gods% for they exercise a manner of resemnlance of divine powerroon earth. For if you will consider the attribites of God, you shall see how they agree in the person of king. God hath power to create for destory, make of unmake at his pleasure to give life or send death, to judge all and accountable to none. And the like power have Kings. They make and unmake their subjects; they have power of resising up or casting down; of life and death; judges over all subjects and in all acses, yet accountable to none but God. They have power to exalt city things and abase shigh things and to make of their subjects like men at chess.'

ৰজাৰ ক্ষমতা ইয়াতকৈ আৰু বেছি বঢ়াব নোৱাৰে।

সৌভাগ্য ক্ৰমে প্ৰাচীন ভাৰতত ৰজাক যদিও দেৱতাৰ অংশ বুলি মানিছিল তথাপি এনে অসংযত ভাবে আৰু অজ্ঞান ভাবে ন্যায়পথ অতিক্ৰম নকৰিছিল।

অনেক দিনৰ পিছৰ অৰ্থশাস্ত্ৰ শুক্ৰনিতিতো কোৱা আছে—"যি ৰজা সৎপথাবলম্বী তেওঁ দেৱতাৰ অংশ, যি ৰজা অসৎপথাবলম্বী তেওঁ অসুৰ, ৰাক্ষসৰ অংশ।" ইয়াৰ পৰা আমি বুজিব পাৰো যে ৰজা নৰদেৱ সেই পৰ্য্যন্ত, যি পৰ্য্যন্ত তেওঁ সৎপথে, ন্যায় ভাবে, শাসন কৰে, আৰু অন্যথা তেওঁ নৰদেৱ পদৰ অনুপযুক্ত। ৰজা দেৱতাৰ অংশ বুলি যি মত প্ৰাচীন ভাৰতত প্ৰচাৰিত হৈছিল সি এই দৰে উচিত আৰু

উপযুক্ত 'সীমাৰ ভিতৰত আবদ্ধ আছিল। ভাৰতৰ অৰ্থশাস্ত্ৰকাৰবিলাকে কোনো ঠাইতে ৰজাৰ সামান্য অত্যাচাৰ বা অসদ্ব্যৱহাৰো সহ্য কৰিব খোজা নাই। তেওঁবিলাকে পুণৰ পুণৰ নিয়ম কৰিছে যে ৰজাই জিতেন্দ্ৰিয় হোৱা শত্ৰুষড়্বৰ্গ জয়কৰা, নিতান্ত আৱশ্যক। কৌটিল্যই এঠাইত কৈছে যে যি শত্ৰু জিতেন্দ্ৰিয় নহয়, বলী হলেও সেই শত্ৰুক আক্ৰমণ কৰিব পাৰি, কিয়নো অজিতেন্দ্ৰিয় ৰজাই কেতিয়াও প্ৰজাৰ ভিতৰত সুশাসন চলাব নোৱাৰে আৰু ফলত প্ৰজাৰ ভিতৰত অশান্তি হৈ প্ৰজা ৰজাৰ প্ৰতি অনুৰাগহীন হয়; তেতিয়া সিহঁতে কেতিাও ৰজাৰ পক্ষপাতী নহয়, আন কি অন্যায়বান ৰজাক গোটখাই আক্ৰমণ কৰিব পাৰে আৰু হত্যা কৰিব পাৰে। মহাভাৰততো লেখা আছে—"যি ৰজাই সুশাসন নকৰে, প্ৰজাক ৰক্ষা নকৰে, যি ৰজা মাথোন প্ৰজাৰ পৰা ধন-বস্তু শুহি নি দৈন্য দুৰ্ভিক্ষত প্ৰজাক নিপীড়িত কৰে এনে পাপী, অত্যাচাৰী ৰজাক সোনকালে নিৰ্ম্মূল কৰিবলৈ প্ৰজাবৰ্গ সমবেত হব আৰু সচেষ্ট হব। যি ৰজাই প্ৰজাক কয় যে তেওঁ সিহঁতৰ ৰক্ষা কৰ্ত্তা, ত্ৰাণকৰ্ত্তা, কিন্তু বাস্তবিকে ৰক্ষা নকৰে বা কৰিবৰ অনুপযুক্ত, সেই ৰজাক প্ৰজাসবে লগলাগি, এটা কুকুৰ বলিয়া হলে যেনেকৈ মাৰি পেলোৱা হয়, তেনেকৈ মাৰি পেলাব।" মহাভাৰতত এই দৰে যি লিখা আছে তাৰ পৰা আমি বুজিব পাৰোঁ যে প্ৰাচীন ভাৰতত, অত্যাচাৰী ৰজা হলে প্ৰজা বৰ্গই সেই ৰজাক নিপাত কৰিবলৈ সাজু হোৱাৰ উদাহৰণ আছিল। আৰু অৰ্থশাস্ত্ৰ বোৰে যে এনে নিয়ম কৰি গৈছিল তাৰ পৰা আমি বুজিব পাৰোঁ যে ৰজাই এই নিয়মৰ দ্বাৰা তেওঁৰ নিজৰ কাৰ্য্য-কলাপত অনেক পৰিমাণে নিয়ন্ত্ৰিত হৈছিল।

কিন্তু এই খিনিতে এটা প্ৰশ্ন হব পাৰে। ৰজাই অতিশয় অন্যায় আচৰণ কৰিলে, অতি কুশাসন প্ৰবৰ্ত্তালে, প্ৰজাই দমন কৰিছিল, হব পাৰে; কিন্তু কোনো বন্ধা নিয়ম-প্ৰণালী আছিল যি ৰজাৰ যথেচ্ছা শক্তিক বাধা সীমাবদ্ধ কৰি ৰাখিছিল? আছিল প্ৰাচীন ভাৰতৰ শেষ ভাগতে, খৃষ্টাব্দ আগে পাছেও আছিল, তাৰ আগৰ প্ৰাচীন ভাৰতততো আৰু বেছি আছিল। আজিও ভাৰতৰ সকলো মানুহৰ মাজতে, সকলো সমাজতে নিজে নিজে পৰিচালিত হবৰ নামৰে এটা উৎসাহ দেখা যায়, যগিও এই উৎসাহ আগতকৈ অনেক পৰিমাণে কমিল আৰু নুমাও নুমাও অৱস্থাতহে আছে। প্ৰাচীন ভাৰতত প্ৰত্যেক গাৱঁেই, প্ৰত্যেক নগৰেই, প্ৰত্যেক প্ৰদেশেই, স্বৰাজ্যৰ এটি এটি উজ্জ্বল মুৰ্ত্তি আছিল। এনে ধৰণৰ স্বৰাজ সংগঠন, বেপাৰ বাণিজ্য ব্যৱসায়ী বিলাকৰ ভিতৰতো আছিল, আৰু ইমান ক্ষমতাশালী আছিল যে সিহঁতৰ সৈন্য সীমিত আছিল আৰু আৱশ্যক হলে, সময়ে সময়ে, ৰজাক সহায়ো কৰিছিল। প্ৰচীন

ভাৰতত ৰজাৰ ক্ষমতা এই দৰে চৰিউপিনে স্বায়ত্ত শাসনেৰে পৰিচালিত হয়। সসৰু অথচ অসংখ্য সমিতিবিলাকেও (Constituencies) আবৃত্ত আৰু অলপ আছিল। ৰজাই এইবোৰত অপেক্ষা কৰিব নোৱাৰিছিল আৰু সেই কাৰণেই হিন্দু অৰ্থশাস্ত্ৰবিলাকে নিয়ম কৰি কৈছে যে ৰজাই এই সমিতি বোৰক মানিব আৰু সিহঁতৰ পৰামৰ্শ ল'ব। আমি আৰু কব পাৰোঁ, যে ৰজায়ো নিজৰ ক্ষমতা যে সীমাবদ্ধ এই বিষয়ে জানিছিল। তেলপট্ট জাতকৰ এটা উদাহৰণৰ পৰা আমি তাক বুজিব পাৰোঁ। এজনী যক্ষিণীয়ে অতীৱ সুন্দৰী মোহিনী মূৰ্ত্তি কৰি তক্ষশিলাৰ এক ৰজাক মোহিত কৰিছিল। ৰজাৰ প্ৰাণ মন মোহিনীৰ ওপৰত ইমান আকৃষ্ট হৈছিল যে ৰজাৰ অন্তৰত আৰু অন্য ভাবৰ ভাবনাই ঠাই নেপাইছিল। যক্ষিণীয়ে বুজিব পাৰিলে যে তাই ৰজাক সম্পূৰ্ণ বশ কৰিলে আৰু এতিয়া তাই যিহকে বুজিব তাকে ৰজাই দিব। এই ভাবি ৰজাক দান খুজিলে যে তেওঁৰ ৰাজ্যৰ ওপৰত তাইৰ ক্ষমতা দিব লাগে। যদিও ৰজা সেই যক্ষিণীৰ পৰম লাৱণ্যত বিমুগ্ধ হৈছিল, তথাপি কি উত্তৰ দিলে? ৰজাই কলে—"হে দেবী, ৰাজ্যৰ শাসনৰ ওপৰত মোৰ কোনো হাত নাই। মই সিহঁতৰ গৰাকী নহওঁ। যিবোৰে অন্যায় অত্যাচাৰ কৰে সেই বোৰৰ ওপৰতহে মোৰ ক্ষমতা আছে। মোৰ ৰাজ্যৰ ওপৰত তোমাৰ কোনো কোনো ক্ষমতা দিবলৈ মই গৰাকী নহওঁ, মই কেতিয়াও দিব নোৱাৰোঁ। মোৰ যে এই সুন্দৰ ৰাজপ্ৰাসাদ দেখিছা, তাৰ মই গৰাকী মই তাক দিছোঁ লোৱা।" ইয়াৰ পৰা আমি স্পষ্ট আৰু নিঃসংশয় ভাবে বুজিব পাৰোঁ যে প্ৰাচীন ভাৰতত ৰজাৰ ক্ষমতা অকল দুষ্টক দমন কৰাতেইহে আছিল। ৰাজশক্তি আৰু ইয়াতকৈ বেছি সীমাবদ্ধ হব নোৱাৰে। একপন্নজাতকত আৰু এটা গল্প আছে। এক ৰজাৰ এটা বৰ দুৰ্দ্দান্ত পুতেক আছিল আৰু সেই কাৰণেই তাক দুষ্ট কুমাৰ নাম দিয়া হৈছিল। ৰজাই পুতেকক সন্ত কৰিবৰ নিমিত্তে এজন সাধুৰ হাতত দিলে। সাধুৱে তাক এটি দুপতীয়া নিম পুলিৰ ওচৰলৈ লৈ গল আৰু এটা পাত চোবাই চাবলৈ কলে। ৰজাৰ লৰাই পাতটো চোবাই থুথু কৰি উলিয়াই পেলালে, আৰু নিম পুলিটো উঘালি মোহাৰি পেলাই কলে—"এই পুলিটো এতিয়াই বিষদসদৃশ, ডাঙৰ হলে ই মৃত্যু সংঘটাব।" তেতিয়া সাধুজনে কলে—"ৰাজকুমাৰ, বিষসদৃশ পুলিটো আগলৈ আৰু বিষময় হব বুলি ভাবি মোহাৰি পেলালা, ঠিক এই দৰেই তোমাৰ নিচিনা দুষ্ট ৰাজপুত্ৰই আগলৈ প্ৰজাৰ ভিতৰত অন্যায় অত্যাচাৰ কৰিব বুলি ভাবি, প্ৰজাই তোমাক কেতিয়াও সিংহাসনত উঠিবলৈ নিদিয়ে আৰু বনলৈ খেদি পঠিয়াব।" ইয়াৰ পৰা বুজিব পৰা যায় যে ৰজাৰ ক্ষমতা যে প্ৰজাৰ অধীন আছিলেই, আৱশ্যক হলে ৰাজপুত্ৰকো সিংহাসনত উঠাত বাধা দিব পাৰিছিল। এনে এটা উদাহৰণ আমি

মহাভাৰতৰ উদ্যোগ পৰ্ব্বত পাওঁ। প্ৰতীপ নামে এজন ৰজাই বুঢ়া হলত তেওঁৰ জ্যেষ্ঠ পুত্ৰ দেৱাপিক ৰজা পাতিবলৈ আয়োজন কৰিলে। দেবাপি বৰ গুণবান আছিল। কিন্তু তেওঁৰ গাত চৰ্ম্ম ৰোগ আছিল আৰু সেই কাৰণে প্ৰজাৰ মতে ৰজা হবৰ অযোগ্য। সকলো প্ৰজাই তেওঁক ৰজা পাতিব খোজাত আপত্তি কৰিলে। ৰজাই কান্দি কান্দিও প্ৰজার মতক মানি চলিব লাদিছিল। ৰামায়ণতো আমি পাওঁ যে দশৰথে ব্ৰাহ্মণবিলাকৰ, বলমুখ্যবিলাকৰ পৌৰবিলাকৰ আৰু জানপদবিলাকৰ সকলোৰে অনুমতি লৈহে ৰামক ৰজা পাতিবলৈ আয়োজন কৰিছিল।

আমি ওপৰত যি দেখি আহিলোঁ তাৰ পৰা নিঃসন্দেহে বুজিব পাৰোঁ যে প্ৰাচীন ভাৰতত ৰজাৰ ক্ষমতা কেতিয়াও যথেচ্ছা (arbitrary) বা সৰ্ব্বেসৰ্ব্বা (absolute) হব নোৱাৰিছিল। সকলো অৰ্থশাস্ত্ৰ ধৰ্ম্মশাস্ত্ৰই ৰজাৰ ক্ষমতাক সীমাবন্ধ কৰি ৰাখিছিল। যদি কাৰবার হেৰোৱা বা চুৰ কৰি নিয়া বস্তু ৰজাই উলিয়াই দিব নোৱাৰিছিল, তেতিয়া ৰজাই নিজৰ পৰা তাক দিব লাগিছিল। ৰজাই প্ৰজাৰ মতক কেতিয়াও অবমাননা কৰিব নোৱাৰিছিল, আৰু সকলো প্ৰজাৰ যি মত সেই মতে চলিব লাগিছিল।

ৰজা যে ন্যায় অন্যায় বিচাৰশূন্য হব নোৱাৰিছিল, অসৎপথাবলম্বী হব নোৱাৰিছিল, ৰজাৰ যে ক্ষমতা যথেচ্ছা পৰিচালিত হব নোৱাৰিছিল তাৰ এটা কাৰণ আছে। যদি ৰজাই সুশাসন নচলায়, সত্যপৰায়ণ, ন্যায়পৰায়ণ প্ৰজাবোৰে তেওঁৰ ওপৰত অসন্তুষ্ট আৰু দেশত অশান্তি হব—ৰজাৰ মতত যে এনে ধাৰণা সদায় আছিলেই, তাৰ উপৰিও ৰজাৰ আগত এটা উচ্ছ আধ্যাত্মিক আদৰ্শ আছিল। শান্তিপৰ্ব্বতো লেখা আছে যে প্ৰজাৰ পাপ পুণ্যৰ চাৰি ভাগৰ এভাগ ৰজালৈ যায়। উদ্যোগ পৰ্ব্বতো এনেকৈ কোৱা আছে আৰু তাত এটা প্ৰশ্ন আছে যে ৰজাই যুগৰ প্ৰবৰ্ত্তন কৰে নে যুগে ৰজাৰ প্ৰবৰ্ত্তন কৰে? তাৰ উত্তৰ দিয়া আছে—"মই কালস্য কাৰণম্।" অৰ্থাৎ যদি ৰজা ধাৰ্ম্মিক হয়, সাধু হয়, আৰু যথাযোগ্য দণ্ডনীতিৰ পৰিচালনা কৰি সুশাসন প্ৰবৰ্ত্তায় তেনেহলে সত্যযুগ প্ৰবৰ্ত্তিব আৰু যদি ৰজা পাপত নিমগ্ন, কপটাচায় অত্যাচাৰী, কৰ্ত্তব্যজ্ঞান হীন হয় আৰু কুশাসন প্ৰবৰ্ত্তায়, তেনেহলে কলিযুগ প্ৰবৰ্ত্তিব, আৰু প্ৰজাৰ মাজত পাপ অন্যায়, অত্যাচার দৈন্য দুৰ্ভিক্ষাদি হব। ইয়াৰ পৰা আমি বুজিব পাৰোঁ যে সুশাসন বা কুশাসন প্ৰবৰ্ত্তন কৰাত, আৰু প্ৰজাক পুণ্য পথে বা পাপ পথে চালিত কৰাত ৰজাই সম্পূৰ্ণ দায়ী এটা বিশ্বাস ৰজাৰ মনত সদায় জাগি আছিল যে প্ৰজাৰ পাপ-পুণ্যৰ এভাগ ৰজালৈ যাব। অৱশ্যে, আজ্জি কালি দিনত, যি দিনত লোকে একোতে বাস কৰিব নোখোজে, পৰজন্ম পৰলোকৰ অস্তিত্বৰ বিষয়ে সন্দেহ হয় আৰু একো নিশ্চয়তা পোৱা নেযায়, এই দিনত পাপ পুণ্যৰ

ধাৰণাই আমাৰ মন কোমলাব বা দৌৰাব নোৱাৰে। কিন্তু প্ৰাচীনকালত, যি সময়ত আধ্যাত্মিক জীবনক, ক্ষণিক ভৌতিক দেহতকৈ বেছি অনুভব কৰিছিল, পৰলোক পৰজন্মক ইহলোক ইহজন্মতকৈ বেছি স্পষ্টৰূপে দেখিছিল, সেই সময়ত প্ৰজাৰ পাপ-পুণ্যৰ ভাগ যে ৰজালৈ যায় এই বিশ্বাসে কিমান কাৰ্য্য কৰিছিল, ৰজাক সুশাসনত কিমান প্ৰণোদন দিছিল, তাৰ বিষয়ে ধাৰণা কৰিবলৈ আমি একো টান নেপাওঁ।

শ্ৰীদিবাকৰ গোস্বামী,
১২।১২।২০

# শ্ৰীশ্ৰী ঁ দেবদামোদৰ দেৱ, শ্ৰীশ্ৰী ঁশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰী ঁহৰি দেৱ।

(ৰমানন্দ দ্বিজকৃত চৰিত্ৰৰ আলোচনা)

আমি এতিয়া ৰমানন্দ দ্বিজকৃত শঙ্কৰদেৱৰ চৰিত্ৰ সমালোচনা কৰিবলৈ লগোঁ। লগে লগে ঁমাধৱদেৱৰ বিষয়েও সেই পুথিত যি যি আছে সেয়া ৰাইজৰ আগত ডাঙ্গি ধৰিম। আমি যিখন সাঁচিপতীয়া পুথি পাইছোঁ সেইখন দীঘলে ২৪ ইঞ্চি, পথালিয়ে ৬ ইঞ্চি আৰু ইয়াত পাত আছে ১২০ টা। এই পুথিখনত শঙ্কৰদেৱৰ চৰিত্ৰত শ্ৰীশ্ৰী মাধবদেৱ ভবানীপুৰীয়া গোপাল শ্ৰীশ্ৰীৰাম আতা, যদুমনি আতা এই পুথিত বৃত্তান্ত আছে।

পুথিখনৰ ৰচনাকাৰক ৰমানন্দ দ্বিজ, তাত বাজে এই পুথিৰ পৰা তেওঁৰ বিষয়ে কোনো কথা জানিব পৰা নাযায়। বংশীগোপাল চৰিত্ৰৰ লিখিকৰ নামো ৰমানন্দ দ্বিজ, কিন্তু তেওঁ এইজন ৰমানন্দ নহয়। তেনেহলে এও কোন? ৰামগোপাল নামে এজন মানুহে গোপাল আতাৰ চৰিত্ৰ লিখিছে। তেওঁ গ্ৰন্থৰ আৰম্ভণতে লিখিছে যে তেওঁ সেই চৰিত্ৰ স্বৰ্গী ৰজাৰ মহামন্ত্ৰী মজিন্দাৰৰ অনুৰোধত লিখিছে, আৰু লিখিছে :—

“আমাৰ পৰম গুৰু দেবতা ঈশ্বৰ।
কৰিলন্ত পদ শঙ্কৰৰ চৰিত্ৰৰ।।
মাধবৰ চৰিত্ৰক পদে নিবন্ধিলা।
সেহি সঙ্গে গোপালৰ চৰিত্ৰ বৰ্ণাইলা।।
তাহাৰ যে কিছু ৰৈলা শেষ বৰ্ণনাৰ।
কৰিবো বৰ্ণন চৰিত্ৰক গোপালৰ।।”

সেই চৰিত্ৰৰে আৰু এঠাইত লিখিছে ঃ—

শ্ৰীৰামদেৱৰ, পুত্ৰ হেন ভাব,
ধৰিয়া ভৈলা উদয়।
নাম ৰমানন্দ, তান পদ দ্বন্দ,
ভজিছোঁ কৰি নিচ্ছয়।।
তান অনুগ্ৰহে, যেন কৰ্ণ পথে,
শুনিছোঁহো কথাচয়।
অনন্ত চৰিত্ৰ, নিমিষে বৰ্ণাইবে,
শক্তি পুনু নাহিকয়।।
তথাপিতো কিন্তু, অনুষ্টুপ ৰূপেু,
কৰিলোঁহো বৰ্ণনক।

এই দুই টোকাৰ পৰা জনা গল যে ভবানীপুৰীয়া গোপাল আথাৰ চৰিত্ৰ লিখক ৰামগোপালৰ গুৰু আছিল, ৰমানন্দ আৰু তেওঁ শঙ্কৰ চৰিত্ৰ এখন লিখিছিল আৰু তাতে মাধব আৰু গোপাল আতাৰ চৰিত্ৰও লিখিছিল; কিন্তু গোপাল আতাৰ চৰিত্ৰ সম্পূৰ্ণকৈ লিখা নহল বাবে, তেওঁ তাক বৰ্ণনা কৰিলে। ইয়াৰ পৰা আৰু জনা গল যে তেওঁৰ গুৰু ৰমানন্দ শ্ৰীৰাম আতাৰ পুত্ৰ। এই শ্ৰীৰাম আতা ভবানীপুৰীয়া গোপাল আতাৰ শিষ্য আৰু আইঁতগুৰি সত্ৰৰ প্ৰতিস্থাপক আছিল। গোপাল আতাৰ আৰু এজন প্ৰধান শিষ্য আছিল অনিৰুদ্ধ। এই অনিৰুদ্ধই ভাগবতৰ ৪ৰ্থ আৰু ৫ম স্কন্ধৰ পদ কৰে। ৪ৰ্থ স্কন্ধৰ এঠাইত লিখিছে যে পুৰঞ্জনা উপাখ্যান তেওঁ এই শ্ৰীৰাম আতা বা ৰামচন্দ্ৰৰ বাক্য অনুসৰি লিখে,

"ৰামচন্দ্ৰ, গুৰু হৰিভক্তি শুধাশয়। কথা কৰিবাক তেহোঁ বুলিলা নিশ্চয়। বৈষ্ণৱৰ বচনক কৰি শিৰোগত। কৰিলোঁ। পয়াৰ যেন পড়িল মনত।"

সেই গুণে শ্ৰীৰাম আতাই একো লিখি থৈ নগলেও তেওঁ এজন সাহিত্যপ্ৰিয় লোক আৰু পৰম বৈষ্ণৱ আছিল আৰু তেওঁৰ পুত্ৰ ৰমানন্দও এজন প্ৰধান জীৱন চৰিত লিখক আছিল।

এই পুথি খনৰ নকল কৰোতা জনে এইদৰে লিখিছে ঃ—

সোনামুৰা দলৈ, নামত প্ৰসিদ্ধ,
দৈৱজ্ঞ কুলে প্ৰধান।
স্বৰ্গ নৃপতিৰ, ৰগৰগ্ৰাম পুহে
নিবাস জানিবা তান।।

বহু গুণগন, কৰয় প্ৰকাশ,
জ্যোতিষ শাস্ত্ৰে পণ্ডিত।
তাহান তনয়, নাম ময়ূৰধ্বজ
ধৰ্ম্মিষ্ঠি শুদ্ধ আসয়।
স্বৰ্গ নৃপতিক, মন্ত্ৰনাত তুষ্ট
কৰিয়া যিটো থৰয়।।
মজুন্দাৰ নাম, জগতে প্ৰখ্যাত
বহুগুণ প্ৰচাৰয়।
হস্তি ঘোড়া দোলা, পৰম ঐশ্বৰ্য্য
বিভবৰ সীমা নোহয়।।
বঢ়ীতুতা দোষ, নধৰিবা মোৰ,
সভাসদ সমস্তয়।
পৰম অজ্ঞানী, মুৰ্খ হেন জানি,
ক্ষমিবাৰ যোগ্য হয়।।

পুথি খনত ৩১০১ পদ। লিখা বা নকল কৰা সমাপ্ত হৈছিল ১৭৩০ শকত আঘোন মাহৰ ১৫ দিন যোৱাত।

এই চৰিত্ৰখনত আদিৰ পৰা অন্তলৈকে ব্ৰাহ্মণ্য ভাব বৰ্ণাশ্ৰম ধৰ্ম্ম সুন্দৰ ৰূপে ৰক্ষিত হৈছে। আৰম্ভণতে শ্ৰীকৃষ্ণৰ অবিৰ্ভাবৰে পৰা প্ৰভাসত বৈকুণ্ঠ প্ৰয়ান হোৱালৈকে অতি সুন্দৰে কৃষ্ণলীলা চমুকৈ বৰ্ণাইছে। পিছত শঙ্কৰদেৱ স্বৰূপে অবতাৰ হোৱাৰ কাৰণ কি সুন্দৰে বৰ্ণাইছে তাক দেখুৱাবলৈ এই পদ কেইফাকি তুলি দিলোঁ।

যেতিক্ষণে বৈকুণ্ঠক গৈলা হৃষিকেষ।
তেখনে অধৰ্ম্মে আসি ঘুড়িলেক দেশ।।
ঘোৰ কলিকাল আসি মিলিল সম্প্ৰতি।
অন্য দেৱ অন্য ধৰ্ম্মে কৰে লোক ৰতি।।
কৃষ্ণকথা নামগুণ নজানয় কেৱ।
হংস ছাগ কাটি মাত্ৰ পুজে অন্যদেৱ।।
মৃত প্ৰেত পিশাচকো কৰে বলিদান।
ৰাম দেবতাত বিনে নজানয় আন।।
ধৰ্ম্মৰে নামক নকৰয় হৰি ৰব।
শুভ শুভ বুলি মাত্ৰ কৰন্ত উৎসৱ।।

নুপুজে হৰিক নকৰয় হৰি কৰ্ম্ম।
ভৈৰবক কাপুজে মাত্ৰ বুলি শ্ৰেষ্ঠ ধৰ্ম্ম।।
কুৰ্ম্ম তেজ বঢ়ায়া আগত।
প্ৰসাদ বুলিয়া পিয়ে হুয়া উনমত।।
হেনয় পাৰন্ত পথ আবৰণ কৰি।
নৰকক যায় পাছে অশুকালে মৰি।।
বিপথে প্ৰবৰ্ত্তে কলিযুগে প্ৰজাগণ।
তাক উদ্ধাৰিবে ভৈলা ঈশ্বৰৰ মন।।
****
প্ৰবৰ্ত্তাইবো শ্ৰবন কীৰ্ত্তন ধৰ্ম্মসাৰ।
তাক শুনি সৰ্ব্বলোকে তৰিব সংসাৰ।।
এহি বিমৰিস কৃষ্ণ কৰিয়া মনত।
কুসুম গিৰিৰ গৃহে ভৈলন্ত বেকত।।
নামত শঙ্কৰদেৱ প্ৰভু ভগবন্ত।
যাহান মহিমা কহি কোনে পাৱে অন্ত।।

কেনে সুন্দৰ পদাবলী, (graphic description) কেনে সুন্দৰ অৱতাৰ বাদ! ইয়াৰ পিছত প্ৰভু শঙ্কৰদেৱৰ পূৰ্ব্ব বংশৰ ইতিবৃত্তও কি সুন্দৰে বৰ্ণাইছে তাকো চাবলগিয়া।

চণ্ডিবৰ আছিলন্ত অধিকাৰি কনৌজ ৰাজ্যৰ
কুলত কায়স্থ সবে আচাৰ বিপ্ৰৰ।
গৌড়েশ্বৰে যাৰ খ্যাতি শুনিছা বিস্তৰ।।
তাত পাছে ভোজ নামে নৃপতি আছিল।
পঞ্চম পুৰুষ মানে ৰাজ্যক ভুঞ্জিল।।
কৰ্ণ নামে এক ৰাজা তাত অনন্তৰ।
তাক মাৰি পাছে বাৎসা ভৈলা পাঠানৰ।।
কুসলচাই নামে এক যবন কুলত।
অনেক কটক লৈয়া ভ্ৰমিলা ৰাজ্যত।।
তৃতীয় পুৰুষ মানে কৰিল ভোগক।
বাহুবলে কৰি বশ্য প্ৰজা সমস্তক।।
তাত অনন্তৰে ৰাজ্য ভৈলা অৰাজক।

অন্যে অন্যে কৰে যুদ্ধ জড়ায়া কটক।।
নাই অধিকাৰি কাকো কেৰে নমানয়।
অৰাজক ভৈলে ৰাজ্য রুদ্ৰ কৃপাময়।।
আপোনাৰ তেজ দিয়া যবন কুলৰ।
পাতিলন্ত অধিপতি দিল্লি নগৰৰ।।
সেহি দিন হৈতে বাৎসা ভৈলা মগলৰ।
সবে প্ৰজা বশ্য ভৈল যবন কুলৰ।।
কুল ক্ৰিয়া ভ্ৰষ্ট কৰি ফুৰয় লোকত।
গো-হত্যা কৰে পশি নগৰ গ্ৰামত।।
পৰম অধৰ্ম্ম দেখি পাছে চণ্ডীবৰ।
কায়ষ্ঠ ব্ৰাহ্মণ সৱে আলচি বিস্তৰ।।
তাম্ৰফলি আছিলেক অনেক কালৰ।
গুপ্ত কৰি থৈয়া তাক পুখুৰি ভিতৰ।।
মহাত্ৰাস হুয়া ভয় লভি যবনত।
পলাই প্ৰবেশিলা গই ঘোৰ অৰণ্যত।।
মাৰনা কৰিয়া ফুৰা দেশ সমস্তক।
উলটি যবন গৈলা আপোন দেশক।।"

এই বিবৰণতে ৰাইজে চাওক দ্বিজ ৰামানন্দৰ কেনে উদাৰ ভাব! মোগলৰ বাদশাকো আমাৰ রুদ্ৰ বা মহাদেবৰ অংশৰে বুলি কেনে সাৰ্ব্বভৌমিক ভাব দিছে আৰু সেই সময়ৰ দেশৰ অৱস্থা কেনেকুৱা আছিল তাকো কেনে চমুকৈ অথচ সুন্দৰকৈ বৰ্ণাইছে। অৰণ্যৰ পৰা পিছত চণ্ডীবৰ ওলাই আহি তামৰ ফলি বিচাৰি পোৱা নাছিল, পিছত কাচ এটাই মুখত কৰি তামৰ ফলিখান আনি দিলে। সেই দিন ধৰি প্ৰভু শঙ্কৰদেৱৰ বংশধৰ সকলে কাচ নেখায়। যদিও এই কথাটো story ৰ ভিতৰতহে গণ্য তথাপি ইয়াৰ দ্বাৰাই এইটো সুন্দৰকৈ বুজা যে পচিমীয়া আন কি বঙ্গদেশীয় ব্ৰাহ্মণ কায়ষ্ঠেও কাচ নেখায়। কনৌজপুৰত থাকিব নোৱাৰি চণ্ডীবৰে ৭ ঘৰ কনিষ্ঠ আৰু ৭ঘৰ ব্ৰাহ্মণে সৈতে গৌড় ৰাজ্যলৈ ভাগি আহিল। সেই সময়ত গৌড়েশ্বৰে সৈতে কমতেশ্বৰৰ ৰজাৰ বৰ মিত্ৰতা আছিল। নিজৰ দেশত উচ্চ জাতৰ সৰহ মানুহ নথকাৰ কাৰণে কমতেশ্বৰে গৌড়েশ্বৰত সৎব্ৰাহ্মণ আৰু সৎকায়ষ্ঠ কেইঘৰমান খোজাত গৌড়েশ্বৰে এই ১৪ ঘৰকে কমতেশ্বৰলৈ পঠাই দিলে। কমতেশ্বৰে চণ্ডীবৰৰ বৰদোৱাত থাপিলে। ইয়াৰে পিছত চণ্ডীবৰ প্ৰতাপশালী হৈ

কমতেশ্বৰক কৰভাৰ নোযোগোৱা হল। কমতেশ্বৰে চণ্ডীবৰক ধৰাই নি বান্দিশালত থলে। পিছত পচিমীয়া পণ্ডিত এজনে সৈতে বাদ কৰিবলৈ ভাল যোগ্য পণ্ডিত নেপাই চণ্ডীবৰক বন্দিশালৰ পৰা উলিয়াই আনি বাদ কৰিব লগাই দিয়ে। চণ্ডীবৰেও দেবী সেৱাৰ বলত পচিমীয়া পণ্ডিতক এক কথাতে ঘটুয়াই কমতেশ্বৰৰ মান ৰক্ষা কৰাত ৰজাই প্ৰীত হৈ চণ্ডীবৰক এৰি দিলে আৰু নানা মান সৎকাৰ কৰি দন সোন দি দেবীদাস নাম দিলে। চণ্ডীবৰ এনেকুৱা সিদ্ধ আৰু পণ্ডিত আছিল। চণ্ডীবৰৰপৰা এই চৰিত্ৰ মতে প্ৰভু শঙ্কৰদেৱৰ বংশাবলী এই দৰে আছে ঃ—




(প্ৰভু দামোদৰৰ শিষ্য)

কুসুম গিৰিৰ ভালেমান দিনলৈকে পুত্ৰ সন্তান আদি নোহোৱাত অনেক ক্ৰিয়া কলাপ কৰিলে; অনেক দান দক্ষীণা কৰিলে। শপোনত ঈশ্বৰে এজন ব্ৰাহ্মণ বেশে দেখা দি কুসুম গিৰিক গোপেশ্বৰক পূজিবলৈ দিলে। কুসুমগিৰিয়ে গোপেশ্বৰ মহাদেৱক পূজা কৰাত কৃষ্ণ তুষ্ট হৈ মহাদেবৰ মাৰফতে কোৱালে যে তেওঁ পুত্ৰ স্বৰূপে তেওঁৰ ঘৰত জন্ম লব। এই কথা অনুসৰি প্ৰভু শঙ্কৰদেৱৰ জন্ম হয়। দ্বিজভূষণ আৰু দৈত্যাৰি ঠাকুৰে কৈছে যে মহাদেবে পূজাত তুষ্ট হৈ বৰ দিয়াত শঙ্কৰ স্বৰূপে কৃষ্ণ কুসুমৰ ঘৰত উপজিল।

এই বিষয়টো এই চৰিত্ৰত কেনেকৈ বৰ্ণাইছে চাওক ঃ—

“পাছে ভাৰ্য্যা সমে, আনন্দিত মনে,
সিঙ্গৰিত ভৈলা প্ৰবেশ।।
দান কৰি, শুক্ল বস্ত্ৰ পিন্ধি,
প্ৰবেশি দেব মন্দিৰ।
প্ৰণতি পূৰ্ব্বক, স্তুতি আৰম্ভিলা,
চিত্তক কৰিয়া থিৰ।।

নমো বাসুদেৱ, চৰণে তোমাৰ,
মনক পূৰা আমাৰ।
মৎস্য কূৰ্ম্মৰূপ, ধৰিয়া আছাহা,
তুমি বিষ্ণু অবতাৰ।।
গঙ্গা যমুনা, কাষতে উদ্ভব,
সমিপতে মহাদেৱ।
দিয়ো পুত্ৰ দান, নমাগোহো আন,
চৰণত কৰো সেৱ।।
এক বিষ্ণু আসি, তিনি মূৰ্ত্তি ভৈলা,
হিতক চিন্তি লোকৰ।
ওৰেষা নগৰি, জগন্নাথ ৰূপ,
সিঙ্গৰিত গোপেশ্বৰ।।
হাজো নগৰত, আছিন্ত বেকত,
হয়গ্ৰীৱ অৱতাৰ।
কৰো নমস্কাৰ চৰণে তোমাৰ,
দণ্ডবতে শতবাৰ।।
তিনিও ঈশ্বৰ, একে কলেবৰ,
কহিচন্ত পুৰণিত।
শাস্ত্ৰ নিজিজ্ঞাসি, নিদিবাহা দোষ
সভাসদ লোক যত।।"

কুসুমগিৰি শাক্ত আছিল। গোপেশ্বৰ থানৰ মূৰ্ত্তি সদাশিবৰ। কুসুমগিৰিয়ে এই শিবকে পূজিছিল; কিন্তু দ্বিজ ৰামানন্দে পৰম বৈষ্ণবৰ ভাব অক্ষুণ্ণ ৰাখি কি সুন্দৰে দেখুৱাইছে যে কুসুম গিৰিয়ে এই শিবকে বিষ্ণুভাব কৰিহে আৰাধনা কৰিছিল। এই খিনিতেই ব্ৰাহ্মণৰ প্ৰতিভা আধ্যাত্মিকতাৰ পৰিচয়। ব্ৰাহ্মণলৈ, অপৰ অপৰ পন্থলৈ ঘোৰ বিদ্বেষ ভাব থকা দৈত্যাৰিঠাকুৰৰ নিচিনা জনৰ মনত আৰু মগজুত এনেকুৱা দাৰ্শনিক ভাব খেলোৱাটো টান। ভাৰতবৰ্ষৰ সকলো ঠাইতেই সকলো হিন্দুৰেই কয় "অভেদ শিবৰামায়োঃ" শ্ৰুতি স্মৃতি পুৰাণৰো মত এয়ে। শিবকে বিষ্ণুকে ভিন দেখিলেই পাপ। শক্তি বা প্ৰকৃতিক ঈশ্বৰৰ আশ্ৰয়ত জিনিষ নোবাবি হেয় কৰিলেও সেই প্ৰকৃতিয়ে যে সময়ে সময়ে হেয় কৰোতা জনৰ ওপৰত ঘোৰ পৰিশোধ লয় তাৰ উদাহৰণ হিন্দুৰ পুৰাণ আদিত অসংখ্য আছে আৰু ফৰাচী উপন্যাসকাৰক

ডাক্তৰ হিউগোৰ Hainch Back of Notre Dame আৰু পৰম পূজ্যপাদ ৰবি ঠাকুৰৰ "প্ৰকৃতিৰ পৰিশোধ" নামক পুথি খনতো অতি সুন্দৰকৈ বৰ্ণিত আছে। গৃহস্থি হিন্দুৰে আনকি পৰম বিৰক্ত পৰমহংস আৰু পৰম বৈৰাগী সকলেও এই তিনিও পন্থৰে সামঞ্জস্য কৰি লৈছে যদিও ওপৰ খাপলৈ উঠিব নোৱাৰা সকলে আজি কালিও আৰু সেই কালতো পৰস্পৰ নিজ নিজ পন্থৰ নিমিত্তে মৰামৰি বাদ বিসম্বাদ কৰে আৰু সময়ে সময়ে অনৰ্থও ঘটায়। আজি কালি গোটেই ভাৰতবৰ্ষতে সত্য সনাতন পথৰ হিন্দুসকলে এই তিনিও পন্থৰ সামঞ্জস্য এই দৰে কৰি লৈছে। গৃহস্থি শাক্তে নিজ ইষ্টদেবীক ভজাৰ আগেয়ে বিষ্ণুকে প্ৰমুখ্য কৰি ই চাৰি জনা দেৱতাক পূজিহে, ই চাৰি জনাৰ পৰা বৰ আৰু আশীৰ্ব্বাদ লৈহে মাতৃক শেহত একান্ত মনে একান্ত ভাবে আৰাধনা কৰে। হেজাৰ শাক্ত হওক পূজা, অৰ্চ্চনা, প্ৰায়শ্চিত্ত ইত্যাদি কৰ্ম্মৰ "তৎ বিষ্ণুঃ পৰমং পদং সদা পশ্যন্তি শুৰয়ঃ দিবি বা চক্ষুৰাদতং" এই ফাকি গায়। আৰু হেজাৰ বৈষ্ণৱ হওক শ্ৰাদ্ধাদিত, বিৱাহাদিত, যজ্ঞসুত্ৰাদি গ্ৰহণৰ সময়ত "গনেশায় নমঃ, কামাখ্যায়ৈ নমঃ, দুৰ্গায়ৈ নমঃ, শিবায় নমঃ, হয়গ্ৰীয়ায় নমঃ, মাধবায় নমঃ, সিদ্ধেভ্যো নমঃ, সাধ্যেভ্যো নমঃ, ঋষিভ্যো নমঃ, ঋষি, পত্নীভ্যো নমঃ, আদিত্যাদি নবগ্ৰহাভ্যো নমঃ, ইন্দ্ৰাদি দশ দিক পালৈভ্যো নমঃ" ইত্যাদি বচন মাতি সেই বিৰাট মূৰ্ত্তিৰ সমস্ত অঙ্গকে পূজিহে শেহত ৰামৰূপী বা কৃষ্ণৰূপী বিষ্ণুক একান্ত মনে, একান্ত প্ৰাণে, একান্ত ভাবে আৰাধনা কৰে। শৈবে সৌৰেও, গাণপত্যসকলেও এইদৰে কৰে। এদিৰে কৰাটোহে বিশ্ব গৃহস্থিৰ পক্ষে বেদ শ্ৰুতি স্মৃতিৰ ধৰ্ম্ম গৃহস্থিত থাকে মানে, নাম আৰু ৰূপত অথবা মন্ত্ৰ আৰু হঠত থাকে মানে আহাৰ বিহাৰ ইত্যাদিত ভোগ বাস থাকে মানে, এইবিলাক হিন্দুৱে কৰিব লাগিব। অবশ্যে এইবিলাকৰ মাজতো যি যি জন দেবতাৰ উপাসক জনলৈহে মূল লক্ষ্যটো মূল ভাবটো ৰাখিব। মন্ত্ৰ আৰু হঠযোগৰ ওপৰলৈ উঠি লয় অবস্থাত পৰা জনেও সংসাৰত থাকে মানে এই সমস্ত কৰিব। কিন্তু পূৰ্ণ লয়ত উঠি যেতিয়া সংসাৰৰ বাজ হব তেতিয়া এই সমস্ত ক্ৰিয়া আৰু অনুষ্ঠান এৰি লয় যোগীয়ে নাদবিন্দু সাধন, জ্যোতিৰ্ধ্যান ইত্যাদি কৰিব পাৰে আৰু শেহত লয়ৰো ওপৰলৈ উঠা ৰাজযোগীয়েহে সকলো এৰি হয় "সোহং" নহয় "শিবোহং" নহয় "একোমেবাদ্বিতীয়ং" বুলিব। এই লয় আৰু ৰাজযোগত উঠিব পৰাৰ অধিকাৰি সাধাৰণতঃ শাক্ত শৈব পন্থৰ হলে পৰমহংসি সকল, আৰু বৈষ্ণৱ পন্থৰ হলে পৰম বিৰক্ত আৰু পৰম কেৱলীয়া সকলহে। গৃহস্থাশ্ৰমি সকল হলে হব নোৱাৰে।

এই দৰে শিব বিষ্ণুৰ বৰত শঙ্কৰ দেব জন্ম গ্ৰহণ কৰিলে। কিন্তু তেওঁৰ

শৈশবকালতে পিতৃ মাতৃ হীন হোৱাত সূৰ্য্যাবৰৰ ভাৰ্য্যা বুঢ়ীমাকে তেওঁক তুলি তালি ডাঙ্গৰ দীঘল কৰিলে। লৰাকালত প্ৰভুয়ে লগ সমনীয়া লৰাবিলাকে সৈতে সময়ে সময়ে যুজ কৰিছিল, লৰি ফুৰি স্থিৰ, নইৰ পাবে পাৰে ফুৰিছিল।

শুনা সামাজিক, শঙ্কৰদেবৰ,
কথা সৰ্ব্ব লোকহিত।
সমে বাচি, কতো বেলা কাচি,
যুদ্ধ কৰা বিপৰিত।।
কতো লৰৰন্ত, কৌতুকে ফুৰন্ত,
বৃক্ষত গৈয়া উঠন্ত।
বুঢ়ী আই খেদি, যাইবাক দেখিলে,
বনমধ্যে লুকাৱন্ত।।
পিষ্টক মোদক, দিব্য সন্দেশক,
গৃহৰ পৰা আনন্ত।
কৰি মাতামাতি, কতো সভাপাতি,
বালকক ভুঞ্জাৱন্ত।।
ৰামৰাম গুৰু, শিষ্যগণ সমে,
লোহিত কুলে চলন্ত।
কোমল বালিক, কোঞ্চায়া আনিয়া,
দৌলক কতো বান্ধন্ত।।
কুন্তিলা কাষ্ঠৰ, প্ৰতিমা সাজিয়া,
তুলি দৌল ওপৰত।
নলৰ ফুলক, চামৰ কৰিয়া,
ফুৰা কতো আনন্দত।।
বিশিষ্ট বস্ত্ৰৰ, চন্দ্ৰতাপ দিয়া,
দণ্ড ধৰি নচাৱন্ত।
খাগৰা বাৰিৰ, চতুৰ্দ্দোল সাজি,
বনে বনে ফুৰাৱন্ত।।

দেখক সকলে পৰা কেনেকুৱা ধাউতি। কেনেকুৱা Nature's turn son "ধুলিয়ে ধুসৰ, গৌড় কলেবৰ, আউল ঝাউল বদ্ধ ক্লেশ।" ইয়াৰ পিছত সূৰ্য্যবৰে বৰাই যুজাই প্ৰবুক পঢ়াশালীত দিলে। কলাপ কেশৰী নামৰ ব্ৰাহ্মণ পণ্ডিত এজনৰ ওচৰত প্ৰভু

শঙ্কৰদেৱে বিদ্যালাভ কৰিলে। দৈত্যাৰি ঠাকুৰৰ মতে শঙ্কৰদেৱে মাধব কন্দলিৰ ওচৰত ভূষণ দ্বিজৰ মতে বিজয় পণ্ডিতত, আৰু ৰামানন্দ দ্বিজ কৃত চৰিত্ৰ মতে এতিয়া দেখা, গল কলাপ কেশৰী ব্ৰাহ্মণ পণ্ডিতৰ ওচৰত বিদ্যা লাভ কৰিছিল। এতিয়া এই তিনিও নামে একেজন মানুহেই নে বেলেগ বেলেগ মানুহ এই কথাৰ সমস্যা কৰা কঠিন। নীলকণ্ঠকৃত প্ৰভূ দামোদৰ চৰিত্ৰত পোৱা যায় যে প্ৰভূ দেৱদামোদৰক কলাপচন্দ্ৰ নামে এজন ব্ৰাহ্মণে পঢ়াইছিল। এতিয়া প্ৰভূ শঙ্কৰদেৱক পঢ়োৱা কলাপ কেশৰী আৰু প্ৰভূ দামোদৰ দেৱক পঢ়োৱা কলা পচন্দ্ৰ একেজন পণ্ডিত নহয়নে? যি কি নহওক এইটো স্থিৰ সিদ্ধান্ত এইখন পুথি মতেও এয়ে হল যে প্ৰভূ শঙ্কৰদেৱক বিদ্যাদান কৰোঁতা এজন ব্ৰাহ্মণহে আছিল—আন কেৱে নহয়।

ইয়াৰ পিছত প্ৰভূ শঙ্কৰদেৱে যোগ অভ্যাস কৰে। এই অভ্যাসৰ বিষয়ে এই চৰিত্ৰে কি কয় চাওক —

"আত পাছে শুনা কথা যেন মনোহৰ।
কিশোৰ বয়স আসি ভৈল শঙ্কৰৰ।।
সেহি সময়ত যোগ অভ্যাসন কৰি।
ইন্দ্ৰিয়ক নিয়মিয়া থাকে বায়ু ধৰি।।
আসন ধৰিয়া নিবাৰন্ত নিশ্বাসক।
হাত চাৰি পাঞ্চমান উঠে উপৰক।।
শৰীৰত অলঙ্কাৰ পিন্ধি আছা যত।
ঝট ঝট কৰি চিণ্ডি পৰে পাজৰত।।
পাছে পাছে অলপ কৰি পবন তেজিয়া।
পুনৰ্ব্বাৰ পৃথিবীক আসন্ত নামিয়া।।"

দৈত্যাৰি ঠাকুৰেও প্ৰায় এইদৰেই কইছে, কিন্তু তেওঁ আসন ছাৰি ওপৰলৈ উঠা এই উড্ডিয়মানটো (Leviation) বিষয়ে হলে কোৱা নাই। আমি দৈত্যাৰি ঠাকুৰৰ পুথি মতেই এই যোগৰ কথা কোৱাত আৰু গুৰু নহলে যে যোগ কৰিব নোৱাৰিলে এই কথা কোৱাত আণাক বঁহীয়া সম্প্ৰদায়ে যে কিমান পেংলাই কৰিছিল এই কথা বাঁহীৰ পাঠক সকলে জানে। কিন্তু এতিয়া এই চৰিত্ৰেও দেখোন তাকে কয়। পৰম পূজনীয় শ্ৰীযুত যশস্পতি দেব শৰ্ম্মাৰ পৰা অসমীয়া ৰাইজে পৰিপাটিকৈ জানি লব পায় যে আগৰ কালত বৈদিকি দীক্ষাহে প্ৰবল আছিল। আৰু এই বৈদিকি দীক্ষা ব্ৰাহ্মণে উপনয়নতে পায় আৰু উত্তৰি ধাৰণ কৰিলে ক্ষত্ৰিয় কুলোদ্ভব বেথা কায়স্থ কলিতা সকলেও পায়। এই দীক্ষাৰ লগে লগে সন্ধ্যা কৰিবলৈ ৰেচক, পুৰক, কুম্ভক

শিকাইছিল। আজি কালিও যৎকিঞ্চিৎ শিকায় বা তাৰ আভাস দিছে। ছাত্ৰশাললৈ যোৱাৰ আগেয়ে প্ৰভু শঙ্কৰ দেৱেও উত্তৰি লইছিল, ক্ষত্ৰিয়ৰ নায্য দাবি প্ৰাণায়মো যতে সূত্ৰ লওতেই পাইছিল। তাৰ পিছত গুৰু গৃহত ব্ৰহ্মচৰ্য্য কৰি ব্যাকৰণ, কাব্য, কবি, ন্যায় দৰ্শন, বিজ্ঞান ইত্যাদি শিকাৰ লগে লগে এই শিক্ষাদাতা গুৰুৰ যোগাভ্যাসৰ তত্ত্বও হিন্দু ছাত্ৰই পাইছিল। কলাপ চন্দ্ৰৰে প্ৰভু দামোদৰদেৱে যোগ্যতা ভালকৈ শিকিছিল, আৰু হয় কলাপ কেশৰী, নহয় বিজয় পণ্ডিত, নহয় মাধব কন্দলিৰে পৰা প্ৰভু শঙ্কৰদেৱেও প্ৰাণায়াম শিকি প্ৰাণায়ামৰ বলত মাটিৰ ওপৰৰ পৰা শূন্যলৈকে উঠিব পৰা উড্ডিয়ান ক্ষমতাও পাইছিল। হাঁয়, আজি সেই সকলৰ বংশধৰ সকলৰ আমাৰ কি অবনতি হৈছে পাঠক চাওক! কায়স্থ সকলৰ কেৱে কেৱে—কলিতাৰ প্ৰায় সকলোৱে—যজ্ঞসূত্ৰ বা উত্তৰি সকলেই ব্ৰাত্য হৈ শূদ্ৰত্ব পাইছে (এইকথা কৰলৈ কিজানি আমাক বেয়াকে পায়, কিন্তু আমি নকলেও যোৰহাটৰ পৰা ওলোৱা প্ৰভাতেই কই থইছে)। প্ৰাণায়াম জনা কথা দুৰতে থাকক আনকি ব্ৰাহ্মণেও আজি কালিৰ দিনত প্ৰাণায়াম নজনাত পৰিছে। নিজে নজনাৰ বাবেই সন্ধ্যা পূজা শিকাওঁতে শিষ্যক বা ছাত্ৰকো শিকাব নোৱাৰে। ফলত হিন্দুৰ ব্ৰাহ্মণ কায়স্থ সকলোৱে আজিকালি অধঃপতন হৈছে কিন্তু সেইকালত এনেকুৱা নাছিল, বৈদিক দীক্ষা লইয়েই হিন্দুৱে সুন্দৰকৈ নিয়ম সংযম পালি প্ৰাণায়াম (যোগাভ্যাস) আছিল, ব্ৰহ্মচৰ্য্য অৱলম্বন কৰিছিল, তাৰ ফলত সেইকালৰ সকল সুস্থ, আৰু দীৰ্ঘায়ু আছিল। তাৰ প্ৰমাণ আমাৰ মহাপুৰুষ সকলতে।

ইয়াৰ পিছত কছাৰিৰ উপদ্ৰব হোৱাত প্ৰভু দেৱে বৰদোৱা এৰি ব্ৰহ্মপুত্ৰেদি উজাই গই স্থিত হল। তাত এদিন জয়ন্ত দলৈৰ ঘৰলৈ যাওঁতে বাটত ষাড়মৰ্দ্দন কৰিলে। শৰীৰৰ বল ইমান আছিল। গাঙমৌতে সমস্ত প্ৰজাই মিলি প্ৰভুক তেওঁৰ ২৫ বছৰ বয়সতে গোমাস্তা ভূঁয়া পাতিলে। প্ৰভুয়েও ধৰ্ম্মৰে সৈতে ৰাজ্য চলালে। "দুখি ভূমিখ দৰিদ্ৰকো কৰন্ত পালন। ব্ৰাহ্মণ সবাক কৰা বহু আদৰণ।" ইয়াতে প্ৰভুয়ে বিবাহো কৰাইছিল আৰু সেই বিবাহৰ ফলত প্ৰভুৰ এটি কন্যা জন্ম হোৱাৰ পিছত প্ৰথম পত্নী বিয়োগ হয়। পত্নী বিয়োগ হোৱাত মনত উদাস ভাব হল। প্ৰভুয়ে তীৰ্থলৈ যাত্ৰা কৰিলে। প্ৰথমতে গই গঙ্গা পালে, তাত স্নান দান কৰি জগন্নাথলৈ ১২ জন লগৰীয়াৰে সৈতে গল। জগন্নাথত এই প্ৰথমবাৰেই প্ৰভু শঙ্কৰদেৱে মহাপ্ৰভু চৈতন্যক লগ পায়। এই বিষয়ে চৰিত্ৰখনে এই দৰে কইছে—

"ৰথযাত্ৰা আসি ভৈলা সেহি সময়ত।
চলন্তা মূৰ্ত্তিক তুলি ৰথ উপৰত।।

বাদ্যভাণ্ড বায়া ফুৰাৱয় আনন্দত।
আছন্ত চৈতন্য তাতে পচিম দেশত।।
সেহি বেলা শঙ্কৰেও পূৰ্ব্ব প্ৰদেশত।
থিয় দিয়া আছে পূৰ্ব্ববাসীৰ লগত।।
দূর হৈতে চৈতন্যে চাহিলা শঙ্কৰক।
দেখিলা শঙ্কৰদেৱে চৈতন্য চন্দ্ৰক।।
বুলিলা চৈতন্যে বাক্য আগে সেবকৰ।
টো কোনজন মোত কহিও সত্বৰ।।
শুনি এক ব্ৰহ্মাচাৰী কথা কহিলেক।
এহেন্তে চৈতন্য ৰাপ কৰিলোঁ প্ৰত্যেক।
শুনিয়া শঙ্কৰদেৱ ৰহিলন্ত মৌনে।
ব্ৰহ্মাচাৰি আগে যেন কহিলা চৈতন্যে।।
চৈতন্য বদতি কহিলোঁহো সাৰেসাৰে।
আন্তহন্তে বহুলোক হৈবেক নিস্তাৰ।।
দেখিয়া জনিলোঁ এন্তে মনুষ্য নোহন্ত।
পূৰ্ব্ব প্ৰদেশৰ যত জীব তাৰিবন্ত।।
দুৰহন্তে দেখা দেখি ভৈল দুয়োজন।
দুয়োহান্তে নকৰিলা একো সম্ভাষণ।।"

এতিয়া এইখিনিতে আকৌ প্ৰশ্ন কেইটামান উঠে। শঙ্কৰদেৱে যে প্ৰথম বাৰ তীৰ্থ কৰিবলৈ যাওতেই প্ৰভু চৈতন্যদেৱক ওৰেষাত তেওঁৰ মধ্যলীলাৰ সময়ত পাইছিল এইটো কথা ভূষণ দ্বিজ আৰু ৰামানন্দ দ্বিজৰ মতেও থিৰাং হল। যেতিয়া চৈতন্যদেৱে মধ্যলীলাৰ প্ৰায় শেষ ডোখৰত ৰথযাত্ৰাৰ লগে লগে ফুৰে তেতিয়া মহাপ্ৰভু চৈতন্যদেৱ অতি কমেও ৩০ বছৰ বয়সীয়া (চৈতন্য মহাপ্ৰভুৰ গৃহস্থাশ্ৰমত থকা ২৪ বছৰ কাল আদিলীলা, সন্ন্যাস গ্ৰহণৰে পৰা দেশ পৰ্য্যটন কৰা ৬ বছৰ কাল মধ্যলীলা, বাকী নীলাচলত থকা ১৮ বছৰ কাল অন্ত্যলীলা। (চৈতন্য চৰিতামৃত চাওঁক) চৈতন্যদেৱৰ জন্ম শক ১৪০৭ কাষে কাষে ১৪৩৭ বা ১৪৩৮ শকত প্ৰভু শঙ্কৰদেৱে প্ৰথমবাৰ তীৰ্থ ভ্ৰমণ কৰোঁতেই মহাপ্ৰভু চৈতন্যক ৰথযাত্ৰাত দেখিছিল। এই অনুক্ৰমে যদি প্ৰভু শঙ্কৰদেৱৰ জন্ম শক ১৩৮০ হয় তেন্তে প্ৰভু শঙ্কৰদেৱ তেওঁৰ ৫৭ বছৰ বয়সত হে প্ৰথমবাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যোৱা কথাটো এই পুথিমতেও ধ্ৰুবসতা হৈ ওলাই পৰে। যদি ১৩৮৫ হয় তেন্তে তেওঁ ৫২ বছৰ বয়সত যোৱাটো স্থিৰ হয়। আমি প্ৰথম বছৰৰ ৪ ৰ্থ সংখ্যা প্ৰদীপিকাত প্ৰভু শঙ্কৰদেৱৰ এই তীৰ্থ যাত্ৰাৰ

সময়ত কিমান বয়স আছিল এই বিষয় নিৰূপণ কৰোঁতে যেনেকুৱা কইছিলোঁ এতিয়া আমি খাতাংকৈ এই চৰিত্ৰবে পৰা পালোঁ যে প্ৰভূ শঙ্কৰ দেৱ ৫২৫৭ বছৰ বয়সতহে প্ৰথমবাৰ তীৰ্থ লৈ গইছিল আৰু এই প্ৰথমবাৰতেই ওৰেষা দৰ্শনৰ পিছত এই বিলাক তীৰ্থ পৰ্য্যটন কৰিছিল (১) সেতুবৰ ৰামেশ্বৰ (২) বাৰানসী (৩) প্ৰয়াগ (৪) বৃন্দাবন (৫) গোবৰ্দ্ধন (৬) কালিন্দী হ্ৰদ, (৭) মথুৰা (৮) কুৰুক্ষেত্ৰ (৯) বৰ্ণ ৰিকাশ্ৰম। সেই কালত ৰেল জাহাজ নাছিল। পদব্ৰজে প্ৰভূয়ে বাৰ বছৰে এইবিলাক তীৰ্থ চাই প্ৰায় ৬৪।৭০ বছৰ বয়সত উলটি আহি আকৌ ২য় বাৰ বিবাহ কৰায় আৰু ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰে। আমি গত বছৰৰ ৩ য় আৰু ৫ ম সংখ্যাৰ প্ৰদীপিতাত এই বিষয়ে যি কৈছিলোঁ এতিয়া তাৰ সম্পূৰ্ণ সমৰ্থন পাইছোঁ; তেনেহলে আমি যেয়ে আমাৰ অঙ্ক বিদ্যাটোৰ ওপৰত পেংলাই কৰে কৰক তাত আমাৰ হানী নাই। আমি এই তিনিওখান চৰিতৰিতে পালোঁ যে প্ৰভূৱে তীৰ্থলৈ যোৱাৰ আগেয়ে কোনো ধৰ্ম্ম প্ৰচাৰ কৰা নাছিল। তীৰ্থৰ পৰা উলটি আহিহে ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰিছিল।

১২বছৰ তীৰ্থ ভ্ৰমণ কৰি প্ৰভু দেৱ নিজ ঘৰলৈ উলটি আহিল। এদিন ককাক জয়ন্তা দলৈয়ে খাব মতাত গল, কিন্তু ককাকৰ ঘৰত নাখাই বেলেগে ঘৰ সাজি থকা বুঢ়ীমাকে (জয়ন্তা দলৈৰ পত্নী) ৰন্ধা ভাত খালে। কিয় ককাকৰ ঘৰত নাখালে সেই বিষয়ে চৰিত্ৰে এই দৰে কইছে ঃ—

'আত অনন্তৰে শুনা জয়ন্তা দলৈ আসি
শঙ্কৰক বুলিলা বচন।
শুনিয়োক নাতি তুমি আমাৰ ঘৰত অন্ন
কৰিবাক লাগয় ভোজন।।
কালি প্ৰহৰেক বেলা ভৈলে যাইবাক লাগে
বিলম্ব নকৰি এক তিল।
যাইবো বুলি শঙ্কৰেয়ো পিতামহ জয়ন্তাক
মাতি বুলি গৃহ পঠাই দিল।।
আউৰ দিনা স্নান কৰি, দিব্য ধৌত বস্ত্ৰ পিন্ধি
কপালত দিলন্ত তিলক।
এক গুটি মনুষ্যক ঝৰা কম্বলক জোৰাই
চলি গৈলা জয়ন্তা গৃহক।।
তৈতে পাছে বুঢ়ী আই জয়ন্তা দলৈৰ ভাৰ্য্যা
বাট চায়া আছে অপেক্ষিয়া।

ভোজন কৰিবে আজি শঙ্কৰক নিবাৰিবোঁ
এহি বুলি আছন্ত বসিয়া।।
সহি বেলা তৈতে পাছে কুসুম গিৰিৰ পুত্ৰ
সমিপত ভৈলা উপসন।
দেখি বুঢ়ী আই আতি আনন্দতে উল্লাসিয়া
আগবঢ়াই দিলন্ত আসন।।
শঙ্কৰেয়ো বসিলন্ত সম্বোধিয়া বুলিলন্ত
বুঢ়ী আই কিকৰাহা ঐত।
ভোজন কৰিবে মোক পিতামহে মাতি আছে
ৰন্ধন কৰয় কোনে তৈত।।
বুঢ়ী আই বুলিলন্ত বাপু তুমি নতুন শুনা
মই নাথাকোঁহো ভিতৰত।
এই বাসা খানিতেসে বৎসৰ চাৰিকে আছোঁ
মহা দুখ কৰিয়া মনত।।
মোক বাজ কৰিলেক ব্ৰাণ্ডীগণ আনিলেক
সেহি লোকে অন্নক ৰান্ধয়।"

খাই বই উঠি প্ৰভুয়ে বুঢ়ীমাকক শান্ত্বনা কৰিলে। আনকি "কৃষ্ণ এক দেৱ দুঃখহাৰি, কাল মায়াদিৰো অধিকাৰি।" ইত্যাদি কৈ বুঢ়ীমাকক প্ৰভু কৃষ্ণত একান্ত শৰণ কৰাই শোক দুখৰ লাঘব কৰি দিলে। কবলৈ গলে জয়ন্তা দলৈৰে পত্নীয়েই প্ৰভুৰ প্ৰথম ধৰ্ম্মৰ অনুমোদনকাৰিণী। ইয়াৰ পিছত তেওঁৰ খুড়াক হৰেৰামৰ কুষ্ঠ ৰোগ হল। প্ৰভুত উপায় শুধিলে। প্ৰভুয়ে ১০৮ জোপা তুলসী গঙ্গাৰ ককুলত ৰুই তাতে থাকি কৃষ্ণ নাম লবলৈ দিলে। হৰেৰামে সেইদৰে কৰি এবছৰৰ মূৰত বৈকুণ্ঠি হল। তেওঁণ মৰা মাত্ৰেই ৰাইজে শপোনত দেখিলে যে হৰেৰামৰ নিচিনা পাপীতো কৃষ্ণনাম লোৱাৰ ফলতে চাৰিজন বিষ্ণু দুতেহে তেওঁক বৈকুণ্ঠলৈ নিছিল। এই কথাৰে পৰাই প্ৰভুৰ ওচৰলৈ সেই গ্ৰামৰ জাকে জাকে প্ৰজা আহি কৃষ্ণত শৰণ মাগিলে। প্ৰভুয়ে সকলোকে ভাগবতত শৰণ দিয়ালে আৰু উপদেশ নিজে দিলে। এইদৰে সমস্ত গাঙ্গমৌ ভজাই প্ৰভু ধুৱাহাটলৈ গল। এই ধুৱাহাটাতে প্ৰভুৰ মাধবদেৱৰ সৈতে মিলন হয়। আৰু নানা কৰ্ত বিতৰ্কত মাধবদেৱক ঘটুৱাই তেওঁৰ শাক্তমত পৰিবৰ্ত্তন কৰাই তেওঁক বৈষ্ণৱমতত প্ৰবৰ্ত্তাই শৰণ দিয়ে। মাধবদেৱক শৰণ দি নিজা কৰি লবৰ দিনাৰে পৰা প্ৰভু শঙ্কৰদেৱৰ বল বাঢ়িল। এই পুথিত মাধবদেৱে যে ভোকত লাউৰ

বুকু বাপেক বৰকণা গিৰিক চাটি খুৱাইছিল এনেকুৱা বিলাক কথা নাই। জ্যোটনৰ কন্যা পৰিত্যাগ কৰা কথাও নাই। চমুকৈ মাধবদেৱৰ আদি জীবনৰ বিষয়ে এই দৰে আছে ঃ—

"পূৰ্ব্বত মাধবদেৱৰ বংশও কনৌজৰ পৰা অহা আৰু প্ৰভু শঙ্কৰদেৱৰ সম্পৰ্কিয়। কচাৰিৰ উৎপাতত যেনেকৈ প্ৰভু শঙ্কৰ দেৱে বৰদোৱা এৰিলে সেই দৰে এই কচাৰি উৎপাততে মাধবদেৱেও তেওঁৰ পিতৃ মাতৃ সমন্বিতে স্বস্থান পৰিত্যাগ কৰিলে। দুখৰ বিষয় মাটিবাৰি বয়বস্তু যি আছিল তাক কচাৰিইঁতে দখল কৰিলে। হাতত যি এফেৰা ধন-বিত আছিল তাকো নিজৰ চাকৰ বাকৰ ইঁতেই লৈ পলাল। প্ৰভু মাধবদেৱ দুখত পৰিল। দুখৰকালত ইঘৰ সিঘৰ কৰি ইষ্ট কুটুম্বৰ আশ্ৰয়লৈ গৈছিল। কিন্তু দুখৰ কালত অনেক ঠাইত প্ৰভু দেৱক মিতিৰেও অনাদৰ কৰিছিল। পিছত হাবুঙ্গত অন্যজাতৰ এঘৰতহে আশ্ৰয় পালেগৈ। তাত এবছৰ থাকি নাৰায়ণপুৰলৈ গল; নাৰায়ণপুৰত মাধবদেৱৰ পিতৃয়ে মাধবৰ বিবাহৰ যো-যা কৰিলে, এনেতে পিতৃদেৱ ধুকাল। মাধবদেৱে পিতৃৰ শ্ৰাদ্ধাবিধি কৰোঁতে আৰু নিজৰ খোৱা লোৱাত ৰূপ এশৰ ঋণগ্ৰস্থ হল। বাণ্ডকাত মাধবদেৱৰ ককায়েক আছিল। তেওঁ তালৈকে গ'ল। পোৱালমনিৰ বেপাৰ কৰি সেই ধাৰ মাৰিলে। বেপাৰ কৰি ফুৰোঁতে এবাৰ মাধবদেৱৰ বৰ গ্ৰহণী বেমাৰ হল। নাৱৰ মানুহবিলাকে মাধবদেৱক বাণ্ডকাৰ ঘাটতে গছৰ তলত মূৰ্চ্ছিত অবস্থাত পেলাই থৈ পলাল। দৈবাৎ বৌয়েকে ঘাটলৈ পানী নিবলৈ আহি প্ৰভুক দেখি ঘৰত খবৰ দি তোলাই নিয়ালে। তাত ককায়েকে নানা যত্ন কৰি পঠাৰ মঙ্গহৰ জোল পঠাৰ মঙ্গহ খুৱাই ভাল কৰিলে। মাধব দেৱে পঠাৰ মঙ্গহৰ জোল আৰু মাংস খাই ভাল পাই শৰীৰ নিৰোগ পাই আকৌ এই পুষ্টিকৰ দ্ৰব্য খাবলৈ ইচ্ছা কৰিগোঁসানীলৈ পঠা এটা মানসিক কৰিলে। সেইকালত আৰু আজি কালিও নৈষ্ঠিক হিন্দুৱে কোনো পশুদিৰ মাংস ভোজন কৰিবলৈ ইচ্ছা কৰিলেই সেই জীৱ মাদ-দুৰ্গা, বা কামাৰাতি পূজা কৰি বলি দিহে খায়। এনেয়ে ধৰি আনি মোটকি মাৰি নেখাইছিল; অথবা শিকাৰি নাৱেৰে গৈ বাৰিষা প্ৰাণৰ মায়াত উটি অহা পশুৰ শিৰত কোবাই মাৰিও নেখাইছিল। এইদৰে অনৰ্থক নিষ্ঠুৰ ভাবে নিজৰ পেটৰ নিমিত্তে জীৱাৰ তৃপ্তি পূৰাবলৈ হলে খোৱাটো পাপ বুলি জানিছিল। যেয়ে যিহকে খায় তাক দেৱতাত আগেয়ে লগায়হে খাইছিল। অৱশ্যে শাক্তপন্থৰ সকলেহে এইদৰে পূজা পাটিল পাতি পঠা বলি দি খাইছিল। বৈষ্ণৱে, যিসকলে মাংসত্যাগি সেই সকলে গোঁসানী পূজাও নকৰিছিল আৰু পশুঘাটনো নকৰিছিল। বলী বিধান দি খোৱাৰ পৰা উপকাৰহে আছিল যেহেতু ৰসনাৰ তৃপ্তি সাধিবলৈ নিতৌ পূজা পাতি বলি দিয়াটো খৰচান্ত কাম দেখি মানুহে নিতৌ গোঁসানী পূজাও কৰিব নোৱাৰিছিল, আৰু বলিও দিব নোৱাৰিছিল। কাৱে কাৱে পশু যাতনৰ সংখ্যাটো কম আছিল। এতিয়াৰ দৰে তেতিয়া খাহি আৰু

পঠাৰ কচাই খানা নাছিল যাৰ পৰা আজিকালিৰ অনেক হিন্দুৱেই লাগ বুলিলেই মঙহ আনি খাব পাৰে। প্ৰভু মাধবদেৱে এই মানসিক কৰা ছাগলিটো গোঁসানীক লগাবলৈ তেওঁৰ ভনী জোঁৱাই ৰামদাসৰ হাতত টকা দিলে। ৰামদাসে পঠা কিনিবলৈ যাওঁতে প্ৰভু শঙ্কৰদেৱক লগ পাই প্ৰভুৰ লগত তৰ্কত পৰাস্ত হৈ পঠা নিকিনি গুচি আহিল। মাধব দেৱে খঙ কৰি সোধাক ৰামদাসে কলে যে প্ৰভু শঙ্কৰদেৱে পঠা কিনিবলৈ মানা কৰিছে। ইয়াকে মাধবদেৱৰ আৰু খঙ উঠি তেওঁ শঙ্কৰদেৱৰ ওচৰলৈ তৰ্ক কৰিবলৈ গল। প্ৰভু শঙ্কৰদেৱৰ লগত মাধৱদেৱৰ ভয়ানক তৰ্ক হল। এই গোটেইটো তৰ্ক আৰু মাধবদেৱৰ মত পৰিবৰ্ত্তন এই পুথি খনৰ ১৯ পাতৰ পৰা ২৪ পাতলৈকে আছে। এই তৰ্ক যে কি সুন্দৰ কি মহান তাক দেখুৱাবলৈ আমি এই প্ৰবন্ধ দীৰ্ঘ হলেও ইয়াত ৰাইজৰ অৰ্থে তুলি দিয়া লোভটো সামৰিব নোৱাৰিলোঁ।

## দুলড়ি

প্ৰভাতে উঠিয়া মাধবে বোলন্ত
শুনা অৰে বহিনায়।
কোন সণ্ডামিছা কৰিবে বিচাৰ
যাইবো শঙ্কৰৰ ঠায়।।
শুনি ৰামদাস তেখনে লড়িলা
আগকৰি মাধবক।
পথত যাহন্তে মনত বোলন্ত
ননমিবো শঙ্কৰক।।
প্ৰণাম নকৰি বসিব দেখিলে
গৰিষ্ট বুলি মানিবষ
সংস্কৃত বাণি বুলিব দেখিলে
পণ্ডিত বুলি জানিব।।
শঙ্কৰক মই উত্তৰে জিনিবো
পঢ়িয়া শ্লোক বিস্তৰ।
মহামায়া অৰ্চ্চা বিনে সব মিছা
দেখাইবো বুজি শাস্ত্ৰৰ।।
এহি যুক্তি মনে আলোচনা কৰি
পাইলা শঙ্কৰৰ থান।

প্ৰসঙ্গকো গৈয়া শঙ্কৰো চালিত
বসিচন্ত বিদ্যমান।।
শঙ্কৰ দেৱক দেখি মাধবৰ
সঙ্কোচিত ভৈল মতি।
তেজে বৰসিল তেখেনে পৰিল
চৰণে কৰি প্ৰণতি।।
শঙ্কৰে দেখিয়া আসন দিয়াইলা
বসিল তাতে মাধব।
ৰামদাসে পাছে প্ৰণাম কৰিয়া
বসিলা সঙ্কোচ মনে।।
শঙ্কৰে বোলন্ত কেনে আসি আছা
আছে কিবা প্ৰয়োজন।
শুনি ৰামদাসে ধীৰে ধীৰে পাছে
কহিবে লৈলা কাৰণ।।
দুয়দিন ভৈল ঐত শুনি গৈলোঁ
দোষ চাগ কিনিবাক।
পাঠা নিকিনিলে দেখিয়া এহেন্তে
নিন্দন কৰে আমাক।।
শঙ্কৰে বোলন্ত আন কিবা নাম
এন্তে কোন চিনায়োক।
ৰামদাসে বোলে বৰকনা গিৰিৰ
পুত্ৰ বাপ জানিয়োক।।
মাধব যে নাম পিতৃ থৈলা আন
সমস্তে লোকে জানয়।
শঙ্কৰে বোলন্ত ইহান্ত আমাৰ
সম্বন্ধ কিছু আছয়।।
তযু কথা শুনি আসিয়া আছায়
বাদ কৰিবকে মনে।
শুনিয়া শঙ্কৰে মাধবক লীলা
পুছিবে লৈাল তেখনে।।

শঙ্কৰে বোলন্ত জানিলোঁ তেখিনে
নাহি শাস্ত্ৰ পৰিচয়।
মহা মুৰ্খ লোক শাস্ত্ৰক নাজানি
অন্য দেব উপাসয়।।
শাস্ত্ৰ জ্ঞান ভৈলে কিয় নজানিব
কোন দেব শ্ৰেষ্ঠতৰ।
ৰামদাসে বোলে এহেন্তে পণ্ডিত্য
শাস্ত্ৰক জানা বিস্তৰ।।
শুনিয়ো মাধবে শ্লোকক পুছিলে
কৰি আতি খৰতৰ।
মহামায়া দেবী পৰম ঈশ্বৰ
পূজে তাঙ্গ চৰাচৰ।।
ব্ৰহ্মা ৰুদ্ৰ ইন্দ্ৰ চন্দ্ৰেয়ো আজি
আনো দেব নিৰগুৰে।
শত পদ্ম দিয়া বিষ্ণুয়ে অজি
অশুভ জিবাক তবে।।
প্ৰকৃতিৰ অঙ্গ দুৰ্গা গোঁসাই
পূজা কৰে সৰ্ব্বজন।
গৃহস্থ ধৰ্ম্মত থাকি বলি
দোষ বোলা কিকাৰণ।
শঙ্কৰে বোলন্ত শুনিও মাধব
কথা কহোঁ পূৰ্ব্বাপৰ।
প্ৰকৃতিয়ো জানা ঈশ্বৰ স্ৰজনা
ইটো কথা সাৰোবৰ।
অনাদি অনন্ত নিত্য নিৰঞ্জন
সনাতন দেবহাৰ।
প্ৰকৃতিক কোটি কোটি শত
স্ৰজন্ত উপসংহৰি।।
কোটি কোটি অন্ত কোটি কোটি মায়া
যাৰ আজ্ঞা শিৰে ধৰি।

তুমি গুণ দ্বাৰে সৃষ্টি প্ৰবৰ্ত্তান্ত
নানান বিনোদ কৰি।।
ঈশ্বৰত কৰি কৈলা মায়া শ্ৰেষ্ঠ
ইটো কথা বামানয়।
পুৰাণ ভাৰত গীতা ভাগবত
আক পুনু নকহয়।।
মাধবে বোলন্ত ঘৃতৰ প্ৰদীপ
দেউ বলি সমস্তত।
ধৰ্ম্ম ডালি লোম পোৰে ততকাল
থাকিবে লাগে উৰ্দ্ধত।।
শঙ্কৰে বোলন্ত বিষ্ণু ভকত সবে
উৰ্দ্ধমুখ নবাঞ্চয়।
অমৃত ভোজন কৰা লোক যেন
খাৰ পানি নখাৱয়।।
মাধবে বোলন্ত কামৰূপে থাকি
অম্বিকা দেবী পূজিব।
অন্তকালে সিটো দেবীৰ প্ৰসাদে
অক্ষয় মুক্তি লভিব।।
শঙ্কৰে বোলন্ত হিংসা ধৰ্ম্ম কৰি
মুক্তি সুখ নপাৱয়।
দেবী পূজাক কৰি যদি পাৰে
নুগুচে যাতনা ভয়।।
দুৰ্ভিক্ষণে সিটো পৰে হেন আৰ
মনে শঙ্কা নুগুচয়।
পথত যাহাতে বলিগণে পায়া
মুচড়ি ঘাগু ছিগুয়।
অন্তকালে গৈয়া অধোমুখ হুয়া
পড়ে ঘোৰ নৰকত।
যমদূতে তাক ভুঞ্জায়া যাতনা
কহিবোঁহো কথা যত।।

মাধবে বোলন্ত বলি বিশ্বদেৱ
ধৰ্ম্ম ইটো গৃহস্থৰ।
*পঞ্চ যজ্ঞনিতে করিবাক লাগে
বিহিত ইটো শাস্ত্রর।।
পঞ্চ ঋণ ইটো নুসুজয় যিটো
তাত পরে পাপী নাই।
বেদর বিহিত কৰ্ম্মত্যাগ কৰি
মরি নরকক যাই।।
শঙ্করে বোলন্ত ঈশ্বর কৃষ্ণত
যি লৈলে এক শরণ।
কায়বাক্য মনে সুদৃঢ় বিশ্বাসে
ভজিল কৃষ্ণ চরণ।।
কাৰো আৰো সিটো কিঙ্কৰ নুহিকে
একো ঋণ নপসয়।
অন্তকালে গৈয়া পাৱে অপ্রয়াসে
বিষ্ণুলোক অনাশয়।।
চিত্ত শুদ্ধি অৰ্থে তীৰ্থত ভ্ৰমিব
কৰিয়া বহু প্ৰয়াস।
জন্মান্তৰে পাছে সৎসঙ্গ লভিয়া
কৰিয়া হৰি ভকতি।
কোনো বিচক্ষণ মহাযত্ন কৰি
তেবেসে লভিবে গতি।।
শঙ্কৰে বোলন্ত ধৰিব পাৰিলে
বিষয়িৰো আছে গতি।
একান্ত শৰণ সমস্তৰে ধৰ্ম্ম
কহিছন্ত যদুপতি।।
গীতাৰ অন্তত কন্ত অৰ্জ্জুনত
আপুনি নন্দ নন্দন।
সৰ্ব্ব ধৰ্ম্ম ত্যাগ কৰি মোত মাত্ৰ
যি লৈলে এক শৰণ।।

ব্ৰহ্মযজ্ঞ, দেবযজ্ঞ, পিতৃযজ্ঞ, ভূতযজ্ঞ, নৃযজ্ঞ।

সৰ্ব্ব পাতকত হন্তে তাৰোঁ তাক
কৰোক মাত্ৰ নিশ্চয়।
কৈলো সৰ্ব্বসাৰ তোমাৰ আগত
নাহিকে আত সংশয়।।
নাম ধৰ্ম্ম যেন মহা মহৌষধি
শুনা খিৰ কৰি চিত।
পদ্ম পুৰাণত আফুনি কৰন্ত
ৰুদ্ৰদেৱে পাৰ্ব্বতীত।।
একো দেবতাক উপাসা নকৰে
সমস্তে ভোগ্য কৰয়।
সু বিষয়ক বিৰোধ কৰন্তা
জনক তাপ দিবয়।।
বৈৰাগ্যত জ্ঞান একো নাহিকয়
একো ধৰ্ম্ম নাছৰয়।
এক নাম মাত্ৰ গায়া মছা সুখে
যিসব গতি পাৱয়।।
সকল ধৰ্ম্মক আচৰণ কৰি
নপাৰে কৈলো সম্প্ৰতি।
নাম ধৰ্ম্ম শ্ৰেষ্ঠ সবাতো কৰিয়া
জানিবা তুমি পাৰ্ব্বতি।।
মাধবে বোলন্ত পূজা নকৰিলে
দেব সবে বিঘ্নি কৰে।
এক শৰণীয়া হইবাৰ দেখিলে
শ্ৰীসম্পত্তিকো হৰে।।
ধন জন যত বিভৱ আছয়
ক্ষীণ হুয়া লোক যত।
খাইবে খুটিবেক একো নখায়
অসুখ মিলে মনত।।
শঙ্কৰে বোলন্ত বিষ্ণু ভক্ত
বিঘিনিক নগলয়।

সংসারর সুখ নশ্বর জাতি
একো খেদ নকরয়।।
দেব সবে বিঘ্নি করিবে নপারে
ভজিলে কৃষ্ণদেৱক।
করয় সাদর দেবতা সকলে
ভক্তিমন্ত পুরুষক।।
হরিদাস সবে ঈশ্বরক বিনে
একো দেব নভজয়।
কৃষ্ণত শরণ লৈলে প্ৰাণাদি
অন্যদেব নুপূজয়।।
মাধবে বোলন্ত ঈশ্বরর
যতেক দেবতাচয়।
দেবতা সবক পূজা কৰি
একো দোষ নিসিজয়।।
কহিছে শাস্ত্রত ঈশ্বৰৰ
যতেক দেবতাগণ।
বিরাট মূৰ্ত্তির অঙ্গহেন জানি
করিবে লাগে পূজন।
চক্ষু বুলি জানা সূৰ্য্যক পূজিব
চন্দ্রক বুলিয়া মন।
কর্ণ বুলি জানা অচ্চিত বায়ুক
মউকক যে হুতাশন।।
অশ্বিনি কুমার নাসিকা বুলিয়া
জিহ্বা বুলি বরুণক।
ঈশ্বরর বাহু বুলিয়া পুজিব
দেবরাজ বাসবক।।
হেন শুনি হাসি শঙ্কৰে বোলন্ত
শুনিও মাধব কথা।
কৰ্ম্ম্যোগ ভক্তি যিটো জনে করে
তারার হেন অৱস্থা।।

ভাগবতী ভক্তি যিজনে কৰয়
শুনিও তাৰ নিৰ্ণয়।
এক কৃষ্ণকেসে কৰে মাত্ৰ পূজা
কৰিয়া দৃঢ় নিশ্চয়।।
মযিক পূজিলে দেবতা সবৰ
পৰম সন্তোষ হয়।
এহি কথা জানি মহন্ত সকলে
কৃষ্ণক মাত্ৰ পূজয়।।
কৃষ্ণক পূজিলে যতেক দেবৰ
তৃপতি হোন্ত মনত।
বৃক্ষমূলে যেন জলদান দিলে
হোৱে শাখা যত।।
মাল পুষ্প পত্ৰে পানি দিলে যেন
সন্তোষ নাহি বৃক্ষৰ।
তেনমতে জানা পৃথক পূজিলে
সন্তোষ নাহি দেবৰ।।
কোনো একজন পুৰুষৰ ক্ষুধা
লাগি আছে অন্তৰত।
বস্ত্ৰ অলঙ্কাৰ পুষ্প চন্দনক
পিন্ধাৱয় বাহিৰত।।
বস্ত্ৰ অলঙ্কাৰ পিন্ধাইলেতো সুখ
একো নাহি ইন্দ্ৰিয়ৰ
যাবৎ ভোজন নকৰয় মানে
সন্তোষ নাহি প্ৰাণৰ।।
ভুঞ্জিলাত সবে তুষ্ট হোৱে
প্ৰাণ মন ইসৱৰ।
সেহি মতে জানা হৰিক পূজিলে
তুষ্ট দেব নিৰন্তৰ।।
শুনা সৰ্ব্বজন কথা বিতোপন
সভাসদ নিৰন্তৰে।

মাধব শঙ্কৰে কৰিলা বিনোদ
জীৱ তাৰিবাৰ তৰে।।
মাধবে ৰাখন্ত প্ৰবৃত্তি মাৰ্গক
শঙ্কৰে কৰা খণ্ডন।
শ্লোকে শ্লোকে কন্ত দুহানে বুজন্ত
চাহি আছে সৰ্ব্বজন।।
ছয় সাত শ্লোক মাধবে পঢ়ন্ত
আতি খৰতৰ কৰি।
এক শ্লোক পঢ়ি শ্ৰীমন্ত শঙ্কৰে
সৰাকো নেন্ত সংহৰি।।
এহি মতে দুয়ো জনে শ্লোকাবাদ
কৰিয়া এক প্ৰহৰ।
বাদে নোৱাৰিয়া মাধব বহিলা
নেদিয়া একো উত্তৰ।।
শঙ্কৰে সম্বুধি দুনাই বুলিলন্ত
শুনা কথা সাৰোত্তৰ।
দেবকি নন্দন বিনে আন দেব
নাহি নাহি শ্ৰেষ্ঠতৰ।।
নাম বিনে একো ধৰ্ম্ম নাহিকয়
কহিলোঁ কৰি নিচ্ছয়।
শুনি মাধবৰ পুলকিত তনু
দ্ৰবিত ভৈলা হৃদয়।।
সিদ্ধান্ত লভিয়া আনন্দে মাধবে
সন্তোষ লভি মনত।
হুয়া অবনত পৰি প্ৰণমিলা
শঙ্কৰৰ চৰণত।।
শঙ্কৰে বোলন্ত কেনে প্ৰণমিলা
কহিও আৰু কাৰণ।
মাধবে দুনাই গদ গদ বাক্যে
বুলিবে লৈলা বচন।।”

কেনেকুৱা জ্ঞান আৰু দৰ্শন পাঠক সকলে নিজেই ভাবি লওক। উত্তৰ কেনেকুৱা পণ্ডিত ভাবিলে বাস্তবিকে তথা মানব লাগে। মাধবদেৱে যি তৰ্ক কৰিছিল সমস্ত সাংসাৰিক লোকৰ প্ৰবৃত্তি মাৰ্গৰ অথবা যি সকল নাম আৰু ৰূপত থাকে সেই সকলৰ আৰ্হিৰ। প্ৰভূ শঙ্কৰদেৱে যি বুজাইছিল সি নাম আৰু ৰূপৰ ওপৰলৈ উঠা লয়যোগী আৰু ৰাজযোগীৰ আৰ্হিৰ অথবা কৈবল্য পদ প্ৰাপ্ত মোক্ষাৰ্থিৰ। মাধবদেৱৰ অস্থা মন্ত্ৰযোগৰ লগত অলপ অলপ হঠযোগ সংযুক্ত কৰি ক্ৰিয়া কৰা জনৰ আৰু প্ৰভূ শঙ্কৰদেৱৰ অবস্থা আগেয়ে হঠ আৰু মন্ত্ৰযোগ কৰি শেহত লয় আৰু ৰাজযোগত উঠা আবস্থাৰ লোকৰ। প্ৰভূ মাধবদেৱৰ তৰ্ক বেদ শ্ৰুতি স্মৃতিৰ ওপৰত, গীতাৰ বিশ্বৰূপৰ ওপৰত, প্ৰভু শঙ্কৰদেৱৰ তৰ্ক গীতাৰ, বেদৰ, শ্ৰুতি স্মৃতিৰ শেষ সিদ্ধান্ত "নামেকং শৰণং ব্ৰজ" এই সিদ্ধান্তৰ ওপৰত। যি সকল লোকে এতিয়াও সংসাৰৰ বাহিৰ হৈ বা সংসাৰত থাকিও অনাসক্ত হৈ একেবাৰে মন প্ৰাণ কৃষ্ণত বা বিষ্ণুত নিযুক্ত কৰে বা কৰিব পাৰে সেই সকললৈ প্ৰবৃত্তি মাৰ্গৰ বা বৈদিক কাণ্ডৰ বা বৰ্ণাশ্ৰম ধৰ্ম্মৰ আচাৰ ব্যৱহাৰ একো দৰকাৰ নহব পাৰে, কিন্তু সকলে সেই "মামেক শৰণং অবস্থাত উঠিব নোৱাৰে সেই সময়ৰ নিমিত্তে বেদ শ্ৰুতি স্মৃতিৰ আবশ্যক। সেই কালটোত সৰ্ব্বসাধাৰণৰ উন্নতিৰ অৰ্থে সহজ পন্থৰ, প্ৰেমময়, পবিত্ৰময় কোনো ধৰ্ম্মেই নাছিল। সেইকাৰণে মহাত্মা সকলৰ উদ্দেশ্যেই হৈছিল সাধাৰণীয় নাম ধৰ্ম্ম প্ৰচাৰ কৰা। এই অনুসৰিয়েই বঙ্গদেশতো চৈতন্য, অদ্বৈতন্য আৰু নিত্যানন্দে তাকে কৰিছিল। অসমতো প্ৰভূ শঙ্কৰদেৱ, প্ৰভূ দামোদৰদেৱ আৰু প্ৰভূ হৰিদেৱ এই সকল মহাপুৰুষে সৰ্ব্ব সাধাৰণৰ নিমিত্তে নাম ধৰ্ম্মকে চৰ্চ্চা কৰিছিল। অধিকাৰী সকলৰ নিমিত্তে অৰ্থাৎ দ্বিজাতি সকলৰ নিমিত্তে তান্ত্ৰিক ক্ৰিয়া পূজা পাটল একেবাৰে লোপ কৰি দিছিল তেনেকুৱা কথা নহয়।

প্ৰভূ শঙ্কৰদেৱৰ এই মত আৰু সিদ্ধান্ত পাই প্ৰভূ মাধবদেৱে সংসাৰৰ ফালে একেবাৰে পিঠি দিলে। প্ৰবৃত্তি মাৰ্গ একেবাৰে ত্যাগ কৰি কৈবল্য পদত আশ্ৰয় ললে। কিন্তু এই কাম কৰোঁতে প্ৰভূ মাধবদেৱে নিজ মাতৃৰ মনত বেজাৰ বা দুখ দিব লগীয়াত পৰিছিল। মাতৃয়ে আৰু প্ৰভূ মাধবদেৱে উভয়ে কি আচৰণ কৰিছিল তাক চাওক। শঙ্কৰদেৱৰ ওচৰৰ পৰা আমি মাধবদেৱে যাক যত যি টকা কৰি দিব লাগিছিল সমস্ত দিলে। যাৰ পৰা পাব লগীয়া আছিল সেইসকলৰ পৰা সুত আৰু মূলৰো কিছু কিছু এৰি দি লেনা দেনাৰ লেঠা মাৰি এপিঠিয়া হৈ মাকক ত্যাগ কৰি প্ৰভূ শঙ্কৰদেৱৰ ওচৰলৈ আহিল।

ক্ৰমশঃ।

নমো শ্ৰীশ্ৰীদেৱদামোদৰায়

# প্ৰাৰ্থনা।

(১)

অজ্ঞান, তিমিৰ, হৰা অগতিৰ,
তুমি দেৱ জ্যোতিৰ্ম্ময়।
বিপত্তিত পৰি, তোমাক পাহৰি,
মই হলোঁ আত্মময়।।

(২)

তষাব্ধি পাৰৰ, মহা দুঃখভয়,
তোমাতেহে মাত্ৰ লয়।
জানো পতিতৰ ত্ৰাতা দামোদৰ,
তুমি মাত্ৰ কৃপাময়।।

(৩)

মোব মোহাবৃত সদা পাপৰত,
কালপাশে নিয়ে টানি।
পুচ্ছেন পাশক, ছেদি নিজগুণে,
ৰাখা ভৃত্য বুলি মানি।।

(৪)

মই হীন মতি, নাজানো ভকতি,
তমসপূৰ্ণ হিয়া মোৰ।
তোমাৰ পদৰ, পূৰ্ণেন্দু বিম্বৰ,
দিয়া কনিকা পোহৰ।।

(৫)

ৰিপু সমুহৰ, পীড়া গুৰুতৰ,
নিৰবধি বাঢ়ি আছে।
প্ৰভু দামোদৰ, বিনে অন্যতৰ,
অনাথৰ কোন আছে।।

(৬)

দেৱদামোদৰ, তৰণ সৰোজে,
মাগোঁ কৃতাঞ্জলি কৰি।

করা ভৃত্যে দয়া, দিয়া পদ চায়া,
দিয়া শান্তি অন্তকারি।।

শ্রীমশ্বেরদেব অধিকারী,
পাটবাউসী।

## ঁনীলকণ্ঠকৃত শ্রীশ্রী ঁদেবদামোদর চরিত্র।

এহি পাঞ্চশত টাকা শ্রীকৃষ্ণক দিবা।
কবিরত্ন আগে হনে বচন কহিবা।।
সিও পঞ্চকারুকথা আসিওক ধরি।
আসৌক বৈষ্ণব দুই চারি সঙ্গে করি।।
ধর্ম্মক সমর্পি পাটবাউসীত থাপিলোঁ।
অধিকারি পাতি তুলসীর মালা দিলোঁ।।
এহি কথা কহি তাঙ্ক মালা দিবা নিয়া।
চলিও ভকত শীঘ্র বিলম্ব ছারিয়া।।
দামোদর পারে নমি ভকত চলিলা।
শ্রীঘ্রে বেগে গৈয়া পাটবাউসীক পাইলা।।
বিষ্ণু মন্দিরত কবিরত্নক দেখিলা।
আগত প্রণামি পাছে তাহাঙ্ক নমিলা।।
শ্রীকৃষ্ণ গোঁসাইর কথা তাহান্তে পুছিলা।
ভগবান স্থানে আছে বুলিয়া কহিলা।
ভকতে বোলন্ত তাঙ্ক আনিও মতাই।
শুনি ভক্ত পাঞ্চি দিলা আনিলন্ত যাই।।
শ্রীকৃষ্ণ আসিয়া তৈতে ভৈলা উপসন।
প্রণামীয় দিলা আনি পাঞ্চশতধন।।
যত ভক্ত ভাগবতী একত্র করিলা।
দামোদর আজ্ঞা যত ভকতে কহিলা।।
পঞ্চাশত টকা শ্রীকৃষ্ণক দিবা নিয়া।
সিটো থান ধর্ম্ম কবিরত্নত সম্পিয়া
তুলসীর মালা দিয়া প্রভু থাপিলন্ত।

এহিবুলি মালা তার শিরত দিলন্ত।।
ভকতসকলে হরিধ্বনী করিলন্ত।
আরু আজ্ঞা যেন ভক্তে তাক কহিলন্ত।।
সিও পাঞ্চকন্ধ কথা শীঘ্র যাইবা লই।
লগে লৈ বৈষ্ণবক যাইবাক আছে কই।
এহিবুলি বক্তসবে বিদায় করিলা।
থানৰ নিৰ্ম্মাল্য বণ্টা ভকতক দিলা।।
প্রভুক লাগিয়া যত ভেটী ভার দিলা।
দামোদর আগত ভকতে নিয়া দিলা।।
প্রভুর আগত ভক্তে সব কথা কৈলা।
শুনিয়া প্রভুর মনে মহারঙ্গ ভৈলা।।
শেষ পাঞ্চকন্ধ কথা কবিরন্তে করি।
ভগবান নারায়ন অনাইলা সাদরি।।
মনোহর গোপালক লগে করি নিলা।
কবিরন্ত দেবে বেহারক চলি গৈলা।।
দামোদর পাৰে পাঞ্চ বৈষ্ণব নমিলা।
গাৰে গাৰে ভোট দিয়া আসনে বসিলা।।
শেষ পাঞ্চকন্ধ কতা কবিয়ত্ন দিলা।
পঢ়িয়োক বুলি দামোদরে আদেশিলা।।
অষ্টম যে নবম দশম একাদশ।
দ্বাদশ সহিতে ভাগবত কথা রস।।
সাবশেষে পঢ়িলা শুনিলা নিরন্তরে।
পরম সন্তোষে মাতিলন্ত দামোদৰে।।
ধন্য কবিরত্ন তুমিপরম মহন্ত।
নাহি প্রিয়আনমোর তুমি সম সন্ত
আগে দিয়া সাত কন্ধ কথা আনিলন্ত।
বলোদেবক তৈকে মতাই আনিলন্ত।।
দামোদৰে বোলে বলোদেব মুখ চাই।
যিবা দুইজন চোৰ আত আছা পাই।।
কিবা কাটা যাই ৰহে বুজিয়ো খেলাই

খেলাৱন্ত দুইও দামোদৰ আজ্ঞা পাই।।
কবিরত্ন দেবে অর্থ ৰাখি বখানন্ত।
বলোদেবে বাদ কৰি কাটিবাক যান্ত।।
নানা শাস্ত্রমত তুলি দুইও বাখ্যা কৰে।
ভঙ্গ জয় দুইৰো নাহি তৃতীয় প্ৰহৰে।।
পাছে কবিৰত্নে অর্থাধিক বলাৱয়।
বলদেব অর্থবাদে সঙ্কোচি আছয়।।
বাদ কৰি অর্থ দেখাই অক্ষৰ ৰাখিলা।
বলোদেবে অক্ষৰক কাটিতে নপাৰিলা।।
দামোদৰ গুৰু আদি যত ভক্তগণে।
ধন্য কবিৰত্ন বুলি প্ৰশংসয় মনে।।
বাদত ছকিয়া বলো ভৈলন্ত লজ্জিত।
দামোদৰে মাতিলন্ত বুজি তান চিত।।
বেদ এরা দুয়োজন সমান পণ্ডিত।
অর্থত আছয় কেনে হৈবেক খণ্ডিত।।
মৌন এৰি দুয়োজনে কৰিও সখিত্ব।
মহা প্ৰিয়ত্তম দুইও মহন্ত পণ্ডিত।।
হেন আজ্ঞা শুনি দুয়ো জনে ৰঙ্গ ভৈলা।
প্ৰভু বিদ্যামানে দুয়োসখিত্ব কৰিলা।।
দামোদৰ পদে নমি দুহান্ত উঠিলা।
প্ৰাণ সখি বুলি দুয়ো জনে আলিঙ্গিলা।।
বৰিষে অশ্ৰু জল বহয় নেত্ৰৰ।
প্ৰসংসিলা ৰঙ্গে বক্ত মেধি নিৰন্তৰ।।
পাছে দুয়ো ৰঙ্গমনে আসনে বসিলা।
ৰাজনীতিদুয়োজনে সৎকাৰ কৰিলা।।
সভাষদ সকলক সাদৰ কৰিলা।
তাম্বুল কুসুম গন্ধ সমস্তকে দিলা।।
সখিত্ব উৎসব দুই হান্তৰ যেবে গৈলা।
শুনা আত অনন্তৰে যেন কথা ভৈলা।
ভগবান আদি কামৰূপি মেধি সঙ্গে।

কতোদিন কবিৰত্ন আছা মনৰঙ্গে।।
বাগবত গীতা পঢ়ি গীতা পঢ়ি বখানন্ত।
দামোদৰ আদি সন্ত সঘনে শুনন্ত।।
মনে ব্ৰহ্মানন্দ নিয়ন্তে অমৃত।
হৃদয়ত কৃষ্ণমূৰ্ত্তি হোৱন্ত বিদিত।।
প্ৰেমে গদ গদ চিত্ত লোটক ঝৰয়।
আনন্দ সমূদ্ৰে মন মজিয়া থাকয়।।
এহি মতে কতো দিন তথাত আছন্ত।
একদিনা দামোদৰে বাক্য বুলিলন্ত।।
শুনিও বৈষ্ণৱ সব আমাৰ বচন।
আমাৰ পন্থৰ সাধু আছা যত জন।।
সৰে কবিৰত্নক কৰিবাহা মান।
দৰ্ম্মকৰ যোগাইবাহা তান তান।।
আহাঙ্ক তাপিলো পাটবাউসীৰ থানত।
খাটিৰা থানত সবে হুৱা একমত।।
কবিৰত্ন সমে মোর মাহিকে অন্তৰ।
তাহাঙ্ক মানিলে মোৰ নাহিকে অন্তর।।
তোমারার নামে যেহি সত্র যে আছয়।
নাম প্রসঙ্গাদি যেন সবে তাতে হয়।।
লোকক ভজাই নাম উপদেশ দিবা।
কাহারো লোককআনকোহোয়ে নানিবা।।
যিবা যত পারা লোকক ভজাইবা।
কবিরত্ন তানে সবে করক যোগাইবা।।
একত্র মিলিয়া সবে হরিগুণ গাইবা।
সুদৃঢ় বিশ্বাসে বজ্জি অবতরি যাইবা।।
নববিধ ভক্তি একে কৃষ্ণত করিবা।
লোকক তারিবা আপুনিও নিস্তারিবা।।
শ্ৰবন কীৰ্ত্তন আৰু স্মৰণ অৰ্চ্চন।
বন্দন সখিত্ব দাস্য সৰ্ব্ব সমৰ্পণ।।
স্বভাৰক নিরুপণ দেহ নিবেদন।

এহি নববিধ ভক্তি কৃষ্ণত ভজন।।
আৰু এক বিধ ভক্তি যিবা প্ৰকাশয়।
এতেকে জানিবা সিটো সংসাৰ তৰৰু।।
আনো যত উপদেশ সমস্তে কহিলা।
শিল্প শিক্ষা জ্ঞান বোধ সমস্তকে দিলা।।
থানে তানে সন্ত সকলক নিযুজিলা।
পাটবাউসী থানে কবিৰত্নক থাপিলা।।
দামোদৰে বোলে সবে শুনিও বচন।
পাটবাউসী থান শোভন।।
সেহি তানে যিবা জনে দণ্ডবৎ কৰে।
আমি তাত তুষ্ট সিটো সংসাৰক তৰে।।
শ্ৰদ্ধাবাবে যিবা তৈত হৰিগুণ গাই।
তাহাৰি ভাগ্যক কহি কোনে অন্ত পায়।
সমস্তে পাতক নাশি সুখক পাৱয়।
এক ৰূপ মানে সিটো বৈকুণ্ঠে ৰহয়।
কৃষ্ণৰ চৰণে প্ৰেম ভকতি যাহাৰ।
আপুনিও তৰে তাৰ পুৰুষো উদ্ধাৰ।।
মনৰ কামনা সিদ্ধি কীৰ্ত্তনত পায়।
ভকতি মুকুতি সাধে কিছু শঙ্কনাই।।
নৱবিধ ভকতিৰ যি একবিধ কৰে।
এতেকে সমস্ত সিদ্ধি কীৰ্ত্তনতচ কৰে।।
নববিধে ভজে যিটো ভকতিক কৰি।
সৰ্ব্বকাৰ্য্য সিদ্ধি তাৰ বশ্য দেবহৰি।।
দামোদৰ বদতি শুনিও সন্তগণ।
ইঠাইত থাকিবে আৰ নাহি প্ৰয়োজন।।
চলি যায়ো গৃহে কবিৰত্ন আদি কৰি।
থাকিয়োক থানে গৈয়া ভকতি আচাৰি।।
আনো আচ্ছাদনে সবে ভক্ত সন্তোষিবা।
অতিথিক দিয়া যত সবাকে পালিবা।।
হৰি মন্দিৰত নিত্য প্ৰদীপ জলাইবা।

নিত্যাগত প্ৰসংগ সমস্তে করিবা।।
যত বস্তু মিলে ঈশ্বরত নিবেদিবা।
প্ৰসংগ করিয়া পাছে বিবৰ্ত্তি আনিবা।
নীতি যে আচার দৰ্ম্ম কিছু নছারিবা
নাম ধৰ্ম্ম প্ৰবৰ্ত্তিয়া সবেও বঞ্চিবা।।
উপদেশ বাক্য বুলি বিদায় দিলন্ত।
শুনি আনন্দিত কবিরত্ন আদি সন্ত।
ভোজন করায়া পুস্প চন্দ্রনে ভুষিলা।।
কবিৰত্ন আদি আনো সন্ত যত যত।
দামোদর চরণত করি দণ্ডবত।।
উঠি উঠি বারম্বার প্ৰদক্ষিণ করি।
বুলিলন্ত তুতি ৰলো কৃতাঞ্জলি করি।
নমো দামোদর দেব দ্বিজরূপ ধর।
ভকত বৎসল প্ৰভূ করূণা সাগর।।
যার নাম সুমরণে পতিত তরয়।
দ্বিজরূপে অবতার কৃষ্ণ কৃপাময়।।
কলি মলে মগ্ন আছিলেক যত যত।
আমাক তারিবে প্রতি ভৈলাহা বেকত।।
নামধৰ্ম্ম প্ৰকাশিলা মহা মোক্ষতম।
যাক স্মরি মনুষ্যে পাৱয় মোক্ষধাম।।
নরদেহা নামে লৌকা সুজন কাণ্ডৰ।
এভর তারিতে প্ৰভু ভৈলা অৱতার।।
সন্তরূপে সন্তমাৰ্গে ভক্তি প্রচারিসা।
এবেসে জানিলোঁ প্ৰভূ করূণা মিলিয়া।
পতিত পাৱন জানি পশিলোঁ শরণ।
তুমি বিনে গতি নাহি জীবনে মরণ।
তোমার চরণে প্ৰেম ভকতি মিলোক
অনেক ভকত্তি কৰি প্ৰণতি করিলা।

ক্ৰমশঃ।

## শ্ৰীশ্ৰীগুৰু বন্দনা

### গীত

দামোদৰ গুৰু বাঞ্ছা কল্পতৰু।
জয়নমো গুৰু করুণা নিদান।।
শ্ৰীগুৰু স্মৰণে জনম নিদান।
পাপ প্ৰণাশন যুগল চৰণে
গুৰু সেৱা ভিন্ন নাহি পুন্য অন্য
কৰিলে ভজন পায় ব্ৰহ্ম জ্ঞান।।
অশাৰ ভুবনে লোক নিস্তৰণে।
গুৰু ৰূপে প্ৰভু লভিলা জনন।।
আমি মূঢ়জন জ্ঞান অভাজন।
বিহীন পূজন তব শ্ৰীচৰণে।।
দ্বিজ নিত্যানন্দ জ্ঞান মতি মন্দ।
তাৰিয়ো মুকুণ্ড এই আকিঞ্চন।

শ্ৰীনিত্যানন্দদেব গোস্বামী।

## নৈশ-তিমিৰ

নিশাসৰ তিমিৰ ৰাশি কিৰণ মালাৰে,
সবিতা বিনাশকৰি আৰোহে উদয় গিৰি
বিতৰি অমূল্য শিক্ষা যত নাৰী নৰে।
উন্নতি কামনা জাগে যাৰ হৃদয়ত।
ৰোষময় তমোৰাশি, বিবেক প্ৰবাৰে নাশি
সমুন্নত হব পাৰে তেৱেঁই বিশ্বত।।

শ্ৰীশম্ভুনাথ শৰ্ম্মা স্মৃতিতীৰ্থ।

# হিন্দু সমাজ।

বৰ্ণাশ্ৰম বিহিত আচাৰ ব্যৱহাৰ, নীতি-নিয়ম আৰু কৰ্ত্তব্য কৰ্ম্মবিলাকেই হৈছে হিন্দুধৰ্ম্মৰঅন্তৰঙ্গ। ভিন্ন ভিন্ন অঙ্গ-প্ৰত্যঙ্গৰ সমষ্টিৰে যেনেকৈ মানব শৰীৰ গঠিত, কথিত অন্তৰঙ্গবিলাকৰ সমষ্টিৰে তেনেকৈ হিন্দুধৰ্ম্ম গঠিত। এই ধৰ্ম্মৰ উপাসক বা মতাবলম্বী সকলৰ সমষ্টিৰ নাম হিন্দু সমাজ। হিন্দু ধৰ্ম্মৰ অন্তৰঙ্গ আচাৰ ব্যৱহাৰ, নীতি-নিয়ম কৰ্ত্তব্য কৰ্ম্মবিলাকৰ সজীবতা ৰক্ষাই হিন্দু সমাজৰ মূল সূত্ৰ আৰু এই সজীবতা ৰক্ষা। সাক্ষাৎ কিম্বা পৰোক্ষ ভাবে হিন্দুধৰ্ম্মৰ সজীবতা ৰক্ষাৰ অল্প বিস্তৰ দায়িত্ব পূৰ্ণ অধিকাৰ হিন্দু সমাজৰ অন্তৰ্ভূক্ত প্ৰত্যেক হিন্দুৰে আছে।

দুঃখৰ বিষয় আজি কালি নব্য সভ্যতাৰ প্ৰভাবত এই সাৰ্ব্বজন অধিকাৰ দায়িত্ব শূন্য হৈ যাব ধৰিছে।

তাৰ ফলত কথিত অন্তৰঙ্গবিলাকৰ বন্ধন শিথিল হৈ যাব ধৰিছে আৰু ধৰ্ম্মৰ বিমল জ্যোতি মলিন হৈ যাব ধৰাৰ লগে লগে সমাজৰ বন্ধনো শিথিল হৈ যাবৰ উপক্ৰম হৈছে। পৃথিৱীৰ ইতিহাসত বহুত ধৰ্ম্মৰ বহুত সম্প্ৰদায়ৰ উন্নতি অবনতিৰ বিবৰণ দেখিব পোৱা যায়। অধিকন্তু এটা ধৰ্ম্ম বা সম্প্ৰদায়ে কালক্ৰমেন্ন্য এটা ধৰ্ম্ম বা সম্প্ৰদায়ে ৰূপে পৰিণত হোৱাৰ উদাহৰণে বিৰল নহয়। পৃথিৱীৰপৰা 'হিন্দু' নাম লোপ পাওক, ৰোধ কৰো এনে কোনো হিন্দু অন্তৰত নাই। যিসকলে নব্য সভ্যতাৰ আলোকেৰে আলোকিত হৈ হৃদয়ৰ ভাব শ্ৰোতত ভাহি হিন্দু ধৰ্ম্মমতৰ ওপৰত নানা প্ৰকাৰ অযথা দোষ আবিষ্কাৰ কৰি সমাজৰ বিশৃঙ্খলাৰ পথ প্ৰশস্ত কৰিবৰ দিহা লগাইছে তেওঁলোকৰো তেনে ইচ্ছা আছে, বুলি ভাবিবৰ কোনো কাৰণ দেখা নাযায়। কিন্তু কৰ্ত্তাৰ অনিচ্ছা সত্বেও কিছুমান কাৰ্য্য সাধিত হৈ পৰিণামে পৰিতাপৰ কাৰণ হৈ উঠে। তাৰ শ্ৰোতত ভাহি ফুৰা ভ্ৰাতৃসকলে এইটো বিশেষ বিবেচনাৰ সহিত ভাবি চোৱা উচিত নহয় জানো?

মানুহৰ প্ৰবৃত্তি প্ৰায় হৃদয়গত ভাব শ্ৰোতৰ দ্বাৰা পৰিচালিত। সম্পদ-বিপদ, সুখ-দুখ, স্তুতি-নিন্দাক বিস্মৃতিৰ অটল জলত বিসৰ্জ্জন দি মানুহ মাত্ৰে ভাব শ্ৰোতত ভাহি ফুৰে। যিবিলাক ভাব কোনো এটা ভিত্তিৰ উপৰত প্ৰতিষ্ঠিত, সৎ ইচ্ছাৰে প্ৰণোদিত, তেনেভাব শ্ৰোতৰ দ্বাৰা পৰিচালিত মানুহে সমাজৰ আৰু সমাজৰ অশেষ কল্যাণ সাধিবলৈ সমৰ্থ হয়, কিন্তু অসৎ ইচ্ছাৰে প্ৰণোদিত ভিত্তিহীন ভাব শ্ৰোতত ভাহি ফুৰা মানুহে সমাজৰ কল্যাণ সাধন কৰা দূৰতে থাওক তেনে মানুহে নিজৰো অকল্যাণহে সাধন কৰিছে। যি মানুহৰ হৃদয় যিমান প্ৰশস্ত তেওঁৰ হৃদয়গত ভাব

সিমান মাৰ্জ্জিত আৰু শ্ৰোতো সিমান ধীৰ আৰু সুপথগামী, সুতৰাং তেওঁৰ প্ৰবৃত্তিও সিমানেই ধীৰা আৰু সুপথগামিনী। যি মানুহৰ হৃদয় যিমান অপ্ৰশস্ত তেওঁৰ হৃদয়গত ভাব বিলাক সিমান আবিল, সুতৰাং তেওঁৰ প্ৰবৃত্তিও সিমানেই চঞ্চলা আৰু বিপথগামিনী। মানবীয় প্ৰশস্ত হৃদয়ৰ মাৰ্জ্জিত ভাব শ্ৰোতৰ অধীনা সুপথগামিনী প্ৰবৃত্তিয়ে জগতৰ অশেষ কল্যাণ সাধন কৰাৰ লগে লগে মানব সমাজৰ চিত্ত আকৰ্ষণ কৰি তেনে প্ৰবৃত্তিৰ আশ্ৰয় পুৰুষৰ জীবনক স্বৰ্গীয় সুষমাময় কৰি তোলে। পৰন্তু অপ্ৰশস্ত হৃদয়ৰ আবিল ভাব শ্ৰোতৰ অধীনা বিপথগামিনী প্ৰবৃত্তিয়ে জগতৰ মহৎ অনিষ্ট সাধন কৰাৰ লগত মানব সমাজৰ ঘৃণা আৰু বিৰক্তি উৎপাদন কৰে। এবঞ্চ তথা কথিত প্ৰবৃত্তিৰ আশ্ৰয় পুৰুষৰ জীবণক নৰকৰ পূতি গন্ধেৰে বাসিত কৰি তোলে।

অভিমান, মোহ আৰু আত্মম্ভৰতাই যিসকলৰ প্ৰধান সম্বল, শিক্ষালাভ কৰি কোনো এটা নতুন কামত হাত নিদিলেই যিসকলে নিজৰ শিক্ষাৰ সাৰ্থকতা অনুভব কৰিব নোৱাৰে, দেশ হিতকৰ বহুত কাম উপযুক্ত লোকৰ অভাবত পৰি থকা সত্ত্বেও ধৰ্ম্ম আৰু সমাজৰ ওপৰতহে যিসকলৰ হাত চলিব খোজে, যিসকলেহে, ত্ৰিকালদৰ্শী মহানুভব আৰ্য্য মহৰ্ষিসকলৰ ধৰ্ম্মমতৰ সঙ্কীৰ্ণতাদি বিবিধ দোষ দেখিবলৈ পায়। এই ঠাইত এটি সংস্কৃত কবিতা মনত পৰে "ক্ৰমেলকঃ কেলিবনং প্ৰবিশ্য অবেক্ষতে কণ্টক জালমেব"।

বিশ্বনিয়ন্তা বিধাতাৰ অনিবাৰ্য্য বিশ্ব নিয়মৰ অধীনত কিমান জাতি, কিমান ধৰ্ম্ম সম্প্ৰদায় আবিৰ্ভূত হৈ জল বুদ্বুদৰ নিচিনা তিৰোহি হৈ গৈছে সিবিলাকৰ অস্তিত্ব কেবল অতীতৰ ইতিহাসত হে দেখিবলৈ পোৱা যায়।

সুদূৰ অতীতৰেপৰা বৰ্ত্তমানলৈকে সংস্কাৰকৰ পিচত কিমান সংস্কাৰক আহি সমাজৰ ক্ষত অঙ্গ বিলাকত চিকিৎসা কৰিছে, নেতাৰ পিচত কিমান নেতা আহি সমাজৰ নিয়ম পৰিচালনা কৰিছে, নানা প্ৰকাৰ লৌকিক বিদ্যা আৰু সৃষ্টিক নতুন কৈ গঠন কৰি তুলিবৰ নিমিত্তে নানা প্ৰকাৰ কল-কৌশল আবিষ্কাৰ কৰিছে, ধৰ্ম্মৰ গভীৰ তত্ত্ব প্ৰচাৰৰ নিমিত্তে কিমান ধৰ্ম্মপ্ৰাণ মহাপুৰুষ আবিৰ্ভূত হৈছে, কিন্তু সি সকলৰ ভিতৰত কোনেও হলে পূৰ্ণত্ব লাভ কৰিব পৰা নাই। কাৰণ—অল্পজ্ঞ মানবৰ ভ্ৰান্তি স্বাভাবসিদ্ধ, মানুহৰ কাৰ্য্য কদাপি ভ্ৰান্তিশূন্য হব নোৱাৰে। যি জন সৰ্ব্বজ্ঞ পূৰ্ণ পুৰুষ তেৱেঁইহে ভ্ৰান্তিশূন্য, তেওঁৰ কাৰ্য্যহে পূৰ্ণত্ব লাভ কৰে। আপাত ৰমণীয় পৰ ধৰ্ম্মৰ মত আৰু পৰ সমাজৰ নীতি নিয়মবিলাক নিজৰ ধৰ্ম্মত, নিজৰ সমাজত নেদেখি দুঃখিত ভ্ৰাতৃসকলে এই বিলাকৰ পিনে এবাৰ মনোযোগ কৰি ভাবি চায় যেন। যি বস্তু সৎ উপাদানে নিৰ্ম্মিত সি বস্তু কদাপি নষ্ট নহয় ত্ৰিকালৰ অবধ্য। যি বস্তু আপাত

ৰমণীয় সি বিনাশশীল এবং পৰিণাম দুঃখময়। সৎবস্তুৰ কদাপি অভাব নহয়। অসৎবস্তু সদায় সদ্ভাবে নাথাকে। সৎ বস্তুথৰ অস্তিত্ব স্বতঃ প্ৰমাণ সিদ্ধ। অবশ্যে কেতিয়াবা অসৎ বস্তু আহি অসৎ বস্তু আহি সৎ হয়। স্বৰূপক আবৃত কৰিব পাৰে নাইবা নিলগৰপৰা নিজৰ প্ৰভাব বিস্তাৰ কৰি সৎ বস্তুৰ বিকাশ শক্তিৰ মলিমই জন্মাব পাৰে, কিন্তু সৎবস্তুক নষ্ট কৰিব নোৱাৰে। যেনেকৈ এডোখৰ মেঘ আহি সূৰ্য্যক আবৃত কৰি সূৰ্য্য প্ৰভাৰ মালিন মাত্ৰ জন্মায় প্ৰকৃততে হলে সূৰ্য্যক নষ্ট কৰিব নোৱাৰে তেনেকৈ নব্য সভ্যতাৰ প্ৰভাব বা বৈদেশিক ধৰ্ম্ম সমাজৰ ছবি আহি সনাতন হিন্দু ধৰ্ম্মৰ বিশ্ববিজয় পতাকাক আবিত কৰিব পাৰে বা সেই পতাকাৰ দিগন্ত বিসাৰি প্ৰভাব মালিন্য জন্মাব পাৰে এবং হিন্দু সমাজতে বিশৃঙ্খলাৰ মাত্ৰা বৃদ্ধি কৰিব পাৰে কিন্তু সেই পতাকাৰ ধ্বংস সাধন কৰিব নোৱাৰে।

সত্য সনাতন পুৰুষনিৰ্ম্মিত বৰ্ণাশ্ৰম প্ৰাচীৰদ্বাৰা বেষ্টন কৰি দুৰ্ভেদ্য দৃষ্টিৰ মাজত ঐশী স্থূলা শক্তিৰ ওপৰত যি ধৰ্ম্মৰ সামাময়ী পতাকা সৃষ্টি কালৰে পৰা ভগবানে নিজ হাতেৰে প্ৰতিষ্ঠা কৰি ৰাখিছে, সেই সনাতন হিন্দু ধৰ্ম্মৰ বিশ্ব বিজয়ী পতাকাৰ ধ্বংস সাধন মানব শক্তিৰ পক্ষে অসম্ভব।

যি বৰ্ণাশ্ৰম প্ৰাচীৰৰ দ্বাৰা সনাতন হিন্দু ধৰ্ম্ম সুৰক্ষিত, যি বৰ্ণাশ্ৰম বিভাগত আশ্ৰয় কৰি হিন্দু সমাজে বিকাশ লাভ কৰি উন্নতিৰ উচ্চ স্তৰত আৰূঢ়, যি বৰ্ণাশ্ৰম বিভাগগ সনাতন পুৰুষ নিৰ্ম্মিত, সেই বৰ্ণাশ্ৰম বিভাগৰ দ্বাৰা, বিশেষতঃ চাতুৰ্ব্বৰ্ণ্য বিভাগৰ দ্বাৰা হিন্দু সমাজৰ উপকাৰতকৈ অপকাৰ হে বেছি হৈছে এবং ব্ৰাহ্মণসকলে কেবল নিজৰ স্বাৰ্থসিদ্ধিৰ কাৰণে অপৰ জাতি বিলাকক পদানত কৰি ৰাখিবৰ উদ্দেশ্যে এই চাতুৰ্ব্বৰ্ণ্য অৰ্থাৎ জাতি ভেদ প্ৰথাৰ সৃষ্টি আৰু প্ৰবৰ্ত্তন কৰিছে বুলি ভবাটো নিতান্ত অজ্ঞ মানুহৰহে ধাৰণা। বৈদিক যুগত হলে জাতি ভেদ প্ৰথা নাছিল বুলি ভ্ৰান্ত ধাৰণাক মনত ঠাই দিয়াটো বৰ অন্যায় আৰু পাপ। এনে ভ্ৰান্ত ধাৰণা ভাৰতবাসী হিন্দুৰ হৃদয়ত যি যিমানে বলবতী হব, ন্যায়ৰ মৰ্য্যাদা সিমানে হানী হৈ আহিব সিমানে অসম্ভবেও সম্ভব হৈ আহিব।

পাশ্চাত্য শিক্ষা সভ্যতা সামাজিকতা আদিত মুগ্ধ হৈ পাশ্চাত্যৰ সকলো বিলাক ৰীতি নীতি আমাৰ সমাজত চলাবৰ ইচ্ছা কৰা উচিত নহয়। আৰ্য্য সমাজৰ তুলনাত পাশ্চাত্য সমাড শিশু মাত্ৰ। বৰ্ত্তমানে ইয়ুৰোপত যিবিলাক সুসভ্য দেশ আছে সিবিলাকৰ ভিতৰত "ফ্ৰান্স" প্ৰচীন। ফৰাচী সভ্যতা আৰম্ভ হবৰ ডেৰ হাজাৰ বছৰথৰ হল, ইয়ুৰোপৰ অন্যান্য দেশৰ সভ্যতাৰ বয়স এতিয়াও হাজাৰ হোৱা নাই। ইয়ুৰোপৰ বয়োবৃদ্ধ সেই ফৰাচী সমাজো আৰ্য্য সমাজৰ তুলনাত নাবালক। কোনো কোনো

দেশৰ সভ্যতাৰ বয়স চাৰি শ বা পাঁচ শ বছৰ মাত্ৰ হৈছে। বি ইয়ুৰোপীয় ঐতিহাসিক বিলাকে পূৰ্ব্ব লিখিত কথা বোৰ লিখিছে আৰ্য্য ইতিহাস ৰচনাৰ সময়ত সেই ঐতিহাসিক বিলাকেই আৰ্য্য সভ্যতাৰ বয়স চাৰি হাজাৰৰ পৰা ছয় হাজাৰ পৰ্য্যন্ত হৈছে বুলি স্বীকাৰ কৰে। অবশ্যে আৰ্য্য সভ্যতা সম্বন্ধে ইয়ুৰোপীয় ঐতিহাসিক সকলৰ মত সমৰ্থন কৰা নাযায়। স্বৰ্গীয় বঙ্কিম চন্দ্ৰ চট্টোপাধ্যায় প্ৰভৃতি মনীষীসকলে সপ্ৰমাণ কৰিছে যে খৃষ্ট জন্মৰ সাৰে চাৰি হাজাৰ বচৰৰ পূৰ্ব্বে কুৰুক্ষেত্ৰৰ যুদ্ধ হৈছিল অৰ্থাৎ এতিয়াৰ পৰা চাৰে ছয় হাজাৰ বছৰ পূৰ্ব্বত মহাভাৰতোক্ত মহাসমৰ হৈছিল। কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ত যে আৰ্য্য সভ্যতাৰ শৈশব আবস্থা নহয় প্ৰোঢ় আবস্থা আছিল ই সৰ্ব্ববাদি সম্মত। তথাপি যদি তৰ্কৰ অনুৰোধত আৰ্য্য সভ্যতাৰ বয়স ছয় হাজাৰ বছৰকে ধৰি লোৱা হয তেনেহলেও পাশ্চাত্য সমাজৰ সভ্যতাক পাচ বচৰৰ শিশু এবং আৰ্য্য সভ্যতাক ষাঠি বচৰৰ বৃদ্ধ বুলি ভবা উচিত।

এতিয়া পাঠকে বিবেচনা কৰি দেখক—পাঁচ বছৰৰ শিশুৱে কোনো কাৰণে যদি যাঠি বচৰৰ বুঢ়াৰ ওপৰত প্ৰভুত্ব লাভ কৰে তেনেহলে সেই বুঢ়াই সকলো বিষয়ত সেই শিশুক নিজৰ আদৰ্শ স্থানীয় ভাবিবনে?

কিন্তু আমাক ভিতৰত অনেকে, বিশেষতঃ পাশ্চাত্য শিক্ষাত শিক্ষিত বহুতে সকলো বিষয়তে সমাজক আমাৰ আদৰ্শ স্থানীয় বুলি নাভাবেনে? আচাৰ-ব্যৱহাৰ বেশ ভুষা আদি সকলো বিষয়তে ইয়ুৰোপীয় অনুকৰণ কৰিব নোখোজেনে? কিন্তু সিসকলে এবাৰ চিন্তা কৰি দেখা উচিত যে সিসকল ষাঠি বছৰৰ বৃদ্ধ হৈ পাঁচ বচৰৰ শিশুক অনুকৰণ কৰি অন্যান্য জাতিৰ চক্ষুত কি দৰে হাস্যাস্পদ হৈছে। যাঠি বছৰৰ বুঢ়াই নিজৰ জীবণ যাপনৰ নিমিত্তেত সুখ স্বচ্ছন্দতাৰ বাবে ধৰ্ম্ম আৰু সমাজৰ অভ্যুদয়ৰ বাবে যিটো উপযোগী আৰু উপকাৰী বুলি গ্ৰহণ কৰিছে তাক পাঁচ বছৰৰ শিশুৰ মনতুষ্টিৰ বাবে ইচ্ছা কৰি পৰিত্যাগ কৰেনে?

যিসকলে বৈদিক যুগত জাতিভেদ প্ৰথা নাছিল বুলি বিশ্বাস কৰে তেওঁলোকে ঋগ্ বেদৰ পুৰুষ সূক্তস্থ "ব্ৰাহ্মণোহস্য মুখমাসীৎ বাহু ৰাজন্যঃ কৃতঃ উৰূ তদস্য যবৈশ্যঃ পদ্ভ্যাং শূদ্ৰোহ জায়ত" এই মন্ত্ৰটীৰ ফালে এবাৰ দৃষ্টি কৰিলে নিজৰ বিশ্বাস ভ্ৰান্ত বুলি বুজিব পাৰিব। কেবল উক্ত মন্ত্ৰটীত হে চাতুৰ্ব্বৰ্ণ্যক উল্লেখ আছে এনে নহয় সামাদি বেদতো চাতুৰ্ব্বৰ্ণ্যৰ উল্লেখ আছে, স্মৃতি পুৰাণাদিৰ কথাই নকওঁ। অনাবশ্যক বোলে সেইবিলাক প্ৰমাণৰ উল্লেখ কৰা নহল। গীতাৰ "চাতুৰ্ব্বৰ্ণ্যং ময়াসৃষ্টি গুণকৰ্ম্ম বিভাগশঃ" এই শ্লোক ফাকিৰ অনেকে অৰ্থ কৰে যে "শ্ৰীভগবানে গুণ আৰু কৰ্ম্মৰ বিভাগ অনুসাৰে চাৰিটা বৰ্ণৰ সৃষ্টি কৰিছিল" কিন্তু উক্ত শ্লোকৰ প্ৰকৃত অৰ্থ

মহাভাৰতৰ সৌপ্তিক পৰ্ব্বত আছে ঃ—

"প্ৰজাপতিঃ প্ৰজাঃ সৃষ্টা কৰ্ম্ম তাসু বিধায়টী বৰ্ণে বৰ্ণে সমাধত্ত হ্যেকৈকং গুণভাগ্ গুণং অৰ্থাৎ গুণ আৰু কৰ্ম্ম বিভাগ অনুসাৰে চতুৰ্ব্বৰ্ণ সৃষ্টি কৰা নাই পৰন্তু চতুৰ্ব্বৰ্ণ সৃষ্টি কৰি সিবিলাকৰ স্ব স্ব গুণ কৰ্ম্ম সিবিলাকত সংযোজিত কৰিছে। তাৎপৰ্য্য এই ঃ—বৰ্ণসৃষ্টি গুণকৰ্ম্ম সৃষ্টিৰ পিচত নহয় এবং গুণকৰ্ম্ম বিভাগৰ বাবেও নহয় পৰন্তু বৰ্ণ বিভাগ অনুসাৰেহে গুণ আৰু কৰ্ম্মৰ বিভাস্য কৰিছিল।

"জন্মনা জায়তে শূদ্ৰঃ সংস্কাৰাজিৰ উচ্যতে" এই বচন ফাকি মনুৰ বুজি কৈ মনুৰ মতে জন্মগত জাতিভেদ নোহোৱাটো প্ৰমাণ কৰিবৰ ইচ্ছুক সকলৰ অন্তৰৰপৰা গূঢ় ঈৰ্ষানল অভিমানহে ফুটি ওলাইছে। জয় জয়তে বিপ্ৰঃ সংস্কাৰৈৰ্দ্দিজ উচ্যতে" এনে দৰৰ বচন ফাকিহে সংহিতাত দেখিব পোৱা যায়। মুনি বচনৰ পাঠ বিপৰ্য্যয় কৰা কিমান সঙ্গত, আৰু সি কি বুজায় সহৃদয় পাঠকে তাৰ বিবেচনা কৰিব।

জীব দেহৰ ভিন্ন ভিন্ন যন্ত্ৰবিলাকে যি দৰে ভিন্ন ভিন্ন কাৰ্য্য কৰে এবং ভিন্ন ভিন্ন অঙ্গ প্ৰত্যঙ্গক আশ্ৰয় কৰি যি দৰে দেহৰ পুষ্টি সাধন কৰে, সেই দৰে জাতি বা শ্ৰেণী বিভাগক আশ্ৰয় কৰি সমাজেও বিকাশ লাভ কৰে। সমাজৰ ভিন্ন ভিন্ন শ্ৰেণীবিলাক সমাজদেহৰ অঙ্গ প্ৰত্যঙ্গ। অঙ্গ প্ৰত্যঙ্গৰ কাৰ্য্যৰ নিচিনা শ্ৰেণীভেদেও মানুহৰ কাৰ্য্যভেদ অপৰিহাৰ্য্য। সকলো সমাজতে বৰ্ণ বিভাগ আছে কিন্তু বৰ্ণাশ্ৰমী হিন্দু সমাজত বৰ্ণ বিভাগ যেনে অপৰি বৰ্ত্তনীয় এবং পুৰুষ পৰম্পৰা স্থায়ী অন্য কোনো সমাজত যে শ্ৰেণী বিভাগ আছিল আৰু এতিয়াও আছে সেইটো অস্বীকাৰ কৰিবৰ কোনো উপায় নাই। কাৰণ—শ্ৰেণী বিভাগক আশ্ৰয় কৰিহে সমাজে ক্ৰমোন্নতিৰ বিকাশ লাভ কৰিব পাৰে সুতৰাং সমাজ থাকিলে কোনো নহয় কোনো ভাবৰ শ্ৰেণী বিভাগ থাকিবই ই সুনিশ্চিত কিন্তু যি সমাজৰ বিভিন্ন শ্ৰেণীৰ মাজত একতা নাথাকে সেই সমাজৰ পৰিণাম শুভ নহয়, পক্ষান্তৰে যি সমাজৰ বিভিন্ন শ্ৰেণীবিলাক একতা সুত্ৰত আবদ্ধ থাকে সেই সমাজৰ উন্নতি অবশ্যম্ভাবী।

দুঃখৰ বিষয় বিংশ শতাব্দীৰ স্বাৰ্থ বাদ প্ৰবল হৈ বিভিন্ন শ্ৰেণীৰ মাজত প্ৰতিদ্বন্দিতা সৃষ্টি কৰি সমাজ শক্তিক একেবাৰে দুৰ্ব্বল কৰি তুলিছে। অৰ্থ লিপ্সা আৰু ক্ষমতাপ্ৰিয়তাক লৈ এক শ্ৰেণীৰ মানুহৰে সৈতে অন্য শ্ৰেণীৰ মানুহৰ সাধাৰণতঃ বিবাদ উপস্থিত হোৱাৰ সম্ভাবনা। বৰ্ত্তমানত পাশ্চাত্য প্ৰদেশত উক্ত কাৰণৰ পৰা ধনীৰ সহিত শ্ৰমজীবীৰ, অভিজাতৰ সিহত হীন জাতিৰ, স্ত্ৰীৰ সহিত পুৰুষৰ বিবাদ ধৰ্ম্মঘট ইত্যাদি হবই লাগিছে। কিন্তু ধন্য আমাৰ ত্ৰিকালজ্ঞ ঋষিসকলৰ দূৰদৰ্শিতা, তেওঁলোকে প্ৰত্যেক জাতিৰ জন্যে এটা এটা স্বতন্ত্ৰ বৃত্তি নিৰ্দ্দেশ কৰি দি হিন্দু

সমাজক বিবাগ বিষম্বাদৰ হাতৰ পৰা ৰক্ষা কৰিবৰ ব্যৱস্থা কৰি থৈ গৈছে। যাতে কোনো জাতি বা শ্ৰেণীৰ ভিতৰত দীবণ সংগ্ৰামৰ তীব্ৰতা অনুভূত নহয় সেই উদ্দেশ্যে আৰ্য্য ঋষি সকলে বহুত বিধি ব্যৱস্থাৰ কল্পনা কৰিছে। এই কাৰণে বিধৰ্ম্মীৰ শত সহস্ৰ বৎসৰৰ বিপ্লৱ, ঘাঁত, প্ৰতিঘাত সহ্য কৰি হিন্দু সমাজ অচল অটল ভাবে আছে। চাৰ্ব্বাকৰ নাস্তিক বাদ, শাক্য সিংহৰ সাম্য বাদে হিন্দু সমাজৰ ভিত্তি বিন্দু মাত্ৰও শিথিল কৰিব পাৰা নাই। কিন্তু স্বাধিকাৰ বিস্মৃতি, নাস্তিক বাদ বিস্তৃতি ভ্ৰান্ত ধাৰণাৰ ফলত ভবিষ্যতে হিন্দু সমাজৰ ভিত্তি কলৈ যায় তাক "নিয়তি দেবীয়ে" জানে মাত্ৰ।

(ক্ৰমশঃ)

শ্ৰীশম্ভুনাথ শৰ্ম্মা স্মৃতিতীৰ্থ,
সাৰদা চতুস্পাঠী, কামৰূপ।

## অসম গৌৰব।

সোৱঁৰা সোৱঁৰা হেৰা অসমীয়া ভাই
তোমাৰ অতিত স্মৃতি কথা,
আছিলা এদিন তুমি হই স্বোৱাধিন
জাতীয় সুকেৰে সৈতে গথা।
ভাৰতবৰ্ষৰ মাজে উচ্চস্তৰ ঠাই
লভিছিলা একালত তুমি;
সৰ্ব্বগুণ পৰাক্ৰমী আছিল এদিন
তোমাৰ অসম জন্মভূমি।
প্ৰকৃতিৰ কাম্য ক্ষেত্ৰে স্মৃতিৰ বিকাশ
কৰিছিল বিৰাজ সততে,
শান্তিৰ কিৰণ সদা তীব্ৰ প্ৰতিভাৰে
জলিছিল এই অসমতে।
এদিন যশৰ ভাতি জ্বলি চৌভিতি
কুমাৰিকা হন্তে হিমালয়,
অনিন্দে উৰাইছিলে বিজয় নিচান
বুৰঞ্জীয়ে স্বৰ্ণাক্ষৰে কয়।

বীৰ প্ৰসবিনী তয়ু অসম জননী
আছিল প্ৰধান ভাৰতত;
অবনী কঁপাইছিল বীৰৰ তেজেৰে
দেখুৱাই অসম মহত।
লাচিল ফুকনে হেন বীৰপুত্ৰ যাৰ
যাৰ আগে বঙ্গ পৰাজয়;
এনেকুৱা বীৰ সন্তানৰ মাতৃ হই
কিয় পৰ পদতলে ৰয়?
পুত্ৰ যাৰ চক্ৰধ্বজ গদাধৰ বাণ
ভগদত্ত আদি ৰাজেশ্বৰ,
ধৰি ৰাজ মহাদন্দ শাসিলে প্ৰজাক
ৰাজমাতা হে মাতৃ তোমাৰ।
শঙ্কৰ, মাধৱ, দামোদৰ প্ৰসবিনী
আছিল জননী তোমাৰেই
অনন্ত কন্দলী—ৰাম সৰস্বতী আদি
জন্মিছিল এই দেশতেই।
মহান প্ৰতিভাশালী আছিল অসম
আজিও স্মৃতিৰ চিন জলে.
তেনে পৰাক্ৰমী আজি তোমাৰ জননী
কিয় তেন্তে পৰ পদতলে।
কান্দিছে দুখুনীবেশে অসম মাতৃয়ে
অতীতৰ স্মৃতি কথা স্মৰী।
এনেহেন মৰ্ম্মভেদি দুখৰ বাখ্যৰে
গাৰ নোম নুঠেনে সিঁয়ৰী
পুত্ৰ হই জননীৰ এনেুৱা বিলাই
ছাইচানো কিনো ৰূপে হাৰ
অসম মাতৃৰ তোমালোক পুত্ৰহৈ
কিয় এনেকুৱা হিয়া ভাই।।
অসম মাতৃৰ সতী সন্ততি হই
হলনেহে এনুৱা হৃদয়।

ধাৰ, ধিক, ধিক, তোমাৰ নামত
আজি তযু জননীয়ে কয়।
প্ৰকৃতি অসম নাম নেখাটে এতিয়া
নকৰে বিৰাজ শান্তি আজি,
জাতীয় ভাবত আৰু জাতীয় প্ৰেমত
নুঠে আজি জয়ধ্বনি বাজি।
কান্দিছে দুখুনী আই অতীতৰ বাবে
কৰাহি শান্তনা আহা ভাই!
কৰা যত্ন সকলোৱে মিলি জুলি লই
লভক গৌৰব পুনৰায়।
উঠা ভাই আনন্দেৰে স্বাৰ্থ বলি দি
দেশনামে মন প্ৰাণ বাকী।
পূৰ্ব্ব পুৰুষৰ আৰু অসম মাতৃৰ
দিয়া পুনু জাতীয় চিনাকি।
মাতৃৰ দুখত তুমি পমোৱা হৃদয়,
নিৰ্ভিক ভাবেৰে আহা উঠি।
স্বৰ্গাদপি গৰিয়সী ভাবি জন্মভূমি
আগ বাঢ়া হৃদয়ক ডাঠি।
সোঁৱৰা সোঁৱৰা হেৰা অসমীয়া ভাই
তোমাৰ অতীত স্মৃতি কথা।
আছিলা এদিন তুমি হই স্বোৱাধীন
জাতীয় সুখেৰে সতে গথা।

শ্ৰীধৰ্ম্মেশ্বৰ শইকীয়া।

## শ্ৰীশ্ৰী ৺দেবদামোদৰ দেব, শ্ৰীশ্ৰী ৺শঙ্কৰ দেব আৰু শ্ৰীশ্ৰী ৺হৰিদেৱ।

(ৰমানন্দ দ্বিজকৃত চৰিত্ৰৰ আলোচনা)

(পূৰ্ব্বে প্ৰকাশ হোৱাৰ পাছৰ পৰা)

ভাগিল জঞ্জাল সবে ধনৰ বিভৱ।

উত্ৰাৱল মন পাশে যাইবে শঙ্কৰৰ।।
মাধবদেৱৰ মাতৃ (এই শক্তিৰূপিণী) বুলিলা বচন।
শুনিয়ো মাধৱ থিৰ কৰি মন।।
কৃষক তেজিলি তই ধন সমস্তয়।
বিবাহ কৰিতে তোক অবশ্যে লাগয়।।
বিবাহ নভৈলে পুত্ৰচয়।
অপুত্ৰক ভৈলে ভাল কেহো নোবোলয়।।
দেব পিতৃগণে নলৈবেক পিণ্ড জল।
যাৰ পুত্ৰ নাই তাৰ জীবন নিষ্ফল।।
উলমিল হুই যাইবি তেজি বন্ধুগণ।
জ্ঞাতি মিত্ৰগণে তোক কৰিবে নিন্দন।।
পণ্ডিত ব্ৰাহ্মণ বৃদ্ধ আছে যতজন।
তোৰ ইটো কাৰ্য্যক নেদেখে সুশোভন।।
শুনিয়া মাধবদেৱে বুলিলা বচন।
শুন অবে তই আই থিৰ কৰি মন।।
যদি মোহোক বন্ধু বান্ধৱে তেজয়।
জ্ঞাতি মিত্ৰগণে কেহো ভাল নমানয়।।
পণ্ডিত ব্ৰাহ্মণ সবে কৰয় নিন্দন।
তথাপি জানিবা মোৰ কৃষ্ণেসে জীবন।।
শঙ্কৰ দেবৰ বাক্য কৰিয়া নিশ্চয়।
ইসব কথ ক মোৰ কিছু নাহি ভয়।।
যমদূতে যেতিক্ষণে নৰকে নিয়ম।
জ্ঞাতি মিত্ৰ ভাৰ্য্যা পুত্ৰ কেহো নৰাখয়।।
পুত্ৰ পত্নী ভৈলে যদি যমে নিনিয়য়।
বিবাহ কৰিবে জানা তেবেসে লাগয়।।"

ইত্যাদি কথা কৈ প্ৰভু মাধবদেৱে মাকক বইনায়েক ৰামদাসক গতাই দি একেবাৰে সংসাৰত্যাগী হৈ প্ৰভু শঙ্কৰদেৱৰ লগলৈ গল। মাকে বাকী জীৱনটো কান্দিয়ে কটালে। অবশ্যে প্ৰভু শঙ্কৰদেৱে প্ৰায় সৰুৰে পৰা মাতৃৰ স্নেহ কি নাজানিছিল। কিন্তু প্ৰভু মাধৱদেৱৰ আচৰণত মাতৃয়ে দুখ পাইছিল। প্ৰভু চৈতন্যদেৱৰ মাতৃয়েও প্ৰভুৱে গৃহত্যাগ কৰি সন্ন্যাস লবৰে পৰা কান্দি কান্দি জীবন কটাইছিল।

কান্দি কান্দি জীৱন কটালেও প্ৰভু চৈতন্যদেৱক যাবলৈ আজ্ঞা কৰিছিল আৰু অনুৰোধো কৰিছিল যেন প্ৰভুৱে ওড়েযাতহে থাকে। এই মাধৱদেৱৰ সৈতে মিলনৰ পৰা প্ৰভু শঙ্কৰদেৱৰ বল বাঢ়িল। অনেক মানুহ ভক্ত হৈ নাম ধৰ্ম্মত লাগি গল। শ্ৰুতি স্মৃতি আদিৰ আচৰণৰ ওপৰত অলপ টান পৰিল। ইয়াকে দেখি কোনো কোনো দুষ্ট মানুহে প্ৰভু শঙ্কৰদেৱৰ দলৰ ভকত সকল ইফালে সিফালে ফুৰোঁতে তেওঁবিলাকৰ মালাবিলাক কাঢ়ি কাঢ়ি নি কুকুৰৰ লেজত পিন্ধাব ধৰিলে। সেই মানুহ কেইজন বামুণ আছিল। ভক্তসকলে গৈ প্ৰভু শঙ্কৰদেৱক কলে, কোৱাত প্ৰভুৱে বুঢ়া খাঁৰ ঘৰত এটা উৎসবত সমস্ত ব্ৰাহ্মণক এইদৰে পৰাস্ত কৰিলে।

বুঢ়াখাঁয়ে দেখে ভক্ত সমন্বিতে
শঙ্কৰ দেৱ আসিল।
আগবাঢ়ি আনি সভাৰ মধ্যক
কম্বল পাৰিয়া দিল।।
আজি মোৰ মহা ভাগ্য ভৈল বুধি
দিলা আনি তাম্বুলক।
অগৰু চন্দন পুষ্প মালা দিলা
ভূষিলেক শৰীৰক।।
শঙ্কৰক দেখি পণ্ডিত সবৰ
অসুখ মনে মিলিল।
আজি এক বৰ মিলিব সম্বাদ
সবাৰো মনে জানিল।।
সেহি সময়ত শঙ্কৰে সম্বোদি
বুলিলা ব্ৰহ্মানন্দক।
আজি এক মই বিচাৰ কৰিলে
আসিলোঁ তযু পাশক।।
পাতকী লোকৰ কৰ্ম্ম আছে নাই
বুলিবা শাস্ত্ৰক চাই।
শাস্ত্ৰ এৰি কৈল মই নেৰিবোঁহো
বুলিলোঁহো সমুদাই।।
ব্ৰহ্মানন্দে বোলে পাতকি নাৰদ
কৰ্ম্মে অধিকাৰ নাই।

শাস্ত্ৰ মত এৰি যদ্যপি কৰয়
তাৰ বস্তু বিষ্ঠা প্ৰায়।।
বুঢ়াখাঁক মাতি শ্ৰীমন্ত শঙ্কৰে
বুলিলন্ত মুখ চাই।
কৈবি স্বৰূপত একোবা পাতক
কৰিবাক আছে নাই।।
বুঢ়াখাঁয়ে বোলে কাক বোলে পাপ
আক নজানোহো মই।
শঙ্কৰে বোলন্ত যাক বোলে পাপ
তাক কহোঁ শুন তই।।
বাহ্মণে খুজিছে ব্ৰাহ্মণৰ কন্যা
কৰিবাক বিবাহক।
দুই এক তোলা সোণা খতি খায়া
দিয়া আন জনক।।
বুঢ়াখাঁয়ে বোলে এহি পাপ যত
কৰিয়াহোঁ লেখ নাই।
ভূয়াঁ সমন্তৰ এহিসে লক্ষণ
কহিলোঁ তোমাৰ ঠাই।।
মনুৰ শ্লোকক পঢ়িলা শঙ্কৰ
ব্ৰাহ্মণ সবক চাই।
বিপ্ৰৰ সুবৰ্ণ যি কৰে গ্ৰহণ
তাৰ সম পাপী নাই।।
গঙ্গাৰ তীৰত কপিলা বধত
যতেক পাতক হয়।
ব্ৰাহ্মমৰ কন্যা আন ব্ৰাহ্মণত
দিলে জানা সেহি নয়।।
পণ্ডিত সকলে অন্যে অন্যে চাৱে
সবাৰো মনে লাগিল।
অন্যায় কৰি শঙ্কৰ গোমোস্তা
আমাকেসে বিতণ্ডিল।।

মহা পাতকিৰ বস্তু বিষ্ঠা সম
ভট্টাচাৰ্য্যে বুলিলন্ত।
বুঢ়াখাঁ ইটো মহাপাপী হেন
শঙ্কৰেয়ো দেখাইলন্ত।।
মহাপাপী এই আৰে বস্তু যত
কৰিছোঁ আমি ভোজন।
গালি পাৰিবেক ভকত সকলে
কৰি বহু কদৰ্থন।।"

দেখক! ব্ৰাহ্মণসকলক প্ৰকাশ্য গালি নাপাৰি ব্ৰাহ্মণৰ নিজৰ মুখেৰেই নিজকেই কেনে গালি পৰালে। অবশ্যে সেই কালটোত আৰু এতিয়াও ব্ৰাহ্মণ সকলৰ ভিতৰত অনেকৰেই ভয়ানক অনাচাৰ আৰু দোষ আছে। এফালে ব্ৰাহ্মণ যেনেকৈ হিন্দু ধৰ্ম্মৰ ভেটী আনফালে সেই ব্ৰাহ্মণেই অনেক ঠাইত অনেক অকৰ্ম্ম কৰি নিজেও আধোগতি প্ৰাপ্ত হয় আৰু আনকো সেই আৰ্হি দেখুৱাই নষ্ট কৰে। ব্ৰাহ্মণে বেদৰ কালৰে পৰা যত ভাল তাকো কৰিছে মাজে মাজে বেয়াও কৰিছে। ভূঞাসকল সেই সময়ত ৰজা আছিল। এজন ব্ৰাহ্মণে হয়তো এজনী ব্ৰাহ্মণী ছোৱালী বিবাহ কৰিবলৈ যো-যা কৰিছে এনেতে তলে তলে আন এজন বামুণে গৈ ভূঞাক ধন সোণ দি সেই ছোৱালীজনী পাবলৈ খাটনি ধৰিলে। ভূঞাই সেই ব্ৰাহ্মণৰ ভেটি খাই ছোৱালীৰ বাপেকক ছলে-বলে কৌশলে হাত কৰি সেই ব্ৰাহ্মণক দিয়ালে। বঙ্গদেশতো সেই সময়ত ব্ৰাহ্মণসকলে পূজা, তন্ত্ৰ ইত্যাদি সেবি হিন্দুৰ নিমিত্তে এনেকুৱা কঠোৰ বিধি বিধান কৰিছিল যে এই বিধানত ত্যক্ত বিৰক্ত হৈ অনেক হিন্দুৱে মুচলমান ধৰ্ম্ম আশ্ৰয় কৰিছিল। হিন্দু ধৰ্ম্মৰ মানুহ আন ধৰ্ম্ম লৈ যাব খোজা দেখি আৰু স্বাৰ্থসাধনৰ নিমিত্তে সহজ, পবিত্ৰ, প্ৰেমময় উদাৰ কোনো ধৰ্ম্ম নথকাৰ বাবেই হিন্দুৰ মহা মহা ব্ৰাহ্মণ যোগী এজন কি দুজন সেই কালটোক উত্তৰাখণ্ডৰপৰা নামি আহি শিষ্যৰ হতুৱাই, সিফালে বঙ্গদেশত অদ্বৈত, চৈতন্য, নিত্যানন্দ এই তিনিজন পুৰুষক ধৰি, আৰু ইফালে অসমতো শঙ্কৰ, দামোদৰ, হৰিদেব এই তিনিজনক ধৰি প্ৰেম ভক্তি পৰিপূৰ্ণ কৃষ্ণৰ সহজ নাম ধৰ্ম্ম সৰ্ব্ব সাধাৰণৰ মাজত প্ৰচাৰ কৰিছিল। আমি চৈতন্য মহাপ্ৰভুৰ চৰিত্ৰ আৰু ইফালে আমাৰ এই তিনি জন মহাপুৰুষৰ চৰিত্ৰ পঢ়ি এই পৰ্য্যন্ত ইমানকে পাইছোঁ যে এই কালটোত অৰ্থাৎ সিফালে চৈতন্য, নিত্যানন্দ, অদ্বৈত, ইফালে শঙ্কৰ, দামোদৰ, হৰিদেবৰ উদ্ভৱ কালত—প্ৰথম বৈষ্ণৱ ধৰ্ম্মৰ ভাব বা বীজ মাধবেন্দ্ৰ পুৰীয়েই বঙ্গ, বিহাৰ, উৰিষ্যা, অসম এই কেউঠাইতে বোৱে আৰু

এই মাধবেন্দ্ৰ পুৰীৰ শিষ্য সেবক বৰ্গেই সিফালে অদ্বৈত, নিত্যানন্দ, চৈতন্য আৰু ইফালে হৰিদেব, দামোদৰদেব, আন কি আমাৰ বিশ্বাসেৰে প্ৰভু শঙ্কৰদেবকো ধৰ্ম্মৰ বীজ দিয়ে। সহজ নাম ধৰ্ম্ম, যাৰে সকলে মানুহ তৰিব পাৰে, প্ৰচাৰ কৰিবলৈ আদেশ কৰে। সেই বুলিয়েই বোধকৰো দেশৰ তিনি জন আৰু অসম দেশৰ তিনি জন এই দুয়োজন মহাপুৰুষৰ হতুৱাই বেদৰ বৰ্ণাশ্ৰম ধৰ্ম্ম আৰু শ্ৰুতি স্মৃতি একেবাৰে লোপ কৰাইছিল এয়ে নহয়। বৰং শ্ৰুতি স্মৃতি ৰক্ষা কৰি অলেখ, অসংখ্য প্ৰমাণহে চৰিত্ৰ বিলাক আছে। এতিয়াৰ মনস্বীসকলৰ ক্ষেত্ৰত কেবল মুখেৰে নাম ধৰ্ম্ম নাম ধৰ্ম্ম কৰি আচৰণত বেদ শ্ৰুতি স্মৃতি মাৰিব নিবিচাৰিছিল। স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াই ধৰ্ম্মৰ এই গ্লানিকে কোৱাভাতুৰিত ভালকৈ আঁকি দেখুৱাইছে। সকলো ব্ৰাহ্মণেই যে সৎ শুদ্ধ ভাল তেনে নহয়, কিন্তু সেই বুলি ব্ৰাহ্মণক একেবাৰে পৰিত্যাগ কৰি বিশেষ ভাব কৰিলেই হিন্দু ধৰ্ম্ম নাথাকে। ব্ৰাহ্মণ ধৰ্ম্ম মাৰিলে বেদ মৰা হয়, শ্ৰুতি স্মৃতি মৰা হয় আৰু এই ৩টা মাৰিলেই হিন্দু বৌদ্ধ হব লগাত পৰে। শঙ্কৰদেবৰ পাণ্ডিত্যক যে সৰ্ব্ব সাধাৰণ ব্ৰাহ্মণে নোৱাৰিছিল এইটো ধ্ৰুব কথা প্ৰভুৱে নিজ ক্ষত্ৰিয়ৰ সংস্কাৰ যজ্ঞসূত্ৰ লৈ উত্তৰাখণ্ডৰ মহাত্মা কলাপ ব্ৰাহ্মণৰ ওচৰত বেদ শ্ৰুতি স্মৃতি অধ্যয়ন কৰি তাৰ লগে লগে প্ৰাণায়াম, হঠযোগ, মন্ত্ৰযোগ সাধন কৰি আনকি প্ৰাণায়ামৰ বলত ওপৰলৈ উঠিব পৰা ক্ষমতা পৰ্য্যন্ত লভি ১২ বছৰ তীৰ্থাদি ভ্ৰমণ কৰি অনেক মহা মহাত্মা সকলৰে সৈতে সৎসঙ্গ লভি লম্বযোগত লীন হৈ ৰাজযোগত উঠি ৬৫।৭০ বয়সৰ পৰা যেতিয়াই ৰাজযোগৰ অংশ নাম ধৰ্ম্ম প্ৰচাৰত লাগি গল, সেই সময়ত প্ৰভু যে এলামেলা গৃহী, বিষয়াসক্ত, কেবল কৰ্ম্ম কাণ্ডত আবদ্ধ জ্ঞানৰ ওচৰলৈ যাব নোখোজা অনেক অপঢ়ুৱা ব্ৰাহ্মণতকৈ শ্ৰেষ্ঠ হৈছিল তাত কোনো ভুল নাই। এই বিলাকৰ উপৰিও প্ৰভু শিৰোমণি ভূঞা বা ৰজাৰ লৰা আছিল। ৰজাক ব্ৰাহ্মণ সবে যেনেহলেও ভক্তি আৰু ভয়ো কৰিছিল। যেহেতু ব্ৰাহ্মণসবে জানিছিল যে গীতাৰ মতে বিভূতি যোগত ৰজাও ঈশ্বৰৰূপীহে—"নৰানাঞ্চ নৰাধিপং"। আৰু সেই সময়ত হিন্দু ৰজা নথকা বাবে ভূঞাসকল বিশেষ প্ৰভু শঙ্কৰদেৱৰ নিচিনা বিশোমণি ভূঞাক, সিফালে কোচবেহাৰৰ ৰজাক ব্ৰাহ্মণ সকলে **Uelender of the Faith** বুলিও লৈছিল। ব্ৰাহ্মণে বিদ্বেষ কৰিলেও প্ৰবু শঙ্কৰদেৱে কস্মিনকালে হিতে বিতে চিতে ব্ৰাহ্মণক বিদ্বেষ কৰা নাছিল। জ্ঞানীক ব্ৰাহ্মণক গুৰু সম্বোধনত বাজে আন সম্বোধন নকৰিছিলেই। ডাঙৰ ডাঙৰ কাম ব্ৰাহ্মণক হাত কৰি লৈহে কৰিছিল। তাৰ প্ৰমাণ আমাৰ এই আলোচনাতে সুধীৰ পাঠকবৰ্গে পাই গই থাকিব। ব্ৰাহ্মণক এইদৰে যোগী আৰু ভক্ত প্ৰবৰ প্ৰভু শঙ্কৰদেৱে নিজ মুখতে মাটি খুৱাই দেখিলে যে ব্ৰাহ্মণ সবৰ মনত বৰ দুখ

ভাব উপস্থিত হৈছে আৰু ব্ৰাহ্মণৰ হতুৱায়ো নাম ধৰ্ম্ম লোৱাব পাৰিলেহে যে তেওঁৰ নাম ধৰ্ম্ম সুদৃঢ় ভাবে স্থাপিত হব ইয়াকে বঢ়িয়াকৈ জানি প্ৰভু শঙ্কৰদেৱে আকৌ কেনেকৈ ব্ৰাহ্মণক আকৰ্ষণ কৰিলে চাওক ঃ—

"অসন্তোষ দেখি শঙ্কৰে বুলিলা
ব্ৰহ্মানন্দৰ মুখ চাই।
তোমাৰ সমান সিদ্ধান্ত পণ্ডিত
আমাৰ ৰাজ্যত নাই।।
বক্ত ভঙ্গি ৰূপে শঙ্কৰে বুলিলা
উছাই বঢ়াই বিস্তৰ।
প্ৰসন্ন বদন ভৈল তেতিক্ষণ
ব্ৰহ্মানন্দ ব্ৰাহ্মণৰ।।
শঙ্কৰে বোলন্ত মালা কাঢ়ি লৱে
আহাতে পায়া পথত।
নামৰ মিহমা ইহান মুখত
কৰাইবোঁ আজি বেকত।।
এহি বিমৰিষি শঙ্কৰে বোলন্ত
ব্ৰহ্মানন্দ শুনিয়োক।
সৰ্ব্ব পণ্ডিতত কৰি শ্ৰেষ্ঠ তুমি
জানে আক সৰ্ব্বলোক।।
কলিৰ যুগত মহা পাতকিৰ
কোন ধৰ্ম্ম অধিকাৰ।
সবাৰো মধ্যত স্বৰূপ কহিবা
শাস্ত্ৰক কৰি বিচাৰ।।
ব্ৰহ্মানন্দ ভট্টা চাৰ্য্যে কতো বেলি
নমাতিয়া আছিলন্ত।
অনেক মনত বিমৰিষ কৰি
পাছে বাক্য বুলিলন্ত।।
পুৰাণ ভাৰত গীতা ভাগৱত
শাস্ত্ৰৰ এহি নিৰ্ণয়।

কলিৰ যুগত নাম ধৰ্ম্ম বিনে
আন ধৰ্ম্মে নতাৰয়।।
অত্যন্ত পাতকি সংসাৰ মধ্যত
অজামিল সম নাই।
নাৰায়ণ নাম উচ্ছাৰণ মাত্ৰে
বৈকুণ্ঠত পাইলে ঠাই।।
মহাদোষ নিধি কলি তথাপিতো
কৰিলা ৰাজা ৰক্ষণ।
ইহাৰ কালত কীৰ্ত্তনে কৃষ্ণৰ
তৰিবেক সৰ্ব্বজন।।

* * * *

* * * *

ব্ৰহ্মানন্দে কৈল শাস্ত্ৰ বিচাৰিয়া
শ্ৰেষ্ঠ মত শঙ্কৰৰ।
ডাকি উৰ্দ্ধ কৰি বোলা হৰি হৰি
সভাসদ নিৰন্তৰ।।
ব্যস যে কলাই হৰিধ্বনী কৰি
ফুৰিয়া সভা মধ্যত।
নামৰ অভ্যাসে সমস্তে লোকৰ
আনন্দ ভৈল মনত।।"

ইয়ৰ পিচত যদি প্ৰভু শঙ্কৰদেৱে কৃষ্ণৰ নাম কীৰ্ত্তনকেহে শ্ৰেষ্ঠ স্থান দিছিল তথাপি নিজেই আকৌ সৰ্ব্বলোক যাতে হৰিক জানিব পাৰে এই যুক্তি মনতে কৰি বেল কাঠৰ জগন্নাথৰ প্ৰতিমা এখন কাঢ়োলা বাঢ়ৈৰ হতুৱাই গঢ়াই তুলিলে। কিন্তু থাপনা কৰা আগেয়ে সেই প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠা আবশ্যক হল। ঠিক সেই সময়ত তেওঁৰ ভাতৃ ৰামৰায়ক অসম ৰজাৰ দূতে ধৰিলেহি। দূতৰ লগত যোৱাৰ আগেয়ে ৰামৰায়ে আহি প্ৰভুত প্ৰাপ্য দান মাগিলে। যাতে আহোম ৰজাই তেওঁক নেকাটে। প্ৰভু শঙ্কৰদেৱে কলে—"হৰিৰ প্ৰতিমা মই কৰিবো অৰ্চ্চন প্ৰাণ প্ৰতিষ্ঠাত যত লাগে বস্তু জাত অৰ্দ্ধেক সৰ্ব্বস্ব তই দিবিহি অহাত। এতেকে ৰাখিয়া তোক আনিবন্ত হৰি পৰম আনন্দে তই চল শীঘ্ৰ কৰিছে।

বাস্তবিকে প্ৰভু শঙ্কৰদেৱে যি আশীৰ্ব্বাদ দিলে সেয়ে ফলিল। ৰামৰায় নিজে

মুক্ত হৈ আছিল। পিছত ৰামৰায়ক সম্বোধি প্ৰভূয়ে কলেঃ—

“প্ৰতিষ্ঠা কাৰণ কাৰ্য্য ব্ৰাহ্মণ সবৰ
নিমন্ত্ৰণ কৰিবাক লাগে বিপ্ৰগণ।
ৰামৰায় সমে কৰিলন্ত আলোচনাৰ
এহি কথা শুনিলন্ত বিপ্ৰ নিৰন্তৰ।
আমাক মাতিবে ইচ্ছা কৰিছে শঙ্কৰ।
অন্যে অন্যে যুক্তি এক হুৱা সমস্তয়।
পণ্ডিত ব্ৰাহ্মণ সবে বসি আলচয়।
কৰিবাক লাগে মূৰ্ত্তি প্ৰাণ প্ৰতিষ্ঠা
নিমন্ত্ৰণ কৰিবাক খুজিছে আমাক
কাঢ়োলা বাঢ়ৈয়ে ভৰি লগায়া গাৱত।
সাজিছে প্ৰতিমা আজ্ঞা লৈয়া শঙ্কৰক
কাঠৰ প্ৰতিমা ঐত কৰিছ্য স্ৰজন।
জগন্নাথ বুলি তাক কৰিবা থাপন।।
সেহি প্ৰতিমাক আমি কৰিয়া সৎকাৰ।
প্ৰদক্ষিণ কৰি যদি কৰো নমস্কাৰ।।
তেবে আমাসাক হাসিবেক সৰ্ব্ব জন।
সুত্ৰে সজা প্ৰতিমাক কৰিলে বন্দন।।
* * * * * *
* * * * * *
দাড়িয়া আচাৰ্য্যে বোলে শুনা মোৰ বাক্।
কদাচিতো নৰ্যইবোঁহো মূৰ্ত্তি প্ৰতিষ্ঠাক।।
ব্ৰাহ্মণ নগৈলে নুহইবেক প্ৰতিষ্ঠিত।
আপুনি শঙ্কৰ পাছে হুইবন্ত লজ্জিত।।

এইদৰে ব্ৰাহ্মণসকলে কথন মথন কৰিলে। এই কথন মথন ৰামৰায় আৰু প্ৰভূ শঙ্কৰদেৱে শুনিলে। কথন মথন কৰিবৰে কথা। সেই কালত ব্ৰাহ্মণ বৰ্গৰ চাকৰি বাকৰি বেপাৰ বানিজ বিশেষ একো নাছিল। মোক্ষাৰ্থী ব্ৰাহ্মণৰ ভিক্ষা পূজা পাটল কৰা, বেদ শ্ৰুতি স্মৃতি মতে হিন্দুৰ দশ কৰ্ম্মাদি কৰা, প্ৰতিমা পূজা কৰা ইত্যাদি ব্যবসায় আছিল। ব্ৰাহ্মণবৰ্গে জানিছিল যে প্ৰভূ শঙ্কৰদেৱে তেওঁলোকৰ সহায় নোলোৱাকৈ এই শুভ অনুষ্ঠান কেতিয়াও কৰিব নোৱাৰে, আন কি কোনো হিন্দুৱেই

আগেয়ে বেদ শ্ৰুতি স্মৃতিৰ মতে ব্ৰাহ্মণক সেৱা নকৰাকৈ ব্ৰাহ্মণক সন্তুষ্ট নকৰাকৈ কোনো ধৰ্ম্মানুষ্ঠানকে কৰিব নোৱাৰে; সেই দেখি যেনেহলেও অলপ কাকুতি মিনতি, সন্মান আৰু এফেৰা দান দক্ষীণাৰ অভিলাষী ব্ৰাহ্মণ সবেতো এনেকুৱা কৰিবই। যাৰ যথা সাধ্য দান দক্ষীণা কৰি এফেৰা কাকুতি কৰিলেই ব্ৰাহ্মণ সন্তুষ্ট হৈ হিয়া উবুৰিয়াই সৎ কৰ্ম্ম, ধৰ্ম্মানুষ্ঠান কৰাই দিয়ে। ই পুৰ্ব্বপৰৰ ৰীতি। প্ৰভু শঙ্কৰদেৱে এই সমস্ত জানিয়েই ব্ৰাহ্মণক উপেক্ষা কৰি কোনো কামকে কৰা এই চৰিত্ৰত পোৱা নেযায়। প্ৰভু শঙ্কৰে কি কৰিলে চাওক ঃ—

ৰামৰায় কলে ঃ—

* * * * * *

"ব্ৰাহ্মণ নাসিলে দদা কি হৈবে উপায়।।
পণ্ডিত নভৈলে কাৰ্য্য নোহে সুশোভন।
শুনিয়া শঙ্কৰদেৱে বুলিলা বচন।।
পণ্ডিত সবক কৰিবাক লাগে মান।
যি কিছু অৰ্পিবা কহা মোৰ বিদ্যমান।।
ৰামৰায়ে বোলে মোক আজ্ঞা কৰিয়োক।
যাক যিবা যোগ্য আপুনিয়ে বিহিয়োক।।
ব্ৰহ্মানন্দ ভট্টাচাৰ্য্য শ্ৰেষ্ঠ সমস্তত।
যাক যিবা দিবি শুন মোহোৰ সম্মত।।
চাৰি গোটা ধেনু দিবি বৎস সমন্বিত।
চাৰি যোৰা পাট বস্ত্ৰ কৰিবি ৰঞ্জিত।।
একশত ৰজত সুবৰ্ণ তোলা ছয়।
ব্ৰহ্মানন্দ ভট্টাচাৰ্য্যক দিবাক লাগয়।।
ষাঠি গোটা টঙ্কা চাৰি তোলা সুবৰ্ণক।
দিবাক লাগয় শ্ৰীধৰ ব্ৰাহ্মণক।।
সবৎস দুইগোটা ধেনু দুইযোৰা বসন।
তেবেসে সন্তোষ হয় শ্ৰীধৰৰ মন।।
বামনাক এহি সব দিবাক লাগয়।
দড়িয়া আচাৰ্য্য আৰু বিপ্ৰ সমস্তয়।।
যাক যেন সমস্তকে কৰিবি অৰ্চ্চন।
তেবেসে সন্তুষ্ট হৈবে ব্ৰাহ্মণৰ মন।।

শউনিবি জগতানন্দ মোহোৰ সম্মত।
আফুনি মাতিবি গৈয়া হুয়া গৃহাগত।।”

* * * * * *

প্ৰভুৰ এই দান ব্যবস্থা ঠিক ৰজাৰ পৰা শিৰোমণি ভূএগ্ৰাৰ লবাৰ যোগ্যৰে আৰু ব্ৰাহ্মণক সন্তুষ্ট কৰাৰ ব্যবস্থাত ঠিক মহাভক্ত মহাযোগী প্ৰভুৰ যোগ্যৰে। দান পাই মান পাই যি ব্ৰাহ্মণ সবে আগেয়ে যাব নুখুজিছিল সেই ব্ৰাহ্মণেই কি কৰিলে পদতে কি কয় চাওক ঃ—

“প্ৰভাতে স্নানিয়া পণ্ডিত বিপ্ৰ যত।
প্ৰবেশ ভৈলন্ত গৈ হৰি মন্দিৰত।।
ৰামৰায় সমস্তকে দিলা আসনক।
বসিলা আসনে গৈয়া পায়া আনন্দক।।
বুলিলা শঙ্কৰদেৱে সেহি সময়ত।
ব্ৰহ্মীনন্দ প্ৰমুখে শুনিয়ো বিপ্ৰ যত।।
কৰাইবাক লাগে মূৰ্ত্তি প্ৰাণ প্ৰতিষ্ঠাক।
আহবান কৰিয়া আনিয়াছো তোমাসাক।।
কৰায়ো প্ৰতিষ্ঠা যেন শাস্ত্ৰৰ নিৰ্ণয়।
মূৰ্ত্তি দেখি লোকে যেন হৰিক জানয়।।
শঙ্কৰৰ বাক্যে চিত সবাৰো দ্ৰবিল।
মন্ত্ৰ সমন্বিতে যেন মূৰ্ত্তি প্ৰতিষ্ঠিল।।
সমস্তে কৰিলা যত যুগুতি শাস্ত্ৰৰ।
প্ৰাণ প্ৰতিষ্ঠাক কৰি বিপ্ৰ নিৰন্তৰ।।
প্ৰথমতে ব্ৰহ্মানন্দে বিপ্ৰ শিৰোমণি।
সাত বাৰ প্ৰদক্ষিণ কৰিলা আপুনি।।
পাছে অনুক্ৰমে বিপ্ৰসবে নমিলন্ত।
শঙ্কৰে আপুনি হৰিধ্বনী কৰাইলন্ত।।
হৰিধ্বনি শব্দ শুনিলন্ত প্ৰজা জাক।
উচপিচ কৰে সবে মূৰ্ত্তি দেখিবাক।।
অভিপ্ৰায় বুজি সবে সভাৰ লোকৰ।
ব্ৰহ্মানন্দক সম্বোধি বুলিলা শঙ্কৰ।।
সভাৰ মধ্যত নিয়া মূৰ্ত্তিক থৈয়োক।

দেখিয়া লোকর মহা উৎসব মিলোক।।
শুনি ব্ৰহ্মানন্দ ভট্টাচাৰ্য্য শ্ৰীধরর।
সিংহাসন তুলি লৈলা শিরর উপর।।
বামনা আচাৰ্য্যে ঢোলে শুকুলা চামরে।
দাড়িয়া আচাৰ্য্যে ধরি যান্ত ছত্ৰ করে।।
আনো বিপ্ৰসবে তুতি করিয়া চলন্ত।
আপুনি শঙ্করে হরিধ্বনি করাবন্ত।।
ধাকঢোল মৃদঙ্গ বাবয় করতাল।
শঙ্খ শিঙ্গা বেণু আরু মুরুয় কাহাল।।
হেন মহোৎসবে সভা মদ্যক নিলন্ত।
পাছে প্ৰতিমাক সৰ্ব্বলোক দেখিলন্ত।।
দুইগোটা লোচন যেন পাহি কমলর।
হাঁসো হাঁসো করে যেন রাতুল অধর।।
কীরিটি জলয় শিরে শুদ্ধ সুবৰ্ণর।
দেখি প্ৰেম জন্মি গৈল সমস্তে লোকর।।
বাক্যে গদ গদ কারো নয়ন ঝুড়য়।
প্ৰেম দ্ৰব হুয়া কতো রাগ দি কান্দয়।।
হেন ভাব দেখি পাছে সভার লোকর।
সম্বোধি বুলিবে লৈলা শ্ৰীমন্ত শঙ্কর দেব।।
সাবধান চিতে সভাসদ শুনিয়োক।
আজি ধরি অন্য দেব পূজা এড়িয়োক।।
আজি ধরি ঈশ্বরর মূৰ্ত্তি জানিয়োক।
শ্ৰবণ কীৰ্ত্তন করি ভব তরিয়োক।।

দেখক প্ৰভু শঙ্করদেৱে রাজযোগত। পরিপূৰ্ণ ভক্তিত উঠিও প্ৰতিমা থাপিছিল। অকল নিরাকারকে অবলম্বন করিবলৈ সকলোকে কোৱা নাছিল সাকারর মাজেদি নিরাকারক জানিবলৈ শিক্ষা দিছিল। সেই প্ৰতিমার প্ৰাণ প্ৰতিষ্ঠাও করাইছিল, ব্ৰাহ্মণকো মান সৎকার করিছিল। প্ৰভুর পরা শ্ৰদ্ধা আরু দান দক্ষীণা পাই ব্ৰাহ্মণসকলে প্ৰতিমা প্ৰতিষ্ঠাও করিলে আরু সেই সময়র এই মহা মহা ব্ৰাহ্মণ পণ্ডিতসকলেই সেই প্ৰতিমা মূরত তুলি সভালৈ নিলে। প্ৰভু শঙ্করদেৱে এই ক্ৰিয়ার দ্বারাই ব্ৰাহ্মণর প্ৰাধান্য, বেদ শ্ৰুতি স্মৃতি নিৰ্দ্দিষ্ট অনুষ্ঠানো ৰক্ষা করিলে। ক'তা যি কেইজন ব্ৰাহ্মণে

তেওঁৰ ভক্তসকলৰ পৰা মালা কাঢ়ি নি সেই মালা কুকুৰৰ লেজত পিন্ধাই লাঞ্ছনা কৰিছিল, সেই ব্ৰাহ্মণসকলক দেখোন দৈত্যাৰি ঠাকুৰৰ দৰে কাউৰ, কুকুৰ ছিলা বুলি পৰিত্যাগ কৰা নাছিল। বৰং সেই সকল ব্ৰাহ্মণৰ হতুৱায়ে দেখোন কজ্জগন্নাথ মূৰ্ত্তি প্ৰতিষ্ঠা কৰি আসামৰ জন সাধাৰণক তুষিছিল। প্ৰকৃত মহাপুৰুষে ব্ৰাহ্মণক অবজ্ঞা কৰিব নোৱাৰে আৰু পপ্ৰভুৱেও কৰা নাছিল। কিন্তু হাঁয়! আজিকালি শিক্ষিত নাম দেবী বঁহীয়া সম্প্ৰদায়ৰ অনেকেই দেখোন ব্ৰাহ্মণ গুৰু, প্ৰতিমা ইত্যাদি একো জানিব নোখোজে! ব্ৰাহ্মণক নিন্দা আৰু গালিৰেহে দেখোন তুষ্ট কৰিবলৈ বিচাৰে। ব্ৰাহ্মণক দেখোন নিমখহাৰাম বোলে! মহাপুৰুষীয়া ধৰ্ম্মটোকো দেখোন শ্ৰুতি স্মৃতি বেদ ইয়াৰ ভিতৰৰপৰা টানি নি নিজ নিজ সুবিধাৰ নিমিত্তে উন্নত ব্ৰাহ্ম ধৰ্ম্মৰ লগত সানি পুতকি একাকাৰ কৰিব খোজে। প্ৰভু দেৱদামোদৰকো দেখোন তুচ্ছ তাচ্ছিল্য ভাবে "কোৰ মাৰি খোৱা বামুণ" বোলে। ধন্য কলিকালা!

ইয়াৰ পিচত এই চৰিত্ৰত আছে জগ মিশ্ৰে দাৰু ব্ৰাহ্মৰ স্বপ্নাদেশত ভাগবত লৈ আহি প্ৰভুক পঢ়ি শুনালে। ইয়াৰ পিছত আহোম ৰজাই ভূঞাসকলৰ হতুৱাই হাতী ধৰোৱা ফন্দি এটা উলিয়াই ভূঞা সকলক হাতী ধৰিবলৈ দিলে। ভূঞা সকলে আগুৱা বাটেদিয়ে হাতী পলোৱাত ভূঞাসকলক আহোম ৰজাই ধৰাই নিয়ালে। এইসকলৰ লগত প্ৰভু মাধবদেৱ আৰু প্ৰভু শঙ্কৰদেৱৰ জোৱাই মনুও ধৰা পৰি গৈছিল। শিৰোমণি ভূঞা বাৰ থকাৰ নিমিত্তে প্ৰভু শঙ্কৰদেৱক এই কামত নিয়োগ কৰা নাছিল। দুখীয়া আৰু উদাসীন বুলি জানি আহোম ৰজাই প্ৰভু মাধৱ দেৱক মাথোন এৰি দিলে, মনু জামাইকে প্ৰমুখ্য কৰি আন সকলোকে কাটিলে। এইটো দুখ বেজাৰ পাই আৰু আহোম ৰাজ্যত থকা নিৰাপদ নেদেখি প্ৰভু শঙ্কৰদেৱে মাধৱদেৱ আৰু আন আন সমস্তৰে সৈতে ভটিয়াই গৈ সেই কালৰ কোচ ৰজাসকলৰ অধীনত থকা বৰপেটা পালেগৈ। স্বজ্ঞাতি গাভৰুখাঁই কোচবিহাৰৰ ৰজাক জনাই প্ৰভু শঙ্কৰদেৱক চুনপোৱাত থোৱালে। এই ঘটনাটো অৱলম্বন কৰি বঁহীয়া সম্প্ৰদায় ভূক্ত পাঠকদেৱে দেখোন ব্যাখ্যা কৰিছে যে বামুণে লগাইহে এই কাম কৰোৱালে। কিন্তু এই চফিত্ৰত সেই বিষয় একো কোৱা নাই। বামুণে লগাই এই কাম কৰোৱা হলে ৰমানন্দ দ্বিজে নিশ্চয় লিখিলে হেতেন। কিন্তু আচল কথাটো এই যে সেই কালত আহোম ৰজাসকলে হিন্দু ধৰ্ম্ম লোৱা নাছিল—তেওঁবিলাক বৌদ্ধ মততে আছিল। সেই কাৰণে বামুণৰ কোনো প্ৰতিপত্তি নাছিল। প্ৰতিপত্তি থকা হলে প্ৰভু দামোদৰদেৱো সপৰিবাৰে পলাই নগল হেতেন। মুল কথা আহোমে নিজ ৰাজ্য আৰু ক্ষমতা বঢ়াবৰ কাৰণে ছুটীয়া কচাৰি এই সকলক পৰাস্ত কৰি উঠি ক্ষুদ্ৰ ৰজা ভূঞা সকলকো বিষ

চকুৰে ছাই আঁতৰাবলৈ বিচাৰিয়েই এই কাম কৰিছিল।

প্ৰভুয়ে চুমপোৰাত বসতি কৰাৰ পিছতে গাভৰু খাঁই কোচবেহাৰৰ ৰজাক প্ৰভু শঙ্কৰদেৱৰ আতিগুৰি সমস্ত জনালে। ইয়াকো জনালে যে প্ৰভু শিৰোমণি ভূঞা অৰ্থাৎ ৰজাৰ লৰা। ৰজাৰ লৰাক ৰজাই মৰম কৰিব লাগে। হিন্দু ধৰ্ম্মত শ্ৰদ্ধা ভক্তি ৰখা কোচৰাজে মৰম কৰি প্ৰভুক সেই ঠাইতো গোমস্তা পাতিলে। সেই অঞ্চল তাতি, খেতিয়ক এইবিলাকৰ ওপৰত শাসন ভাৰ দিলে। চুনপোৰাতো প্ৰভুৱে বিষয় কাৰ্য্য ৰামৰায়ৰ হাতত দি ধৰ্ম্ম প্ৰচাৰতে লাগি গল। কেই বছৰ মানৰ পিছক প্ৰভু দামোদৰো সপৰিবাৰে ভটিয়াই গৈ পাটবাউসীত থিতাপি লাগিল। তাত প্ৰভু দামোদৰে অৱশ্যে মিজৰ জীবিকাৰ অৰ্থে চাকৰ বাকৰৰ হতুৱাই খেতি বাতি কৰাই প্ৰবৰ্ত্তিবলৈ লাগি গল। সেই খেতিবাতৰ তত্ত্বাবধানো প্ৰভু দেৱদামোদৰে নিজে কৰিছিল। আৰু প্ৰভু শঙ্কৰদেৱৰ ধৰ্ম্ম বাখ্যা ধৰ্ম্ম প্ৰচাৰ দেখি প্ৰভু দেৱদামোদৰো শঙ্কৰৰ লগ লাগিল। কাৰণ প্ৰভু দেৱদামোদৰেও ব্ৰাহ্মণ কলাপচন্দ্ৰৰ ওচৰতে শাস্ত্ৰ অধ্যয়ণ কৰাৰ লগতে যোগেদি শিকি চৈতন্যৰপৰা আচাৰ্য্য পদবি পাই ভাগৱতী ধৰ্ম্মৰে উপাসক আছিল। যি মুহুৰ্ত্ততে প্ৰভু দেৱদামোদৰ প্ৰভু শঙ্কৰ দেৱৰ লগ লাগিল সেই মুহুৰ্ত্ততে প্ৰভু শঙ্কৰদেৱৰ ভাটি খণ্ডত বৰ বল বাঢ়িল দামোদৰদেৱক লগ পাই শঙ্কৰদেৱে অতি আনন্দিত হল। হবৰেই কথা, কিয়নো তেওঁ সাধাৰণ মানুহৰ ভিতৰত ধৰ্ম্ম জ্ঞানৰ অভাব দেখি সিহঁতৰ ভিতৰত এটা সহজ ধৰ্ম্ম চলোৱাৰ আৱশ্যকতা বুজিও তাক কৰিব নোৱাৰিছিল। কিয়নো ধৰ্ম্ম প্ৰচাৰ বামুণধৰ্ম্মৰ কাম! তেওঁ তাক কৰিবলৈ গলে ৰজা প্ৰজা দুয়ো ঘৰ নাৰাজ হব পাৰে আৰু তেওঁৰ উদ্দেশ্যই একে বাৰে মাটি হব পাৰে। এতিয়া দামোদৰদেৱক লগ পোৱাত দেখিলে যে তেওঁক সাৰথি লৈ এই কাম সুকলমে কৰিব পাৰিব। সেই সময়ত কামৰূপত আৰু ইদানিঙতো পণ্ডিত অম্ব্ৰামতাবলম্বী ব্ৰাহ্মণ সজ্জণ ইমান আছিল যে সেই সকলক শঙ্কৰদেৱে আকৰ্ষণ কৰিবলৈ টান পাইছিল। যদিও প্ৰভুৰ পুৰোহিত ব্ৰাহ্মণ ৰামৰায় গুৰুও প্ৰভু শঙ্কৰদেৱৰ সহায় আছিল। যি মুহুৰ্ত্তৰেপৰা প্ৰভু শঙ্কৰদেৱে প্ৰভু দেৱদামোদৰক আপোনাৰ লগত লগ লগালে সেই মুহুৰ্ত্তৰেপৰা প্ৰভু শঙ্কৰদেৱে প্ৰভু ভট্টদেৱৰ নিচিনা এজন অগাধ সংস্কৃতজ্ঞ তান্ত্ৰিক পণ্ডিতৰো সহায় পালে। প্ৰভুৰ লগতে যেতিয়াই সিফালৰ বহুৰিৰপৰা প্ৰভু হৰিদেৱো আহি লগ লাগিল সেই কালৰে পৰা ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ তেজ কামৰূপত আৰু কোচবেহাৰ ৰাজ্যতো প্ৰবল হৈ উঠিল। অৱশ্যে এই চৰিত্ৰত আছে যে প্ৰভু দেৱদামোদৰ আৰু প্ৰভু হৰিদেৱকো প্ৰভু শঙ্কৰদেৱে ভাগৱত আগত ৰাখি ৰামৰাম গুৰুৰ হতুৱাই শৰণ দিয়াইছিল। গ্ৰন্থকাৰ নিজে বামুণ হৈও দামোদৰদেৱ

আৰু হৰিদেৱক শঙ্কৰদেৱত শৰণ লৈছে বুলি কবলৈ সাহস নকৰি প্ৰকাৰান্তৰে কথাটো ৰামৰাম গুৰুত শৰণ লৈছে বুলি কৈছে। কথাটো ইমান অসম্ভব যে তেওঁ নিজেই বিশ্বাস কৰিব নোৱাৰি এটা সম্ভৱপৰ ঘটনা মনেৰে পাতি যোগ কৰি দিছে। কিন্তু এইটোও এইখন চৰিত্ৰ মতে পোৱা যায় যে প্ৰভু শঙ্কৰদেৱে কোনো ব্ৰাহ্মণকে নিজে কৃষ্ণত শৰণ লগোৱা নাছিল। প্ৰত্যেক জন ব্ৰাহ্মণকে ভাগৱত আগত ৰাখি প্ৰভুৰ কুল পুৰোহিত ব্ৰাহ্মণ ৰামৰাম গুৰুৰ হতুৱাইহে শৰণৰ কথা কেইফাকি কোৱাইছিল আৰু শৰণ লগোৱাৰ পিছত প্ৰভু শঙ্কৰদেৱে জ্ঞান গৰ্ভ কথা বিলাক, শিক্ষা বিলাক, উপদেশ বিলাক নিজে দিছিল। এইটো আচৰণৰ দ্বাৰাই প্ৰভু শঙ্কৰদেৱে বেদ শ্ৰুতি স্মৃতিও ৰক্ষা কৰিছিল; অথচ অবাধে ভাগৱতী বৈষ্ণৱ ধৰ্ম্মও প্ৰচাৰ কৰিছিল। অৱশ্যে প্ৰভু মাধৱদেৱক, আন আন কায়স্থ আৰু শূদ্ৰাদিক হলে প্ৰভু শঙ্কৰ দেৱে নিজে শৰণৰ কথা দিছিল। এই ৰমানন্দ দ্বিজকৃত চৰিত্ৰে হলে ইয়াকে কয়। কিন্তু শৰণ কি, মন্ত্ৰ কি, এই বিলাক একো নজনা সকলে যে কয় "প্ৰভু শঙ্কৰদেৱেই সকলোকে দীক্ষা শিক্ষা দিছিল, শৰণ ভজন দিছিল, সকলোৰে তেৱেঁইহে গুৰু আছিল।" এনেকুৱাবিলাক কথা হলে ব্ৰাহ্মণে আন কি প্ৰকৃত সকলো সত্য সনাতন পথৰ ভাৰতবৰ্ষ ব্যাপী কোনো হিন্দুৱে সমৰ্থন নকৰে। বৰং ইয়াৰ ঘোৰ প্ৰতিবাদ কৰিও আহিছে আৰু কৰিবও। গৃহস্থাশ্ৰমী হিন্দুৱে জানে যে "গুৰু এক, সেৱা অনেক" অৰ্থাৎ মূল গুৰু মন্ত্ৰদাতা বা শৰণদাতা গুৰু এজনহে। সেই এজন হয় নিজ জাতৰ হব পাৰে নহয় উচ্চ জাতৰহে হব। নীচ জাতীয় এজন উচ্চ জাতীয় এজনৰ মূল গুৰু হবলৈ গহলেই বেদ বৰ্ণাশ্ৰম শ্ৰুতি স্মৃতি মৰা পৰে। অৱশ্যে শিক্ষাদাতা গুৰু সকলোৱেই হব পাৰে।

ইয়াৰ কিছু দিনৰ পিছত নাৰায়ণ ঠাকুৰ বা ভবানন্দ নামেৰে সেই অঞ্চলৰ প্ৰবল মানুহ এজনো সাৰ্ব্বভৌম ভট্টাচাৰ্য্যৰ মুখে প্ৰভু শঙ্কৰদেৱৰ গুণ শীল শুনি প্ৰভু শঙ্কৰদেৱত শৰণ লয়হি। ভবানন্দ লগ লাগিবৰে পৰা বৰনগৰ অঞ্চলতো বৈষ্ণৱ ধৰ্ম্মৰ বল বাঢ়িল।

ইয়াৰ পিছত কৰ্ম্মকাণ্ডী আৰু শাক্ত পন্থৰ ব্ৰাহ্মণ কিছুমানে নৰনাৰায়ণ ৰজাত জনালে যে "শঙ্কৰদেৱ নামে শূদ্ৰ এজনে ভাগৱত পঢ়ে, ব্ৰাহ্মণক শিক্ষা দিয়ে, শ্ৰাদ্ধ নকৰে, তীৰ্থ নামানে, কোনো দেৱতাক নুপুজে, একো আচাৰ নাৰাখে।" এই কথা শুনি ৰজাই প্ৰভু শঙ্কৰদেৱক নিয়াই এইবিলাক কথা হয়নে বুলি শুধিলে। প্ৰভুৱে উত্তৰ দিলে। ৰজাৰ প্ৰশ্ন আৰু প্ৰভুৰ উত্তৰ আমি চৰিত্ৰৰে পৰা তুলি দিলোঁ :—

"নৰনাৰায়ণে শঙ্কৰক চাই
পুচিবে লৈলে কথাক।

শুনিও শঙ্কৰ কিসক নকৰা
সৱা একো দেৱতাক।।
শূদ্ৰ হুয়া কেনে ভাগৱত পুৰ
পুচুহোঁ কথা তোমাত।
ব্ৰাহ্মমৰ সেৱা লৱা কি কাৰণে
শূদ্ৰকুলে হুয়া জাত।।
শূদ্ৰ হুয়া কেনে নামদান দিবা
আনো লোক সমস্তক।
শ্ৰাদ্ধ বিশ্বদেব একো নকৰাহা
নামানা একো তীৰ্থক।।
মৃতকৰ কাৰ্য্য কৰা নিৰাবৰ্ণ
নিষেধ কৰি লোকক।
শুনি আছোঁ তুমি ভৰিধোৱা পানী
দিয়া ৰাজ্য সমস্তক।।
ঘৃতাঞ্জলি বোলে কৰিবে নেদিয়া
বিবাহৰ প্ৰস্তাবত।
তোমাৰ ভকতে একাকাৰ কৰি
ফুৰয় শুনো লোকত।।
শুনিয়া শঙ্কৰে বাক্য বুলিলন্ত
নৃপতিৰ মুখ চাই।
অন্য দেব সেৱা যিহেতু নকৰো
শুনা তাৰ অভিপ্ৰায়।।
প্ৰথম কালত পচিমক গৈলো
তীৰ্থ কৰি অভিমত।
গঙ্গা যমুনা প্ৰয়াগ কাবেৰী
ভ্ৰমিছো সৰ্ব্ব তীৰ্থত।।
অনন্তৰে মই ওৰেষাক গইলোঁ
দেখিবে হৰি ৰূপক।
তিনিবাৰ সত্য কৰি বুলিলোহো
প্ৰণামি জগন্নাথক।।

আজিৰ পৰায়ে ইটো শিৰে মই
নৱমীৰো দেবান্তৰ।
সম্বদেব সেৱা সিহেতু নকৰোঁ
কহিলোঁ কথা চিত্তৰ।।
শূদ্ৰে পঢ়িবাক ভাগবত দোষ
যিটো কথা বুলিলন্ত।
ভাগবত ফল শ্ৰুতি সময়ত
কৰিছা শুতম হন্তে।।
ব্ৰাহ্মণে পঢ়িয়া জানিবে বেদক
ক্ষেত্ৰু পৰি পৃথবীত।
শূদ্ৰ পঢ়ি মুক্ত হৈবে পাতকত
বৈশ্যে ধন সম্পদক।।
শূদ্ৰ হুয়া কেনে নামদান কৰা
যিবুলিলা কথা মোক।
কপিলৰ মাতৃ কহিয়া আছন্ত
ভাগবতে শুনিয়োক।।
যিটো চাণ্ডালৰ জীহবাৰ অগ্ৰত
নাম আছে ঈশ্বৰৰ।
চতুৰ্ব্বেদি ব্ৰাহ্ম শত কৰি জানা
সেহিজন শ্ৰেষ্ঠতৰ।।
সেহিসে সমস্ত তপ আচৰিল
সমস্তে যজ্ঞ যজিল।
সমস্তে আচাৰ সিসে আচৰিলে
সমস্তে তীৰ্থ ভ্ৰমিল।।
যাৰো এক কথা শুনিয়োক ৰাজা
যুগুতি কহোঁ শাস্ত্ৰৰ।
নাম উপদেশ দিয়া আচাৰ্য্যয়
নিয়ম নাহি কুলৰ।।
বেদ পাঠ শিক্ষা মন্ত্ৰ সমস্তক
ব্ৰাহ্মণে দিবে পাৰয়।

চাৰিও জাতিৰ আচাৰ্য্য হৈলেও
নাম দোষ নাহি কয়।।
চক্ষু ঠাৰ দিয়া পাঞ্চিলেক ৰজা
ব্ৰাহ্মণ সবক চাই।
শঙ্কৰৰ সঙ্গে উত্তৰ কৰিবে
বুলি এহি অভিপ্ৰায়।।
ব্ৰাহ্মণ সকলে একো নুবুলিল
বাক্য শুনি শঙ্কৰৰ।
মুৰ কল কৰি নমাতি থাকিল
নেদিয়া একো উত্তৰ।।
শঙ্কৰে সম্মুখি বাক্য বুলিলন্ত
নৃপতিক পূনৰ্ব্বাৰ।
ৰাজা হৈলে ধৰ্ম্ম অধৰ্ম্ম লোকৰ
কৰিবে লাগে বিচাৰ।।
পণ্ডিত ব্ৰাহ্মণ লোকত বোলাৱে
মিছাক কেনে কহয়।
কৈত শুনি আছা বিষ্ণু ভক্তসব
অনাচাৰে প্ৰবৰ্ত্তয়।।
শ্ৰাদ্ধ বিবাহক মৃতকৰ কৰ্ম্ম
ফুৰো মই নিষেধিয়া।
বিপ্ৰ হুয়া কেনে মিছা কথা কহে
স্বধৰ্ম্মক পিঠিদিয়া।।
হৰি পৰায়ণ লোক যেন মত
অধৰ্ম্মক কৰে ভয়।
হেনমত শঙ্কা হৰি বিমুখৰ
কদাচিতো নাহিকয়।।
যিবুলিলা তুমি তীৰ্থক নামানো
ইটো কথা অশাস্ত্ৰত।
প্ৰথম কালত দ্বাদশ বৎসৰ
ভ্ৰমিলোঁ সবে তীৰ্থত।।

এতিক্ষণেও মোৰ তীৰ্থক যাইবাক
মনত ইচ্ছা আছয়।
অসমৰ্থন কাল পথ ভ্ৰমিবাক
গাৱে বল নাহিকয়।।"

পাঠকসকল, চাওক! অবশ্যে ব্ৰাহ্মণ সকলে পৰৰ মুখে শুনি ৰজাক শঙ্কৰৰ বিৰুদ্ধে কথা লগাইছিল। পণ্ডিত ৰজা নৰ নাৰায়ণে প্ৰভু শঙ্কৰদেৱক আনি কথা সুধিলে। প্ৰভুৱে যি উত্তৰ দিলে সি কেনে মহৎ! প্ৰভুৱে বেদোক্ত ক্ৰিয়া কাণ্ড কৰিবলৈ কাকো কস্মিনকালেও বাধা নিদিছিল। আগেয়ে মন্ত্ৰ আৰু হঠযোগ কৰি লয়যোগত উঠি প্ৰভুৱে সমস্ত দেবতাকে নি এক জগন্নাথত লীন বা লয় কৰি লৈছিল। বেদপাঠ শিক্ষা, মন্ত্ৰদান এইবিলাক অবশ্যে কেবল ব্ৰাহ্মণেহে দিব পাৰে, কিন্তু নামদানত জাতকুলৰ বিচাৰৰ আবশ্যক নকৰে। বাস্তবিকে সত্য কথা। নাম হৈছে সুখী, দুখী, ধনী, নিৰ্ধনী, পণ্ডিত, মুৰ্খ, জাতি, অজাতি সকলোৰে নিমিত্তে। এই নাম লোৱা, গোৱা আৰু দিয়াত প্ৰকৃতে জাতিকুলৰ বিচাৰ নাছিল আৰু এতিয়াও নাই। কোনো এখন ৰাজহুৱা নামত যদি কোচ জাতীয় বা আন কোনো জাতীয় মানুহে সুন্দৰকৈ ঘোষা লগাই দি নাম লগাব পাৰে তেন্তে সেইজনে নাম লগাই দিয়ে সেই নাম ব্ৰাহ্মণ সজ্জনেও লগাই দিয়া জনৰ পিছে পিছে গাই যায়।

ইয়াৰ পিছত এই চৰিত্ৰত আছে যে কোচ ৰজাই অসম ৰজাৰে সৈতে যুদ্ধ ঘোষণা কৰি যুদ্ধলৈ ওলাল। লগতে শঙ্কৰদেৱক ৰজাই যাবলৈ লগ ধৰিলে; কিন্তু শঙ্কৰদেৱ ৰজাৰ লগত অসমলৈ নাহি নিজ ঠাই বৰপেটালৈ উলটিল। আৰু কিছুমান দিন থাকি মাধবদেৱ আৰু আন আ ভক্ত সমন্বিতে আকৌ ২য় বাৰ তীৰ্থলৈ ওলাল। এই তীৰ্থ যাত্ৰা যে শঙ্কৰদেবৰ ৮০ বছৰ বয়সত ইটো ধ্ৰুব। প্ৰভুৱে নিজে বেছি পথ ভ্ৰমণত যে অপাৰগ এই কথা কৈছে। অসমীয়া ৰাইজ সকল চাওক। প্ৰভুৱে কি দুখ স্বীকাৰ কৰিও তীৰ্থলৈ গৈছিল আৰু মাধবদেৱেই বা কেনে সুশ্ৰূষা কৰিছিল।

"পথত যাহন্তে কতো প্ৰয়াস মিলয়।
ৰৌদ্ৰত পীড়িত হুয়া পিয়াস লাগয়।।
প্ৰয়াসে পীড়িত মুখ দেখি শঙ্কৰক।
মাধব দিবন্ত আমলখি ভোজনক।।
আমলখি শিলিখাক কৰিয়া ভোজন।
জলপান কৰি সুস্থ হুয়া কতোক্ষণ।।
পাছে লাসে লাসে দুনাই কৰন্ত গমন।

উখৰা ভূমিত কতো পোড়য় চৰণ।।
আতিশয় জুৰ জল যথাত পাৱন্ত।
লোটাত কৰিয়া দেৱ মাধৱে, লৱন্ত।।
তাপ নিবাৰিবে মনে ঢালে চৰণত।
এহিমতে সেবা কৰি যান্ত দিবসত।।
গধূলিকা বেলি গৈয়া ৰহন্ত যথাত।
আপুনি ক্ৰয় কৰি আনে বস্তু যত।।
স্থান সংস্কাৰ কৰি কৰন্ত স্নানক।
অনন্তৰে স্নান কৰাই পাছে শঙ্কৰক।।
ৰন্ধনক লাগি পাছে কৰন্ত যতন।
আপুনি শঙ্কৰদেৱে কৰন্ত ৰন্ধন।।
ৰন্ধন কৰিয়া পাছে কৰি ভোজনক।
পৰম আনন্দে কৰা হৰি প্ৰসঙ্গক।।
পাছে মাধবদেৱে কৰন্ত ৰন্ধন।
কৈতে কোন ভকতৰ পৰয় লঙঘন।।
আপুনি বিচাৰ কৰি কৰন্ত সোধন।
কোনো জন থাকে যদি নকৰি ভোজন।।
মাতি আনি দিয়া পাছে আপোনাৰ অন।
পূনৰ্ব্বাৰ ৰান্ধি পাছে কৰন্ত ভোজন।।
* * * * * *
* * * * * *
শঙ্কৰৰ দুই চৰণক সাবটিয়া।
শীত নিবাৰণ হেতু থাকন্ত শুতিয়া।।

এইদৰে ভক্তসব সমন্বিতে প্ৰভূৱে গঙ্গা পালেগৈ। গঙ্গাৰ তীৰত তিনি দিন থাকিল—

প্ৰভাততে উঠি স্নান দান কৰিলন্ত।।
পিণ্ডদান পিতৃ পিতামহক দিলন্ত।

ইয়াৰ পিছত গয়ালৈ গল। গয়াত "পিণ্ডদান কৰিলন্ত সপ্ত পুৰুষৰ।" তাৰ পিছত অন্তৰক আবৰিয়া বসিয়া আছন্ত।

কেইবেলা ৰামৰায়ে বাক্য বুলিলন্ত।।

চাৰিওক দদা মই বোলোহোঁ বচন।
গঙ্গা গয়া তীৰ্থ কৰি তুষ্ট ভৈলা মন।।
কৰো দৰিশন মথুৰাক গোকুলক।
তেবেসে আমাৰ জন্ম হোৱয় সাৰ্থক।।
শুনিয়া শঙ্কৰে বোলে শুনা ৰামৰায়।
মাধব চৈতন্য মই জড় সমুদায়।।
মাধব নগৈলে মোৰ যাহান নাজায়।
শুনি ৰামরায় শঙ্কৰৰ অভিপ্ৰায়।।
বুলিলা বচন সম্বুধিয়া মাধবক।
আসা চলি যাওঁ বৃন্দাবন প্ৰদেশক।।
তুমি গৈলা দদাৰ সন্তোষ হোৱে মন।
হৰিৰ ক্ৰীড়াৰ স্থান আতি বিতোপন।।
শঙ্কৰ দেবৰ অভিপ্ৰায়ক বুজিয়া।
বুলিলা বচন ৰামৰায়ক সম্বুধিয়া।।
শুনিও বৰুৱা আথা মোৰ অভিমত।
খৰচা কৰিবে ধন নাহিকে লগত।।
সি কাৰণে যাইবে লাগি নকৰোহো মন।
শুনি ৰামৰায়ে পাছে বুলিলা বচন।।
যি কিছু খৰচ তযু লাগয় পথত।
মই পুসি নিবো সত্যে বুলিলো সাম্প্ৰত।।
একগোটা অভিপ্ৰায় মোহোৰ মনত।
ৰূপ সনাতনে ধৰ্ম্ম করিছে যিমত।।
আজিও কহিলে ধৰ্ম্ম আমি সমস্ত।।
সেহি এৱে এক যদি সমতা হোৱয়।
আমাৰ মনৰ তেবে সংশয় গুচয়।।
শুনিয়া মাধবদেৱে বিষ্ণু স্মৰিলন্ত।।
নযাইবোঁ গোকুলক বুলিলোহো সৰ্ব্বজন।
চুন খেৱে মাখিলেক তোমাৰ বচন।।
ৰূপ সনাতন ধৰ্ম্ম যি সব আছয়।
শঙ্কৰ দেবৰ মত মিলে বা বাধয়।।

শঙ্কৰ দেবক তেবে মানিবে লাগয়।
শঙ্কৰৰ ধৰ্ম্ম তাৰা সবে নাৰাখয়।।
শঙ্কৰ দেবক তেজি আসিবে লাগয়।
এহি কথা আছিলেক তোমাৰ আশয়।।
আছো যাইবো মনক পোষয় এহি দুখে।
ব্যভিচাৰী বচন আসিল তযু মুখে।।”

এই চৰিত্ৰমতে চাওক প্ৰভূ শঙ্কৰ দেৱে নিজেই গয়া গঙ্গাত পিতৃ পিতামহ আদিৰ তৰ্পণ; শ্ৰাদ্ধ সমস্ত বেদোক্ত ক্ৰিয়া কৰিছিল। কিন্তু দুখৰ বিষয় আজি কালি কোনো বঁহীয়া সম্প্ৰদায়ৰ লোকে, আচল মহাপুৰুষীয়াই নহয়, শ্ৰাদ্ধ বিধি নকৰি অকল নাম গায়েই পিতৃ পিতামহৰ শ্ৰাদ্ধৰ শেষ কৰিব বিচাৰে। দ্বিজ ৰামানন্দে প্ৰভূ শঙ্কৰদেৱে কি কাৰণত বৃন্দাবনলৈ নগল, প্ৰভূমাধবদেৱে কি কাৰণত যাব নিদিলে এই কথা কেনে সুন্দৰকৈ দেখুৱাইছে! প্ৰভু শঙ্কৰদেৱ বৃদ্ধ, পথ ভ্ৰমণত দুখ পায়, মাধবদেৱৰ টকা কৰি নাই, প্ৰধান কাৰণ আছিল এই দুটা। যি মুহুৰ্ত্তে ৰামৰায়ে ৰূপ সনাতনৰ ধৰ্ম্মেৰে সৈতে ৰিজাব বিচাৰিলে সেই মুহুৰ্ত্তেই মাধবদেবৰ খং উঠিল। খং উঠিবৰে কথা। ইয়াত শঙ্কৰ পত্নীৰ অনুৰোধৰ কোনো কথাই নাই। দ্বিজ ৰামানন্দক অপৰ পক্ষে আক্ৰমণ কৰিবলৈ কোনো লেচু নাই। নহবৰে কথা।ৰামানন্দ যে দ্বিজ। শাস্ত্ৰ জানে। অশাস্ত্ৰীয় কথা যে দোষাবহ এইটো জানে। কাষে কাষে খুত ধৰিবৰ কাৰো সাধ্য নাই। বামুণীয়া মগজুক আক্ৰমণ কৰা টান। কিন্তু দৈত্যাৰিয়ে কি কৰিছে কি কৈছে? মাধবদেৱৰ মাহাত্ম্য বঢ়াবলৈ গৈ মাধবদেৱৰ গাত দোষহে শানি দিছে। যথা “শঙ্কৰ পত্নীৰ তৃপ্তিৰ অৰ্থে শঙ্কৰক মাধবে আৰু তীৰ্থলৈ যাব নিদি আকৌ বিষয় কূপলৈ ফিৰাই নিছিল”। গয়াৰে পৰা প্ৰভূ শঙ্কৰদেৱ উলটিল। বাটৰ এনিশা এখন ঠাইত থকোতে ৰূপ সনাতনৰ লোকক পাইছ্‌ল। সেই লোকক অকস্মাৎহে পাইছিল। সেইলোকে ‘শঙ্কৰে কিমতে ধৰ্ম্ম প্ৰবৰ্ত্তায় গৈয়া চাউ তাকে” এই উদ্দেশ্যে নাই অহা বুলি এই চৰিত্ৰে নকয়। এই লোকে ৰূপ সনাতনৰ সমস্ত বৃত্তান্ত কলে। উভয় পক্ষৰে মহা আনন্দ হৈছিল। ইয়াৰ পিছত প্ৰভু শঙ্কৰদেৱ বৰপেটা পালেহি। পাই নিজৰ নাম কীৰ্ত্তনাদি চলাই আছে এনেতে প্ৰভুৰ গুণশীল শুক্লধ্বজ বা শিলাৰায়ে ঘৈণীয়েক ভবাণী প্ৰিয়াৰ (ৰামৰায়ৰ দুহিতা) মুখে শুনি প্ৰভুক মতাই নি শৰণ ললে। ইয়াৰ পিছত কিছুমান ব্ৰাহ্মণে আকৌ নৰ নাৰায়ণ ৰজাত শঙ্কৰদেৱৰ বিৰুদ্ধে লগালে। নৰনাৰায়ণ ৰজাই শঙ্কৰদেবক ধৰাই নিবলৈ দূত পথিয়ালে কিন্তু ৰজাৰ দূতে ধৰি নিয়াৰ আগেয়ে শুক্লধ্বজে প্ৰভুৰ আগেয়ে লই গই নিজৰ ঘৰত লুকাই ৰাখিলে।

শঙ্কৰদেবক নাপাই দূতে প্ৰভুৰ ভক্ত গোকুলচাঁদ আৰু নাৰায়ণ ঠাকুৰক ধৰি নি দিলে। ৰাজাই দুইও জনকে ভোটক দিবলৈ দিলে। বিপদত পৰিও এই দুজন ভক্ত শিৰোমনিৰ নাম নেৰিলে। ভোটে দেৱমানুহ বুলি নিনিলে। দূতেও অৱশেষত এওলোকে বৈষ্ণৱ তেজ দেখি শৰণ ললে। ইয়াৰ পিছত প্ৰভুক চাদচাই আৰু অসুৰাৰী ভট্টাচাৰ্য্যেও দ্ৰোহ কৰিছিল কিন্তু শেহত উভয়ে পৰাস্ত হৈ বৈষ্ণৱ হইছিল। ইয়াৰ পিছত যাদবেন্দ্ৰপুৰী নামে এজনে কাঢ়োলা বাঢ়েক শঙ্কৰদেৱৰ আজ্ঞাৰ বিৰূদ্ধে একাদশীত ধৰি ফুচুলাই ভাত মাছ খুৱাই দিলে। এই কথা শুনি প্ৰভুৱে কাঢ়োলা বাঢ়েক এৰি থৈছিল। শেহত নাৰায়ণ ঠাকুৰৰ অনুৰোধত ক্ষমা কৰিলে। এই খিনিতে কথা এটা পাওঁ যে বৈষ্ণৱ ধৰ্ম্ম নতুনকৈ হোৱা দেখি সেই নতুন ধৰ্ম্মৰ ওপৰত কি বঙ্গদেশত কি আসামত উভয় ঠাইতেই শক্তিপন্থীসকলে অত্যাচাৰ কৰি পৰিক্ষা কৰিছিল। এই পৰীক্ষা আৰু অত্যাচাৰবিলাকৰ কথা পঢ়িলে হাঁহি উঠে। এইকালত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰবৰ্ত্তক আদিগুৰু বা জগৎগুৰু মাধবেন্দ্ৰ পুৰী। এই মাধবেন্দ্ৰ পুৰী তান্ত্ৰিক শক্তিপন্থৰ হলেও পুৰীগোঁসাই শেহত কৃষ্ণ প্ৰেমতহে লীন আছিল। মাধবেন্দ্ৰ পুৰীৰ শিষ্য ঈশ্বৰ পুৰী, ৰামচন্দ্ৰ পুৰী, যাদবেন্দ্ৰ পুৰী, প্ৰেমানন্দ পুৰী ইত্যাদি। এফালে ঈশ্বৰ পুৰী যেনেকুৱা শিষ্ট সান্ত আৰু পৰম বৈষ্ণৱ আনফালে ৰামচন্দ্ৰ আৰু যাদবেন্দ্ৰ পুৰী সেইদৰে ধূৰ্ত্ত বৈষ্ণৱবিন্দুক আৰু পাৰিলে অলপধতুৱা বৈষ্ণৱক ভ্ৰষ্ট কৰিবলৈ সদায় উদ্যত আছিল। ৰামচন্দ্ৰ পুৰীয়ে চৈতন্য আৰু তেওঁৰ দলৰ বৈষ্ণৱক কিদৰে কৰিছিল তাক চৈতন্য চৰিতামৃতৰ অন্ত্যলীলাৰ পৰা অলপ তুলি দিওঁ।

"ভিক্ষা কৰি কহে পুৰী শুন জগদানন্দ।
অবশেষ প্ৰসাদ তুমি কৰহ ভক্ষণ।।
আগ্ৰহ কৰিয়া তাৰে বসি খাওয়াইল।
আচমন কৈলে নিন্দা কৰিতে লাগিল।।
শুনি চৈতন্যগণ কৰে বহুত ভক্ষণ।
সত্য সেই বাক্য সাক্ষাৎ দেখিল এখন।।
সন্ন্যাসীকে এত খাওয়াইয়া কৰ সৰ্ব্বনাশ।
বৈৰাগী স্বভাবতাৰ আগ্ৰহ কৰিয়া। পিছে
নিন্দা কৰে আগে বহুত খাওয়াইয়া।।"

এই ৰামচন্দ্ৰ পুৰীয়ে আন কি তেওঁৰ নিজগুৰু মাধবেন্দ্ৰ পুৰীয়ে যেতিয়া বৈকুণ্ঠ প্ৰয়াণৰ সময়ত "মথুৰা না পাইনু" বুলি কান্দিছিল, তেতিয়া উপদেশ দিছিল

"তুমি পূৰ্ণ ব্ৰহ্মানন্দ কৰহ স্মৰণ।

ব্ৰহ্মবিৎ হএগ্ৰা কেন কৰহ ৰোদন।।
শুনি মাধবেন্দ্ৰ মনে ক্ৰোধ উপজিল।
দূৰ দূৰ পাপী বলি ভৎৰ্সনা কৰিল।।
কৃষ্ণ নাপাইনু মুই, নাপাইনু মথুৰা।
আপন দুঃখে মৰো মই দিতে আইল
জ্বালা।। মোৰে মুখ না দেখাবি তুই
যা যথি তথি। তোৰে দেখি মৈলে
মোৰ হবে অসক্ৰতি।। কৃষ্ণ নাপাইনু
মুই, মৰো আপোন দুখে। মোৰে
ব্ৰহ্ম উপদেশ এই ছাড় মূৰ্খে।।
এই যে শ্ৰীমাধবেন্দ্ৰ উপেক্ষা কৰিল।
সেই অপৰাধে ইহাৰ বাসনা জন্মিল।।
* * * *
সেই হৈতে ঈশ্বৰপুৰী প্ৰেমেৰে সাগৰ।
ৰামচন্দ্ৰ পুৰী হৈল সৰ্ব্ব নিন্দাকৰ।।"

পিছত ৰামচন্দ্ৰে প্ৰভু চৈতন্যদেবৰো দোষ অনুসন্ধান কৰি কৈছিল। ঃ—

"সন্ন্যাসী হইয়া কৰে মিষ্টান্ন ভোজন।
এই ভোগে কৈছে হয় ইন্দ্ৰিয় বাৰণ।।
* * * * *
* * * * *
* * * * *
সন্ন্যাসীর ধৰ্ম্ম নহে ইন্দ্ৰিয় তৰ্পন।
যৈছে তৈছে কৰে মাত্ৰ উদৰ ভৰণ।।
তোমাকে ক্ষীণ দেখি শুনি কৰ অৰ্দ্ধাশন।
এই শুষ্ক বৈৰাগ্য নহে সন্ন্যাসীর ধৰ্ম্ম।।
যথাযোগ্য উদর ভরে নাকরে বিষয় ভোগ।
সন্ন্যাসীর তবে সিদ্ধ হয় জ্ঞানযোগ।'

এইদরে কৈ কৈ রামচন্দ্র পুরীয়ে প্রভু চৈতন্য আরু তেওঁর ভক্তসমস্তক আধাপেটীয়া করিব ধরিলে। এটাইরে ভত সূর্ত্তি হেরুৱাইছিল। পিছত রামচন্দ্র পুরী ওরেষার পরা গুচি যোৱাতহে চৈতন্য আরু তেওঁর ভকতসকলে রক্ষা পালে।

এই যাদবেন্দ্ৰ পুৰীয়েও সেই দৰে প্ৰথমে কাঢ়োলা বাঢ়েকে ভ্ৰষ্ট কৰিব বিচাৰিছিল। শঙ্কৰদেৱ বৈকুণ্ঠী হোৱাৰ পিছত মাধবদেৱৰ শিষ্যকো এনেকৈ খুচুলাইছিল যে মাধৱদেৱৰ নিজ শিষ্যেই কৈ গৈছিল যে মাধব দেৱতকৈও আন কি শঙ্কৰদেৱতকৈও যাদবেন্দ্ৰ পুৰীহে বিশিষ্ট। ঠিক সেইদৰেই কোচবেহাৰত কামেশ্বৰ গিৰিয়েও প্ৰভু দেৱদামোদৰকো নিজে খুৱাই চুৱাপাত পেলাবলৈ হাক দি সেই ঠাইত গৰু সুমাই দি ৰজাত জান দিছিল। প্ৰভু দামোদৰদেৱ আনাচাৰী। এই কামেশ্বৰ গিৰিয়েই প্ৰভু দামোদৰ শঙ্কৰ মাধব এই সকলৰ তিৰোধানৰ পাছত পৰীক্ষিত ৰজাৰ হতুৱাই গোটেই ৰাজ্যতে পাঠা বলি দিয়াই গোঁসানী পূজা কৰাইছিল। আনকি এই খন পুথি মতেই পাওঁ যে মথুৰাদাস আতাকো জবৰদস্তি কৰাই তেওঁৰ হতুৱাই পাঠা বলি দিছিল। গোপালদেৱ হাবিত পলাইছিল। আমাৰ শিবসিংহ ৰজাই কুঁৱৰীৰ হতুৱাই এনেকুৱা শাক্তমাৰ্গৰ আচাৰ্য্যই বল কৰি বৈষ্ণৱ গোঁসাইসকলৰ বিশেষ মোৱামৰীয়া মহন্তক পাঠাৰ তেজৰ ফোট দিয়াওতে আৰু গোঁসানী সেৱা কৰাওতেহে অসমত মোৱামৰীয়া বিদ্ৰোহ হৈছিল। অলপধতুৱা বৈৰাগী যে শাক্ত পন্থৰ সন্ন্যাসীয়ে সেই বৈৰাগীক উৎপীড়ন কৰে এই প্ৰথা আজিলৈকে চলি অহা পাইছোঁ। কিন্তু যি বৈৰাগী বা কৃষ্ণপ্ৰেমিক বা ৰামাৱৎ অটুত ভক্ত তেনেকুৱাৰ হাতত আকৌ আমিকৌণ শাক্তকো পৰাস্ত হোৱা দেখিছোঁ। কামেশ্বৰ গিৰিক জব্দ কৰিছিল এজন পশ্চিমীয়া বৈৰাগীৰে। পশ্চিমীয়া বৈৰাগী জনে দেখিলেহি যে কামেশ্বৰ পাৰেমানে বৈষ্ণৱক উৎপীড়ন কৰাই বলেৰে গোঁসানী পূজা কৰাই পাঠা বলি পৰ্য্যন্ত কটাইছে। বৰাগীয়ে কামেশ্বৰ গিৰিক challenge কৰিলে। উভয়ে বাদানুবাদ কৰি শেহত স্থিৰ কৰিলে যে বৈৰাগীৰ মালা আৰু কাপোৰ জুইত পেলাব আৰু কামেশ্বৰ গিৰিৰো কাপোৰ আৰু মালা জুইত পেলাব। কাৰ পোৰে কাৰ নোপোৰে তাৰ দ্বাৰাই জয় পৰাজয়ৰ নিৰ্ণয় হব। উভয়ে পেলালে গিৰিৰ মালা আৰু কাপোৰ পুৰি ভস্ম কৰিছিল; কিন্তু বৈৰাগীৰ কাপোৰ আৰু মালা তেনেই বল। তেতিয়াৰপৰা কামেশ্বৰ গিৰিৰ উৎপাত কমিছিল। আমি ইদানিঙতো জানোঁ যে কুম্ভ মেলা আদিত কোনে আগেয়ে গা ধুব এই কথা কৈয়েই শাক্ত আৰু বৈৰাগীৰ মুৰ ফটাফটি মৰামৰি হয়। আমি নিজেই এই অসমতে এজন শাক্ত পৰমহংসৰ আৰু এজন যথাবৎ বৈৰাগীৰ কাণ্ড দেখিছোঁ। পৰম হংসজন পৰম কৌল তান্ত্ৰিক, অষ্টাঙ্গ যুগ সিদ্ধ আছিল। তেওঁ বৈৰাগী পালেই ধৰি কহিছিল :—"ভাই! তই যদি কিবা তেন্তে মোৰ পৰা শিকি ল"। নেজান ৰাগলৈ উঠিব নোৱাৰা বৈৰাগী দুই এজনে উলটি ধমক দিছিল "তই মোৰ গুৰু নে কি? নামানো তোৰ কথা"। এনেকুৱা ধমক দিলেই শাক্ত পৰমহংসে জনে বৈৰাগীক কিলালৈ যায়

আৰু গালি পাৰি কয় যে তোৰ নিচিনা বৈৰাগীক মই বটলৰ লগতে খতম কৰি খাব পাৰো"। নতুবা তোক ধৰি মাছ মঙ্গহ কটিয়াব পাৰো"। গাত জোৰ থকা বৈৰাগীয়ে হাফিয়াই কৈছিল আহ বাৰু লাগি চাওঁ। এনেকুৱা কথা ঠায়ে ঠায়ে মৰা মৰিৰো আগন্তুক হৈছিল। কমধতুৱা গাত বল নোহোৱা বৈৰাগী বিলাক পলাই পৰ্ত্তং দিছিল। শেহত দেখোঁতে নীচেই কমবয়সীয়া বৈৰাগীৰ লৰা এটা সেই পৰমহংসৰ কুটিবলৈ আহিছিল আৰু নিশা থাকিব বিচাৰিছিল। পৰমহংসেও লৰা বৈৰাগীক প্ৰথমে সেই দৰেই আন আন বৈৰাগীক ধমক দিয়াৰ দৰে ধমক দিয়াত বৈৰাগী লৰাই কৈ বহিছিল যে "তোৰ নিচিনা এটা নেলাগে দহোটা পৰমহংস আহিলেও মোক একো কৰিব নোৱাৰে। তই হুচিয়াৰ হবি। পূৰ্ব্বৰ কথা মনত কৰিবি। এই কথাৰ পিছতে দেখোন পৰমহংস এনেকুৱা শান্ত হল যে বৈৰাগীৰ বাসন পৰ্য্যন্ত মলি আনি শুশ্ৰূষা কৰিলে। বৈৰাগীয়ে শুদ্ধ সাত্বিক ভোগ ৰান্ধি আগেয়ে তেওঁৰ ইষ্টত অৰ্পি প্ৰথমেই পৰমহংসক খুৱাইছে আন আন দৰ্শক ভকতক দি নিজে যৎকিঞ্চিৎ আহাৰ কৰি পানী এঘটি খাই সেই পৰমহংসৰ কুটীৰতে পৰি থাকিল। পিছত পৰমহংসক সোধাত পৰমহংসে কৈছিল যে বৈৰাগীজন দেখাত লৰা হলেও প্ৰায়ে বিষ্ণু সদৃশ আৰু বৈৰাগীক সোধাত বৈৰাগীয়ে কৈছিল যে এই পৰমহংসজন বৰ ওখ, প্ৰায় শিবতুল্য।

এইটো ধ্ৰুব সত্য যে বৈষ্ণৱক প্ৰগাঢ় ভক্তিমান, অটল, কৃষ্ণত লয় নোপোৱা অবস্থালৈকে শাক্ত পন্থীয়ে পৰীক্ষাৰ অৰ্থেই হওক বা হিংসা ভাবেই হওক দিকদাৰি কৰেই। বিশেষকৈ বৈৰাগী যদি একেবাৰে গোঁসানী নমনা বিধৰ হয়। সাংসাৰিক শাক্ত বৈষ্ণৱৰ হলে কোনো কাজিয়াই নহয় যেহেতু উভয়ে শুদ্ধাচাৰী অৰ্থাৎ শাক্তয়ো কেৱল বছৰেকৰ কালীপূজাত এটা, দুৰ্গোৎসবত এটা মাত্ৰ দুটা পাঠা কাটি গোঁসানীক পূজা কৰে। বাদ বাকী সকলো সময়তে ফলে ফুলে ধুপে দীপেহে পূজে আৰু বৈষ্ণৱেও ঈশ্বৰক ফলে ফুলে ধুপে দীপে পূজে। দামোদৰী হৰিদেৱী পন্থৰ বৈষ্ণৱে বিশেষ ব্ৰাহ্মণে গোঁসানীক শুদ্ধাচাৰ ভাবে মানে আৰু পূজাও কৰে। কেৱল বলিৰ নিমিত্তে পশুহত্যা হলে নকৰে বা কৰিব নোৱাৰে। অৱশ্যে মহাপুৰুষীয়া সম্প্ৰদায়ে কি কৰে বিশেষকৈ মহাপুৰুষীয়া সম্প্ৰদায়ৰ ব্ৰাহ্মণে কি কৰে তাক আমি কব নোৱাৰোঁ। অৱশ্যে বহীয়া সম্প্ৰদায়ৰ বলিৰ ওপৰত বিৰক্তি হলেও যে তান্ত্ৰিকৰ পঞ্চমাকাৰত বিৰক্তি নাই তাক আমি ভালকৈ জানো। কিন্তু ব্ৰাহ্মণ হেজাৰ মহাপুৰুষীয়া হওক গায়ত্ৰী নজপি নোয়াৰে, শ্ৰাদ্ধাদিত সকলো দেৱতা নুপুজিও নোৱাৰে আৰু বিবাহত দশ দিকপাল ইন্দ্ৰ, বৰুণ ইত্যাদিৰ নামে হোম নিদিও নোৱাৰে হবলা! যদিও প্ৰকৃত লক্ষ্য কি মহাপুৰুষীয়া কি দামোদৰীয়া কি হৰিদেৱী সকলোৰে সেই কৃষ্ণহে।

ৰত্নাৱলী পুথি পোৱাৰ বিষয়ে এইদৰে আছে—"মাগুৰিৰ কণ্ঠভূষণে বানাৰস বা কাশীলৈ গৈ ৰামভট্ট অধ্যাপকৰ মুখে বেদ পঢ়িছিল। কণ্ঠভূষণৰ মুখে শঙ্কৰদেৱ কৃত নিমি নৱসিদ্ধৰ পদ শুনি ব ভাল পাই শঙ্কৰ দেৱলৈ বিষ্ণুপুৰী সন্ন্যাসী কৃত সংস্কৃতত কৰা ৰত্নাৱলী গ্ৰন্থ পঠাই দিয়ে। প্ৰভু শঙ্কৰদেৱে মাধৱদেৱৰ হতুৱাই সেই গ্ৰন্থ অসমীয়ালৈ ভঙাই।

ইয়াৰ পিছত শঙ্কৰদেৱে দই স্কন্ধ ভাগবত ভাঙ্গি এটা যাত্ৰা কৰাই কোচবেহাৰতে নৱলীলা সম্বৰণ কৰি বৈকুণ্ঠী হয়। বৈকুণ্ঠী হবৰ সময়ত শঙ্কৰদেৱ "হাঁ আই"—"হাঁ আই বিন্দা" এই বাক্য উচ্ছাৰণ কৰিছিল। ৰমানন্দ দ্বিজকৃত পুথিখনত এই বিষয়ে কি দৰে আছে চাওক ঃ—

সেহি সময়ত শ্ৰীমন্ত শঙ্কৰ
বচন এক বুলিলা।
হা আই বুলি নিশ্বাস কাঢ়িলে
সমস্ত লোকে শুনিলা।।
অভকতে বোলে দেবীক স্মৰি
অসন্তোষ ভকতৰ।
মুৰমান বেলা "আই" হেন বাক্য
বুলিলা কিয় শঙ্কৰ।।
শুনিয়া সবাৰো উচপিচ ভৈলা
অভিপ্ৰায় নজানিয়া।
আই বুলি বাপে কাহাক স্মৰিলা
বুলি ৰৈলা নিৰেক্ষিয়া।।
অনন্তৰে পাছে কতো বেলি মানে
শঙ্কৰে দুনাই বুলিলা।
আহাঁ আই বিন্ধা বলী কেন মতে
ঈশ্বৰক সন্তোষিলা।।
বিন্ধাৱলী সতী নানা বাক্য বুলি
সন্তোষিলা বামণক।
তান বাক্যে তুষ্ট হুয়া বলিৰাইৰ
তেজিলন্ত বন্ধনক।।
সেহি কথা খানি স্মৰিলন্ত বুলি
সমস্তলোকে জানিল।

আন যত লোক ভকত সবাৰো
সংশয় মনে গুচিল।।”

শঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণক পিছত মাধবদেৱে শঙ্কৰদেৱৰ ধৰ্ম্ম পালিলে। মাধবদেৱৰ নিয়ম কৰাকৰি। এজন নে দুজন ভকতে হেনো যাদবেন্দ্ৰ পুৰীৰ ফুচুলনিত মাধবদেৱক নিন্দা কৰিলে। মাধবদেৱে সেই ভকতক খেদি দিলে। সেই ভকতে গৈ পাটবাউসীত দামোদৰ গুৰুত আশ্ৰয় ললে। এই বাবেহে হেনো মাধবে সৈতে প্ৰভু দামোদৰৰ মত ভেদ হল। ৰামানন্দ দ্বিজকৃত চৰিত্ৰমতে মাধবদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ বিষয়ে এই দৰে আছে ঃ—

ক্ৰমশঃ

# বঁহীয়া সম্প্ৰদায়ৰ মাৰলি

ভবানন্দ পাঠক।

পাঠক দেৱ! আমি দেখিছোঁ আপুনি দেখোন। তাহানিখনৰ পাঠকসকল আছিল দৰাচলতে পাঠক। আপুনি দেখোন এভাৰ ঘোৰ তান্ত্ৰিক কাপালিক সাক্ত—পহুমাৰি আনি পূৰ্ণাহুতি দিয়া দিয়ে। আন বাৰ আপুনি সত্য সনাতন হিন্দু ধৰ্ম্মকে অযাচিত ভাবে সমৰ্থন কৰে; আকৌ দেখোন মাজে মাজে উপনিষদৰ ভাৰখন কান্ধৰ পৰা নমাই লৈ মাতি মাতি শুনায় যে শূদ্ৰ, দাসী পুত্ৰ এই সকলো ব্ৰাহ্মণফ গুৰু বা গুৰু হব পাৰে। আপোনাৰ মতলবটো কি? আপুনি শূদ্ৰক বা দাসীপুত্ৰক, বা নমসুতক মুলগুৰু পাতি সেই গুৰুতে ব্ৰাহ্মণ, কায়স্থ, কলিতা সকলোকে শৰণ ভজন দিয়াই এটা নতুন বঁহীয়া সম্প্ৰদায় সৃষ্টি কৰিবব খুজিছেনে কি? বাৰু ধৰ্ম্মৰ মূল ভাবটো লৈ জানিবা আপুনি যাকে তাকে গুৰু পাতিলেই; কিন্তু বিবাহ, শ্ৰাদ্ধ এইবিলাকনো কাৰ হতুৱাই কৰাব? যদি হোম পোৰাই বিয়া পাতে সেই হোমত মন্ত্ৰনো মতাৰ কাৰ হতুৱাই আৰু হোমনো দিয়াৰ কাৰ হতুৱাই? নে হোম নেপাতি civil marriage কে পাতিব? যদি আনজাতৰ হতুৱাই হোম পোৰায় বা civl marriage পতায় তেন্তে আমাৰ ব্ৰাহ্মণ বাপু সকলে কৈ বহিব সেইখন হিন্দু বিবাহ নহয়। পিছত এনেকুৱা বিয়াৰ দৰা কন্যাৰ যি সন্তান উৎপন হব সেই সন্তানে পিতৃ সম্পত্তি হিন্দু আইনমতে দাবি কৰিলেও ৰজাঘৰত সেই দাবি অগ্ৰাহ্য হব। এতেকে পাঠকদেৱ! অলপ চাই চিন্তি চলক।

২।

আপুনি উপনিষদ ঘাটি ঘাটি দেখুৱাব লাগিছে যে যি ভক্ত সি দ্বিজতকৈও শ্ৰেষ্ঠ। আমি কওঁ আমাৰ সম্প্ৰদায়েও কয় যে "চাণ্ডালো পি দ্বিজাৎ শ্ৰেষ্ঠ যদি হৰিভক্তিপৰায়ণ্"। কিন্তু প্ৰকৃচ হৰি ভক্তনো কেনেকুৱা? প্ৰকৃত হৰিভক্ত প্ৰহ্লাদ, ধ্ৰুব, আপোনাৰ মুণি বাহন আদি। সেইসকলে সংসাৰত হৰিত বাজে আন একো নেজানিছিল। তেওঁলোকে জলে হৰি, স্থলে হৰি, উৰ্দ্ধে হৰি, অধে হৰি, জাগৃতত হৰি, শয়নত হৰি, বৈঠকত হৰি, ভ্ৰমণত হৰি, আহাৰতো হৰিকহে জানিছিল। সেইসকলে খোৱা লোৱাৰ সুখ, ৰসনাৰ তৃপ্তি সাধন, পিন্ধা উৰাৰ সুখ, বিষয় বাসনাৰ চিন্তা, একোকে নেজানিছিল। তেওঁলোক পূৰ্ণমাত্ৰাই সেই গীতৰ ত্যাগী পুৰুষ আছিল। ত্যাযগী বিৰক্ত হোৱাৰ বাবেই গুহকৰ নিচিনা চাণ্ডালকো প্ৰভু ৰামচন্দ্ৰে মিতা বুলি বন্ধু বুলি সাবটি মাৰি ধৰিছিল। গুহকেও গদ গদ চিত্তে অশ্ৰুপূৰ্ণ চকুৰে প্ৰভুক কাতৰ কৰি শুধিছিল 'প্ৰভু! মোৰ নিচিনা অধমৰো হীন জাতত ওপজা পাপীৰো গতি হবনে? প্ৰভু ৰামচন্দ্ৰই কৈছিল "মিতা তুমি হৰিভক্ত। তুমি দ্বিজত কৈও শ্ৰেষ্ঠ। তুমি মুক্ত। প্ৰেমপূৰ্ণ ভাবেৰে, অশ্ৰু পুলকিত চকুৰে গুহকে প্ৰভুক কি দিম কি খুৱাম ভাবি বনৰপৰা আহৰণ কৰি খোৱা ফলমূলকে প্ৰভুক দিছিল। মুনি পূজাৰীয়েও তিৰপুগণ আলোৱাৰ বৈৰাগ্য, প্ৰেম, ভক্তি দেখিয়েই কান্ধত লৈ ৰঙ্গনাথৰ মন্দিৰ প্ৰদক্ষিণ কৰিছিল। হিন্দুৰ আৰ্য্যসকল অতি উদাৰ মনৰ আছিল। য'ত, প্ৰকৃত গুণ দেখিছিল, ত'ত সেই গুণৰ আদৰ আৰু পূজাও কৰিছিল। সূতক ভগবদ্ভক্ত দেখিয়েই ঋষিসকলে যজ্ঞত পূৰাণ গাবলৈ দিছিল। সেই কালৰ ঋষি, মুনি, ভক্ত সকলোবেই প্ৰকৃত ত্যাগী আছিল। সেই সকল "তৃণ দপি সুনীচেন তৰোৰিব সহিষ্ণুনা। অমানিনা মানদেন কীৰ্ত্তনীয়ঃ সদা হৰিঃ।" সেই সকলে পাঠকদেৱৰ দৰে ওভোটা শাস্ত্ৰেৰে নকৈছিল যে "ব্ৰাহ্মণ কেৱল যজন যাজন কৰিহে আছিল, ধৰ্ম্মাধিকাৰ নাছিল।" সেই সকলে কলেও ইয়াকেহে কৈছিল যে চাৰিও জাতিৰ কাৰো কাৰো গাত সকলোবিলাক গুণ থাকিলেও ক্ষত্ৰিয়ৰ গাত বৰ্ম্ম, বৈদ্যৰ গাত অৰ্থ, শূদ্ৰৰ গাত কাম, ব্ৰাহ্মণৰ গাত মোক্ষ এই কেইটা গুণ প্ৰবল ৰূপে আছিল। চৈতন্য চৰিতামৃতত চচাওক ধনী মানী সদাগৰৰ পুত্ৰ ৰঘুনাথ দাসে অতুল ঐশ্বৰ্য্য বিভৱ নিজহাতে আৰ্জ্জিও সেই অতুল বিভৱ দলিয়াই পেলাই চৈতন্যৰ ওচৰলৈ আহিল। বাপেক গোবৰ্দ্ধনে ৪শ মুদ্ৰা দুই ভৃত্য এক ব্ৰাহ্মণ পঠাই দিছিল কিন্তু ৰঘুনাথে সেই সমস্ত ফিৰাই পঠাই কি কৰিছিল।

"ৰাত্ৰি দিন কৰে তিহো নাম সংকীৰ্ত্তন।
ক্ষণমাত্ৰ নাহি ছাড়ে প্ৰভুৰ চৰণ।।
পৰম বৈৰাগ্য তাৰ নাহি ভভক্ষ্য পৰিধান।

যৈছে তৈছে আহাৰ কৰি ৰাখয়ে পৰাণ।।
দশৰ্দণ্ড ৰাত্রি গেলে পুষ্পাঞ্জলি দেখিয়া।
সিংহবাৰে খাড়া হয় আহাৰ লাগিয়া।।
কেহ যদি দেয় তবে কৰয়ে ভক্ষণ।
কু ভু উপবাস কভু কৰনে চৰ্ব্বন।।
ধঘুনাথেৰ নিয়ম যেন পাষাণেৰ ৰেখা।
সাড়ে সাত প্ৰহৰ যায় যাহাৰ স্মৰণে।।
আহাৰ নিদ্ৰা চাৰি দণ্ড সেও নাহে কোন দিনে।
বৈৰাগ্যৰ কথা তাৰ অদ্ভুত কথন।।
আজন্ম না দি জহবা ৰসেৰ স্পৰ্শন।
ছিড়া কানি কাঁথা বিনা না পৰে বসন।।"

সেইকালৰ ভক্তসকল অবতাৰী পুৰুষসকল এনেকুৱা ত্যাগী আছিল। কিন্তু বৰ্ত্তমানৰ সকলৰ গাত তেনেকুৱা বিলাক গুণ আছেনে? আছে মাত্ৰ দম্ভালি মাৰি কথা কোৱাটো যেনে "দামোদৰদেৱ কোৰ মাৰি খোৱা বামুণ শঙ্কৰেহে মানুহ কৰিলে" "শূদিৰো বামুণৰ গুৰু হব পাৰে" ইত্যাদি ধৰণৰ কথা। এনেকুৱা বিলাক কথাৰ উত্তৰ দিবলৈ গলেই আমি হওঁ শিখণ্ডি, অজা, দেশদ্ৰোহী, জাতি বিদ্বেষক ইত্যাদি ইত্যাদি। ধন্য বঁহীয়া সম্প্ৰদায়ৰ যুক্তি।

৩।

পাঠক দেৱৰ "বাম মিলেনা।'

তাহানিখন উত্তৰ লক্ষিমপুৰত এখন ভাওনাত মনোময় নামেৰে এজন প্ৰসিদ্ধ ভাৱৰীয়া দেখিছিলোঁ। ভাৱৰীয়া জনে এনেয়ে হলে এনে শান্ত শিষ্ট যে কি কম। ডাঙৰীয়া সকলক দেউতা সম্বোধনত বাজে, জীয়ৰী বোৱাৰীক আই সম্বোধনত বাজে আন ৰকমে মাতিবই নেজানিছিল। আনকি অভাৱৰীয়া অবস্থাত সমাজৰ ভদ্ৰলোক সকলৰ মাজত বহি ভদ্ৰলোক সকলক ধপাতো লগাই দিছিল। কিন্তু যি মুহূৰ্ত্তে ভাওনাৰ থাইলৈ গৈ তাৰ জলৌ মলৌ চোলাটো আৰু সাজটো পিন্ধিলে সেই মুহূৰ্ত্তৰে পৰা মনোময় ভাৱৰীয়াই ভয়ঙ্কৰ ৰূপ ধৰিলে। মানুহক কথা কৈ এনেকুৱাকৈ হম্বাব ধৰিলে যে মানুহৰ ৰক্ষানাই। হাঁহিৰ লগে লগে এনেকুৱা গ্ৰাম্য সংস্কৃত ভাষা মাতিবলৈ ধৰিলে যে তাত জীয়ৰী বোৱাৰী ভাই ককাই থাকিব নোৱাৰা হল। ভাও যেতিয়া শেহ হল, মনোময় আকৌ সেই সাধা চিধা বিধৰ নিৰীহ মানুহটি হৈ আমাৰ মাজলৈ আহিল। আমি সুধিলোঁ—ভাৱৰীয়া ককাই! তুমিনো সেই খিনি পালে তেনেকুৱাটো কেলেই হোৱা। ভাৱৰীয়াই কৈছিলঃ—"দেউতা মই কব নোৱাৰো

সেই চোলাটো আৰু সাজটো পিন্ধিলেই মই আৰু মনোময় মনোময় হৈ ৰব নোৱাৰো। মোৰ কণ্ঠত সৰস্বতী, ভৰিত উনপঞ্চাশ বায়ু উপস্থিত হয়। সৰস্বতীয়ে সংস্কৃত হাঁহি খিকিন্দালিৰ কথা মতায়, বায়ুয়ে নচুৱাই বগুৱাই মোক উৰাই লৈ ফুৰায়। এতেকতে সকলো গুণ মোৰ সেই চোলাটোত আৰু সাজপাৰত। ভবানন্দ পাঠকৰ ধেমালি দেখি আমাৰ সেই কথালৈ আজি মনত পৰিল। পাঠকদেৱে যেতিয়া ভৰিহাত গা পা ধুই ধুতি কাপোৰ পিন্ধি পাঠ কৰিবলৈ বহে সেই সময়ত ভাল কথাও ওলায় যদিওবা মাজে মাজে ব্যাখ্যা কৰোতে কৰোতে ক্ষত্রিয়ৰ তেজফেৰাই আহি (পাঠক দেৱ ক্ষমা কৰিব আপুনি) ক্ষত্রিয়ত্বৰ দাবি কৰা এজন হয় পায়। কিন্তু আপুনি ব্রাত্য ক্ষত্রিয়হে যেহেতু যশস্পতি দেউৰে কোৱা মতে আপুনি লগুণধাৰী অথবা উত্তৰিধাৰী নহয় হবলা। ক্ষত্রিয়ে উত্তৰি নললে হেনো শূদ্ৰত্ব প্ৰাপ্তি হয়। এইকথা আমাক যোৰহাটৰ পৰা ছপা হোৱা “প্রভাত” কাকতে কৈছে দলা শিকাৰটোলৈ, কিজানি বৰ্ত্তমানে কোনো কোনো বাৰিষা পানীৰ পহু উটি আহিলে নাৱেৰে গৈ পদুৰ শিৰত কোবাই মৰা শিকাৰটোলৈ মনত পৰে। কিন্তু যেতিয়া আপুনি আপোনাৰ নিজৰ ব্যবসায়টোলৈ ওলাই কোট ঠেঙা টুপি পিন্ধে তেতিয়া দেখোন আপোনাৰ জাহাজলৈ মনত পৰে। জাহাজৰ আধিন কাটিৰ শবদ বিলাকলৈকো মনত পৰি গাব ধৰে :— “এ বাম মিলেনা” ইত্যাদি ইত্যাদি। অগাঢ় শাস্ত্ৰত পণ্ডিত প্ৰবৰ শ্ৰীযুত যশস্পতি দেউৰে কোনো দিন ঠেঙা কোট টুপি পিন্ধা নাই। তেওঁ টিকনি ধাৰী হৈ কেবল সংস্কৃতহে পঢ়ে পঢ়ুৱাই আৰু নিজৰ পূজা অৰ্চ্চনাৰ কাল কটায়। সেই দেখি তেওঁ যে জাহাজত উঠি পানী জুখিব এইটো সপোনৰ অগোচৰ। আন কি চৈ দিয়া নাৱত উঠিলেও বেছেৰিয়ে বঠাকে চলাব নোৱাৰে।

যশস্পতিৰ টোকাৰি। পাঠক দেৱৰ কি? ঢোল নে খোল নে মাদোল? নে বিহুৱা বৰবৰুৱাৰ টকা?

পাঠকদেৱে দেখোন শাস্ত্ৰ ঘাটোতে ঘাটোতে পহু শিখাৰ জাহাজ ইত্যাদি দেখাৰ উপৰিও কিবা টোকাৰি দেখে। একেলগে একে সময়তে জাহাজ দেখা আৰু ভোলাই শৰ্ম্মাৰ আত্ম বিনোদৰ দল দেখা কথাটো কেনেকুৱা কেনেকুৱা লাগে? পানীৰ মাজত থাকিলে নাও জাহাজ এইবিলাকলৈ মনত পৰা স্বাভাবিক। স্থলত থাকিলে ভাওনা থিয়েটাৰ ইত্যাদিলৈ মনত পৰাটোও স্বাভাবিক। কিন্তু একে সময়তে “বাম মিলেনা” গোৱাটো আৰু “মথুৰা বাসিনী ময়ূৰ হাসিনী” গোৱাটোহে বৰ বিষম যেন পাইছোঁ। আপুনি আমাৰ নিঃকিনক, আৰু নিঃকিনৰ ফালৰ সকলক ওজা পালি গোৱাও দেখে, আত্ম বিনোদক ঠিয়েটৰ কৰাও দেখে। পূজ্যপাদ যশস্পতিক টোকাৰি লোৱাও দেখে। আমি কওঁ যে বেছি লিখাপঢ়া নজনা আত্ম জ্ঞান নথকা কৰাগীয়েহে টোকাৰি সচৰাচৰ

লয়; কিন্তু যাৰ শাস্ত্ৰজ্ঞান দিছে, যাৰ বেদত অধিকাৰ আছে যেনেকুৱা যশস্পতি দেউৱে বজালে সেতাৰ এছ্ৰাজ ইত্যাদি ভাল ভাল ওষ্টাদি লগত ধ্ৰুপদ, চৌতাল, সামবেদৰ গীত ইত্যাদিহে বজাব ঠিয়েটাৰত টোকাৰি হলে নবজায়। উপনিষদৰ বঙ্গলুৱা ব্যাখ্যা পঢ়ি পণ্ডিতালি দেখুৱা শ্ৰেণীৰ লোক তেখেত নহয়।

আমাৰ বংশীবাদকে অকলে অকলে আজি ইমান বেলি বা ইমান দিনে কলিকতাৰ কুঞ্জ বনত থাকি বণাহী বজোৱা শুনি আৰু আমাক আহ্বান কৰা দেখি আমিও প্ৰদীপিকাটি মূৰত লৈ আগবাঢ়ি গৈ আছিলোঁ। কিন্তু আমি এফেৰা যাও মানে বাঁহী আৰু প্ৰদীপিকাৰ মাজত পাঠক দেৱ পৰিল। পাঠকদেৱে ভাবি ললে সোণালী সুযোগ এটা মিলিল। নামটো যুগমীয়া কৰি লওঁ। বহুত কষ্টেৰে অৰ্জ্জা বিদ্যা এফেৰা জাহিৰ কৰোঁ আৰু পাৰিলে বাঁহীকে আৰু প্ৰদীপিকাকে লগলগাই এবাৰ দলা চিকাৰটোও কৰি লওঁ। এই বুলি পাঠক দেৱে দাখন লৈ ওলাল। দাখন লৈয়েই দোখোন পহু বা অজা বুলি এবাৰ বংশীবাদকক এভাৰ বেছেৰী প্ৰদীপিকা লোৱাজনকে ঘপিয়াব খোজে। তেওঁৰ এই কাণ্ড কাৰখানা দেখি তেওঁক দা দিয়া সকলে ৰ ৰ কৰাত বেজাৰ লাগি তেওঁ দা এৰি আৰু আন কি পাও কি পাওঁ বুলি ভাবোঁতে ভাবোতে তেওঁ মাজবাটতে ঢোল এটা পালে। ঢোলটো পাই তেওঁ মহা বিবুদ্ধিত পৰিছে যেন দেখোঁ।

বাঁহীয়ে গায় ঃ—প্ৰাণ কেমন কেমন কৰে সজনি, কেন এলনা গুণমণি ঃ—

প্ৰদীপিকাইও বংশীবাদকৰ গীত শুনি ৰব নোৱাৰি প্ৰথমতে গায় "নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমোনমঃ, যা দেবী সৰ্ব্ব ভূতেষু বিষ্ণু মায়াতি শব্দিতাঃ।"

তাৰ পিছতে গায় "কৃষ্ণ এক দেৱ দুঃখ হাৰি ইত্যাদি ইত্যাদি" পাঠকদেৱেতো পালে ঢোল। বেহেলা এখন বা হাৰ্ম্মনিয়াম এটা বা খোল এটা পোৱা হলে আমাৰ উভয় পক্ষৰে গীত তাল সুৰ বজাব পাৰিলে হেতেন। কিন্তু পালে ঢোল।

দুখৰ বিষয় ঢোলতটো আমি গোৱা গীতবিলাকৰ চেও মৰা মস্কিল; কিন্তু জাহিৰ নকৰিলেও দেখোন নহয় নিৰূপায় হৈ বেছেৰিয়ে গাইছে ঃ—

"তোৰো বাৰিত আদা ঐ মোৰো বাৰিত আদা, তোৰ জীয়েৰে আদা খাই মোক বুলিছে দাদা"। তেখেতে যে ঢোলত মাদলৰ চেৱেৰে গীত গাইছে তাৰ প্ৰমাণ তেখেতৰ দুটা মাততে যথা "হেই যশস্পতি বাম মিলেনা? মাদোল নবজোয়া হলে কলে হেতেন ঃ—যশস্পতি দেউ! আপুনিনো সেইটো কি গাইছে কি বজাইছে বুলিব পৰা নাই। অনুগ্ৰহ কৰি বুজাই দিয়কচোন? তেতিয়া যশস্পতি দেউৱে সুন্দৰকৈ পৰিপাটিকৈ বুজাই দিলে হেতেন। আদায় ভাৰ লই দোখোন পাঠকদেৱে জাহাজৰ খবৰ লয়। ধন্য

পাঠকদেৱৰ এইখিনিতে আপোনাৰ পৰিচয় বেকত ভৈলন্ত। "আল্লাৰ কিৰে মুই ছোঁৱো" বুলি অত দিন যি উপনিষদৰ খোলাত তিৰ তাল বজালে সকলো মিছা হল।

পাঠকদেৱৰ সদৰি বিভাগ।

উপনিষদৰ অভিজ্ঞ মাদল বজোৱা পাৰ্গত পাঠকদেৱে কতো গুপুত থকা কথাটো দেখিবই নোৱৰে। তেখেতৰ মতে ধৰ্ম্মত গুপুত থাকিব নেপায়। আমি জানোঁ যে অকল ব্ৰাহ্মধৰ্ম্মক বাজে পৃথিবীৰ যতবিলাক (established religion) স্থায়ীধৰ্ম্ম আছে এটাই বিলাকতে গুপুত বিভাগ একোটি আছে। খৃষ্টিয়ান ধৰ্ম্মত (Esoteric Christianity) বৌদ্ধধৰ্ম্মত (Exoterie Budhism) মচ্‌লেম্ ধৰ্ম্মত চৰিকত তৰিকত মাৰফত ইত্যাদি ৪টা বিভাগ আছে, ইয়াৰ ভিতৰত মাৰফত টি গুপুত। হিন্দুৰ শৈব শাক্ত এইবিলাক পন্থতটো গুপুত আছেই। দামোদৰী সম্প্ৰদায়ৰ বামুণৰ গায়ত্ৰী মন্ত্ৰটো এই কেইটা গুপুতেই। কোনো দামোদৰীয়াই গায়ত্ৰী আৰু ইষ্ট মন্ত্ৰ উদণ্ড কৰি বলকি নুফুৰে। আমি জানো মহাপুৰুষীয়া পন্থতো শৰণৰ কথা কেষাৰ বৰবাহাত শিক্ষা কৰা কথাবোৰ গুপুত। ইয়াৰ উপৰি কালসংহতিৰ পূৰ্ণভগীয়া সেৱাবিলাক যে গুপুত এই কথা আমি গত সংখ্যাতেই কৈছোঁ।

যশস্পতি দেউৱে ৰাধা মাধৱ বোলাত
পাঠক দেৱৰ ঘোৰ আপত্তি।

দেখিবলৈ পাইছোঁ পাঠকদেৱ ঘোৰ নিষ্ঠাবান, নৈষ্ঠিক মানুহ। গোঁসাইৰ লগত গোঁসানীৰ নাম ললেই ৰসিকটা হয়। সেই ৰসিকতাই নি কিহবাত পেলাব বুলি পাঠক দেৱৰ বৰ ভয়। সেই দেখি পাঠক দেৱে ৰাধাক নি বঙ্গদেশত থৈ আহিছেগৈ। আমাৰ কিন্তু যশস্পতি দেউ আৰু বিশেষ সত্য সনাতন পন্থৰ দামোদৰী সকল নাচোৰবন্দা। তেওঁবিলাকে শিৱৰ নাম ললেই লগতে দুৰ্গামাতৃৰো নাম লয় যেনে শিৱদুৰ্গা, হৰগৌৰী, ৰাধাকৃষ্ণ বা ৰাধামাধৱ। বোপাইৰ লগতে আইৰো নাম কৰে যেনে ঃ— "আমাৰ মৰমৰ আই বোপাই।" কিন্তু পাঠকদেৱে কয় হেৰ কটাহত! অকল বোপাই বোপাই বোল, বোপাইৰ লগত আইক কেলেই মাত? ছিঃ আইক মতাতো বৰ দোষৰ কথা। আইক মাতিলেই ৰসিকটা হয়। বঁহীয়া সম্প্ৰদায়ৰ মাতৃভাব এনেই হব পায়। ধন্য পাঠকদেৱ! আপুনি নতুন ধৰ্ম্ম এটা উলিয়ালে বঙ্গদেশীয় বৈষ্ণব কৰিয়ে গোৰাৰ দৰে আফুনি য়ায় ঃ—

"সিন্ধু কুলে ৰৈ নুতন তৰি বৈ
পাৰে তোৰা কে যাইবি লো"

আপোনাৰ দামোদৰী পন্থৰ সকল কিন্তু বেয়া। তেওঁবিলাকে কয় আপোনাৰ

মাৱৰ টিঙ ভঙা, তলি ফুটা সেই নাৱত উঠিলে ডুবি মৰিবহে লাগিব। আপুনি যদি কয় "বহিলে তুফান, আগে দিব প্ৰাণ, পাৰে তোৰা কে যাইবি লো"। দামোদৰীয়ে কয় পাঠক দেব! থামক। থামক। আপুনি প্ৰাণ দিয়া বিধৰ নহয়! আপোনাৰ নাওখনত উঠিবলৈ ভয় লাগে? যদি জাহাজ এখন আৰি তাত আপুনি "ৰাম মিলেনা" কৰে তেন্তে কিজানি দুই এজন উঠিলহেতেন। আপুনি কৈছে ৰাধা আমাৰ দেশত নাই বঙ্গদেশতহে আছে। আমি কওঁ ৰাধা আপোনাৰ দেহটিৰ ভিতৰতে জীবৰূপে আছে কৃষ্ণও আপোনাৰ শিৰতে আছে। হয় কুল কুণ্ডলিনী জগাই সেই ৰাধাক কৃষ্ণৰ ওচৰলৈ নিয়ক নহয় ভক্তিকে উদ্ৰেক কৰি আপোনাৰ জীবস্বৰূপ ৰাধাক ব্ৰহ্মস্বৰূপ কৃষ্ণৰ ওচৰলৈ নিয়ক। অথবা আপোনাৰ সেই প্ৰাণ পিঞ্জৰৰ মাখিটিক নিজৰ স্বৰূপটোৰ ওচৰলৈ নিয়ক। স্থূল ভাবেও আপোনাৰ মোৰ মৰমৰ অসম দেশৰ ভিতৰতে মা কামাখ্যাৰ মন্দিৰ। সেই কামাখ্যাক আপুনি আমি অৱহেলা কৰি মাতৃছাড়া, বা লক্ষ্মীছাড়া হৈছোঁ; কিন্তু আমাৰ আইক ভাটিৰফালৰ ৰজা জমিদাৰ, ধনী নিৰ্ধনী ভকত সবে হাবাথুৰি খাই বিচাৰি আহি পূজা কৰে। আপুনি কব 'ধেই কটাৰ অজা দেশদ্ৰোহী, শিখণ্ডি! বৈষ্ণৱ হৈ আকৌ মাতৃ পূজা! তোৰ চৈতন্য দামোদৰেও মাতৃ পূজিবলৈ কোৱা নাই। আমাৰ শঙ্কৰ মাধৱতো মানাকে কৰি থৈ গৈছে।" আমি কওঁ "পাঠক দেৱ! আমাৰ এফেৰা মিনতি শুনক। মহাপুৰুষ সকলো জনেই বোপাইক পূজাৰ আগেয়েই হওক বা পিচতেই হওক বা লগতেই হওক মাতৃ পূজিছে। আপুনি সুধিব প্ৰামাণ কত? আমি কওঁ ঃ—

চৈতন্যদেৱে কৈছে ঃ—

"তোমাৰ সেবা ছাড়ি আমি কৰিল সন্ন্যাস।
বাউল হইয়া আমি কৈল ধৰ্ম্ম নাশ।।
এই অপৰাধ তুমি না লইও আমাৰ।
তোমাৰ অধীন আমি পুত্ৰসে তোমাৰ।।
নীলাচলে আছি আমি তোমাৰ আজ্ঞাতে।
যাবৎজীব তাবৎ আমি নাৰিব ছাড়িতে।।
(চৈতন্য চৰিতামৃত অন্ত্যলীলা)।
শ্ৰীবাস পণ্ডিত প্ৰভূ কৰি আলিঙ্গন।
কণ্ঠে ধৰি কহে তাৰে মধুৰ বচন।।
তোমাৰ ঘৰে কীৰ্ত্তনে আমি নিত্য নাচিব।
তুমি দেখা পাবে আৰ কেহ নাদেখিব।।
এই বস্ত্ৰ মাতাকে দিও এসব প্ৰসাদ।

দণ্ডবৎ কৰি আমাৰ ক্ষমতাইও অপৰাধ।।
তাৰ সেৱা ছাড়ি আমি কৰিয়াছি সন্ন্যাস।
ধৰ্ম্ম নহে কৈল আমি নিজ ধৰ্ম্ম নাশ।।
তাৰ প্ৰেম বশ আমি, তাৰ সেবা ধৰ্ম্ম।
তাহা ছাড়ি কৰিয়াছি বাতুলেৰ কৰ্ম্ম।।
বাতুল বালকেৰ মাতা নাহি লয় দোষ।
এত জানি মাতা মোৰ নাকৰেণ বোষ।।
কি কাষ সন্ন্যাসে মোৰ প্ৰেম মোৰ ধন।
যে কালে সন্ন্যাস কৈল ছন্ন হৈল মন।।
নীলাচলে আছি মুই তাহাৰ আজ্ঞাতে।
(চৈতন্য চৰিতা মৃত মধ্যলীলা)

মাধবদেৱ, ভট্টদেৱ দুয়োজন আগেয়ে মাতৃপূজক আছিল বুলি বাৰে বাৰে কৈছোঁ। প্ৰভু দামোদৰদেৱেও শেহ বয়সত কোচবিহাৰৰ ৰজাক ধূপ দীপ নৈবিদ্যেৰে মাতৃ পুজিবলৈ আজ্ঞা দিছিল বুলিতো চৰিত্ৰয়ে গৈছে। শঙ্কৰদেৱেও সমস্ত জীবনতে মাতৃক স্পষ্টকৈ নুপুজিলেও ঢেৰ ঠাইত যেনে ৰামলীলাত, হৰমোহনত মাতৃৰ স্তুতি এফেৰা এফেৰা কৰিছেই। তদুপৰি ৰামানন্দ দ্বিজ কৃত চৰিত্ৰে দেখোন কয় যে বৈকুণ্ঠ প্ৰয়াণৰ সময়ত "হা মোৰ আই বৃন্দা" "হা মোৰ আই বৃন্দা" এই দুষাৰ কথা কৈ ভকত সকলক মহা বিমোৰত পেলাই শঙ্কৰদেৱ বৈকুণ্ঠী হৈছিল। দুই এজন ভকতে সেইটো ব্যাখ্যা কৰিছিল হে বলী ছলনত বিষ্ণুাই বামনক তুতি কৰিছিল সেই কথাটো মনত পৰি প্ৰভুৱে সেই দুষাৰ মাত মাতিছিল। সেই কথা মনত পৰিচয় হওক বা ৰাধাৰ সখি বৃন্দাবলীৰ কথা মনত পৰিলেই হওক বা নিজ মাতৃ অথবা খেৰগুতি আইলৈ মনত পৰিলয়েই হওক প্ৰভুনে "হা মোৰ আই বিন্দা" বুলি নৰলীলা সামৰিছিল। এতেকে দামোদৰীয়াই গায় জয় ৰাধামাধৱ! জয় শিবদুৰ্গা, ওঁ হৰি বোল ইতি।

# বিবিধ বাতৰি আৰু সমালোচনা

১।

আমি আকৌ ভবানন্দ পাঠকেৰে সৈতে এফেৰা কথন মথন হব লগীয়াত পৰিলোঁ। পাঠকদেও মুখত ঘোৰ বৈষ্ণৱ হলেও অন্তৰত দেবী উপাসক যেনহে পাইছোঁ। ২য় সংখ্যা বাঁহীতো তেখেতে দেবীক এফেৰা শ্ৰদ্ধা দেখুৱাইছে আৰু

দেবীক সিংহাৰূঢ়া নেদেখি দলাৰ ওপৰত ডাকিৰূপে বৰদলৈৰ মুৰৰ ওপৰত আৰূঢ়া দেখি এফেৰা বেজাৰো পাইছে। দলাৰ পোহৰত পন্থ কাটিবলৈ অপাৰগ হৈ মনৰ বেজাৰতে এইবাৰ পাঠক দেৱে তেখেতে বিদেশী আত্ম বিনোদক নাটৰ টিটৈনীয়া (? দেবীৰ কাহিনী পঢ়ি সেই দেবীৰে বশবৰ্ত্তী হৈ?) আমাক সিংহ যেন দেখিছে আৰু তাৰ দ্বাৰাই এফেৰা মনৰ বেজাৰ কিজানি লাঘব কৰিছে।

২।

আমাক দৈত্যাৰিক ঢাল স্বৰূপে ব্যবহাৰ কৰা পালে। কিজানি ৰাম চৰণক তৰোৱাল ৰূপে ব্যবহাৰ কৰোঁ তাৰো জয় হৈছে? আমি কওঁ পাঠক দেও! নকৰিব। যিখন চৰিত্ৰত যিদৰে কৈছে আমি তাকেহে ৰাইজক জনাম। সদ্যহতে ৰমানন্দ দ্বিজকৃত চৰিত্ৰৰ সমালোচনাটো ধীৰে ধীৰে পঢ়ক।

৩।

পাঠকদেৱে আমাক সুধিছে যে মহাপুৰুষীয়াসকলে শঙ্কৰদেৱক আৰু মাধবকে ব্ৰাহ্মণ ভাবি সেৱা পূজা কৰিলেনো আমাৰ হানী কি? আমি কওঁ আমাৰ যে হানী নায়েই বৰম আমি বৰ আনন্দ পাওঁ। আমি সম্পূৰ্ণ ভাল সৎ হিন্দু হব নোৱাৰিলেও আমি হিন্দু সমাজৰ ভিতৰতে আছোঁ আৰু সেই কাৰণেই জানো যে হিন্দুৰ নিমিত্তে নিজগুৰু আৰু ideal মহাপুৰুষৰ সদৃশ পূজনীয় একো হব নোৱাৰে। কিন্তু আন পন্থৰ মহাপুৰুষৰো নিন্দা নকৰিব। প্ৰদীপিকাৰ জন্মই হল প্ৰভু দামোদৰ দেৱৰ নিন্দা বাদৰ পৰাহে। যদি মোৰ মৰমৰ পাঠক দেও একেবাৰে আগৰ ফুচুলনিত টিটৈনীয়া দেবীৰ সম্পূৰ্ণ বশীভূত হোৱা নাই তেন্তে দেখিব যে প্ৰদীপিকাই আগৰে পৰা গুৰিলৈকে এই মতহে সমৰ্থন কৰি আহিছে।

৪।

পাঠকদেৱে আমাক দোহাই দি সুধিছে আমি চবডিপুটী কলেক্টৰ থাকোতে দৰাচলতে গাৱেঁ ভুঞে কি দেখি ফুৰিছিলোঁ, বঙ্গদেশৰ দৰে দেব দেবীৰ পুতলা নে নামঘৰ? আমি জনাওঁ যে দৰাচলতে আমি সৰহকৈ নামঘৰহে দেখিছিলোঁ। ঠায়ে ঠায়ে বিশেষ যত বামুণ থাকে তাত নামঘৰৰ মুধতে মনিকুটা দেখি ফুৰিছিলোঁ। মনিকুটত ব্ৰাহ্মণে তিথি মহোৎসব উপলক্ষে শালগ্ৰাম বা আন মুৰ্ত্তি নি আগেয়ে সেৱা পূজা হোম কৰে পিছত নামঘৰত সকলোৱে মিলি নাম যায়। সেই নামত যদি কোচ মেচ ইত্যাদি কুলীয়া মানুহেও ভাল নাম আৰু পদ দিব জানে তেনেহলে কোচ মেচেও নাম দিয়ে সেই নাম বামুণ কায়স্থ কলিতায়ো গায়। পূজা ঘৰলৈ বা মনিকুটলৈ হলে যেয়ে সেয়ে সোমাব নোৱাৰে। যত বামুণ সজ্জন নাই তত গাৱঁলীয়া সকলে

নামঘৰতে ঠগি এখনসজাই কীৰ্ত্তন বা দশম পঢ়ি উঠি এটায়ে মিলি জুলি নাম গায়। আমি এনেকুৱা ৰীতি দেখি ফুৰিছিলোঁ আৰু আমি প্ৰকৃত কোনো মহাপুৰুষীয়া ভ্ৰাতৃৰ মুখৰপৰা কস্মিন কালেও শুনা নাছিলোঁ যে মহাপুৰুষীয়াক মূৰ্ত্তি আৰু ব্ৰাহ্মণ নেলাগে। প্ৰকৃত পক্ষত অন্তৰৰ পূজা যদিও জনা-বুজা জনলৈ শ্ৰেষ্ঠ তথাপি আমি এইটো নকই নোৱাৰোঁ যে নজনা সকললৈ আনকি জনালৈকো মূৰ্ত্তি আৰু ব্ৰাহ্মণ আৱশ্যক। সেই কাৰণেই শঙ্কৰ দেৱে নামত বেছি আস্থা ৰাখিলেও শিষ্য সেৱক সকলৰ অৰ্থে কাঢ়োলা বাঢ়ৈৰ হতুৱাই জগন্নাথ মূৰ্ত্তিও কটাই থাপন কৰিছিল আৰু সেই মূৰ্ত্তিক ব্ৰাহ্মণৰ হতুৱায়ে প্ৰতিষ্ঠা কৰাই লৈছিল। কিন্তু আজি ৮।৯ বছৰৰে পৰা বাঁহীত প্ৰকাৰন্তৰে মূৰ্ত্তি পূজা উঠাই দিবৰ চেষ্টা, ব্ৰাহ্মণক চোকা চোকা কথা নিন্দাবাদ আৰু শেহত প্ৰদীপিকা জন্মাৰ ঠিক এক মাহৰ আগেয়ে আন এজন শিক্ষিত (?) ডেকাইও প্ৰভু দামোদৰক "কোৰ মাৰি খোৱা বামুণ শঙ্কৰশৰণীয়া" ইত্যাদি কথা দামোদৰ পন্থৰ সকলক মনত তাপ দিবৰ পৰাহে প্ৰদীপিকাৰ জন্ম হৈছে। আচল, শুদ্ধ সত্ব মহাপুৰুষীয়ালৈ আমাৰ নিচিনা নিঃকিন জনৰ গভীৰ শ্ৰদ্ধা আছে পাঠকদেৱে খুৰূপ বুজিব। কিন্তু বঁহীয়া সম্প্ৰদায়ৰ অদ্ভুত যুক্তিহে আমি বুজিব পৰা নাই।

## পোৱা কিতাপৰ চমু সমালোচনা।

প্ৰসন্ন কুমৰ ঘোষ—শ্ৰীযুত কুমুদেশ্বৰ বৰঠাকুৰ, বি, টিৰ দ্বাৰা প্ৰণীত। গোৱালপাৰাৰ ̊ প্ৰসন্নকুমাৰ ঘোষক সদৌ অসমীয়াই জানে। তেওঁ আমাৰ জলেজৰ সহপাঠী আছিল। চাকৰি জীৱনতো আমি তেওঁক এবাৰ দামৰাত, এবাৰ গোৱালপাৰাত, মাজে সময়ে ধুবুৰিতো পাইছিলোঁ। কলেজত পঢ়া দিনৰে পৰা তেওঁ নিৰ্ভীক, স্বাধীনচেতা আৰু স্বদেশপ্ৰেমীক আছিল। তেওঁ গোৱালৰীয়া নিমাষিত প্ৰজাৰ বন্ধু। আমি নিজে জানো যে অনেক সময়ত জানিদাৰি এষ্টেট বিলাকৰ বঙালী কৰ্ম্মচাৰি সকলৰ বিৰক্তি ভাজন হৈয়ো তেওঁ প্ৰজাৰ হকে মাতিছিল, প্ৰজাক সহায় কৰিছিল। যেতিয়া বিজণী এষ্টেটৰে আৰু গাৰো সোণাৰাম চাঙমাইৰে সৈতে মকৰ্দ্দমা লাগে আৰু সেই মকৰ্দ্দমাত আমি সেই জৰিপী কামৰ এক বিভাগৰ চাৰ্জত আছিল। তেতিয়াও ̊ ঘোষ সোণাৰাম চাঙমাইৰ পক্ষ অবলম্বন ককৰি মাননীয় আৰ্বুটনট চাহাবৰ আগত উকালতি কৰিছিল। গোৱালপাৰাত অসমীয়া ভাষাৰ প্ৰচলন বিষয়ে যি আন্দোলন হৈছিল তাতো ̊ ঘোষ অসমীয়া ভাষাৰ হকে চেষ্টা কৰিছিল। ঘৰুৱা জীৱনত ̊ ঘোষ দৰাচলতে এজন Plain living আৰু high thingking কৰা লোক

আছিল। তেওঁ জীৱনত কোনো জাক জমক কোনো আৰম্বৰকে নেৰাখিছিল। এনেকুৱা এজন দেশীয় লোকৰ জীৱন চৰিত লেখি বৰঠাকুৰে দৰাচলতে দেশৰ হিতকৰ কাম কৰিছে। আমি আশা কৰোঁ সদৌ অসমীয়া ৰাইজে এই পুথিৰ বিশেষ সমাদৰ কৰিব।

মেঘদূতম—মহাকবি কালিদাসৰ এই কাব্য উক্ত বৰঠাকুৰে অসমীয়ালৈ তৰ্জ্জনা কৰি দেশৰ উপকাৰ সাধিছে। অন্য ভাষাৰপৰা বিশেষ সংস্কৃত ভাষাৰপৰা আমাৰ অসমীয়া মাতৃভাষালৈ যিমান পুথি অনুবাদ কৰিব পৰা যায় সিমান ভাল। তাৰ দ্বাৰাই ভাষা আৰু আমাৰ সাহিত্য চহকি হয়। কিন্তু এই অনুবাদৰ কাম বৰ সহজ কথা নহয়। বিশেষকৈ কালিদাসে কৰা এনেকুৱা এখন কাব্য যত অলঙ্কাৰ, উপমা, উৎপ্ৰেক্ষা আদিৰে ভৰা, তাক আকৌ পদত বা অমিত্ৰাক্ষৰ ছন্দত অনুবাদ কৰা টান। অমিত্ৰক্ষৰ ছন্দত অনুবাদ কৰা বাবেই এি পুথিত মূলৰ প্ৰায় সংস্কৃত শব্দ ৰৈ গৈছে। সেই শব্দবোৰ কঠিন আৰু সংস্কৃত নজনা মানুহৰ পক্ষে বুজাই টান। যি কি নহওক বৰঠাকুৰে এটা ডাঙ্গৰ অভাব পূৰণ কৰিছে। পুথিখনত তেওঁ নিজকো সেই বিৰহী যক্ষ বোলোৱাত আমাৰ এবাৰ হাঁহিও উঠিছে আৰু আনবাৰ এটা সহানুভুতিৰ ভাবো উঠিছে। আমি কওঁ বৰঠাকুৰে যেন যত আছে সেই ঠাইতেই সদ্যহতে নিজৰ ঠাই নিজৰ দেশ, সেই ঠাইৰ মানুহ মোৰ নিজৰ মানুহ এনেকুৱা ভাব হৃদয়ত লৈ এফেৰা সেই বিৰহ পাতলায়।

সতী—এই পুথিখনিও উক্ত বৰঠাকুৰৰ লিখা। বিষয়টো হৈছে দক্ষযজ্ঞত সতীৰ প্ৰাণত্যাগ। এই পৌৰাণিক আখ্যানটো হিন্দুমাত্ৰেই জানে আৰু এই আখ্যানটোৰে পৰা মহামায়াৰ দশ মহাবিদ্যা ওলাইছে। আনফালে সতী হিন্দু তিৰুতাই সতীত্বৰ আদৰ্শ দেখুৱাইছে। মহামায়াৰ এই দশ মহাবিদ্যাত হিন্দু ধৰ্ম্মৰ ঢেৰ আধ্যাত্মিক আৰু দাৰ্শনিক তত্ত্ব মিহিত আছে। দুখৰ বিষয় যে আজিকালি আমাৰ অনেক অসমীয়া মানুহেই এই তত্ত্ববিলাকে নেজানে। কোনোৱে যদি এই দশা মহাবিদ্যাৰ দাৰ্শনিক আৰু আধ্যাত্মিক তত্ত্ব আমালৈ লিখি পঠায় তেনেহলে আমি নথৈ শলাগ লয় আৰু আগ্ৰহেৰে প্ৰদীপিকাত চপাম। পুথিখনৰ বিশেষত্ব এই যে ইয়াত ভাৰতৰ কোন কোন ঠাইত কোন কোন অঙ্গৰ কি কি মহাপীঠ আছে তাৰ এটা লিষ্টি আছে। এই লিষ্টিৰ অথবা এই পীঠবিলাকৰ নাম অসমীয়াই জনা উচিত।

কুঁহি—শ্ৰীযুত লক্ষেশ্বৰ শৰ্ম্মা বৰুৱা, বি, এ, দ্বাৰা লিখা। কুঁহি লিখকৰ প্ৰথম উদ্যম। লিখকে এইদৰে কবিতা লিখি থাকিলে কালত যে ভাল কবি হব তাত সন্দেহ নাই।

বাণী জয়তি।

# শ্ৰীকৃষ্ণ জন্মাষ্টমী।

পঙ্কজ নয়ণ, প্ৰভূ নাৰায়ণ,
অঘাৰি বকাৰি হৰি।
তব অবির্ভাব, জানিহে কেশব,
পুলকিতা বসুন্ধৰী।।
ক্ষীৰসাৰ হাৰী, গোবৰ্দ্ধন ধাৰি,
দামবদ্ধ পুতনাৰী।
বসুদেৱ আৰু, দেবকী সুন্দৰী,
স্মৰে নাম দুঃখ হাৰী।।
তব আগমণ, জানি নাৰায়ণ,
দৈববাণী শুনি সৱে।
নৰনাৰী যত, মহা আনন্দত,
তোমাৰ নামক গাৱে।।
শ্ৰীমধুসুদন, আদি নিৰঞ্জন,
কালয়দমন কাৰী।
বসুদেৱ ঘৰে, দেবকী জঠৰে,
জনম লভিবা হৰি।।
এই স্থিৰ কৰি, ব্ৰহ্মময়ী গৌৰী,
যোগমায়া ৰূপ ধৰি।
যোগৰাজ ঘৰে যশোদা উদৰে,
উপজিব মায়া কৰি।।
বিধুকলা সম, ক্ৰমে অনুপম,
দেবকী কুক্ষিতে বাঢ়ি।

বৰ্ষাঋতু যোগে, ৰোহিনী সংযোগে,
জয়ন্তী যামিনী ধৰি।।
কৃষ্ণ পক্ষ তমী, মিলিল অষ্টমী,
দেবী আসন্ন প্ৰসবা।
ইহেন ক্ষণত, মথুৰা ধামত,
ক্ষিতি কান্তি সমুদ্ভবা।।
মলয়া নিৰ, শীত প্ৰবাহৰ,
হল অনেক সঞ্চাৰ।
যত শ্ৰোতাস্বতী, দৰ্পণ আকৃতি,
অতি দীপ্তি তাৰকাৰ।।
কুসুম স্তৱক, আছিল যতেক,
হল বিকষিত অতি।
পদ্মাকৰ মাজে, নাচিছে সৰোজে,
কুমুদৰ অতি দ্যুতি।।
যত উপবন, ধৰিছে মোহন,
গাৱে পক্ষী আনন্তত।
মধুকৰ দলে, পৰি ফুলে ফুলে
ভ্ৰমে মহা উৎযসবত।।
কংশ আদেশত, দেবকী গৃহত,
দুত আছে যত জন।
দুৱৰী প্ৰহৰী, টোপনিত পৰি,
সৱে হল অচেতন।।
দুই যামগতে, বিজয় মুহূৰ্ত্তে,
প্ৰভু দিব্য ৰূপ ধৰি।
হলা প্ৰাদুৰ্ভুত ই শুভ ক্ষণত,
দীনজন কৃপাকাৰী।।
মূৰ্ত্তি মনোহৰ, শঙ্খ চক্ৰধৰ,
বক্ষে চিহ্ন শ্ৰীবৎসৰ।
দগা পদ্মধাৰী, সাক্ষাতে শ্ৰীহৰি,
ৰস্মি যেন শশধৰ।।

নব বালকৰ, ৰূপ লাবন্যৰ,
বিস্ময়ত বসুদেৱ।
নির্ণিমেষ হই, এক দৃষ্টে চাই,
মাত্ৰ দেখে চিন্তাৰ্ণৱ।
হৃদয় ৰত্নক, দুৰ্দ্দান্ত কংসক,
সমৰ্পিম কি প্ৰকাৰে।
নিৰূপায় জনে, উপায় প্ৰদানে,
ৰাখা ইদাসক হৰে।।
বসুদেৱ পাচে, হৰি ধ্যানে আছে,
নন্দ কথা মনে স্মৰি।
শ্ৰীহৰি আদেশে, গোকুল উদ্দেশে,
যাই শিশু অঙ্কে ধৰি।।
পাচে সেই ক্ষণে, নিবদ গগনে,
সমাবৃত ঘন ঘটা।
তিমিৰৰ জানে, বেঢ়ি চাৰি ফালে,
নিশা ঘোৰা ৰূপ ধৃতা।।
মুষলৰ ধাৰে, বৰষুণ পৰে,
দেখি সৰ্পৰাজ পাচে।
কুমাৰৰ শিৰে, নিজে পণা ধৰে,
সৌদামিনী জ্যোতি দিছে।।
আৰু ধৰ্ম্মৰাজে, অম্বুকৰ সাজে,
আগে পথ দেখুৱাই।
যমুনাও পিচে, বেগ কমাইছে,
বসুদেৱ ব্ৰজে যাই।।
গোকুলক যাই, যোগমায়া পাই,
পালঙ্কে শ্ৰীকৃষ্ণইক থৈ।
আনি যোগমায়া, যমুনা তৰিয়া,
মথুৰা প্ৰবেশিল গৈ।।
লীলাময় হৰি, তুমি লীলা কৰি,
হৰিলা ভূমিৰ ভাৰ।

জন্মাষ্টমী পাই, তযু নাম গাই,
লভে আনন্দ অপাৰ।।
কত স্থানে স্থানে, মূৰ্ত্তি সান্নিধানে,
গাইছে লীলা তোমাৰ।
তাল মৃদঙ্গত, বিবিধ যন্ত্ৰত,
ৰাগ ৰাগিনী অপাৰ।।
উপবাস ব্ৰত, কৰি সাধু যত,
ইহকালে পাঁৱে সুখ।
দেহান্তত যাই, তবস্থান পাই,
দুৰ হোৱে সব দুঃখ।।
আজি তোমাৰেই, তিথি আদি সেই
আবিৰ্ভাব শুভ ক্ষণ।
আচৰিছে ব্ৰত, আৰু উৎসবত,
আনন্দিত সাধুজন।।

শ্ৰীমহেশ্বৰ অধিকাৰী,
পাটবাউসী।

শ্ৰীশ্ৰী দেৱদামোদৰায়।

## ভট্টিমা।

জয় গুৰো দামোদৰ তব পদে শৰণং
নিৰয় নিকৃন্তন যম ভয় হৰণং
তব গুণ মহিমা পুৰমণি গীতং
কিং জানামি ত্বন্মাহাত্ম্যং
ত্বন্মুখ নিৰ্গত ভগবন্নামং
কুৰু মাং কলিকলুষাঞ্জলি পাৰং
চিত্ত মিথিল ভয় বিষয় সজং
যেষাং তবপদকমলেভক্তিঃ কৰস্থ
মধুৰিপু কীৰ্ত্তন পীযুষ তৰঙ্গে
ত্বমসি গতিৰ্ম্মম দুস্তৰ মৰণে

যোগী বিবুধমন ক্ষোভিত কৰণং।
দেহি পৰাৎপৰ ভবভয় তৰণং।।
বেদপুৰাণ স্মৃতি তন্ত্ৰ প্ৰণীতং।
ছিন্ধি জগদগুৰো মম দৌৰাত্মাং।।
দৰ্শয় হৰ হৰ দুৰ্জ্জন কামং।
নাহং জানে ত্বদ্বিনাসাৰং।।
দেহি কৃপাময় তব গুণ সম্বং।
জলসিৰ তেষাং মুক্তিঃ।।
ৰমতু মম মনঃ সজ্জন সঙ্গে।
ইত্থং বিদধতু ভবদীয় চৰণে।।

সুশীলা প্ৰিয় পুত্ৰায় ত্ৰিজগদগুৰু ৰূপিণে।
দামোদৰায় বিপ্ৰায় তস্মৈ নিতাং নমো নমঃ

শ্ৰীপূৰ্ণচন্দ্ৰ দেব গোস্বামী,
পাটবাউসী সত্ৰ।

# এখন চিঠি।

আমাৰ শুভানুধ্যায়ী এজনে আমালৈ দিয়া চিঠি এখন ছাপা কৰিলোঁ। দৰাচলতে আমাৰ কাৰো লগত তৰ্কাতৰ্কি কৰিবৰ কোনো ইচ্ছাই নাছিল; কিন্তু দুখৰ বিষয় যে প্ৰদীপিকা জন্মিবৰ দিন ধৰি বঁহীয়া সম্প্ৰদায়ে ইমান আমাক তৰ্কৰ জালেৰে ধাকিব বিচাৰিছিল যে এলামেলা হোৱা হলে প্ৰদীপিকা টিকাই টান হল হেতেন। আনে গালি পাৰিলেও পাৰিলে নামাতি থকাই ভাল। কিন্তু যত তৰ্ক যুক্তি এৰি দি কেবল গালি পাৰে আৰু পেংলাই কৰে তেনেকুৱা ঠাইত মাজে মাজে দুই এটা মিঠা মিঠা প্ৰতুত্তিৰ নকৰিলে এই সংসাৰত আত্মসমৰ্থন কৰাই টান। নজনাই বুজে যে অ সিপক্ষহে সঁচা। নিজৰ ground হেৰায়। এই মতৰ বশবৰ্ত্তী হৈহে আমি ইমান দিনে উত্তৰা উত্তৰি কৰিছোঁ। কিন্তু দৰাচলতে আমাৰ যেতিয়াই যুক্তি সত্যৰ ওপৰত, চলন্তি ৰীতি নীতিৰ ওপৰত আৰু এইবিলাকৰ উপৰিও আমি শাস্ত্ৰ চৰিত্ৰ দুয়ো ফালৰ পৰা সম্পূৰ্ণ সমৰ্থন পালোঁ, তেতিয়াই আমি আৰু বাঁহীৰ লগত তৰ্কাতৰ্কি কৰিবলৈ এৰি দিম বুলিয়েই ভাবিছোঁ। কিন্তু আমাৰ ৰমানন্দ দ্বিজকৃত চৰিত্ৰৰ আৰু ৰামচৰণ কৃত চৰিত্ৰৰ সমালোচনা ওলাবলৈ এতিয়াও বাকী আছে—ইয়াৰ উপৰিও প্ৰভু দামোদৰ প্ৰভু

হৰিদেৱৰ সিফালে প্ৰভু চৈতন্য নিত্যানন্দ অদ্বৈত এই সকলৰ চৰিত্ৰৰ সমালোচনাও বাকী। এই সমালোচনা বিলাকতো যদি বাঁহীয়ে বাধা বিঘিণি জন্মায় তেন্তে মাজে মাজে দুই চাৰিষাৰ অনিচ্ছা স্বত্বেও কৰই লাগিব। আমি সমালোচনা কৰোতে চৰিত্ৰত যি পাওঁ তাকে শ্ৰুতি স্মৃতি ইত্যাদিৰে ৰিজাই আলোচনা কৰিম।

'সম্পাদক ডাঙ্গৰীয়া।

প্ৰদীপিকাৰ আজি এক বছৰ অতীত হৈ গল। কিন্তু গোটেই বছৰটো তৰ্কতহে কটাইছে। প্ৰদীপিকাই যি উদ্দেশ্য লৈ ধৰিছিল বোধ হয় ঈশ্বৰৰ কৃপাত সেই উদ্দেশ্য পূৰ্ণ হৈছে। ভগবানে ৰাখিলে আকৌ জ্বলন্ত হুতাশনৰ ন্যায় প্ৰজ্বলিত হব। দামোদৰীয়া বিলাকক মহাপুৰুশীয়াবিলাকে যদি ঘৃণা কৰে সেই বাবেই দামোদৰীয়াবিলাক ঘৃণনীয় হবনে? কেতিয়াও হব নোৱাৰে। সৎ মানুহে অপৰৰ নিন্দা বাদ কেতিয়াও নকৰে। অসতৰ মুখতহে নিন্দা শুনা যায়। কথাতে কয় "চোৰেহে চোৰৰ ঠেং দেখে।" যেনে নিজে চোৰ সি সকলোকে চোৰ বুলি ভাবে। জ্ঞানী লোকে আত্মবৎ সকলোকে দেখে। "বৰ্ণানাং ব্ৰাহ্মণো গুৰু" সকলো জাতিৰ ব্ৰাহ্মণেহে গুৰু বুলি শাস্ত্ৰত কৈছে। ইয়াৰ দ্বাৰা সকলোৱে জানিব পাৰে যে সকলো জাতিৰ ব্ৰাহ্মণেহে গুৰু হব পাৰে। অব্ৰাহ্মণ কেতিয়াও ব্ৰাহ্মণৰ গুৰু হব নোৱাৰে। তথাপিতো যদি কোনোৱে কয় যে "শূদ্ৰই ব্ৰাহ্মণৰ গুৰু হব পাৰে" তেন্তে সি নিজেই অজ্ঞান আন্ধাখত আছে। কি মহাপুৰুষীয়া কি দামোদৰীয়া কি হৰিদেৱপন্থী সকলোৱে গোঁসাই অধিকাৰৰ ঠাইত শ ৰ ণ হৈ গুৰু মানে। কোনেও কাকো সৰু বুলিলে সৰু নহয় আকৌ ডাঙ্গৰ বুলি লেও ডাঙ্গৰ নহয়। যি সৰু সৰু যি ডাঙ্গৰ ডাঙ্গৰ আগৰেই পৰা। বৰঞ্চ ডাঙ্গৰে কেতিয়াও কাকো সৰু নকৰে। তেওঁৰ মনত সকলোকে সমান যেন দেখে। সৰুৱেই হে ডাঙ্গৰ সৰু ভাবে। জ্ঞানী লোকে কয় "চিন ভাই চিন; আপনাক চিনিলে নাই ভিন ভিন।" নিজক যি চিনিব নোৱাৰে তাৰ মনত হে জ্ঞানী, অজ্ঞানী, সৰু ডাঙ্গৰ বোধ আছে। কিন্তু যি নিজক চিনিব পাৰিছে তেৱেঁইহে জ্ঞানী।

"মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।
সমস্ত মস্তক মণি নিজ ভকতক বশ্য
ভজো হেন দেব যদুপতি।।"

মা প্ৰদীপিকা!

তোমাৰ কি স্পৃহা আছে? তোমাৰ কোনো স্পৃহা নাই। কেৱল তোমাৰ উদ্দেশ্য কৃষ্ণৰ গুণ গান। মা! অপৰ পক্ষৰ লগত তৰ্ক এৰি দিয়াই ভাল। তুমি কেৱল মাতৃৰ

কৰ্ত্তব্য পালন কৰি যেন তোমাৰ পুত্ৰবিলাকৰ মুখত যেন অহৰ্নিশে কৃষ্ণগুণ গান হৈ থাকে তাৰ চেষ্টা কৰা। মহাদেবে কৈছিল যে "প্ৰভু! মই নৰকতো থাকো তাতো মোৰ কোনো দুখ নাই, যদি কৃষ্ণগুণ সৰ্ব্বদায় গাই থাকিব পাৰো" এতেকতে মাতৃ! তুমি সমস্ত তৰ্ক বাদ এৰি যি সকলোকে বোলোনা "জয় মা প্ৰদীপিকাৰ জয়" আৰু সকলোৱে যেন উচ্চস্বৰে হৰি হৰি বোলে।। ইতি

বিনীত

শ্ৰীদানপতি ডেকা,

১২। ৯। ২১ ইং।

# স্ত্ৰীশিক্ষাৰ আবশ্যকতা।

আত্মোন্নতি কৰি সমাজৰ আৰু স্বদেশৰ উন্নতি কৰিব পাৰিলেহে পুৰুষোচিত কৰ্ম্ম হয়। যিজনে পঞ্চভূতাত্মাক নশ্বৰ দেহ পৰহিত ব্ৰতোপলক্ষে বিসৰ্জ্জন দিয়ে যাৰ দয়ানুৰাগ প্ৰভৃতি সজ প্ৰবৃত্তিবিলাকে সকলো প্ৰাণীখ ওপৰত ব্যাপী থাকে তেৱেঁই এইজগতৰ আৰাধ্য গ্ৰীষ্মকালৰ দুপৰীয়াৰ সূৰ্য্যৰ নিচিনা দীপ্তিষান দেবতা। এনেকুৱা মহাপুৰুষৰ প্ৰাদুৰ্ভাব সকলো ঠাইতে সমান নহয়। প্ৰকৃতিৰ কি আচৰিত পৰিবৰ্ত্তনশীল ব্যাপাৰ। যি জাতি গন্ধহীন ফুলৰ নিচিনা অনাদৰণীয় ঘৃণিত চকুৰ অতৃপ্তিকৰ আছিল আজি সেই জাতিয়ে নন্দন বনৰ প্ৰস্ফুটিত পাৰিজাত ফুলৰ নিচিনা বিৰাজিত হৈ উঠিছে। বোধ কৰো এনে জলজলীয়া পটন্তৰ পুৰাণ বুৰঞ্জী পঢ়োতাবিলাকে বিশেষকৈ জানে। আমি নিৰাপদে খাই লৈ কৰিব লগীয়া পুৰুসোচিত কৰ্ম্ম নকৰি কাল খেদালে দিনক দিনে এলাহৰ বশবৰ্ত্তী হৈ উৎসাহ, যত্ন ও একাগ্ৰতা ইত্যাদি সৎ-স্বভাবৰ পৰা বঞ্চিত হব লাগিব। এই দৰে এলেহুৱা হৈ থাকোতে শৰীৰ জড়তা প্ৰাপ্ত হব। পিছত হাত সাবতি বহি আনৰ উন্নতিত হা-হুমুনিয়াহ কাঢ়ি পৰাঙ্মুখহৈ আত্মবিসৰ্জ্জন দিব লাগিব। এনেকৈ বহুত লোকে হাহাকাৰত কাল যাপন কৰিব ধৰিছে। যিবিলাকে দীনাবস্থা আৰু দাস বৃত্তিতে কাল কটায় সিবিলাকৰ চিত্ত সদায় দুখৰ ঢৌত ডুবি থাকে; কিন্তু সেইবিলাকে সুখৰ নিমিত্তে বিশেষ পুৰুষাৰ্থ কৰি অন্তিম কালত সুখৰ ঢৌত ডুব মাৰি নাৰায়ণ লাভ কৰিবলৈ নশ্বৰদেহ এৰি পেলায়। এই চৰাচৰ জগতত দেখিবলৈ পোৱা যায় যে যি যি বিষয়ত নেৰা নেপেৰা চেষ্টা কৰে তিমনেই ধাৰ দিয়া অস্ত্ৰৰ নিচিনা সুতীক্ষ্ণ হয়। নিয়মিত ৰূপে শাৰীৰিক পৰিশ্ৰম কৰিলে শৰীৰ বলবান হয় আৰু কষ্ট সহিব পৰা শক্তিও ওপজে। এইদৰে শাৰীৰিক পৰিশ্ৰমেৰে আমি

দোপক দোপে উন্নতি পথত চলিব পাৰো। বৰ্ত্তমান কালত ভাৰতবাসী আৰু ইংৰাজ জাপান প্ৰভৃতিয়েই ইয়াৰ বিশেষ প্ৰমাণ। ওপৰত কোৱা উন্নতি অবনতিৰ কাৰণ নিজক নিজেই। যেনেকৈ চকু, নাক, কাণ ইত্যাদি অঙ্গ প্ৰত্যঙ্গেৰে শৰীৰ গঠিত হয় আৰু সেইবোৰৰ পৰা শৰীৰৰ সৌন্দৰ্য্য নিৰূপিত হয়, সেইদৰে দুই চাৰি জন গোট খাই এখন সমাজ গঠিত হয়। তেওঁলোকৰ জ্ঞান বুদ্ধি অনুসৰি উন্নতি অবনতি নিৰূপিত হয়। এই কাৰণে প্ৰতি ঘৰৰ বুঢ়া ডেকা লৰা ছোৱালী সকলোৱে শিক্ষিত হোৱা উচিত, তেনেহলেহে সেই সমাজৰ প্ৰকৃত উন্নতি হব পাৰে। অশিক্ষিত পুৰুষে তাঁলৈ হাত মেলিব খোজা কাপুৰুষৰ কথা; দেখা যায় যে সু শিক্ষাই উন্নতিৰ মূল। সমুচিত জ্ঞান বুদ্ধি বৰ্জ্জিত দেশ কোনো কালতো ওপৰ খাপত উঠিব নোৱাৰে। অকা, দফলা, মিচমি, মিৰি, আদিয়েই ইয়াৰ ফটফটীয়া পটন্তৰ। এইটো এটা স্বাভাবিক ধৰ্ম্মযে সমান প্ৰবৃত্তিৰ মানুহৰ মাজতেই হে বিপুল দেখা যায়। কিন্তু পণ্ডিত ও মূৰ্খৰ সাধু ও অসাধুৰ উদ্দেশ্য আৰু মনৰ গতি একে দেখা নেযায়। দূৰৈত থকা বিজ্ঞ মানুহে অতি সূক্ষ্ম বিবেচনাৰে সহজে মানুহৰ মনৰ গতি বুজি পৰস্পৰৰ সহায়েৰে উন্নতিৰ পথত হাত দিয়ে। হজুৱা মানুহৰ বিবেচনাৰ অভাবত কাৰো মন কোনেও নেপায়। সেই দেখি সিহঁতে মুখত অমৃত পেটত কালকূট বিষ এনে কপটীয়া মিঠা বচনত সহজতে ভোল যায়, শেষত বিপদত পৰি ধন প্ৰাণ দুয়োকো হেৰুৱায়। জ্ঞানীৰ অন্তৰ বসন্ত কালৰ সুগন্ধি ফুলৰ নিচিনা মনোহৰ। অজ্ঞানীৰ হিয়া খৰালি কালৰ ৰদ আৰু পচোৱা বতাহত শুকোৱা বনৰ নিচিনা ৰস নোহোৱা, আৰু অমাবাস্যাৰ ৰাতিৰ নিচিনা ঘিটমিটিয়াও। এতেকে আই, বোপাই, ভাই, ভণী, সকলোৱে সুশিক্ষাত পৰিণত হৈ জ্ঞান পথত আগবাঢ়ি ওলোৱা। আজিকালি এই জনম ভূমি ভাৰতত প্ৰায়েই মহা মানুহ শিক্ষিত, মাইকী মানুহ অশিক্ষিতা যেন দেখা যায়। ভাই শিক্ষিত ভগিণী অশিক্ষিতা এনেকুৱা ব্যবহাৰত প্ৰীতিৰ ভাব যেনে হোৱা উচিত তেনে নহয়। যদিও বা পিতৃ মাতৃৰ প্ৰতি ভাই ভগিণীৰ প্ৰীতি সাংসাৰিক প্ৰেমৰ বাবে বেচি অপ্ৰীতি নহয় তথাপি অশিক্ষাৰ কাৰণে উন্নতিৰ পথলৈ সিমান সুগমো নহয়। এই কাৰণে উন্নতিৰ বাটত খোজ লোৱাৰ আগেয়ে সকলোৱে বাট মোকলাই লব লাগে। তাকে নকৰি হুৰমূৰকৈ যাব খুজিলে লৰৰ কোবত উজুতি খাই দাত মুৰ হে ভাগিব। আমাৰ দেশত লৰাক লেখা পঢ়া বা আন বিষয় শিকোৱা উচিত বুলি আমাৰ প্ৰায় সৰহ ভাগ মানুহে বিশেষকৈ জানে, স্ত্ৰী শিক্ষাৰ বিষয় অলপো চকু নিদিয়ে কিয়? যি ছোৱালীক কোমল লতা যেন ভাবি জাৰ কালিৰ কুমলীয়া ৰদ, গা তিয়াব নোৱাৰা কিনকিনিয়া বৰষুণ আৰু বসন্ত কালৰ জুৰ জুৰকৈ বোৱা—বতাহ ইয়াকে আদি কৰি কিছুমান সংসাৰৰ

নিচেই সামান্য কষ্ট সহিবলৈ নিদি সেইবিলাকৰ পৰা নিলগত ৰখা হয় সেই ছোৱালীয়ে যেতিয়া কালত পৰিণতা হৈ এখন ডাঙৰ ঘৰৰ স্ত্ৰী বা মাতৃৰূপে পৰিজন সকলৰ প্ৰাণ আকৰ্ষণ কৰি সকলো প্ৰকাৰ বিপদ-জ্বালা-যন্ত্ৰনাৰূপ চোকাৰদ আৰু ধুমুহা বতাহৰ কোব সহি প্ৰেমলতা ৰুপে সংসাৰ বৃক্ষক মেৰাই ধৰি থাকিব লাগিব, তেতিয়ানো তেওঁৰ শিক্ষাৰ অভাবত কি গতি হ্‌ব? যি এটি কন্যায় আমাৰ আজিবন পৰ্য্যন্ত আমাৰ সুখ দুখ ভাগিণী হ্‌ব, যাৰ কোলাত কুসুম কলিৰ নিচিনা সুকুমাৰ সন্তান সন্ততি প্ৰতিপালিত হয়, যাৰ সহায়ত আগলৈ বংশৰ পৰিচয় দিবলৈ বংশধৰ আৰু যাৰ ওচৰত কোমল সতি লৰা ছোৱালীৰ শিক্ষা আৰু স্বভাব গঠনৰ প্ৰথম ভাৰ অৰ্পনা আন কি যাৰ সজ গুণৰ সহায়েৰে চতুৰ্ব্বৰ্গ সিদ্ধিও হ্‌ব পাৰে তেওঁক অনুচিত মায়া মোহত লিপ্ত হৈ খেলাৰ পুতুলা নেসাজি সজ শিক্ষাৰে সংসাৰ বৃক্ষৰ সুফল প্ৰসব কৰাবলৈ পৈণত কৰি তোলা মানুহ মাত্ৰৰেই সজ কাম। সু বৃক্ষই হে সুফল প্ৰসব কৰে, উৰ্ব্বৰা ভূমিত ভাল শস্য হয়, উখৰা ঠাইত তেনে শস্যৰ আশা সমূলি নাই। এই দৰে গুণবতী ভাৰ্য্যা হলে গুণবান পুত্ৰ কন্যাৰ আশা কৰিব পাৰি। নিয়মিত ৰূপে শিক্ষা পালে পূৰণি কালৰ পতিপৰায়ণা সীতা, সাবিত্ৰী, বৰ্ত্তমান যুগৰ সাংসাৰিক আৰু ৰাজ কাৰ্য্যত সুনিপুনা চিৰ স্মৰণীয়া পুন্যবতী ৰাণী ভিক্টোৰীয়াৰ নিচিনা সতী সাধ্বী নাৰী আজিও হ্‌ব পাৰে। আমাৰ দেশৰ তিৰোতাই সমূলি শিক্ষা নেপাই বুলি কলেও বেয়া নহয়। সেই নিমিত্তে সৰুৰে পৰা কেনে শিকনিৰে শিকাই বুজাই লৰা ছোৱালীক সজ, শান্ত, চৰিত্ৰবান কৰিব লাগে তাৰে যত্ন কৰা উচিত। সকলোৰে মাক বাপেকে যদিও ডাঙৰত শিক্ষকৰ হাতত পেলাই দি ভাল শিক্ষা লাভ কৰাবলৈ ইচ্ছা কৰে তথাপি তাৰ পৰা সিমান ফল ভাল কৰিব নোৱাৰে। কাৰণ কোমল মাটিৰে যেনেকৈ যিমান তৈয়াৰ কৰিব লাগে ইচ্ছা মতে তেনে কৰিব পাৰি। শুকাই নাইবা পুৰি তাক পকা কৰি তুলিলে পিছত গঠনৰ সাল সলনি কৰা একেবাৰে অসম্ভব হয়। সেইদেখি চতুৰ কুমাৰে যথা সময়তে আপোনাৰ কাম অনিন্দিত ৰূপে সাধি লয়। এই কাৰণে লৰাছোৱালীক সৰুৰে পৰা সু শিক্ষা দি সৰ্ব্বদায় তেওঁ লোকৰ ওপৰত চকু ৰখা উচিত। এই শিক্ষাযে বৰ্ত্তমান নতুন সভ্যতাৰ দিনত হে ওলায় এনে নহয় অতীতৰে পৰা ইয়াৰ নিয়ম চলি আহিছে। ভগবান মনুৱে কৈছে ছোৱালীক লৰাৰ দৰে শিক্ষা দিব লাগে "কন্যাপ্যেবং পালনী।া শিক্ষনিয়াতি যত্নতঃ।" আহা কেনেকুৱা উদাৰ ব্যৱস্থা। গাৰ্গী আদিয়ে ইয়াক প্ৰমাণিত বোলে। যেনেকৈ সুশিক্ষিত মালিয়ে নিজৰ ফুলনিখন নানাৰকমৰ ফুল ফলৰ গছেৰে জকমকীয়া কৰি ৰাখে আৰু নিজৰ লগতে আনকো তাৰ সুমিষ্ট ফল আৰু সুমধুৰ গোন্ধ উপভোগ কৰায় সেইদৰে সংসাৰ

উদ্যানৰ মালিনা শিক্ষিতা তিৰোতাইও আপোন সন্তান সন্ততিক যথোচিত শিক্ষা দি নিজৰ আৰু জগতৰ অশেষ আনন্দ বঢ়ায়। এই নিমিত্তে সাধু সকলে কয় যে গুণবতী ভাৰ্য্যা, ভোজনত মাতৃ, ব্যৱসায়ত মন্ত্ৰী, সুখ দুখত বন্ধু, প্ৰেমালাপত পত্নী। বাস্তবিক পক্ষে সুশিক্ষিতা ভাৰ্য্যাই তেওঁ স্বামীৰ বিষয়াদি কামৰ অনেক বোজা কমাই সুখেৰে তেওঁৰ চৰণ সেৱা কৰি তেওঁক সন্তোষ সাগৰত দুবাই ৰাখে ইয়াৰে নাম পতি ভক্তি। যি জাতিৰ তিৰোতাৰ কৰ্ত্তব্য বোধ বা শিক্ষা নাই সেই জাতিৰ উন্নতি নো কেনেকৈ হব? এতেকে যি শিক্ষাই চঞ্চল হৃদয়কো সবল আৰু দৃঢ় কৰে, যাৰ গুণত এই পৃথিবী খন স্বৰ্গ ৰাজ্যত পৰিণত হয় সেই শিক্ষা পুৰুষৰ নিচিনা স্ত্ৰী জাতিৰো নিতান্ত আৱশ্যক। এতিয়া বৰ্ত্তমান অবস্থাত দেখা যায় যে ওপৰ খাপত উঠি আহিব ধৰা ডেকা সভ্যবিলাকে ছোৱালী বিলাকৰ সাজ পোচাকৰ পিনে বিশেষ চকু দিয়ে কিন্তু সাজ পোচাকত ততোধিক চকু নাৰাখি শিক্ষাৰ ফালে চকু দিলেই সেই বিলাকো শিক্ষিতৰ শ্ৰেণীত পৰিবই পৰিব। কিয়নো শিক্ষিতৰ শিক্ষাই হে সাজ পোচাক অশিক্ষিতৰ সাজ পোচাকেও সাজ পোচাক হব নোৱাৰে।

শিক্ষাৰ লগতে যে সাজ পোচাক এইটো স্বতঃ সিদ্ধ, কাৰণ ভাল শিক্ষা হলে সাদ পোচাক ভাল হল হেতেন শিক্ষা বিহিন হলে সাজ পোচাকৰ একো মূল্য নেথাকিব। এতেকে ডেকা বুঢ়া সকলোৱে শিক্ষাৰ নিমিত্তে যত্ন কৰি ওপৰ খাপত উঠিবলৈ যত্ন কৰা আমাৰ নিতান্ত যুগুত। ইতি

শ্ৰীথানেশ্বৰ দেৱ শৰ্ম্মা,
পোঃ বেলসৰ,
সাং ককৰা কামদা চতুস্পাঠী
(গৌহাটী)।

# সিন্ধু প্ৰদেশ নিবাসী এজন অসমীয়া মহাত্মাৰ ব্ৰহ্মচৰ্য্য বিষয়ে চিঠি।

ওঁতৎসৎ।

অসম প্ৰদীপিকাৰ সম্পাদক ডাঙ্গৰীয়া নমস্কাৰান্তে নিবেদনমিদং।

মই বিশেষ কাৰ্য্যবশতঃ বৰ্ত্তমান পঞ্জাবৰপৰা মুলতানৰ ওচৰৰ সিন্ধু প্ৰদেশলৈ আহিছোঁ। আপুনি পঠোৱা ২য় বছৰৰ ১ম সংখ্যা প্ৰদীপিকাত ব্ৰহ্মচৰ্য্যালয় নামক

প্ৰবন্ধটো পঢ়ি মোৰ শৰীৰ ৰোমাঞ্চিত হল। আজি ইমান দিনৰ মূৰত আমাৰ অসমীয়াৰো মনুষ্য জনমৰ কৰ্ত্তব্য কি এই বিষয়ে চকু মুকলি হোৱা দেখি বৰ আনন্দ পাইছোঁ আৰু তাৰ লগে লগে লিখক শ্ৰীযুত বংশীধৰ দেব শৰ্ম্মাৰ শলাগো লববলৈ বাধ্য হৈছোঁ। মই আজি ভালেমান বছৰৰ পৰা ব্ৰহ্মচৰ্য্য সম্বন্ধে বিস্তাৰিত ধৰ্ম্ম শাস্ত্ৰ, দৰ্শন শাস্ত্ৰ, বেদ, বুৰঞ্জী বৈজ্ঞানিক মত, আৰু বৰ্ত্তমান সময়ৰ কবিৰাজ, হাকিম এই সকলৰ মতো সংগ্ৰহ কৰিছোঁ। হৰিদ্বাৰ, কলিকাপুৰ সিন্ধু প্ৰভৃতি দেশৰ প্ৰধান প্ৰধান ব্ৰহ্মচৰ্য্য আশ্ৰম দেখিছোঁ। সেই আশ্ৰম বিলাকত ব্ৰহ্মচাৰিৰ আহাৰ বিহাৰ, শিক্ষা বেদ বেদাঙ্গ অধ্যয়ন যজন, হবন নিত্য নৈমিত্তিকাদি ক্ৰিয়াও মই অসংখ্য দেখিছোঁ আৰু সেই কলৰ লগত আশ্ৰমবিলাকত কিছু কিছু দিন থাকিও যজ্ঞ সম্পাদন, হবন, গায়ত্ৰী আবৃত্তি বেদ পাঠৰ শিক্ষাও কৰিছোঁ আৰু আশ্ৰমৰ অধিস্থাতাসকলৰ আৰু শিক্ষকসকলৰ লগত নানা প্ৰকাৰ আলোচনাও কৰিছোঁ।

ব্ৰহ্মচৰ্য্য আশ্ৰম সম্বন্ধে প্ৰবন্ধ লেখিবলৈ আৰম্ভ কৰিও সময়ৰ অভাবত লেখিব পৰা নাই। পাৰিলে পাছত প্ৰকাশ কৰিম। আজি কালি অত তত পঢ়ি শুনিও অনেকেই ব্ৰহ্মচৰ্য্য বিষয়ে লেখে। কিন্তু নিজৰ অভিজ্ঞতা নথকাৰ বাবেই অনেকে বৰ্ত্তমান সময়ৰ আৰু সমাজৰ উপযোগী কৰি এই বিষয়টো আমাৰ বোধেৰে লিখিব পৰা নাই। বৰ্ত্তমান সময়ৰ সমাজৰ উপযোগী কৰি লিখিব নোৱাৰিলে কিন্তু এনেকুৱা লিখাৰ পৰা ভাল ফল হবৰ আশা কৰিব নোৱাৰি।

ব্ৰহ্মচৰ্য্য আশ্ৰম প্ৰতিষ্ঠা কৰিবলৈ হলে সৰ্ব্ব প্ৰথমে অনুকুল ভাল ঠাই আৰু পানীৰ প্ৰয়োজন। তাৰ পিছত বেদ, বেদাঙ্গ ইত্যাদি ধৰ্ম্মশাস্ত্ৰৰ নিমিত্তে পুস্তকালয়, যজ্ঞ শালা, গোশালা পাঠশাসা, ভোজন গৃহ, স্নানৰ ঠাই, শোৱা ঘৰ, ভ্ৰমণৰ নিমিত্তে উদ্যান ইত্যাদিৰ প্ৰয়োজন। উপযুক্ত শিক্ষক, পৰীক্ষক, কাৰ্য্যাধ্যক্ষ এই সকলো লাগিব। কাযে কাযে এটি আদৰ্শ ব্ৰহ্মচৰ্য্যালয় খুলিবলৈ গলেই প্ৰায় হাজাৰ বাৰশ পুৰা মাটি লাগে আৰু তাৰ লগে লগে ওপৰত উল্লেখ কৰা সজুলি বিলাকৰ নিমিত্তে কৰচো লাগিব, অতি কমেও মোৰ বোধেৰে ৪। ৫ লাখ টকাৰ প্ৰয়োজন হয়।

মই ভাৰত মাতাৰ সেবাৰ নিমিত্তে আৰু বিশেষকৈ মোৰ স্বৰ্গাদপি গৰীয়সি জননী জন্মভূমি অসম মাতৃৰ সেৱাৰ কাৰণে বালক অবস্থাতেই মাতৃভূমি পৰিত্যাগ কৰি ব্ৰহ্মচৰ্য্য ব্ৰত লৈ ভাৰতৰ নানা দেশ তীৰ্থ ভ্ৰমিছোঁ; অলেখ পাহাড় পৰ্ব্বত, দুৰ্গম সঙ্কটাপন্ন অৰণ্যতো সুখ দুখ ভুগি অদ্য পৰিমিত হাবুডুবু খাই ফুৰিছোঁ। বৰ্ত্তমানত পঞ্জাব ইউনিভাৰ্শিটিৰ বিশ্ব বিদ্যালয়ৰ সংস্কৃত শাস্ত্ৰী পৰিক্ষা দিবলৈ চেষ্টা কৰিছোঁ। উপযুক্ত সহায় হোৱা হলে আৰু ৪। ৫ বছৰৰ ভিতৰতে অসম মাতৃৰ সেৱাৰ নিমিত্তে

যাব পাৰিলো হেতেন। দেহত এই প্ৰাণ থাকে মানে মোৰ ইচ্ছা যে ব্ৰহ্মচৰ্য্য আৰু বৈদিক ধৰ্ম্ম প্ৰচাৰ কৰে। কিন্তু সেই বিষয় পৰমাত্মাইহে জানে।

আজিকালি গোটেই পৃথিৱীত যি হাহাকাৰ হৈছে, মনুষ্য জাতি ৰোগ শোক, ভয়, মহামাৰি, ক্ষয় ৰোগ ইত্যাদিৰ পৰা ভুগি কৰাল কালৰ মুখত ধ্বংশ হব ধৰিছে ইয়াৰ মূলতে আন আন কাৰণৰ লগে লগে শিক্ষাৰ অভাবত ব্ৰহ্মচৰ্য্যহীনতাও এটা প্ৰধান কাৰণ। ভাৰতবৰ্ষতো এই ডাঙৰ অভাবটোৰেই ভাৰতবাসীক ৰুগীয়া দুখীয়া, শোকাতুৰ, জীৰ্ণাবস্থা কৰি কালৰ কৰাল মুখত পেলাব ধৰিছে। আমাৰ নিচিনাজনে এনেকুৱা চিত্ৰ আঁকি অন্ত কৰিব নোৱাৰোঁ।

ব্ৰহ্মচৰ্য্যইহে মানুহৰ সৰ্ব্বস্ব। ইহে মানুহক, আয়ু বল, সুস্থ শৰীৰ, বিদ্যা, বুদ্ধি, ধৰ্ম্ম, অৰ্থ, কাম মোক্ষ, ৰাজনীতি, সমাজনীতি ধৰ্ম্মনীতি, জ্ঞান, বিজ্ঞান, ক্ৰিয়া, কৰ্ম্ম, উপাসনা ইত্যাদি দিব পাৰে। এই ব্ৰহ্মচৰ্য্যৰ বলতহে আমাৰ পূৰ্ব্বজ ঋষি, মহৰ্ষিশকলে অনাদি কালৰপৰা অক্ষয় কীৰ্ত্তি ৰাখি থৈ গৈছে। আন কি সেই সকলৰ আগত ত্ৰিভুবনৰ সুৰাসুৰ দেব, গন্ধৰ্ব্ব, যক্ষ ৰক্ষও কম্পমান আছিল। বিশ্বামিত্ৰ, পালিনী, পাচঞ্জলি, ব্যাস, নাৰদ, গৌতম, ৰঘু, দীলিপ, হৰিশ্চন্দ্ৰ, ৰামচন্দ্ৰ, লক্ষ্মণ, যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, ভীষ্ম, পৰশুৰাম এই সকলক কোনে নেজানে কোনে নুপুজে? এই সকলৰ নাম ভুবন বিদিত, আন কি আজি কালি ইওৰোপ আমেৰিকাতো প্ৰসিদ্ধ। ব্ৰহ্মচৰ্য্যৰ বলতেই এই সকলে ইমান ওখ আসন পাইছে। হাঁয় আজি ব্ৰহ্মচৰ্য্য হীন হৈয়ে সিংহৰ সন্তান ভাৰতবাসীয়ে শৃগালত্ব পাইছে। আগেয়ে অৰ্থাৎ পূৰ্ব্ব কালত সকলো হিন্দুৰ লৰা ছোৱালীয়ে প্ৰথমতে ব্ৰহ্মচৰ্য্য শিক্ষা কৰিহে গৃহী আৰু শেহত বানপ্ৰস্থী আৰু সন্ন্যাসী হৈছিল। পুৰুষ যেনেকৈ ব্ৰহ্মচাৰী আছিল স্ত্ৰীবিলাকো প্ৰায় তদনুৰূপী ব্ৰহ্মচাৰিণী আছিল।

মই প্ৰথমতে কিমান প্ৰকাৰ ব্ৰহ্মচাৰী তাৰ বিষয়ে কওঁ।

ব্ৰহ্মচৰ্য্য তিনি প্ৰকাৰ, যথা—বসু, ৰুদ্ৰ, আদিত্য।

বসু ব্ৰহ্মচাৰীয়ে ৮ বছৰৰপৰা ২৪বছৰ বয়সলৈকে বেদ, উপবেদ, বেদাঙ্গ, উপাঙ্গ পঢ়ে।

বেদ—১

উপবেদ ৪ — আয়ুৰ্ব্বেদ ধনুৰ্ব্বেদ,
গন্ধৰ্ববেদ (গীত বিদ্যা)
অৰ্থবেদ (শিল্প কাৰিকৰি)

বেদাঙ্গ ৬ — শিক্ষা—বালকৰ শুদ্ধ উচ্চাৰণাদি শিক্ষা।

ক্ৰিয়া—কৰ্ম্ম, যজ্ঞ, হোম।

ব্যকৰণ—নিৰুক্ত নিৰ্ঘণ্ট বৈদীক অভিধান।

ছন্দ—কবিতাদি শিক্ষা।

জ্যোতিষ।

উপাঙ্গ ৬ — ন্যায় শাস্ত্ৰ যুক্তি তৰ্কাদিৰ বিষয়।

বৈশেষিত পুৰুষাৰ্থ বিষয়ে।

সাংখ্য—প্ৰকৃতি বিষয়ক।

যোগ—যোগ ক্ৰিয়াদি।

মিমাংসা—বিচাৰ বিষয়ক।

বেদান্ত—ব্ৰহ্ম বিচাৰ বিষয়ক।

ইয়াৰ বাহিৰেও মুখ্য ব্ৰাহ্মণ গ্ৰন্থাদি অধ্যয়ন যেনেঃ—

১। ত্ৰৈতেৰীয় (২) শতগম (৩) সময (৪) গোপথ (৫) ইতিহাস (৬) ভূগোল (৭) স্মৃতি।

ৰুদ্ৰ আৰু আদিত্য ব্ৰহ্মাচাৰীকো উপৰোক্ত সমস্ত শিক্ষা লাগে তাৰ লগে লগে বাকী তিনি বেদো পঢ়িব লাগে। ৰুদ্ৰ ব্ৰহ্মাচাৰী হবলৈ গলে ৮ বছৰৰ পৰা ৩৬ বছৰ বয়সলৈকে বিবাহ নিষিদ্ধ। আদিত্য ব্ৰহ্মাচাৰী ৮ ৰ পৰা ৪৮ বছৰ বয়সলৈকে ব্ৰহ্মাচৰ্য্য পালন আৰু অধ্যয়ন কৰিব লাগে, তাৰ পিছতহে বিবাহ কৰি গৃহস্থীত প্ৰবেশ হোৱা নিয়ম আছিল।

স্ত্ৰীসকলৰ নিমিত্তেও প্ৰায় একে শিক্ষা আছিল কিন্তু বয়সৰ নিৰ্ণয় এই দৰে আছিল

বসু— ৮ বছৰৰ পৰা ১৬ বছৰ বয়সলৈকে

ৰূদ্ৰ— ... ... ... ১৮ ... ...

আদিত্য— ... ... ... ২৪ ... ...

আমি এই ব্ৰহ্মাচৰ্য্যৰ বিষয়ে আজিলৈ ইমানতে সামৰিলোঁ। কোনোবাই যদি এই বিষয়ে শঙ্কা কৰে বদানুবাদ কৰে তেন্তে মই বেদ, উপবেদ, উপাঙ্গ, বেদাঙ্গ, উপনিষদ স্মৃতি ইত্যাদিৰ পৰা প্ৰমাণ দিবলৈ সম্মত আছো।

প্ৰকৃত ব্ৰহ্মাচাৰীৰ পক্ষে তিনি লোকৰ ভিতৰতে কোনো কাম অসাধ্য নাই। মৃত্যুৰ অধিপতিয়েও স্বয়ং ব্ৰহ্মাচাৰীক দেখি ভয় কৰিছিল।

এতেকে হে মোৰ প্ৰাণঙ্গ প্ৰাণ অসমবাসী, মোৰ জীৱনৰ জীৱন অসম সন্তান,

নব যুবক যুবতী সকল উঠা! উঠ্য!! উঠা!!! সোণাই কল, তোমালোকৰ আৰু শুবৰ সময় নাই।

অসমীয়া ৰাইজক নমস্কাৰ।

ওঁ শান্তি! শান্তি!! শান্তি!!!

গোটেই সংসাৰৰ ভ্ৰাতৃ আৰু সেবক,

শ্ৰীপুৰ্ণানন্দ ব্ৰহ্মাচাৰী।

# শ্ৰীশ্ৰী ঁদেব দামোদর জেৱ, শ্ৰীশ্ৰী ঁশঙ্কর দেৱ আৰু শ্ৰীশ্ৰী ঁহৰি দেব।

(ৰমানন্দ দ্বিজকৃত চৰিত্ৰৰ আলোচনা)

(পূৰ্ব্বে প্ৰকাশ হোৱার পাছৰ পরা)

"দিব্য বস্ত্ৰ পাৰি পাছে মাধৱক শুৱাইলন্ত
উপৰত নব বস্ত্ৰ দিয়া।।
ধমুকাৰ্জ্জি শুদ্ধমতি ৰাজাত কহিবে প্ৰতি
তেতিক্ষণে শীঘ্ৰ কৰি গৈল।
যেনমতে দেহত্যাগ শ্ৰীমন্ত মাধবে কৈল
নৃপতিত প্ৰপঞ্চিয়া কৈল।।
ধনুৰ বচন শুনি নৃপতি মনত গুণি
বোলে একো ব্যাধি নাহি কয়।
পৰম বৈষ্ণব তেন্তে আপুনি ত্যাগিল দেহ
আত একো নাহিকে সংশয়।।
শুনি বিৰুকাৰ্জ্জি বোলে বাদ কৰিবাক দৰে
মাধবৰ জয় সম্পজিল।
ব্ৰাহ্মণসকলে বহু লাঞ্চনা কৰিবে বুলি
বিষ খাই আপুনি মৰিল।।
কাৰ্জ্জিৰ বচন শুনি পাছে ৰাজা মনে গুণি
মাতি আনি খঙ্গ বড়ুৱাক।
তুমি মোৱ সনাতর বিষ খোৱা মনুষ্যর
জ্ঞান তই সব ধারণাক।।

চল তঞি এতিক্ষণে মাধৱ আতাৰ থানে
ভাল কৰি জিজ্ঞাসা কৰিবি।
বিষ খাই মৰিল বুলি কাৰ্জ্জি মোত কহিছয়
জানি তই সত্বৰে আসিবি।।
শুনি খঙ্গে তেতিক্ষণে ৰাজাক প্ৰণাম কৰি
মাধৱৰ থানে প্ৰবেশিলা।
হস্ততল পদতল চক্ষু পিড়া টিকা মলাই
ভালমতে জিজ্ঞাসা কৰিল।।
অনন্তৰে উঠি পাছে আথেবেথে শীঘ্ৰ কৰি
ৰাজাত কহিল খঙ্গে যাই।
শুনিয়োক নৃপবৰ বিষখোৱা মনুষ্যৰ
মাধৱত একো চিহ্ন নাই।।
কাজিৰ বচন মিছা মনে মানি ৰাজা পাছে
একো আৰ বাক্য নুবুলিলা।

এই ৰমানন্দ দ্বিজকৃত চৰিত্ৰৰ পৰা এই বিলাক পাওঁ—

১। মহাপুৰুষ শঙ্কৰদেৱে বাল্যকালত ব্ৰাহ্মণ কলাপ কেশৰীৰ পৰা বিদ্যা শিকিছিল। শ্ৰুতি স্মৃতি বেদান্ত পঢ়িছিল তাৰ লগে লগে ব্ৰহ্মচৰ্য্য অক্ষুন্ন ৰাখি যোগবিদ্যাও শিকিছিল। অবশ্যে উত্তৰি গ্ৰহণ কৰি উঠিহে পঢ়াশালিলৈ গৈছিল।

২। তেওঁক সকলোৱে মিলি গোমস্তা ভূঞা পাতিছিল, ধৰ্ম্মৰে সৈতে তেওঁ ৰাজ্য চলাইছিল। বিবাহ কৰাসে কন্যা এজনাও জন্মিল। পিছত পত্নী বিয়োগ হোৱাত তীৰ্থলৈ যাত্ৰা কৰিলে।

৩। তেওঁ এই প্ৰথম বাৰৰ তীৰ্থ যাত্ৰা তেওঁৰ অন্যূন ৫২। ৫৭ বছৰ বয়সত কৰিছিল। এই প্ৰথম বাৰতেই তেওঁ প্ৰভূ চৈতন্যদেবক লগ পাইছিল আৰু ওড়েষাৰ জগন্নাথ মূৰ্ত্তিতে তেওঁ শিৰ বিকি প্ৰতিজ্ঞা কৰিছিল যে তেওঁ আৰু জগন্নাথত বাজে আনক নুপুজে। তেওঁ উলটি আহিছিল প্ৰায় ৬৪ বছৰ বয়সত।

৪। এই প্ৰথম বাৰ তীৰ্থৰপৰা উলটি অহাৰ পাছৰ পৰাহে তেওঁ ধৰ্ম্মপ্ৰচাৰ কৰাত লাগি গৈছিল। তেওঁ দ্বিতীয় বিবাহ কৰাইছিল। জগন্নাথ মূৰ্ত্তি প্ৰতিষ্ঠা কৰিছিল।

৫। এই চৰিত্ৰখনক আদিৰপৰা অন্তলৈকে যতবিলাক ব্ৰাহ্মণক শৰণ দিয়াৰ উল্লেখ আছে সেই সমস্ত ব্ৰাহ্মণক ৰাম ৰাম গুৰুৱে নামঘৰত ভাগবত আগত ৰাখি দিছিল। শিক্ষা উপদেশ হলে নিজে দিছিল।

৬। কোচবেহাৰৰ দেৱান চিলাৰায়ক আৰু প্ৰভু মাধৱদেৱক হলে নিজেই শৰণ দিছিল।

৭। ৰামৰাম গুৰু ব্ৰাহ্মণ আছিল, প্ৰভু শঙ্কৰদেৱৰ কুল পুৰোহিত। তেওঁক শঙ্কৰদেৱে শৰণ দিয়া কথা এই পুথিৰ কোনো ঠাইতে নাই।

৮। দামোদৰ গুৰুক হেনো ব্ৰাহ্মণ ৰামৰাম গুৰুৰ হতুৱাই শৰণ দিয়াইছিল।

৯। জগন্নাথ মিশ্ৰ ব্ৰাহ্মণে ভাগৱত আনি পঢ়িছিল যদিও ব্ৰাহ্মণেৰে সৈতে দুবাৰ দুঠাইত বাদানুবাদ হৈছিল আৰু ব্ৰাহ্মণক বাদত পৰাস্ত কৰিছিল; তথাপি প্ৰভুৱে ব্ৰাহ্মণক কোনো দিন কটু কথা কোৱা আৰু হেয় কৰাও নাছিল। বৰং ব্ৰাহ্মণৰ সহায়েৰেহে জগন্নাথ মূৰ্ত্তি প্ৰতিষ্ঠা কৰিছিল, ধৰ্ম্ম প্ৰচাৰো কৰিছিল।

১০। তেখেতে বেদোক্ত, শ্ৰুতি স্মৃতি পুৰাণ উক্ত কোনো নৈষ্ঠিক কৰ্ম্মকে বাদ দিয়া নাছিল। ২য় বাৰ তীৰ্থলৈ যাওঁতে গঙ্গা গয়াত পিতৃ পিতামহ সকলৰ পিণ্ড দান দিছিল।

১১। ৰামানন্দ দ্বিজে শঙ্কৰদেৱ ২য় বাৰ তীৰ্থলৈ যাওঁতে বৃন্দাবনলৈ নোযোৱা যিটো কাৰণ দিছে সি সম্পূৰ্ণ যুক্তিমূলক। দৈত্যাৰি ঠাকুৰৰ দৰে মাধৱদেৱে শঙ্কৰপত্নীৰ অনুৰোধত যাবলৈ বাৰণ কৰা কাৰণৰ কোনো উল্লেখেই নাই

১২। বৈকুণ্ঠ প্ৰয়াণৰ সময়ত প্ৰভুৰ "হা আই।" বা "হা আই বিন্ধ্যাবলী" এই দুষাৰ বাক্যে এতিয়াও মাতৃ ভক্ত সকলক উল্লাস দিয়ে। মাতৃভক্ত সকলে কয় যে শঙ্কৰদেৱে যদিও সৰ্ব্ব সাধাৰণক ঈশ্বৰৰ কেবল পুৰুষ ভাব টোৰহে উপদেশ দিছিল তথাপি তেওঁ নিজে যেতিয়াই সত্য সনাতন পথৰ নৈষ্ঠিক হিন্দু আছিল তেতিয়াই তেওঁৰ নিজৰ মনত হলে মাতৃলৈকো এফেৰা ভক্তি আছিল নহলে তেনেকুৱা সময়ত "হা আই" বা "হা আই বিন্ধাবলী" বোলটোৰ আন একো যুক্তিযুক্ত কাৰণ দেখা নাযায়। চৈতন্যদেৱেও মৃত্যুৰ দুই এবছৰৰ আগতে এই দৰে কৈছিলঃ—

"তোমাত সেৱা ছাড়ি আমি কৰিল সন্ন্যাস।
বাউল হইয়া আমি কৈলু ধৰ্ম্মনাশ।।
এই অপৰাধ তুমি নালইও আমাৰ।
তোমাৰ অধীন আমি পুত্ৰসে তোমাৰ।।
নীলাচলে আছি আমি তোমাৰ আজ্ঞাতে।
যাবৎ জীব তাবৎ আমি নাৰিব ছাড়িতে।।"

(চৈতন্য চৰিত্ৰামৃত, অন্তলীলা)

"এই বস্ত্ৰ মাতাকে দিও এসব প্ৰসাদ।

দণ্ডবৎ কৰি আমাৰ ক্ষমাইও অপৰাধি।।
তাৰ সেবা ছাড়ি আমি কৰিয়াছি সন্ন্যাস।
ধৰ্ম্ম নহে কৈলু আমি নিজ ধৰ্ম্ম নাশ।
তাৰ প্ৰেম বশ আমি, তাৰ সেবা ধৰ্ম্ম।
তাহা ছাড়ি কৰিয়াছি বাতুলেৰ কৰ্ম্ম।।
বাতুল বালকেৰ মাতা নাহি লয় দোষ।
এত জানি মাতা মোৰ না কৰেণ ৰোষ।।
কি কাম সন্ন্যাসে মোৰ প্ৰেম মোৰ ধন।
যে কালে সন্ন্যাস কৈলু ছন্ন হৈল মন।।"

(চৈতন্য চৰিতামৃত, অন্তলীলা।)

অবশ্যে বৈষ্ণৱ সকলে ভক্ত সকলে "হা আই বিন্দা" বোলাৰ যি কাৰণ উল্লেখ কৰিছে সেইটো হব পাৰে কিন্তু হলেও তেনেকুৱা বৈকুণ্ঠ প্ৰয়াণৰ সময়ত যেনেহলেও বলিৰ মাক বিন্ধ্যাই হওক, বা বৃন্দালীয়েই হওক, যেয়ে হওক মাতৃ এজনৰ নামহে স্মৰণ কৰিছিল। এই কথাৰেপৰা বা ঘটনাৰে পৰা এতিয়াও শাক্ত সকলে কয় বা কব পাৰে যে গৃহস্থালি মানুহ হাজাৰ বৈষ্ণৱ হওক তথাপি ৰোগ, দুখ, শোক এনেকুৱা কালত এবাৰ "আই" নামটি উচ্চাৰণ নকৰি নোৱাৰে। অনেকে জ্বৰত ছাটি ফুটি কৰে—কিন্তু নিজৰ বেদনা দমাবলৈ সেই ছাটি ফুটিৰ মাজতে "অ মোৰ আই মাই ঔ, অ মোৰ আই, মাগো" এনেকুৱাকৈ মাতৃ আবাহন কৰি শান্তি লভে। এইখিনিতেই প্ৰকৃতিৰ মানবৰ ওপৰত জয়। অথবা প্ৰকৃতিৰ পৰিশোধ। শঙ্কৰদেৱৰ নিচিনা জ্ঞানেও এই প্ৰকৃতিৰ নাম বৈকুণ্ঠ প্ৰয়াণৰ সময়ত লব লগাত পৰিছিল।

এই ৰমানন্দ দ্বিজকৃত চৰিত্ৰৰ পৰা ইওটো জনা যায় যে মহাপুৰুষ মাধবদেৱৰ জীবন আদিৰে পৰা অন্তলৈকে দুখেৰে ভৰা। লৰাকালতো মহাপুৰুষে দুখ পাইছিল আৰু শঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছৰে পৰাও বৰ উৎপীড়ন পাইছিল। কোনো কোনো ঠাইত কি কি কাৰণত উৎপীড়ন পাইছিল তাৰ বৰ্ণনা এই ৰামানন্দ দ্বিজকৃত চৰিত্ৰৰ পৰা তুলি দিলোঁ ঃ—

"শুনা আৰু অনন্তৰে আৰু চৰিত্ৰ।।
সুন্দৰিদিয়াত সুখে মাধব আছন্ত।
ভক্ত সবে সেবা কৰি আনন্দে থাকন্ত।।
যতেক গ্ৰাম্যিক লোক সুন্দৰিদিয়াৰ।
শুনিলা মাধবে প্ৰবৰ্ত্তায় অনাচাৰ।।

শুকান মৎস্যক খাৱে গৰু বন্ধাবৰ।
মাধবৰ বচনক উলঙঘা কৰয়।।
মাধবে মাতিয়া আনি নিষেধ কৰন্ত।
তাসম্বাৰ বস্তু জাত আনিবে নেদন্ত।।
গ্ৰামিক লোকৰ বহু বিষাদ মিলিল।
দুই একে নিন্দাবাণী বুলিবে লাগিল।।
বৰপেটাৰ ধুমকেতু অহিক আসিল।
এবেসে আমাৰ বহু শঙ্কট মিলিল।।
অপুনি মাধবে নিন্দা বাক্য শুনিলন্ত।
অসন্তোষে ভকত সবক বুলিলন্ত।।
শিষ্য হুৱা গুৰু বাক্য উলঙঘা কৰয়।
সিসব থানক থাকিবাক নলাগয়।।"

এই বুলি মাধবদেৱ মাগুৰিৰ কণ্ঠ ভূষণৰ তালৈ গৈ তাত ছমাহ থাকিল; তাৰ পিছত বৰপেটালৈ আহিল। বৰপেটাত কিছু দিন থাকি হাজোলৈ গল। হাজোতো পাণ্ডাসবে হিংসা কৰিব ধৰিলে, হাজোৰ পৰা উজাই আহিবলৈ মাধবদেৱে মনস্থ কৰিছিল, কিন্তু দূতৰ মুখে শুনিলে যে আহোম ৰাজ্যত শান্তি নাই। এনেতে কোচবেহাৰৰ লক্ষ্মীনাৰায়ণ ৰজাৰ ধাই মাকৰ পৰা দূত আহি পোৱাত মাধবদেৱ তোচবেহাৰলৈ গল। তাতে জীবনৰ সেহ ছোৱা কটালে। দুবছৰ তাত বালে গল; কিন্তু তৃতীয় বছৰৰপৰা বিৰুপাক্ষ কাজিৰ লগত মাধবদেৱৰ মনোমালিন্য ঘটিল। তাৰ কাৰণ এই পুথিত এই দৰে দিছে।

বিৰু যে কাৰ্জ্জিৰ দুহিতাৰ পতি
নামত ৰামচৰণ।
মাধবৰ থানে কৃষ্ণ চৰণত
পশিল এক শৰণ।।
শ্ৰাদ্ধ বাসৰত জামাতা জীয়ক
ভোজনক নিমন্ত্ৰিল।
ভোজনৰ কথা শুনি দুয়ো জনে
আলচ পাছে কৰিল।।
ই প্ৰস্তাৱত গৈলে আশাসাৰ
কৰিবে লাগে ভোজন।

শুনিয়া পাছে অসন্তোষ পাইব
হুইবেক ভ্ৰষ্ট শৰণ।।
দুয়ো জনে পাছে নিশ্চয় কৰিয়া
নগৈব কাৰ্জ্জিৰ স্থান।
বাৰম্বাৰ কাৰ্জ্জি মনুষ্য পঠায়া
কৰিলা বহু আহ্বান।।
তাৰ দুয়োজন ভোজনক ভয়ে
নগৈলন্ত কদাচিত।
মাধবক প্ৰতি কাৰ্জ্জিৰ মনত
ক্ৰোধ ভৈলা বিপৰীত।।
মাধবে তাহাক শৰণ কৰাইলে
জানিলোঁহো সাৰে সাৰ।
সিকাৰণে সিটো ভোজনক না আইল
কথা নাহি আন আৰ।।
আপোন গৃহক মাধক আনি
বুলিলে সিটো বচন।
শিব চতুৰ্দ্দশী চৈত্ৰৰ মিলন
কৰিবে লাগে অৰ্চ্চন।।
শিব বিষ্ণু তাৰা অভেদ ঈশ্বৰ
শাস্ত্ৰৰো এহি নিৰ্ণয়।
এহি কথাসাৰ জানি আপোনাৰ
কৰিবে পূজা লাগয়।।
মাধবে বোলন্ত কৃষ্ণ দেৱতাত
লৈছোহোঁ এক শৰণ।
ৰুদ্ৰ দেৱতাক কিসক পূজিবোঁ
ইটো কথা অকাৰণ।।
কৃষ্ণ বেতিৰেকে সব দেব জড়
ৰুদ্ৰ আদি কৰি যত।
কৃষ্ণমাত্ৰ শিব আনসবে জীৱ
আছয় বহু শাস্ত্ৰত।।

ৰুদ্ৰ আদি কৰি আনদেৱ সবে
নোৱাৰে দিব মুকুতি।
চৈতন্যক এৰি জড়ক পূজিবোঁ
কহিয়ো কোন যুগুতি।।
বিৰুকাৰ্জ্জি পাছে নামাতি বহিল
মনত ক্ৰোধ কৰিয়া।
বঙ্গদেশী তাকো মাধৱে বোলয়
আনিল তাক মাতিয়া।।
কীৰ্ত্তনৰ বেলা ভকত নাচয়
ছোঁৱৰ ধৰি হাতত।
ভাঙ্গ খায়া কতো বঙ্কিয়া থাকয়
হুয়া মহা উনমত।।
বিৰুকাৰ্জ্জি পাছে সম্বোধি বোলয়
শুনিয়ো আৰু মাধব।
উচিত তুমি তাঙ্ক আলিঙ্গন কৰা
পৰম এন্তে বৈষ্ণব।।
শুনিয়া মাধবে অসন্তোষে আছে
নুবুলি একো বচন।
কিছু কিছু কৰি আগবাঢ়ি সিটো
দিবে খোজে আলিঙ্গন।।
দেখিয়া মাধবে নুচুবি বুলিয়া
তেতিক্ষণে উঠিলন্ত।
ভক্তসব সমে মহা দুখ মনে
গৃহক লাগি গৈলন্ত।।
সমস্তে লোকৰ দুখ সম্পজিল
নাই আৰু শান্তি সুখ।
মাধব দেবৰ পৰায়ণ লোকে
শুনি পাইলো বৰ দুখ।।
সমস্তে লোকৰ অসন্তোষ দেখি
বুঢ়া আতাই মহা শুদ্ধমতি।

মাধৱ দেৱক করযোর করি
বুলিলা করি প্ৰণতি।।
কৰ্জ্জিৰ সমাজে উমাপতি জড়
কাৰ্য্য ভৈল আপোনাৰ।
ই কথা শুনিলে ৰাজাৰ মনত
মিলিব ক্ৰোধ অপাৰ।।
কাৰ্জ্জিক লাগিয়া দিয়া পঠায়োক
বায়ু উঠা মই লোক।
বায়ুৰ পাকত কিবা বুলিলোহোঁ
মোৰ বাক্য নধৰোক।।
হৰি হৰ দুয়ো একে কলেবৰ
অভেদ দুয়ো ঈশ্বৰ।
ই কথা শুনিলে কাৰ্জ্জিৰ মনত
মিলিব ৰঙ্গ বিস্তৰ।।
শুনিয়া মাধৱে বুঢ়া আতাইক প্ৰতি
ক্ৰোধ ভৈল বিপৰীত।
মহেশক মই ঈশ্বৰ বুলিবে
নোৱাৰোঁহো কদাচিত।।
শঙ্কৰ দেৱৰ সেৱক যে মই
জানয় সবে আমাক।
সত্যে সত্যে মই ৰুদ্ৰক চৈতন্য
নোৱাৰোঁহো বুলিবাক।।
কৃষ্ণৰ চৰণত শৰণ পশিবোঁ
নজানোহোঁ মই আন।
আন একো বুলি বুলিবে নপাৰো
লবয় যদি পৰাণ।।
অন্য দেৱতাক ঈশ্বৰ মানিবে
তোমাৰ ভৈলেক মতি।
মুণ্ডত কোবায়া মোক মাৰিয়োক
গুচোক সবে দুৰ্গতি।।

বুঢ়া আতার পরামর্শ নরল। রজাত কার্জিয়ে লগলে রজাই মাধবদেৱক নিয়াই ব্রাহ্মণবর্গেৰে সৈতে বাদ আরম্ভ করালে। ব্রাহ্মণে কলে যে এক শরণ আন সমস্ত দেব দেবী ত্যাগ কেলৱীয়ারহে হব পারে গৃহস্থীর হলে হব নোৱারে। মাধবদেৱেও ঢের তর্ক করিলে। কিন্তু বিরুকার্জিৰ মনর ক্রোধ নগল। নাযাবরে কথা। কোচ বেহারর রজা, বিষয়া সমস্ত আদির পরা শিৱভক্ত; তেনেকুৱা ঠাইত শিৱক জড় বুলি বিরোধ করাটো সাংসারিক হিসাবে সুবিধার হোৱা নাছিল। ইয়ার কিছু দিনর পাছত মাধৃদেৱে বৈকুণ্ঠ প্রয়াণ করিলে। বিরুকার্জিয়ে উলিয়াই দিলে যে মাধদেৱর বিষপানত মৃত্যু হল। রজাই পরীক্ষা করাই পালে যে মাধৱদেৱর নিজ ইচ্ছা মৃত্যুহে হৈছিল বিরুকার্জিয়ে মিছা কৈছিল।

মাধবদেবৰ জীবনী পঢ়ি আমি আদিৰপৰা অন্তলৈকে এই চৰিত্ৰমতে তেখেতৰ যাতনাহে দেখিলোঁ। লৰাকালতো দুখকেহে পালে।-শঙ্কৰ দেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছৰপৰাও দুখকেহে পাইছিল। এই চৰিত্ৰত শঙ্কৰদেৱে মাধবদেবক বিবাহ কৰাবলৈ অনুৰোধ কৰা কোনো কথাই নাই। কিন্তু দৈত্যাৰিয়ে পদে পদে ভাল দেখুৱাবলৈ গৈ যিমান হয় বেয়াহে কৰি থৈছে। বিষ্ণুপ্ৰিয়াক যচা কথা সাজিছে। বিয়া নকৰাওঁ বোলাত শঙ্কৰ দেৱৰ মুখেৰে "অভূক্ত বৈৰাগ্য তুমি কৰিলাহা আশা, এতেকতে ভক্তিৰ পথত পেলাইবাহা বাধা" এনেকুৱা অভিশাপো দেখুৱাইছে। কিন্তু ৰামানন্দ দ্বিজকৃত এই চরিত্রত তেনেকুৱা কোনো কথাই নাই। এই চরিত্র পঢ়ি মাধবদেৱলৈ ভক্তির হে উদ্রেক হয়। মহাপুরুষে অত দুখ কষ্ট, উৎপীড়ন আদি ভুগিও যি জ্ঞানগর্ভ উপদেশ, কৃষ্ণর প্রেমর কথা এরি গল সি দরাচলতে অতুলনীয়। নাম-ঘোষাে তার সাক্ষী। নামঘোষা, বর গীত, ইত্যাদি অতুল বিভব মহাপুরুষ মাধবদেৱে অসমীয়াক দান করি গৈছে। আমার বোধেরে হলে দুয়োদলর হিংসাহিংসিতহে আরু দৈত্যাৰিৰ নিচিনা সাম্প্রদায়িকর মতামততহে মাধবদেৱর জীবনীত গোলমাল দেখা যায়। কিন্তু এই ৰামানন্দ দ্বিজকৃত চরিত্র পঢ়ি হলে আনে এটা দীঘল হুমুনিয়া কাঢ়ি নোৱারিলোঁ। হৃদয়র তলির পরা প্রার্থনা এটা উঠিলঃ—"মহাপুরুষ! তুমি জীবনত অশেষ কষ্ট ভুগিছিলা। তথাপি অসমীয়া ৰাইজলৈ দুখী কাতর সংসারর তাপক্লিষ্ট অসমীয়া প্ৰাণীলৈ অতুলনীয় শান্তির নিঝরা পদাবলী যেনেঃ—

"মই দুরাচার, কেৱল তোমাৰ
অপরাধী নারায়ণ।
"তুমি সর্ব্ব সাক্ষী, আত্মা হৃষিকেশ
জানাহা মোর চিত্তক।।

"তুমি চিওবৃত্তি মোর প্ৰবৰ্ত্তক নাৰায়ণ
জয় জয় জয় কৃষ্ণ কৃপাময়।
নমো কৃষ্ণ দেব পাপী বুলি কেৱ
মোক মোর নোবোলয়।।
কালগ্ৰস্ত হৈয়া ভৈলোঁ অচেতন
বয়স গোৱঁইলো হেলে।"

এৰিগৈছা। তোমাৰ পদাবলীয়েই মোৰ নিচিনা তাপক্লিষ্টকো শান্তিৰ পানী দি ৰক্ষা কৰি থৈছে। মহাপুৰুষ! বৈকুণ্ঠৰপৰাও তোমাৰ অসমীয়ালৈ, সকলো পন্থৰ বৈষ্ণৱলৈ আশীৰ্ব্বাদ পঠোৱা। যি অসমীয়া জাতিৰ আধ্যাত্মিক উন্নতিৰ অৰ্থে জীয়াই থাকোতে ইমান দুখ কৰিলা, প্ৰভু স্বৰ্গৰ পৰা শান্তিবাৰি সিঁচি যেন তেওঁবিলাকৰ ভিতৰৰ সাম্প্ৰদায়িক বহ্নি নুমাই দিয়া। দামোদৰী, মহাপুৰুষীয়া আৰু হৰিদেৱী সকলোৱে যেন এক প্ৰাণ এক মত হৈ আই অসম জননীৰ সেৱাত প্ৰাণ উৎসৰ্গা কৰিব পাৰে। প্ৰভু সেই আশীৰ্ব্বাদ দিয়া।

## আমাৰ আগলৈ উঠি অহা ডেকা সকললৈ।—

গত মহাযুদ্ধৰ পিছৰেপৰা যদিও আজি প্ৰায় আঢ়ৈ বছৰে সমস্ত পৃথিবীব্যাপী অশান্তি হৈছে, ঠায়ে ঠায়ে মৰা কটাও হৈছে, প্ৰায় প্ৰত্যেক মানুহৰেই হিয়া ফাটি হাহাঁকাৰ ধ্বনি এটা ওলাইছে, তথাপি আমি এই সমস্ত অশান্তিৰ ডাৱৰৰ ভিতৰেদিও সুখ সূৰ্য্যৰ এটা সোণোৱালি ৰেখা দেখিবলৈ পাঁও যেন লাগিছে। এই ইমানবিলাক অশান্তিৰ পিছতো নিশ্চয় আজি নহয় কাইলৈ, কালি নহয় পৰহিলৈ সুন্দৰ সুশীতল শান্তিৰ বিমল পোহৰ এটা যে আবিৰ্ভাব হবই ই ধ্ৰুব নিশ্চয় কথা। কিন্তু এই সোণোৱালী যুগটো অহাৰ পলম বা শীঘ্ৰতা আমাৰ নিজৰ ওপৰত নিৰ্ভৰ কৰে। আমি হয়তো এই যুগটো আগবঢ়াই গৈ আনিব পাৰোঁ নহয় হেচি ঠেলি অহাত পলম কৰাবও পাৰোঁ। কিন্তু আগবঢ়াবনো পাৰো কিহেৰে অথবা হেচি ঠেলি পলমেই বা কৰাব পাৰোঁ কিহেৰে এইটো প্ৰত্যেক মানুহৰে ভাবিব লগীয়া কথা। গত মহাযুদ্ধ টোৱেই বা কিহৰ কাৰণে হল আগেয়ে তাকে ভাবি চাব লাগে। তেহে আমি যিটো Point অৰ্থাৎ আমাৰ ওপৰত সোণোৱালী যুগটো শীঘ্ৰে বা পলমে অহা নিৰ্ভৰ কৰে এই কথাটো সহজে উপলব্ধি কৰিব পাৰোঁ।

গত মহাযুদ্ধখন যে কেৱল জাতিয়ে জাতিয়ে বিৰোধৰ ভাবত থাকিহে হৈছিল,

অকল সেইটো নহয়। এই যুদ্ধৰ মূলতেই প্ৰায় জাতিৰেই স্বাৰ্থপৰতা আৰু আত্মম্ভৰিতা। ইটো জাতিয়ে বোলে নহয় মইহে সবাতোকৈ ডাঙ্গৰ হৈ সংসাৰত সুখে সম্ভোগে চলোঁ। সিটোৱে বোলে নহয় মইহে এইবোৰৰ গৰাকী। এই ভাবৰে পৰা পৃথিবীব্যাপি মহাযুদ্ধ হৈ গল। আৰু এই ভাবৰে পৰা এতিয়াও তুমুল অশান্তি চলিব লাগিছে। স্বাৰ্থপৰতা, আত্মম্ভৰিতা এই বিলাকৰো মূলত আচল হৈছে Materialism অৰ্থাৎ জড় বাদ। এই সংসাৰৰ সুখেই সুখ, সিপুৰীৰ সুখ আছেনে নাই তাক কব নোৱাৰি; কাষে কাষে যিমানদুৰ পৰা যায় টানি আজুৰি, লাগে যদি দহ জনৰ অপকাৰ কৰিও নিজৰ সুখ স্বচ্ছন্দতা বঢ়াব লাগে। এই ভাবেই Materialism ৰ ভাব। এই ভাবৰে পৰাই স্বাৰ্থপৰতা আৰু আত্মম্ভৰিকতাৰ উদ্ভব। স্বাৰ্থপৰতা আৰু আত্মম্ভৰিতাৰ পৰাই যত অস্ত্ৰ শস্ত্ৰৰ সৃষ্টি। যুদ্ধস্থলৰ মৰা কটাৰ উদ্ভব আৰু এতিয়া ধৰ্ম্মঘট, অশান্তি ইত্যাদিৰ বিকাশৰ আত্মম্ভৰিতা, স্বাৰ্থপৰতাৰ প্ৰতিদ্বন্দ্বি। আত্মম্ভৰিতা আৰু স্বাৰ্থপৰতাৰে পৰাজয় কৰা টান। উভয়ৰে কোব বাঢ়ি গৈ ভয়ানক দুপাত ব্ৰহ্মাস্ত্ৰ বা পাশুপাত বা বজ্ৰ উৎপত্তি হৈ বিনাশহে সাধিব। ওপৰৰ ভাব দুটাক তাৰ ঠিক বিপৰীত, স্বাৰ্থত্যাগ আত্মাভিমান ত্যাগেৰেহে পৰাজয় কৰিব পাৰি। আত্মম্ভৰিতা আৰু স্বাৰ্থপৰতা পাপ বা অধৰ্ম্মৰ পৰা উৎপত্তি। শেহৰ দুটা পূৰ্ণ্য বা ধৰ্ম্মৰ পৰা সমুদ্ভুত। অথবা ওপৰৰ দুটা কলি বা চয়তানৰ বিকাশ, শেহৰ দুটা সত্য বা ধৰ্ম্মৰ বিকাশ। অথবা ওপৰৰ দুটা ঘোৰ জড়বাদৰ Materialism ৰ আৰু কলৰ দুটা আধ্যাত্বিকতা বা Spiritialism বিকাশ।

আন আন জাতিৰ ডেকাসকলৰ মাজত যেনেকৈ আজি কালি স্বাৰ্থত্যাগ, দেশৰ হিত চিন্তা, ইত্যাদি ভাববিলাক ফুটি ওলাব ধৰিছে সেইদৰে আমাৰ এই নিঃকিন অসমীয়া জাতিৰো আগলৈ উঠি অহা ডেকাসকলৰ ভিতৰতো এই ভাবৰ কিছু জাগৰণ দেখা যায়। কিন্তু আমি এইটোও নকই নোৱাৰোঁ যে এনেকুৱা মহৎ ভাব সদভাবৰ লগে লগে সময়ে সময়ে অসদ্ভাবৰো আবিৰ্ভাব হৈছে। সতৰ ভিতৰতো অসতৰ প্ৰবেশ হৈছে। হবৰে কথা। সদায় প্ৰত্যেক মানুহৰ মনৰ ভিতৰতেই কুৰুক্ষেত্ৰৰ যুজ এখন চলিবই লাগিছে। কাম ক্ৰোধ লোভ, মোহ, মদ, মাৎসৰ্য্য এইবিলাক কৌৰবৰ লগত, সত্য, ন্যায়পৰায়ণতা, ত্যাগ সংযম, তপস্যা এই পঞ্চ পাণ্ডবে যুজি বই লাগিছে। অবশ্য সদায় ধৰ্ম্মৰ জয় অধৰ্ম্মৰ ক্ষয় হয়। কিন্তু এই ধৰ্ম্মৰ জয় হবলৈ হলে পঞ্চ পাণ্ডবে গুৰুৰূপী বা পৰমব্ৰহ্মৰূপী শ্ৰীকৃষ্ণক সাৰথি কৰি লব লাগে। তেহে কৌৰবৰ পৰাজয় ঘটে। ধৰ্ম্ম বা ঈশ্বৰত আশ্ৰয় ললেহে পাপক দমন কৰিব পাৰি। ধৰ্ম্মত মানে নিজ ধৰ্ম্মত, স্বধৰ্ম্মত থাকিব পাৰিলেহে জয়। ধৰ্ম্মত আশ্ৰয়

নোলোৱাকৈ দেশ হিতৈষীতা, পৰোপকাৰ, ন্যায়, সত্যপৰায়ণতা এই সমস্তেই ক্ষন্তেকীয়া বা বালিৰ বান্ধৰ দৰে হয়। ইয়াৰ প্ৰমাণ সিদিনা খনৰ চান্দপুৰৰ ঘটনাতে দেখা যায়। নিমাষিত কুলি বিলাকক সহায় কৰিবলৈ যি সকল ডেকা দেশ সেবক আহিছিল, সেই সকলৰ কেনো কেনোৰে হেনো ধৰ্ম্মৰ লগত পাপকো বৰণ কৰিছিল। সত্যপৰায়ণ, ন্যায়পৰায়ণ এন্দ্ৰু ফ্ৰেজাৰৰ লিখাৰ পৰা জানিব পাৰিছোঁ যে এই ডেকা দেশসেবক দলৰ অনেকেই হেনো কুলিক সহায় কৰাৰ, কুলিৰ মোট বই দিয়াৰ লগে লগে হেনো বেশ্যাসক্তও হইছিল। এইটো ভয়ানক পৰিতাপৰ বিষয় নহয়নে! যি সকলে নিজৰ সুখ স্বচ্ছন্দতাক কাটি কৰি থৈ ঘৰদুৱাৰ এৰি আহি, ৰদত শুকাই, বৰষুণত তিতি কুলিৰ মোট বই দিছিল, সেই সকলৰে কোনো কোনোৰে আকৌ নিশা মদ আৰু বেশ্যাসক্ত হৈছিল। যদি কথাটো সঁচা হয় তেন্তে ই কি লাজৰ বিষয়। কি দুঃখৰ বিষয়!! এনেকুৱা হোৱাৰ কাৰণ কি? কাৰণ আমাৰ হিচাবে আন একো নহয় কেবল এই ডেকাসকলে স্বধৰ্ম্মত নাছিল, অৰ্থাৎ নিজ নিজ ধৰ্ম্মত দীক্ষিত নাছিল।

আমি ডাঠি কব পাৰোঁ যে কি সাংসাৰিক উন্নতি কি আধ্যাত্মিক উন্নতি এই সকলোবিলাকৰ মূলতে ধৰ্ম্ম। ধৰ্ম্মৰ বান্ধ নাথাকিলে কোনো উন্নতিয়েই স্থায়ী নহয়। প্ৰবল কলি সদায় পিছে পিছে ঘুৰিবই লাগিছে। সেই দেখি আমি কওঁ "হে মোৰ দেশবাসী ডেকা সকল! তোমালোকে এটায়ে নিজ নিজ ধৰ্ম্ম পথত আগেয়ে প্ৰবেশ হৈ লোৱা তাৰ পিছত দেশৰ সেৱা কৰা, সাংসাৰিক উন্নতি কৰা, আধ্যাত্মিক উন্নতি কৰা। বে অসমীয়া খৃষ্টিয়ান ভাই সকল! যদি নিজৰ আৰু দেশৰ হিত চিন্তিব খুজিছা তেন্তে তুমি আগেয়ে তোমাৰ প্ৰভু যীশুত শিৰ বিকা, পিতৃ ঈশ্বৰ, পুত্ৰ ঈশ্বৰ, আৰু আত্মা ঈশ্বৰত শৰণ লোৱা। একান্ত মনে পৰাপক্ষত তোমাৰ আন ধৰ্ম্ম অবলম্বি ভাতৃলৈ কোনো বিৰোধ ভাব নাৰাখি তোমাৰ ধৰ্ম্মত তুমি আগেয়ে আশ্ৰয় লোৱা। তুমি ভাল খৃষ্টিয়ান হোৱা। হে মোৰ অসমীয়া মছলেম্ ধৰ্ম্মাবলম্বি ডেকা ভ্ৰাতৃসকল! তুমি যদি দেশৰ, তোমাৰ ধৰ্ম্মৰ, নিজৰ হিত চিন্তিব খোজা তেন্তে আগেয়ে তোমাৰ পিৰ, পয়গম্বৰ আৰু মহান ঈশ্বৰত আশ্ৰয় লোৱা, একান্ত শৰণ লোৱা তেহে তোমাৰ সকলো উন্নতি হব। তুমি তোমাৰ ৰোজা, নমাজ, সুন্দৰকৈ পালন কৰা। তোমাৰ ধৰ্ম্মখ উপদেষ্টা সকলৰ পৰামৰ্শ মতে নিৰ্দ্ধৰিত বাটেদি যোৱা। মহান ঈশ্বৰত আশ্ৰয় লৈ প্ৰকৃত মুচলমান হোৱা তেহে তোমাৰ দুখ দুৰ্গতি সমস্ত দূৰ হব। হে মোৰ অসমীয়া ব্ৰাহ্ম ভ্ৰাতৃ! তোমাক মিনতি কৰোঁ তুমিও একান্ত মনে, একান্ত প্ৰাণে, আনে সৈতে বাদ বিসম্বাদ নকৰাকৈয়ে তোমাৰ সেই "সত্যং জ্ঞানমনন্তম"ৰ ওচৰত আশ্ৰয় লোৱা, একান্ত শৰণ লোৱা দেহ মন প্ৰাণ উছৰ্গা কৰা। মুঠতে প্ৰকৃত ব্ৰাহ্ম হোৱা হেতু

তুমি তোমাৰ দেশৰ মুখ উজ্জ্বল কৰিব পাৰিবা। হে মোৰ হিন্দু ডেকা ভ্ৰাতৃসকল! তোমালোকেও তোমোলোকৰ নিজ নিজ পন্থত ভালকৈ দকৈ আশ্ৰয় লোৱা প্ৰথমতে তোমাৰ কুল গুৰুত আশ্ৰয় লোৱা। আৰু সেই কুল গুৰুৱে নিৰ্দ্দেশ কৰি দিয়া পন্থ মতে চলি যোৱা দেখিবা যি যি বাটেৰেই যোৱা সেই বাটেদিয়েই গৈ সেই পৰম ব্ৰহ্মাক পাবা। সেই বাটেদিয়েই আধ্যাত্মিকতা, ন্যায়, সত্য, ত্যাগ, সংযম, তপস্যা এই সমস্ততে অধিস্থিত হবা। হিন্দু ধৰ্ম্মৰ মূলতেই গুৰু আৰু ব্ৰাহ্মণ। গুৰুত আশ্ৰয় নোলোৱাকৈ হিন্দু ধৰ্ম্ম বুজা টান। সেই দেখি ধৰ্ম্ম পাবলৈ হলেই গুৰু লাগিব। সেই গুৰু নিজ পিতৃ পিতামহৰ কুল পৰম্পৰাৰে পৰা যাক বা যি সত্ৰৰ জনক ভজে সেই জনেই বিশিষ্ট। পৰাপক্ষত কুলগুৰু থকাত সেই কুলগুৰুক আগেয়ে ভজিব লাগে। কুল গুৰু ত্যাগ কৰা পাপ। কুলগুৰু জন যদি বিশেষ দোষাবিষ্ট নহয় তেনেহলে অযথা সেই কুলগুৰুৰ মনত অসন্তোষ দি আনক ভজিলে সেই কুলগুৰুৰ মনস্তাপে দুখ দিয়ে। ধৰ্ম্মৰ পথত বিঘিণি ঘটায়। কুলগুৰুত আত্ম সমৰ্পণ কৰি উঠি নানা জনৰ পৰা নানা শিক্ষা লভা তাত দোষ নাই; কিন্তু অযথা কাৰণত, অথবা কুলগুৰুৱে একো নেজানে এনেকুৱা ভাব ৰাখি কুলগুৰু ত্যাগ কৰি আন গুৰু ভজা উচিত নহয়। অৱশ্যে যাৰ কুলগুৰুৰ বংশ লোপ হৈছে, অথবা যাৰ কুলগুৰু ব্যভিচাৰি বা পাতকি পাপত লিপ্ত তেনেকুৱা কুলগুৰুক এৰি আন বিশিষ্ট গুৰু ললেও দোষ নাই। কিন্তু শিষ্যে বিচাৰ কৰি সাৱধানে চালিব লাগিব। যাৰ যেনেকুৱা দেবতাত অভিৰুচি সেই অনুসাৰেও গুৰু ধাৰণ কৰিব পাৰে। যদি কোনো শিষ্য সেৱকৰ পৰমব্ৰহ্মাৰ মাতৃ ভাবটোত হে অভিৰুচি তেনেহলে সেই জনে যদি কুলগুৰুৰে পৰা এই ভাবৰ মন্ত্ৰ বা শৰণ পায় তেনেহলে সেই জনে মাতৃ উপাসনাটো কুলগুৰুৰে পৰা লব। কিন্তু যদি কুলগুৰুৱে এই ভাবৰ মন্ত্ৰ বা শৰণ দিব নোৱাৰে, উপাসনা প্ৰণালী শিকাব নোৱাৰে তেন্তে কুলগুৰুৰ অনুমতি লৈয়ে আন গুৰু ভজিব পাৰে। সেই দৰে যাৰ শিৱত বা গণেশত বা সূৰ্য্যত অভিৰুচি সেই সকলেও নিজৰ অভিৰুচি কুলগুৰুক জনাব। কুলগুৰুৰ পৰা পালে ভালেই হব নেপালে তেতিয়া আন গুৰু গ্ৰহণ কৰিব। এয়ে হিন্দু ধৰ্ম্মৰ সাৰ মত। তেহেলৈ যেয়ে যিহকে কয় কৈ থাকক। এইটো সঠিক যে বিনা গুৰুৱে হিন্দু ধৰ্ম্ম সিদ্ধ নহয়। হিন্দুৰ মনত গুৰু আগ, দেবতা পিছ। গুৰু ব্ৰহ্মা, গুৰু বিষ্ণু, গুৰু মহেশ্বৰ, চৰাচৰ জগতৰ গুৰুসে ঈশ্বৰ।

এইবিলাক কাৰণেই আমি কওঁ যে হে মহাপুৰুষীয়া ডেকা ভ্ৰাতৃ! তুমি যদি প্ৰকৃতে মহাপুৰুষৰ ধৰ্ম্ম বুজিব খোজা ধাৰণ কৰিব খোজা তেন্তে তোমাৰ পিতৃ পিতামহৰ দিনৰে পৰা যি ঘৰক গুৰু বৰণ কৰি আহিছা আগেয়ে সেই ঘৰত শিৰ

বিকা। শিৰ বিকি লৈ, বেদ বৰ্ণাশ্ৰম ইত্যাদিৰ ভিতৰেদি চলিও মহাপুৰুষ মাধৱ বা শঙ্কৰৰ চৰণত আশ্ৰয় লোৱা। তোমাৰ মন প্ৰাণ দেহ সমৰ্পণ কৰা তেহে তুমি কি সাংসাৰিক কি আধ্যাত্মিক সকলো উন্নতি লভিবা। তোমাক আমি নকও বা কব নোৱাৰোঁ যে তুমি আন গুৰু ভজা। তুমি সকলোকে মানা। আমি মাথোন ইয়াকে কব পাৰোঁ যে নিজগুৰুত শিৰ বিকি সেই গুৰুৱে যি দৰে উপদেশ দিয়ে সেই মতে চলা। তাতে সম্ফল পাবা। কিন্তু সকলো কথাৰে সু বিচাৰো কৰিবা। মনৰ সমস্ত সন্দেহ গুৰুত সুধি পুছি দূৰ কৰি লবা। যদি গুৰুজনে সন্দেহ দূৰ কৰিব নোৱাৰে তেতিয়া গুৰুৰ অনুমতি লৈ আনত শিক্ষা লভি নিজৰ মনত সন্দেহ ভঞ্জন কৰি লবা। হে! শাক্ত শৈব ডেকা অসমীয়া ভ্ৰাতৃ! তোমালোকেও সেই দৰেই চলিবা। হে মোৰ দামোদৰী সম্প্ৰদায়ৰ ভ্ৰাতৃসকল তোমালোকৰ ওচৰতো এই নিঃকিনৰ এনেকুৱাই মিনতি। নিজ নিজ গুৰুত শৰণ তাৰ পিছত যদি হয় মন্ত্ৰাদি লৈ প্ৰভূ দামোদৰৰ চৰণত আত্ম সমৰ্পণ কৰা। তাৰ লগে লগে যিমানদূৰ পাৰা শাস্ত্ৰ চাই সৎসঙ্গ লভি ধৰ্ম্ম শিক্ষা কৰি গৈ থাকা। কেউপক্ষৰ ভিতৰতে পৰস্পৰ মিলা প্ৰীতি ৰাখা। গুৰুসকলৰ আচৰণলৈ মনত নকৰি উপদেশলৈ মন কৰি চলিবা। তেতিয়া দেখিবা মহাপুৰুষীয়া, দামোদৰীয়াৰ বিৰোধ নাথাকে।

অনেক নব্য ডেকা অসমীয়াই আজি কালি ভাবে আৰু কয় যে আমাৰ গুৰু সকল আজি কালি প্ৰায় অযোগ্য হৈছে। গুৰু সকল আত্মম্ভৰিতা স্বাৰ্থপৰতা আৰু পাশ্চাত্য বিলাসিতাৰ বশ হৈছে। আমাক খৰচি মাৰি সকলো কথা বুজাবও নোৱাৰে অথবা পাৰিলেও মুবুজায় নিশিকায় কেবল দোকানদাৰি কৰে। সেই কাৰণে আমাৰ আস্থা আমাৰ নোহোৱা হৈছে, সেই কাৰণে আমিও এনেকুৱা কঠোৰ হিন্দু ধৰ্ম্মত অনাস্থাবান হৈছোঁ। আমাৰ এই অধঃপতন আদিৰ মূলতো সেই সকলেই। এই বিলাক অভাব আৰু অভিযোগৰ বিষয়ে আমি লাহে লাহে আলোচনা কৰি দেখুৱাম।

শ্ৰীশ্ৰীৰাম মাধবো জয়তি।

## হিন্দুৰ বিবাহ আৰু অন্ত্যেষ্টি ক্ৰিয়া।

এই দোৰ্গাৰ কলিত ঁকৃষ্ণৰ ভক্তিৰে অবিৰোধি বেদ বিহিত নিত্য নৈমিত্তিকাদি কৰ্ম্মবিলাক যথা সাধ্যে অনুষ্ঠান কৰি শ্ৰবন কীৰ্ত্তনাদি কৰ্ম্ম কৰিব লাগে আৰু সেই সেই বৈদিক ফল ঁকৃষ্ণতে অৰ্পি একো ভয় নাথাকে। বৈদিক ক্ৰিয়া বিলাক এৰি দি, অকল হিৰা নামত ধৰা উচিত নহয়। হিৰানামৰ বলত মত্ত হৈ বৈদিক ক্ৰিয়া কলাপক

নিন্দা করা যুগুত বুলিব নোৱাৰি। আমি পূৰ্ব্বে অনেক শাস্ত্ৰীয় প্ৰমাণৰ দ্বাৰাই কলিতো যে বেদ বিহিত নিত্য নৈমিত্তিকাদি কাৰ্য্য কৰিব লাগে, সেইটো প্ৰমাণিত কৰি অহা হৈছে। সৰহ কথা নোলাগেই, মহাপুৰুষ সকললৈ মন কৰিলে দেখোন বুজিব পাৰি যে তেৰাসকলে কলিত বেদবিহিত কাৰ্য্য কৰি শ্ৰৱণ কীৰ্ত্তনাদি কৰিছিল। কিম্বা বেদবিহিত কাৰ্য্য বাদ দি কৰিছিল অৰ্থাৎ তেখেতসকলে শ্ৰুতি স্মৃতি পুৰাণাদিক মানিছিলনে নেমানিছিল। লৰা, বুঢ়া, তিৰোতা সকলোৱে এইটো কথা ভালকৈয়ে জানে যে, শঙ্কৰ দেবে দুবাৰ বিবাহ কৰিছিল, আৰু নিজৰ জীয়াৰিকো বিবাহ দিছিল। পিতৃ মাতৃৰ শৰাধ কৰিছিল। শঙ্কৰ দেৱ চলাত মাধব দেবেও শঙ্কৰ দেবৰ যথোচিত প্ৰেতক্ৰিয়া নিষ্পন্ন কৰোৱাৰ প্ৰমাণ শঙ্কৰদেবৰ চৰিত্ৰতে আছে। এতিয়া প্ৰশ্ন হৈছে এই, শঙ্কৰদেবৰ বিবাহ দই খন, আৰু তেখেতৰ জীয়াৰিৰ বিবাহ এবং পিতৃ মাতৃৰ শ্ৰাদ্ধ পাশ্চাত্য বিধিমতে হৈছিলনে? যদি পাশ্চাত্য বিধি মতে হোৱা বুলি উত্তৰ দিয়ে তেনেহলে আজি কালি শিক্ষিত জনদেকৰ বাজে- শঙ্কৰদেবৰ ধৰ্ম্মগ্ৰাহী সকলৰ ভিতৰত পাশ্চাত্য বিধিৰ চলন দেখিব পোৱা নহয় কিয়? শঙ্কৰদেৱে উলিওৱা বিধিমতে হৈছিল বুলি যদি কয় তেন্তে সেই বিধিৰ অস্তিত্বও দেখোঁন আজি পোৱা নেযায়? আন লোকৰ কথা নকওঁ, শঙ্কৰদেবৰ বংশধৰ বুলি পৰিচয় দিয়া মহন্তসকলকো দেখোন বামুণীয়া বিধিয়েহে শাসন কৰিছে। যদি বোলা শঙ্কৰদেবেওঁ বামুণীয়া বিধিমতে হে চলিচিল, তেন্তে দেখোন আমাৰ মনতেই পোক। অৰ্থাৎ শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম প্ৰবৰ্ত্তক শঙ্কৰদেবেও বৈদিক ক্ৰিয়া এৰা নাছিল। তেখেতে নিত্য নৈমিত্তাদিক বৈদিক ক্ৰিয়া কৰিহে শ্ৰৱণ কীৰ্ত্তন ভক্তি কৰাতো প্ৰমাণিত হল। এনেস্থলত কলিত যি জনে শ্ৰৱণ কীৰ্ত্তন ভক্তি ধৰ্ম্মত আশ্ৰয় কৰে, তেওঁৰ পক্ষে বেদ বিহিত জ্ঞানকাণ্ড আৰু কৰ্ম্ম কাণ্ডৰ আৱশ্যক নাই। কাৰণ তেওঁৰ বেদৰ অধীন হয় বুলি চকুৱা সকলৰ সমালোচনা, গৰু ৰখীয়াৰ সমলোচনাৰ নিচিনা হয়নে নহয় অসমবাসীয়ে এবাৰ ভাবি চাওক। শঙ্কৰদেবৰ বিয়া দুই খন যদি বামুণীয়া বিধি মতেই হৈছিল তেন্তে শঙ্কৰদেৱেওঁ "সৰস্বতি প্ৰদমৰ" ইত্যাদি বেদমন্ত্ৰৰ দ্বাৰাই সৰস্বতী প্ৰভৃতি দেবীসকলৰ ওচৰত প্ৰাৰ্থনা জনাইছিল। সেই মন্ত্ৰবিলাক সম্পূৰ্ণ মতে দিবলৈ হলে প্ৰবন্ধ বৰ বাহুল্য হয়। এতেকে ৰাইজে জাৱিবৰ কাৰণে এটি মন্ত্ৰকেহে দিলোঁ।

"সৰস্বতি প্ৰেদমৰ সুভগে বাজিনী বতী। যাং ত্বা বিশ্বস্য ভূতস্য প্ৰগয়া মস্যাগ্ৰতঃ। যস্যাং ভূত সমভৱৎ যস্যা বিশ্বমিদং জগৎ তামদ্য গাৰ্থাং গাস্যামি যা স্ত্ৰীণামুত্তমং যশঃ" হে সৰস্বতি! যি তোমাক মই আজি স্তুতি কৰিছোঁ, সেই তুমি, মোৰ এই বিবাহ কৰ্ম্মক ৰক্ষা কৰা, হে সুভগে! যি তুমি ঘোটকীৰ দৰে এই সকল

প্ৰাণীৰ আগত শীঘ্ৰগামিনী বুলি কীৰ্ত্তিত হৈছা, যি সৰস্বতী স্ত্ৰীসকলৰ উত্তম কীৰ্ত্তি স্বৰুপা, আমি আজি সেই সৰস্বতীৰ গান গাওঁ। আৰু বিবাহত ইন্দ্ৰায় স্বাহা ইত্যাদি মন্ত্ৰৰ দ্বাৰাই ইন্দ্ৰাদি দেৱতাসকলক উদ্দেশ কৰি অৱশ্যে শঙ্কৰজেৱে হোম আহুতি দি ইন্দ্ৰাদি দেৱতাকো অৰ্চ্চণ বন্দন কৰিছিল। জীয়াৰীৰ বিবাহতো হাতযোৰ কৰি জীয়াৰীক গৌৰীৰ স্বৰূপা ভাবি শঙ্কৰ দেৱে এই মন্ত্ৰ দুটা গায় ক্ষমা প্ৰাৰ্থনাও কৰিছিল। যথা জন্ম প্ৰভৃতি যৎকিঞ্চিৎ পাপং ভদ্ৰে ময়া কৃতং। তৎতৎ ক্ষমস্ব হে গৌৰি স্বৰ্গদাত্ৰি নমোস্তুতে। আক্ৰোশিতা তাড়িতা বা যচ্চ বাচা প্ৰপীড়িতা। তৎ ত্বং ক্ষমস্ব হে গৌৰি স্বৰ্গদাত্ৰি নমো স্তুতে"। ইফালে শঙ্কৰদেৱে বৈকুণ্ঠগামী হোৱাত মাধবদেৱেওঁ শঙ্কৰদেহৰ মাহেকীয়া অশৌচ কৰাই মাসান্তৎহে শ্ৰাদ্ধবিধি কৰাইছিল। ব্ৰাহ্মণসকলৰ দৰে একাদশ দিনত কৰাৰ প্ৰমাণ নাই। আৰু শঙ্কৰদেৱৰ প্ৰেতত্ব পৰিহাৰৰ অৰ্থে শ্মশানবাসী ভৈৰবাদিয়ো পূজা অৰ্চ্চা কৰিছিল। সেই দুই জন মহা পুৰুষে এবমাদি বৈদিক নিত্য নৈমিত্তিক কৰ্ম্ম অক্ষুন্ন ৰূপে আচৰণ কৰিহে শ্ৰবণ কীৰ্ত্তন ভক্তি ধৰ্ম্ম কৰিছিল। আজিওঁ মহাপুৰুষৰ ধৰ্ম্মগ্ৰাহী মহন্তসকলে সেই নিয়ম মতে চলাকেহে দেখি আছো। জনদেক মান শিক্ষিতেহে সেই প্ৰথা উচ্ছেদ কৰি, আজি নতুন ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ প্ৰয়াস পাইছে। তেখেতসকলে শঙ্কৰদেৱৰ গাত নধৰাকৈ নিজে কৰাতোৱেই বৰ ভাল। শঙ্কৰদেহৰ গাত ধৰাটো হলে বৰ অশুভৰ চিন। তেখেত সকলৰ মতে শ্ৰীবিষ্ণুৰ বাজে আন দেৱতাৰ নাম, আৰু শ্ৰবণ কীৰ্ত্তনৰ বাজে আন নিত্য নৈমিত্তিকাদি বৈদিক ক্ৰিয়াৰ কথা মুখত আহিলেই ভকতিত ব্যভিচাৰ ঘটে। কিন্তু, শঙ্কৰদেৱে হলে ইন্দ্ৰাদি দেৱ দেৱী আৰু পিতৃ দেৱতা সকলৰ অৰ্চ্চন বন্দন প্ৰসাদ ভক্ষনাদি দ্বাৰাই ভকতিৰ ব্যভিচাৰ হোৱা বুলি নাভাবিছিল। যিহেতু শঙ্কৰদেৱে সেইবিলাক কাৰ্য্য আচৰণ কৰাৰ প্ৰমাণ আজিও শঙ্কৰদেহৰ চৰিত্ৰতে পোৱা যায়। শঙ্কৰ দেৱে জাতি বৰ্ণৰ প্ৰভেদ নৰখাহেঁতেন, নিশ্চয় আমি মহাপুৰুষীয়া সত্ৰৰ কীৰ্ত্তন ঘৰত মহাপুৰুষৰ ধৰ্ম্মাৱলম্বী ভকতৰ সৈতে মিৰি, চণ্ডালকো শ্ৰবণ কীৰ্ত্তন এবং শৰণ, ভোজন কৰাওঁ দেখিবলৈ পালোহেঁতেন। মহাপুৰুষে জাতি বৰ্ণৰ পাৰ্থক্য ৰখা বাবেহে মহাপুৰুশষীৰ ধৰ্ম্মগ্ৰাহীসকলৰ পদুলিবাট বা চোতালৰ কোনত মিৰি চাণ্ডালাদি দেখিবলৈ পাইছোঁ। শ্ৰীশঙ্কৰ দেৱে সকলো দেৱ দেৱীক বিষ্ণুৰ অংশ কলা বুলি জ্ঞান ৰাখিছিল। দেৱদেৱী বিলাকে এটোল সুকীয়া দেৱতা এনে ভাব শঙ্কৰদেৱৰ হৃদয়ত নাছিল। আৰু জীৱ মাত্ৰকে তেখেতে ব্ৰহ্ম জীৱ জ্ঞান কৰি যাৰ সহিত বেদে যেনেকুৱা আচাৰ ব্যবহাৰ কৰিব বুলিছে, তেনেকুৱা আচাৰ ব্যবহাৰকেহে কৰিছিল। মহাপুৰুষৰ পাচৰ ভকতসকলে কিছু বেমেজালি

লগালে। আধুনিক কিছুমান শিক্ষিতে পাই একে বাৰেই জগলিমোহন কৰি বলৈ যত্নবান হৈছে। এতেকতে অসমীয়া ভ্ৰাতৃসকল। আপোনালোকে বৈদিক নিত্য নৈমিত্তিকাদি কৰ্ম্মৰ ফালে পিঠি দিয়া উচিত নে অনুচিত নিজে নিজে বিবেচনা কৰি চাওঁক।।।

## ঋষি কুমাৰৰ কথা।

মই বৈশ্যৰ দ্বাৰাই শূদ্ৰাণীত জন্মিছোঁ, ৰাজন! তুমি ব্ৰহ্মহত্যা কৃত অনুতাপ, হৃদয়ৰ পৰা দূৰ কৰা। অৰ্থাৎ মই ব্ৰাহ্মণ নহওঁ, মোক মৰাত তোমাক ব্ৰহ্মহত্যাই নাপায় বুলি অন্ধ ঋষিৰ পুত্ৰই কোৱা কথাই যথাৰ্থ কথা। কিয়নো, মনুপ্ৰভৃতিৰে সৈতে এই কথাৰ মিল আছে। ভগবান মনুৱে কয়, বোলে সকলো জাতিত অক্ষত যোনি, নিজ জাতৰ বিবাহিতা স্ত্ৰীত হে নিজৰ জাতি বিশিষ্ট সন্তান হ'ব। যেনে বামুণে বিবাহ কৰোৱা হামুণী কন্যাত জন্ম হোৱা সন্তান বামুণ হব। এই দৰে অন্যবিলাক জাতিতো জানিব লাগে। ইয়াৰ ব্যতিক্ৰম হলে শঙ্কৰ জাতি হব। "সৰ্ব্ব বৰ্ণেষু তুল্যাষু পত্নীস্বক্ষত যোণিষু অণুলোম্যেন সম্ভুতা জাত্যাজ্ঞেয়াস্ত এবতে"। অতএব বৈশ্যৰ ঔৰষে শূদ্ৰাণীৰ গৰ্ভজাত সন্তান কেতিয়াও দ্বিজাতি নহয়, কৰণক নামে এটি শঙ্কৰ জাতি মাথোন। কিন্তু, পুত্ৰশোকত অধীৰ হৈ অন্ধ মুনিয়ে যে কৈছে "অজ্ঞানাৎতু হতো যস্মাৎ ক্ষত্ৰিয়েণ ত্বয়া মুণিঃ। তস্মাৎ ত্বাং নাবিশত্যাশু ব্ৰহ্মহত্যা নৰাধিপ" অৰ্থাৎ হে নৰাধিপ। তুমি ক্ষত্ৰিয় হৈ যিহেতু অজ্ঞানত মুনি হত্যা কৰিসা, সেই হেতু এতিয়াই তোমাৰ গাত ব্ৰহ্মহত্যা পাতক নালাগে। এইটো পুত্ৰহন্তা দশৰথৰ নিন্দা প্ৰযুক্তৰ বাজে আন একো নহয়। অজ্ঞানত বামুণ মাৰিলে যে ব্ৰহ্মবধ নহয় বুলি মনু প্ৰভৃতি ধৰ্ম্ম শাস্ত্ৰকাৰসকলে কোৱা নাই। তেখেতসকলৰ মতে জ্ঞানে বা অজ্ঞানে বামুণ মৰা লোকে সেই মৰা বামুণৰ মূৰটো ধ্বজ কৰি লৈ ভিক্ষান্ন খাই তীৰ্থ স্নান কৰিলে ব্ৰহ্মহত্যা পাতকৰপৰা মুক্ত হয়। কিন্তু জ্ঞান পূৰ্ব্বক ব্ৰহ্মঘাতীৰ হলে মুক্তি নাই। যথা মনুঃ "ব্ৰহ্মহাদ্বাদশ সমাঃ কুটীং কৃত্বা বনে বসেৎ। ভৈক্ষাশ্যাত্ম বিশুদ্ধাৰ্থ কৃত্বা শবশিৰোধ্বজম। ইয়ং বিশুদ্ধি ৰুদিতা প্ৰমাপ্যা কামতো দ্বিজম। কামতো ব্ৰাহ্মণ বধে নিষ্কৃতি ন বিধীয়তে"। গুণ কৰ্ম্মৰ দ্বাৰাই ব্ৰহ্মত্ব লভিছিল বুলি যদি বলেৰে কব খোজা, তেনেহলে দেখোন ৰামায়ণৰ কথাৰ ভিতৰতে অনৈক্য ঘটে। শিক্ষিত কি অশিক্ষিত সকলোৱে ৰামায়ণৰ এই ইতিহাসটো জনা শুনা আছে যে ৰামচন্দ্ৰৰ ৰাজত্ব সময়ত কোনো এজন ব্ৰাহ্মণে অকালত মৰা নিজ পুত্ৰক ৰজাৰ দ্বাৰত উপস্থিত কৰাত প্ৰভু ৰামচন্দ্ৰে বামুণৰ লৰাৰ অকালিক মৃত্যুৰ কাৰণ চিন্তা কৰাত মহৰ্ষি নাৰদে এনেদৰে কৈছিল। "অদ্যতপতি দুৰ্ব্বুদ্ধি স্তেন বাল বধোহয়ন" অৰ্থাৎ আজি কোনো দুষ্ট বুদ্ধি শূদ্ৰলোকে তপস্যা আচৰণ কৰিছে, সেইহেতু এই ব্ৰাহ্মণ বালকৰ অকালত

মৃত্যুৰ সংঘটন হয়। প্ৰভু ৰামে এই কথা শুনি তৎক্ষণাৎ পুষ্পকাৰোহনে সেই দুৰাত্মাক বিচাৰি শৈবল পৰ্ব্বতৰ উত্তৰ প্ৰান্তত লগ পাই তুমি কোন বুলি সোধাত সেই দুষ্টই কলে যে, মই শূদ্ৰ, দেবত্ব পাবৰ কাৰণে এই মহৎ তপস্যাচৰণ কৰিছোঁ। তাৰ কথা শুনি ধাৰ্ম্মিকপ্ৰবৰ প্ৰভু ৰামচন্দ্ৰে খড়গ দ্বাৰাই তপস্যাকাৰী সেই শূদিৰৰ মূৰ কাটি পেলাইছিল। "শূদ্ৰযোন্যা প্ৰজা তোস্মি তপ উগ্ৰং সমাস্থিতঃ। দেবত্বং প্ৰাৰ্থয়ে ৰাম স শৰীৰো-মহাযশঃ। ভাষতস্তস্য শূদ্ৰস্য খড়গং সুৰুচিৰ প্ৰভম। নিষ্কাষ্য কোষাদ্বিমলং শিৰশ্চিচ্ছেদ ৰাঘবঃ। এতিয়া কথা হৈছে এই যে যদি গুণ কৰ্ম্মৰ দ্বাৰাই সকলো বৰ্ণে বামুণ হব পাৰে, তেনেহলে এই শূদিৰ জন বামুণ নহল কিয়? ব্ৰাহ্মণাদিৰ কৰ্ম্ম তপস্যাক শূদিৰে ধৰাত অকালত বামুণৰ লৰা কিয় মৰে? আৰু জানি শুনি গুণ কৰ্ম্মৰ দ্বাৰাই ব্ৰহ্মাত্বঃ লভা শূদ্ৰ মুণিক মৰাতনো শ্ৰীৰামচন্দ্ৰৰ গাত কিয় ব্ৰহ্ম হত্যা পাতক নালাগিল। এতিয়া অসম বাসী ৰাইজসকলে বিবেচনা কৰি চাওঁক। গুণ কৰ্ম্মৰ দ্বাৰাই অন্য বৰ্ণে অন্য বৰ্ণ পাব নোৱাৰে। আৰু অন্য বৰ্ণে ধৰ্ম্ম ধৰা অত্যন্ত গৰ্হিত বুলি আমি কোৱা কথা সত্যনে মিথ্যা? "নজাতি পূজ্যতে ৰাজন গুণাঃ কল্যান কাৰক" গৌতম সাহিত্যৰ এ বিচনত যে গুণক কল্যানকাৰক বুলিছে, এইটো স্ব স্ব জাতিৰ গুণে স্ব স্ব জাতিৰ কল্যান সাধক বুলি জানিব লাগে। তাকে নেজানি বিজাতিৰ গুণ নি বিজাতিৰ লগত লগ লগালে নিমখ গুড়ৰদৰে বেজ বেজীয়া হব। এইখিনিতে কোনো লোকে অবশ্য আমাক সুধিব পাৰে যে অন্ধ ঋষিৰ শূদ্ৰাণী ভাৰ্য্যাত জন্ম হোৱা পুত্ৰেনো কেনেকৈ তপস্যাদি কৰিছিল। উত্তৰ এই যে সেই লৰাটিৰ গাত দ্বিজ জাতিৰ বীৰ্য্যৰ সম্বন্ধ আছিল। সেই হেতু তপস্যাদি কৰাত তেওঁৰ একো বাধা নাছিল। এতিয়া অসমীয়া ৰাইজে মিমাংসা কৰি চাওক। অন্ধ মুণি আৰু তেওঁৰ পুত্ৰ উভয়ৰ মাজত কাৰ কথা সৰ্ব্ব শাস্ত্ৰ সঙ্গত।

## পক্ষী সংস্কাৰ।

ৰামায়ণৰ পাঠক পাঠিকা সকলৰ ভিতৰত কোনোবাই জটায়ু পক্ষী গুছি মানুহ হোৱাৰ কথা কতবাত পাইছেনে? আমি হলে জটায়ুৰ ঠোঁত পাখিৰ বাজে হাত ভৰি হোৱা গুণ ধৰ্ম্মৰ বল শুনা নাই। প্ৰভু ৰাম চন্দ্ৰেও জটায়ুৰ গুণ কৰ্ম্মৰ বল দ্বাৰাই ব্ৰহ্মাত্ব লভা বুলি কোৱা নাই। ৰাম দন্দ্ৰই কৈছে, 'সৌমিত্ৰে হব কাষ্ঠানি নিৰ্ম্মাথিষ্যামি পাবকং। গৃধ্ৰৰাজং দিধক্ষামি মৎকৃৎতে নিধনং গতম" অৰ্থ হে লক্ষ্মণ। তুমি কাঠ আনা, মই কাষ্ঠ মথন কৰি অগ্নি উলিয়াই পক্ষীৰাজক দাব কৰোঁ, এওঁ মোৰ নিমিত্তে প্ৰাণ ত্যাগ কৰিছে। জটায়ু কৃতোপকাৰী বুলিহে প্ৰভু ৰামচন্দ্ৰে অগ্নি সংস্কাৰ কৰি জটায়ুক স্বৰ্গ গতি প্ৰদান কৰাৰ প্ৰমাণ পাওঁ। গুণ কৰ্ম্মৰ দ্বাৰাই ব্ৰহ্মত্ব লভাৰ দেখোন

প্ৰমাণ নেপাওঁ। যাৰ নাম স্মৰণ কৰি ভব সাগৰ পাৰ হয়, যাৰ পদধূলি লাগি শুকান কাঠৰ নাওঁ স্বৰ্ণময় হৈছিল, সেই ৰামচন্দ্ৰৰ কাৰ্য্যৰ উজাহাৰ দি কাৰ্য্য কৰিব খোজা নিৰ্ব্বোধতাৰ পৰিচয় মাত্ৰ।

## মাৰণেৰ পূৰ্ণ।

সন্ন্যাসী ৰামানুজৰ মাৰণেৰে পূৰ্ণ নামেৰে এজন শূদ্ৰ জাতৰ সন্ন্যাসী শিষ্য আছিল। পাচে সেই শিষ্য জন মৰাত আচাৰ্য্য ৰামানুজে, সেই শবটিক যথা বিহিত সৎকাৰ কৰিবলৈ আদেশ দিয়ে। কিন্তু পূৰ্ণাচাৰ্য্যে পাই ব্ৰহ্ম বিধানেৰে বৈদিক মতে দাহ কৰে। শাস্ত্ৰ মতে সন্ন্যাসীক দাহ কৰিব নেপায়, গন্ধ পুষ্প দ্বাৰায় পূজা কৰি পুতি থব বা জলত উটাব। যথা—"সন্ন্যাসিনাং ঘৃতং কায়ং দহেন্নৈব কদাচন, সম্পূজ্য গন্ধ পুষ্পভ্যাং প্ৰোথয়ে বাপ্সু মজ্জয়েৎ"। পূৰ্ণাচাৰ্য্যৰ এনেকুৱা অশাস্ত্ৰীয় কাৰ্য্য শুনি মহাত্মা ৰামানুজ অসন্তুষ্ট হৈ পূৰ্ণাচাৰ্য্যক মাতি আনি সোধাত পূৰ্ণাচাৰ্য্যে আন একো কবলৈ ছল নেপায় ৰামচন্দ্ৰে পক্ষী জাতি জটায়ুপকো দাহ কৰিছিল বুলি কলে। পূৰ্ণাচাৰ্য্যৰ এই কথাত মহাত্মা ৰামানুজে সন্তোষ নেপালে। গুৰুৰ সহিত বাদানুবাদ কৰা শাস্ত্ৰ নিষিদ্ধ; এই কাৰণে ৰামানুজে একো উত্তৰ নিদি ক্ষুন্ন মনে মঠলৈ গুছি যায়। শূদ্ৰ মাৰণেৰে পূৰ্ণই গুণ কৰ্ম্মৰ দ্বাৰায় ব্ৰহ্মত্ব লভিছিল বুলি ৰামানুজে নকলে।

## গেৰেলাৰ শ্ৰাদ্ধ।

গেৰেলাৰ শ্ৰাদ্ধ দেখা আজিও অনেক লোক কামৰূপত জীবিত আছে। আলাগদিৰ সাধক প্ৰবৰ স্বৰ্গীয় গদাধৰ ভট্টাচাৰ্য্যে কামাখ্যাৰ সৌভাগ্য পুষ্কৰিণীৰ যিটো শিলত বহি সন্ধ্যা আহ্নিক কৰিছিল সেই শিলটোৰ ওপৰত আহি সদায় এটা গেৰেলাই শৌচাচাৰ কৰি থয়। প্ৰতি দিন ভট্টাচাৰ্য্যদেৱে অটাই পিতাই স্নান আহ্নিক কৰে। হঠাৎ এদিন তেখেতৰ মুখৰ পৰা ওলাল যে আজি যদি বেটা আহে, তেন্তে পোকৰ ফাটি মৰিব। বাস্তবিকতে কথাওঁ সেই, পাছ দিনা ভট্টাচাৰ্য্যদেৱে স্নান কৰিবলৈ গৈ গেৰেলাৰ মৃত শৰীৰটি দেখি, দয়াদ্ৰ হৈ মৰা গেৰেলাক কান্ধত কৰি নি কামাখ্যা দেবীৰ মঠৰ ফালে বৈদিক বিধিৰে দাহ কৰি শ্ৰাদ্ধ বিধি কৰিছিল, বোলোহে ভায়া। গেৰেলাইনো কি গুণ কৰ্ম্ম দ্বাৰাই ব্ৰহ্মত্ব পাইছিল, ভট্টাচাৰ্য্যদেৱৰ আহ্নিক কৰা শিলত হগাৰ পৰেনে?

## শঙ্কৰ জাতি।

আমি ইতিপূৰ্ব্বে প্ৰদীপিকাত সূত জাতিৰ উৎপত্তি বিষয় পুৰাণ আৰু মনুৰ এই দুটা পক্ষ দেখুৱাই আছি তলত কৈছিলোঁ যে উভয় পক্ষে সূতৰ গাত ব্ৰহ্মত্বৰ সম্বন্ধ থকাই ভগবান বলৰামে ব্ৰহ্মহত্যা প্ৰযুক্ত প্ৰায়শ্চিত্ত কৰে। দুঃখৰ বিষয়, আমাৰ সেই

পক্ষ দুটা উপনিষদ চৰ্চ্চা কৰা সকলে বুজি নেপায়। "উভয় পক্ষ মানে কি? দশস্পতিয়ে নকলে" ইত্যাদি নানাতৰহৰ প্ৰহাস কৰি অবশেষত "শূদ্ৰিৰ পৰা ব্ৰাহ্মণীৰ গৰ্ত্ত জাত সন্তানকে চাণ্ডাল বোলে, তেনেহলে চাণ্ডাল বোৰত ব্ৰাহ্মত্ব আছেনে" ইয়াত কিবা যোগ বিয়োগ কটাকটি হয় হে বুলি সুধি এইটোকে "গভীৰ সমস্যা উপস্থিত হল" বুলি কৈছে। এই সম্বন্ধে পূৰ্ব্বে আমি লক্ষ্য ৰখা হৈছে। সুতৰাং এই সমস্যা আমাৰ অতি ক্ষুদ্ৰ যেন লাগিছে। আমি আজি অলপ বহলাই ৰাজ্যৰ আগত কওঁ। মনুষ্য মাত্ৰেই কথা জানে যে অনেকটি পদাৰ্থ একত্ৰিত হলে শঙ্কৰ হয়। যেনে কৃষ্ণ আৰু ৰক্ত এই দুটি স্বতন্ত্ৰ বস্তুক একত্ৰিত কৰিলে ধুমল হব। অথচ সেই ধুমলৰ ভিতৰত কৃষ্ণ ৰক্ত উভয় আছেই। অৰ্থ শাস্ত্ৰৰ মতে পৰস্পৰ অত্যন্ত বিৰোধী জাতিদ্বয় এক অভি ধেয়ৰ ওপৰত নিবিষ্ট হলে শঙ্কৰ হয়। যথা "পৰস্পৰাত্যন্ত বিৰুদ্ধাধি কৰণ জাতিদ্বয়স্য একাৰ্থে ভিনিবেশোহি সাঙ্কৰ্য্যম"। ধৰ্ম্মশাস্ত্ৰ মতে অন্য পুৰুষ কৰ্ত্তৃক বিবাহিতা সজাতীয় পুৰুষ দ্বাৰাই হোৱা সন্তান, সম্বন্ধীয় কন্যা বিবাহ কৰি যি সন্তান জন্মায় দ্বিজাতি সকলে উপনয়ন সংস্কাৰ শূন্য হৈ জন্ম হোৱা সন্তানকো বৰ্ণসঙ্কৰ বোলে। যথা মনুঃ—"ব্যভিচাৰেণ বৰ্ণানামবেদ্যা বেদসে নচ, সকৰ্ম্ম নাঞ্চ ত্যাগেন জায়ন্তে বৰ্ণ সঙ্কৰায়"। শূদ্ৰিৰ ঔৰযে ব্ৰাহ্মণীৰ গৰ্ত্তজাত সন্তানৰ ওপৰত ব্ৰহ্মাণত্ব শূদ্ৰত্বৰ মিহলি থকা বাবেহে চণ্ডাল জাতক অধম প্ৰতি লোমজবৰ্ণ সঙ্কৰ জাতি বোলা হয়। চণ্ডালৰ ওপৰত ব্ৰাহ্মণত্ব থাকিলেবা হবকি? চণ্ডালগত ব্ৰাহ্মণত্ব, বিষ মিশ্ৰিত দুগ্ধৰ ন্যায় পৰিবৰ্জ্জনীয়। কাজেই চণ্ডালৰ ওপৰত ব্ৰাহ্মণত্ব থকা নথকা উভয সমান। মন্নাদিয়ে চণ্ডালক নিন্দিত জাতি বুলি কৈ স্পৰ্শনাদি ব্যবহাৰকে নিষিদ্ধ কৰিছে। সূতাদি হলে স্পৰ্শনাদি কিছুমান ব্যবহাৰ ৰাখিছে। যথা মনুঃ—

"জাতোপ্য নাৰ্য্যা দাৰ্য্যাৰা মনাৰ্য্য ইতি নিশ্চয়ঃ। নতৈঃ সময় মন্বিচ্ছেৎ পুৰুষো ধৰ্ম্ম মাচৰণ। ব্যবহাৰোমিথস্তেষাং বিবাহং সদৃশৈঃ সহ" ইত্যাদি—"চাণ্ডাল শ্চধমো নৃনামিতিচ"। "সূত, মাগধায়ো গবানাং স্পৰ্শাদি যোগ্যত্বং সিদ্ধং ভবতি অতশ্চাণ্ডাল এবৈকঃ প্ৰতিলোমজঃ স্পৰ্শাদৌ নিৰস্যতে" ইতি মন্বৰ্থ মুক্তা বল্যাম কুল্লুকভট্ট। চাণ্ডালৰ ওপৰত যি ব্ৰাহ্মণত্ব থকাৰ কথা কোৱা হৈছে সিও ব্ৰাহ্মণী গৰ্ত্ত সম্ভূত সন্তানটিৰ ওপৰতেই। সেই সন্তানৰ সন্তান সন্ততিৰ গাত হলে নাথাকে। যিহেতু সিহতৰ শৰীৰত ব্ৰহ্ম সম্বন্ধি শুক্ৰ শোনিতৰ অভাব। এতেকতে সাধাৰণ চণ্ডালৰ বধত থাকি, ব্ৰাহ্মণীৰ গৰ্ত্তজাত চণ্ডালক মৰাত প্ৰায়শ্চিত্তৰ তাৰ তম্য কৰা যুক্তি সিদ্ধি হব পাৰে। ইয়াক বাজে আৰু একো নাই। ইতি

শ্ৰীযশস্পতি শৰ্ম্মা।

# বন্ধুবৰৰ কৈফিয়ৎ

আজি অতদিনৰ মুৰত যি কি নহওক অসমীয়া ৰাইজে জানিবলৈ পালে আমাৰ বন্ধুবৰে কি কাৰণত মহাপুৰুষীয়া ধৰ্ম্মটো সমৰ্থন কৰে। গত ১০। ১১ বছৰে নজনা অসমীয়াই জানিছিল যে শ্ৰীযুত বেজবৰুৱা ডাঙ্গৰীয়া মোৰ নিভাজ নিখুট মহাপুৰুষীয়া। সন্ত মহন্ত বিশেষকৈ "বৰ্ণানাং গুৰু" ব্ৰাহ্মণসকলে দুখ কৰিছিল যে শ্ৰীযুত বেজবৰুৱা দেৱে শঙ্কৰদেৱ শঙ্কৰদেৱ কৰাৰ ছলেৰে, (তেওঁ নিজে ব্ৰাহ্মণ হৈও) তেওঁবিলাকক কেলেই নথৈ গালি পাৰে। তেওঁ মহাপুৰুষীয়া তেওঁ শঙ্কৰ মাধবক সমৰ্থন কৰক তাত দামোদৰীয়া আৰু আন আন সম্প্ৰদায়ৰ কোনো আপত্তি হব নোৱাৰে; কিন্তু মহাপুৰুষীয়া পন্থ সমৰ্থন কৰাৰ লগে লগে ব্ৰাহ্মণ সকলক কিবাবে চোকা চোকা কথা কয়, গালি গালাজ কৰে! এতিয়া যি কি নহওঁক বন্ধুবৰে কলে যে তেওঁ সাম্প্ৰদায়িক ভাবে আদি ব্ৰাহ্ম সমাজ ভুক্তহে। মহাপুৰুষীয়া নহয়, তেওঁ ব্ৰাহ্মহে। ব্ৰাহ্মই হিন্দুক গালি পৰা, হিন্দুৱে ব্ৰাহ্মক গালি পৰা ঠাট্টা ইয়াৰকি কৰা প্ৰথা অতিজৰে পৰা আছে বুলি অসমীয়া ৰাইজেও জানে। বোধ কৰোঁ আজি ইমান দিনৰ মুৰত ব্ৰাহ্মণ বৰ্গৰ মনৰ দুখৰ অলপ লাঘব হল।

বন্ধুবৰে অকপট চিত্তে কৈছে "আমি সামাজিক ভাবে আদি সমাজ ভুক্ত হৈয়ো শ্ৰীমন্ত শঙ্কৰ প্ৰচাৰিত অনুপম, অমূল্য বৈষ্ণৱ ধৰ্ম্মক সাৰোগত কৰি ধৰি চলিবলৈ একো আহুকাল পোৱা নাই? বন্ধুবৰ এই কথা ফেৰাত আমি বৰ আনন্দিত হৈছোঁ। ব্ৰাহ্ম হলেও যে তেখেতৰ টান কৃষ্ণলৈ আছে, তেখেতৰ অস্থিয়ে মজ্জাত পিতৃ পিতামহসকলৰ ধৰ্ম্মলৈ আকৰ্ষণ আছে এইটো বৰ আনন্দৰ কথা। এি ফেৰা কথাৰ ওপৰত আমি বস্তুক আহ্বান কৰিব পাৰোনে? "হে মৰমৰ বেজবৰুৱা। আঁহা আঁহা। অসমলৈ আঁহা আমি উভয়ে ৰীণ বৰাগী হওঁ।"

বন্ধুবৰে আকৌ কৈছে যে তেওঁ ব্ৰাহ্ম ধৰ্ম্মত মহাপুৰুষীয়া ধৰ্ম্ম দেখে, মহাপুৰুষীয়া ধৰ্ম্মত ব্ৰাহ্ম ধৰ্ম্ম দেখে। সকলো প্ৰকৃত প্ৰচলিত ডাঙৰ ধৰ্ম্মৰ সাৰভাগত সকলোৰে মিল দেখে। নেদেখোঁ আমি মাথোন আকাৰ ইকাৰ বৰ্জ্জিত (এইটো স্তুতি নে গালি?) বৰদলৈয়ে। ৰাইজে কিন্তু, বিশেষ আমিও তেওঁৰ আজি অতবছৰৰ লেখাৰ পৰা বুজিছিলোঁ যে তেওঁৰ অহোপুৰুষাৰ্থ হৈছিল ব্ৰাহ্ম ধৰ্ম্মত কৃষ্ণক সুমাবলৈ আৰু মহাপুৰুষীয়া ধৰ্ম্মৰ পৰা প্ৰতিমা পূজা একেবাৰে আঁতৰাই, বৰ্ণাশ্ৰম বিভাগ উটাই দি, ব্ৰাহ্মণৰ প্ৰাধান্য লোপ কৰি, মহাপুৰুষীয়া ধৰ্ম্মটোক ব্ৰাহ্ম ধৰ্ম্মৰ ভিতৰত সুমাই লবলৈ। এনেকুৱাটো পুৰুষাৰ্থ দেখি আমিও আজি ভালেমান বছৰৰপৰা ইষৎ

ইষৎ হাস্য কৰি আছিলোঁ। কাৰণ আমি জানিছিলোঁ যে তেওঁৰ চেষ্টা সম্পূৰ্ণ বৃথা। আদি ব্ৰাহ্ম সমাজে কস্মিন কালেও কৃষ্ণক বা শঙ্কৰদেৱক সামৰি নলয় আৰু মহাপুৰুষীয়ায়ো কৃষ্ণৰ মূৰ্ত্তি ব্ৰহ্মপুত্ৰত উটাই দি বেদ মাৰি ব্ৰহ্মধৰ্ম্মত ভুক্ত হবলৈ নেযায়। এতিয়া যেতিয়াই অসমীয়া ৰাইজে জানিলে যে তেওঁ ব্ৰাহ্মহে আৰু তেওঁ মহাপুৰুষীয়া ধৰ্ম্মক ব্যক্তিগত ভাবেহে মোৰ বুলি লৈছে, তেতিয়াই অসমীয়া ৰাইজৰ বিশেষ ব্ৰাহ্মণ বৰ্গৰ মনৰ খুকুৰি আঁতৰ হল।

বন্ধুবৰে কয় তেওঁ ব্ৰাহ্মধৰ্ম্মেৰে সৈতে বিশেষ আদি ব্ৰাহ্মধৰ্ম্মেৰে সৈতে মহাপুৰুষীয়া ধৰ্ম্মটোৰ মিল দেখে। অৱশ্যে তেওঁ এই মিল সাৰভাগতহে দেখে কিন্তু প্ৰত্যেকে জনা বুজা মাত্ৰেই জানে যে সাৰভাগত সকলো ধৰ্ম্মৰেই মিল যত অমিল অঙ্গ প্ৰত্যঙ্গতহে। কিন্তু ধৰ্ম্ম বুলিলে অঙ্গ প্ৰত্যঙ্গ বাদ দি অকল সাৰভাগটো ধৰিলে এটা শূন্য গোলাকৃতি হে ধৰা পৰে। অঙ্গপ্ৰত্যঙ্গ মিলালে ব্ৰাহ্মধৰ্ম্মে মহাপুৰুষীয়া ধৰ্ম্মে আকাশ পাতাল প্ৰভেদ। বৈষ্ণৱ ধৰ্ম্মৰ অঙ্গ ৫টা। ১ম অবতাৰ বাদ। ২য় গুৰুবাদ। তৃয় অবতাৰি পুৰুষ আৰু তেওঁৰ আতা সকলৰ দ্বাৰাই অলৌকিক কাৰ্য্য সম্পাদন যাক ইংৰাজিত Miracle বোলে। ৪ৰ্থ সাকাৰ নিৰাকাৰ উভয় বিধ পূজা উপাসনা। ৫ম গৃহস্থিত থাকে মানে বৰ্ণাশ্ৰম ধৰ্ম্ম পালন। আমি জানো মহাপুৰুষীয়া ধৰ্ম্মত এই পাঁচোটা অঙ্গই বৰ্ত্তমান সধাৰণ আৰু নব বিধান ব্ৰাহ্ম ধৰ্ম্মত পাচোটিৰ এটাও নাই, আদি ব্ৰাহ্ম সমাজত মাথোন শেষৰ বৰ্ণাশ্ৰম ধৰ্ম্মটো আছে। কোনো ব্ৰাহ্মই অবতাৰ নামনে। আন কি ব্ৰাহ্ম ধৰ্ম্ম প্ৰবৰ্ত্তক ৰাজ্য ৰামমোহনক কেবল Reformer বে বোলে। ব্ৰাহ্ম ধৰ্ম্মত কস্মিন কালেও গুৰু নামনে। ব্ৰাহ্ম ধৰ্ম্মই কয় ঈশ্বৰৰ ওচৰ পাবলৈ কৰো সহায় লোৱাৰ আবশ্যক নাই। যি গুৰু সি মানহহে। বেদেই অভ্ৰান্ত নহয়, তেনেস্থলত মানুহ কেনেকৈ অভ্ৰান্ত হব, মানুহ কনা। কনাই কনাক কেনেকৈ বাট দেখুৱাব? সেই দেখি ব্ৰাহ্মসকলে গায় "হে ব্ৰহ্ম! আমাদিগকে অন্ধকাৰ হইতে আলোকে লইয়া যাওঁ।" গুৰুৰ নামৰো উল্লেখ নাই। হিন্দুৱে কিন্তু আগেয়ে গুৰুৰ নাম লৈহে ঈশ্বৰক উপাসনা কৰে। Miracle বা অলৌকিক কাৰ্য্য সম্পাদন ব্ৰাহ্ম সকলৰ পক্ষে কুসংস্কাৰাপন্ন দুৰ্ব্বল মগজুৰ ৰজ্জুত সৰ্পভ্ৰম মাথোন। নজনাক ভুৱা দিবৰহে উপায়। কিন্তু মহাপুৰুষীয়া ধৰ্ম্মত কৃষ্ণৰ জন্ম দিন ধৰি শেষলৈকে Miracle ৰ লেখ জোখেই নাই যথা গোবৰ্দ্ধন ধাৰণ, কালীয় দমন ইত্যাদি ইত্যাদি। আনকি শঙ্কৰ মাধবৰো দুই এটা অলৌকিক কাৰ্য্য সম্পাদন কৰা বিবৰণ আছে। ব্ৰাহ্মধৰ্ম্মত সাকাৰ পূজা নাই। কলীয়া ঠাকুৰ বা গোবিন্দ, যাদবৰায়, বংশীবদন, গোপাল ইত্যাদি কোনো মূৰ্ত্তিকেই আন কি ছবি এখনকো ব্ৰাহ্ম মন্দিৰত নেৰাখে ৰথাটো মহাপাপ। কেৱল

শ্ৰোতা সকলে চকু মুজি থাকে, আচাৰ্য্যজনে Pulpit ৰ পৰা লগাই দিয়ে "সত্যংজ্ঞানমনন্তং ব্ৰহ্মংইত্যাদি ইত্যাদি। শ্ৰোতাসকলেও তাকে গাব। তাৰ পিছত বঙ্গীয় ভাষাৰে গাব "আমাদিগকে অন্ধকাৰ হৈতে আলোকে লইয়া যাও"। শ্ৰোতাসকলেও সেই দৰে মাতি যাব। এয়ে ব্ৰাহ্মৰ নিৰাকাৰ উপাসনা। তাৰ পিছত আচাৰ্য্য জনে নিজৰ মনেৰে গঢ়া কেতখিনি Extempore উপাসনা গাব। শ্ৰোতাসকলে হয় কান পাতি চকু মুজি শুনিয়েই থাকিব নতুবা চকু মুজি লৈ আন কথাকে ভাবিব। আতাৰ্য্যজন ভাল হলে তেওঁৰ সেই Extempore উপাসনা অবশ্যে মনমোহা হৃদয়গ্ৰাহী হয়। কেচা বিধৰ হলে তেওঁ বলকাকে বলকিব, গোৰাকে গাব, কোৱাকে কব। শ্ৰোতাসকলৰ কোনো কোনোৱে ধৈৰ্য্য হেৰুৱাই সুৰুত কৰি ওলাই গুচিয়ে যাব। বৰ্ণাশ্ৰমৰ বিষয়ত দুদল। ব্ৰাহ্মতো (সাধাৰণ আৰু নববিধান) সদায় বৰ্ণাশ্ৰম ধৰ্ম্মৰ ওপৰত খড়গহস্ত, জাতভেদৰ লেচুকে নেৰাণে। ধনী নবঁশাখাৰ ব্ৰাহ্মিকাক, আন কি আগৰ চমাৰ বা মুচি কুলৰ ধনচহকী ব্ৰাহ্মিকাকো আগৰ চাটুৰ্জি, বানাৰ্জি জাতৰ হলেও বিয়া কাৰব। ধনচহকি আগৰ মুচি জাতৰ ব্ৰাহ্মৰ ঘৰতো আগৰ চাটুৰ্জি বানৰ্জি জাতৰ ব্ৰাহ্মো গৈ ঘোকা ঘুকি খাই দিব। অবশ্যে আদি ব্ৰাহ্মসমাজত জানিবা বৰ্ণাশ্ৰম ফেৰা বিশেষ ছোৱালী বিয়া দিয়া আৰু লগুণ লোনা প্ৰথাটো ৰক্ষিত হৈ আছে। সেই অনুসৰিহে আমাৰ শ্ৰীযুত বেজবৰুৱাক ঠকুৰ বংশে ছোৱালী বিয়া দিলে, তেওঁক মহাপুৰুষীয়া বুলি জনা হলে কি কৰিলে হেতেন কব নোৱাৰোঁ আৰু সেই অনুসৰিয়েই আমাৰ ভ্ৰাতৃবৰেও তেওঁৰ কন্যাক এজন কুলীন ব্ৰাহ্মণতহে বিয়া দিলে। এই এটা বিষয়ৰ মিলত বাজে আদি ব্ৰাহ্ম সমাজৰে আৰু মহাপুৰুষীয়া ধৰ্ম্মৰে আমি কোনো মিলকে নেদেখোঁ। মূল ভাববিলাক মিলৰ বাবেহে যদি তেওঁ মহাপুৰুষীয়া ধৰ্ম্মটো সমৰ্থন কৰে তেনেহলে তেওঁ আমাক খৃষ্টিয়ান, মুচলমান, বৌদ্ধ ইত্যাদি ধৰ্ম্মৰো মূল ভাববিলাক ফঁহিয়াই দেখুৱাই দি আৰু এফেৰা অধ্যপকি কৰিব পাৰিলে হেতেন। কিন্তু তাকে নকৰি শঙ্কৰদেৱ শঙ্কৰদেৱ বোলাৰ ছালেৰে ব্ৰাহ্মণক গালি পৰাতহে সকলোৰে বেজাৰ বিৰক্তি হৈছিল। এতিয়া যি নহওঁক আপদৰ শান্তি হল।

শান্তি! শান্তি!! শান্তি!!! শান্তিৰেব শান্তি।

## কমলবাজ বেজবৰুৱা।

প্ৰদীপিকা পাঠক মাত্ৰেই স্মৰণ কৰক আমি আদিতেই বাঁহীক ৫টা প্ৰশ্নৰ ভিতৰত এইটোও প্ৰশ্ন কৰিছিলোঁ। যে মহাপুৰুষীয়া পন্থত ব্ৰাহ্মণক কেনেকৈ শৰণ

লগায়। আজি ১৬ মাহৰ মূৰত আমাক বন্ধুবৰে আউটি পিটি উত্তৰটো দিলে যে মহাপুৰুষীয়া পন্থত শৰণ লগাবলৈ হলে আগত ভাগবত খান ৰাখে, কায়স্থ বা শূদ্ৰ মহন্তজন সাক্ষী হৈ বহি থাকে, শৰণ লোৱাজনে ভাগবত খনৰ আগত উবুৰি হৈ পৰে, মহন্ত জনে কথা শুনায়, শৰণ লোৱাজনে কৃষ্ণতহে শৰণ লয়।" এই উত্তৰ দিয়াৰ লগে লগে তাহানি খনৰ "দাদা ও আমি" তাৰ উত্তৰৰ "গাধা ও তুমি" এই দুটা বঙালী অভিনয়ৰ উল্লেখ কৰি অপ্ৰাসঙ্গিক ৰূপে আমাক বেজবৰুৱাই প্ৰকাৰান্তৰে কি বুলি তেওঁৰ স্বভাবৰ পৰিচয় দিছে ৰাইজে চাওক। U.N. Das এই নাটৰ বিষয়টো আমি তলত আকৌ বহলাই দিম। নিৰপেক্ষ পাঠক মাত্ৰকে আমি ১০ম বছৰৰ আদিৰে পৰা এতিয়াৰ ৫ম সংখ্যালৈকে (আগৰবিলাক বাঁহী নহলেও) বাঁহী আৰু প্ৰদীপিকা পঢ়ি চাবলৈ খাঁটো। আমি বুকত হাত দি ডাঠি কব পাৰোঁ যে আমি আগ মাত আগ গালি কস্মিন কালেও ব্যবহাৰ কৰা নাই। আনকি ধৰ্ম্ম চৰ্চ্চা কৰোঁতে যাতে গালি গালাজ নচলে সেই বিষয়ে মিনতিকৈহে জনাইছিলোঁ। সম্পাদক বেজবৰুৱা ডাঙ্গৰীয়া আৰু তেওঁৰ মাৰলি ভবানন্দ পাঠকেহে বৰাবৰ আগ মাত আগ গালি পৰাতহে আমি মিঠা মিঠা উত্তৰ অবশ্যে দিছোঁ। বেজবৰুৱাৰ এই শৰণ পন্থটোৰ উত্তৰৰ দ্বাৰাই ব্ৰাহ্মণ বৰ্গে বুজি লওক যে মহাপুৰুষীয়া পন্থত শৰণ দিয়াৰ এই প্ৰথাৰেই বৰ্ণাশ্ৰম ধৰ্ম্মটো ৰক্ষা কৰিছে, শূদিৰৰ ভৰিত পৰি ব্ৰাহ্মণক শৰণ দিবলৈ ব্যবস্থা ৰাখি থৈ যোৱা নাই, আৰু যি শূদ্ৰ গুৰু বা ব্ৰাহ্মণক শৰণ দিবলৈ ব্যবস্থা ৰাখি থৈ যোৱা নাই, আৰু যি শূদ্ৰ গুৰু বা উপদেশক তেওৰ প্ৰসাদো খাব পৰা কৰি থোৱা নাই। বেজবৰুৱাফ উত্তৰৰ পৰা এইটো থিৰাং হল। অবশ্যে বামুণীয়া গুৰুৱে নিজৰ চৰণত পেলাই লৈয়েই শৰণ দিয়ে, মৰমৰ শিস্যক পাতৰ প্ৰসাদো দিয়ে। বেজবৰুৱা ডাঙ্গৰীয়াই প্ৰকাৰান্তৰে এই প্ৰথাটোক বেয়া বুলিছে। বেয়া বোলাৰ লগে লগে তেওঁ ঠিক খাটি ব্ৰাহ্মণ এজনৰ দৰে গুৰু কেনেকুৱা মানুহ হব পাৰে এই বিষয়ে একলা বক্তৃতা গাইছে। যেন আমি আৰু অসমীয়া হিন্দু ৰাইজে একো নেজানোহে। আমি আমাৰ "দেৱ দামোদৰ আৰু হিন্দুধৰ্ম্ম" এই বক্তৃতাত কাহানিবাই এই কথা কৈ থৈছোঁ, আন কি শিষ্য কেনেকুৱা হব লাগে তাকো কৈ থৈছোঁ। আমি ব্ৰাহ্ম উপদেশক এজনৰ আগত কৃষ্ণক যে নিৰাকাৰ ভাবেও ব্ৰাহ্ম সমাজত লব পাৰি এই বিষয়টো লৈ কৃষ্ণৰ স্তব এটি ডাঙ্গি ধৰি যিটি বাখ্যা দিছিলোঁ সেইটি ধৰ্ম্ম সম্মত আনকি বিজ্ঞান সম্মতো। কিন্তু ব্ৰাহ্মে কৃষ্ণ নামটোকে লবলৈ নাৰাজ। বেজবৰুৱাই নিজে কৃষ্ণ কৃষ্ণ কৰিব পাৰে, কিন্তু তেওঁ ডাঠি কব পাৰেনে যে কোনো ব্ৰাহ্ম সমাজত এতিয়ালৈকে নিৰাকাৰ কৃষ্ণকে লৈছে। আমাৰ কৃষ্ণ অতি মহৎ। তেওঁ পৰম ব্ৰহ্ম। অথচ আমালৈ

সেই নিৰাকাৰেই সাকাৰ। আমি সাকাৰ নিৰাকাৰ উভয় বিধকেই লওঁ। মহাপুৰুষীয়ায়ো তাকে কৰে। কিন্তু ব্ৰাহ্ম সমাজত সাকাৰ কৃষ্ণতো দূৰৰ কথা, নিৰাকাৰকে লবলৈ নাৰাজ। কাজে কাজে আনি ব্ৰাহ্ম ধৰ্ম্মত কৃষ্ণ নাপালোঁ। বেজবৰুৱাই কৈছে তেওঁ হেনো মহা ভাগ্যবান তেওঁ পাইছে। অবশ্যে নিৰাকাৰ কৃষ্ণটোক তেওঁ পাব পাৰে। কিন্তু ৰাইজে ভ্ৰাতৃবৰৰ কলম বাজি দেখক। আমি গাইছিলোঁ “কৃষ্ণং কৰুণাময়ং গুণনিধিং ৰাধাপ্ৰেম বল্লভং” ইত্যাদি ইত্যাদি। ইয়াৰ বাখ্যা Sense আৰু Science ৰক্ষা কৰিও দিছিলে। কিন্তু বেজবৰুৱাই চছমা লোৱা চকুৰে দেখিলে আমাৰ কৃষ্ণ হোনো গঠিয়া, চাকোলা, বাউনা, পঁয়ালগা। বন্ধুবৰ! ধন্য তোমাৰ কমলৰাজি, ধন্য তোমাৰ কৃষ্ণপ্ৰেম। ইয়াৰ লগে লগে বন্ধুবৰে আমাৰ এজন বন্ধুকো আক্ৰমণ কৰিছে। তেৱোঁ হেনো আমাৰ দৰে Queer, আমাৰ দৰেই দ্বিতীয় বৰদলৈ। সেই বন্ধুজননো কোন শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াই খুলিনো নকয় কেলেই? অবাবত বন্ধুজনক আক্ৰমণ কৰে কিয়? উত্তৰ—স্বভাব।

বন্ধুবৰে অবশ্যে ভবা নাছিল যে আমি চাকিবাহনে তেওঁৰ ব্ৰাহ্মধৰ্ম্মৰ প্ৰবন্ধত বিন্ধা দিম। তেওঁ জানিব লাগিছিল যে ছাঁয়াটোক কিল ডাঙ্গিলে ছাঁয়াটোৱেও তাকে কৰে।

## বেজবৰুৱা ডাঙ্গৰীয়াৰ বুৰঞ্জী বোধ।

বেজবৰুৱা ডাঙ্গৰীয়াই অনুগ্ৰহ কৰি ৺দামোদৰ শঙ্কৰ মাধব এইসকলৰ আবিৰ্ভাব আৰু লীলাৰ কালটোৰে সৈতে সেই সময়ৰ আহোম ৰজাৰ আচৰণ মিলাই নেছায় কেলেই? দ্বিজ ৰামানন্দ কৃত চৰিত্ৰখন তেনেই নপঢ়ে কেলেই? সেই কালত অৰ্থাৎ ১৪৯০ শকলৈকে আহোম ৰজাসকল বৌদ্ধ ধৰ্ম্মতে আছিল। হিন্দুধৰ্ম্মৰ ওচৰকে চপা নাছিল। তেনেস্থলত বামুণ আৰু গণকে হিন্দু ধৰ্ম্মটো লৈ ৰজাক কিবা শুনাব পাৰিছিলনে? ৰজাই যদি ব্ৰাহ্মণৰ কথা মতে চলিহে শঙ্কৰ মাধব এই দুজনক নিগ্ৰহ কৰিছিল তেনেহলে ব্ৰাহ্মণ দামোদৰকো নিগ্ৰহ কৰিব নালাগিছিল। কিন্তু। প্ৰভু দামোদৰেও দেখোন নিগ্ৰহ ভুঞ্জি কোচ ৰাজ্যতহে ঠাই লৈছিলগৈ। বৌদ্ধধৰ্ম্মী আহোম ৰজাক ব্ৰাহ্মণে কেতিয়াও লগোৱা নাছিল বা লগাব পৰা নাছিল যে শূদ্ৰৰূপী শঙ্কৰে ধৰ্ম্ম নষ্ট কৰিলে। ৰজাই ভূঞা বংশৰ ৰাজ্য উচ্ছেদ কৰিবলৈহে হাতী ধৰা ফান্দিটো উলিয়াইছিল। কাষে কাষে দৈত্যাৰিৰ উক্তিটো যে তেনেই মিছা তাত লৰাৰো ধনিষ্টমান সন্দেহ নাই। তাৰৈ বৰদলৈয়ে ৰাহু কেতু গণিবলৈ যাবৰ দৰকাৰ নাছিল।

সেই সময়ত যেতিয়া ৰজা নিজে বৌদ্ধধৰ্ম্ম অবলম্বী তেতিয়া ব্ৰাহ্মণে সেই বৌদ্ধ ৰজাক Defender of the faith বুলি লোৱা কথাটো নিতান্ত ভ্ৰম। গণকেও ৰাহু কেতুৰ ফলাফল গণি পঢ়ি সেই সময়ত ধন বিচাৰি ৰজাৰ চাত পাব পৰা হোৱা নাছিল। কাযে কাযে আহোম ৰজাই বামুণে শঙ্কৰৰ বিৰুদ্ধে ৰজাক লগোৱাত ৰজাই যে বামুণক কাউৰ শগুণ চিলা বুলিলে এইটো সমুলি মিছা। এইটো দৈত্যাৰিৰ বামুণক গালি পৰা ছল মাথোন। দ্বিজভুষণ, ৰমানন্দ কৃত চৰিত্ৰতো এনেকুৱা কোনো কথা নাই। বাৰু যদি ধৰি লোৱা যায় যে এইটো বুৰঞ্জীমূলক সত্য, দৈত্যাৰি Recorier মাথোন, আমি আকৌ সোধো শঙ্কৰদেৱে নিজ কন্যা বিষ্ণুপ্ৰিয়াক তেওঁৰ মন্ত্ৰ শিষ্য মাধব দেৱক যচাঁটো সচানে? ইয়াৰ উত্তৰ কত? Enlightened বেজবৰুৱাই জানেনে যে ভিতৰি ঠাকুৰীয়া পন্থৰ সকল অৰ্থাৎ সংহতিৰ সকল মহাপুৰুষীয়া পন্থৰ অৰ্থাৎ নিকা পন্থৰ অলপ অচৰপ বিৰোধী? যি কি নহওক আমি দ্বিজ ৰমানন্দকৃচ চৰিত্ৰৰ আলোচনা শেষ কৰি ৰামচৰণ ঠাকুৰকৃত চৰিত্ৰখন আলোচনা কৰোতে এই বিষয়ে আৰু জলজলীয়া কথা বতৰা দেখুৱাম। সদ্যহতে বেজবৰুৱা ভ্ৰাতৃবৰে দৈত্যাৰিয়ে লেখা দুটাক সত্য বুলিয়েই ধৰি থাকক। শৰাধ কৰা বামুণক ইচ্ছা যদি হৈছে তেৱেঁ কাউৰ শগুণ চিলা বোলক আমাৰ হানী নাই। প্ৰকাৰন্তেৰে ৫ম সংখ্যা বাঁহীত (১৩৫ পিঠিত) তাকেই কৈছে। আমাকো আৰু যিমান পাৰে গণক গণক কৰি চিঞৰি গালি পাৰি থাকক তাত আমাৰ লাজো নাই, দুখো নাই। উপাৰ্জিছোঁ পৰম পবিত্ৰ দৈবজ্ঞ ব্ৰাহ্মণ কুলতে। আছোঁও তাতে আৰু সামাজিক হিচাবেও পিতৃ পিতামহৰ যত্ন আৰু পন্থতে আছো। বন্ধুবৰে যদি দৈবজ্ঞ হোৱাটো সুবিধা বিবেচনা কৰিছে (বাঁহী ১৩৫ পিঠি "দৈবজ্ঞ হোৱাব অনেক সুবিধা দেখিছোঁ।"), তেনেহলে (তেওঁ যেতিয়াই আগব হিন্দুৱেই আৰু এতিয়াও ব্ৰাহ্ম সমাজ ভুক্ত হলেও বৰ্ণাশ্ৰমৰ ভিতৰতে আছে, তেতিয়াই তেওঁ পূনৰ্জ্জন্ম বিশ্বাস অবশ্যে কৰে) তেওঁ ঈশ্বৰ কৃষ্ণত আৰাধনা কৰক, সিজন্মত তেওঁক যেন গণকৰ ঘৰত জন্ম দিয়ায়। অবশ্য ঈশ্বৰ কৃষ্ণই ভক্তৰ বাঞ্ছা পূৰ্ণ কৰিব। ইহ জন্মত অবশ্যে নহব। কাৰণ Law of Karma অখণ্ডনীয়।

**বেজবৰুৱা ডাঙ্গৰীয়াৰ U.N. Das আৰু**
**ভবানন্দ পাঠকৰ টিটেনিয়া দেবী।**

তাহানিখন কলিকতাত থকোঁতে শ্ৰীনাথ দাস উকীলৰ পুত্ৰ শ্ৰীমান উপেন্দ্ৰনাথ দাসে বিলাতৰপৰা উলটি আহি আন একো বিষয় নেপাই "দাদা ও আমি" নামেৰে এখন নাট লেখি অভিনয় কৰিবলৈ ওলাল। নাটখনৰ নায়ক নায়িকাহাল ইংৰাজী আৰু হিন্দু উভয় ধৰণে শিক্ষিত। তেওঁ আগেয়ে অৰ্থাৎ বিলাতলৈ যোৱাৰ আগেয়ে ষ্টাৰ

থিয়েটাৰৰ এজন অভিনেতা আছিল। উলটি আহিলত তেওঁৰ ফুচুলনিত Star Theatre ৰৰ বিখ্যাত ভাৱৰীয়া এজন আহি তেওঁৰ লগ লাগিল। এই কথাতে খং উঠি ষ্টাৰৰ অমৃত বাবুৱে উপেন্দ্ৰনাথ দাসৰ নামটোৰ ওপৰতে পেংলাই কৰি দাদা ও আমি = U.N. Das = you and ass = গাধা ও তুমি বোলা নাট এখন লেখি play কৰিছিল। দাদা ও আমি অপদাৰ্থ নাটক নাছিল কিন্তু গাধা ও তুমিত কি কৰিছিল? নায়কজনক পাতিছিল বিলাতফেৰত-বাপেকক old fool বোলা অন্তৰঙ্গ বন্ধুজনক পাতি পেলাইছিল গাধা। এইখনেই নাট। এতিয়া আজি অত বছৰৰ মূৰত কমলবাজ বেজবৰুৱাই পূজ্যপাদ যশস্পতি দেউক পাতিছে “আমি” আমাক পাতিছে “দাদা”। ধন্য বেজবৰুৱাৰ কলম। অসমীয়া ৰাইজে চাওক আমি পিতৃকুলটোক অথবা আই বোপাইক গালি পৰা নাই, গতিকে আমি দাদা বা গাধাৰ ভাও লবৰ অযোগ্য। যি গালি পাৰিব জানে আৰু সন্থাকৈয়ে পিতৃকুলটোক old fool বুলি গালি দিবই লাগিছে তেওঁহে সেই ভাওটো ললে সুৱাব হবলা। ৰাইজে কি বোলে?

“প্ৰদীপিকা আমাৰ মূৰতে” এই কথাটোৰ পৰা উপনিষদত ওষ্টাদ, উপনিষদৰ ভাব বই মৰা পাঠক ভবানন্দৰ বিদেশী আত্ম বিনোদন থিয়েটৰৰ দললৈ মনত পৰিল। আমি প্ৰদীপিকাত আদিতে Spiritialism লেখিছিলোঁ। সেই বাবেই তেওঁ আমাৰ গাত Platania দেবীয়ে লম্ভা যেন লাগে। আমি আদিৰেপৰা কৈ আহিছোঁ আমি দলা চিকাৰৰ দা লোৱা জন নহও। দা লোৱা জন পাঠকদেৱহে! তেওঁ বয়সতো কুমলীয়া, ইফালে পহু কাটি আনি পূৰ্ণাহুতি পৰ্য্যন্ত দিয়া বিধৰ ঘোৰ কাপালিক। পহুকটাৰ হেপাহতে দা ললে হয়; কিন্তু তেওঁৰ ভয় হৈছিল কিজানি তেওঁ বংশীবাদক আৰু দলা লোৱা উভয়কে অজা বা পহু বুলি থপিয়ায়। তেওঁৰ nervousness দেখি প্ৰদীপিকাই দিছিল সাহ। অলপ সাৱধানে চলিবলৈকো কৈছিলো; কিন্তু কলে কি হব? দুখৰ কথা তেওঁ আছিল এন্ধাৰত আমাৰ পাচত? বাকে বিচাৰি ফুৰিছিল এজন বয়সত ডেকা অথচ nervous বিধৰ মানুহ। বংশীবাদককতো ধৰিব নোৱাৰেই কাৰণ তেওঁৰ হাততে বাঁহী। দলা লোৱা জনকো ধৰিব নোৱাৰে যেহেতু তেওঁৰ মূৰৰ ওপৰত জুই। দৈত্য হওক, দানব হওক বনদেবতা হওক, ভুত হওক, পিশাচ হওক, সকলোৱে যেনেহলেও ভয় কৰে জুইক। তাতে কথা লোৱাজন সংসাৰৰ ঘেটা খোৱা বৃদ্ধ ৰূপ যৌবন হীন টিটেনীয়াৰ বাছন্দৰো নহয়, কাষে কাষে নিশা এন্ধাৰত আমাৰ পাঠকদেৱেকহে কিজানি বাকে লৈ গৈ টিটেনীয়া বনদেবীৰ কি দশা হৈছিল নিজে কলেই ভাল। আমাৰ কাপৰ আগেৰে আৰু নোলায়। অন্নমতি বিস্তৰেণ।

*শান্তি! শান্তি!! শান্তি!!! শান্তিৰেৰে শান্তি।*

# শ্ৰীশ্ৰী নীলকণ্ঠকৃত দেবদামোদৰ চৰিত্ৰ।

(পূৰ্ব্বে প্ৰকাশ হোৱা পাছৰ পৰা)

অনেক বকতি কৰি প্ৰণতি কৰিবা।
নয়নে লোতক ঝৰে প্ৰেমত কান্দিলা।।
দেখি দামোদৰে প্ৰেমাকুলে আশ্বাসিলা।
হৈবে মনোৰথ সিদ্ধি বুলি আশ্বাসিলা।।
দামোদৰ পাৱে পৰি দুনাই নমিলা।
বলোদেৱে শুদ্ধ পট্ট আনি দিলা।।
কবিৰত্নদেবে বলোদেবত মেলাইলা।
দুইকো চাই দুইয়ো নেত্ৰে লোতক ঝৰিলা।।
লগৰ সন্তক পুষ্পবস্ত্ৰ মালা দিলা।
বালোদেবক যে সন্ত সবেও নমিলা।।
কবিৰত্ন আদি আনো সন্ত সমস্তয়।
লৰি গৈলা হৰিষে বিষাদ অতিশয়।।
যেবে কবিৰত্ন আদি সবে চলি গৈলা।
দামোদৰ বলদেব অসন্তোষে ৰৈলা।।
শুনা সব সভাসদ নকৰা বিমন।
সন্তৰ চৰিত্ৰ কৰিও শ্ৰৱণ।।
ইসব চৰিত্ৰ কোনে বৰ্ণাইবাক পাৰে।
সংক্ষেপে ৰচিলোঁ পদ বাহুল্যক ডৰে।।
শুনিও সন্তোষমনে যত সাধু নৰ।
নিৰন্তৰে উচ্চ কৰি বোলা দামোদৰ।।

**ঝুমুৰি।**

**দামোদৰ ৰৈলা চায়।**
**সন্তসব গৃহে যায়।।**
**মনে দামোদৰ স্মৰি।**
**ঘনে ঘনে ঘোষে হৰি।।**

দিনমান পন্থে চলে।
গধুলি সময় ভৈলে।।
গ্ৰাম নগৰত ৰয়।
ৰাত্ৰি গোট বঞ্চি যায়।।
গ্ৰামবাসী ভাগ্যৱন্ত।
ভোজনক কৰাৱন্ত।।
নিত্যৰ প্ৰসঙ্গচয়।
নিত্যকৰ্ম্ম যেন হয়।।
সমাপত কৰি তাঙ্ক।
চলে দুনাই মহাৰঙ্গ।।
এহিমতে চলি যায়।
পাটবাউসী স্থান পায়।।
ভক্তিভাবে নমিলন্ত।
পাছে সবে স্নানিলন্ত।।
নিত্যকৰ্ম্ম সাঙ্গ ভৈলা।
নাম প্ৰসঙ্গক থৈলা।।
তাল কৰ্ত্তাল বজাই।
গেবিন্দৰ গুণ গায়।।
প্ৰেমে কান্দি বাগৰন্ত।
কতো উঠি গুণ গান্ত।।
কৃষ্ণক সাক্ষাত পায়।
নাচে কতো ৰঙ্গ চায়।।
আনন্দে লোতক ঝৰে।
পৰি দণ্ডৱত কৰে।।
পৰম উৎসব মনে।
হৰিধ্বনি কৰে ঘনে।।
কৰন্ত কীৰ্ত্তন ৰঙ্গে।
সন্তসবে ভক্ত সঙ্গে।।
পাছে গীতা পাঠ কৰি।
ব্যাখ্যা টীকা অনুসৰি।।

## পদ।

আপুনিয়ো ভুঞ্জিলা কবিৰত্ন মনৰঙ্গে।
বসিলন্ত গৈয়া পাছে সন্ত সৰ্ব্ব সঙ্গে।।
কবিৰত্নে সমস্তকে বুলিলা বচন।
নিশাগোট আহা কৰি আনন্দমন।।
কবিৰত্ন বচনক সবে অনুসৰি।
বঞ্চিলন্ত থানে নিশা প্ৰসঙ্গক কৰি।।
প্ৰসঙ্গৰ অন্তে কবিৰত্ন দ্বিজবৰ।
সিধাভুজা দিয়া পঠাই ভোজন সম্ভাৰ।।
উত্তম তণ্ডুল মৎস্য মাংস তেল লোন।
ঘিউ তেল মৰিচ বাখৰ আন গুণ।।
আলু ঘণক্ষীৰ মধু ভক্ষিবাক দিলা।
ভক্তগন সমস্তেয়ো সকলে ভুঞ্জিলা।।
শয্যাত শুতিয়া নিশা কৰিলন্ত ক্ষয়।
প্ৰভাতে উঠিলা যত সন্ত মহাশয়।।
স্নানি নিত্য কৰ্ম্ম কৰি থানক চলিলা।
নীতি পূৰ্ব্বকে যত প্ৰসঙ্গ কৰিলা।।
ভোজন বাসৰে আসি ভোজন কৰিলা।
সাঙ্গিভাৰ দাবলি বান্ধিবে আদেশিলা।।
বস্ত্ৰ অঙ্গে লৈয়া সবে থানক গৈলন্ত।
কবিৰত্ন পাৱে পৰি বিদায় ভৈলন্ত।।
কবিৰত্নে সন্ত সকলক বটা দিলা।
ভকত সবক পুষ্প তাম্বুলে তুষিলা।।
আশ্বাসিয়া সবাকে বুলিলা বচন।
আপোন থানক লাগি যায়ো ভক্তগণ।।
সময় প্ৰস্তাবে ইটো থানক আসিবা।
আমাক মনত কেহো দায়া নছাৰিবা।।
সন্তসবে বোলন্ত থানৰ তুমি পতি।
আমাৰ সবৰ সদা তোমাতেসে গতি।।

দামোদৰ মূৰ্ত্তি তুমি পূজিত আমাৰ।
সদায়ে আসিবে লাগে পাৱক তোমাৰ।।
এহি বুলি সবে কবিৰত্নক নমিলা।
থানক বন্দিয়া নিজ মন্দিৰক গৈলা।।
লুহিত দক্ষীণকুলে সন্তদেব গৈলা।
গবেমাৰা থানে ধৰ্ম্ম প্ৰবৰ্ত্তায়া ৰৈলা।।
উত্তৰ দিশক ভগবান চলি গৈলা।
নিমিষতে থাকি নাম ধৰ্ম্মক থাপিলা।।
গোপাল মিশ্ৰ পূৰ্ব্ব দিশক গৈলন্ত।
খুদিয়া থানত নাম ধৰ্ম্ম পালিলন্ত।।
লোচক অৰ্জ্জুন দেব চলিয়া গৈলেক।
নাম ধৰ্ম্ম প্ৰকাশিয়া তথা বহিলেক।।
মনোহৰ দেব পল্লাত থিতি ভৈলা।
নাম ধৰ্ম্ম প্ৰকাশিয়া তথা-ৰঙ্গে ৰৈলা।।
গোবিন্দ আদি আনো সন্ত যত যত।
ধৰ্ম্ম পাতি ৰৈলা যাই আপোন থানত।।
এহিমতে সন্তসব থানে থালে গৈলা।
কবিৰত্ন দেব পাটবাউসিত ৰৈলা।।
তাহন মহিমা গুণ আছে যত যত।
তাহাৰ বৰ্ণনা আৰ কহিবোঁহো কত।।
তাহান চৰণ কৃপা লেশ যদি হয়।
তেবে কিছু বৰ্ণাইবাক মনত মিলয়।।
নিশাক্ষয় জানি দেবে শৌচ শুদ্ধি হুয়া।
নমি দামোদৰ পদ মনত দঢ়ায়া।।
কৃষ্ণৰ ৰূপক মনে চিন্তি হৃহয়ত।
সাক্ষাতে হোৱন্ত আমি ঈশ্বৰ বেকত।।
স্তুতি স্তোত্ৰ পঢ়ি নমস্কাৰ অবসান।
প্ৰসঙ্গ কৰিয়া চলি যান্ত পাছে থানে।।
নাম প্ৰসঙ্গ অন্তে ভাগবত পাঠ হয়।
তাত পাছে কথা পদ পাঠক শুনয়।।

প্ৰসঙ্গ সসাঙ্গ কৰি গৃহক চলন্ত।
নিত্যাচাৰ কৰিয়া স্নাকত কৰন্ত।।
সন্ধ্যা তৰ্পণ যত বিধিৰ বিধান।
তাক কৰি ধৌত বস্ত্ৰ কৰি পৰিধান।।
পূজাৰ মন্দিৰে পাছে প্ৰবেশে হোৱন্ত।
আসনত কুশাসন পৰিয়া বসন্ত।।
শ্ৰীমূৰ্ত্তি শালগ্ৰাম ধুৱাই থাকন্ত।
ন্যাস প্ৰাণায়াম কৰি বিষ্ণুক অৰ্চ্চন্ত।।
ধ্যান আহ্বান নিবেদন জপ স্তুতি।
কৰন্তে সাক্ষাত ব্যক্ত কৃষ্ণৰ মূৰতি।।
হাসন্ত আহ্লাদে প্ৰেমে হৃদয় দ্ৰবয়।
বাক্য গদ পদ নেত্ৰে লোতক বহয়।।
মধুৰ মূৰ্ত্তিক চাহি আনন্দে থাকন্ত।
দণ্ডবতে পৰি স্তুতি প্ৰণাম কৰন্ত।।
উঠিয়া কৃষ্ণক নিয়া হৃদিত থাপন্ত।
দেহ গেহ পুত্ৰ দাৰা আদি সমৰ্পন্ত।।
অৰ্ঘা দিয়া যত কৰ্ম্ম অৰ্পিয়া কৃষ্ণত।
শঙ্খ ঘণ্টা বাদ্যে অৰ্চ্চা কৰ্ম্ম সমাপত।।
নিৰ্ম্মাল্য চন্দন পিন্ধি ভুঞ্জি পাদোদক।
প্ৰসাদ নিৰ্ম্মাল্য দেন্ত ভকত সহক।।
আপুনি প্ৰসাদ ভুঞ্জি ভুঞ্জাই সবাকে।
অনন্তৰে গৈয়া অন্ন ভুঞ্জয় যতেক।।
আচমন মুখশুনি কৰিয়া বসন্ত।
অনন্তৰে থানে গৈয়া প্ৰসঙ্গ কৰন্ত।।
নামৰ প্ৰসঙ্গ আদ্যে অন্তে ভাগৱত।
পদ পাঠ প্ৰসঙ্গ হোৱয় আন যত।।

(ক্ৰমশঃ)

## গীত।

ভৈৰবী।

তোমাৰে সৃজন বিপুল ভুবন
তুমিহে নিগুণ বিয়পি বিশ্ব।
তুমি আত্মা জ্ঞান তুমি বিশ্ব প্ৰাণ
ই দেহ জীবন তোমাৰে পালন
বিনাশি অজ্ঞান দিয়া ধৰ্ম্ম জ্ঞান
শিকোৱা অচিন্ত্য তোমাৰে তত্ত্ব।
তুমি জ্যোতিৰ্ম্ময় বিশ্বৰ বিধান
তোমাৰে চিত্ৰিত ই বিশ্ব বিচিত্ৰ
মহিমা তোমাৰ প্ৰকট প্ৰচাৰ
প্ৰনমোঁ তোমাক তুমি হে সত্য।

শ্ৰীদেবেন্দ্ৰ নাথ চক্ৰবৰ্ত্তী।

ওঁ নমো দামোদৰায়।

## প্ৰাৰ্থনা।

(১)

প্ৰভু দামোদৰ দয়াৰ সাগৰ
ভকতৰ দুঃখ হাৰি।
কলিৰ লোকৰ নেদেখি নিস্তাৰ
পূৰ্ব্বাৰ বাক্যক স্মৰি।।

(২)

নলচা গ্ৰামত প্ৰসিদ্ধ স্থানত
দামোদৰ নামে খ্যাত।

সদানন্দ অংশে সুশীলাৰ গৰ্ভে
জনমক লভিলন্ত।।

(৩)

জনমক লভি শাস্ত্ৰক বিচাৰি
প্ৰাণীৰ দেখি দুৰ্গতি
বৈষ্ণব ধৰ্ম্মক কৰিলা প্ৰচাৰ
দেশে দেশে সত্ৰ পাতি।।

(৪)

আসাম প্ৰখ্যাত পাটবাউসী নাম
গ্ৰামক কৰি মধ্যত।
তথা হইতে প্ৰভু আচাৰ্য্যক পাতি
স্থাপিলা চাৰি দিশত।।

(৫)

আচাৰ্য্যেও পাচে প্ৰভুৰ মতক
লৈলন্ত শীৰত তুলি।
অজ্ঞান তিমিৰে পতিত জনক
নামেৰে উদ্ধাৰো বুলি।।

(৬)

তব নাম স্মৰি পাষণ্ডেও আজি
দুৰ্জ্জন ৰিপুক নাশি।
দুই হাত মেলি দামোদৰ বুলি
স্বৰ্গক যাই উদ্দেশি।।

(৭)

মই অতি দীন তাতে জ্ঞান হীন
ভক্তি হীন পাপাশয়।
নিজ ভৃত্য বুলি চৰণেৰে ধৰি
ৰাখিবাহা দয়াময়।।

শ্ৰীভূদেব দেব গোস্বামী,
গৌৰীপুৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠি, ধুবড়ী।

# সম্পাদকৰ টোকা।

প্ৰদীপিকা ওলাবৰে পৰা বঁহীয়া সম্প্ৰদায়ে আমাক আগমাত মতাত আগ গালি পৰাত আমিও আজি ১ বছৰ ৪ মাহে অলপ-অচৰপ উত্তৰ দিছিলোঁ। কিন্তু এতিয়া দেখিছোঁ যে আমাৰ পক্ষে অপৰ ফালৰ পৰা গালি গালাজ, ব্যক্তিগত আক্ৰমণ কৰি থাকিলেও আমি সেই বিলাকৰ উত্তৰ নিদিয়াতোহে শ্ৰেয়ঃ। আমি গালি মাত একোলৈকে ভ্ৰূক্ষেপ নকৰি কৰ্ত্তব্য পথত চলি গৈ থাকিম। আমাৰ ৰামচৰণ কৃত শঙ্কৰ দেৱৰ চৰিত্ৰৰ, সাৰ্ব্ব ভৌমৰ কথাৰ, প্ৰভূ দেন দামোদৰ, হৰিদেব, গোপাল আতা এই সকলৰ চৰিত্ৰৰ আৰু সিফালে অদ্বৈত, নিত্যানন্দ, চৈতন্য প্ৰভূৰ চৰিত্ৰৰ সমালোচনা কৰিবলৈ এতিয়াও বাকী আছে। অসমীয়া ৰাইজৰ যদি লাগে এই সমস্ত সমালোচনা কৰিবলৈ আৰু সত্য সনাতন পন্থৰ হিন্দু ধৰ্ম্মৰ বিষয়ে প্ৰাপ্ত ভাল ভাল প্ৰবন্ধাদি চপাবলৈ ইচ্ছা আছে। আমাৰ নিজৰ স্বাৰ্থ একো নাই ৰাইজক লাগে যদি, ৰাইজৰ সেৱাৰ অৰ্থে এইবিলাক কৰিম। নালাগে যদি প্ৰদীপিকা বন্ধ কৰিম। আমাৰ একোতে হৰ্ষ বিষাদ নাই। ৩৩। ৩৪ বছৰৰ আগেয়ে কলিকতাত থাকোঁতে যদিও হিন্দু ধৰ্ম্ম বুজা নাছিলোঁ, হিন্দু ধৰ্ম্ম সম্পূৰ্ণৰূপে পালন কৰিবও নোৱাৰিব পাৰোঁ তথাপি আমি সেই কালতো উৎকট একো কৰা নাই বুলি ডাঠি কব পাৰোঁ। আৰু আজি ২৮। ২৯ বছৰে দীক্ষা আদি গ্ৰহণ কৰি সংসাৰত ঢেৰ সুখ দুখ ভুগি পিতৃ পিতামহৰ ধৰ্ম্মত প্ৰবৰ্ত্তি আছোঁ। আমি কাকো নিজে ধৰ্ম্ম শিক্ষা দিবলৈ ওলোৱা নাই। আমি অসমীয়া ৰাইজৰ বিশেষ সমস্ত বৈষ্ণৱ বৃন্দৰ সেৱা ব্ৰত ধৰিহে প্ৰদীপিকা চলাইছোঁ। কাকত চলাই ধনচহকি হবৰ বাঞ্ছাৰেও কৰা নাই, নামৰ অৰ্থেও কৰা নাই বুলি বুকত হাত দি ডাঠি কব পাৰোঁ।

আমাৰ বেজবৰুৱা ভায়াৰ ওচৰত শেষ নিবেদন এ যে তেখেতে কাগজ চলাই কিমান লাভালাভ পাইছে সেইটো নিজেই জানে। ৬ষ্ঠ সংখ্যাত তেখেতে ইফালে সাৰ্ব্ব ভৌমিক হোৱা দেখুৱালেও আৰু Initiated ব্ৰাহ্মক হিন্দুৱে সহজে গ্ৰহণ নকৰে বুলি জনা সত্বেও, এফেৰা বামুণীয়া গোঁ দেখুৱাবালৈ এৰা নাই। তেখেতে হেনো ইচ্ছা কৰিলে স্মাৰ্ত্তও হব পাৰে, শুদ্ধ ব্ৰাহ্মণো হব পাৰে। আমিও কওঁ ভায়া হব যে পাৰা সেইটো আমি নুই নকৰোঁ; কিন্তু হোৱাৰ আগেয়ে ভায়া! কেই চন্দ্ৰায়ণ মান পৰাচিত হব লাগিব। তেহে পাৰিবা। ভায়া! তোমাৰ যাজক ব্ৰাহ্মণসকলে তোমাক ললেও পৰাচিত কৰিহে লব। ভায়া! আমাৰ তোমাৰে সৈতে এই শেষ তৰ্কাতৰ্কি। তুমি আৰু গালি পাৰিলেও আমি নামাতোঁ।

যি কি নহওক ভায়া! আমাৰ সৰ্ব্ব অপৰাধ মাফ কৰিবা। আমি মাফ মাগিছোঁ। ইতি

ওঁ নমো দামোদৰায় নমঃ—

# "নাহংঙ্কাৰাৎ পৰো ৰিপূ"

মানুহৰ ছটী প্ৰধান শত্ৰু। এই শত্ৰুকেইটীয়ে যে মানবক কিমান অধঃপতনৰ পথলৈ নিয়ে তাৰ বাকী নাই। সংসাৰত এনে কোনো লোক নাই, যিয়েই এই মহা শত্ৰুবিলাকৰ হাতৰ পৰা সাৰিব পাৰিছে। এই শত্ৰুকেইটী হৈছে, কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য্য।

অহঙ্কাৰ অৰ্থাৎ মদ, এইটী মানব জীবনৰ প্ৰধান শত্ৰু। মানব জীবন পৰাধীন। অকল মানব জীবন বুলি নহয়; বিশ্বজগতৰ প্ৰকাণ্ড হাতী এটাৰ পৰা সমান্য বালিছাহিটোলৈকে একমাত্ৰ পৰম পিতা পৰমেশ্বৰৰ অধীন। সেই জনেই; আমাক হাত, ভৰি, চকু, কাণ, ইত্যাদি ইন্দ্ৰিয়বিলাক দিছে। এই ইন্দ্ৰিয়বিলাকৰ কাৰ্য্যবিলাকো সেই এজনৰে অধীন। কিন্তু হায়! ভ্ৰান্ত মানবৰ এই পৰদত্ত সম্পত্তিবিলাক লৈয়ে অহঙ্কাৰৰ অন্ত নাই।

লক্ষপতি ৰজাসকলে ভাবে যে পৃথিবীৰ যাবদীয়, প্ৰাণী ধন, মান, সকলো তেওঁলোকৰে অধীন। তেওঁবিলাকে দুই পইচা সহায় কৰিলে লোকে পেটি প্ৰবৰ্ত্তন কৰিব পাৰে। বিশ্ব জগতৰ সকলোৱে তেওঁলোকৰ চৰণাধীন। কিন্তু, সেই ৰজা লক্ষপতিয়ে ধাৰণা নকৰে যে এই বিশ্ব জগতেই বা কাৰ, আৰু এই ধন, জন, ঐশ্বৰ্য্য বিভূতিকে বা কোনে দিছে। এই বিলাকৰ অস্তিত্ব বা কিমান দিন তেওঁৰ হৈ থাকিব?

বলবান বিলাকে ভাবিছে যে এই সংসাৰত তেওঁলোকৰ সমকক্ষ কেও নাই। তেও বাহুৰ বলতে শত শত লোকক পৰাজয় কৰিব পাৰে। পৰ্ব্বতকো চুৰ্ণ কৰি পেলাব পাৰে। কিন্তু, এই শৰীৰৰ বল, গৰ্ব্ব নিজৰনে? তেওৰ সেই বল শক্তি যাবৎচন্দ্ৰ দিবাকৰ অক্ষুণ্ণ ভাবে থাকিবনে? আজি নহয় কালি, কালি নহয় পৰশি এই বলৰ গৰ্ব্ব চুৰ্ণ হবই হব।

বিদ্বানবিলকে সমাজৰ মাজত উচ্চ আসনত বহি নিজকে নিজে ভাবিছে যে তেওৰ নিচিনা সুবক্তা, বিচাৰক, বুদ্ধিবান, জ্ঞানবান, দ্বিতীয় নাই। কিন্তু, এই বিলাক কোনে দিছে, এই পথিবীখনেই বা কাৰ? পৰদত্ত ধন জনৰ ওপৰত ইমান গৰ্ব্ব কৰিলে পৰিণামত পৰিতাপ নিশ্চয় পাব লাগিব। আমি কব পাৰোঁ যে এই পৃথিবীৰ নিজৰ নিজৰ অধিকাৰৰ বস্তু বিলাক প্ৰকৃত পক্ষে আমাৰ নিজৰ। যদি বাস্তৱতে আমাৰ হয়

তেন্তে সেইবিলাক আমাৰ হৈ চিৰদিন সমভাবে নেথাকে কিয়? এই পৃথিবীতে বা আমি চিৰদিন থাকিব নোৱাৰো কিয়? এদিন কি বাবে "আমাৰ" সকলোকে পৰিত্যাগ কৰি, নিৰ্জ্জীব, বাক্‌শক্তিহীন, চলনশক্তিহীন হৈ অপৰিস্‌তাৰ পুতিগন্ধময় ঠাইত পৰি কাউৰ, শিয়াল, শগুনৰ আহাৰ হৈ পৰি থাকিব লাগে কিয়?

এই বিলাক বিষয় দকৈ ভাবি চালে স্পষ্ট প্ৰতীয়মান হয় যে যিবিলাকৰ ওপৰত আমাৰ অহঙ্কাৰ, সেই বিলাকৰ ওপৰত আমাৰ তিলাৰ্দ্ধ মাত্ৰও অধিকাৰ নাই। আমি এই সংসাৰৰ সুখ সমৃদ্ধিৰ প্ৰতি যদি এবাৰ লক্ষ্য কৰি চাওঁ, তেন্তে দেখিবলৈ পাম যে ধন, জন, ঐশ্বৰ্য্য, বিভূতি, শৰীৰৰ ইন্দ্ৰিয়বিলাক কেবল এটী এটী মৃত্তিকাৰ স্তুব মাত্ৰ। যোৱা কালি যি লক্ষ টকাৰ বলত সকলোকে চৰণাধীন কৰিব পাৰিছিলো, আজি অন্নৰ কাৰণে দুৱাৰে, দুৱাৰে, অশেষ কটুবাক্য শুনি ফুৰিব ধৰিছো। কালি যি বলৰ গৰ্ব্বত শত শত লোকক অবাধে পৰাজয় কৰিব পাৰিছিলো, আজি হয়তো, যৎসামান্য তৃণ এডালিকো তুলিবৰ শক্তি নাই। নদীৰ গড়াবিলাক যেনেকৈ পানীৰ খুন্দাত খহি ক্ৰমে চিন নোহোৱা হয়, সেই ৰকম মানবৰো এদিন নহয় এদিন সকলো চুৰ্ণ হৈ অস্তিত্ব পৰ্য্যন্ত লোপ পায়। এই বিশ্ব ৰাজ্য এক মহাজনৰ দোকান। ধন জন ইত্যাদি দোকানৰ মাল। আমি মানব সেই দোকানৰ গোমস্তা মাত্ৰ। তেন্তে পৰব দ্ৰব্যলৈ "আমাৰ" দাবি একো নাই।

হিন্দুৰ ধৰ্ম্মশাস্ত্ৰ উপনিষদ, মহাভাৰত ৰামায়ণ মেলি চালে অহঙ্কাৰীৰ পৰিনাম ফল কেনে, তাৰ শত শত প্ৰমাণ পোৱা যায়। মহাভাৰতৰ স্বৰ্গাৰোহণ পৰ্ব্বত লেখা আছে, বাটত প্ৰথমে সহদেব পৰিল। ভীমে সহদেবৰ অকস্মাৎ পতনৰ কাৰণ ধৰ্ম্মৰাজক সোধাত তেওঁ কলে ঃ—

"আত্মনঃ সদৃশং প্ৰাজ্ঞং নৈষো মন্য কশ্চন।
তেন দোষেন পতিতস্তস্মাদেষ নৃপাত্মজঃ"।।

"অৰ্থাৎ এই ৰজাৰ কুমাৰ কাকো নিজৰ দৰে প্ৰাজ্ঞ বুলি নেভাবিছিল, সেই বাবে পৰিল।"

অলপ বাট যাওঁতে আকৌ নকুল পতিত হল। ভীমে তাৰ কাৰণ সোধাত ধৰ্ম্মৰাজে কলে যথঃ—

"ৰূপেন মৎসমো নাস্তি কশ্চিদিত্যস্য দৰ্শনম্।
অধিকশ্চাহমেবৈক ইত্যস্য মনসি স্থিতং।।
নকুলঃ পতিতস্তস্মাদাগচ্ছ ত্বং বৃকোদৰ।"

অৰ্থাৎ নকুলে ভাবিছিল "মোৰ সমান ৰূপবান কেও নাই। মঁয়ে সৰ্ব্বাপেক্ষা

অধিক ৰূপবান। সেইবাবে নকুল পৰিল। হে বৃকোদৰ তুমি আহি থাকা”।

কিছু সময় পাছত অৰ্জ্জুন পতিত হল। ইয়াৰ কাৰণ সোধাত ধৰ্ম্মৰাজে কলে যথা ঃ—

“একাহ্না নিৰ্দ্দেহেয়ং বৈ শত্ৰু নিত্যৰ্জ্জু-নোহব্ৰবীৎ।
ন চ তৎকৃত বানেষু শূৰমাণী ততোহপতৎ।।
অবমেনে ধনুগ্ৰাঁহাশেষ সৰ্ব্বাংশ্চ ফাল্গুনঃ।
তথা চৈতন্য তু কথা কৰ্ত্তব্যং ভূতিমিচ্ছতা।।”

অৰ্থাৎ এই বীৰাত্মাভীমানী অৰ্জ্জুনে কৈছিল “মই এদিনৰ ভিতৰত শত্ৰু বিলাকক দহন কৰিব পাৰোঁ।” কিন্তু তেওঁ তাক কৰিব নোৱাৰিলে, আৰু ধনুৰ্দ্ধাৰী বিলাকৰ ভিতৰত উচ্ছ আছিল বুলি অহঙ্কাৰ কৰিছিল। সেই বাবে তেওঁ পতিত হল। যেয়ে নিজ মঙ্গল কামনা কৰে তেওঁ কেতিয়াও এনেকুৱা নকৰিব।

এনেকৈ কিছু দুৰ যাওঁতে ভীম পতিত হল। কাৰণ সোধাত ধৰ্ম্মৰাজে উত্তৰ কৰিলে যথাঃ—

“অতি ভুক্তঞ্চ ভবতা প্ৰাণেনতু বিকত্থসে।
অনবেক্ষ্য পৰং পাৰ্থ তেনাসি পতিতঃ ক্ষিতৌ।।”

অৰ্থাৎ “তুমি অতিৰিক্ত ভোজন কৰিছিলা আৰু অন্যৰ বল গ্ৰাহ্য নকৰি নিজ শক্তিৰ প্ৰশংসা কৰিছিলা, সেই বাবে পতিত হলা।”

এতিয়া পাঠকসকল দেখক ভীমাৰ্জ্জুন ইত্যাদিৰ নিচিনা সকলেও অহঙ্কাৰ কৰি কি কুফল পালে। কেনোপনিষদতো এটা সুন্দৰ আখ্যান আছে যথাঃ— দেবাসুৰ সংগ্ৰামত বিৰিঞ্চিদেৱৰ কৃপাত দেবতাবিলাকে জয়ী হৈ তেওঁলোকৰ স্বকীয় ক্ষমতাত বিজয়ী হোৱা বুলি তেওঁলোকৰ কৰ্ত্তাক বিস্মৰণ হল। বিৰিঞ্চিদেৱেও দেবতা বিলাকৰ অভিমান দুৰ কৰিবৰ বাবে ছদ্মবেশে দেবতাবিলাকৰ ওচৰলৈ গল। কিন্তু তেওঁবিলাকে সেই মহাপুৰুষক চিনিব নোৱাৰি অগ্নিক পঠালে।

ব্ৰহ্মা— “তুমি কোন”?

অগ্নি— “মই অগ্নি জাতবেদা”।

ব্ৰহ্মা— “তোমাৰ কি শক্তি আছে”?

অগ্নি— “এই পৃথিবীত যাবতীয় দ্ৰব্য মই দগ্ধ কৰিব পাৰো। “তস্মৈ তৃণং নিদধাবেতদ্দহেতি তদুপপ্ৰেয়ায় সৰ্ব্বজবেন তন্ন শশাক দগ্ধুং স তত এব নিববৃতে নৈতদশকং বিজ্ঞাতুং যদেতদযক্ষতিমিতি।”

অৰ্থাৎ অগ্নিৰ আগত তৃণ এডাল থৈ ব্ৰহ্মাই কলে “তুমি ব্ৰহ্মাও দগ্ধ কৰিব

পাৰা বাৰু, এই তৃণটী দগ্ধ কৰাছোন।" কিন্তু অশেষ শক্তিৰ দ্বাৰাও সেই তৃণটীক দগ্ধ কৰিব নোৱাৰি দেৱতাসকলৰ ওচৰলৈ গৈ কলে "এই বৰণীয় ৰূপ যে কোন একো জানিব নোৱাৰিলোঁ।"

অনন্তৰ দেৱতাবিলাকে বায়ুক পঠালে। বায়ু ব্ৰহ্মাৰ ওচৰলৈ গল।

ব্ৰহ্মা— "তুমি কোন"?

বায়ু— "মই বায়ু মাতৰিশ্বা"।

ব্ৰহ্মা— "তোমাৰ কি শক্তি আছে"?

বায়ু— "এই পৃথিবীত যিমানবিলাক বস্তু আছে মই সকলোকে আহৰণ কৰিব পাৰো"।

তস্মৈ তৃণং নিদধা বেতদাদং স্বেতি তদুপ প্ৰেয়ায় সৰ্ব্বজবেন তন্ন শশাকাদাতুং স তত এব নিৰবৃত নৈতদশকং বিজ্ঞাতুং যদেতদ্ যক্ষমিতি।

অৰ্থাৎ ব্ৰহ্মাই বায়ুৰ আগত এডাল তৃণ লৈ কলে "তুমি ব্ৰহ্মাণ্ডখ যাবতীয় বস্তু আহৰণ কৰিব পাৰা, এই তৃণডাল আহৰণ কৰাছোন"? কিন্তু অশেষ চেষ্টাৰ ফলতো তৃণডালিক লৰাব নোৱাৰি দেৱতা বিলাকৰ ওচৰলৈ গৈ কলে "এই মহাপুৰুষ কোন একো নেজানিলো।"

অৱশেষত ইন্দ্ৰও আহিল, কিন্তু ইন্দ্ৰক দেখি ব্ৰহ্মা অন্তৰ্দ্ধান হল। ইন্দ্ৰ অপ্ৰস্তুত হৈ, আকাশত সুশোভনা, বিদ্যাৰূপিনী হৈমবতীক দেখি সেই অন্তৰ্হিত পুৰুষ জন কোন আছিল বুলি দেবীক সোধাত দেবীয়ে কলেঃ— "এও ব্ৰহ্মা এবেঁ তোমালোকক জয় দিছিল বুলি তোমালোকৰ গৰ্ব্ব। কিন্তু প্ৰকৃত পক্ষে তোমালোকৰ একো নাই"। তেতিয়া ইন্দ্ৰই জানিব পাৰিলে যে সেই আবিৰ্ভূত মহাপুৰুষ ব্ৰহ্মা।

এতিয়া এইবিলাক শাস্ত্ৰোক্তিৰ পৰা স্পষ্ট ৰূপে বুজিব পৰা গল যে যিবিলাক অমজ, যিবিলাকে সৰ্ব্বদাই ভগৱন্তৰ অনুচৰ তেওঁবিলাকৰে ঐশী শক্তি সামান্য তৃণ এডালিৰ আগত পৰাস্ত। ইয়াৰ কাৰণ এই যে তেওঁ বিলাকৰ মনত অহঙ্কাৰে স্থান পাইছিল। সেই বিলাকৰে যেতিয়া এই শক্তি, আমি ক্ষুদ্ৰাতি ক্ষুদ্ৰ মানবৰ অহঙ্কাৰৰ মূৰত জুই নালাগিবৰ কি অৰ্থ আছে?

অহঙ্কাৰী লোকৰৰ কোনেও ভাল নেপায়। পৰদোষ কীৰ্ত্তন, হিংসা, সাধু দ্বিজৰ প্ৰতি অবমাননাদি বেয়া কাৰ্য্যবিলাক সৰ্ব্বদায় হৃদয়ত ওলমি থাকে। অহঙ্কাৰী ব্যক্তিয়ে যদি নিজে একো নেজানেও তথাপি পণ্ডিতালী দেখুৱাই ফুৰে। অহঙ্কাৰীৰ কাণ্ডাকাণ্ড জ্ঞান নেথাকে। পৰৰ ভাল দেখিলে, অহঙ্কাৰীৰ মনত সেইটো কি উপায়ে নষ্ট কৰিব পাৰি, তাৰে মন্ত্ৰনাত থাকে। সচৰাচৰ দেখা যায় অহঙ্কাৰী মানুহে গোপনে

নিজৰ টকা কড়ি খৰছ কৰিও সমাজত গৰিমা দেখুৱায়। অহঙ্কাৰী মানুহৰ এনে ধাৰণা নাই যে তেওঁ তেওঁৰ ধন জনৰ বলত যি ৰকম "তৃণবৎ মন্যতে জগৎ" বুলি ভাবে, অপৰেও যে তেওঁকো তেনে ভাবে।

অহঙ্কাৰীয়ে কেতিয়াও সুখ নাপায়। তেওঁৰ শেষফল পতন। অহঙ্কাৰী ব্যক্তিৰ কুকুৰৰ দৰে দুৰ্গতি হোৱা বহুত দেখা যায়। পাশ্চাত্য শাস্ত্ৰতো লেখা আছে Pride is the bane of Happiness অৰ্থাৎ অহঙ্কাৰ সুখৰ গৰল।

উপসংহাৰত এই, যে এই ধন, জন, যৌবন, সকলো দুদিনীয়া এদিন ধনীৰ ভাগ্যত ভিক্ষাবৃত্তি, বলবানৰ ভাগ্যত দুৰ্ব্বলতা, সুখৰ মূৰত দুখ, আছেই আছে। যি মহাজনৰ দোকানত গোমস্তাগিৰী কৰি আছো, সেই মহাজনে এদিন হিছাব নিকাশ কৰিবই। হিছাবত গোলমাল হলে গোমস্তাকো ডিক্ৰি কৰি লব। গতিকে সকলোৰে ক্ষণস্থায়ী গৰ্ব্ব পৰিত্যাগ কৰি সেই বিশ্ব মহাজন পৰম পিতা পৰমেশ্বৰৰ শ্ৰীচৰণাৰবিন্দত সকলোকে সমৰ্পণ কৰি ভবিষ্যতৰ পথ পৰিস্কাৰ কৰা উচিত। ওঁ হৰি ৩। ইতি

শ্ৰীৰামদেব গোস্বামী,
সত্ৰ পাটবাউসী,
২৫। ৯। ২০ ইং।

শ্ৰীশ্ৰীৰাধা মাধবো জয়তি।

## ভক্তিবিবেকৰ সমালোচনা।

মহাত্মা ভট্টদেবে অনেক গ্ৰন্থৰ বচন সংগ্ৰহ কৰি আনি ভক্তিবিবেক নামে যি গ্ৰন্থখনি তৈয়াৰ কৰি থৈ গৈছে সেইগ্ৰন্থৰ কথাবিলাকে যুক্তি কৰি চালে কোনো পক্ষতে দোষ দেখা নেযায়। যুক্তি অবশ্য সমাজত হৈ চৈ লাগে। ধৰ্ম্ম শাস্ত্ৰৰ কথাই হৈছে যুক্তিমূলক। যুক্তি নকৰাকৈ কেবল শাস্ত্ৰকে ধৰি ধৰ্ম্মৰ নিৰ্ণয় কৰিব নেলাগে। যুক্তি হীন হলে ধৰ্ম্মৰ হানী হয় বুলি মহৰ্ষি সকলে কোনা আছে যথা "কেবলং শাস্ত্ৰমাস্ত্ৰিত্য নকৰ্ত্তব্যো বিনিৰ্ণয়ঃ। যুক্ত্যাহীন বিচাৰেতু ধৰ্ম্ম হানিঃ প্ৰজায়তে।।

"ভট্টদেবে বিষয় বিৰক্ত ভকত, অৰ্থাৎ আত্মতত্ত্ব জ্ঞানী আৰু অবিৰক্ত ভকত, অৰ্থাৎ আত্মতত্ত্ব জ্ঞান নোহোৱা এই দুই দল ভকতৰ পৃথক পৃথক ৰূপেকৰণীয় কামবোৰ নিৰ্দ্দেশ কৰিছে। তত্ত্ব জ্ঞানীৰ কথা আনি সৰ্ব্বজননী কৰিবলৈ হলে জাতি অজাতি, খাদ্য অখাদ্য, স্পৃশ্য, অস্পৃশ্য প্ৰভৃতিৰ একো পৰিচিহ্ন নেথাকি পৃথিবীত হিন্দুত্ব একে বাৰে লোপ পায়। আজিকালি পাশ্চাত্য শিক্ষিত কিছুমান লোকে তাকে

কৰিবলৈ বৰ যত্নবান হৈছে। সেয়ে হলে তেওঁলোকৰ আন্তৰিক উদ্দেশ্য সিদ্ধ হয়। তেতিয়া যতে ততে যাৰে তাৰে হাতে যিহকে তিহকে খায় মেলি ৰেল জাহাজেৰে দেশ বিদেশে গা ঘেলাই ফুৰিবলৈ একো বাধা বিঘিণী নাথাকে, সেই গতিকে তেওঁলোকৰ ইমান বেদ শাস্ত্ৰৰ ঘোটাঘুটি। তেওঁলোকে ঁশঙ্কৰদেৱক টানি নিও সম্পূৰ্ণৰূপে উদ্দেশ্য সিদ্ধ কৰিব নোৱাৰি প্ৰভু দেব দামোদৰ দেবক টানি নিবলৈ কাৰবাৰ কৰি তেখেতৰ প্ৰধান শিষ্য দমোদৰী ধৰ্ম্মৰ কান্ত্যজ্জ্বলক ঁভট্টদেবৰ গাত হাত বুলাইছে। সেউ কাৰণে আমি দামোদৰী ধৰ্ম্মৰ আদৰ্শ স্বৰূপ ঁভট্টদেৱ কৃত ভক্তিবিবেক গ্ৰন্থখানি সমালোচনা কৰি ৰাইজক দেখুৱাবলৈ আগ বাঢ়িছোঁ। ৰাইজে যেন এই নিঃকিনৰ ত্ৰুটি মাৰ্জ্জনা কৰে এই মাত্ৰ গোহাৰি। ঁভট্টদেবে লেকিছে যথা "অথ নিখিল জন শ্ৰীকৃষ্ণস্য বিধি বাঁক্যেন তচ্চৰণাৰবিন্দা ভিনিবেশিত মনসাংশৰণ নিৰ্ণ্ণয় বৰ্ণ্ণয়িতু মাহ"। অনন্তৰ সকলো লোকৰ মায়াক উপশম কৰিবলৈ জন্ম ধৰা ভগবন্ত শ্ৰীকৃষ্ণ গেবৰ বিধি বাক্যেৰে কৃষ্ণদেবৰ চৰণ পদ্মত চিত্ত নিবেশ কৰা সকলৰ শৰণ নিৰ্ণ্ণয় বৰ্ণ্ণন কৰিবলৈ ইয়াকে কৈছে। যথা সৰ্ব্বাণ ধৰ্ম্মাণ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ! অহংস্বাং সৰ্ব্বপাপেভ্যে। মোক্ষয়িষ্যামি মাশুচঃ।

হে অৰ্জ্জুন! তুমি একান্ত ৰূপে মোতে শৰণাপন্ন হোৱা, মই তোমাক সকলো পাপৰপৰা মোচন কৰিম। তুমি শোক নকৰিবা। "কান্তান সৰ্ব্ব ধৰ্ম্মানিত্য পেক্ষয়াং পুনস্তদ্বাক্যেন পষ্টয়তি"। কোন বিলাকনো সৰ্ব্ব ধৰ্ম্ম এই অপেক্ষাত পুনৰায় কৃষ্ণদেবৰ বাক্য দ্বাৰাই স্পষ্ট কৰে যথা। "তস্মাত্বমুদ্ধ বোৎসৃজ্য নোদনাং প্ৰতিনোদনাম। প্ৰবৃত্তিঞ্চ নিবৃত্তিঞ্চ শ্ৰোতাব্যং শ্ৰুতমেবচ। মামেকং শৰণং শান্তমাত্মানং সৰ্ব্ব দেহিনাম। যাহি সৰ্ব্বাত্মাভাবেন ময়াস্যাহ্য কুতোভয়ঃ" যিহেতু আমাৰ ভজনৰ প্ৰভাব এনেকুৱা, সেই হেতু হে উদ্ধব তুমি শ্ৰুতি, স্মৃতি, প্ৰবৃত্তি, নিবৃত্তি শ্ৰোতাব্যং এবং শ্ৰুত সকলোকে পৰিত্যাগ কৰি সকলোৰে আত্মা স্বৰূপ শান্ত স্বভাব আমাক সৰ্ব্বাত্মভাবেৰে এক শৰণ লোৱা, আমাৰ দ্বাৰাই তুমি অকুতোভয় হবা। এই সৰ্ব্ব ধৰ্ম্ম পৰিত্যাগ ৰূপে একশৰণৰ অধিকাৰীনো ঁভটদেববে কাক পাতিছে তাকো এবাৰ হৃগয়গ্ৰাহী পাঠকসকলে পঢ়ি চাওঁক। "এবং তাবন্নানাবাঁক্যে ভগবচ্চৰণ পৰাণাং বহুগুণানুক্তোদানীং সৰ্ব্বধৰ্ম্ম পৰিত্যাগ ৰূপে শৰণং কস্যেত্যাকাঙ্খায়াম ধিকাৰিণ মাহ শ্ৰীভগবত বাক্যেন"।

প্ৰথমে এইদৰে নানা বাক্য দ্বাৰাই ভগবন্তৰ চৰণ প্ৰাধান্য হোৱা সকলৰ বহুগুণ কৈ এতিয়া সৰ্ব্বধৰ্ম্ম পৰিত্যাগৰূপে একশৰণো কাৰ, অৰ্থাৎ কোনোলোকে নিত্য নৈমিত্তাদি পৰিহাৰ কৰি ভগবন্তত এক শৰণ লব পাৰে" এই আকাঙ্ক্ষাতে শ্ৰীভগবন্তৰ বাক্য দ্বাৰাই সৰ্ব্বধৰ্ম্ম পৰিত্যাগৰ অধিকাৰীৰ কথা কয়। যথা "তাবৎকৰ্ম্মাণি কুৰ্ব্বীত

ননির্ব্বিদোত যাবতা। মৎকথা শ্ৰবণাদৌ বা শ্ৰদ্ধা যাবন্নজ মতে"।। যি পর্য্যন্ত নির্ব্বেদত্ব নোপজে, সেই পর্য্যন্ত কর্ম্মকে কৰিব। অথবা যেতিয়ালৈকে মোৰ কথাত শ্ৰদ্ধা নজন্মে। অসৌ শ্ৰদ্ধাবান্ কথম্ভুতঃ ইত্যপেক্ষয়া মাহ" সেই শ্ৰদ্ধা বন্তনো কেনেকুৱা, অর্থাৎ শ্ৰদ্ধাবন্তৰ লক্ষণ কি? এই আশঙ্কাতে কয়। যথা "জ্ঞাননিষ্ঠো বিৰকো বা মদ্ভক্তো বানপেক্ষকঃ। সলিঙ্গানা শ্ৰমাস্ত্যকো চৰে দবিধি গোচৰঃ"। জ্ঞাননিষ্ঠ বিষয় বিৰক্ত, অপেক্ষা আশ্ৰম ধর্ম্মক ত্যাগ কৰি বিধি নিষেধৰ বাহিৰ হৈ ফুৰিব। "ননু বিধ্যুক্তেণ মার্গেৰ ভগবৰ্চ্চনে ক্ৰিয়ামানে নিত্যোক্ত পঞ্চযজ্ঞ দেবতা পূজা নস্যাত্তত্ৰাহ" বিধ্যুক্ত মত মতে শ্ৰীহৰিৰ অর্চ্চনা কৰিবলৈ হলে নিত্য কর্ম্মোক্ত পঞ্চ যজ্ঞ দেবতা পূজা নহব এই আশঙ্কা দূৰ কৰিবলৈ কৈছে—

"যথা তৰোমূল নিষেচনেন তৃপ্যন্তি তৎস্কন্দ ভূজোপশামাঃ। প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়ানাস্তথৈবসর্ব্বৰ্হণ মচ্যুতেজ্যা" যিদৰে গছৰ গুৰিত পানী দিলে শাখা উপশাখাৰ তৃপ্তি হয়। প্ৰাণে আহাৰ কৰিলে ইন্দ্ৰিয়ৰো আহাৰ হয়, সেই দৰে শ্ৰীহৰিৰ অর্চ্চনা কৰিলে সকলো দেব দেবীৰ অর্চ্চা হয়। "তস্মাদন্য দেবাৰাধন মনা দৃত্য হৰি মাৰধয়েদিত্যাহ কূর্ম্ম পুৰাণে" সেই হেতু অন্য দেবতাৰ আৰাধনাক আদৰ নকৰি হৰিকে আৰাধনা কৰিবলৈ কূর্ম্ম পুৰাণত কৈছে, যথা "নবিষ্ণোৰাধনাদন্য দ্বিদ্যতে কর্ম্ম বৈদিকঃ। তস্মাদনাদি মধ্যান্তং নিত্যমাৰাধয়েদ্ধৰিম্" বিষ্ণুৰ আৰাধনাৰ বাজে আন বৈদিক কর্ম্ম নাই, সেই কাৰণে আদি মধ্য অন্তহীন হৰিক সদাই আৰাধনা কৰিব। ভক্তি বিবেকৰ দ্বাদশ পৰিচ্ছেদত কোৱা এই বিলাক কথাও অপেক্ষাহীন জ্ঞান নিষ্ঠ বিষয় বিৰাগী সর্ব্ব ধর্ম্ম পৰিত্যাগী একান্ত ভক্ত বিষয় বুলি জানিব লাগে। নহলে ঁভট্টদেবে কোৱা তল ওপৰৰ কথা বিলাকৰ সহিত সম্পূর্ণ অমিল ঘটে। ওপৰত দি অহা "তাবৎ কর্ম্মাণি কুর্ব্বীত" ইত্যাদিঃ "জ্ঞাননিষ্ঠো বিৰক্তোবা" ইত্যাদিঃ এই বচন দুটাৰ এক বাক্যতা কৰি ঁভট্টদেবে এইটোকে বুজাইছে যে, নির্ব্বোদত্ব বা ভগবন্তৰ কথা শ্ৰবণাদিত শ্ৰদ্ধা নোপোজা পর্য্যন্ত কর্ম্মকেহে কৰিব। ভগবন্তৰ কথা শ্ৰবণাদিত শ্ৰদ্ধা জন্মি জ্ঞান নিঠ হৈ বিষয় বিৰক্ত হলে শ্ৰুতি স্মৃতি আশ্ৰমাদি বিহিত পঞ্চ যজ্ঞ দেব পূজাদি কর্ম্ম পৰিত্যাগ কৰি কেবল হৰিকেহে আৰাধনা কৰিব পাৰে। বিষয় বিৰক্ত ভকতৰ হৰি আৰাধনাত নিত্যোক্ত পঞ্চ যজ্ঞ দেব পূজাৰ ক্ষতি হয়। এই আশঙ্কা দূৰ কৰিবৰ কাৰণ ঁভট্টদেবে "যথা তৰোমূলং এই শ্লোক উদ্ধৃত কৰি হৰি পূজাতে যে সকলোৰে পূজা হয়। এইটোকে দেখাইছে। আৰু "তস্মাদন্য দেবাৰাধনমনাদৃত্য বিষ্ণু মেবাৰাধয়েৎ" এইষাৰ কথাৰ প্ৰতিপোষক "নবিষ্ণোৰাধনাদন্য দ্বিদ্যতে কর্ম্ম বৈদিকম্" এই বচনটোও ইয়াকেহে সমর্থন কৰে। বিষ্ণুৰ আৰাধনাৰ

বাজে বৈদিকাদি কৰ্ম্মনো কাৰ নাই, বিষয় বিৰক্ত ভকতৰনে; অবিৰক্ত ভকতৰ? অবিৰক্ত ভকতে শ্ৰুতি স্মৃত্যুক্ত আশ্ৰম বিহিত পঞ্চযক্ষদেব পূজাদিৰ সহিত হৰিক আৰাধনা কৰিব লগাতো ঁভট্টদেবৰ মত। অবিৰক্ত ভকতৰ হৰি আৰাধনাত শ্ৰুতি স্মৃত্যুক্ত আশ্ৰম বিহিত পঞ্চযজ্ঞদেব পূজাৰ ক্ষতি নহয়। গতিকে যথাতৰোমূল এই বচনৰ স্থন কল্পিত অবিৰক্ত ভকত হব নোৱাৰে। শ্ৰুতি স্মৃতি কথিত আশ্ৰম ধৰ্ম্ম পঞ্চযজ্ঞদেব পূজাদিৰ সহিত অবিৰক্ত ভকতৰ হৰি ভজনৰ বিধি আছে। সেই বিষয় তলত স্পষ্ট কৰা হব। ঁভট্টদেবে বিষয় বিৰক্ত ভকতকো আন আন দেবতাক লগুৱা নিক্চৌ পাতি মাটিমাহৰ ক্ষাৰ আৰু আহু ধানৰ পৰলীয়া ভাত খোৱা বুলি নিন্দা কৰিবৰ কথা কোৱা নাই। ঁভট্টদেবে কৈছে মুক্তিকামীসকলে অসুৰা শূন্যহৈ অৰ্থাৎ দেবতান্তৰক নিন্দা বা ভেদ দৃষ্টি নকৰি শান্ত নাৰায়ণৰ কলাক ভজিব যথা "মুমুক্ষবোঘোৰ ৰূপাণ হিত্বা ভূপত পতি নথ। নাৰায়ণ কলাঃ শান্তা ভজন্তিহ্যনসূয়বঃ" অনু সূয়বঃ দেবতান্তৰা নিন্দকাঃ ভেদদৃষ্টি মকুৰ্ব্বন্তঃ ইতি ভট্টিকা। "হৰিঁ শঙ্কৰয়োৰ্ম্মধ্যে ব্ৰহ্মণশ্চাপি যো নৰঃ। ভেদকৃদয়ৰকং ভুঙক্তে যাবদা চন্দ্ৰ তাৰকং।" ব্ৰহ্মা, বিষ্ণু, শিবক ভেদ কৰা মানুহে চন্দ্ৰ তাৰা থকালৈকে নৰক ভোগ কৰে। "ত্ৰয়োণামেব ভাবানাং যোনপশ্যতি বৈভিদা। সৰ্ব্বভুতাত্মনাং ব্ৰহ্মাণ স শান্তি মধিগচ্ছতি। হে ব্ৰাহ্মণ! সৰ্ব্বভুতৰ আত্মা স্বৰূপ তিনি ভাবৰ অৰ্থাৎ ব্ৰহ্মা, বিষ্ণু, শিবৰ ভেদ যেয়ে নেদেখে সেয়ে শান্তিক পায়। "অতো ভেদাভেদ দৰ্শনে দোষ গুণমাহ" বুলি ভট্টদেবে ভেদ দৰ্শনত দোষ, অভেদ দৰ্শনত গুণ বুলিহে কৈছে। আজি কালিৰ উৎকট সকলে পাইছে লগুৱা লিকচৌ ইত্যাদি যথেচ্ছাৰূপে বিতণ্ডা কৰিবলৈ ধৰিছে। বৈৰাগী ভকতেওঁ লোক সংগ্ৰহৰ নিমিত্তে যথেচিত স্নান, আচমন, শৌচ প্ৰভৃতি ধৰ্ম্মক আচৰণ কৰিব লাহে বুলি ঁভট্টদেবে কৈছে। "যথা" লোক সংগ্ৰহাৰ্থেং যথোচিত স্নানশৌচামনাদি ধৰ্ম্মানাচৰেৎ" অবিৰক্ত ভকতৰ শৰণ সম্বন্ধে ঁভট্টদেবে এনে দৰে কৈছে, যথা" "এবন্তাবদ্ভগবৎ কথা শ্ৰবণ সৎশ্ৰদ্ধাবতঃ জায়া দিনি স্পৃহস্য সৰ্ব্ব ধৰ্ম্ম পৰিত্যাগ ৰূপ শৰণ মুক্তেদানীং তদ্ৰহিতস্য স্বধৰ্ম্ম সহিত মেবান্য দেবতা ভজন ত্যাগ ৰূপ শৰণ পূৰ্ব্বক ভজনমাহ শ্ৰীভগবান" এই দৰে ভগৱন্তৰ কথা শ্ৰবণত একান্ত ৰূপে শ্ৰদ্ধা জন্মা, ভাৰ্য্যা পুত্ৰ, ধন, ঐশ্বৰ্য্যত স্পৃহা নথকা লোকৰ সৰ্ব্ব ধৰ্ম্ম পৰিত্যাগ ৰূপ শৰণতকৈ এতিয়া সম্পূৰ্ণ মতে ভগবন্তৰ কথা শ্ৰবণত শ্ৰদ্ধা নজন্মা ভাৰ্য্যা, পুত্ৰ, ধন, ঐশ্বৰ্য্য আশক্তি থকা লোকৰ স্বধৰ্ম্মৰ সহিত অন্য দেবতাৰ ভজন পৰিত্যাগ ৰূপ শৰণ পূৰ্ব্বক ভজনক শ্ৰীভগবানে কৈছে। যথা "ময়ো দিতে স্ববহিতঃ স্বধৰ্ম্মেষু মদাশ্ৰয়ঃ। বৰ্ণাশ্ৰম কুলাচাৰণকামাত্মা সমাচৰেৎ।।" মই উদিত কৰা স্বধৰ্ম্মত থাকি অকামী হৈ বৰ্ণাশ্ৰম

কুলাচাৰক আচৰণ কৰিব। সাত্ত্বতন্ত্ৰত কৈছে “নিত্যং নৈমিত্তিকঞ্চৈৱ তথাবশ্যমেবচ। গৃহাশ্ৰমী কৃষ্ণ ভক্তঃ কুৰ্য্যাৎ কৃষ্ণং ধিয়া স্মৰণ।” গৃহাশ্ৰমী বিষ্ণুভক্তসকলে বুদ্ধিৰে কৃষ্ণক স্মৰণ কৰি নিত্য, নৈমিত্তিক আৰু আবশ্যকীয় কৰ্ম্মবিলাক কৰিব। গীতায়াঞ্চ “যতঃ প্ৰবৃৰ্ত্তিভূতানাং যেন সৰ্ব্বমিদন্ততম্। স্বকৰ্ম্মাণ্য তমভ্যৰ্চ্চ্য সিদ্ধিং বিন্দন্তি মানবঃ।।” যাৰ পৰা লোকসকলৰ প্ৰবৃত্তি হৈছে যেয়ে এই বিশ্ব ব্ৰহ্মাণ্ডক ব্যাপি আছে, মনুষ্য সকলে স্বধৰ্ম্ম দ্বাৰাই তেওঁক অৰ্চ্চনা কৰি সিদ্ধি লাভ কৰিব পাৰে। বিষ্ণু পুৰাণে। “বৰ্ণাশ্ৰমেষু যে ধৰ্ম্মাঃ শাস্ত্ৰোক্তা নৃপসত্তম। তেষু তিৰ্চ্চন্নৰো বিষ্ণুমাৰাধয়তি নান্যথা।।” হে নৃপসত্তম! বৰ্ণাশ্ৰম বিষয়ত শাস্ত্ৰ নিৰ্দ্দিষ্ট যি ধৰ্ম্ম আছে, সেই ধৰ্ম্মত স্থিতি হৈ মানুহবিলাকে হৰিক আৰাধনা কৰিব, আন প্ৰকাৰে নকৰিব। “শ্ৰুতি স্মৃত্যুক্ত মাচাৰং যস্তু নাতৰতি দ্বিজঃ। পাষণ্ড ইতি বিজ্ঞেয়ঃ সৰ্ব্ব ধৰ্ম্ম বহিস্কৃতঃ” পদ্ম পুৰাণৰ উত্তৰ খণ্ডত লেখা আছে যে দ্বিজজাকিয়ে শ্ৰুতি স্মৃতিৰ উক্ত আচাৰ নকৰিলে সৰ্ব্ব ধৰ্ম্ম বহিস্কৃত পাষণ্ড হয়। বৃহদ্বামন পুৰাণে “শ্ৰুতি স্মৃতি মমৈ বাজ্ঞা যস্তা মুল্লঙ্ঘ্য বৰ্ত্ততে। আজ্ঞাছেদী মম দ্ৰোহী মম্ভক্তোপি ন বৈষ্ণবঃ”।। শ্ৰুতি আৰু স্মৃতি এই উভয় আমাৰ আজ্ঞা বাণী, যিলোকে সেই আজ্ঞাবাণীক উল্লঙ্ঘ্য কৰি প্ৰবৰ্ত্তমান হয়। সেই লোক আমাৰ ভক্ত হলেও আমাৰ আজ্ঞা চ্ছেদি দ্ৰোহী হয়, কেতিয়াও বৈষ্ণৱ নহয়। ঁভট্টদেৱে এইবিলাক নানা শাস্ত্ৰৰ বচন উদ্ধাৰ কৰি অবিৰক্ত ভকতে শ্ৰুতি স্মৃত্যুক্ত আশ্ৰম বিহিত পঞ্চ যজ্ঞ দেবতা পূজাৰ সহিত হৰিক ভজন কৰিব লগা কথা নিৰহ নিপানী কৈ বুজোৱা নাই নে? পাঠকসকলে এবাৰ ভাবি চাওঁক। “জায়াদি স্পৃহাবতো ভগবৎ কথা স্বপি তাদৃক্ শ্ৰদ্ধাবতঃ কৰ্ম্মত্যাগে দোষমাহা বিহোত্ৰ বাক্যেন”। ঁভট্টদেৱে আবি হোত্ৰৰ বাক্যৰ দ্বাৰাই এইটোও কৈছে যে ভাৰ্য্যা, পুত্ৰ, ধন ঐশ্বৰ্য্যত স্পৃহা থকা অৰ্থাৎ বিষয় বিৰক্ত নজন্মা ভগবন্তৰ কথা শ্ৰবণত একান্ত শ্ৰদ্ধা হোৱা লোকৰো কৰ্ম্ম ত্যাগ কৰাটো দোষ জনক। যথা “নাচবেদ যস্তু বেদোক্তং স্বয়মজ্ঞো জিতেন্দ্ৰিয়ঃ। বিকৰ্ম্মনাহ্য ধৰ্ম্মেণ মৃত্যো মৃত্যু মুপৈতি সঃ” অজ্ঞানী আজিতেন্দ্ৰিয় যিলোকে বেদোক্ত কৰ্ম্মৰ আচৰণ নকৰে সেই লোকে ধৰ্ম্মত্যাগ ৰূপ অধৰ্ম্ম দ্বাৰাই মৃত্যুৰ পাচত মৃত্যুকেহে পায়। এই খিনিতে ম ৰ্ষিকল্প ঁভট্টদেৱে এটা মহৎ আশঙ্কা খণ্ডন কৰি কি সমাধা কৰিছে সদাশয় পাঠক সকলে এবাৰ পঢ়ি চাওঁক। “ননু” কৰ্ম্মণি ক্ৰিয়মাণে নানা দেৱতা পূজাস্যোৎ কথমেক শৰণং স্যাত্তত্ৰাহ” কৰ্ম্ম কৰিবলৈ হলে নানা দেবতাৰ পূজা হব, অন্য দেবতা ভজন ত্যাগ ৰূপ এক শৰণো কেনেকৈ হব এই শঙ্কা নিৰাকৰণ হবৰ কাৰণে ভট্টদেৱে এই শ্লোক উদ্ধৃত কৰি কৈছে, যথা “মোক্ষাৰ্থী ন প্ৰবৰ্ত্তেত তত্ৰ কাম্য নিবিদ্ধয়োঃ। নিত্য নৈমিত্তিকে কুৰ্য্যাৎ প্ৰত্যবায় জিহা সয়েতি

বচনাৎ” মুক্তিকামীসকলে কাম্য আৰু নিষিদ্ধ কৰ্ম্মত প্ৰবৰ্ত্তন নহব। দোষৰ হাত সাৰিবৰ কাৰণে নিত্য আৰু নৈমিত্তিক কৰ্ম্ম কৰিব।

গীতাৰ শ্লোক দুটা উদ্ধাৰ কৰি এনেকুৱা শৰণৰ পৰা পৰম পদ প্ৰাপ্তি হব বুলি ভট্টদেবে কৈছে, যথা “এবম্ভূত শৰণাৎ পৰম পদ প্ৰাপ্তিং গীত শ্লোক দ্বয়ে নহি, “ঈশ্বৰঃ সৰ্ব্বভূতানাম্” ইত্যাদিঃ “ত্বমেব শৰণং গচ্ছ ইত্যাদিচ” কাম্য, নিষিদ্ধ, নিত্য, নৈমিত্তিকৰ পৃথক পৃথক লক্ষণ দ্বাৰাই নিৰ্দ্ধাৰিত কৰি ভট্টদেবে দেখাইছে, যথা “তত্ৰ কাম্যানি স্বস্যেষ্ট সাধনানি জ্যোতি ষ্টোমাদিনি” নিজৰ অভিষ্ট ফল সাধক জ্যোতি ষ্টোমাদি যজ্ঞক কাম্য বোলে”। নিষিদ্ধানি নৰকাদ্য নিষ্ট সাধনা ন ব্ৰহ্মণনাদীনি” নিজৰ নৰক প্ৰভৃতি অনিষ্ট সাধক ব্ৰহ্ম বধাদি কাৰ্য্যৰ নাম নিষেধ “নিত্যান্যকৰণে প্ৰত্যবায় সাধন্যানি সন্ধ্যা বন্দনাদীনি” যি কৰ্ম্ম নকৰিলে দোষ হয়, সেই দোষজনক সন্ধ্যা বন্দনাদি কাৰ্য্যক নিত্য কৰ্ম্ম বুলি জানিব লাগে। “নৈমিত্তিকানি পুত্ৰ জন্মাদ্যনু বন্ধীনি জাতেষ্ট্যাদীনি” পুত্ৰ জনন হেতু কৰিব লগা জাতেষ্টাদিৰ নাম নৈমিত্তি কাম্য নিষিদ্ধ বৰ্জ্জনতয়া নিত্য নৈমিত্তিকেষু ভগবদ্ৰূপতয়া তদজ্ঞয়াচ নদোষঃ। যুধিষ্ঠিৰাম্বৰাশাদি সদাচাৰ দৰ্শনান্নচাত্ৰদূষণং কাৰ্য্যম”। কাম্য আৰু নিদ্ধিকৰ্ম্মৰ বৰ্জ্জন কৰা হেতু নিত্য এবং নৈমিত্তিক কৰ্ম্মত ভগবন্তৰ আজ্ঞানুসাৰে ভগবন্তৰ স্বৰূপ ভাবি অন্য দেবতাক পূজা কৰিলে একো দোষ হব নোৱাৰে। অৰ্থাৎ অন্য দেবতা ভজন ত্যাগ পূৰ্ব্বক এক শৰণৰ ক্ষতি নহয়। যুধিষ্ঠিৰ অম্বৰীশ প্ৰভৃতি বৈষ্ণৱসকলৰসদাচাৰো দেখা আছে, গতিকে এই বিষয়ত দূষণ কৰা উচিৎ নহয় বুলি ভট্টদেবে মিমাংসা কৰিছে। এই মিমাংসাৰ মতে চলা দামোদৰীসকলে আজিওঁ নিত্য নৈমিত্তিক সহিত শ্ৰৱণ, কীৰ্ত্তন ধৰ্ম্মত প্ৰবৰ্ত্তি আছে। মুখত হিৰানামৰ বল দেখুৱাই নিত্য নৈমিত্তিক লোপ কৰি পৰধৰ্ম্মত পৰিণত হোৱা সকলে নিত্য নৈমিৰ্ত্তিক কাৰ্য্য কৰা দেখিলে বুকত বৰ কুঠাৰ পৰাৰ নিচিনা আঘাত পায়, যি আহে তাকে পায়। তেওঁলোকে সোঁ বাতে স্বীকাৰ নকৰিলেওঁ আওঁ বাতে স্বীকাৰ কৰা দেখিয়ে আছোঁ। এদিন বিজুলীয়েও নিত্য নৈমিত্তিকক লোপ কৰি হিৰা নামকেহে মোৰ বুলিছিল। কিন্তু, আজিৰ বিজুলীয়ে “নিত্য সন্ধ্যা বন্দনা” আৰু নৈমিত্তিক জাত কৰ্ম্মাদি কৰিব লাগে” বুলি স্বীকাৰ কৰিছে। যদি সেয়ে হয়, তেন্তে সন্ধ্যা বন্দনাত দেখোন ব্ৰহ্মা, বিষ্ণু, শিব, সূৰ্য্য, জল, চন্দ্ৰ, অগ্নি, প্ৰভৃতি দেবতাসকলৰ উপাসা কৰিব লাগে। আন নালাগে ব্ৰহ্ম বিদ্যা গায়ত্ৰীকে তিনি সন্ধ্যাত ব্ৰহ্মাণী, বৈষ্ণৱী, মাহেশ্বৰী, এই ত্ৰিত্ৰয় শক্তি ৰূপে ভাবনা কৰা বিধি।

এনে স্থলত শিব দুৰ্গাদি পূজা কৰা দামোদৰী ধৰ্ম্মৰ নহয় বোলা জন গজ মূৰ্খ

হয় নহয় ৰাইজে ভাবি চাওঁক। মাননীয় বৰদলৈ ডাঙৰীয়াই শিব দুৰ্গাদিক পূজা কৰিবৰ কথা নিত্য নৈমিত্তিকতেহে কৈছে। তেখেতে কোনোবা সঙ্খ্যাৰ প্ৰদীপিকাত জ্যোতি ষ্টোম যজ্ঞ কৰি ইন্দ্ৰৰ দৰে ঐশ্বৰ্য্যশালী হোৱা, দুৰ্গাদেবীক লক্ষ বলি দি সুৰথৰ মন্বন্তৰাধিপ হোৱা, ইত্যাদিঃ এনে ধৰণৰ কথা কোৱা বুলি কোনো বাই কব পাৰেনে? বেচেৰা পাঠক ভোবোলানন্দে "বৰদলৈদেৱে যিবোৰ নাম দেৱতাৰ পূজা বিধি দিব লাগিছে সেই বোৰ কাম্য ধৰ্ম্ম, এতেকে ঁভট্টদেবৰ মতে বৰ্জ্জণীয়" বুলি কোৱা কথা একান্ত ভিত্তিহীন। চাৰা সৃতিৰ গতি বিধি এনেকুৱাই। কাম্য কৰ্ম্ম বুলিলে যে একেবাৰে দলিয়াই পেলাব লাগে এনে নহয়, ঈশ্বৰ সুপ্ৰীতিৰ নিমিত্তে কৰা কাম্য কৰ্ম্মৰ পৰাও মুক্তিলাভ হয় বুলি ঁভট্টদেৱে কৈছে, যথা "বিষয় কামেনাপি কৃত ভগবৎসেৱা মোক্ষ ফলৈবেত্যাহ" এই বিষয় প্ৰমাণ যথা "কাম ধিয়স্বয়ি ৰচিতা নৰো হস্তি যথা কৰম্ভবীজানি। জ্ঞানাত্মন্য গুণময়ে গুণ গণতোহস্য দ্বন্দ্ব জালানি ভবন্তি" যেনেকৈ ভজাগুটি বোৰে গাজ নেমেলে, সেই দৰে নিৰ্গুণ, জ্ঞানাত্ম তুমি পৰমেশ্বৰ বিষয়ত বিষয় কামী সকলে কৰা কৰ্ম্মবিলাকেও গাজ নেমেলে; অৰ্থাৎ দেহান্তৰ উৎপত্তিৰ কাৰণ নহ।

"অত সকামো ভক্তিঃ কামোহপ্যেক শৰণ তয়া ভগবন্তমেব ভজে দিতি বিধিবাক্য মাবিস্কৰোতি শুকঃ" এই হেতু সকামী, নিষ্কামী বা বক্তিকামী হৈয়ে এক শৰণৰ ৰূপে ভগবন্তক ভজিব। এই বিধিবাক্যকে শুকদেবে প্ৰকাশ কৰিছে। যথা "অকামঃ সৰ্ব্ব কামো বা মোক্ষ কাম উদাৰণীঃ।। তীব্ৰেণ ভক্তি যোগেণ ভজেত পুৰুষং পৰম্"।। একান্ত ভক্ত হৈ বা বিষয়ক কামী হৈ, অথবা মুক্তিকামী হৈয়ে অব্যিভিচাৰ ভক্তিৰ দ্বাৰাহি পৰম পুৰুষক ভজনা কৰিব। কাম্য কৰ্ম্মৰ সম্বন্ধে ঁভট্টদেৱে কি কলে সহৃদয় পাঠক সকলে এবাৰ বিবেচনা কৰি চাওক। শক্তি উপাস্য দ্বাৰাই যে হৰি ভক্তিত ব্যভিচাৰ ঘটিব পাৰে তাৰ প্ৰমাণ একো দেখা নেযায়। গোপীসকলে দেবী কাত্যায়ণীক অৰ্চ্চনা কৰিহে কৃষ্ণ পাইছিল। দেবী আৰাধনাৰ দ্বাৰাই সমাধি বৈশ্যে তত্ত্বজ্ঞান লাভ কৰিছিল, এতেকতে বৈষ্ণবে বৈষ্ণৱ আচাৰেৰে বিষ্ণুৰ শক্তি জানি দেবীক ভজাত ভকতিৰ ব্যভিচাৰ নঘটে। "এবং ক্ৰিয়া যোগ পথৈঃ পুমান বৈদিক তান্ত্ৰিকৈঃ। অৰ্চ্চন্নুভয়তঃ সিদ্ধিং মত্তঃ প্ৰপ্নোত্যভিস্পিতাম্'। পুৰুষে এইদৰে বৈদিক আৰু তান্ত্ৰিক ক্ৰিয়া যোগ পথেৰে মোক অৰ্চ্চনা কৰি মোৰপৰা ইহকাল পৰকালৰ বঞ্চিত সিদ্ধিক পায়। ঁভট্টদেবেৰ উদ্ধৃত এই বচনটো দ্বাৰাই শ্ৰীশ্ৰীদেব দামোদৰদেবৰ দিনৰপৰা আজিলৈকে দামোদৰী পন্থত বৈদিক তান্ত্ৰিক এই উভয় মত চলি থকাটো সুন্দৰ ৰূপে প্ৰকটিত হয়। কিন্তু কিছুমান অলগৰ্দ্ধে কয় যে প্ৰভু

দামোদৰদেৱ বৈকুণ্ঠগামী হোৱাত হৈ দামোদৰী পন্থত তান্ত্ৰিক মত সোমানে। "কলৌ কলি সমাক্রান্তা নজানন্তি হৰিং জনঃ। য়ে চৰ্চয়ন্তি হৰিং নিত্যং কৃত কৃত্যাস্ত এবহি। ধন্যাস্তে মানবা লোকে কলিকালে বিশেষতঃ। য়ে চৰ্চয়ন্তি হৰিং নিত্যং পিত্ৰৰ্থং পূজনং হৰেঃ।। কলৌ ন ৰাজন জগতাং পৰং গুৰুং ত্ৰৈলোক্য নাথানত পাদ পঙ্কজম্। প্ৰায়েণ মৰ্ত্ত্যা ভগবন্তমচ্যুতং যক্ষন্তি পাষণ্ড বিভিন্ন চেতসঃ।" কলিত পাষণ্ডসকলেহে জগত গুৰু ভগবন্তৰ পূজা নকৰে। কলি কালত পূজাও যে আছে এই কথাটো ভট্টদেৱে উদ্ধৃত কৰা নানা শাস্ত্ৰৰ শ্লোকবোৰে ফটফটীয়াকৈ বুজোৱা নাইনে? গুণগ্ৰাহী পাঠকসকলে এবাৰ মন কৰকচোন। তথাপিতো অনাচাৰীসকলে কয়, বোলে কলিত হৰি নামৰ বাজে পূজা নাই। কলেনো কি কৰিবা। "মুখ মস্তীতি বক্তব্যা দশ হস্তা হৰিতকী।" আজি বজাৰত মই এটা দহ হতীয়া শিলিখা দেখি আহিছোঁ, আন এজনে সেই কথাটো সাক্ষীচাবুদৰ দ্বাৰাই বাতিল কৰিলেও কয় যে মই দহ হতীয়া শিলিখা দেখিছোঁ। তাক জানো কৰিবৰ কিবা উপায় আছে, তাৰ মুখ আছে যেতিয়া সি সেই কতাকে কয়ে থাকিব। কিন্তু, ৰাইজে তাৎপৰ্য্য বুজি ৰখাই হৈছে আমাৰ প্ৰধান উদ্দেশ্য।

দামোদৰী সম্প্ৰদায়ত শ্ৰবণ, কীৰ্ত্তন, পূজন, প্ৰভৃতি নববিধ ভক্তিয়ে আছে। দামোদৰীয়াই নববিধ ভক্তিৰ ভিতৰত এবিধো বাদ দিব নোৱাৰে। আজিলৈ ইমানতে।

শ্ৰীযশস্পতি শৰ্ম্মা।

## ভটিমা।

(১)

নমো দেৱ দামোদৰ মতি সদা চাৰ
যাৰ সমান নাহি কেৱ।
সাধু মন ৰঞ্জন ভতকিৰ নিদান
তযু পাৱে কৰোঁ শত সেৱ।।

(২)

ধ্বজ বজ্ৰ অঙ্কিত শুক তুন্দ নিন্দিত
যাহাৰ ৰাতুল চৰণ।
কদলী তৰূপম উৰু যুগ দেখি সম
মধ্য ভাগ অতি সুগঠন।।

(৩)

নাভি হ্রদর মাজে অষ্টদল পঙ্কজ
বিরাজিত সতত করম।
বিস্তার অধ্যোগত বৃক্ষ যে সুশোভিত
বাহু যুগ তাল বৃক্ষ প্রায়।।

(৪)

দশ অঙ্গুলীর আভা তাতে নখচন্দ্র শোভা
কণ্ঠ দেশ দেখোঁতে সুঠাম।
মুখ সরোজ মাজে দন্ত পংক্তি বিরাজে
ওঠাধর বিম্ব ফল সম।।

(৫)

নাসিকা গঠিত নাহি নিম্নোন্নত
নিন্দয়া তিল ফুল রয়।
চন্দ্র সমান রেখা নয়নে দিছে দেখা
দরশনে প্রাণ হরয়।।

(৬)

ভালে তিলত চিহ্ন ভ্রূযুগ দেখি মীন
প্রেম বরিয়ে অনিবার।
কর্ণত যে কুণ্ডল শিরে কেশ মণ্ডল
নররূপে ধরি অবতার।।

(৭)

দুষ্টর দমন সন্তর পালন
দামোদর নাম রূপে হরি।
নলচা যে গ্রামত সুশীলার গর্ভত
সদানন্দ গৃহে জন্ম ধরি।।

(৮)

ভীষণ করালিত কলি বৃক আবৃত
দেখিলন্ত কলির জীবন।
ধর্ম্মত নাহি রতি পাপতেহে সদা মতি
রটে কথা সদায় পাপর।।

(৯)

পুণ্যর নাহিক লেশ পায়ে জীৱ অতি ক্লেশ
জানি প্ৰভু জগতৰ গুৰু।
আচাৰ্য্য সবক মাতি থানে থানে সত্ৰ পাতি
ধৰ্ম্মৰ ৰোপিলা কল্পতৰু।।

(১০)

তুমি প্ৰভু দয়াময় বিনাশি যে পাপচৰ
হৰিনাম প্ৰচাৰ কৰিলা।
প্ৰেমে পুলকিত তুৱা গুণে হৈয়া মত্ত
ভক্ত সবে গাইবে আৰম্ভিলা।।

শ্ৰীভবেন্দ্ৰ নাৰায়ণ গোস্বামী,
গৌৰীপুৰ ঁতাৰিণী প্ৰিয়া চতুষ্পাঠী,
(ধুবুড়ী, আসাম।)

# নৃযজ্ঞ বা অতিথি সেৱা।

পাঠক সকল! বোধ কৰো আপোনালোকৰ স্মৰণ থাকিব পাৰে যে মই হিন্দুৰ দৈনন্দিন কৰ্ত্তব্য পঞ্চ যজ্ঞৰ দুটি যজ্ঞ দেবযজ্ঞ আৰু পিতৃযজ্ঞৰ বিষয়ে কওঁতে প্ৰসিশ্ৰুতি হৈছিলো যে সময়ত বাকী তিনটিৰ কথাও আপোনাসকৰ আগত ডাঙ্গি ধৰিম। আজি সেই প্ৰতিশ্ৰুত কথালৈ মন কৰি নৃযজ্ঞৰ কথা কবলৈ আগ বাঢ়িছো। সমাজ, ধৰ্ম্মপাল আৰু সমাজৰ ধৰণীৰ অভাবত আজি দেশ দুদ্দৰ্শাগ্ৰস্ত। আজি কালৰ ভীষণ বান পাণীত ধৰ্ম্মৰ বান্ধ ভাগি সমাজৰ গণ্ডী উল্লঙ্ঘি সমাজৰ ভিতৰত এনে কিম্ভূত কিমাকাৰ ভাব আনি দিছে যে তাৰ প্ৰতিকাৰৰ অৰ্থে সমাজৰ মঙ্গলাকাঙ্ক্ষী সকলো প্ৰাণীয়েই নিৰপেক্ষ হৈ দেহে-কেহে কৰ্ম্মক্ষেত্ৰত ত্যাগী হৈ কাৰ্য্য কৰিব লাগিব। এই ত্যাগেই হিন্দুৰ ধৰ্ম্ম, এই ত্যাগেই হিন্দুৰ যজ্ঞ। এয়ে পঞ্চ যজ্ঞৰ মূল মন্ত্ৰ। এই পঞ্চ যজ্ঞৰ সহায়েৰে হিন্দুৱে হিন্দুত্ব ৰক্ষা কৰিব লাগিব। নহলে আপোনপেটীয়া নিজক লৈ সদাই ব্যস্ত থকা ভোগ বিলাস বান্ধৱ শিক্ষাৰ দ্বাৰাই আমাৰ উন্নতি দুৰূহ। মনে কৰক আজি আমাৰ এনে বিধৰ শিক্ষা দীক্ষা নহয়নে? আজি আপুনি পৰাৰ্থে কিবা ভাবেনে? খুদ চাউল্ল এটা চেপেটা কৰেনে? বেচি দুৰ নকৈ এটি দুটি কথা কলেই যথেষ্ট হব। যেনে অভ্যাগত অতিথি বা ভিক্ষুকৰ প্ৰতি আজিকালি মানুহৰ

ব্যবহাৰ, অতিথি বা বিমূৰ্খ মগণীয়া দেখিলে পদুলি মুখৰ পৰা কেটেৰা জেঙ্গেৰা মাৰি গালি শপনিরে খেদাই দিয়া। এনে কাৰ্য্য কর পরা শিকিলো? কোনে কিহে অতিথিক আশ্রয় নিদিবলৈ আরু দুখীয়াক সমাজর শাওঁপাত বুলি ভাবি পুতৌ নকরি কঠুৰা হবলৈ শিকালে? এই কথা আপোনপেটীয়া অভাবর পরা নহয়নে? দুখীয়াক দিলে আরু আলহি পুহিলে মানুহ ভিকহু হযয় এনে ভাব ইয়ার নিমিত্তেই নহয়নে? ই গরু-পশুর বৃত্তির তুল্য নহয়নে? যেনেকৈ পশুবোরে নিজর পেটর বাহিরে আরু একোকে ভাবিব নোৱারে আরু তাত কিবা বাধা পালে ততালিকে আনটোক আক্রমণ করিবলৈ উদ্যত হয় তদ্রূপ সেই শিক্ষাও নিন্দাৰ্হ যি শিক্ষাই এনে ভাব ওপজায়। সেইরূপ কাৰ্য্যকরী লোকসকল শ্রীকৃষ্ণ ভগবানে ষোড়শ অধ্যায়ত যেনেকৈ কৈছে তেনে আসুরিক ভাবাপন্ন নহয়নে? আরু তার দ্বারাই তমো গুণাক্রান্ত হৈ আধোগামী নহওনে? আমি কেনেকুৱা স্বভাৱর চাওঁক।

কামমাশ্রিত্য দুষ্পুৰং দম্ভমান মদান্বিতং।
মোহাদ্‌গৃহীত্বা সদ্‌গ্রাহাণ প্রবর্ত্তান্তা শুচিব্রতাঃ
চিন্তামপরিমেয়াঞ্চ প্রলয়ান্ত মুপাশ্রিতাঃ।
কামোপভোগপরমা এতাদ্বদিতি নিশ্চিতঃ।
আশাপাশ শতৈর্ব্বদ্ধা কামক্রোধ পরায়ণাঃ
ইহন্তে কামভোগাৰ্থ মন্যাযেনার্থযজ্ঞয়ান্।
ইদমদ্য ময়ালব্ধমিদং প্রাপ্স্যে মনোরথং।
ইদমস্তীদমপি মে ভবিষ্যতি পুণৰ্ধনম্।
অসৌ ময়া হতঃ শত্রুর্হনিষ্যে চাপরামপি।
ঈশ্বরোহমহংভোগী সিদ্ধোহং বলবান সুখী।।
আঢ্যো জিনবানস্মি কোন্যোস্তি সদসোময়া।
যক্ষ্যে দাস্যামিমোদিষ্য ইত্যজ্ঞানবিমোহিতাঃ
অনেকচিত্তবিভ্রান্তা মোহজাল সমাবৃতাঃ
প্রসক্তাঃ কামভোগেষু পতন্তিন বকে শুচৌ।
আত্মসম্ভাবিতাঃ স্তব্ধাঃ ধনমানমদান্বিতাঃ।
যজন্তে নামযজ্ঞেস্তে দম্ভেনাবিধি পূৰ্ব্বকং
অহঙ্কারং কামংক্রোধঞ্চ সংশ্রিত্বাঃ।
মামাত্ম পরদেহেষু প্রদ্বিষন্তোহভ্যসূয়কাঃ।
তানহং দ্বিরতঃক্রূরাণ সংসারেষুনরাধমান্

ক্ষিপাম্যজস্রমশুভনাসুরীষ্বেব যোনিষু।
আসুরীং যোনিমাপন্না মূঢ়াজন্মনি জন্মনি
মামাপ্রাপ্যৈত কৌন্তেয় তমোমান্ত্যধমাঃগতিং
ত্রিবিধং নরকস্যেদং দ্বারং নাশনমাত্মনঃ
কামক্রোধস্তথালোভ স্তস্মাদেতত্রয়ংত্যজেৎ।।
এতৈবির্মুক্ত কৌন্তেয় তমোদ্বারৈস্ত্রিভির্ণরঃ
আচত্যাত্মনঃ শ্রেয়স্ততো যাতি পরাম গতিং

আমার কামনা সহজে পুর করিব নোৱারি। কামোপভোগর দ্বারাই কাম ভাব উত্তৰোত্তৰ বৃদ্ধি পায়। আমালোকৰ দম্ভ আছে, মান আছে, মদ আছে, যাক সাবটি আমি আমাৰ কামনাক পূৰ কৰিব নোৱাৰো, ক্ৰমাৎ উত্তৰোত্তৰ বৃদ্ধিহে পায়। দম্ভমান মদৰ বশীভূত হৈ আজি আমি অশুচি, আমাৰ সকলো কামেই অশুচি। সেই কাৰণেই মোহজালত আবৃত হৈ অশুচি কার্য্যেৰে অসদ উপায়েৰে অসদ বিত্ত উপাৰ্জ্জন কৰি জীবিকা নিৰ্ব্বাহ কৰিছো, অসদ উপায়েৰে অসদ বস্তু লাভ কৰিবৰ হলে মানুহৰ যে চিন্তাৰো সীমা মেথাকে। "কেনেকৈ কাক বলষ্ঠী কৰি বা ঠগ কৰি মই অমুক বস্তু মোৰ কৰি লব লাগিব বা কাৰ অহিত চিন্তিলে মোৰ সেই স্বাৰ্থ সিদ্ধি হব" এনে বান্ধব মানুহেই "প্ৰশষাস্তাং" প্ৰলয়েই অৰ্থাৎ মৰণেই মোৰ, এনে জন্মান্তৰ নমনা মানুহেই জীবনৰ উদ্দেশ্য কামোপভোগেই অৰ্থাৎ ভোগ সুখেই মূল বুলি ভাবো। এনে বিধ ভোগাভিলাষী মানুহেই আশাৰ পাশতিত বদ্ধ হৈ কাম ক্ৰোধৰ বশীভূত হৈ অন্যায়ৰূপে ধনোপাৰ্জ্জনৰ চেষ্টা কৰে। তেনেহলে আমি আজি যি ভাবে শিক্ষিত হৈছো সি কেবল ভোগসুখৰ নিমিত্তে লালায়িত। এই ভোগসুখৰ নিমিত্তে মানুহে কি নকৰে। এই ভোগসুখৰ আগত ত্যাগৰূপ ধৰ্ম্ম কেনেকৈ তিষ্টে। ভোগাভিলাষ তমঃ প্ৰধান ৰজোগুণী, শেহৰটি সত্যগুণাক্ৰান্ত। আজি আমি তামোগুণাক্ৰান্ত হোৱা বাৰে ত্যাগধৰ্ম্ম আমাৰ মানত কিবা কিবা লাগে। সেই কাৰণেই আজি আমাৰ মাজৰপৰা হিন্দুৰ অতিথিসেৱাৰূপ মহাযজ্ঞ ক্ৰমাৎ মুখ লুকুৱাৰ নিচিনা গুণত নহয় সত্বগুণত; মহত্ব আপোনপেটীয়া ভাবত নে মহত্ব সৰ্ব্ব জনীন বিশ্বপ্ৰেমত। অতিথি সেৱাই কি আমাক শিকায় আৰু তাৰ অৰ্থে অতীতৰ আৰ্য্যঋষি সকলেসমাজ সম্পৰ্কে কেনে নিয়ম কৰি গৈছে আৰু তাকে উপলক্ষিয় আজি আমি কত ভাবি চাওক।

অভ্যাগত অতিথি দেখিলে শ্ৰদ্ধাৰে কেইজনে গ্ৰহণ কৰে। অতিথি সেৱা বৃথা অৰ্থব্যয়ৰ কাৰণ ভাবে। অনেকে এসন্ধিয়া এসাজ ভাতকে দিবলৈ পাছ হোঁহকে। অধিক কি আশ্ৰয় দি ৰাতিটো কটাবলৈকে ঠাই এডোখৰ দিবলৈকো কুণ্ঠিত। কি

সময়ৰ বিপৰ্য্যয়। অজ্ঞাত কুলশীলৰ যে কথায় নাই। অতিথি সেৱাৰ অভাবতেই আজি দেশ দীন দৰিদ্ৰেৰে পূৰ। আপোনপেটীয়া মানুহৰ যিমানেই হওক তাৰ অভাৱ যাউতিযুগীয়া। অভাবেই তাৰ স্বভাব। সি লোকৰ অৰ্থে অনুভৱ কৰিব নোৱাৰে। সি অন্ত সাৰশূন্য জীৱ। এনে বিধৰ মানুহৰ সাৰ্ব্বজনীন প্ৰেম এই সেৱাৰেই লভ্য। যাৰ নিমিত্তে মানুহৰ দ্বাৰ অবাধ, শত্ৰু মিত্ৰৰ বিচাৰ নাই, চাণ্ডাল ব্ৰাহ্মণ সমজ্ঞান, সমাজত সৰুবৰ ইত্যাদিৰ অনুসন্ধান নাই, ইয়াতকৈ আৰু মানুহৰ কি কাৰ্য্য উদাৰ হব পাৰে, কোনো হিন্দুক থেকমনা বুলিব পাৰে? প্ৰকৃত হিন্দুৰ অস্পৃশ্য জাতি কি যাৰ মানত সৰ্ব্বদেবময়োতিথিঃ। অভ্যাগত অতিথি পালেই স্বৰ্গসুখ বিধায়ক স্বৰ্গ সংক্ৰম বুলি শাস্ত্ৰে কৈছে। বিশেষকৈ পিতৃকাৰ্য্যৰ অন্তত। যথা প্ৰিয়ো বা যদি বা দ্বেষ্যো মূৰ্খঃ পণ্ডিত এব বা সম্প্ৰাপ্তে দ্বৈঘ দেবান্তে সোহতিথি স্বৰ্গক্ৰমঃ। অধিক কি অতিথি প্ৰাপ্ত হলে তেওঁৰ গোত্ৰ নাম কুলশীল ইত্যাদিৰ একোকে নুসুধি ব্ৰহ্মা বুলি সন্মান কৰি যথাসম্ভৱ আহাৰীয়া বস্তু দিব। যদি তাকে নকৰি গোত্ৰনাম কুলশীল থকা ঠাই ইত্যাদৰ একোকে নুসুধি ব্ৰহ্মা বুলি সন্মান কৰি যথাসম্ভৱ আহাৰীয়া বস্তু দিব। যদি তাকে নকৰি গোত্ৰমান কুলশীল ইত্যাদি সুধি অন্নদান কৰে তেনেহলে স্বৰ্গপ্ৰাপ্তি নহয়। যেনে স্বাধ্যায় গোত্ৰ চৰণ মপৃষ্টাপি তথাকুলং হিৰণ্যগৰ্ভবুদ্ধ্যা তং মন্যেতাভ্যাগতং গৃহীতি গোত্ৰং বংশ প্ৰবৰ্ত্তকং মহৰ্ষিৰূপং চৰণং শখা (স্মৃতি)। অভ্যাগত অতিথি গোত্ৰ বংশ প্ৰবৰ্ত্তক মহৰ্ষিতুল্য ইয়াকে নকৰি যদি বিপৰীত আচৰণ কৰে চাৰ নিমিত্তে শাস্ত্ৰে দণ্ডাই কৈছে।

দেশংনাম কুলং বিদ্যাং পৃষ্টা যোন্নে প্ৰযচ্ছতি ন স তৎফলমাপোতি দত্ত্বা স্বৰ্গং নগচ্ছতি (মনুঃ)

এনে অতিথি সেৱাৰ ফালে আওকাণ কৰি আজি আমি ক্ষুদ্ৰমনা চেই চেই লেই লেই। আমি বিশ্বজনীন প্ৰেমত কেনেকৈ আগুৱাওঁ? চকু থকাতো আমি অন্ধলা। এনেকুৱা জাতিৰ দৈনাবস্থা নহৈ কাৰ হব? আমি কব পাৰো আজিও আমি তেনে নীতিশিক্ষা দিওঁ। কিন্তু এনে নীতিশিক্ষাৰ পৰা কি হব; সেই নীতিশিক্ষাৰ মতে কাম কৰিবলৈ আমাৰ কিবা দিহা আছে জানো? আজি কাৰ্য্যক্ষেত্ৰত পৰিণত কৰি দেখুৱাবলৈ তেনে দিহা নাই। মুখৰ শিক্ষা মুখতে থাকে। কিন্তু অতীতৰ ফালে চাওক ভাৰতৰ আৰ্য্য ঋষিসকলে সকলো শিক্ষা দীক্ষা কাৰ্য্য কৰি থৈ গৈছে। আজি আমাৰ হাতত পৰিহে বিকলাঙ্গ হৈ পৰিছে। যি পঞ্চ মহাযজ্ঞৰ কথা কোৱা হৈছে, এয়ে দৈনন্দিন কৰ্ম্মক্ষেত্ৰত মানুহক মানুহ কৰি তুলিবলৈ যথেষ্ট দিহা কৰি থৈ গৈছে। তাকে আজি আমি উপলুঙা কৰি তাৰ গুৰুত্ব বুজিব পৰা নাই। এই অতিথি সেৱা ৰূপ

যজ্ঞ যথা বিধি আচৰিত হলে মানবী জীৱনৰ সাৰ্থকতা হয়।

এই অতিথি সৎকাৰৰ পৰা জাতিকুল নিৰ্বিচাৰে সৰ্ব্বজনীন ভ্ৰাতৃ প্ৰেম শিক্ষা হয়। চণ্ডালকো সাক্ষাৎ ব্ৰহ্মা জ্ঞানে ভাবিব লাগে। কি মহৎ ভাব আৰু উদ্দেশ্য। সকলোৱে একে আইৰে পুতেক। ইয়াত ডাঙৰ সৰু, শত্ৰু মিত্ৰ বিচাৰ নাই। মূৰ্খ আৰু পণ্ডিতৰ বিচাৰ নাই। এনেকুৱা বিশ্বজনীন ভ্ৰাতৃ প্ৰেম শিকিবৰ কাৰ্য্যকৰী ক্ষেত্ৰ নহয় নে? শতসহস্ৰবাৰ শিক্ষাৰ দ্বাৰা যি কাৰ্য্য হব নোৱাৰে, সেই কাৰ্য্য এই এক অতিথি সেৱাই নিশিকায় নে? এই শাস্ত্ৰ বিহিত অতিথি সেৱাৰ দ্বাৰা মানুহৰ আপোনপেটীয়া ভাব দূৰ হয়। তাৰ পৰাই মই বৰ ভাবো দূৰ হয়। যথা উত্তমস্যাপি বৰ্ণস্য নীচো পি গৃহমাগতঃ। পূজনীয়ো যথাযোগ্যৎ সৰ্ব্ব দেবময়ো তিথিঃ। আৰু আগেয়ে উদ্ধৃত কৰা হৈছে শত্ৰুকো অতিথি সৎকাৰ কৰিব। তাৰপৰা শত্ৰুৰ প্ৰতি হিংসা ভাব দূৰ কৰিবৰো ই উপায়। তাৰ লগে লগে বিবাদ বিসম্বাদ কুবৃত্তি কুকাৰ্য্য দূৰ কৰিবৰো দিহা আছে। এনে বিশ্বজনীন ভ্ৰাতৃ প্ৰেম কাৰ্য্যকৰী শিক্ষাৰ ফল। অতিথি সেৱা ত্যাগ কৰি আমি কি পাশবিক তমো গুণাক্ৰান্ত হৈ আপোনপেটীয়া ভাবলৈ গৈছো। ইয়াৰ দ্বাৰাই সমাজৰ লাগতিয়াল গুণ বোৰ যেনে সহানুভূতি, দয়া, পৰোপকাৰ আৰু অনেক অনেক সেৱা শুশ্ৰূষা কাৰ্য্য হেৰুৱাইছে। এই বোৰৰ অভাবতে দেশত আজি কালি কেনে অশান্তি বাদ বিসম্বাদ। এক মাত্ৰ সহানুভূতিৰ অভাৱতেই এক অতিথি সেৱাতেই এই এটাইখিনি গুণ বিকশিত হৈ পৰে। গৃহা গত শত্ৰুৰো আতিথ্য সেৱাত হিংসাৰ পৰিবৰ্ত্তে ভালপোৱা ভাৱত, শত্ৰুতা ও বন্ধুত্বত পৰিণত হয়। গৃহাগত অতিথিৰ সৰুবৰ বিচাৰ নকৰি "সৰ্ব্ব দেব ময়ঃ" ভাবোতে, নিজৰ অভিমানৰ পৰিবৰ্ত্তে বিনয়ী আৰু অতিথি সেৱাৰ কাৰণে উপেক্ষা ভাব গুথি মানুহক কাৰ্য্য তৎপৰ কৰে। শাস্ত্ৰবিহিত এই আতিথ্যসেৱা যি সমাজৰ সেইসমাজে কাক আপোনপৰ ভাবিব পাৰে? এজন মানুহে ভোকে পিয়াহে জ্বজ্জলিত হৈ বা টোপনিত ব্যাকুল হৈ ৰাতি বিশ্ৰাম লভিবৰ নিমিত্তে যি গৃহস্থৰ ওচৰতে আশ্ৰয় বিচাৰে তাক তেওঁ চিনাকীয়েই হওক অচিনাকীয়েই হওক শত্ৰুৱেই হওক বা মিত্ৰই হওক, উচ্চ বংশীয়ই হওক বা নীচকুলোদ্ভৱেই হওক, তেওঁক দেৱতাৰ নিচিনাকৈ শ্ৰদ্ধাভক্তি কৰিব, গুৰুৰ নিচিনাকৈ সেৱা শুশ্ৰূষা কৰি নিজক নিজে কৃতাৰ্থ বিবেচনা কৰিব। এয়ে শাস্ত্ৰমতে অতিথি সৎকাৰ কাৰ্য্য।

এনেকুৱা অতিথি সৎকাৰৰ কথা হিন্দুৰ বেদ ৰামায়ণ পুৰাণ আৰু ভাৰতত অলেখ ইতিহাস আছে। এনে সুকৌশলেৰে ভৰা সুশিক্ষা হিন্দুৰ অতিথ্য সৎকাৰ বা নৰযজ্ঞৰ বাহিৰে আন কোনো দেশত এনেকুৱা চলিত পাতিও সাধিব নোৱাৰি তেনে

কাৰ্য্য এক অতিথ্য কাৰ্য্যতেই আছে। এনে দেৱসদৃশ উদাৰতা আৰু বিশ্বজনীন ভ্ৰাতৃ প্ৰেমে অতিথি সেৱাৰূপ কাৰ্য্যই নৰযজ্ঞ। এই বিশ্বজনীন ভ্ৰাতৃ প্ৰেমৰূপ নৰযজ্ঞে মানুহক ত্যাগী হবলৈ শিকায়। কাৰণ ত্যাগীৰ সুখ আনন্দ চিৰস্থায়ী আৰু ভোগীৰ সুখ ক্ষণস্থায়ী। ত্যাগী নহলে মানুহে মহত্ব লাভ কৰিব নোৱাৰে। তাৰ বিপৰীতেই ভোগসুখৰ আকাঙ্খা। আজিকালি আমি এই ভোগ সুখৰ নিমিত্তে লালায়িত, আমালোকৰ অতিথি সেৱালৈ আওকাণ। অভ্যাগত অতিথি আৰু ভিক্ষাৰী দেখিলে দূৰতে দুৰ দুৰ এনেকুৱা ভাৱ অধিকাংশৰে। তেওঁবিলাকে হিন্দুৰ সন্তান হৈ হিন্দুৰ দৈনন্দিন পঞ্চযজ্ঞৰ কথা ভুলি গল। বোধ কৰো কোনো কোনোৱে নামকে নুশুনিব পাৰে। এনেবিধ আজি আমাৰ শাস্ত্ৰজ্ঞান।

মানুহৰ মন নিঃচেষ্ট থাকিব নোৱাৰে, যেতিয়া এফালে বাধা পাৱ আনফালে ঢাল লয়। কালৰ গতিত আজি আমি অত্যাগী, আমালোকৰ চেষ্টা নিজৰ অৰ্থে, নিজে সুখসচ্ছন্দত থাকিম। যেনে তেনে এনে অৱস্থা হলেই হয়। চাওক ইয়াৰ পৰা আমি কিমান দুৰ নীহ কামলৈকো নামিছো। সেইবোৰ কথা মই আগেয়ে উল্লেখ কৰা গীতৰ বচনেৰেই আপোনালোকৰ আগত ডাঙ্গি ধৰিম।

তমোৰজোগুণাক্ৰান্ত এনেকুৱা মানুহে ইদমদ্য ময়ালব্ধ ইত্যাদি অৰ্থাৎ এইটো মই আজি পাইছো এই মনোভিলষিত বস্তুও পাম। এইটো মোৰ আছে, এই বিধ ধন মোৰ পুনৰ হব। এই শত্ৰুটো মই নাশ কৰিলো আৰু আনবোৰো নষ্ট কৰিব লাগিব। মই ইচ্ছা কৰিলে সকলো কৰিব পাৰো। মই ভোগী পুৰুষ সিদ্ধপুৰুষ। যিহতে হাত দিওঁ সেয়ে সফল হয়, মই বলী মই সুখী। মোৰ সমান কোন চহকী, পৰিয়ালেৰে পুৰ, মই এনেবিধৰ যজ্ঞ (কাম) কৰিম, দান কৰিম, আনন্দ উপভোগ কৰিম। এনে দম্ভ অহঙ্কাৰেৰে অভিমানী হৈ অজ্ঞান আন্ধাৰত বিমোহিত হৈ চিত্তত অনেক বিভ্ৰম উপস্থিত হয়। তাৰ দ্বাৰাই মোহ জালত মেৰ খাই কামনা আৰু ভোগ সুখত প্ৰকৃষ্টৰূপে আসক্ত হৈ অশুচিকাৰ্য্য কৰি নৰকগামী হয়। অহঙ্কাৰ কামনা আৰু ভোগসুখৰ পৰিণাম এনে বান্ধৰ। আত্মসম্ভুত এনে ধন মান আৰু অহঙ্কাৰেৰে পূৰ্ণ মানুহেই দম্ভেৰে তবধ লগাই অবিধি পূৰ্ব্বক নামেৰে অৰ্থাৎ তেওঁবিলাকৰ ধনসম্পত্তি নামৰ খাতিৰে খৰছ পাতি কৰে। এনে নামযজ্ঞৰ অৰ্থে খৰছ কৰা শাস্ত্ৰমতে অবিধি আৰু দম্ভব্যঞ্জক। আজি আমলোক এনেবিধৰ নহওনে?

এনেবিলাক মানুহে কামক্ৰোধ বল দৰ্পক আশ্ৰয় কৰি মোক (ঈশ্বৰক) স্বকীয় দেহত আৰু পৰ দেহত ঈৰ্ষা পৰবশ হৈ প্ৰকৃষ্টৰূপে শত্ৰুতা আচৰণ কৰে।

# গীত।

৬০ বছৰীয়া বুঢ়া এটাৰ মুখে শুনা গীত।

এমোৰ গোপীসব
আজি দেখোঁ ময় বৰ বিপৰীত হে,
এ সখিসব কিবা কথা মোৰ
মিলিলা তহিত হে।।
এপ্ৰাণ কৃষ্ণ যদুমণি কৈকে গৈলা মোক এৰি
আমিসবে বেহিয়া ধাকুৰাও—হে।।
আমাৰ কৃষ্ণ ধেনু লৈ অকলৈ বনক গৈ
জানো কৃষ্ণ নাহিব দুনাই—হে।।
মথে দধি লৰে চুল চিত্ত কৰে বিয়াকুল
কাকে পৰি ৰতে মুখ চায়—হে।।
পুত্ৰশোক যশোদাই জলে ঝাম্প দিতে যায়
মুষ্টিহানি ধাকুৰন্ত হিয়া—হে।।
কালীৰ শিৰে দিয়া ভৰি ৰঙ্গ কৰে যদুমণি
দেবগণে মৃদঙ্গ বজায়—হে।।
দুৰ্দ্দন্ত কালীয় নাগ এঠাইতে নাহি কাজ
এহি ৰস যাদব দেবে গায়---হে।।

শ্ৰীমহেশ্বৰ দেব শৰ্ম্মা।

# ধৰ্ম্ম বিষয়ে কেইটিমান কথা।

(প্ৰাপ্ত)

(১)

এই পৰিদৃশ্যমান জগতৰ সমস্ত বস্তুৰ মিলিত শক্তিটোৰ নামেই হৈছে—ঈশ্বৰ। মনীষীসকলে ঈশ্বৰক বহুআকাৰ বা নিৰাকাৰ বুলি ব্যাখ্যা কৰা, যত জীৱ তত শিৱ বোলা, ভাৰতৰ লোক সংখ্যা অনুসৰি দেৱতাৰ সংখ্যাও তেত্ৰিশ কোটি ধাৰ্য্য কৰা কথা কেইটাই হৈছে ওপৰৰ কথাৰ প্ৰধান সাক্ষী। এনেকুৱা হলে বাস্তব জগতৰ সমস্ত বস্তুৰেই ঈশ্বৰৰ একোটা অংশ, সমস্ততেই ঈশ্বৰিক শক্তিও সংশ্লিষ্ট আছে। সেই

কাৰণে ঈশ্বৰ বুলিলে বুজিব লাগিব বায়ু-মাটি, তৃণ-কুটা, গ্ৰহ-তৰা, তুমি আমি ইত্যাদি।

(২)

প্ৰকৃতিৰ বিচিত্ৰ ৰাজ্যৰ যি বস্তুতেই ভক্তি স্থাপন কৰি একমন একপ্ৰাণে ঈশ্বৰক ভাবিবা, সেই বস্তুতেই ঈশ্বৰৰ মনোমুগ্ধকাৰী বিচিত্ৰ মূৰ্ত্তি দেখা পাবা। ইয়াৰ সাক্ষী প্ৰহ্লাদ চৰিত্ৰ। গঙ্গা-গয়া কাশী আদিলৈ যাবৰ দৰ্কাৰ নকৰে, সন্ন্যাসী বাবাজী হৈ লঘোনে ভোকে গছ তলে থাকি তোমাৰ আত্মাৰূপী ভগবানক কষ্ট দিহ্ৰ প্ৰয়োজন নাই।

(৩)

ঈশ্বৰ সৰ্ব্বজ্ঞ সৰ্ব্বজান। তেওঁৰ সকলো প্ৰকাৰৰ ভাষাতেই অধিকাৰ আছে, অৰ্থাৎ সংস্কৃত, গ্ৰীক, লাটিন, ইংৰাজি, হিন্দি ভাষা, কছাৰিৰ ভাষা বোৰৰ বাংবুং সকলোকে বুজে। এনে কুৱা হলে তুমি ঈশ্বৰৰ নাম লওঁতে নাইবা ঈশ্বৰৰ অভিপ্ৰায়ে কোনো কাৰ্য্য কৰোঁতে, কোনো নতুন ভাষা ব্যবহাৰ কৰিবৰ আৱশ্যক নকৰে, ভক্তি ভাবে নিজ ভাষাৰেই নাম ললে নাইবা পূজা কৰিলে ঈশ্বৰ সুপ্ৰসন্ন হব।

(৪)

যিখিনি ঈশ্বৰিক শক্তি যিটি সজাৰ ভিতৰত নাইবা তোমাৰ গাত আছে, সেই সজাটি নাইবা তোমাৰ শৰীৰটিক সুখ সম্পদত ৰাখি তোমাৰ আত্মাৰূপী ভগবানক সন্তুষ্ট কৰা, কামৰ দায়িত্ব ভাৰ সম্পূৰ্ণ ৰূপে তোমাৰ গাত আৰোপিত। গতিকে অইন সকলো ধৰ্ম্মকে পাছ কৰি তোমাৰ আত্মাক নাইবা ভগবানক তুষ্ট কৰা, আত্মাৰ সজাটি নিবিঘ্নে ৰাখা। দেহমাৰি ভক্তি কৰিবৰ সকাম নাই।

(৫)

যদি তোমাৰ আত্মাক সুখ সম্পদত ৰাখিও আনক সহায় কৰিবলৈ শক্তি থাকে, তেতিয়াহে তোমাৰ আশ্ৰিত বিলাকক যি পাৰা সহায় কৰিবা। কিন্তু সাবধান যেন আনক সহায় কৰোতে নিজলৈ নাপাহৰা। পুত্ৰ ভাৰ্য্যা কোনেও তোমাক স্বৰ্গত তুলি নথয়। তেওঁলোককো নিজৰ সুখত ৰাখিবলৈ ঈশ্বৰে তোমাৰ সমান শক্তি দিছে। গতিকে শক্তি নহলে তেওঁলোকক পোহপাল নিদিয়াত তোমাৰ একো জগৰ নালাগে। মাথোন তুমি তেওঁলোকক নিজ নিজ জীবিকা আৰ্জ্জিবলৈ স্বাধীনতা দিব লাগিব।

(৬)

তোমাৰ আশ্ৰিতক সুখ সম্পদত ৰাখিও শক্তি থাকিলে তোমাৰ চাৰিও ফালৰ ভাই সকললৈ চাবা। ইয়াতো কওঁ বহুতে দানৰ সৎপাত্ৰ চিনিব নোৱাৰি ধনৰ

অপব্যৱহাৰ মাথোন কৰে। তুমি তেনেকুৱা নকৰিবা। দানৰ সৎপাত্ৰ জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে শক্তিহীন দীন দৰিদ্ৰহে।

(৭)

বাস্তব জগতৰ সকলোৱে ঈশ্বৰৰ অংশ হলে, তৃণ কুটা, গৰু-মানুহ সকলোৰে সৈতে তোমাৰ ভাই ভাই সম্বন্ধ হল। গতিকে তেওঁলোকে নিজ নিজ আত্মৰূপী ভগবানক সন্তুষ্ট কৰিবলৈ যাওঁতে কাকো কতো বাধা নিদিবা নাইবা হিংসা নকৰিবা। ইয়াৰ বিপৰীত আচৰণ কৰিলে ভ্ৰাতৃ-হিংসা বা ভ্ৰাতৃ-বধ নাইবা ঈশ্বৰ হিংসা বা ঈশ্বৰ বধ মহা পাতকত পৰিবা।

(৮)

আনে যিমানেই বেয়া নোবোলক কিয়, যি কাম কৰিলে তোমাৰ মনত নিখুত আনন্দ অনুভুত হয় তুমি সেই কামকেই কৰিব পাৰা, ইয়াত কোনো অপৰাধ নহয়। তোমাৰ মনৰ ওপৰত আনৰ একো সত্ব নাই, আত্মাৰূপী ভগবানে তোমাৰ সকলো অৱস্থা গবেষণা কৰি চাই কি কৰিলে নিখুত আনন্দ লাভ কৰে তাকেই কৰা, সেয়েই ঈশ্বৰৰ অভিপ্ৰেত কাৰ্য্য। পাপৰ অন্য নাম অনুতাপ, গতিকে সাবধান হবা যাতে তোমাৰ কৰা কাৰ্য্য বিলাকত এক মুহূৰ্ত্তৰ বাবেও অনুতাপ কৰিব লগীয়া নহয়।

(ক্ৰমশঃ)

—"বন্ধু"—

শ্ৰীশ্ৰীহৰি।

# ফেদেলী-পুৰাণ।

## পাতনি।

ইচ্ছাময় জগদীশ্বৰ ইচ্ছাবশত আজি কালিকৈ অসমীয়া ভাষাৰ ক্ৰম বিকাশৰ লগে লগে অসমীয়া গ্ৰন্থকাৰৰো সংখ্যা দিনক দিনে বেচি হৈ আহিছে। ই অসমীয়াৰ আনন্দৰ বিষয়। আগেয়ে এখনি স্কুলৰ পাঠ্য পুস্তক লাগিলে অসমীয়াই বঙালীৰ হাতলৈ মুখলৈ নাচালে অসমীয়াৰ আন একো উপায় নাছিল, এতিয়া সেই অভাব পুৰণ হৈ অসমীয়া ভাষাত নানাৰকমৰ সুস্তক পুস্তিকা জাকে জাকে মুদ্ৰিত হৈ ওলাব লাগিছে।

অসমীয়া ভাষা এটি প্ৰাচীন সংস্কৃত মুলক ভাষা। বৃটিছ ৰাজ্য শাসনৰ পৰা কৰ্ম্মচাৰি বিলাকৰ সুচলৰ কাৰণে আদালত আদিত বঙ্গভাষা চলাই আৰু গাৱে গাৱেঁ

বঙ্গভাষার পাঠশালা পাতি দি অসমীয়া ভাশাক নিৰ্জ্জীব নিস্পন্দ করি তুলিছিল। ঘরতো অসমীয়া ভাষা লোপ হবলৈ উপক্রম হৈছিল। ইচ্ছাময়র ইচ্ছাত অসমীয়া ভাষাই পুনঃ আদালত আদিত ঠাই পোৱাত আরু গাৱেঁ গাৱেঁ অসমীয়া ভাষার পাঠশালা হোৱাত নিৰ্জ্জীব অসমীয়া ভাষাই লাহে লাহে সজীব হৈ মুর ডাঙি আহিব ধরিছে। নানা রকমর পুস্তক পুস্তিকা নভেল নাটককে আদি করি বিয়ার নাম, সবাহর নাম ন-ভনী, বার ভনী, করতী মন্ত্র, বিশালী মন্ত্র, বরগীত, পূৱার গীতকে আদি করি নানা কবির নানা রকমর পুস্তকেই ওলাব ধরিছে। গ্রন্থকার বি, এল, এম, এল, কে আদি করি স্কুলর পণ্ডিত স্কুলর ছাত্র, পাঠশালার পণ্ডিত, পাঠশালাৰ ছাত্রকেই অন্ত করি নানা কবির নানা কহিত্বে হার ছাল ওলোৱা অসমীয়া ভাষা দেবীক লোথোপছোপ করি মঙ্গহ ধরাই গাত মেকুরী খুজিয়া বন্ধাব ধরিছে। যদিও কোনো অঙ্গত অলপ অলপ শোথ বিকারর লক্ষণ অনুভব হয়, তথাপি যে দেহর পুষ্টি সাধিত হৈছে, কোনেও নুই বুলিব নোৱারে। এই আনন্দতে আনন্দিত হৈ মতলীয়া হৈ মোর দুৰ্ব্বোধ মনেও গ্রন্থকার হবলৈ মন করি একেবারে অবাক আরু স্তম্ভিত হলো। হাঁ হরি। "নাস্তি ভূমি চতুঃ সীমা শির নাস্তি শিরঃ পীড়ার" নিচিনা হল। মোর নিচিনা উপাধি বিহীন বিদ্যা বুদ্ধি বিহীন লোকে গ্রন্থ লেখি গ্রন্থকার হম নে গ্রাহাকার হম তাক ভগবানেহে জানে। রাহু গ্রহ যেনেকৈ চন্দ্র সূর্য্যক গ্রাহ করি গ্রাহাকার নাম পালে তেনেকৈ অসমীয়া ভাষাত গ্রন্থ লেখি গ্রন্থকার হলেও এটি নাম হব। মোর দুৰ্ব্বোধ মরন ভ্রান্তি অপনোদন করিব নোৱারি অৱশেষত মনর লগে লগে চলিব লগাত পরিলো। কি গ্রন্থ লেখি নাম জ্বলাম ইয়াক ভাবিলে শরীরর সাত শির কুচি অবশ হয়। প্রথমতে উপন্যাস লিখিব গলে এটি নায়ক লাগিল। নায়তো এনে হব লাগিব যে সৰ্ব্ব গুণসম্পন্ন সৰ্ব্ব শাস্ত্রবিশাৰদ নহলেও পাশ্চাত্য শিক্ষাবিশারদ বি, এ, বা এম, এ, উপাধিধারী হব লাগিব। তাতে রূপর সাগর, গুণর সাগর, মুরত টেরী কটা, পদত বুট জুতা বক্তৃতাৰ ছটা, গাত কোট পেটলোন আটা ইত্যাদি ইত্যাদি গুণসম্পন্ন নায়ক এটিবা কত পাওঁ। পালোঁৱেই বা, এনে মনোহর নায়ক জনক বরলা ভকত করি এরি থব নোৱারি। তেঁওর উঠলি পরা প্রেমর আদার স্বরূপা এটি নায়িকাও লাগিল। নায়িকাও তথৈবচ হব লাগিব। "যথা দেবশ্য যদ্রূপং তথা বাহন ভূষণং"। তেনেকুৱা নহলেইবা শোভা হব কিয়? নায়িকাও সৰ্ব্বগুণ সম্পন্ন সৰ্ব্বলঙ্কার সংযুতা নহলেও জ্যাকেট জুতাদি শোভিত, সরোরুহা পিনোন্নত পয়ো ধৰা, সতী সাধ্বী গুণবতী নহলেও প্রেমবতী হব লাগিব। তার মাজত এনে এখনি উদ্যান লাগিব যত নানা তরু বিরাজিত নানা পল্লবে পরিশোভিত পিককুলৰ মনোহর কুহু ধ্বনী ভ্রমর ভ্রমরীর গুঞ্জন

ৰব ফটিক জল পৰিপুৰিত হংস সাৰসাদি ক্ৰীড়িত মান সৰোবৰ সুৰম্য হংসাদি ইত্যাদি উপকৰণ এই ভুবঃ কম্প বিপুৰীত আসাম ভুমিত কত মিলে? এতেকে উপন্যাসৰ কোনো উপকৰণেই মিলা টান। নাটক লিখিব গলেও সেই উপকৰণ লাগিবই, তদুপৰি ৰাগ ৰাগিনী তালমান ঘটিত সঙ্গীতো জানিব লাগিব। এতেকে তাৰো আশা দূৰতেই পৰিহাৰ কৰা গল। ইস্কুলীয়া পুথিতো আমি যে কিমান পাৰ্গত, তাৰ বিশেষ পৰিচয় দিয়াৰেই আবশ্যক নাই। "কবিতাবলী আৰু হিতচিন্তা পঢ়ি অহিত চিন্তা কৰি গ্ৰন্থকাৰ হৈছো। বুৰঞ্জীতো এই দেশৰ সামগ্ৰীয়েই নহয়। যি দুখন একন পুৰণা বুৰঞ্জী আছে, সি হেদালীৰ এচুকত পৰি এলান্ধু বিভুষিতা কলেবৰ হৈ বুঢ়া বুৰঞ্জী ৰূপে পৰি আছে। নব্য পাঠকসকলে তাক পঢ়া দূৰত থাকোক তাৰ নামকেই শুনিব নোৱাৰে। কোনো বা দুজন এজন প্ৰাচীন মানুহে পঢ়িলেও নব্য পাঠকসকলে কাণত হাত দি উঠি যায়। কয় কোনে সেই ফেদেলী পুৰাণ খন শুনি থাকে। এই বুলি সত্যক অবমাননা কৰে। যি সত্য যি সদায় সত্য পথত বিচৰণ কৰি নিত্য ভাব ধাৰণ কৰে। কাল্পনিক কথাই উপকথা হয়। আজিকালি মানুহে কাল্পনিক কথা শুনিবলৈ যিমান ভাল পায় আচল কথা শুনিবলৈ তিমান ভাল নাপায়। আমাৰ প্ৰতি কল্পনা দেবীৰ কৃপা নোহোৱা দেখি এই ফেদেলী পুৰাণকেই লিখি জন্মৰ সাৰ্থক কৰোঁ বুলি মনত ভাবি কাপ ধৰিলোঁ। যি কৰে ভগবানে। কিন্তু পুৰাণ শাস্ত্ৰ ব্যাস দেব ভিন্ন আন কোনেও কৰা নাই আৰু কৰিবৰো সাধ্য নাই। পুৰাণ অষ্টাদশ মহা পুৰাণ দ্বিতীয় অষ্টাদশ উপ পুৰাণ। যথাঃ—

স্বৰ্গশ্চঃ প্ৰতি স্বৰ্গশ্চঃ বংশা মন্নান্তৰোনিচঃ।
বংশানু চৰিতং চৈব পুৰাণং পঞ্চ লক্ষণং।।

এই পঞ্চ লক্ষণ যুক্ত শাস্ত্ৰকেই পুৰাণ শাস্ত্ৰ বোলে। আমাৰ এউ ফেদেলী পুৰাণতো যে গোটেই পঞ্চ লক্ষণ যুক্ত নাথাকিব এনে নহয়। কিন্তু ই মহা পুৰাণ বা উপপুৰাণৰ ওচৰ চাপিব নোৱাৰে। ই উপ উপ উপ তস্যোপপুৰাণ নামধেয়মিতি।

ফেদেলা মণিনাং পৃষ্ট নব্যাগত ৰত্না বোগীঃ।
ফেদেলী পুৰাণং নামং ইতিহাস মনোৰমাঃ।।

---

বিদ্য বুদ্ধি অপাৰগ উপাধি বিহীন।
বি, এ, থাক এ, বি, সহ পৰিচয় হীন।।
সমাজৰ অপদাৰ্থ তথাপি যতনে।
ফেদেলী পুৰাণ সংগ্ৰহিলো প্ৰাণ পণে।।

শুনি যদি সন্তোষিত কোনো জনে হয়।
সেইটী নিজৰ দয়া গুণ পৰিচয়।।

(ক্ৰমশঃ।)

# কমলপুৰ হিতসাধিনী সভাৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ।

১৫। ১০। ২১

(আমি কামলপুৰ হিতসাধিনী নামেৰে সভাৰ কাৰ্য্যবিবৰণ, অভিভাষণ পাই আমাৰ প্ৰদীপিকাত ৰাইজৰ জ্ঞাত্ৰাৰ্থে ঠাই দিলে। আমাৰ নিজৰ মতামত দিবৰ একো নাই।— প্ৰঃ সঃ।)

১। ভক্তিভাজন সভাপতি মহাশয়, মাননীয় সমজুৱা সকল! সৰ্ব্বপ্ৰথমে মই সৰ্ব্বনিয়ন্তা শ্ৰীভগবানৰ পদাৰবিন্দত সাষ্টাঙ্গে প্ৰণিপাত জনালোঁ। যি সু শানৰ প্ৰসাদাত আজি প্ৰায় এক শতাব্দী কাল অসমীয়া জাতিয়ে জ্ঞানবলে কৰ্ত্তব্যৰ অভ্ৰান্ত পথ চিনি লব পাৰিলে, সেই বৃটিচ শাসনৰ ওচৰতো মুৰ দোওৱাঁ মোৰ একান্ত কৰ্ত্তব্য।

২। উচ্চমনা সভাসদবৰ্গ। আজি আমি যিহৰ কাৰণে গোট খাইছোঁহক, সেই আচল কথাৰ অৱতাৰণাৰ আগ খিনিতে তাৰে অকণমান উদ্বোধনৰ দৰ্কাৰ বুলি মোৰ মনে খুন্দিবাত দুষাৰ মান কবলৈ আগবাঢ়িলোঁ। অতীত গৌৰব স্মৃতিয়ে মানুহক যি পৰিমাণে কাৰ্য্যক্ষম আৰু কৰ্ত্তব্য পথত অগ্ৰসৰ কৰে তাক কোৱা বাহুল্য। আপোনালোকে জানে সীতাৰ অনুসন্ধান কালীন কোনেও সাগৰ পাৰ হবলৈ সাহ নকৰিছিল; বৃদ্ধ মন্ত্ৰি জাম্বুবানে মন্ত্ৰণা কৰি যেতিয়া হনুমানৰ অতীত গৌৰৱ কাহিনী ব্যাখ্যা কৰিলে, তেতিয়াই হনুমানৰ শত গুণে বল বাঢ়ি সাগৰ পাৰ হবলৈ সক্ষম হল। বুৰঞ্জী আদি পাঠ কৰিলেও ইয়াৰ ব্যতিক্ৰম দেখা নাযায়। ভাৰতবাসীৰ হলেও, বিশেষকৈ ভগদত্ত কামৰূপীৰ, বাণ তেজপুৰীয়াৰ অতীত গৌৰৱৰ পৰিচয় স্থল। মযো সামান্য বুদ্ধিৰে সেই পন্থানুসৰণ কৰি, এই ঠাইৰ চমু অতীত গৌৰব কাহিনী কবলৈ আগ বাঢ়িলোঁ। অৱশ্যে মোৰ ই জন্মস্থান নহয়, আৰু বয়োবৃদ্ধও নহও, যিগুণৰ পৰা এই উদ্বোধনৰ দ্বাৰা মই এই পুৰবাসী ভ্ৰাতৃসকলক জগাই তুলিব পাৰিম। মোৰ ব্যক্তি কোনৰ ময়সেৰে আজি প্ৰায় ১০ বছৰ কাল এই মদাৰ তলা মৌজাত মৌজাদাৰী কামৰ অভিজ্ঞতাৰে যিমান খিনি পাৰিছোঁ তাকে মোৰ সুহৃদয় সমজুৱা ভাই সকলৰ আগত দাঙি ধৰিছোঁ। ইয়াৰ পৰা অলপো উপকাৰ হলে নিজক ধন্য মানিম।

৩। সভাপতি মহোদয় আৰু মান্যাস্পদ সমজুৰাসকল। আপোনালোকে কেতিয়াও নাভাবিব, ই পাহাৰীয়া আবৰ মিকিৰৰ ঠাই। বৰং অন্যান্য চাৰ্কেলৰ লগত ৰিজাই চালে ফট্‌ফটীয়াকৈ দেখিব যে, কোনো কোনো ঠাইক ইয়াৰ অতীজ গৌৰব কাহিনীয়ে চেৰ পেলাব। বৰ্ত্তমানৰ এক মদাৰতলা মৌজাৰ ভিতৰতে নিজ মদাৰতলা গাৱঁত সৰ্ব্বজন বিদিত "ভঠৌ বৰ কায়স্থৰ নিচিনা প্ৰবল পৰাক্ৰমী পুৰুষৰ জন্ম হৈছিল, যিজনে ভোটৰ কৰ পৰ্য্যন্ত আদায় কৰা প্ৰবাদ আছে। আজিও সেইজনা পুৰুষৰ বংশধৰ সকল দীন বেশে বৰ্ত্তমান আছে। চুটিয়া পাৰাত কন্দৰ্প মেধিৰ নিচিনা ধৰ্ম্ম নষ্ঠ-পুৰুষৰ জন্ম হৈছিল। যাৰ ধৰ্ম্ম নিষ্ঠাৰ সাক্ষী আজিও জালিমূৰা গাৱঁত সাত কুৰি পুৰা নিস্পিখেৰাজে (পুৰাকালত ধৰ্ম্মোত্তৰে) সাক্ষি দিব লাগিছে। পূৰ্ব্ব পাৰ মৌজাৰ ক্ষুদ্ৰ চেঁচীয়া বৰুৱা, ৰিহ দিয়া বেজাৰৰ বিহ দিয়েলী, বেজেৰীয়া বৰুৱা আৰু ডেকাৰ বংশৰ কথা কোনে নাজানে। ইয়াৰ বাহিৰেও এই ঠাইৰ উল্লেখ যোগ্য হিন্দু, মুছলমান ও গোঁসাই জাতীৰ বহুত ভদ্ৰবংশ আছে। বাহুল্য ভায়ে লিখিবলৈ সাহ নকৰিলো। মুঠ কথা এই অঞ্চল যে পুৰণি ভদ্ৰমণ্ডলীৰ আবাস ভূমি, তাক কোৱা বাহুল্য। বৃটিষ সুশাসনে সদায় ভদ্ৰত্বৰ সম্মান বজায় ৰাখি আহিছে। আৰু কাললৈও ৰাখিব বুলি নিসন্দেহে আশা কৰা যায়। কিন্তু মদাৰতলা মৌজা পুৰণি ভদ্ৰমণ্ডলীৰ আবাস ভূমিৰ শ্ৰেষ্ঠ স্থান অধিকাৰ কৰাতো আৰু মৌজাদাৰৰ উপযুক্তগুণ বিশিষ্ট প্ৰাৰ্থী থকাতো যে গৱৰ্ণমেণ্টে তালৈ আওকাণ কৰিলে ই অতি দুখজনক।

৪। মাননীয় মহোদয় আৰু সমজুৰা সকল। আপোনালোকে নিশ্চয় ভাবিছে যে এওঁ নানা বাজে কথাৰ অবতাৰণা কৰি আমাক বেজাৰ দিব লাগিছে। মোৰ বিবেচনায় বাস্তবিক আজিৰ উদ্দেশ্যৰ ইও এটি মাহি কাৰণ ভাবিব লাগিব—যি হওক এতিয়া অচল উদ্দেশ্যৰ পিনে ক্ৰমে আগবাঢ়ো।

৫। শাস্ত্ৰে নদী, জাতি, বৈদ্য, পণ্ডিত সজ্জন এইবিলাকৰ আশ্ৰয়ত হে বাস ভূমিৰ স্থান নিৰ্দ্দেশ কৰিছে। আৰু এই বিলাকৰ সুখ স্বচ্ছন্দে জীৱন ধাৰণৰ নিমিত্তে পৰস্পৰে পৰস্পৰৰ লগত অতি ঘনিষ্ঠ সম্বন্ধে আছে। তাক আপোনালোকে ভাল দৰে জানে। জ্ঞানী গণে ইয়াৰ কোনোটিৰ ব্যতিক্ৰমে ঘটিলে স্থাপন বা বাজায় ৰাখিবলৈ প্ৰাণপণে চেষ্টা কৰে। সকলোত্তকৈ স্বাস্থ্য অমূল্য ধন। এই স্বাস্থ্যৰক্ষা ৰোগত দোষে উন্নতি পথত আগবাঢ়িব পাৰে। তাক কোৱা বাহুল্য মাত্ৰ। শাস্ত্ৰে কৈছে "শৰীৰমাদ্যং খলু ধৰ্ম্ম সাধনম্"। আগেয়ে শৰীৰ ৰক্ষা কৰিব পাৰিলে ধৰ্ম্ম, অৰ্থ, কাম মোক্ষ চতুৰ্ব্বৰ্গৰ সিদ্ধি লাভ হয়। এই শৰীৰ ৰক্ষাৰ অন্যতম উপায় ৰোগত সুচিকিৎসা বা স্বাস্থ্য ৰক্ষাৰ সুগুণ ব্যাখ্যা কৰি পাণ্ডিত্য প্ৰকাশ কৰা মোৰ উদ্দেশ্য নহয়। আগেয়ে

কৈছোঁ তাক আপোনালোকে মোতকৈ অতি ভালদৰে জানে। আৰু তাৰ পৰিচয় সাক্ষীও আপোনালোকেই দি ৰাখিছে। কোৱা বাহুল্য ইয়াৰ স্থানীয় কমলপুৰ ডাক্তাৰ খানা স্থাপন আপোনালোকৰেই ঐকান্তিক যত্নৰ ফল। কমলপুৰ স্কুলো আপোনালোকৰ পূৰ্ব্বপুৰুষৰ যত্নতে আজি পৰ্য্যন্ত বিদ্যমান আছে।

৬। আজি আপোনালোকৰ আগত যি কথা প্ৰকাশ কৰিবলৈ বাধ্য হৈছোঁ, সি অতি মৰণান্তিক দুঃখজনক। বাস্তবিক মোৰ ই দুৰ্দ্দৈবৰ ফল। মোৰ নিতান্ত অনিচ্ছা স্বত্বেও মোৰ সুযোগ্য বন্ধু এক মাত্ৰ শ্ৰীযুত শিবৰাম দত্ত মহাশয়ৰ পুনঃ পুনঃ উদ্‌গণিত আৰু চেষ্টাত এই লোকেল বোৰ্ড মেম্বৰৰ পদ লওঁ। তেতিয়াই বন্ধুবৰে সপত খুৱাই অনুৰোধ কৰিছিল যে ৰাইজৰ হিতকৰ কামৰ অৰ্থে নিজৰ যদি ক্ষতিও হয়, তথাপি যেন কৰ্ত্তব্য পথত আগবাঢ়িবলৈ অকণো দ্বিধা ভাব নকৰে। বাস্তবিক যে মোৰ এই পদ লোৱাত যথেষ্ট হানি হোৱা নাই এনেও নহয়। তথাপি সেই প্ৰতিশ্ৰুত অঙ্গিকাৰ তুলাটো মোৰ পক্ষে অধৰ্ম্মজনক, আৰু কাপুৰুষতাৰ পৰিচায়ক ভাবিহে আজি আপোনালোকক আহ্বান কৰি কবলৈ ধৰিছোঁ।

৭। আজি কেইবা বেলিও লোকেল বোৰ্ড মিটিঙত এই কমলপুৰৰ ডাক্তাৰ খানা উঠাই ৰঙ্গিয়ালৈ নিবৰ ঘোৰতৰ আন্দোলন চলে। মোৰ শক্তি অনুসাৰে ৰক্ষাৰ অৰ্থে নানাপ্ৰকাৰ চেষ্টা কৰিও সুফলৰ আশা দেখা নাই। গতিকে কথাটো ৰাইজক কোৱা একান্ত উচিত বোধেৰে আপোনালোকৰ আগত যথা ৰীতি জনাই ধৰিলোঁ। দ্বিতীয় কথা কমলপুৰ স্কুলৰ আপোনালোকে মোকে চেক্ৰেটৰি পাতিছে। আপোনালোকে জানিছে এই স্কুলৰ অবস্থাও দুঃখজনক হৈ উঠিছে। আমাৰ ভাবি আশাৰ স্থল সৰু সৰু লৰা ইয়াৰ বোৰ্ডিংঅত থাকে। অৱশ্য শলাগ লব লগীয়া যে আমাৰ সুযোগ্য ডিপুটি ইন্‌স্পেক্টৰ মাননীয় শ্ৰীযুক্ত নদীয়া বিহাৰী দাস এম্, এ, বি, এল, বি, টি, মহাশয়ৰ ঐকান্তিক যত্নত এই বোৰ্ডিং স্থাপন হৈছিল। বৰ দুখৰ কথা এই বোৰ্ডিং পাঁচ বাৰ পোৰে। মই কব নোখোজোঁ এই দোষ কাৰপৰা ঘটিছে। কৰ্ত্তৃপক্ষে ইয়াৰ সুবিবেচনা কৰিছে। এতিয়া যদি ৰাইজে সেই পোৰা ঘৰ দুটি তৈয়াৰ কৰি নিদিয়ে তেন্তে স্কুল উঠি যাব বুলি সিদিনা মাননীয় ইন্‌স্পেক্টৰ চাহাব বাহাদুৰে কৈ গৈছে। গতিকে এইটোও আপোনালোকৰ দ্বিতীয় কৰ্ত্তব্যৰ ভিতৰত পৰিছে।

৮। মাননীয় সভাসদবৰ্গ। সুখৰ পাচত দুখ, দুখৰ পাচত সুখ, ই নিয়তিৰ নিয়ম। স্থিৰ চিত্তে ধৈৰ্য্য ধৰি কৰ্ত্তব্য পথত আগবাঢ়িলে ভগৱান নিশ্চয় অনুকূল হব। আহকচোন। আহাঁ সকলোৱে সেই বাত বৃষ্টি হতে গোবৰ্দ্ধন ধৰি গোকুল ৰক্ষা কৰোঁতা শ্ৰীকৃষ্ণৰ শৰণ লৈ কৰ্ত্তব্য পথত আগ বাঢ়োহঁক। নিশ্চয় আমাৰ প্ৰতি প্ৰভু প্ৰসন্ন হব।

৯। মাননীয় সভাসদ বৰ্গ! আজি কিছুমান দিনৰপৰা আৰু এটি সংক্ৰামক মহা ব্যাধিয়ে আমাৰ বিষম ৰূপে শঙ্কান্বিত কৰা গম পোৱা নাইনে? যি মহা ব্যাধিয়ে ভাৰত ব্যাপী ৰজা প্ৰজাৰ মনত ভীষণ অশান্তি উৎপাদন কৰিব লাগিছে, যি ব্যাধিৰ প্ৰবল পীড়নে অইন যি নহওক আমাৰ ভাবী উন্নতিৰ আশাস্থল দুগ্ধ পোষ্য ননীৰ পুতলি শিশুসকলক অকালতে গ্ৰাস কৰিব ধৰিছে। সেই সংক্ৰামক মহা ব্যাধি মহাত্মা গান্ধিৰ সহযোগিতা বৰ্জ্জন। অৱশ্য মোৰ নিচিনা অতি ক্ষুদ্ৰ জনৰ এই বিষয়ৰ বিচাৰ বা কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰা অকণো বিবেক বুদ্ধি নাই। তথাপি ইয়াকে ডাঠি কব পাৰো যে, অকণ লৰা ছোৱালীয়ে সম্প্ৰতি প্ৰবৰ্ত্তিত শিক্ষা লাভ কৰিবলৈ এৰা ঘোৰ অন্যায় হৈছে। যদিও আপোনালোকৰ সুগুণত এই নিচেই তাকৰীয়া ঠাইত সেই মহা ব্যাধিয়ে লৰা বিলাকৰ অনিষ্ট সধা নাই, তথাপি এনে ভাবে কেইদিন চলিব পাৰিমহঁক। এই বিষয়তো কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰিবলৈ মই আপোনালোকক মিনতিৰে অনুৰোধ কৰোঁ। ইয়াৰ কিছুদিনৰ পূৰ্ব্বে শ্ৰীযুত শিবৰাম দত্ত মহাশয় ঘৰলৈ আহোঁতে দুয়ো জনে বৰকৈ আলচ কৰাত, তেওঁ অনুৰোধ কৰিছিল যে অনুগ্ৰহ কৰি স্থানীয় ভ্ৰাতৃসকলক গোটাই যাতে ইয়াত তেনে ব্যাধিয়ে ঠাই নাপায়, তাৰে চেষ্টা কৰে যেন। বৰ দুখৰ কথা, ইয়াত তেনে কামত উদ্যোগ কৰোঁতা পুনঃ পুনঃ বিচাৰিও নোপোৱাত আজি ইমান দিনে সেই কাম হৈ উঠা নাই। এতিয়া পুনৰায় তেখেত অতি তাকৰীয়া বন্ধত আহি মোক উদগোৱাত আৰু তেখেতেও দিনে ৰাতিয়ে যত্ন কৰাত আজি এই সুযোগ ঘটাব পৰা হৈছে। এতিয়া আপোনালোকে ইয়াৰো কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰে যেন।

১০। অৱশেষত আপোনালোকে আজিৰ মিটিঙলৈ আহ্বান কৰা পত্ৰত সভাপতি পদলৈ ৰায় বাহাদুৰ শ্ৰীযুত কালীচৰণ সেন উকীল ডাঙৰীয়াক নিমন্ত্ৰণ কৰা উল্লেখ পাইছে। বাস্তৱিকতে তেখেত সাম্যবাদী বুলি ভাবি নিমন্ত্ৰণ জনাই মানুহ পঠোৱাত হৈছিল। দুখৰ বিষয় তেখেতে বিশেষ ঘৰুৱা আসোৱাঁহ দেখুৱাই আহিব নোৱাৰোঁ বুলি কৈ পঠাইছে। মই আগয়ে কৈছো দুখৰ পাচতে সুখ অৱশ্যম্ভাবী। বৰ সুখ আৰু গৌৰবৰ কথা সেই মূহুৰ্ত্ততে জানিব পাৰিলো আমাৰ দেশৰ সুযোগ্য কৰ্ত্তব্য নিষ্ঠ পুত্ৰ মাননীয় ৰায় চাহেব শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালা ডাঙৰীয়া ইয়াত আছে। ততালিকে আমি যাই তেখেতক অনুৰোধ জনোৱাত, তেখেত গৱৰ্ণমেণ্ট কৰ্ম্মচাৰী হৈও আৰু নানা বাধ্য বাধকতাৰ মাজত থাকিও মুক্ত কণ্ঠে আমাৰ অনুৰোধ ৰক্ষা কৰিলে। বাস্তৱিক তেখেতৰ যে, আমাৰ প্ৰতি কিমান অগাধ আৰু অকৃত্ৰিম স্নেহ, তাক কৈ অন্ত কৰিব নোৱাৰোঁ। অৱশেষত আমাৰ সকলো কাম যে সুকলমে সিদ্ধ হব ইয়াক নিশ্চয় আশা কৰিব পাৰিছোঁ। আমি তেখেতৰ দীৰ্ঘায়ু কামনা কৰোঁহঁক। সামৰণিত কওঁ

আপোনালোকে আহি গোট খাই সভা আলোচনা কৰা বাবে মই আপোনালোকৰ ওচৰতো চিৰ কৃতজ্ঞ থাকিলোঁ। আৰু সকলো ত্ৰুটি ক্ষমা কৰা মাগিলোঁ।

শ্ৰীঅঙ্গদসেন বৰকাকতী,

অভ্যৰ্থনা সমিতিৰ সভাপতি।

## কমলপুৰ উন্নতি বিধায়িনী সভাৰ কাৰ্য্য বিবৰণী।

১। সভাপতি নিৰ্ব্বাচন।

প্ৰস্তাবক—শ্ৰীযুত শিৱৰাম দত্ত।

সমৰ্থক—শ্ৰীযুত চান্দ মহম্মদ চৌধুৰী।

অনুমোদক— „ অঙ্গদ সেন বৰকাকতী।

„ দুলাল চন্দ্ৰ মজুমদাৰ।

২। মঙ্গলাচৰণ ও মাল্যদান।

শ্ৰীযুক্ত মহীনাৰ্থ শৰ্ম্মোপাধ্যায়।

৩। অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ।

৪। প্ৰস্তাব গ্ৰহণ।

৫। উপস্থিত সমজুবাৰ বক্তৃতা।

৬। সভাপতিৰ অভিভাষণ।

৭। সভাপতিক ধন্যবাদ।

শ্ৰীযুক্ত কমলনাথ দত্ত।

৮। সভাভঙ্গ সুচক বাদ্য।

শ্ৰীঅঙ্গদ সেন বৰকাকতী,
বিষয় বাচনি সভাৰ সভাপতি,
১৫। ১০। ২১।

## প্ৰথম অধিবেশন।

স্থানঃ—কমলপুৰ, তাৰিখ ১৫ অক্টোবৰ ১৯২১ চন। উপস্থিত সমজুবাৰ সংখ্যা ৪০০ জনৰ ওপৰ। সভাপতিঃ—মাননীয় ৰায় চাহেব শ্ৰীযুত আনন্দ চন্দ্ৰ আগৰৱালা।

গৃহীত প্ৰস্তাব সমূহ।

১। যি জন মহানুভৱ সম্ৰাট ভাৰতৰ অতীত গৌৰৱ উদ্ধাৰৰ নিমিত্ত

সিংহাসনত বহিয়েই গোটেই ভাৰতৰ প্ৰজাক ভবিষ্য আশাৰ বাণী শুনাই আশ্বস্ত কৰিলে, সেই প্ৰজাবৎসল ৰাজাধিৰাজ পঞ্চম জৰ্জ আৰু তেওঁৰ সুযোগ্য সহধৰ্ম্মিণী মেৰীৰ এই সভাই কায়মনোবাক্যে মঙ্গল কামনা কৰে।

প্ৰস্তাবক—শ্ৰীযুক্ত শিবৰাম দত্ত।

সমৰ্থক—„ অঙ্গদ সেন বৰকাকতী।

অনুমোদক—„ [illegible]নাথ দত্ত।

২। যি জন শাসনকৰ্ত্তাই আসামৰ অস্বাস্থ্যকৰ জল বায়ুত কষ্টভোগ কৰিও আসামৰ মঙ্গল অৰ্থে ইয়াৰ শাসনভাৰ গ্ৰহণ কৰিছেহি এই সভাই সেই আসাম গৱৰ্ণৰ চাৰ উইলিয়ম মেৰিছ চাহাব বাহাদুৰৰ দীৰ্ঘায়ু কামনা কৰে।

প্ৰস্তাবক—শ্ৰীযুত অঙ্গদ সেন বৰকাকতী।

সমৰ্থক—„ শিবচৰণ চৌধুৰী।

অনুমোদক—„ তনুৰাম দাস।

৩। আসামৰ সুপুত্ৰ আৰু আসাম গৱৰ্ণমেণ্টৰ প্ৰথম মন্ত্ৰী ৰায় বাহাদুৰ ঘনশ্যাম বৰুৱা, বি, এল, ডাঙ্গৰীয়া আৰু খান বাহাদুৰ মৌলবী চৈয়দ আবদুল মজিত বি, এল, ডাঙ্গৰীয়া দুজনৰ এই সভাই মঙ্গল কামনা কৰে।

প্ৰস্তাবক—শ্ৰীযুক্ত বলিচৰণ ডেকা।

সমঃ— „ যাদব কান্ত বৰুৱা।

অনুঃ—„ দুলাল চন্দ্ৰ মজুমদাৰ।

৪। এই সভাই আসাম উপত্যকা বিভাগৰ কমিচনাৰ বি, চি, এলেন, চাহাব বাহাদুৰৰ মঙ্গল কামনা কৰে।

প্ৰস্তাঃ—শ্ৰীযুক্ত মাধব চন্দ্ৰ দাস।

সমঃ— „ মতিৰাম দাস।

অনুঃ— „ ফণীৰাম মজুমদাৰ।

৫। যি জন উচ্চ বংশীয় বিলাত বাসীয়ে সুদীৰ্ঘ কাল কামৰূপ জিলাৰ শাসন ভাৰ গ্ৰহণ কৰি কামৰূপৰ প্ৰজাৰ অৰ্থে অহৰ্নিশে চেষ্টা কৰিব লাগিছে সেই সুযোগ্য ডেপুটী কমিচনাৰ মিঃ এঃ বেণ্টিক চাহাব বাহাদুৰৰ দীৰ্ঘায়ু আৰু ইয়াত দীৰ্ঘকাল স্থায়ীত্ব সভাই কামনা কৰে।

প্ৰস্তাবক—এম [illegible] চৌধুৰী।

সমঃ—মুন্সি আব্দুল হামিদ।

অনুঃ—শ্ৰীযুত [illegible]।

৬। এই সভাই প্ৰস্তাৱ কৰে যে কমলপুৰ ডাক্তৰখানা আগৰ দৰে ইয়াতে বজায় ৰাখিবলৈ কৰ্ত্তৃপক্ষৰ ওচৰত টানি আবেদন জনোৱা হওক।

প্ৰস্তাৱক—এম চান্দ মহম্মদ চৌধুৰী।

সমৰ্থক—শ্ৰীযুত অঙ্গদ সেন বৰকাকতী।

অনুমোদক—„ মাধৱ ৰাম দাস।

৭। এই সভাই প্ৰস্তাৱ কৰে যে সভাৰ ষষ্ঠ ও নৱম প্ৰস্তাৱ দুটা জাতি ধৰিবলৈ মাননীয় লোকে বোৰ্ড চেয়াৰ মেন ডেপুটী কমিচনাৰ চাহাব বাহাদুৰৰ ওচৰত এটি ডেপুটেশ্যন পঠোৱা হওক।

প্ৰস্তাৱক—শ্ৰীযুত বালীচৰণ ডেকা।

সম—মৌলবী মহম্মদ বলো।

অনু—শ্ৰীযুত যাদব কান্ত বৰুৱা।

৮। এই সভাই প্ৰস্তাৱ কৰে যে ৭ম প্ৰস্তাৱ অনুসৰে তলত লিখা ডাঙ্গৰীয়া কেজনক ডেপুটেশ্যনৰ মেম্বৰ মনোনীত কৰি সিবিলাকক এই ভাৰ গ্ৰহণ কৰিবলৈ অনুৰোধ কৰা হওক, আৰু চেয়াৰমেন চাহাবৰপৰা তেওঁৰ ওচৰত উপস্থিত হবৰ অনুমতিলৈ মেম্বৰ ডাঙ্গৰীয়া সকলক নিৰ্দ্ধাৰিত দিনত উপস্থিত হবলৈ শ্ৰীযুক্ত অঙ্গদ সেন বৰ কাকতী ডাঙ্গৰীয়াক সু বন্দবস্ত কৰিবলৈ অনুমতি কৰা হওক।

১। শ্ৰীযুত অঙ্গদ সেন বৰকাকতী।

২। „ শিবচৰণ চৌধুৰী।

৩। „ দুলাল চন্দ্ৰ মজুমদাৰ।

৪। „ ধৰ্ম্মেশ্বৰ মণ্ডল।

৫। মৌঃ চান্দ মহম্মদ চৌধুৰী।

প্ৰস্তাৱক ঃ—শ্ৰীযুত বলি চৰণ ডেকা।

সমৰ্থক ঃ— „ দণ্ডিৰাম মণ্ডল।

অনু ঃ— „ গম্ভীৰ ৰাম নাগ।

৯। এই সভাই প্ৰস্তাৱ কৰে যে কমলপুৰ গৱৰ্ণমেণ্ট স্কুলৰ বোৰ্ডিঙৰ ঘোৰা পকি ঘৰ দুটী বাড়িবলৈ মেনেজিং কমিটিক কিছু পৰিমাণে ধনাহৰ সহায় দিয়াৰ ব্যৱস্থা কৰাৰ কাৰণে মাননীয় ডেপুটী কমিচনাৰ চাহাব বাহাদুৰৰ ওচৰত টানি প্ৰাৰ্থনা জনোৱা হওক।

প্ৰস্তাৱক—শ্ৰীযুত মাধৱ ৰাম মণ্ডল।

সমঃ—মুন্সি ফৰ্জ্জন আলী দেৱান।

অনু—মুন্সি জেৱ আবদুল।

১০। দেশ ব্যাপি সহযোগিতা বৰ্জ্জনৰ ঘোৰ আন্দোলনে সাধাৰণ প্ৰজাৰ মনত বিষয় সমস্যাৰ উৎপাদন কৰিছে। এই আন্দোলনৰদ্বাৰা দেশত অশান্তি হবৰ আৰু সাধাৰণ শিক্ষা বিস্তাৰত ব্যাঘাথ জন্মাবৰ আশঙ্কা হৈছে। গতিকে এই সভাই সুচলতে প্ৰস্তাব কৰে যে যাতে দেশত কোনো প্ৰকাৰৰ অশান্তি বিশৃঙ্খলতা বা আইন বিৰুদ্ধ কাৰ্য্য নহয় সেই বিষয়ে সকলো ৰাইজে চেষ্টা কৰা যাওক।

প্ৰস্তাবক ঃ— এম্ চান্দ মহম্মদ চৌধুৰী।

সমৰ্থক ঃ— শ্ৰীযুক্ত শিৱৰাম দত্ত।

অনু ঃ— মুন্সি আবদুল হামিদ।

১১। এই সভাই প্ৰস্তাব কৰে যে কৃষি শিল্প বানিজ্য আদি শিক্ষাৰ দ্বাৰা আৰু স্বাস্থ্য ৰক্ষা বিধানৰ দ্বাৰা স্থানীয় উন্নতিকৰে ইয়াত কমলপুৰ হিত সাধিনী সভা নামে এখনি সভা স্থাপন কৰা যাওক। সেই সভাৰ কাৰ্য্য চলাবলৈ তলত লিখা সভ্যসকলৰ দ্বাৰাই এখনি কাৰ্য্য নিৰ্ব্বাহক সভা গঠিত হওক, আৰু শ্ৰীযুক্ত অঙ্গদ সেন বৰকাকতী ডাঙ্গৰীয়াক সম্পাদকৰ ভাৰ দিয়া যাওক।

কাৰ্য্য নিৰ্ব্বাহক সভাৰ সভ্যসকল।

১। শ্ৰীযুক্ত শিৱচৰণ চৌধুৰী।

২। „ দুলাল চন্দ্ৰ মজুমদাৰ।

৩। „ বনমালী দাস।

৪। „ ধৰ্ম্মেশ্বৰ দাস।

৫। „ প্ৰাণপতি দাস।

৬। „ মৌলবী ফৰ্জ্জান আলী।

৭। „ নেউলাৰাম ঠাকুৰীয়া।

৮। „ মৌঃ চান্দ মহম্মদ চৌধুৰী।

প্ৰস্তাবকঃ—মৌলবী মহম্মদ বলো।

সমৰ্থকঃ—শ্ৰীযুত গঙ্গাৰাম দাস।

অনুঃ—এম চান্দ মহম্মদ চৌধুৰী।

আৱশ্যক হলে ইয়াৰ ভিতৰৰ পৰা এজন সহকাৰী সম্পাদক বাচি লব পাৰিব। আৰু মেম্বৰৰ সংখ্যাও বঢ়াই লব পাৰিব। সভাৰ নিয়ম এই কাৰ্য্য নিৰ্ব্বাহক সভাই তৈয়াৰ কৰি অথবা জেনেৰেল মিটিঙত মঞ্জুৰ কৰাই লবা। বৰ্ত্তমানে কাৰ্য্য নিৰ্ব্বাহক সভাই কৰা নিয়ম মতে চলিব।

১২। আজিৰ সভাই প্ৰস্তাব কেইটাৰ নকল এখোখনি স্থানীয় ডেপুটীকমিচনাৰ,

কমিচনাৰ, আসাম গবৰ্ণমেণ্টৰ মন্ত্ৰি আৰু আসামৰ গবৰ্ণৰ চাহাব বাহাদুৰৰ ওচৰত পঠাবলৈ শ্ৰীযুত অঙ্গদ সেন বৰকাকতী (ডাঙৰীয়াক সভাপতি ডাঙৰীয়াৰ চাহিলৈ) অনুৰোধ কৰা হওক।

প্ৰস্তাবকঃ—শ্ৰীযুক্ত প্ৰাণপতি দাস।

সমৰ্থকঃ—,, শান্তিৰাম দাস।

অনুঃ—,, যোগেশ্বৰ শৰ্ম্মা।

১৩। আজিৰ সভাৰ কাৰ্য্য বিবৰণীৰ নকল এটি দেশীয় বাতৰি কাকতত প্ৰকাশ কৰিবলৈ শ্ৰীযুক্ত অঙ্গদ সেন বৰকাকতী ডাঙৰীয়াক এই সভাই অনুৰোধ কৰে।

প্ৰস্তাবকঃ—শ্ৰীযুক্ত প্ৰাণপতি দাস।

সমৰ্থকঃ—শ্ৰীযুক্ত সিদ্ধিৰাম শইকীয়া।

অনুঃ—শ্ৰীযুক্ত চিতাৰাম দাস।

## পদ্য কল্পলতা।

(৫১)

বামিন্যেষা জলদপটলৈৰ্ব্বদ্ধ ভীমান্ধকাৰা,
নিদ্ৰাংযাতঃ মমপতিবলৌ ক্লেশিতঃ কৰ্ম্মদুঃখী।
বালা চাহং মনসিজভয় প্ৰাপ্ত গাঢ় প্ৰকম্পা,
গ্ৰামশ্চোবৈৰয়মুপহৃতঃ পান্থ! নিদ্ৰাংজহীহি।।
ঢাকিছে আকাশ মেঘে ঘোৰ অন্ধকাৰ,
ভয়ঙ্কৰী মধ্য নিশা কোনো নাই সাৰ।
বৰ পৰিশ্ৰম কৰি মোৰ পতি জন,
মৃতবৎ পৰি আছে নিদ্ৰাত মগন।
মইতো অবলা বালা কি কৰিম হায়,
কন্দৰ্পৰ ভয়ে মন কম্পে তনু কায়।
আহিব যে পায় এবে গ্ৰামৰ তস্কৰ,
নিদ্ৰা ত্যজা, উঠা উঠা পথিক নাগৰ।।
টিপ্পনীঃবালা যোলবছৰীয়া যুবতী।

(৫২)

শ্ৰীকৃষ্ণৰ প্ৰতিৰ উক্তিঃ—

ৰত্নাকৰো নিজ গৃহং গৃহিণী চ পদ্মা
কিং দেয়মাস্ত ভব তে জগদীশ্বৰায়।
বাধাগৃহীত মনসো মনসোহ স্তি দৈন্যৎ
দত্তং ময়া নিজমনস্ত্বদিদং গৃহাণ।।
ৰত্নাকৰ ক্ষীৰোদত তোমাৰ বসতি,
সেৱে পদ পত্নী ধনেশ্বৰী লক্ষ্মী সতী,
অভাব তোমৰ কিনো! হে জগদীশ্বৰ,
কিনো দিম, কিবা আছে তোমাৰ ভক্তৰ?
শ্ৰীৰাধা কৰিছে তব হৃদয় হৰণ,
হৃদয় অভাবে তুমি দুঃখী নাৰায়ণ!
এই হেতু চিত্ত মন কৰিলা অৰ্পণ,
লোৱা লোৱা কৃপা কৰি ত্ৰিলোক শৰণ!

(৫৩)

নৃত্যন্তি ভোজনে বিপ্ৰা ময়ুৰা মেঘদৰ্শনে।
সাধবঃ পৰসম্পৎসু খলা পৰবিপত্তিষু।।
পৰৰ সম্পদ দেখি নাচে সাধু নৰ।
পৰদুৰ্গতিত নাচে সকলো পামৰ।

(৫৪)

কৃষ্ণেতি মঙ্গলৎ নাম বস্য বাচিপ্ৰবৰ্ত্ততে।
ভষ্মীভবন্তি তস্যাশু মহাপাতক কোটিয়ঃ।।
'কৃষ্ণ' এই শুভ নাম মুখে আছে যাৰ,
কোটি মহাপাপ ক্ষণে ভষ্ম হয় তাৰ।।

(৫৫)

শ্ৰুতি বচন দৃষ্টি হৰণং লক্ষ্মীঃ কুৰুতে জনস্য কো দোষঃ?
গৰল সহোদৰজাতা তচ্চিত্ৰং যন্ন মাৰয়তি।।
যাৰ প্ৰতি লক্ষ্মী দেবী কৰে দৰশন,
শ্ৰুতি বাক্য দৃষ্টি তাৰ কৰন্ত হৰণ।
কি দোষ লোকৰ জন্ম গৰল সহিতে,
আশ্চৰ্য্য! তথাপি তেওঁ নামেৰে ত্বৰিত!

(৫৬)

পিকঃ কৃষ্ণো নিত্যং পৰমৰুণয়া পশ্যতি দৃশা,
পৰাপত্যদ্বেষী স্বসুত মপি নো পালয়তি যঃ
তথাপ্যেষো মীষাং সকল জগতাং বল্লভতমো।
ন দোষো গৃহ্যন্তে মধুৰ বচসাং কেনচিদপি।।
শ্যামল বৰণ দেহ কুগঠন
আৰক্ত নয়নে চায়,
পৰ শিশু প্ৰতি হিংসা কৰে অতি
নিজ শিশু ত্যজি যায়।।
পিক পক্ষিবৰ জগত জনৰ
তথাপি প্ৰেম ভাজন।
মধু মুখ যাৰ শত দোষ তাৰ
নকৰে কেৱে গ্ৰহণ।।

(৫৭)

অভিসাৰিকাৰ প্ৰতি প্ৰশ্ন ঃ—

ক্ক প্ৰস্থিতাসি কৰভোক ঘনে নিশীথে?
প্ৰাণাধিপো বসতি যত্ৰ জনঃ প্ৰিয়ো মে।
একাকিনী বদ কথং ন বিভেষী বালে?
মন্বস্তি পুষ্খিত শৰো মদনঃ সহায়ঃ।।
প্ৰশ্ন—তমস্বিনী নিশীথিনী লৰালৰি কৰি।
কোন স্থানে যোৱা তুমি ৰামোক সুন্দৰ!
উত্তৰ—প্ৰাণনাথ মম যঁথা কৰে নিবসতি।
তদীয় সমীপে মই যাওঁ দ্ৰুতগতি।
প্ৰশ্ন—একাকিনী যোৱা তুমি ঘোৰ অন্ধকাৰ
নহয় নে ভয় মনে তৰুণি! তোমাৰ?
উত্তৰ—কি ভয় কি ভীতি মোৰ কি ভীতি কি ভয়।
ধনুৰ্ব্বাণ ধৰি সঙ্গে কন্দৰ্প আশ্ৰয়।।

(৫৮)

হ্ৰী ৰূপাপি দিগম্বৰী, ত্ৰিজগতাং মাতাপি সদ্ যৌবনা,
ধন্যাদ্ৰেৰপি কোমলা, ত্ৰিভুবনং ব্যাপ্তাপ্য দৃষ্টা জনৈঃ।

সাধ্বী চাক্রমতেস্বভর্তৃহৃদয়ং, শ্যামা জগন্মোহিনী।
চিত্ৰং ৰূপমবাস্থিতা, ভবতু তে সাহর্নিশং সম্পদে
লজ্জাৰূপা কালী তেওঁ দিগম্বৰ কায়!
ত্ৰিলোক জাননী—নব যুবতীৰ প্ৰায়!
হিমাদ্ৰিকন্যকা—তেওঁ কোমল হৃদয়!
ত্ৰিলোক্য ব্যাপিনী—কাৰো দৃশ্য নাহি হয়।
পতিব্ৰতা—তেওঁ স্বামি-বক্ষস্থলে ভৰি!
শ্যামা—তেওঁ ত্ৰিলোকৰ মোহিনী সুন্দৰী!

ক্ৰমশঃ।